**HITESH DEKA RACHANAWALI VOL. 3** : Complete works of Hitesh Deka and Published by Sri Rajendra Mohan Sarma, Chandra Prakash, Panbazar, Guwahati-1
First Edition · December, 2005 Price . Rs. 550 00 only

---

**প্ৰকাশক ঃ**

শ্ৰী ৰাজেন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী-১
দূৰভাষ-২৫১১৯৪৬

**প্ৰথম প্ৰকাশ ঃ** ডিচেম্বৰ, ২০০৫

**মূল্য ঃ** ৫৫০ ০০ টকা

ভাৰাঘৰ

গৰাখহনীয়া

গল্পটো লিখা নহ'ল

ইতিহাসে সকীয়ায়

সীমাৰ কাজিয়া

কামপত্নী

দুয়ো কথা কয় আৰু আগ বাঢ়ে। আহি আহি পাণবজাৰ পায়।

শৰতৰ কোঠাত প্ৰৱেশ কৰে দুয়ো। সুন্দৰ সজ্জিত কোঠা। আধুনিক সভ্যতাৰ প্ৰতিবিধ নিদৰ্শনে কোঠাটো শোভিত কৰিছে। এই প্ৰাতসতে দুয়ো বন্ধুৰ মিলন। দুয়োৰো ভাল লাগি যায়। অতীতৰ বহু কথা আৰু কাহিনীয়ে আহি যেন দুয়োৰো স্মৃতিৰ পটত উদয় হয়। হাঁহে—আনন্দ—মিলন।

চাহ দি যায় দুয়োকো। দুয়ো খায়। বিস্কুট এডোখৰত কামোৰ মাৰি এঢোক চাহ খাই উঠি শৰতে সোধে—"কিয় আহিলি ধুৰন্ধৰ?"

"মই গুৱাহাটীত বাস কৰিম বুলি আহিছো গাধ।"

নবীনে শৰতক 'গাধ' বুলি মাতে আৰু শৰতে নবীনক মাতে 'ধুৰন্ধৰ' বুলি। ইয়াৰ এটা কাহিনী আছে।

আজি প্ৰায় পাঁচ-ছয় বছৰৰ আগৰ কথা। নবীন তেতিয়া ৩য় বাৰ্ষিকৰ ছাত্ৰ আৰু শৰত ২য় বাৰ্ষিকৰ। দুয়ো বন্ধুই একেলগে যায় কলেজলৈ। আগে আগে যায় কলেজীয়া ছোৱালীৰ দল; পিচে পিচে নবীন আৰু শৰত। হঠাতে নবীনে দিলে জোকাই সবিতাক—"বোল নাম্বাৰ টুৱেন্টি!" বোল নাম্বাৰ টুৱেন্টি বুলি ক্লাছৰ ল'ৰাবিলাকে জোকায় সবিতা দাসক। শব্দ কেইটা কাণত পৰাৰ লগে লগে সবিতাই খং কৰি "ইউ ষ্টুপিড" বুলি পিচ মুখ দি চালে; আগ বাঢ়ি অহা দেখিলে শৰতক। ছোৱালীজাকে দিলে হাঁহি খিলখিল কৈ। খণ্ডত বণ্ডা পৰিল সবিতা। আগতে দেখিলে থিয় হৈ আছে শৰত ভূঞা। ধুৰন্ধৰ নবীনে কথাবাৰ কেৰে ৰাস্তাৰ কাষত অলপ বল চিগাৰেট জ্বলোৱা চুতা কৰি। শৰতে জোকোৱা বুলি ভাবি সবিতাই তেওঁলৈ চোচা ললে। তেওঁ থতমত খাই ভয়তে কৈ উঠিল—"মই নহয় মিছ্ দাস।" ঘটনাটো বুজি ছোৱালীজাকে আকৌ দিলে খিলখিলাই হাঁহি। অৱস্থা লজ্জাজনক অনুমান কৰি দলৰ মাজৰপৰা এজনীয়ে গৈ সবিতাক টান মাৰি আনি ক'লে—"হেৰ, কি কৰ সবি? তেখেত নহয় আহ। মিছাকৈ ৰাস্তাত হাঙ্গা নকৰিবি।"

সবিতাক হাতত ধৰি টান মাৰি লৈ গ'ল আৰু গোটেই কেইজনী তাৰপৰা আঁতৰি পৰিল।

শৰতে হতভম্ব হৈ থিয় হৈ ৰল। ছোৱালী কেইজনী যোৱাত নবীনে আহি হাঁহি হাঁহি ক'লে—"কি হ'ল, অ' ভায়া?"

নবীনৰ মাত শুনি খঙতে-শৰতে কৈ উঠিল—"তোৰ ঘৰে ক্ষুণ্ট নাই? ছোৱালী জোকাই পলাইছ ধূৰ্ত্তৰ?"

"আৰু তই বৰ্বৰৰ দৰে থিয় হৈ আছ গাধ?" নবীনে কয় আৰু হাঁহে; শৰতে শুনে আৰু খং কৰে।

"তই ইমান বদমাইচ, ধূৰ্ত্তৰ বুলি মই ভবা নাছিলো।"

"আৰু তয়ো ইমান গাধ বুলি মই জনা নাছিলো।"

"ছোৱালী জোকাই কিয় পলাইছিলি? মোক যে গালি পাৰিলে?

"মই চিগাৰেট জলোৱা চুঙা কাঁবি পিচ পৰিছোঁ; তই পাণ দোকানখনৰ আগত তামোল খোৱা চুঙা কাঁবি থিয় নহলি কিয়? তেতিয়াতো তাই তোলৈকে নগ'ল-হেঁতেন! তই এটা এক নম্বৰ গাধ।"

"তই এটা এক নম্বৰ ধূৰ্ত্তৰ—ওহঃ মোৰ ইমান লাজ লাগিছে।"

"ইয়াৰপৰা তোৰ লাভ হব পাৰে ভায়া।"

"মোৰ লাভ নে অপমান?"

"অপমান নহয় বৰং অসমীয়াৰ লাভ গুচি ইংৰাজীৰ 'লাভ' (Love) হবৰ হে সম্ভাৱনা, কাৰণ 'সংঘাতে তুলি দিয়ে জীৱনৰ নতুন তৰঙ্গ'।" নবীনে হাঁহে। শৰতে ধমক দি কৈ উঠিল—

"দূৰ, বদমাইচ। তোৰ লগত থাব নোৱাৰি। মই এতিয়া কলেজলৈ যাওঁ কেনেকৈ। ইমান লাজ পাইছোঁ। তেওঁলোকে দেখিলে......" কথাষাৰ কৈয়ে শৰতে লাহে লাহে খোজ কাঢ়ে। বঙে গৈ বাগত পৰিলত হোৱা দেখি নবীনো বেয়া লাগিল। তেওঁ ধীৰে ধীৰে আগ বাঢ়ে। দুয়ো আহি কলেজ পালে। ফাইনেল বেল পৰাৰ পাচত মনে মনে পিচৰ বেঞ্চত বহিলগৈ দুয়ো:

ইফালে কেন্দ্ৰেপৰা আচল ঘটনাটো জানিব পাৰি সঁকিতাই নিজে নিজে বৰ লাজ পালে। অনুশোচনা আহিল—বেচেৰা নিৰীহ শৰতটোক বিনা দোষত অপমান কৰিলে। তাইৰ বেয়া লাগিল।

সঁচাকৈয়ে কলেজ ছুটীৰ পাচত সঁকিতাই অকলে শৰতক লগ ধৰি নাজানি কৰা দোষৰ বাবে ক্ষমা চালে। শৰত লাজ আৰু আনন্দত অভিভূত হৈ পৰিল। অকস্মাতে দুয়োৰে মাজত এটা প্ৰীতিৰ ভাব গঢ়ি উঠিল। শৰতৰ মনত পৰিল নবীনে কোৱা কথাষাৰ—"সংঘাতে তুলি দিয়ে জীৱনৰ নতুন তৰঙ্গ।" দুয়োৰো

দোষ স্বীকাৰ কৰা আৰু ক্ষমা কৰা পৰ্ব শেষ হ'ল। তাৰ পাছতে হ'ল দৃষ্টি বিনিময়। তেতিয়াৰেপৰা আৰম্ভ হ'ল শৰতৰ কবিতাৰ কছৰৎ আৰু সবিতাৰ পত্ৰ বিনিময়। এনেকৈয়ে চলিল প্ৰেমৰ পূজা।

সি আজি পাঁচ-ছয় বছৰ আগৰ কথা। সিদিনাৰেপৰা শৰতে মাতে নবীনক 'ধুৰন্ধৰ' বুলি আৰু নবীনে মাতে শৰতক 'গাধ' বুলি।

চাহৰ কাপত মুখ দি এঢোক খাই উঠি নবীনে ক'লে—

"বুজিছ গাধ, মই গুৱাহাটীত থাকিম বুলি ভাবিছো। এটা ভাৰাঘৰ ঠিক কৰি দে।"

"আজিকালি গুৱাহাটীত ঘৰ পোৱা বৰ কঠিন। বাৰু চাওঁচোন কি হয়, নহ'লে মোৰ এই বুমেই গতি হব দুয়োৰো।"

"বাৰু চাচোন ক'ত আছে। এটা কথা কিন্তু মনত ৰাখিবি, যাতে তিনিটা 'প'ৰ সমাহাৰ হয়।"

"তিনিটা 'প'ৰ সমাহাৰ মানে?"

"তাৰ মানে পানী, পাইখানা, পাকঘৰ। পানীৰ 'প', পাইখানাৰ 'প' আৰু পাকঘৰৰ 'প' থাকিব লাগিব।"

"পানী, পাইখানা, পাকঘৰ নহ'লেনো ভাৰাঘৰ লব কোনে? এই কেইটা থাকিবই লাগিব।" হাঁহে শৰতে। হাঁহি মাৰি কয় নবীনে—

"আজিকালি গুৱাহাটীত এই কেইটা নাথাকিলেও চলে দেখিছো।"

অলপ টেলকা মাৰি শৰতে কয়—"মই জনাত এটা ঘৰ আছে অৱশ্যে। সবিতাহ'তৰ এটা ঘৰ আছে। সুধি চাম বাৰু।"

চাহত এটা ঢোক মাৰি এঢোক খাই হাঁহি মাৰি কয় নবীনে—

"সবিতাহ'তৰ ঘৰ মানে সবিতাৰ ঘৰটো নহয়তো?"

"ধেৎ ধুৰন্ধৰ, আজিকালি তোৰ ইমান বয়স হ'ল, তথাপি প্যাতল স্বভাৱটো নগ'ল নে?"

"ঘৰ পাবৰ হ'লে সাধাৰণ মানুহে থাকিব নোৱাৰি দূৰতে চালাম কৰি থিয় হৈ থাকিব লগা হব; সেই ভাবতে এই স্বভাৱটো এৰা নাই ভায়া।"

"বাৰু, চাহ খা, বিস্কুট জোখালেই হব—কথা তোমাৰ নালাগে।"

দুয়ো চাহ খায়। নানা কথা কয়, কিন্তু চিন্তা থাকে ভাৰাঘৰৰ বিষয়ে।

॥ দুই ॥

সময় আবেলি। পাতল আন্ধাৰ ধীৰে ধীৰে ঘণীভূত হৈ আহিব ধৰিছে। ৰিব্ ৰিব্‌কৈ বলিছে মলয়া বতাহজাক। গছৰ ডালত কিৰিলি পাৰিব ধৰিছে ওৰে দিনে অন্ন অন্বেষণকাৰী বিহঙ্গৰ দলে। পথপ্ৰান্ত ক্লান্ত যাযাবৰৰ দলে বিচাৰিছে আশ্ৰয়ৰ স্থল—গছৰ তল। ব্যস্ত নগৰীত কৰ্মৰত বনুৱাৰ দলে লানি লাগি গৃহাভি-মুখে কৰিছে গমন। কিন্তু ৰিক্সা আৰু মটৰৰ চলাচল বাঢ়িছে দুগুণ উচাহে। সন্ধিয়াৰ শান্তিভঙ্গকাৰী যান-বাহন, মটৰ, ৰিক্সা, ঘোঁৰাগাড়ীৰ নিমিষে নিমিষে আবিৰ্ভাৱ—অন্তৰ্ধান। ইয়াৰে মাজেৰে ফুৰে গুৱাহাটীৰ মধ্যবিত্তৰ দল পৰস্তজে। পাণবজাৰৰ চকত জমে ডেকা ল'ৰাৰ দল, ব্ৰহ্মপুত্ৰৰ পাৰত জমে নৱ দম্পতিৰ দল। কিন্তু পাৰ্কৰ বেঞ্চত? প্ৰেমিকপ্ৰেমিকা নতুবা কোনো বান্ধৱ-বান্ধৱী। দুলনিৰ মাজত দুবৰিৰ ওপৰত বহি হয়তো কোনো প্ৰেমিক কয় তাৰ ব্যৰ্থ ইতিহাস তাৰ বন্ধুৰ আগত, নতুবা কোনো ৰূপমুগ্ধ পুৰুষে বৰ্ণনা কৰে তাৰ প্ৰিয়াৰ অঙ্গৰ সৌন্দৰ্যৰ। চুপি চুপি ইফালে-সিফালে চাই হয়তো কোনো প্ৰেমিকাই প্ৰেমিকৰ কাণৰ কাষত কৈ উঠে—"ইমান ভাল লাগে মোৰ···।" হয়তো অকস্মাতে কোনো গাড়ীৰ লাইটৰ 'ফোকাচ' পৰে দুয়োৰো মুখত। ঝপ্ কৰে বন্ধ হৈ যায় আধা কোৱা কথা।

এয়ে ব্যস্ত নগৰী। এয়েতো শান্তি—জিৰণি সন্ধিয়া। দিনে আহে মধুৰ সন্ধিয়া-দিনে ফুৰে ব্যস্ত নাগৰিক।

বহুত দিনৰেপৰা একেলগে ফুৰে শৰত-সবিতা। সন্ধিয়াৰ আগ মুহূৰ্তত সাজি-কাচি অপেক্ষা কৰিছে সবিতাই শৰতৰ আগমন। চাই চাই আমনি লাগিল। তেওঁ নাহিব নেকি আজি? প্ৰশ্ন জাগে তাইৰ। উচাপিচ কৰে মন—বাৰে বাৰে ভুমুকি মাৰে ৰাস্তাৰ ফালে। হঠাতে চকুত পৰে শৰতক অলপ দূৰৈত। মনত ভাল লাগি যায়। আগবাঢ়ি ওলাই যায়—

"আপোনাক চাওঁতেই মোৰ আমনি লাগিল।"

ওচৰলৈ আহি হাঁহি মাৰি কৈ উঠে শৰতে—"ইমান সিমানেই প্ৰকাশ হয় কথাৰ মূল্য সিমানেই বাঢ়ে। গাঁতকে মোৰ মূল্য বাঢ়িলে···।

"অৱশ্যে পলম কৰিছো? আমি দুঃখিত। বলক এতিয়া।"

"ক'লৈ ?"

"দেশভক্ত ফুকন পাৰ্কলৈ।"

"ৰিক্সা এখন মাতিম নেকি ?"

হাঁহি মাৰি সবিতাই কয়—"ৰিক্সাৰে দুয়ো একেলগে যাবলৈ এতিয়াও বহুত বাকী।"

"এৰা। বলা পদব্ৰজে গমনে শ্ৰেয়ঃ।"

"নিশ্চয়।"

কথাষাৰ কৈয়েই সবিতাই শৰত ভুঞাৰ ফালে আগবাঢ়ি আহিল। কানি-কাপোৰবোৰৰ ফালে নিৰীক্ষণ কৰি উঠি তাই এবাৰ খোপাটো হাতেৰে টিপি দি ফুলটো ভালকৈ গুঁজি ললে। চেণ্ডেলযোৰৰ ফিটা জোৰকৈ মাৰি ললে। ৰিহাখন ক'কালত আটিলকৈ বান্ধিলে। "টাইট্‌ৰেচটো" ফিট কৰি লৈ শৰতৰ পিচে পিচে খোজ ললে। দুয়ো ওচৰা-ওচৰি।

ফুকন পাৰ্ক।

দুয়ো সোমাই গ'ল ফুলনিৰ ভিতৰলৈ। নানা ৰঙৰ ফুল, নানা বৰণৰ লতা। সুশোভিত উপবন। সেউজীয়া দুবৰিৰ শ্যামল পাটিত যেন প্ৰবেশ কৰিলে দুয়ো। মনত জাগিল পুলক, অন্তৰত আহিল যেন কবিতাৰ বান। আবেগভৰা হিয়া, পুলকভৰা প্ৰাণ। ধীৰে ধীৰে বহি পৰিল শৰত-সবিতা। সবিতাৰ চুলিৰ গন্ধ নাকত লাগিল শৰতৰ। কি তীব্ৰ। কি মনোমোহা! কি সুন্দৰ! শৰতে সবিতাৰ মুখলৈ চালে। প্ৰসাধনৰতা সবিতাৰ নিমজ গাল দুখনত বিজুলী বাতিৰ বগা মিঠা পোহৰ পৰি আৰু নিমজ আৰু লাহী হৈ উঠিছে। ওঁঠৰ ৰক্তাভ আবেশে মুখমণ্ডল বক্তিম কৰি তুলিছে। সুগন্ধ এচেন্তৰ মলমলীয়া গন্ধে গোটেই মানুহজনীক যেন এপাহ গন্ধৰাজ ফুলত পৰিণত কৰি তুলিছে। মুখত মধুৰ হাঁহি, চকুত চতুৰ দৃষ্টি। বিমুগ্ধ হৈ গ'ল শৰত। তেওঁৰ কৰি মন হৈ উঠিল আকুল, চঞ্চল। ইমান ৰূপ। লুব্ধ হৈ গ'ল তেওঁ। সৌন্দৰ্যৰ অফুৰন্ত মায়ামাধুৰিমা বোধ হয় নাৰীৰ এই মোহিনী ৰূপতে লুকাই আছে। তেওঁ ভাবে—তেন্তে নাৰীয়েই ৰূপ নে ৰূপেই নাৰী? কীয়ৰ মনত জাগে প্ৰশ্ন। বন্য পশুৰে চিকাৰীৰ টৰ্চৰ ফালে ভেলেকি লাগি চাই থকাদি ৰবে একেথৰে চাই থাকে শৰতে সবিতাৰ মুখৰ ফালে। হঠাতে বাতাহে আক্ৰমণ কৰি যোৱা কোনো এখন মটৰৰ

লাইটৰ পোহৰ শৰতৰ মুখৰ ওপৰেদি বাগৰি যায়। সবিতাৰ চকুত পৰে শৰতৰ নীৰৱ নিবন্ধ দৃষ্টি। হাঁহি মাৰি কৈ উঠে—"কবি, কি চাইছে ইমানকৈ মোৰ মুখত ?"

"মোকেই চাইছোঁ।"

"আপোনাক চাইছেনে মোক চাইছে ?"

"তোমাৰ ভিতৰেদি মই মোকেই চাইছোঁ।"

"মোৰ ভিতৰেদি আপোনাক চাইছে ?"

"এৰা।"

"তেন্তে মই দাপোণ নেকি যে মোৰ মুখৰ মাজেৰে আপুনি নিজক দেখিছে ?"

"এৰা, তুমি দাপোণ। তোমাৰ এই ৰূপৰ ভিতৰেদি মই মোৰ অন্তৰৰ ৰূপ দেখা পাইছোঁ।"

"এৰক আপোনাৰ দৰ্শন শাস্ত্ৰ।"

অলপ কাষ চাপি আহি সবুকৈ কয়—"এনেকৈ মুখলৈ নাচাব; মোৰ বৰ লাজ লাগে। মানুহে দেখিলেও বেয়া বুলিব।"

"মানুহে ভাল বেয়া বোলাৰ লগত সত্যৰ কোনো খাতিৰ নাই।"

"বহুদিন আপুনি এনেকৈ কৈছে। বাৰু কওঁকচোন ইয়াৰ অৰ্থ কি ?"

"তাৰ অৰ্থ—নিজৰ সৌন্দৰ্যবোধ থাকিলেহে দৃষ্ট বস্তুত সৌন্দৰ্য দেখা যায়। সেইবাবে বস্তুৰ ৰূপৰ মাজেৰে আমি আমাৰ অন্তৰৰ ৰূপকে দেখোঁ।"

"বাৰু, আপুনি মোক ভাল পায় নে মোৰ ৰূপ ভাল পায় ?"

"মই তোমাক বা তোমাৰ ৰূপক একোকে ভাল নাপাওঁ—মই ভাল পাওঁ মোকহে। সেইবাবেই তোমাৰ ৰূপৰ ভিতৰেদি যেতিয়া মই মোক দেখা পাওঁ তেতিয়া মোৰ আনন্দ লাগে আৰু তোমালৈ মুখ হৈ চাই ৰওঁ।"

"ভালকৈ কওঁক।"

"ভালকৈ কবলৈ হ'লে, মোৰ অন্তৰত ৰূপ আছে। এই ৰূপ থকাৰ প্ৰমাণ সৌন্দৰ্যবোধ। এই মোৰ সৌন্দৰ্যবোধৰ দ্বাৰাই তোমাৰ বাহিৰৰ ৰূপৰ মাজেৰে মোৰ অন্তৰৰ ৰূপ দেখা পাইছোঁ। মোৰ সৌন্দৰ্যসত্তাৰ তুমি মাত্ৰ আধাৰ। তুমি পাত্ৰ; মদ হ'ল মোৰ অন্তৰৰ ৰূপ। মই মোৰ সৌন্দৰ্য-সুৰাক তুমি পাত্ৰত ঢালি লৈ পান কৰিছোঁ মাত্ৰ। সেইকে তুমি মোৰ আলম্বন হে, ৰূপ মোৰ অন্তৰতেই

আছে। তাকেই মই দেখিব ধৰিছোঁ। শুনা সবিতা, মোৰ এটি জ্বলন্ত কবিতা—

"তোমাৰ ৰূপৰ মাজে প্ৰতিভাত হয় মাথোঁ মোৰেই স্বৰূপ।"

"থওক আপোনাৰ মান্ধাতাৰ আমোলৰ কবিতা। আজিকালি ইবিলাক অচল মহাৰাণীৰ টকাৰ দৰে হৈছে।"

"সেই বুলি তোমাৰ আধুনিক কবিতাও বজাৰত চলা নাই। পুৰণি কবিতা অচল তেন্তে আধুনিক কবিতাৰো চলা দিন অহা নাই। এটা অচল আনটো চলা নাই।"

"কবিতা অন্তৰৰ স্বতস্ফূৰ্ত বাণী। তাক ছন্দৰ চেপাত পেলাই চেপেতা কৰি প্ৰকৃত ৰূপ নষ্ট কৰটো সম্পূৰ্ণ ভুল। সেইবাবে পুৰণি কবিতাত ছন্দৰ গন্ধ আছে স'চা কিন্তু অবিকৃত সত্যৰ ৰূপ তাত নাই।"

"আধুনিক কবিতা গন্ধহীন কাগজৰ ফুল। কাগজৰ ফুলৰ ৰূপ আছে; কিন্তু ফুলৰ গন্ধ হ'লে তাত সমূলি নাই।"

এনেতে পিচফালৰপৰা হৰ্ণ বাজি উঠে। দুয়োৰো তৰ্ক হঠাতে বন্ধ হৈ যায়। মটৰৰ পোহৰ ক্ৰমে উজ্জ্বল হৈ আহে। দুয়োৰো গাত পৰে। সবিতাই খপহকৈ উঠি কয়—"তৰ্ক এৰক। বাওঁ বলক। বাতি হ'ল।"

"বলা বাবু।" শৰতো থিয় হয়; দুয়ো লাহে লাহে ওলাই আহে। বাটত দুয়ো ওচৰা-উচৰিকৈ খোজ কাঢ়ে। শৰতে লাহেকৈ এটা প্ৰশ্ন সোধে—"বাবু সবিতা, তোমালোকৰ সেই ঘৰটো ভাৰাত দিবা নেকি?"

"কাক লাগে?"

"মোক?"

"আপোনাক?"

"এৰা।"

"ঠাট্টা বাদ দি ভদ্ৰলোকৰ দৰে কওক।"

"ঠাট্টা নহয়। মোকে লাগে; তাৰ মানে মোৰ বন্ধু এজনক লাগে।"

"কোন বন্ধু?"

"নবীন বৰুৱা।"

"অ' সেই ধুৰন্ধৰটোক?"

"হয়।"

"ঔ আই, সেইপাটক মোৰ বৰ ভয় লাগে পায়।"

"কিয় ?"

"মনত নাইনে তাহানিৰ কথা ? কম বুদ্ধিমান নহয় সেইজন। ইমান চালাক ! বাপৰে বাপ্ ! সাংঘাতিক লোক।"

"সাংঘাতিক বুদ্ধিমান সঁচা কিন্তু সমূলি দুষ্ট নহয়।"

"মই কিবা দুষ্ট বুলি কৈছোঁ নেকি ? মইতো বেয়া বোলা নাই।"

"তেন্তে দিবা নে নিদিবা ?"

"তেখেত থাকিলেতো ভালেই হয়। পিছে মোৰ হ'লে ভিতৰি ভিতৰি বৰ ভয় লাগে পায়। ইমান চালাক মানুহ।"

"ইমান চালাক বাবে ঠগিবৰ ভয় নহয়নে ?"

"যাওক আপোনাৰ কথাবোৰ। মই কিবা ঠগিবৰ ভয় কৰি নিদিম বুলি কৈছোঁ নেকি ?"

"তেন্তে ?"

"পিতাক সুধি নাচালে কেনেকৈ কওঁ।

"বাৰু, কাইলৈ অনুগ্ৰহ কৰি পিতাৰাক সুধি বেচেৰাৰ এটি গতি লগাই দিয়া। সি বেচেৰাই ঘৰকৈ ঘৰ বিচাৰি ফুৰিছে।"

"গুৱাহাটীত কিয় থাকে ?"

"নাজানো। সি বোলে গুৱাহাটীত থকা নিতান্ত দৰ্কাৰ।"

"বাৰু, কাইলৈ খবৰ কৰিম।"

লাহে লাহে আহি দুয়ো সৰিতাহঁতৰ নঙলামুখ পালে। সৰিতা ভিতৰ সোমাই গ'ল। শৰত ঘৰলৈ ফিৰিল।

## ॥ তিনি ॥

শৰত আৰু সবিতা। এজন হ'ল ঠিকাদাৰ জগত ভূঞাৰ ল'ৰা আৰু আনজনী হ'ল ইঞ্জিনীয়াৰ গিৰীশ দাসৰ ছোৱালী। দুয়োৰো ওচৰ চাপে দুয়ো অতি নিবিড়ভাৱে। দুয়োৰো অন্তৰ বিনিময় হয়। আবেগত হৃদয় উপচি পৰে। কিন্তু সমাজ, ধৰ্ম আৰু ভদ্ৰতাৰ অনুশাসনে সুসংযত কৰি ৰাখিছে দুইকো ইমান দিনে। সেয়েহে আজি এই কেইবছৰে অবাধ মিলামিচা কৰা সত্ত্বেও দুয়ো কোনো পঙ্কিলতাত খোজ দিয়া নাই। শিক্ষা-দীক্ষা আৰু বংশ মৰ্যাদাই এই ক্ষেত্ৰত মানুহক বহুত সংযত কৰি ৰাখে। এয়ে শিক্ষাৰ গুণ। বিবেকৰ সকল শাসনত ' প্ৰবৃত্তিৰ দুৰন্ত কামনা অবদমিত হয়। ইয়াতে পোৱা যায় মানুহৰ ৰুচিৰ পৰিচয়। এনে সুৰুচি-সম্পন্ন হোৱা বাবেই অতীতনে তেওঁলোকৰ অবাধ মিলনত গিৰীশ দাসে জীয়েকক একো হকাবধা কৰা নাই। উচ্চ বংশজাত আৰু উচ্চশিক্ষিত দাসে তেওঁৰ প্ৰাপ্তবয়স্কা উচ্চশিক্ষিতা জীয়েকৰ ৰুচিবোধৰ পৰিচয় বহুদিন আগতে পাইছে। সেই বাবে জীয়েকৰ ৰুচিৰ বিৰুদ্ধে একো কৰিবলৈ ইচ্ছা নকৰে। বাপেক ইঞ্জিনীয়াৰ—ধনী; জীয়েক শিক্ষিতা—ৰূপহী। দুজন পুতেক—তৰুণ, কৰুণ। ডাঙৰজন ডাক্তৰ, আনজন ইঞ্জিনীয়াৰ। কনিষ্ঠা সবিতা।

মাকৰ ইচ্ছা, ল'ৰা দুটিক বিয়া কৰাই দিব—বোৱাৰী লাগে।

বাপেকৰ ইচ্ছা, ছোৱালীজনীক বিয়া দিব—জোঁৱাই লাগে।

ধনী মানুহ। সুন্দৰ ঘৰবাৰী, ফাষ্টক্লাছ মটৰগাড়ী। ছোৱালী উচ্চ শিক্ষিতা, লগতে ৰূপহী। দৰাৰ জাক আছে পালে পালে, যেন দ্বাপৰৰ দ্ৰৌপদীৰহে স্বয়ম্বৰ। কিন্তু আছিলে কি হ'ব? একে কথা; পণপ্ৰথা। সকলোকে লাগে টকা। কিমান টকা যৌতুকত দিব এয়ে হৈছে দৰাপক্ষৰ প্ৰশ্ন। কোনোৱে খোজে পাঁচ হেজাৰ, কোনোৱে খোজে দহ হেজাৰ নগদ; তাৰ উপৰি বিয়াৰ খৰচ আছেই। কোনোৱে দুনুক দাদাকৰে কয় যে ল'ৰাক বিলাতত পঢ়া খৰচো দিব লাগিব। শুনি শুনি খিঙাটি লাগে অৰুণ আৰু কৰুণৰ। কিমাননো শুনিব সেই একে কথা। খং উঠে তেওঁলোকৰ। ছিঃ! ছিঃ! নিদুপোৱা কুৰি শতিকাৰ ছোৱালীৰ পিতা!

এনে নিৰ্লজ্জ আৰু বিৰক্তিকৰ কথাবোৰ শুনি শুনি সবিতাৰ কাণ কলা যেন হ'ল। তাই কিবা পণপ্ৰথা নেকি যে ইমান জমাকৈ চলে? টকা ভেটী বা চাকৰি

লোৱা যায়—কিন্তু ছোৱালী বিয়া দিয়া নাযায়। তাই ৰুদ্ধ হৈ যায় ভিতৰে ভিতৰে। তাইৰ মূল্য যেন একেবাৰে কমি গৈছে! এদিনাখন ৰাতি ভাতৰ পাতত এই বিষয়ে মেল কৰি থাকোঁতে সবিতাই খঙৰ বেগতে কৈ উঠিল—

"পিতা, আপোনালোকে মোক কিবা আপদীয়া বুলি ভাবিছে নেকি যে, সদায় মোৰ বিয়াৰ কথাকে কৈ থাকে? মই আৰু আজি সেই কেঁচুৱা ছোৱালী নহওঁ। মোৰ বয়সৰ লগে লগে জ্ঞানবুদ্ধিও কিছু হোৱা বুলি মোৰ ধাৰণা। এতিয়া মই মোৰ বাবে চিন্তা কৰিব পৰা হৈছোঁ। আপোনালোকে সদায় মোৰ বাবে ভাবি মূৰ গৰম নকৰিব।"

শিক্ষিতা জীয়েকৰ এনে বোধপূৰ্ণ উক্তি শুনি পিতাকৰ মাত বন্ধ হৈ গ'ল। দুই ককায়েক হতবাক হৈ ৰ'ল। মাক লাহেকৈ ৰান্ধনীঘৰৰ ভিতৰলৈ সোমাই গ'ল সেইদিন ধৰি তাইৰ বিয়াৰ কথা আৰু আলোচনা হোৱা নাই।

## ॥ চাৰি ॥

সবিতাৰ পিতাকৰ লগত বন্দোবস্ত কৰি শৰতে সবিতাহঁতৰ আগেপিছে ভাৰাত দিয়া ঘৰটোকে নবীনৰ বাবে ঠিক কৰি দিলে। তেওঁ এটি ৰান্ধনি ল'ৰা ৰাখি তাত থাকিবলৈ ল'লে।

নবীন তাত থকাৰপৰা শৰতৰ লগত সবিতাৰ মিলনত বহু সুবিধা মিলিল। বন্ধুৰ বাহত উপস্থিত হোৱাৰ অজুহাত দেখুৱাই সবিতাৰ লগত মিলাৰ এটা সুযোগ মিলিল। নিতৌ শৰত আহে নবীনৰ বাহলৈ। নানা গল্প-গুজৱ। সাহিত্যৰ আলোচনাকে আৰম্ভ কৰি ৰাজনীতিত গৈ শেষ হয়। মাজে মাজে গদ্গদত প্ৰণয় কাহিনীলৈ জোৰ টানে। ঘনিষ্ঠতা গঢ়ি উঠাৰ পাছত মাজে সময়ে সবিতায়ো আহি আলোচনাত অংশ গ্ৰহণ কৰে। সাহিত্যৰ আলোচনাত নাৰীৰ উপস্থিতিয়ে আৰু এখোপ ৰূপ চৰায়।

আজিকালি নবীন, শৰত আৰু সবিতাৰ ঘন ঘনকৈয়ে আলোচনাচক্ৰ বহে। কেতিয়াবা কেতিয়াবা দুই চাকিজনী সবিতাৰ বান্ধবীয়েও আহি যোগ দিয়ে। নাৰীৰ এনে উপস্থিতিয়ে আলাপ আৰু ৰসাল কৰি তোলে। মাজে মাজে শৰতৰ

দুই চাৰিজন বন্ধুও আছে। সৰবৰহী নবীনৰ ৰসাল আৰু হাস্যমধুৰ ব্যৱহাৰে দিনে দিনে তেওঁৰ বন্ধুৰ সংখ্যা বৃদ্ধি কৰি আনিছে। ক্ৰমে নবীনৰ বাহটো এক-প্ৰকাৰ আড্ডা হৈ উঠে। তেওঁৰ ৰসাল আৰু সজীৱ কথোপকথনে সকলোকে বিমুগ্ধ কৰি তোলে।

শৰত আৰু সবিতাৰ ভিতৰত যে ভালপোৱা আছে তাৰ গম পায় ভালদৰে নবীনে। সেয়েহে মাজে মাজে কথাৰ ছলতে দুটি এটি ঠাট্টাৰ খোচা সোধাবলৈ চেগ চাই থাকে তেওঁ, আৰু সুবিধা পালেই মাৰে খোচাটো। অৱশ্যে তেওঁলোক দুয়োজনে এনে মিঠা ঠাট্টা পেটে পেটে ভালহে পায়—বেয়া নাপায়।

শৰত আৰু সবিতাৰ ভিতৰত যে মিল আছে এই কথাৰ গম সবিতাহঁতৰ সকলোটিয়ে পায়। অৱস্থা, চেহেৰা, বিদ্যা-বুদ্ধিৰ ফালৰপৰা ঠিক মিলিব বুলি মাক-বাপেকেও আন্তৰিক অনুমতি দিছে। সুচতুৰা সবিতাই যে শৰতৰ দৰে এজন মেধাবী আৰু চৰিত্ৰবান ল'ৰাক হাত কৰিব পাৰিছে তাকে ভাবি নিষ্ক্ৰিয় ইঞ্জিনক সক্ৰিয় কৰা ইঞ্জিনীয়াৰে একৰকম তৱধ মানিছে।

আজিকালি ঘৰখনৰ আটায়ে শৰতক ভাল পায়, মাতে, আনকি ভাত খাবলৈও নিমন্ত্ৰণ কৰে। লগতে ভাগ মিলে নবীনৰ।

দিন বাগৰি যায়—মন পিছলি যায়। লাহে লাহে বাঢ়ি আহে প্ৰীতিৰ শলিতা। এনেকৈয়ে চলি থাকে দুই বন্ধু আৰু এক বান্ধৱীৰ জীৱন।

* * *

শৰতে নবীনৰ ৰুমত বহি চাহ খাই থাকোঁতে সুধিলে—

"আচ্ছা ধুৰন্ধৰ, তই যে ইয়াত্ত ঘৰভাবা কৰি আছ, কি কৰিবি বুলি ভাবিছ ?"

"কৰিম আৰু কি ? খাই-লৈ কিছুদিন থাকি ভাবা নিজিয়াকৈ হঠাতে এদিন অন্তৰ্ধান হম।"

"তামুচা বাদ দে। মই সচাকৈয়ে সুধিছো।"

"তেন্তে শুন, মই এখন আলোচনী উলিয়াম।"

"টকা কোনে দিব ?"

"লিখকসকলে।"

"আমি জানো যে, কাকতৰ মালিকেহে লিখকসকলক টকা দিয়ে ; তেনেস্থলত তই আকৌ লিখকসকলৰপৰা টকা লবি ?

"এৰা।"

"কিয় দিব লিখকে টকা ?"

"তেন্তে কিয় ছপাম তেওঁলোকৰ প্ৰবন্ধ ?"

"আলোচনী উলিয়াব লাগিলে প্ৰবন্ধ ছপাব লাগিবই।"

"নাম কৰিব লাগিলেও প্ৰবন্ধ ছপাব লাগিব আৰু প্ৰবন্ধ ছপাব লাগিলে টকা দিব লাগিবই।"

"বিখ্যাত লিখকৰ প্ৰবন্ধ টকা দিলেও পোৱা টান ; তেনেস্থলত তোক আকৌ ওলোটাই টকা দিব ?"

"আৰু অখ্যাত লিখকে টকা দিলেও প্ৰবন্ধ ছপোৱা টান, তেনেস্থলত বিনা পইচাই মই ছপাম ?"

"অখ্যাত লিখকৰ প্ৰবন্ধ পঢ়িব কোনে ? নপঢ়িলে আলোচনী বিক্ৰয় নহ'ব আৰু আলোচনী বিক্ৰি নহ'লে তোৰ লোকচান হ'ব।"

"লোকচান হ'লে হ'ব লিখকৰ—মোৰ নহয়।"

"বাৰু টকা কি বুলি খুজিবি ?"

"শুন তেন্তে মোৰ আঁচনি। প্ৰথমে মই 'নতুন অসমীয়া', 'অসম ট্ৰিবিউন', 'অসম বাণী' আদিত জাননী দিম মোৰ আলোচনীৰ বাবে প্ৰবন্ধ লাগে বুলি। যেতিয়া প্ৰবন্ধবোৰ আহিব তেতিয়া প্ৰত্যেক লিখকলৈ একোখন চিঠি লিখিম—যদি আপোনাৰ প্ৰবন্ধটো ছপাব লাগে, তেন্তে অনুগ্ৰহ কৰি পঁচিশ টকা পঠাই দিব ; নহ'লে সেই বিষয়ৰ প্ৰবন্ধ আৰু দুটা আহিছে ; প্ৰবন্ধ দুটা এইটোতকৈ উচ্চ-পৰ্যায়ৰ হৈছে। যদি আপুনি টকা দিব নোৱাৰে, তেন্তে আন দুটিৰ এটিকে ছপাম। সেইবাবে আপুনি অতি সোনকালে টকাখিনি পঠাই দিয়ক।' এনেকৈ প্ৰত্যেক লিখকলৈ লিখিম। তেতিয়া নিজৰ নাম জাহিৰ কৰাৰ বাবে হায়ৰাও কাঢ়ি নতুন লিখকসকলে সহজে টকা দি দিব। তই দেখিবি, মোৰ কাম হাচিল হয় নে নহয়।"

"ধন্য তোৰ বুদ্ধি, ধুৰন্ধৰ। তোৰ ধুৰন্ধৰ নাম সাৰ্থক হৈছে ভাই। পিছে পুৰণা আৰু ডাঙৰ লিখকৰ বেলিকা কি কৰিবি ?"

"মই জাননী দিওঁতে তলত লিখি দিম—নামকৰা অৰ্থাৎ বিখ্যাত লিখকৰ কোনো লিখা নালাগে ; কাৰণ অখ্যাত লিখকসকলক বিখ্যাত কৰাহে মোৰ উদ্দেশ্য।

অনামীসকলৰ প্ৰতিভাৰ বিকাশৰ বাবেহে মই আলোচনী উলিয়াব খুজিছো। দেশৰ হেজাৰ-বিজাৰ অখ্যাত আৰু অবহেলিত লিখকসকলৰ প্ৰবন্ধহে আমি আগ্ৰহেৰে লম; কিয়নো আমাৰ দেশত শ' শ' লিখকে সুবিধাৰ অভাৱত বাইজৰ আগত নিজক প্ৰকাশ কৰিব পৰা নাই। আমি তেওঁলোককহে প্ৰকাশ আৰু পোহৰৰ বাটলৈ আনিবলৈ ইচ্ছা কৰিছো। দেশত আমাক মানুহ লাগে, সাহিত্যিক লাগে—ইত্যাদি নানা ৰকমৰ জনপ্ৰিয় কথা লিখি দিম। তেতিয়া ডাঙৰ সকলো বাদ পৰিব আৰু ন লিখকো বেচিকৈ ওলাব। ইফালে মোৰো কাৰবাৰ সুকলমে চলিব।"

"কব নোৱাৰো এইবাৰ তই কি কাণ্ড কৰ। পিছে আলোচনীখনৰ নাম কি দিবি?"

"নাম দিম 'অনামী'।"

"কাম যেনে নামো তেনে আবিষ্কাৰ কৰিছ। বেছ; আৰু সম্পাদক?"

"সম্পাদক? ধুৰন্ধৰ—আৰু পোৱাৰ ঠাই ভাবাঘৰ, গুৱাহাটী" বুলি কৈ নবীন খিল্‌খিলকৈ হাঁহি দিয়ে। শৰতৰো হাঁহি উঠে নবীনৰ এই গাজাখুৰি গল্প শুনি। তাৰ পিচত হাঁহি হাঁহি কয়—"এইবোৰ কল্পনাহে তোৰ মগজত উদ্ভাৱন হৈছে। এইবোৰ কল্পনা বাস্তৱত পৰিণত হব নোৱাৰে। পিছে বাস্তৱত কি কৰিবি কচোন?"

অলপ টলকা মাৰি কয় নবীনে—"এইবোৰ ভবা কথা আৰু কোৱা কথা—কৰা আৰু দেখুৱা কথা নহয়। কিন্তু এইটো হ'লে ঠিক যে, মই এখন আলোচনী উলিয়ামেই আৰু তাৰ নাম ৰাখিম 'অনামী'—লগতে সম্পাদকৰ নাম দিম 'ধুৰন্ধৰ'—এইটো হ'লে ঠিক। বাকীবোৰ অৱশ্যে কৰা নাযাব।"

এনেকৈয়ে দুয়ো বন্ধুৱে আলোচনা কৰে। তাৰ পাচত চাহ খাই উঠি দুয়ো ফুৰিবলৈ ওলাই যায়।

## ॥ পাঁচ ॥

ইঞ্জিনীয়াৰিং পাচ কৰি আহি দাসে প্ৰথমে এচ্. ডি. ও. হৈ পি. ডব্লিউ. ডি. ভাগত সোমায়। অতি গৰীব অৱস্থাৰপৰা আহি আজি এইখিনি পাইছে। এক্‌জিকিউটিভ ইঞ্জিনীয়াৰ বৰ্তমান। টকা-পইচা, ঘৰবাৰী, মটৰ গাড়ী আৰু অন্যান্য সা-সুবিধাৰ অন্ত নাই এতিয়া। মানুহে অৱশ্যে ভেটীভুটা খোৱা বুলি বদনাম কৰে। কিন্তু দাসে একো কেৰেপকে নকৰে, কাৰণ মানুহে নো কি নকয় ? ডাঙৰ পুতেক তৰুণে এম্. বি. বি. এচ্. পাছ কৰি প্ৰাইভেট প্ৰেক্‌টিচ কৰিছে। সৰু পুতেক বৰুণে ইঞ্জিনীয়াৰিং পৰীক্ষা পাছ কৰি বাপেকৰ তলতে টেম্‌পোৰেৰি ইঞ্জিনীয়াৰ হিচাবে কাম কৰিছে। ভৱিষ্যত এচ্. ডি. ও. হোৱাৰ সম্পূৰ্ণ আশা। নমলীয়া সন্তান সবিতা পিতাক, মাক ককায়েক-হঁতৰ অতি আদৰৰ। কন্যাপ্ৰাণ পিতাই কোনো কামতে হকাবধা নকৰে সবিতাক। ককায়েকহঁতেও আৰামৰ সমস্ত সা-সুবিধা কৰি দিছে ভনীয়েকক। বৰ সুখ আৰু আৰামত ডাঙৰ-দীঘল হৈছে সবিতা।

আজি কেবাবছৰ আগৰ কথা। যুদ্ধৰ সময়ত জগত ভূঞাই অনাই-বনাই ঘূৰি ফুৰি শেষত গিৰীশ দাসৰ আশ্ৰয় লয়। দাসে প্ৰথমে তেওঁক এটি সৰু ঠিকা দিয়ে। পাচত লাহে লাহে দাসে তেওঁক ডাঙৰ ডাঙৰ ঠিকাবোৰ দিয়ে। তেওঁৰ সৌজন্যত ভূঞাই আজি এজন লেখত লবলগীয়া ঠিকাদাৰ হৈ উঠিছে। অৱশ্যে লাভৰ ভাগ দুয়োৰো পঞ্চাশ পঞ্চাশ। বৰ্তমান জগত বাবুৱে পাণবজাৰত সুন্দৰ ঘৰ-মাটি লৈ বসবাস কৰিছে।

দুয়োঘৰৰ মাজত ভাল সৌহাৰ্দ্য আছে। তাতে আকৌ শৰত আৰু সবিতাৰ ভিতৰৰ বন্ধুত্বই ঘনিষ্ঠতা আকৌ গাঢ় কৰি তুলিছে। তাৰ উপৰি বৰুণ আৰু শৰত দুয়ো কলেজীয়া বন্ধু লগতে কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ সহ-অভিনেতা। দুয়োৰো প্ৰীতিয়ে শৰত-সবিতাৰ বন্ধুত্বত দুগুণ ৰহণ যোগাইছে। দুয়োৰো ভিতৰত অহা-যোৱা আছে।

নবীন বৰ্ণৰ বৰ কষ্ট-সহিষ্ণু। সাহস আৰু বুদ্ধিও যথেষ্ট আছে। তেওঁ নিজৰ উদ্দেশ্য ভুলি যোৱা বিধৰ লোক নহয়। সেয়েহে আলোচনী এখন প্ৰকাশৰ চেষ্টা তেওঁ এৰি দিয়া নাই। দিন-নিশা ভাবে চিন্তা কৰি চাইছে তেওঁ। কলেজীয়া

আলোচনী উলিয়াবলৈ মনস্থ কৰিলে। তেওঁ যদিও ঠাট্টাৰ ছলত নানা কথা কৈছিল ; কিন্তু কাৰ্যক্ষেত্ৰত তেওঁ তেনে পাতল ন হয় ; ইফালে কৌশলীও। তেওঁৰ গাজাখ্ৰুৰী গল্পৰ ভিতৰত ব'ল—আলোচনী আৰু সম্পাদকৰ নামটো—বাকীবোৰ ইং গ'ল। আলোচনীৰ নাম দিলে—"অনামী" আৰু সম্পাদক হ'ল—'ধুৰন্ধৰ'। বাতৰি কাকতত আচৰিত ধৰণৰ আলোচনীৰ নাম আৰু অদ্ভুত ধৰণৰ সম্পাদকৰ নাম শুনি মানুহ চমকিত হৈ গ'ল। কৌতূহলবশতঃ বহুতে প্ৰবন্ধ-পাতি পঠালে। চাওঁতে চাওঁতে "অনামী" বংচঙীয়া সাজেৰে বাইজৰ মাজত ওলাল। অবশ্যে ধনৰ ফালটো পূৰণ কৰিলে সবিতাৰ দাদা বৰুণে আধা আৰু প্ৰেছে আধা। "অনামী"ত বিখ্যাত, কুখ্যাত, অখ্যাত সকলো লিখকৰ প্ৰবন্ধ লোৱা হ'ল। প্ৰবন্ধৰ গুণানুসৰি তাত স্থান পালে। নলিখক বহুতৰে আবিৰ্ভাৱ হ'ল। শৰত সবিতাকো দেখা গ'ল। শৰতে সদায় ছন্দবন্ধ কবিতা লিখে আৰু সবিতাই লিখে আধুনিক কবিতা। শৰতৰ ছন্দবন্ধ কবিতাটিৰ তলত সবিতাৰ আধুনিক কবিতাটি নিদি নবীনে দুটো বিভাগ কৰিলে। এটা ছন্দবন্ধ কবিতাৰ আৰু আনটো আধুনিক কবিতাৰ। ইয়াৰপৰা দুয়োবিধ কবিতাৰে স্বাদ লবলৈ পাঠকৰ সুবিধা মিলিল।

বাতৰি কাকতত জাননী পাই মানুহে ধুমধাম আলোচনীখন কিনিব ধৰিলে। গ্ৰাহকৰ সংখ্যা অতিপাত বাঢ়ি গ'ল। চাওঁতে চাওঁতে কেইমাহমানৰ ভিতৰতে মাহেকীয়া আলোচনী "অনামী"ৰ নাম বিয়পি পৰিল। সম্পাদক ধুৰন্ধৰৰ নাম দেশত প্ৰচাৰ হৈ গ'ল। অতি কম দিনৰ ভিতৰতে সুচতুৰ তীক্ষ্ণদৰ্শী নবীনে সমাজত এডোখৰ ঠাই অধিকাৰ কৰি বহিল। তাকে দেখি শৰত আৰু সবিতাই তবধ মানিলে। বৰুণৰ বিশ্বাস গাঢ় হ'ল। সঁচাকৈ নবীন কামৰ মানুহ। টকা মাৰা যাবৰ ভয় নাই।

নবীনৰ প্ৰতিপত্তি বাঢ়ি আহিল। আজিকালি নবীনৰ বাহত অৰ্থাৎ ভাবাঘৰত কবি-সাহিত্যিকসকলৰ পদধূলি পৰে। সমাজৰ বয়সুৰীয়া, দেশনেতাসকলৰ লগতো নবীনৰ পৰিচয় ঘটি উঠিল। তাৰ-উপৰি গুৱাহাটীৰ ডেকা লিখক-লিখিকা-সকলে সঘনে ভুমুকি মাৰে নবীনৰ ভাবাঘৰত। বন্ধু-বান্ধৱৰ মো-মেল বহে ইয়াতে। শৰত, সবিতা, জয়ন্তী, বাসন্তী, মঞ্জু, পৰেশ, দীনেশ, উমেশ আদিৰ মিলন হয় ইয়াতে। নানা গল্প চলে ; নানা আলোচনা চলে। লগতে চলে জলযোগ। আৰু তাৰ লগতে চলে—বন্ধু-বান্ধৱীৰ ঠাট্টা-মস্কৰা। ভাবাঘৰ হৈ পৰে মুখৰিত

—আনন্দমন্থৰ। হাঁহি-খিকিন্দালিৰ মাজতে শৰতে হাঁহি মাৰি কবিত্ব কৰি ঠাট্টা কৰে নবীনক—

তব পদাৰ্পণে হেৰা ধন্বন্ধৰ,
পুণ্য হ'ল, ধন্য হ'ল এই ভাৰাঘৰ।

তেওঁৰ ব্যঙ্গ কবিতাত খিল্‌খিলকৈ হাঁহি দিয়ে সকলোটিয়ে। তাৰে পাচতে সবিতাই গাই উঠিল—

অনন্ত বিশ্বৰ বুকুত অশান্ত পিপাসা—
সাক্ষী ভাৰাঘৰ।
জীৱনৰ শেষ তাৰিখত কেই টকা বাকী?
এৰি গ'লে ভাৰাঘৰ মালিকৰ খাটাত
বিয়োগ অঙ্ক ৰহিব;
চিত্ৰগুপ্তক ফাঁকি দিব নোৱাৰি।
আত্মাৰ স্নেহ ভাৰাঘৰ!
দেনাৰ হেঁচাত ভাৰাঘৰে কান্দে;
অপবিত্ৰ কৰিলা কিয় ভাৰাঘৰ?

হাঁহি মাৰি নবীনে ক'লে—"কবিতাৰ উজান উঠিছে ভাৰাঘৰত। ন-পুৰণিৰ হেঁচাত জনতাৰ প্ৰাণান্ত হয় এতিয়া। দোহাই আপোনালোকক! জীৱনৰ শেষ নপৰিলেও মাহৰ শেষ পৰিছে। তাতে হাতত এটা ফুটা কড়িও নাই। গতিকে ভাৰাঘৰৰ কথা বন্ধ কৰিলে নধে আনন্দিত হম। আবেদন মঞ্জুৰ নহয়নে?"

"নিশ্চয়, নিশ্চয়" হাঁহি হাঁহি মঞ্জুৰ হৈ'তে কৈ উঠে। শৰত আৰু সবিতাই দুয়ো দুয়োৰে ফালে চাই চকুৰে চকুৰে যেন কথা কয়। নবীনৰ চকুত পৰি হাঁহি উঠে। তাকে দেখি অইনবোৰেও হাঁহি দিয়ে। শৰত-সবিতা লাজত পৰে। অৱস্থাটো আৰু হাস্যকৰ হয়। এনেতে চাহ লৈ চাকৰ ল'ৰাজন সোমাই আহে। সকলো গম্ভীৰ হয়, আৰম্ভ হয় চাহপৰ্ব।

* * *

শৰতে ইতিমধ্যে প্ৰতিযোগিতামূলক পৰীক্ষা দিছিল। বুদ্ধিৰ খাতিৰত কোনো "বেকিং" নোহোৱাকৈয়ে নীমনেহন পালে ই. এ. চি. ৰ। তেওঁপদৰত হ'ল "পোষ্টিং"। বন্ধু-বান্ধৱে বং পালে; বৰৰ সকলোৱে পালে আনন্দ। নবীন,

সবিতা, কৰুণ নথে খুচি। সবিতাহঁতৰ ঘৰখনেই যেন খুচি হৈ গ'ল। জীৱনৰ এনে কৃতকাৰ্যতাত শৰতৰো আনন্দ লাগিল। নিজৰ ওপৰত আছিল অসীম বিশ্বাস, বুদ্ধিৰ ওপৰত আছিল অবিচলিত আস্থা। ঘৰত খানাৰ যোগাৰ কৰিলে। বাপেক ঠিকাদাৰে যথেষ্ট টকা খৰচ কৰিলে মানুহক খুৱাই। সন্তানৰ কৃতিত্বত পিতৃৰ আনন্দ হোৱা স্বাভাৱিক।

যোৱাৰ আগতে শৰতে নবীনৰ লগত আলোচনী সম্পৰ্কে আলোচনা কৰিলে। কিবাকিবি দৰ্কাৰী কথা হ'ল। 'তাৰ পাচত দুই বন্ধুৰ হ'ল বিদায় সম্ভাষণ। বন্ধুৰ কৃতকাৰ্যতাত প্ৰকৃত বন্ধুৰ আনন্দ হয়। কিন্তু আঁতৰি থাকিব লগা হ'লে আছে বেজাৰ। নবীনৰো হ'ল সেয়ে। নবীনৰ দুখ লাগিল; লগতে শৰতৰো। দুই বন্ধুই হিয়াখুলি শুভেচ্ছা জ্ঞাপন কৰিলে ইটিয়ে সিটিক। তাৰ পাচত হ'ল বিদায় নিবেদন। এটা কৰুণ আবেষ্টনীৰ ভিতৰেদি আঁতৰি আহিল শৰত। নবীনে আগবঢ়াই থলে।

শৰত বাহিৰে বাহিৰে গৈ সোমাল সবিতাহঁতৰ ঘৰত। প্ৰিয় ঋতু শৰতৰ আগমনত প্ৰকৃতিৰ সমস্ত গছ-লতিকা মঞ্জুৰিত হৈ উঠাৰ দৰে প্ৰিয়জন শৰতৰ আগমনতো যেন সবিতাহঁতৰ ঘৰখনেই আনন্দমুখৰ হৈ উঠিল। সবিতাৰ মাকে আহি আদৰেৰে আগবঢ়াই নি একেবাৰে ভিতৰত বহুৱালে। বৰ আবেগেৰে সুধিলে—কেতিয়া যায়, ক'ত থাকিব ইত্যাদি কথাবোৰ, যেন নিজৰ পুতেকহে প্ৰবাসলৈ যাব। শৰতে যথাযথ উত্তৰ দি গ'ল। কিছু সময় পাচত সবিতাৰ পিতাকো আহি পালে। তেওঁ ওচৰতে বহি শৰতৰ কুশল বাৰ্তাৰ সুধিলে, চাকৰিত ভৰ্তি হিনৰ কথা সুধিলে। এইবোৰ কথাবতৰাৰ মাজতে চাহো আনিলে আৰু তেওঁলোকে চাহ খাই মেল কৰি থাকিল। চাহ-তাহ খোৱা হ'লত শৰতে দুয়ো-জনকে নমস্কাৰ কৰিলে। তেওঁলোকে মূৰত ধৰি আশীৰ্বাদ দিলে। তাৰ পাচত বিদায় লৈ ভাৰপৰা উঠিল।

লাহে লাহে শৰতে সবিতাৰ ৰুমত প্ৰৱেশ কৰিলে। সবিতাই কাপোৰবোৰ আলনাতে জাপি আছিল; শৰত যোৱা দেখি বৰ কৰুণ ভাৱে চকী এখন আগবঢ়াই দিলে। শৰত বহিল। শৰতে এবাৰ ৰুমৰ চাৰিওফালে চকুফুৰাই চালে। তাৰ পাচত সবিতাৰ ফালে চালে; দেখিলে সবিতা যেন আজি এটা শোকাবহ কবিতা। ম্লান মুখশ্ৰী, অসংযত পৰিধান, অবিন্যস্ত কেশ, বিষাদক্লিষ্ট পৰিবেশ। এটা কৰুণ

হাঁহিৰে আৰবাণি জনালে সবিতাই। শৰতৰ হৃদয়ত বেদনাৰ ছায়া যেন ক্ৰমে ঘনীভূত হৈ আছিল। বেদনাজৰিত কণ্ঠে মাত লগালে শৰতে—"স-বি-তা।"

"কওক।"

"তোমাক ইমান মলিন দেখিছোঁ কিয় সবিতা? তোমাৰ কি হৈছে?"

"আপুনিয়ে বাৰু কওক মোৰ কি হব পাৰে?"

তাইৰ চকু সজল, মাত কম্পিত, নিশ্বাস ঘন। শৰতৰ চিত্ত যেন বিগলিত হৈ গ'ল। তথাপি নিজক সংযত আৰু সবল কৰি লৈ ক'লে—"ইমান কোমল তোমাৰ মন?"

"আৰু ইমানেই কঠিন আপোনাৰ প্ৰাণ?"

"মই যে বাধ্য সবিতা।"

"মই যে বৰ দুৰ্বলমনা—সহ্য কৰিব নোৱাৰোঁ।"

"সংসাৰত এইবোৰ সহ্য কৰিবই লাগিব।"

"ইয়াৰ বেদনা যে অসহনীয়।"

শুনা সবিতা—"প্ৰেমৰ বুকুতে আছে বিৰহ বেদনা;
বিৰহৰ বেদনাতে মিলন ৰচনা।"

"এই ব্যথা যে অসহ্য। আৰু যে কিমান দিন···। কেনেকৈ মই ধৈৰ্য ধৰিম···?"

"সহ্য কৰিব লাগিব সবিতা; পুবাৰ হেঙুলী কিৰণ কেৱাৰ বাবে পৃথিবীয়ে সহ্য কৰে ৰাত্ৰিৰ সুদীৰ্ঘ আন্ধাৰ, সন্ধিয়াৰ মৃদুমন্দ মলয়াচাটিৰ বাবে সহ্য কৰে শেৱালিয়ে মধ্যাহ্নৰ তীক্ষ্ণ ৰৌদ্ৰ-তাপ আৰু পূৰ্ণিমাৰ স্নিগ্ধ জ্যোৎস্নাৰ তিমিৰাচ্ছন্ন পঞ্চদশ ৰজনী।"

"এই আন্ধাৰ কালি জানো অবসান হব?"

"যদি নহয় তেন্তে তাৰ বাবে কৰিব লাগিব কঠোৰ তপস্যা।"

সবিতা শৰতৰ ওচৰ চাপি আহে। শৰতৰ থিয় হয়। সবিতাই শৰতৰ চকুলৈ সজল নয়নে চাই প্ৰাৰ্থনা কৰে—"আশীৰ্বাদ কৰক যাতে তেনে সাধনা কৰিব পাৰোঁ।"

সবিতা লাহে লাহে শৰতৰ বুকুত ঢলি পৰে। শৰতে সবিতাৰ মুৰটো বুকুৰ মাজত চপাই লয়। মুৰৰ চুলিৰ মাজেৰে ধীৰে ধীৰে আঙুলি বুলাই মৰমেৰে

কয় শৰতে—"তোমাৰ তেনে কোনো সাধনাৰ প্ৰয়োজন নাই সবিতা। তুমি আজন্ম বিজয়িনী।"

সবিতাৰ কৃষ্ণ-কেশৰ সুঘ্ৰাণ আস্বাদন কৰি অভিভূত হৈ পৰে শৰতে। ক্ৰমে ক্ৰমে দুই বাহুৰ মাজৰপৰা সবিতাক মুক্ত কৰি দিয়ে। মেঘমুক্ত সবিতাৰ দৰে শৰতমুক্ত সবিতা উজ্জ্বলি উঠে।

সন্ধিয়াৰ আকাশত তেতিয়া উজ্জ্বল তৰাটি দেখা যায়।

॥ ছয় ॥

ৰাতি কুসুমকোমল শয্যাত শয়ন কৰি সবিতাই ভাবে শৰতৰ কথা। শৰতৰ কণ্ঠস্বৰ, ভাব, আদৰ্শ সকলোবোৰ যেন একেলগে আহি তাইক গৰা মাৰি ধৰে। নাভাবোঁ বুলি চকু দুটা মুদি টোপনি যাবলৈ চেষ্টা কৰে, কিন্তু বৃথা। ভাল-পোৱাৰ আসক্তি অতি তীব্ৰ। তাক অস্বীকাৰ কৰা যায়, অৱদমিত কৰা যায় কিন্তু তাৰপৰা নিষ্কৃতি পোৱা নাযায়, তাক মষিমূৰ কৰা নাযায়। তাই লাইটটো জ্বলাই বিছনাত উঠি বহে। কাগজ কলম লয়। তাই চিঠি লিখিব। লিখিবলৈ আৰম্ভ কৰে। আবেগৰ জোঁৱাৰে চিঠিৰ ভাষা কৰি দিয়ে উজ্জ্বল, ভাব কৰি দিয়ে স্বচ্ছল। আধুনিক কবিতাৰ পূজাৰিণী সবিতাই আবেগতে লিখি পেলায় এখনি আবেগময় মৰ্মস্পৰ্শী পত্ৰ।

গুৱাহাটী

মৰমৰ শৰতদা, ১।৪।৫৭

হঠাৎ মোৰ মন চঞ্চল হৈ উঠিছে কিয় কব নোৱাৰোঁ। নাৰীমনৰ স্বাভাৱিক দুৰ্বলতাই মোক অজ্ঞাতে কৰি তুলিছে বিহ্বল। নাজানো কোন দুৰ্যোগক্ষণত হঠাতে আমাৰ দুয়োবো ওপৰত দুষ্ট শুক্ৰগ্ৰহৰ দৃষ্টি পৰিল। মই জ্যোতিষ বিশ্বাস কৰিবলৈ টান পাওঁ শৰতদা, কিন্তু অন্তৰত অজ্ঞাতে সেই অন্ধবিশ্বাসে বাহ লয়। যুক্তিৰ জালেৰে যিমানেই খণ্ডন কৰিবলৈ চেষ্টা কৰোঁ অন্তৰৰ বানে সিমানেই কোবাল বেগে উটাই নিয়ে। মনৰ ভিতৰৰ যুদ্ধত মগজৰ জয় নে হৃদয়ৰ জয়? যুক্তিৰ নে আবেগৰ? যুক্তিতৰ্কৰ নিখুঁত সিদ্ধান্তক বাৰু মনে কিয় গ্ৰহণ

কৰিব নোখোজে ? বোধহয় যুগ যুগ ধৰি ভাৰতীয় মনত শিপাই অহা পুৰণি বিশ্বাসে তাৰ উত্তৰাধিকাৰ সূত্ৰে পোৱা ক্ষমতাকে লৈ মনৰ ওপৰত জোৰ, জবৰদস্তি কৰি দখল কৰিবলৈ আৰম্ভ কৰে। বাস্তৱিক আমি বৰ নিসহায়—অতি দুৰ্বল। এই দুৰ্বলতাৰ চেলু লৈয়ে মোক অধীৰ কৰি তুলিছে শৰতদা। আপুনি হয়তো মোৰ চিঠি পঢ়ি হাঁহিব, পাগলী বুলি—নিতান্ত নাবালিকা বুলি পুতৌৰ দৃষ্টিৰে চাব। কিন্তু স'চাকৈ কবলৈ গ'লে মই বৰ্তমানে চৌবিশ বছৰীয়া নাবালিকাই। মাহীদেউৰ অনুৰোধত যদিও আপোনালোকৰ তালৈ যাওঁ তথাপি শৰতদা, আপোনাক নেদেখি মোৰ মন শুদা যেন লাগে। অৱশ্যে মাহীদেৱে আপোনাক নাপাই মোকে পুতেক যেন দেখা হৈছে। তথাপি মোৰ মন বেয়া লাগিছে আৰু কিয় বেয়া লাগিছে এই কথা বোধহয় নক'লেও বুজিব পাৰিছে। ইমান দিনে যি অবাস্তৱ কল্পনা আছিল আজি বাস্তৱৰ উপলব্ধিত সি সত্যৰূপে সমুজ্জল হৈ উঠিছে। বাস্তৱতে হিয়াৰ আকৰ্ষণ দুৰ্নিবাৰ—অদমনীয়। আজি মই স্বীকাৰ কৰিছোঁ।

সোনকালে চিঠি দিব। শব্দৰ বুকুত হৃদয় লুকাই থকা বুলি মোৰ ধাৰণা। প্ৰীতিৰে—। ইতি—

আপোনাৰ চেনেহৰ

—সবিতা—

তাই কেবাবাৰো চিঠিখন পঢ়ে। পঢ়ি পঢ়ি মিচিক-মাচাককৈ হাঁহে নিজে নিজে। কেনে কেনে যেন লাগে মনটো চিঠিখন পঢ়ি। এবাৰ ভাবে—নপঠাবই নেকি ? এটা দ্বিধাৰ ভাব আহে—জানোচা কিবা ভাবে। কিজানি নিতান্ত ল'ৰালিৰ ভাব বুলি তাচ্ছিল্য কৰে ? নানা প্ৰশ্ন আহে। কিছুপৰ নিস্তব্ধ হৈ ভাবে। তাৰ পাচত হঠাতে লেফাফাৰ ভিতৰত ভৰাই দি শিৰোনামাটো লিখিব ধৰে। শৰতৰ নামটো লিখি যেন এটা মাদকতা অনুভৱ কৰে। কি শিহৰণ ! কি পুলক ! অন্তৰ উপচি পৰে। জীৱনৰ সাগৰত যেন বসন্তৰ শীতল মলয়া ধীৰে ধীৰে বয়। সবিতাই চিঠিখন লেটাৰ বক্সত পেলাই দিয়ে। কেইদিনমান বাগৰি যায়।

আনকালে শৰতবো একে গতি। জনৈক ই, এ, চি,—চৰকাৰৰ উচ্চ বিষয়া। দায়িত্ব বহুত। হাকিম হ'লেও জনসাধাৰণে যি বুজে তাৰপৰা বহু বেলেগ।

কাছাৰিৰ কাম আৰু কেচৰ চিন্তাই জৰ্জৰিত্য কৰি থাকে। এনেহেন বাৰিষপূৰ্ণ কামৰ মাজেদি ওৰে দিন কাম কৰি পৰিশ্ৰান্ত হৈ বেতিয়া শান্তিৰ শীতল ছায়াৰ অভিলাসেৰে আহি বিছনাত বাগৰ দিয়ে তেতিয়া আৰু টোপনি নাহে—আহে সাত ব্ৰহ্মাণ্ডৰ ভাব। বিৰাজিকৰ অফিসৰ কামৰ মাজৰপৰা আহি অলপ বিশ্ৰাম ললেই আহে জীৱনৰ অন্য এটা ফালৰ ভাবণা—ডেকা বয়সৰ ধৰ্ম। মনৰ কোন নিভৃত কক্ষৰপৰা ধীৰে ধীৰে ভুমুকি মাৰে অৱদমিত মনৰ গোপন গুহাৰ ছবি বিক্ৰেতা। ছবি লৈ আহে সবিতাৰ। খাপৰৰ অনিৰুদ্ধৰ দৰে যেন অনিমেষ নয়নে চাই বয় তেওঁৰ মনৰ উষা সবিতাৰ মনোমুগ্ধকাৰিণী ৰূপ। মানৰ মন বাস্তৱতে ৰূপদক্ষ—শিল্পী। মনে কুৰূপাক দান কৰে তিলোত্তমাৰ ৰূপ, কদাকাৰক দান কৰে কামদেৱৰ সৌন্দৰ্য। নিজৰ মনৰ সমস্ত ৰূপ দি মানুহে গঢ়ি তোলে তাৰ মানস প্ৰতিমা। শৰতেও তেওঁৰ মনৰ সমস্ত ৰূপ ঢালি গঢ়ি তুলিছে সবিতাৰ ছবি। তাৰে হৈছে পূজা আৰম্ভ। ক্ৰমে ক্ৰমে মন হৈ উঠিছে আকুল, চঞ্চল। সবিতাৰ ৰূপৰ ধ্যানে শৰতক গহীন, গম্ভীৰ আৰু হৃদয়বান কৰি তুলিছে। এতিয়াহে তেওঁ উপলব্ধি কৰিছে যে অন্তৰ চহকী কৰিব লাগিলে জীৱনত অন্ততঃ এবাৰ কাৰোবাৰ প্ৰেমত পৰিব লাগে। প্ৰেমে মানৰ অন্তৰ সৰস কৰে, চহকী কৰে।

এনেদৰে শৰতে ভাবে। এনেতে তেওঁ কৰ নোৱাৰাকৈয়ে কেতিয়া আহি নিদ্ৰা দেৱীয়ে তেওঁৰ সংজ্ঞা কাঢ়ি নিলে কবই নোৱাৰিলে। ৰাতিপুৱা শুই উঠি দেখে যে, তেতিয়া আঠ বাজি গৈছে। খৰখৰকৈ হাত-মুখ ধুই চাহ-জলপান খোৱাৰ পাচতে পিয়ন আহি উপস্থিত হ'ল। কেইখনমান চিঠি দি পিয়ন গুচি যায়। চিঠিৰ বাহিৰত সবিতাৰ আখৰ দেখি শৰতে আগেয়ে সেইখন খুলি লয়। বৰ আবেগ আৰু উৎকণ্ঠাৰে সবিতাৰ চিঠিখন পঢ়ে কেবাবাৰো। পঢ়ি চিঠিখন জাপি থয়। তেওঁ ভাবে। সবিতাৰ অন্তৰভৰা বাণীয়ে মন আনন্দিত কৰি তোলে। হাকিমী পৰবীয়ে এতিয়াও তেওঁৰ কবিতা দেৱীক নিৰ্বাসিত কৰিব পৰা নাই। তেওঁৰ হৃদয়ত কবিতা দেৱীয়ে প্ৰবেশ কৰিলে। উৰেগ আকুলতা লৈ লিখিলে চিঠিৰ উত্তৰ—

তেজপুৰ

"চেনেহৰ সবিতা, ৫।৪।৫৭

তুমি মোৰ জীৱনৰ সৰস কবিতা;

তোমাৰ কামনা—

* * * *

আদৰ শুনা,

সৃষ্টিৰ বুকুত বিধাতা পুৰুষে
গঢ়িলে বিবিনা নৰ-নাৰী,
কামনা বাসনা বাঁচলে প্ৰাণত
আমাৰ জীৱন লক্ষ্য কাৰ।
সেই কামনাৰ সেই বাসনাৰ
নাৰায় সূত্ৰ সহজে ছিঙি;
সংসাৰৰ মাজত মহাকৰ্ষণৰ
নাৰায় বান্ধ সহজে ভাঙি।
আমি মাথোঁ তাৰ খেলাৰ পুতলা
নাচিছোঁ তাৰ মায়াত পৰি;
নাচোঁতে নাচোঁতে হঠাতে এদিন
হয়তো উঠিব জীৱন ভৰি।
ভৰা জীৱনৰ বিমল আনন্দে
নাচিব আমাৰ মন প্ৰাণ;
মহা জীৱনৰ মহা মিলনৰ
উঠিব বাজি বিজয় গান।
তাৰে অপেক্ষাত তাৰে প্ৰতীক্ষাত
আশা পালি আছোঁ অত দিন;
হয়তো এদিন মিলি দুয়োজনে
অসীমৰ মাজে হম লীন।

ইতি—
তোমাৰ মৰমৰ
—শৰজ্জা—

কবিতাটি লিখি শৰতে এনভেলপে এটাত ভৰাই সবিতালৈ পঠাই দিলে। দুদিন পাছত সবিতাই পালে চিঠিৰ সলনি এটি কবিতা। পঢ়ি পঢ়ি তাইৰ ভাল লাগি যায়। বিয়াল মাইল দূৰে—গুৱাহাটী, তেজপুৰ! দুখনি হিয়া—শৰত আৰ

সবিতা। কিমান দূৰে? দুখনি হিয়াৰ মাজত দূৰেত্ব কিমান? তাৰ মাপকাঠি কি? চিঠি? কবিতা? আমি নাজানো। হয়তো সিহঁতেও নাজানে? দুৰ্জ্ঞেয় মনৰ অজ্ঞেয় ৰহস্য ভেদ কৰিবৰ শক্তি নাই। বাস্তৱিকে মানুহ কিমান দুৰ্বল জীৱ!

ইয়াৰ পাচত ঘনাই চিঠি আহে, চিঠি যায়। দুখনি হিয়াৰ আকুল আবেগ বহন কৰে এখিলা কাকতে। পোষ্ট অফিচ হয় মেঘদূত—প্ৰেম-বাৰ্তাবাহী। প্ৰেমৰ বোকোচা কঢ়িওৱা হ'ল তাৰ কাম। ধন্যবাদ কুৰি শতিকাৰ পোষ্ট অফিচ!

## ॥ সাত ॥

পুতেকৰ বিদ্যা বঢ়াৰ লগে লগে বাপেকৰ সম্মান বাঢ়ে, পুতেকৰ ধন বঢ়াৰ লগে লগে বাপেকৰ গৌৰৱ বাঢ়ে, পুতেকৰ মূল্য বঢ়াৰ লগে লগে পিতাকৰ বাঢ়ে ক্ষমতা। জগত ভূঞাৰো একেই কথা। পুতেক শৰতে হাকিম পদবী পোৱাৰ লগে লগে বাপেক জগত ভূঞা হ'ল জগত বাবু। আগৰ ঠিকাদাৰ বাবু আজি কনট্ৰাক্টৰ চাহাব। হাকিমৰ পিতাক। সম্মানৰ অভাৱ নাই, খাতিৰৰ অন্ত নাই। কালৰ গতি—চক্ৰৱত পৰিৱৰ্তন্তে দুখানিচ সুখানিচ। ইয়াকে বোলে ভাগ্য।

যি ঠিকাদাৰ এদিন হাতত কিবা উপঢৌকন লৈ আৰু কপালঠুকা চালাম এটা দি 'চাৰ' বুলি সসব্যস্তে ইঞ্জিনীয়াৰ চাহাবৰ আগত থিয় হৈছিল, সেই ঠিকাদাৰ ভূঞা আজি স্বয়ং ইঞ্জিনীয়াৰ চাহাবৰদ্বাৰা সসম্মানে নিমন্ত্ৰিত, আড়ম্বৰেৰে অভ্যাৰ্থিত। এদিন যাক লগ পাবলৈ ঘন্টাৰ পাচত ঘন্টা পৰ দি থাকিব লাগিছিল, আজি সেই ইঞ্জিনীয়াৰে স্বয়ং ঠিকাদাৰৰ ড্ৰইং ৰুমত বহি অনাহক সময় নষ্ট কৰিব ধৰিছে। কথাৰ পিচত কথা। চাহ-তামোলৰ শৰাধ। তাৰ উপৰিও ঠিকাদাৰৰ গুণৰ জোলোঙাখন যেন এতিয়াহে ইঞ্জিনীয়াৰ চাহাবে আবিষ্কাৰ কৰিলে। কিমান যে গুণ নৰখানিলে তেওঁৰ, তাৰ অন্ত নাই। এনেকৈ চলে দুয়ো ঘৰৰ অহা-যোৱা—ঘনিষ্ঠতা।

ইঞ্জিনীয়াৰে ঘনাই ঘনাই আহে ঠিকাদাৰৰ ঘৰলৈ আজি-কালি। দিন আহে মানে ইঞ্জিনীয়াৰৰ আগমনো সঘন হয়। বহু চেষ্টা কৰিও তেওঁ মনৰ কথাৰাৰ

থ্ৰুলি কৰলৈ সাহস কৰা নাই ঠিকাদাৰৰ আগত ; জানোচা একেবাৰেই নাকচ কৰি দিয়ে। যিহে প্ৰকৃতি ঠিকাদাৰৰ ! হঠাতে প্ৰত্যাখ্যান কৰা তেওঁৰ পক্ষে একো টান কথা নহয়। সেইবাবে ঠিকাদাৰৰ মন বুজিবলৈকে পোনতে চেষ্টা কৰিছে।

কওঁ কওঁ বুলিও আজি কেবাদিনে কথাষাৰ কব পৰা নাই। কিন্তু ডাক্তৰে বেমাৰীৰ মন চিনে আৰু ইঞ্জিনীয়াৰে ঠিকাদাৰৰ মন চিনে। তাকে অনুমান কৰি তেওঁ ক'লে—"বুজিছে ভূঞা, এইবাৰ পলাশবাৰীৰ গৰাখহনীয়াত বহুত টকা অপচয় হ'ল চৰকাৰৰ। কিছুমান কনট্ৰেক্টৰে অৱশ্যে কিছু সুবিধা কৰিলে।"

"অকল কনট্ৰাক্টৰেই নহয় দাস, বোড্‌মহৰাৰ, ওভাৰচিয়াৰ আদিয়েও বেছ সুবিধা কৰিছে।"

"কিনো কৰিব, দেশখন লুটিয়াৰৰহে হ'ল।"

"এটা কথা কিন্তু ; আজিকালি কিবা উপায়ে দুপইচা কৰিব নোৱাৰিলে মানুহে মানুহ যেনেই নেদেখে ; গতিকে দুই-চাৰি পইচা ধৰি লোৱা বেয়া নহয়।"

"অৱশ্যে। জগতৰ সোঁত যিফালে গৈছে তাৰ বিৰুদ্ধে যোৱাটো ব্যৰ্থহে কাম।"

"পিচে এইবাৰ ব্ৰিজৰ কন্‌ট্ৰাক্টটো বাৰু কাক দিব বুলি ভাবিছে আপুনি।"

"মই দিয়া নিদিয়াৰ গৰাকী নে ? টেণ্ডাৰত ৰেট কম হ'লে, যেয়ে সেয়ে পাব পাৰে।"

"হ'লেও আপোনাৰ মৰ্জি হ'লে......মোৰ টকাৰ বৰ টান।" হাঁহে ঠিকাদাৰে।

ইঞ্জিনীয়াৰেও হাঁহি মাৰি কয় —"বোলো টকাৰ ইমান দৰ্কাৰ কিয় ? লৰাৰ বিয়া পাতিছে নেকি ?"

"বিয়ানো পাতিম কিহেৰে ? টকা নহ'লে কিহেৰে বিয়া পাতিম ? অৱশ্যে কেইবা গৰাকী লোকেও মোক বিয়াৰ কথা কৈছে। ডাক্তাৰ উপেন বৰুৱা, প্ৰফেচাৰ জীতেন দাস, ভদ্ৰ বৰা মহাজন আদিয়ে আহি মোক সদায় তাকে কয়। আৰু কয় কি জানে ? তেওঁলোকে বোলে বিয়াৰ যাবতীয় খৰচ আৰু নগদ টকাও যি লাগে দুই-চাৰি হেজাৰ দিব। সিদিনা, তেজপুৰৰ সিফালৰ কোনখিনিৰ হ'ল মই পাহৰিলোঁ, বৰ্তমান এম, এল, এ, এজনো আহি গৈছে। তেওঁ হেনো টকা বাৰহেজাৰ দিব। ছোৱালীজনীৰ যৌতুকৰ বাবে সেইখিনি ধন তেওঁ বেংকত জমা ৰাখিছে। লাগিলে আগেয়েও দিব পাৰে। মই কিন্তু কথা দিয়া নাই, কাৰণ মইতো টকা লবৰ মন কৰা নাই। পিচে বিয়া কৰাব লাগিলে অৱশ্যে

ঘৰ-দুৱাৰ বান্ধিব লাগিব আৰু তাৰ বাবে দহ হেজাৰ মান টকাৰ দৰ্কাৰ আছে। যদি কোনোবাই ধাৰলৈ দিয়ে, তেন্তে কিবা এটা কৰি থবও পাৰো—'হুকুমৰ যাত্ৰা কি কৰে বিধাতা' বুলি ভাবি।"

ঠিকাদাৰৰ মতলবটো বুজিবৰ বাকী নাথাকিল ইঞ্জিনীয়াৰৰ। যেখাকে ঘৰাপণ হিচাবে টকা নলয়; কিন্তু ধাৰ বুলি হ'লে লয়। বিয়াৰ আগে কন্যাপক্ষৰ টকা ধাৰ কৰা মানে যে পৰিশোধ কৰিব লগা ঋণ নহয় তাক তেওঁৰ জনা আছে। ইফালে বহুত মানুহৰ নাম কোৱাৰ অৰ্থও যে দাম-দৰ কৰাৰ বিহা, তাক তেওঁ বুজিবলৈ বাকী নাই। বহুত গ্ৰাহকৰ নাম কোৱা মানে যে বস্তুৰ মূল্য বঢ়াবৰ কায়দা তাক তেওঁ জানে। সেইবাবে বসতে নাম থৈ লাহেকৈ মাত দিলে—

"মোৰ হাতত টকা থকা হ'লে আপোনাক সহায় কৰিবৰ মন আছিল। পিচে মোৰো বৰ্তমান মুঠেই টকা নোহোৱা হৈছে বুজিছেনে। সেই দেখি আপোনাক একো সহায় কৰিব নোৱাৰিম, নহ'লে মই থাকোঁতে আপুনি অইনৰ ওচৰলৈ যাব লাগে নে?"

"অৱশ্যে নাথাকিলে দিব ক'ৰপৰা, জানি-শুনি মইয়ো একো কোৱা নাই। পাৰিলে অইনতে ক'ৰবাত চেষ্টা কৰি চাব লাগিব।"

"অৱশ্যে।"

তাৰ পাচত চিগাৰেট এটা জ্বলাই লৈ হুপিব ধৰে ইঞ্জিনীয়াৰে।

ঠিকাদাৰে মিক্‌চাৰ পকাই এটা চিগাৰেট জ্বলাই হুপে। লাহে লাহে দুয়োৰো কথা চুটি হৈ আহে। শেষত ইঞ্জিনীয়াৰ উঠে। ঠিকাদাৰে আগ বঢ়াই থয় মটৰলৈকে। মটৰত উঠি ঠিকাদাৰক নমস্কাৰ কৰি মুখত হাঁহি আৰু পেটত খং লৈ ইঞ্জিনীয়াৰে মটৰ চলাই দিলে। ঠিকাদাৰ নীচ লোক বুলি ভাবিছিলাম, ঘৃণাৰ ভাব এটাই ঠাই ললে ইঞ্জিনীয়াৰৰ মনত।

ৰাতি। ভাতৰ পাতত বহিছে ইঞ্জিনীয়াৰ বাপ আৰু দুই পুত্ৰ—অৰুণ, বৰুণ। সবিতাৰ মাকে বাঢ়ি অৱকাশী দি আছে। খোৱাৰ মাজতে সবিতাৰ মাকে মাত দিলে—"আজিনো কি ক'লে তুমাই? বিয়াৰ কথা জানো উলিয়াইছিলে?"

বাপে মাকৰ মুখটোত [illegible] চোৱাৰ দৰে। দুই পুত্ৰকে [illegible] হৈ পিতাকৰ কথাৰ সমৰ্থন কৰে—[illegible]। সবিতাই [illegible] দিয়ে। বাপে [illegible]। তাৰ পাচত [illegible] কৈ উঠে—

"নীচ লোক। মোৰ ছোৱালী বিয়া দিয়া নাবাব। জগত ভুৱাক বোৱাৰী নালাগে, লাগে টকা।"

মাক, ককায়েকহঁত চমকিত হৈ উঠে। সবিতাৰ বুকুত কলিজাৰ স্পন্দন খৰ হয়—হাঁওফাওঁত নিশ্বাস ঘন হয়। বকুলে মূৰ তুলি পিতাকৰ কালে চায়। পিতাকে জনমুৰকৈ ভাতত গৰাহ মাৰে।

"কিমান টকা লাগে?" প্ৰশ্ন কৰে বকুলে।

"সংখ্যা কিয় লাগে? মূঠৰ ওপৰত টকা লাগে।"

"আজিকালি তেনে প্ৰথা চলিছেই অৱশ্যে। আপুনি কি ক'লে?"

"মই কি কব লাগে?" খং ভাৱে কয় পিতাকে। পিতাকৰ খং উঠা দেখি তৰুণে কৈ উঠে—"তই মনে মনে থাক বকুল। যেই সেই প্ৰশ্ন নকৰিবি।" বকুলে নীৰৱ হয়। মাকে দেখিলে যে কথা বিষম। লাহেকৈ মাত লগালে—"যেতিয়া যি নিয়ম চলে তেতিয়া তেনেকৈ নচলিলে হব কিয়? কিবা এটা কথা দেখোঁ যেয়া নহয়। আজিকালি সকলো ধৰাই লয়।"

"মই দিব নোৱাৰোঁ।"

"নিজৰ বেলিকা কি কৰিব? ঈশ্বৰৰ ইচ্ছাত নিজৰো দেখোঁ দুটি···।"

"তাৰ মানে এতিয়া জীয়েৰাৰ বিয়াত দি পুতেৰাৰ বিয়াত লবা এয়েতো? বেছ বুদ্ধি তোমাৰ! মই তেনে নীচ নহয়।" আৰু কাৰো কথা নাই। নীৰৱ ভাৱে খাই-বই উঠি আছে তিনিও। মাক আৰু বকুলৰ পেটে পেটে খঙেই উঠিছিল পিতাকলৈ। সবিতাই কাৰৰ বুমত ম্ৰিয়মান হৈ পালেঙত বাগৰি বল।

কেইদিনমান পাৰ হৈ যায়।

মেণীয়েকৰ একান্ত অনুৰোধ আৰু জীয়েকৰ অব্যক্ত অনুৰোধৰ তাড়নাত বাপৰ মন কিং-কৰ্তব্যবিমূঢ় হৈ উঠিছিল। কি কৰিব একো থিৰ কৰিব নোৱাৰাত পৰিল। নিৰুপায়। হেজাৰ হ'লেও আধুনিক বিয়াৰ বজাৰত কন্যাৰ পিতা! [illegible] যেতিয়া সেও হৈ চলিবই লাগিব; নিজৰ মত পৰিত্যাগ কৰিবই লাগিব, নিজৰ কথাই কথাই কথা [illegible]। সেইবাবে আৰু একো [illegible] মনহ কৰিলে।

ইকালে তিনিজনেও বুজিলে যে, বকুলৰ চকুত বিয়াৰ কথা শোনাৰ অৰ্থ নিজৰ ছোৱালী বিয়া দিয়া। [illegible] এই কথাৰ [illegible] আলোচনাত চলিছিল। [illegible] পাই [illegible]

ধৰি লবৰ দিহা কৰিছিল মাত্ৰ। তাকে ভাবি তেওঁ শৰতৰ বিয়াৰ কথা প্ৰচাৰ কৰিলে যাতে অইনৰ মুখত বিয়াৰ খবৰ আৰু যৌতুকৰ অঙ্ক শুনি ইঞ্জিনীয়াৰ সাজু হয়।

সচাকৈয়ে নিৰুপায় হৈ শেষ নিস্পত্তিৰ কাৰণে ইঞ্জিনীয়াৰ উপস্থিত হ'ল গৈ ঠিকাদাৰৰ ঘৰত। তেওঁ অৱশ্যে ভাবিছিল কিজানি এতিয়া মতি-গতি বদলিছেই। কিন্তু কথা ওলোটা; মতি-গতি বদলিব দূৰৰ কথা বেচিহে হৈছে। দ্বিতীয়বাৰ প্ৰবেশ কৰাত আন পক্ষৰ যেন অনুমান কৰি এইবাৰ আৰু এখোপ চৰাহে হ'ল ঠিকাদাৰ।

আদৰ অভ্যৰ্থনা। নানা কথা-বতৰাৰ পাচত ঠিকাদাৰে পাকে-প্ৰকাৰে জনালে যে হাকিম ল'ৰাক জোঁৱাই পাব লগা হ'লে অন্ততঃ দহ হেজাৰ টকা খৰচ কৰাও ভাল। ঠিকাদাৰৰ এনে নিলাজ চিন্তা আৰু নীচ মনোবৃত্তি দেখি দাসৰ অতিপাত ঘৃণা উপজিল তেওঁৰ ওপৰত। দাসেও কথাৰ চলতে জনালে যে, ভদ্ৰঘৰৰ শিক্ষিতা ৰূপহী ছোৱালী বিয়া দিব লাগিলে দ'ৰাৰ গুণৰ উপৰিও ঘৰখনৰ মানদণ্ড চাব লাগে যাতে ছোৱালীজনীয়ে আহি কোনো হীন-নীচ অৱস্থাত পতিত হব লগা নহয়। সিদিনাৰেপৰা ঠিকাদাৰ ইঞ্জিনীয়াৰ দুয়োৰো ভিতৰত চলিল মনোমালিন্য।

এই প্ৰত্যাখ্যানৰ সম্ভেদ পালে তৰুণ, বৰুণ, সবিতা আৰু মাকে। ম্ৰিয়মান হৈ গ'ল তেওঁলোকে। দাসে ঘৈণীয়েকক ক'লে—"বুজিছা সবিতাৰ মাক, কুকুৰক ৰজা পাতিলেও যে জোতা কামুৰিব নেৰে এয়ে তাৰ প্ৰমাণ। নীচ সদায় নীচ; উচ্চ হব কেনেকৈ? মোক আৰু একো নকবা। মোৰ ছোৱালী বজাৰৰ পকা কল নহয় যে, আজি বিক্ৰি কৰিব নোৱাৰিলে পচি যাব। মোৰ ছোৱালী মই য'তে ত'তে দিব নোৱাৰোঁ।" ঘৈণীয়েকে একো নামাতিলে। মনত বৰ আঘাত পালে, লগতে ঠিকাদাৰৰ ওপৰত খঙো উঠিল। আচলতে তেওঁ শৰতক বৰ পচন্দ কৰিছিল। হঠাতে এনেকৈ আশাছেদ হব বুলি ধাৰণাই কৰা নাছিল তেওঁ।

ইফালে ঘটনাৰ এনে বিষম ৰূপ দেখি সবিতাৰো অন্তৰ ভাগি পৰিল। যাক মনে-প্ৰাণে ভাল পাইছে, যদি তেওঁক নাপায় তেন্তে? তাই আৰু ভাবিব নোৱাৰে। টেবুলত মূৰ গুঁজি চিন্তা কৰে—কি কৰিব এতিয়া।

পিচদিনা ৰাতিপুৱাই তাই লিখা টেবুলৰ ওচৰত বহি লিখিলে শৰতলৈ—এইবোৰ সমস্ত ঘটনা বিবৰি।

## ॥ আঠ ॥

ইঞ্জিনীয়াৰ আৰু ঠিকাদাৰৰ ভিতৰত বাৰুকৈয়ে প্ৰতিযোগিতা চলিল। ইঞ্জিনীয়াৰেও ঠিক কৰিলে কোনোমতে জীয়েকক টকা দি ঠিকাদাৰৰ ল'ৰালৈ বিয়া নিদিয়ে ; আৰু ঠিকাদাৰেও মনস্থ কৰিলে কোনোমতে টকা নোলোৱাকৈ তেওঁৰ ল'ৰালৈ ইঞ্জিনীয়াৰৰ ছোৱালী বিয়া নকৰে। ঠিকাদাৰে বুজিছে যে, ল'ৰা-ছোৱালীৰ মিল আছে। ইফালে জীয়েকৰ কথা পিতাকে নেপেলায় নিশ্চয়। গতিকে জীয়েকৰ ইচ্ছাত বাধা নিদি জবৰু টকা দি হ'লেও বিয়া দিব। তাৰ উপৰি আজিকালি নিদিলে ভাল দৰা ক'ত পায় ? ইয়াকে ভাবি ঠিকাদাৰ ভুঞা দৃঢ় হ'ল।

আনফালে ইঞ্জিনীয়াৰে ভাবিলে, যদি দলঙৰ ঠিকাটো বন্ধ কৰি দিয়া যায় ; তেন্তে আপোনা-আপুনি ঠিকাদাৰে তেওঁৰ ওচৰলৈ আহিব আৰু কিবা এটা নিষ্পত্তি কৰিব। কিন্তু দেখা গ'ল ঠিকাদাৰ নাহিল। "টেণ্ডা'ৰত কম 'ৰেট' দি বহি আছে। কম 'ৰেট' হ'লে ঠিকা পাবই। সাজসৰঞ্জাম, মানুহ-দুনুহ যোগাৰ কৰি ৰিজাল্টৰ কাৰণে অপেক্ষা কৰি থাকিল। এই কৌশল বুজিব পাৰি ইঞ্জিনীয়াৰেও ঠিকাটো বন্ধ কৰি থৈ দিলে।

ঠিকা বন্ধ হোৱাত ঠিকাদাৰসকলৰ বৰ আপত্তি চলিল। ওপৰৱালাৰ কৌশল বহুত। 'এষ্টিমেট' ভুল হোৱা বুলি কৈ তেওঁ ক'লে যে, কিছুদিন পাচত তেওঁ নিজে এইবোৰ পৰীক্ষা কৰিব আৰু ৰিজাল্ট দি দিব।

এনেকৈ ৰিজাল্ট বন্ধ কৰি ৰখাত ভুঞাৰ বৰ ক্ষতি হ'ল। সাজ-সৰঞ্জাম, মানুহ টকা-পইচা আদি এনেয়ে জব্দ হৈ থাকিবলগীয়া হোৱাত বৰ লোকচান হ'ল। সেইদেখি তাৰাতাৰি 'ৰিজাল্টটো' বাহিৰ কৰি আনিবৰ বাবে উপায় চিন্তা কৰিব ধৰিলে। সেই মানসে হঠাতে এদিন তেওঁৰ হব খোজা বিয়ৈ এম. এল. এ ডাঙৰীয়াৰ ওচৰ চাপি ইঞ্জিনীয়াৰে যাতে খবৰটো সোনকালে দিয়ে, তাৰবাবে ইঙ্গিত দিবলৈ অনুৰোধ কৰিবলৈ স্থিৰ কৰিলে। তাৰ লগতে ঠিকাটো যাতে তেওঁৰ ভাগতে পৰে এই আষাৰো কবলৈ চেষ্টা কৰিব। ঠিকাদাৰৰ এই অনুৰোধ ৰক্ষা কৰিবলৈ এম. এল. এ. ডাঙৰীয়াই জানো সম্মতি নিদিব ? ভৱিষ্যত হব খোজা কুটুম্বঘৰৰ যদি এইকেবা উপকাৰকে কৰিব নোৱাৰে তেন্তে বিধান সভাৰ বিধান ৰচনা কৰা কি এম. এল. এ. হ'ল ?

এম. এল. এ. ডাঙৰীয়াক এটা লম্বা চালান দি বকলাত সোমাই থ'লে ভুঞাই।

তেওঁক বাহিৰ দি ধীৰে ধীৰে এম, এল, এ ডাঙৰীয়াই কথা উলিয়ালে। বহু কথা বহু প্ৰশ্ন। উত্তৰ কিন্তু যথাযথ। শেষত মলতৰ ঠিকাটোৰ কথা ওলাল। ভূঞাই কাতৰ ভাবে ক'লে, "আপুনি যদি এবাৰো মোৰ কথাটো ভাবে, তেন্তে এই কন্ট্ৰাক্টটো মোক দিয়াৰ কিবা এটা ব্যৱস্থা কৰক। ইঞ্জিনীয়াৰে মোক নিদিয়ে। যদি আপুনি কয়, তেন্তে দিবলৈ বাধ্য হব। অনুগ্ৰহ কৰি…।"

"মই ক'লে জানো দিব ভূঞা? মোৰ কি ক্ষমতা আছে?"

"আপোনাৰ যদি ক্ষমতা নাই, তেন্তে ক্ষমতা কাৰ থাকে? যদি ৰাইজৰ প্ৰতিনিধি এজনৰে গণতন্ত্ৰৰ যুগত ক্ষমতা নাই তেন্তে কাৰ থাকিব? আপুনি ক'লেই তেওঁ দিবলৈ বাধ্য। মোৰ কথাখিনি ৰাখক।"

হাঁহি মাৰি ক'লে তেওঁ—"আপোনাৰ কথা ৰাখিবৰ চেষ্টা কৰিছো। সেইবাবেইতো ইমান গোলমাল।"

এনেতে অইন মানুহ দুজন ভিতৰ সোমাই আহিল। ঠিকাদাৰে কথা বন্ধ কৰিলে। এম, এল, এ, ডাঙৰীয়াই ভূঞাক যাবলৈ ইঙ্গিত দিলে। ভূঞাই তেওঁৰ দুৱাৰপৰা ওলাই আহিল এটা স্বস্তিৰ নিশ্বাস লৈ।

মানুহ দুজন পেট বিশিষ্ট খদ্দৰ পৰিহিত গান্ধী টুপিধাৰী। মটৰ দুখন বাহিৰত ৰাখি দুয়ো সোমাই আহিছে। কথা-বতৰাৰ ভাষাৰ পৰা বুজিব পৰা গ'ল যে তেওঁসব মাৰোৱাৰী ব্যৱসায়ী। কিবা পাৰমিট-টাৰমিটৰ লেঠাৰ বাবে আহিছে বোধহয়। দুয়োকো দেখি এম, এল, এ, ডাঙৰীয়াই হাঁহিৰে অভ্যৰ্থনা কৰিলে। তেওঁসবেও কপালত দুই হাত লগ লগাই লম্বা চালাম দি প্ৰতি-নমস্কাৰ জনালে। নিৰ্দেশিত আসন গ্ৰহণ কৰি দুই ধনকুবেৰে একোটা ব্যৱসায়ীৰ হাঁহি মাৰি কথা আৰম্ভ কৰিলে। কথা অলপ গুপ্ত ধৰণৰ; গতিকে সন্তৰ্পণে আলোচনা চলিল। তাৰ পাচত দুয়ো হাঁহি হাঁহি বাহিৰ হৈ আহিল। মুখৰ ভাব আৰু কথাৰ ভঙ্গিৰপৰা বুজা গ'ল যে তেওঁসবৰ মনোৰথ পূৰিল।

তাৰ পাছত ভূঞাদেৱৰ অনুৰোধ ৰক্ষাৰ্থে হবলা এম, এল, এ, ডাঙৰীয়াই ফোন কৰি মাতি পঠিয়ালে ইঞ্জিনীয়াৰ চাহাবক বৰুৱাটোলকে। এম, এল, এৰ আহ্বান। "ফোন" পায়ে মটৰত উঠিল দাস। অকেকতে বাসৰ মটৰ আহি বৰুৱাদেৱে পালে। আগে সমযতে উপস্থিত হ'ল বৰুৱাও। কনতো লোৱাৰ কি জঞ্জাল লগালে চৰকাৰে! বাসৰ মটৰ সম্বন্ধ।

হাকিম খাঁইৰ বি এস, এল, এ, ডাঙৰীয়াই কথা আৰম্ভ কৰিলে—"মিষ্টাৰ দাস, আপোনাৰ খবৰ ভালতো ?"

"ভাল চাৰ। একৰকম আছোঁ আৰু।"

তেওঁ দাসলৈ চিগাৰেট কেচটো আগবঢ়ায়। দাসে চিগাৰেট এটা লৈ জ্বলায়। দুয়ো চিগাৰেট হুপে। তাৰে মাজতে হাঁহি মাৰি সাহেবে সোধে—"আৰু দাস, সেই যে ওভাৰ ব্ৰিজৰ কন্ট্ৰাক্টটো, তাৰ বিজনেছ বোলে দিয়া নাই ? বহুত ঠিকাদাৰে আহি মোক আপত্তি দেখুৱাইছে কিয় আৰু দেৰি হৈছে অনুগ্ৰহ কৰি কবনে ?" ডিপাৰ্টমেণ্টৰ ভিতৰুৱা কথাত হস্তক্ষেপ কৰাৰ আৰু কি অধিকাৰ আছে তেওঁৰ ? কথাষাৰ শুনি দাসৰ বৰ খং উঠিছিল। কবৰ মন আছিল, ডিপাৰ্টমেণ্টৰ ভিতৰুৱা কথা সুধিবৰ তেওঁৰ একো অধিকাৰ নাই আৰু সোধাও অনুচিত। কিন্তু নোৱাৰিলে ; ভয় কৰিলে। হেজাৰ হ'লেও চাকৰিৰ মায়া। নম্ৰস্বৰত হাঁহি মাৰি উত্তৰ দিলে—"তাৰ এষ্টিমেচন ঠিক হোৱা নাই চাৰ ; গতিকে কিছুদিনলৈ অপেক্ষা কৰা হৈছে।"

"অৱশ্যে হিচাব-পত্ৰ ঠিক নহ'লেনো দিব কেনেকৈ ? আৰু আপুনি জগত ভূঞাক চিনে নহয় ?"

"হয়। ভালকৈ চিনো। কিয় ?"

"কিয় মানে কথাটো কবলৈ লাজ লাগিছে। মানুহজনৰ বৰ অসুবিধা হৈছে ; গতিকে ঠিকাটো পালিলে···বেচেৰা বৰ চিন্তিত মানুহ। ব' বুজিছেনে ?"

"হয় চাৰ। পিচে এটা কথা চাৰ ; ৰেট কম হ'লেহে পাব। গতিকে···।"

"ৰেটৰ লগত লগতো সমানে কথা নহয় দাস ; মানুহকো চাব লাগে।"

"হলেও অলপ অসুবিধা হব চাৰ। অন্যান্যবিলাকে আপত্তি কৰিব। আইনৰ ফালেৰেও বিধেয় নহয় ; তেনেহলে···।"

"আইনৰ কথা থওক। আইন আপুনিও জানে, মইও জানো। কিন্তু আইন পালন কৰে কিমানে ? আপুনি, মইেই বা কিমান মানি চলো।"

"এটা কথা চাৰ··· ।"

"কথা নকৰিব দাস। মোৰ অনুৰোধ।"

দাস নীৰৱ হল। পেটে পেটে খং বৰ উঠে। খাইৰুল প্ৰতিবাদ ! কথা নমানিলে চাকৰিৰ ফালে···। সেইজন সাহেবে আৰু সময় দিব নাই। এনে

অৱস্থাত হঠাতে গোলমাল হলে একেবাৰে দিগদোৰ হৈ যাব। ভাবি-চিন্তি দাস তলমূৰা হৈ ৰল। এম. এল. এ ডাঙৰীয়াই তাৰ পাচত তেখেতক যাবলৈ কলে। ইঞ্জিনীয়াৰ উঠিল।

অফিচলে আহি তেওঁ চিন্তা কৰিব ধৰিলে। একেবাহে দুটা চিগাৰেট পুৰি শেষ কৰিও যেতিয়া একো উপায় উলিয়াব নোৱাৰিলে, তেতিয়া মানুহজন হতাশ হৈ পৰিল। ঠিকা দিলে ভুঞা হাত ছাৰি যাব, নিদিলে চাকৰিয়ে হাত ছাৰি যাবৰ সম্ভাৱনা। মহা সঙ্কটত পৰিল তেওঁ। কিছুসময় চিন্তা কৰাৰ পাচত কলিংবেলটো বজাই দিলে। দীঘল চালাম এটা দি চকিদাৰ উপস্থিত।

"কলিতা বাবু" ইঙ্গিত দিয়ে দাসে।

চকিদাৰে গৈ প্ৰবীণ কলিতাক মাত দিয়ে। প্ৰবীণ কলিতাই টেম্পোৰেৰি ইঞ্জিনীয়াৰ হিচাবে কাম কৰিছে আজি কিছুদিনৰ পৰা। ডেকা ল'ৰা। ইঞ্জিনীয়াৰিঙো ভালদৰেই পাছ কৰিছে। ইঞ্জিনীয়াৰ দাসেই তেওঁক এই কামত মকৰল কৰে। দাসৰ আহ্বান পাই তৎক্ষণাৎ গৈ প্ৰবীণ কলিতা হাজিৰ হ'ল দাসৰ ৰুমত। কলিতাই এটা চালাম দি সুধিলে—"মোক মাতিছিল চাৰ?"

"হয়।"

"কিয়?"

"দৰকাৰ আছে। বহাচোন।"

কলিতা বহে। দাসে কয় লাহে লাহে—"বৰ মস্কিলত পৰিলোঁ প্ৰবীণ।"

"কি হল চাৰ?"

"সেই যে ব্ৰিজৰ কনট্ৰাক্টটো—তাৰ বাবে এম. এল. এ. লাগিল, বোধহয় ভুঞাই কিবা লগাইছে, বিজাল্ট দেৰি হোৱা বাবে আপত্তি কৰিছে।"

"আমাৰ হিচাব হলেতো দিব্ৰই, তাত আৰু এম. এল. এ. কিয় মাত মাতিব লাগে চাৰ?"

"সেয়েতো অনধিকাৰ চৰ্চা।"

"আমি কেয়াৰ নকৰোঁ চাৰ।"

"তুমি, মই কেয়াৰ কৰিবই লাগিব প্ৰবীণ। আজি-কালি তেওঁলোকেই আমাৰ ভাগ্য বিধাতা।"

"আমি আমাৰ 'পাৰ্চনেল মেটাৰ'ত কি খাতিৰ কৰিব লাগে চাৰ?"

"খাতিৰ নকৰিলে চাকৰি যাব। আজি ঠিকাৰ কথা, কালি হয়তো চাকৰিৰ কথাও হ'ব। তোমাক মই টেম্পোৰেৰি ইঞ্জিনীয়াৰ হিচাবে এপইণ্টমেণ্ট দিয়া কথালৈয়ে কিমান কথা উঠিছে ওপৰ মহলত তাৰ গম পোৱা নাই নে ?"

"পাইছোঁ চাৰ।"

"তেন্তে তোমাৰ, মোৰ গতি কি হব পাৰে নিজে কল্পনা কৰি চোৱা।"

"এইবোৰ বাৰু কোনে কৰা বুলি আপুনি ভাবে, চাৰ ?"

"তুমি বাৰু কাক বুলি ভাবা ?"

"মোৰ অনুমান এই খচ্চৰ ভূঞাৰহে এইবোৰ কাম। এই মানুহজনক মই বিশ্বাস কৰিব নোৱাৰোঁ।"

"তুমি ঠিকেই অনুমান কৰিছা প্ৰবীণ। পিছে এতিয়া কি কৰা যায় ?"

"বিজাল্ট দি দিয়ক চাৰ; কিন্তু এই ভূঞাক হ'লে ঠিকাটো দিব নালাগে।"

যদি 'ৰেট' কম হয় তেওঁৰ টেণ্ডাৰত ?

"তাৰ এটা ব্যৱস্থা কৰা যাওক চাৰ।"

"কি ব্যৱস্থা ?"

"তেওঁৰ 'টেণ্ডাৰখন' খুলি 'ৰেট্‌টো' চাই তাতকৈ কম ৰেট দি এজনৰ নামে এখন টেণ্ডাৰ দিয়ক সেই তাৰিখ দি। তাৰ পাচত দুয়োখন টেণ্ডাৰ পুনৰ বন্ধ কৰি পঠাই দিয়ক। তেতিয়া এনেয়ে ভূঞা 'কেন্সেল' হব।"

"চাব্বাচ প্ৰবীণ। বঢ়িয়া বুদ্ধি তোমাৰ। বাৰু, তাকেই কৰ হ'ক। তুমি মনে মনে গৈ টেণ্ডাৰ কেইখন চাই এই কামটো কৰাগৈ। তোমাৰ বুদ্ধিক নললাগি নোৱাৰিলোঁ। তুমি পাৰিবাতো ?"

হাঁহি মাৰি প্ৰবীণে ক'লে—"কিয় নোৱাৰিম চাৰ ? নিশ্চয় পাৰিম।"

"তেন্তে তৎক্ষণাৎ যোৱাগৈ। এইখিনি কাম কৰি দিলে মই নথৈ আনন্দ পাম।"

"ভাল চাৰ।"

চেলাম কৰি প্ৰবীণ যায়। দাসে যেন এটা উপায় পালে। মনটো কোনো ধৰণে। ঠিকাৰ কথাত এম. এল. এ. নগোৱা বুলি তাৰি ঠিকাদাৰ জনত ভূঞাৰ ওপৰত খঙতে জ্বলি পৰিল ইঞ্জিনীয়াৰ শিৰীষ দাস। এই কথাত তেওঁ অপমান বোধ কৰিলে। একালে হ'ল উপেক্ষিত আৰু আনফালে হ'ল অপমানিত। দাসৰ মন দুখেৰে ভৰিল।

॥ ন ॥

সবিতাৰ চিঠি পাই শৰৎ চমকি উঠিল। ইকি কান্ড পিতাৰ ? পুত্ৰেকক সৈ ই আকৌ কেনে ধৰণৰ ব্যৱসায় ? পিতাকৰ ওপৰত ভয়ানক খং উঠিল শৰতৰ। তেওঁ যাবলৈ স্থিৰ কৰিলে, কিন্তু কাহাৰি বন্ধ নাই। শেষত আঁকিচিয়েল কামৰ অজুহাত দেখুৱাই এদিন গুৱাহাটীলৈ আহিল।

পুত্ৰেক অহাত মাক-বাপেকৰ আনন্দৰ সীমা নাই। ইমান দিনৰ মূৰত আহিছে শৰৎ! মাকৰ হিয়া উগুলে-থুগুলে লাগিল। পুত্ৰেক যিমানেই বুদ্ধিমান নহওক, মাকৰ মনত সদায় অজলা ; যিমানেই ডাঙৰ চাকৰিয়াল নহওক, মাকৰ মনত সদায় কেঁচুৱা। মাকে সদায় পুত্ৰেকহঁতক নাবালক বুলিহে ভাবে—ডাঙৰ হৈ চাবালক হৈ দেশৰ দহৰ এজন লেখত লবলগীয়া হোৱা খবৰ তেওঁ নাৰাখে আৰু জানিলেও তাক সেই'ল'ৰালি কালৰ দৃষ্টিৰেহে চায়। সেই বোধি শৰৎ অহাত মাকে নানা ৰকমৰ সাধাৰণ স্মুবিধা-অস্মুবিধাৰ কথা স্মুধিব ধৰিলে। ৰাতি ভাত বান্ধি-বলৈ বোৱাত ওচৰতে শৰতক বহিব দি ল'ৰালিকালৰ দৰে স্মুধিব ধৰিলে—তেজপুৰত কি খাইছে, ক'ত কি কৰিছে ইত্যাদি কথাবোৰ। শৰতেও মাকক উত্তৰ দি গৈ আছে। মাকে স্মুধিলে মাহীয়েকহঁতৰ তালৈকে গৈছিল নে নাই আৰু যদি গৈছিল, তেন্তে তেওঁলোকৰ খবৰ কি, কেনে আছে ইত্যাদি! শৰতে তাৰো যথাযথ উত্তৰ দি গ'ল।

ৰাতি খাই-বৈ উঠি শৰৎ পিতাকৰ কোঠত প্ৰবেশ কৰিলে। পিতাকে "অসম ট্ৰিবিউন'খন পঢ়ি আছিল। শৰতে ওচৰৰ বিছনাতে বহিল। পিতাকে বৰ মৰম কৰি স্মুধিলে—"বোপা" গা-মূৰ ভালে আছে নে ?"

"আছে পিতা।"

"তই কালি কোঁতয়া যাব লাগে ?"

"ৰাতিপুৱা ছয় বজাতে যাব লাগিব।"

"কালি আৰো থাকিব নোৱাৰ ?"

"নোৱাৰো পিতা। নতুন মানুহৰ ওপৰত বৰকৈ নজৰ কৰে তেওঁলোকে।"

"যদি নোৱাৰ তেন্তে যাবি দৈ।"

"বাৰু পিতা, চিকাটো পালে নে নাই ?"

বিয়া কৰক নকৰক সেইটো বেলেগ কথা পিতা, কিন্তু বিয়াত টকা লোৱা বেয়া— বিশেষকৈ সবিতাহঁতৰপৰা। আমি তেওঁলোকৰপৰা বহুত সহায় পাই আহিছো ইতিমধ্যে। তেনেস্থলত……।"

পিতাকে এটা উপহাসৰ হাঁহি মাৰি ক'লে—"সহায়? কাসৰপৰা? হাঁহি উঠে। তই জান গিৰীশ দাসে কেনেকৈ ধন কৰিলে? কিমান টকা-পইচা, বাচন বৰ্তন, খাট-পালেং দি মই তেওঁৰ ঘৰ ভৰাইছো ইমান দিনে, তই তাক কেনেকৈ বুজিবি? ইঞ্জিনীয়াৰৰ ঘৰটো যে দেখিছ সেইটো কোনে বান্ধি দিছে?

সেইবেলি পি. ডব্লিউ. ডি.-ৰ ডাঙৰ ঠিকাটো দিছিল; তাৰ লাভৰ আধাৰে বান্ধিছে সেইটো। এই ঘৰটো মোৰহে। আজিও ঘৰটো দেখিলে মোৰ গা পিৰ-পিৰাই যায়। মটৰগাড়ীখন যে দেখিছ, কাৰ? সুনিলাল কেঞ্জাক সেইবেলি মাটিৰ ঠিকা দিয়া বাবে তাৰ উপহাৰ। কিমান টকা দি দি তেওঁৰ ঘৰ ভৰাইছো মইহে জানো, তই কি বুজিবি? এতিয়া কিবা মই তেওঁৰ টকা খুজিছো নেকি? মই দিয়া টকাৰ সুদখিনিতো দিয়ক অন্ততঃ।" পিতৃৰ বঙা চকুৰ তলত ডাঙৰ হোৱা সন্তান; মুখ ফুটাই এবাৰ কবৰ সাহস এতিয়াও হোৱা নাই। তথাপি এনে এটা সাংঘাতিক কথাৰ উত্তৰ নিদিলে নিজক হীন কৰা হব ভাবি লাহেকৈ শৰতে ক'লে— "হলেও এইবোৰ বেয়া পিতা। দিয়া বস্তুৰ ওপৰত দাবী নাথাকে। এনোবোৰ ভাব ভাল নহয়। মই আশা কৰো আপুনি পুনৰ কথাটো ভাবি চাব।"

"মই যি কৰো কৰিম, তই এতিয়া শুই থাক্‌গে।"

পিতাকে আঠুৱাখন পেলাই দি শুবৰ যত্ন কৰে। তাকে দেখি শৰতে লাহে লাহে আঁতৰি আহে। পুনাই তেওঁ একো কব নোৱাৰিলে; কেৱল এটা হুমুনিয়াহ কাঢ়িলে। নিজৰ ৰুমত আহি বিছনাত শুই পৰিল। সমস্ত শৰীৰ যেন কণ্টকা-কীৰ্ণ হৈ উঠিল। লাজ, অপমান আৰু দুখত জৰ্জৰিত হ'ল।

পিচদিনা ৰাতিপুৱাতে তেজপুৰলৈ বাওনা হ'ল। শৰতৰ সবিতাহঁতৰ তালৈকে আনকি বন্ধু নবীনৰ বাহালৈকেও যাবৰ ইচ্ছা নহ'ল। মনৰ বেজাৰেৰে গুৱাহাটী এৰিলে। তেজপুৰ পায়ে চিঠি লিখিলে বৰ মৰ্মস্পৰ্শী ভাষাত সবিতালৈ।

## ॥ দহ ॥

শৰতৰ চিঠি পাই সবিতা মৰ্মাহত হৈ পৰিল। ইযে বিনা মেঘে বজ্ৰপাত। কেবাবাৰো চিঠিখন পঢ়িলে সবিতাই। খং উঠে তাইৰ। ইমান দুৰ্বলচেতা শৰৎ। এতিয়াও তেওঁৰ নিজৰ ব্যক্তিত্ব তৈয়াৰ হোৱা নাই? পিতাকৰ অভিভাৱকত্বৰ অৱসান জানো এতিয়াও হোৱা নাই? নিজৰ অন্তৰত কি অলপো সৎ সাহস নাই?—কাপুৰুষ। চিঠিত লিখিছে—"মৰমৰ সবিতা, হয়তো তোমাক আৰু মৰমৰ বুলি সম্বোধন কৰিব নোৱাৰিম। মানুহৰ সকলো কামনা পূৰণ নহয়। মানুহৰ ইচ্ছাৰ বিৰুদ্ধে যেন ভগৱানৰ ইচ্ছা।" কি চমৎকাৰ সান্ত্বনা বাণী। আৰু লিখিছে—"পিতাকে বুজাবলৈ মই যত্ন কৰিছো; কাৰণ তেখেতৰ অমতত মই কোনো কামকে কৰিব নোৱাৰিম। মই পাৰ্যমানে চেষ্টা কৰিম—অনুৰোধ কৰিম; তেতিয়াও যদি সন্মত নহয়, তেন্তে মই নিৰুপায়। পিতাৰ বিৰুদ্ধে যাবৰ মোৰ সাহস নাই।" পিতৃভক্ত ৰামচন্দ্ৰ! নিজৰ মত যেন একো নাই—পিতাহি পৰমং তপঃ। বাঃ কিবে ভক্তি! আৰু লিখিছে—"পিতাৰ মতৰ ওপৰতে নিৰ্ভৰ কৰিছে আমাৰ ভাগ্য। এতিয়া তোমাৰ আৰু মোৰ ভৱিষ্যত ভাগ্যৰ ওপৰত নিৰ্ভৰ।" কি চমৎকাৰ ভাগ্য-বাদী। কি দুৰ্বল মনোবৃত্তিৰ লোক। কি দৰকাৰ এনে এজন দুৰ্বলমনা পুৰুষৰ ওপৰত নিজক সৰু কৰি দেখুৱাবলৈ? ইমান হীন…! ছিঃ! ঘৃণাত তাইৰ নাক কোঁচ খাই আহিল। তেওঁৰ লগত আৰু কোনো সম্পৰ্ক নাৰাখিব বুলি স্থিৰ কৰিলে। খং-অভিমানত তাইৰ অন্তৰত দাবানল জ্বলি উঠিল। অতিপাত ভাৱ-প্ৰৱণ কবি-প্ৰাণা-নাৰী সবিতা, কণ্ঠকণ্ঠে উত্তেজনা আছে। উত্তেজনাৰ বশত লিখিলে এখন উত্তেজনাময় পত্ৰ—যাৰ তীক্ষ্ণ ছুৰিকা সদৃশ্য বাক্যবাণ প্ৰহাৰত শৰতৰ শান্ত সৌম্যচিত্ত উদ্বেলিত হৈ উঠে।

## ॥ এঘাৰ ॥

সবিতাৰ মাকে শৰতক বৰ মৰম কৰিছিল; আনকি তাইৰ হাতত জোঁৱাই হব বুলি বৰ আশা কৰিও আছিল; কিন্তু শৰতৰ পিতাক আৰু পিতায়েকৰ মাজত মনো-মালিন্য হোৱাত সেই আশা পূৰণ নহ'ব বুলি জানি মনত বৰ দুখ পালে। মাকে কথাৰ ছলতে পিতায়েকক কিবা এটা মীমাংসা কৰি বিয়াখন দিব অনুৰোধো কৰিছিল বহু।

কিন্তু ইঞ্জিনীয়াৰে তেওঁৰ কোনো কথাকে গ্ৰাহ্য নকৰে। নিৰিম ব্ৰ্জিছে, নিৰিয়ে ছোৱালী দিয়া তেওঁলোকৰ ঘৰত, ই স্থিৰ সিদ্ধান্ত দাসৰ। জগতত ল'ৰাৰ অভাৱ নাই। শৰতৰ বাবে এজনী ছোৱালী পালে সবিতাৰ বাবেও এজন ল্বা পাব—এই বিশ্বাস তেওঁৰ আছে। সেই যেথি ৰাতি শ্বৰৰ সময়ত যেতিয়া দৈৰ্ণীয়েকে শৰতৰ কথা স্থ্ধিলে তেতিয়া তেওঁ বিৰম্ভ হৈ ক'লে—"দিনে দিনে খেচ্খেচ্ কৈ তুমি কি স্থ্খি থাকা ? শৰতৰ কথা নকবা।"

"শৰতৰ কথা বাদ্ নকওঁ, সেই ব্জি জানো অন্য দ'বাৰ বিচাৰো কৰিব নালাগে ?"

"লাগে। মই বাদ্ এনেয়ে বহি আছোঁ নেকি ?

"কি কৰিছে আমাক ক'লেহে আমি জানিব পাৰোঁ।"

"মই এটা ভাল ল'ৰাকে ঠিক কৰিছোঁ।"

"কোন নো ?"

"প্ৰবীণ কলিতাক তুমি চিনি পোৱা ?"

"সেই যে হাফ্‌পীয়া ছাৰাই চাৰ্ট পিন্ধি আমাৰ ইয়ালৈ আহে মাজে মাজে ?"

"এৰা।"

"পিচে ?"

"পিচে আৰু কি ; তাক টোপ দিছোঁ।"

"কি টোপ দিয়াৰ কথা কৈছে ?"

"তাৰ মানে আশা দেখ্ৱাইছোঁ। টেম্পোৰেৰি ইঞ্জিনীয়াৰ হিচাবে আগেয়ে তাক মই কামত নিয়োগ কৰিছোঁ। মই জানো যে এজনকে বাট চাই থাকিব নালাগে—হাতত আৰু অন্য বাখিব লাগে। সেইবাবে আগেয়ে তাক কামত সুমুৱাই দি হাতত বাখি থৈছোঁ। এতিয়া এচ. ডি. ও. কৰাৰ কথা কৈছোঁ যদি সি সবিতাক বিয়া কৰাবলৈ গাত লয়।"

"ল'ৰাজন বা কেনে ?"

"ল'ৰা ইঞ্জিনীয়াৰ, বুদ্ধিমান, কাৰ্যদক্ষ, দেখনিয়াৰ। সবিতাৰ উপযুক্ত পাত্ৰ।"

"স'ৰাই জানো মত দিছে ?"

"মত নিদি পাৰেনে ? তাৰ মত মই জনাইছোঁ।"

আছে—যদি জীৱনত এওঁ আহি লগ দিয়ে ? যদি এওঁৰ লগতে……। তাই আৰু ভাবিব নোৱাৰে। দুখ আছে—গা শিয়ঁৰি উঠে।

তাই তাক নামাতে ; সি হতাশ হয়।

তাইৰ মন যোগাবৰ বাবে সি আছে নিত্য নতুন সাজেৰে। কোনোদিন চুট-পেন্ট পিন্ধি, কোনোদিন ধুতি পিন্ধি, কোনোদিন গাত থাকে গেবাৰ্ডিনৰ কোট, কোনোদিন পপলিনৰ হাৱাই চাৰ্ট। তাইৰ মন আকৰ্ষণ কৰিবৰ বাবে পাৰ্যমানে চেষ্টা কৰে প্ৰবীণে। গাত নানা ৰং-বেৰঙৰ চোলা চুলিত নানান গন্ধৰ তেল। পাউডাৰ, এচেন্সে মুখৰপৰা আৰম্ভ কৰি পকেটস্থ ৰুমাললৈকে অধিকাৰ কৰিছে। নানা সাজ, নানা বেশ—যেন নিৰবচ্ছিন্ন সাধনা চলিছে সবিতাক উদ্দেশ্য কৰি। তথাপি সবিতাৰ সঁহাৰি নাই। ব্যৰ্থ পূজা-দেৱী অপ্ৰসন্না। ভাবি-চিন্তি নিৰুপায় বেচেৰা প্ৰবীণ। যদি সি এই পৰীক্ষাত উত্তীৰ্ণ হব নোৱাৰে ; তেন্তে ছলনাৰ মাধেঁা বাদুকৰী ?

সেইদিনা অফিচ বন্ধ। দাসে প্ৰবীণক ভাত খাবলৈ নিমন্ত্ৰণ কৰিছে। প্ৰবীণ আহি পাৰ্টিকত বহিছে। এনেতে দাসে আহি আদৰ অভ্যৰ্থনা কৰি মাতি ওচৰৰ চকিখনতে বহিল আৰু হাঁহি মাৰি ক'লে—"তোমাৰ সিদিনাৰ বুদ্ধিয়ে বেছ কাম দিলে বোপা। এতিয়া ঠিকাৰ বেজাল্ট দিলেও ভুএৱাৰ টেণ্ডাৰ কেন্সেল হব। বৰ মজা হৈছে।"

"হবৰে কথা। বাৰু দেখা হব।"

"তুমি মোৰ সহায় থাকিলে মই মন্ত্ৰী, এম, এল, এ, কালৈকো ভয় নকৰোঁ।"

এনেতে চাকৰে চাহ দি গ'ল। দুয়ো চাহ খালে। চাহ খাই উঠি দাসে ক'লে—"মই যাওঁ, মোৰ অলপ কাম আছে। তুমি অলপ বহা বোপা।" ওচৰতে বহি কেশ প্ৰসাধন কৰি থকা সবিতাক মাত দি ক'লে—"সবি, এওঁক ভাজোল-চালি দিবিচোন।" এই বুলি কৈ তেওঁ ভাৰপৰা গ'ল। প্ৰবীণ অকলে থাকিল।

খিৰিকীৰে সবিতাৰ দুয়োটো বেণি, পৰ্দাৰ ফাকেৰে এবাৰ সবিতাৰ উপস্থিতি অনুভৱ কৰি প্ৰবীণ সাজু হৈ ব'ল। নেকটাইটো টানকৈ মাৰি লজে, মানুহ-জনে পোন হৈ বহি ললে যেন বৰ চাহাবৰ লগতহে দেখা কৰিব। মনত উদুলে-মুদুলে ভাব, কাৰণ আজি বহুদিন আগতে সবিতাৰ লগত কথা হৈ সি বৰ আপদত হৈ আছে। সবিতা এলা-পচা ছোৱালী নহয়—একেবাৰে আধুনিক

কবিতা লিখকা, আধুনিক কবিতাৰ দৰে ছন্দহীন জটিল কবিতা। তাইৰ ৰহস্য ভেদ কৰিব লাগিলে পঢ়িব লাগিব মনোবিজ্ঞান, অধ্যয়ন কৰিব লাগিব দুৰ্ভেদ্য নাৰী চৰিত্ৰ। সি জানিছে যে, ইঞ্জিনীয়াৰিঙৰ অঙ্কতকৈ হেঁয়ালীৰ অঙ্ক বেচি টান, আৰু ইঞ্জিনীয়াৰিঙৰ বাহ্যিক জগতৰ কৌশলতকৈ নাৰী জগতৰ মনৰ কৌশল বেচি চমকপ্ৰদ। এটাৰ খেলা বস্তুৰ লগত, আনটিৰ খেলা মনৰ লগত।

কেইমিনিটমান অধীৰ অপেক্ষাৰ পাচত হঠাতে আহি সবিতা দেৱী প্ৰৱেশ কৰিলে। কি ৰূপ! ছায়াচিত্ৰ জগতৰ কোনোবা চিত্ৰতাৰকাহে যেন ধীৰে ধীৰে নামি আহিছে প্ৰবীণ কলিতাৰ আগলৈ। তীব্ৰ ৰূপৰ উজ্জ্বল আলোকে প্ৰবীণৰ চকু যেন ছাঁত মাৰি ধৰিলে। প্ৰবীণ মুগ্ধ হৈ চাই ৰ'ল। সবিতাই নমস্কাৰ কৰিলে। প্ৰবীণে প্ৰতি নমস্কাৰ দিবলৈ ভুলি গ'ল। প্ৰবীণৰ মনৰ অৱস্থা বুজিব পাৰি সবিতাৰ পুতৌৰ ভাব জন্মিল। বেচেৰা একেবাৰে মুগ্ধ হৈ গ'ল। এনে বোধ হ'ল যে সি বোধহয় জীৱনত নাৰীৰ সঙ্গ কোনো দিনে পোৱা নাই। বেয়াও লাগিল আৰু ভালো লাগিল সবিতাৰ। বেয়া লাগিল তাৰ ব্যৱহাৰ দেখি আৰু ভাল লাগিল তাৰ ৰূপৰ পূজা দেখি। নীৰৱ অকুণ্ঠ ৰূপৰ পূজা নাৰীয়ে অন্তৰেৰে কামনা কৰে; কিন্তু গ্ৰহণৰ বাবে নে খেলাৰ বাবে সেয়া তাক বুজা টান। নাজানো এই ৰূপমুগ্ধ ইঞ্জিনীয়াৰৰ লগত কি খেলা খেলে আজি ক্ৰীড়ামোদী ৰূপহী সবিতাই।

তাই অতি আয়াসেৰে বহি ললে চেয়াৰখনত তেওঁৰ মুখামুখিকৈ। কলিতায়ো আৰামেৰে বহি ললে। তাই হাঁহি মাৰি ক'লে—"আপোনাৰ ভাল নে কলিতা?"

"এক প্ৰকাৰ আছোঁ আৰু—।"

কিছুপৰ নীৰৱ দুয়ো। নীৰৱতা ভঙ্গ কৰি সবিতাই প্ৰশ্ন কৰে—

"এচ্ ডি, ও, হ'লে মাক ভনীয়েকহঁতক আনিব বোধ হয়?"

"পুৰুষাহঁতৰ ধৰতাৰা বিমান বেচি ভাল চাই আমাৰ ঘৰে জীয়ে গৃহস্থী কথা শিকা।"

"তেন্তে আকৌ একনী আপৰ চপাই লবৰ মন কৰিছে কিয়?" চতুৰ দৃষ্টিৰে প্ৰবীণৰ ফালে চাই প্ৰশ্ন কৰে তাই। প্ৰবীণ একপ্ৰকাৰ অপ্ৰস্তুত হৈ প'ল। কিন্তু মন হতাশ নকৰি এই অন্যায়ৰ হাত সাৰিবৰ বাবে অনুকম্পাৰ ধাৰ কৰি উত্তৰ দিলে—

"তিবোতাব ভাগ্যত বিজ্ঞানি কিবা সুবিধা মিলেই ; তাকে ভাবি। পুৰুষৰ ভাগ্যে জন, তিবোতাব ভাগ্যইহে ধন। গতিকে...।"

"গতিকে গৃহলক্ষীক চপাবৰ মন ? বাহ ! হেহ বৈদিক যুগৰ বচন কাঁকি মাতিলে আপুনি। আপুনি দেখিছো ধৰ্মধ্বজ—গোবা হিন্দু। মুখৰ আগতে আপ্তবাক্য।" সবিতাব ঠাট্টাত প্রবীণ একেবাবে সেঁতা পবি গ'ল। সি কোনো দিনে বোধহয় চোকাবিধৰ ছোৱালীৰ লগত কথাৰ খেচা মৰা নাছিল আৰু খেচাও খোৱা নাছিল। আজি এনে হঠাৎ আক্রমণত বেচেৰা ইঞ্জিনীয়াৰ বাবু লেতু-সেতু হৈ পৰিল। সবিতাই আকো কিবা কোৱাৰ আগতে প্রবীণে কৈ উঠিল—

"অৱস্থা চাই ব্যৱস্থা কৰা জ্ঞানীৰ কাম।"

"কিন্তু উপাৰ্জনৰ ৰাস্তা পৰিষ্কাৰ নোহওঁতে বিয়া কৰোৱা কোন জ্ঞানীৰ কাম ?"

প্রবীণ অপ্রস্তুত হৈ পৰিল। এনে অপ্রত্যাশিত প্রশ্ন সবিতাৰপৰা আহিব বুলি তেওঁ কল্পনা কৰা নাছিল। তেন্তে সবিতাৰ মতলব বেলেগ নেকি ?

"বিয়াৰ কথা অবান্তৰ। মই বিয়া কৰাম বুলি আপুনি ধৰি ললে কিয় ?"

"বৰত কঁঠাল পকিলে গন্ধ ওলায়—তাক ধৰি লবও নালাগে আৰু চাকি থবও নোৱাৰি ?"

কথাষাৰ শুনি প্রবীণৰ বেয়া লাগিল। তেওঁ একো নকৈ মনে মনে ব'ল। এনে ধৰণৰ কবিনী-চবিনী ছোৱালীৰ লগত তৰ্ক কৰা বৃথা, গৃহস্থী কৰাটো আৰু বিবম্বনা। তেওঁ নীৰৱ হোৱাত কোঠাটোত নীৰৱতা বিৰাজ কৰিলে। সবিতাই অস্বাস্তিবোধ কৰি কৈ উঠিল—"কি হ'ল আপোনাৰ ? হঠাৎ দেখো গ্রামোফোনৰ পিন বন্ধ কৰা ৰেকৰ্ডৰ দৰে হ'ল ? কথা নকয় কিয়।"

"মোৰ অলপ কাম আছে। যাব লাগে এতিয়া। নমস্কাৰ, এতিয়া মই উঠোঁহে।"

তেওঁ উঠিবৰ উপক্রম কৰে। সবিতাই হাঁহি মাৰি কয়—"বহক অলপ সময়। বাওঁ বুলিয়ে যায় নে ? কিমাননো মেচিনৰ লগত খেলা কৰে ? মানুহৰ লগতো অলপ কথা হওকচোন।"

"মই কামৰ মানুহ, কথাৰ মানুহ নহয়।"

"নিশ্চয়, নিশ্চয়, শতবাৰ। পিচে মইও মাত-কথা বিবপৰা বিধৰ যন্ত্র,—মেচিনৰ দৰে বোবা নহয়। গতিকে...।"

"আপোনাৰ লগত তৰ্ক কৰিবৰ মোৰ সময় আৰু সুবিধা নাই সবিতা দেৱী। "মই উঠোঁহে বৰ্তমান।"

"বৰ, চাহ নোখোৱাকৈ ক'লৈ যায় ?"

"চাহ খালোঁ নহয় আপোনাৰ দেউতাকৰ লগত।"

"পিতাৰ লগত হে খালে। পিতাৰ লগত চাহ 'অফিচিয়েল'; এতিয়া মোৰ লগত 'নন অফিচিয়েল' ঘৰুৱা চাহ খাব লাগিব।" সবিতাই হাঁহি দিলে। কলিতাৰো হাঁহি উঠে। হাঁহি মাৰি কয় তেওঁ—"আপোনাৰ লগত আৰু নোৱাৰি…।"

"অলপ বহক।"

তাই উঠি যায়। কিছুপৰ পাচতে দুপিয়লা চাহ আৰু দুখনকৈ 'কেক' আনি টেবিলৰ ওপৰত থয়।

"খাওক। আগৰ দিনৰ জলপানে আজিকালি জলযোগৰ ৰূপ লৈছে।" তাই হাঁহি হাঁহি চাহ আৰু কেকৰ প্লেট এখন আগবঢ়াই দিলে। কলিতাই হাঁহি মাৰি গ্ৰহণ কৰে। দুয়ো চাহ খাবলৈ আৰম্ভ কৰে। সবিতাই 'কেক' একামোৰ মাৰি সোধে—"চাহমেলত কি আলোচনা হয় ?"

"আপোনালোক কবি-সাহিত্যিক সকলৰ কবিতা, গল্প আদিৰ ৰসৰ বিষয়ে।"

"আৰু আপোনালোক ইঞ্জিনীয়াৰসকলৰ লোহা-লক্কৰ ইলেক্‌ট্ৰিক্‌ কাৰেণ্ট সম্পৰ্কে ?" দুয়ো খিল্‌খিল্‌কৈ হাঁহে। কলিতা পৰম আনন্দিত হয়। সবিতাৰ মধুৰ চাহনি আৰু অসামান্য ৰূপৰ প্ৰভাৱে তেওঁৰ মনত বিজুলী সৃষ্টি কৰে। চাহ খাই উঠি সবিতাই বৰ আনন্দেৰে প্ৰবীণক বিদায় দিলে। হাঁহি হাঁহি অন্তৰত এক অজান আনন্দ লৈ গুচি যায় প্ৰবীণ কলিতা। হিয়াত এটা কুটিল ভাব ৰাখি মুখত হাঁহি দেখুৱায় কপটী সবিতাই।

প্ৰবীণ যায়; সবিতাই আগবঢ়াই থয়। তাৰ পাচত ফিৰি আহে। শৰতৰ ছবিখন মনৰ মাজত জিলিকি উঠে। মনৰ তলিৰপৰা শোকৰ উচ্ছ্বাসে আহি হেঁচি ধৰে। তাইৰ বেয়া লাগে। নিজৰ কোঠালৈ সোমাই বিছনাত বাগৰ দি পৰি থাকোঁতে মনে গুমৰি উচুপিব ধৰে। কি আচৰ্য তাইৰ মন! কেতেকতে হাঁহি, কেতেকতে কান্দ। অদ্ভুত উপাদানেৰে গঠিত সবিতাৰ মন।

॥ তেৰ ॥

সবিতাৰ মাকৰ মন নাই প্ৰবীণক জোঁৱাই কৰি লবলৈ। কিন্তু নিৰুপায়। হাততে পোৱা ল'ৰাজন এৰি দিলে বিপদ হব পাৰে। যদি প্ৰবীণতো কিয়া নিদিয় বুলি কয় আৰু শৰতেও বিয়া নকৰায় তেন্তে কি উপায় হ'ব? সেইবাবে একো কোৱা নাই। প্ৰবীণ নিতৌ আহে, নিতৌ যায়। সবিতাৰ লগত কথা হবৰ মন কৰে। সবিতাই কথা কয়; কিন্তু প্ৰাণ ঢালি নহয়। কিবা যেন ছলনা মনত লৈহে সবিতাই এনেকুৱা কৰে—এনে অনুমান কৰে মাকে। নাৰীয়ে নাৰীৰ মন বুজে ভালকৈ। সবিতাৰ গতি-মতি লক্ষ্য কৰে। তাই যদি সুখী হয়; তেন্তে কোনো কথা নাই।

সবিতাই বুজে প্ৰবীণ কিয় আহে ঘনকৈ। বস্তুৰ লগত, মেচিনৰ লগত খেলা কৰা ইঞ্জিনীয়াৰে মানুহৰ মনৰ লগত, তিৰোতাৰ প্ৰাণৰ লগত খেলা কৰিব বিচাৰে। পুৰুষৰ ভালপোৱা অজ্ঞাত আৰু অপ্ৰকাশিত হ'লেও তাক সহজে নাৰীয়ে ধৰিব পেলায়। নাৰীৰ এইটো অদ্ভুত শক্তি। সেই বাবেই নাৰীয়ে নেপথ্যৰপৰা পুতলাচালন কৰাৰ দৰে পুৰুষৰ মনৰ অজ্ঞাতেই ৰহস্যৰ খেলা খেলিব পাৰে। প্ৰবীণৰ মনৰ তাঁৰত বিজুলী প্ৰবাহৰ গম নধৰাকৈ থকা নাই সবিতাই।

এই সমস্ত ঘটনাৰে গম পায় নবীনে। বন্ধুৰ এনে প্ৰণয়-সঙ্কট দেখি তেওঁৰ মনত বৰ বেজাৰ লাগে। ইফালে আজিকালি 'অনামী'ৰ প্ৰচাৰ বহুল হৈছে। কামো বাঢ়িছে, কিন্তু কাম কৰা মানুহৰ অভাৱ। শৰত আঁতৰি যোৱাৰ পিচৰেপৰা সবিতাও প্ৰায় আঁতৰি পৰাৰ দৰে। মাজে মাজে গৈ দুই-এদিনহে তাই তেওঁক সহায় কৰে। 'অনামী'ৰ কাৰ্যালয়ত মানুহৰ সমাগমো বাঢ়িছে। জয়ন্তী, বাসন্তী মঞ্জু আদি চহৰীয়া ছোৱালীৰ এটা দলে আজি-কালি সঘনে উপস্থিত হয় সম্পাদকৰ চ'ৰাত। তেওঁলোকৰ লগতে তেওঁলোকৰ উপন্যাসবোৰেও আহি প্ৰদক্ষিণ কৰে। ডেকা সমাজখনৰ লগত ধুৰন্ধৰ ওৰফে নবীন বৰ্মণৰ আজি-কালি ভাল পৰিচয় ঘটি উঠিছে। মঞ্জু দেৱীৰ প্ৰবেশৰ লগে লগেই তেওঁৰ আকৰ্ষণৰ গ্ৰহ পৰেশ চৌধুৰীৰো প্ৰবেশ হয় সঘনে। ইয়াকে লক্ষ্য কৰি ধুৰন্ধৰে বেহ কাম আদায় কৰিব ধৰিছে। মঞ্জুক কিবাকিবি কৰিব দিয়ে। তাই কাম কৰি থাকিব লগা হোৱাত পৰেশেও এনেয়ে বহি নাথাকি কিবাকিবি কৰি দিবলৈ বাধ্য হয়। শৰত, সবিতাৰ খালী ঠাই

প্ৰৱেশ কৰিবৰ বাবেই যেন মঞ্জুৰ, পৰেশৰ আবিৰ্ভাৱ। সম্পাদকৰ প্ৰতি মঞ্জুৰে ইমান দৰদ দেখি জয়ন্তীয়ে লক্ষ্য কৰে—ইয়াৰ অন্তৰালত একো মতলব নাইতো? তাইৰ সন্দেহ হয়। পাচত গৈ এদিন গম পালে যে, মঞ্জুৰ আকৰ্ষণ আলোচনীত নহয়—আলোচনীৰ সম্পাদকৰ ওপৰতহে। তাইৰ বৰ খং উঠে। আজি কিছুদিনৰ-পৰা জয়ন্তীয়ে তাইৰ বান্ধ ধ্ৰুবজ্যোতিৰ ওপৰত পেলাবলৈ বৰ যত্ন কৰিছে। বিগত-যৌৱনা অবিবাহিতা জয়ন্তী দেৱীৰ আকৰ্ষণ যে সদ্য প্ৰস্ফুটিত কুসুম সদৃশ কিশোৰী মঞ্জুৰ ৰূপৰ ওচৰত বিকৰ্ষণত পৰিণত হব, এই আশঙ্কা কৰি জয়ন্তী দেৱী খড়গহস্ত হৈ উঠিল মঞ্জুৰ ওপৰত। ধীৰ, স্থিৰ, শান্ত জয়ন্তী হৈ উঠিল অস্থিৰ, চঞ্চল আৰু অশান্ত। ঈৰ্ষাৰ জ্বালা ক্ৰমে বাঢ়ি আহিল দুয়োৰো মাজত। এই দ্বন্দ্বৰপৰা লাভ হ'ল ধ্ৰুবজ্যোতিৰ—বিনা দৰমহাই কৰ্মী। ইয়াৰ গম বুজিব পাৰি তেওঁ মনে মনে খুচি হৈ গ'ল আৰু সময় বুজি তেওঁলোকৰ লগত খেলা আৰম্ভ কৰিলে। এটি নৰ, দুটি নাৰী।

আনফালে শৰতৰপৰা অন্য প্ৰকাৰৰ লাভ হ'ল নবীনৰ। শৰতৰপৰা আজি-কালি সুন্দৰ কবিতা আহিব ধৰিছে 'অনামী'লৈ। শোক-বিষাদৰ মৰ্মস্পৰ্শী কবিতা ওলাব ধৰিছে শৰতৰ কলমৰপৰা। শোকৰ কবিতা প্ৰাণস্পৰ্শী। ব্যৰ্থতাৰ হুমুনিয়াহ হৃদয় বিদাৰক। প্ৰেমৰ পূজাৰী প্ৰেমিক কবি শৰৎ হৈ পৰিল বিষাদত অভিভূত বিৰহৰ কবি।

আনফালে আধুনিক, ছন্দহীন কবিতাৰ পূজাৰিণী সবিতা হৈ পৰিল ব্যথা-বেদনাৰ অন্তৰ পৰশা বিৰহিণী কবি। দুটি কবিৰ আদৰ্শৰ দৃষ্টিকোণ বদলি গ'ল। জীৱনৰ গতিধাৰা বদলিল—বদলিল ভাৱৰ গতিধাৰা আৰু লগতে বদলিল—কবিতাৰ গতিপথ। বেদনাৰ ইতিহাসে মানৰ অন্তৰ কৰে দ্ৰবীভূত—কৰে আকৰ্ষণ। তাতে বাঢ়ে আলোচনীৰ প্ৰচাৰ আৰু প্ৰসাৰ।

"অনামী"ৰ বিক্ৰি বাঢ়ে; নবীনৰ আয় বাঢ়ে। কাৰো ক্ষতি, কাৰো লাভ।

## ।। চৈধ্য ।।

ইঞ্জিনীয়াৰ দাসে ল'ৰা যোগাৰ কৰা কথাৰ গম পাই ঠিকাদাৰেও ছোৱালী বিচাৰিব ধৰিলে। বিচৰা মানে বিচাৰি যাব নালাগে,—বাচি লৈ অহাবিলাকৰ ভিতৰত এজনীক ঠিক কৰিলেই হ'ল; কিন্তু বহুত মাহত কপালী কণা ছোৱাৰ দৰে ইমানবোৰ ছোৱালীৰ মাজৰপৰা এজনীক উপযুক্ত বিবেচনা কৰা সহজ নহয়। হাকিম পুত্ৰেকলৈ,—কন্যাৰ পিতা পালে পালে আহে। তেওঁ নিৰ্ধাৰিত কৰিব নোৱাৰে। এনেকৈ কিছুদিন গুণা-গঁথাকৈ থাকোঁতে এদিন এটা ভাল উপহাৰ আহিল। তেজপুৰৰে বিখ্যাত উকিল মধুবাবুৱে জীয়েক মিনতি বৰুৱাক শৰতলৈ প্ৰস্তাৱ কৰি পঠালে, লগতে জনালে যে ছোৱালী বি. এ. পাছ; যৌতুক বাৰ হেজাৰ টকা। ঠিকাদাৰে বৰ মনোযোগেৰে শুনিলে। যৌতুকৰ অংকটোৰ প্ৰতি নজৰ অলপ তীক্ষ্ণ যেন বোধ হ'ল। বহুত চিন্তা কৰি শেষত প্ৰস্তাৱত মান্তি হোৱা বুলি জনাই দিলে।

এই কথাৰ গম পালে ইঞ্জিনীয়াৰ দাসে। মনৰ ভিতৰত যি ক্ষীণ আশা আছিল তাৰো মুদা মৰিল। গিৰীয়েক-ঘৈণীয়েকৰ ভিতৰত এই সম্পৰ্কে আলোচনা হ'ল গধূলি ড্ৰইং ৰুমত। ঘৈণীয়েকে এটা হুমুনিয়াহ কাঢ়ি ক'লে—"মোৰ ছোৱালীৰ ভাগ্যত নাই…।"

আনদিনা ৰাতি ভাত খাবৰ সময়ত বেছ হাঁহি আনন্দৰ কথাৰ মাজেৰে খোৱা হয়; কিন্তু আজি আৰু আনন্দ নাই, কাৰো মুখত হাঁহি নাই। এটা যেন নিৰানন্দৰ ভাৱে ঘৰখনত বিৰাজ কৰিছে। পিতাকৰ এটা সামান্য ভুলৰ কাৰণেই যে শৰতৰ দৰে ল'ৰা এটা হাত এৰি গ'ল, এই কথা দুই পুত্ৰেই বাঢ়িয়াকৈ বুজিলে। ডাঙৰ ভূপেশ ভাইজনে ক'লে—

"টকা-পইচাৰ বাবে পিছুৱাব নালাগিছিল। টকা দিলেও আমাৰ নিজৰ ভনী-জনীক দিলোহেঁতেন। দহ হেজাৰ লাগে, বাৰ হেজাৰ লাগে দিয়ে নালাগক দিন বুলি কোৱা যোৱা নাছিল। সাঁৰতাৰ ভাগত অন্ততঃ কুৰি হেজাৰ টকা পাবৰ; তেনেহলত পিতাই…"

ৰমেশে অলপ উত্তেজিত ভাৱে ক'লে—

"আজিকালি পণপ্ৰথা চলিছেই। বাদ দিয়ক, আমাৰ বিয়াত পিতাই টকা

হৈ গ'ল। বেদনাৰে তাইৰ হিয়া সিক্ত হৈ গ'ল। মাকে ভাত খাবলৈ মতাত কেইগৰাহমান খায়েই উঠি গ'ল। মাকে বুজিলে জীয়েকৰ এই অৰ্ধভোজনৰ কাৰণ। বৰ দুখ লাগিল তেওঁৰ।

ৰাতি সবিতাৰ টোপনি নাহিল। সেই একেটা প্ৰশ্ন—তেওঁ তেন্তে তেজপুৰৰ মধ্য উকিলৰ ছোৱালীকে কিয় কৰাব? তাইৰ ইমান দিনৰ আশা-আকাঙ্ক্ষা চুৰমাৰ কৰি তেওঁ হব কোনো ধনী উকিল জীয়াৰীৰ স্বামী? উকিল জীয়াৰীৰ স্নেহৰ সোহাগ পাই হয়তো তাইৰ স্মৃতিবোৰ মচি পেলাব চিৰদিনৰ বাবে। এটা তাচ্ছিল্যৰ—উপহাসৰ, উপেক্ষাৰ হাঁহিৰে হয়তো দুয়ো স্বামী-স্ত্ৰীয়ে তাইৰ ফালে চাই হাঁহি মাৰিব। তাই আৰু ভাবিব নোৱাৰে—সহিব নোৱাৰে। মনটো উন্মাদ হৈ উঠে। উচুঁপি উচুঁপি গাৰু তিয়াই পেলাবৰ মন যায়। হিয়াত যেন জুই লাগে।

শোকৰ পিচত আহে খং। তাই যেন নিজে নিজে কৈ উঠে—পিতাকৰ এনেহে পিতৃভক্ত পুত্ৰ; খুলি এবাৰ কথা কব নোৱাৰে? এয়ে মোৰ প্ৰতি ভালপোৱা? ভুল—মোৰ ভুল। মই ভুল বুজিছো, তেওঁ ভাল মানুহ নহয় নিশ্চয়। সুবিধাবাদী প্ৰবঞ্চক, অতি নীচ মনোবৃত্তিৰ লোক। টকাৰ লোভত নিজক বিক্ৰি কৰিব ওলাইছে। ঠিকাদাৰ বাপেকে ঠিকা নাপাই পুতেকৰ জীৱন লৈয়ে ঠিকা আৰম্ভ কৰিছে; আৰু পিতৃভক্ত পুত্ৰয়ো পিতাকৰ অস্ত্ৰ হিচাবে নিজক ব্যৱহাৰ কৰিছে। বাস্তৱিক টকা হলেই মানুহ নহয়, বিদ্বান হলেই মানুহ নহয়। তাৰ প্ৰমাণ এই পিতা-পুত্ৰ।

তাইৰ খং উঠে শৰতৰ পিতাকৰ ওপৰত, শৰতৰ ওপৰতো।

তাই আকৌ অন্য ৰকমে ভাবে—নাই, শৰত ইমান তললৈ নামিব নোৱাৰে। ইমান নীচ নহয় তেওঁ। মোৰ সিদিনাৰ চিঠিখন পাই খং কৰিছে হবলা। ছিঃ! তেনেকৈ লিখিব নালাগিছিল! ভুল কৰিলো। ক্ৰোধৰ বশৱৰ্তী হৈ নিলিখিব লগীয়া কথা লিখি পেলালো। নহয়…। ক্ষমা খুজি চিঠি লিখিব লাগিব। কিন্তু এতিয়া যে সময় পাৰ হৈ গ'ল? এতিয়া ক্ষমা খোজা মানে ফাচি হৈ যোৱা মানুহক খালাচ হোৱা হুকুম শুনোৱাৰ দৰে হব। বন্দোবস্ত হৈ গৈছে যেতিয়া বিয়া অনিবাৰ্য। মিছাতে অসময়ত ক্ষমা খুজি মোৰ সন্মান মই লাঘৱ কৰিব নোৱাৰো। বাৰু দেখা যাওক, তেওঁৰ মতি-গতি কেনে হয়। যদি মোক প্ৰকৃততে ভাল পায়, তেন্তে তেওঁ কলৈকো যাব নোৱাৰে। তেওঁ মোৰ…।

ভাবি ভাবি তাই শুই পৰে। চিলিমিলকৈ টোপনি আহে। হঠাতে আকৌ সাৰ পাই উঠে। শৰতক সপোনত দেখে। তাই আকৌ শুবলৈ যত্ন কৰে। আঠুৱাখন ভালকৈ লৈ পুনৰ শুই পৰে।

## ॥ পোন্ধৰ ॥

উকিলৰ ছোৱালী ঠিক কথা খবৰ দিলে পিতাকে শৰতক। চিঠি পঢ়ি শৰতৰ মন উদ্বিগ্ন হৈ উঠিল। উহ! কিবে হৈ গ'ল! এতিয়া কি কৰিব তেওঁ? সবিতাক গ্ৰহণ কৰিব নে পিতাকৰ আদেশ পালন কৰিব? পিতৃৰ আজ্ঞা লঙ্ঘন কৰিব? নোৱাৰে; প্ৰাণ গ'লেও শৰতে পিতাৰ আদেশ উলঙ্ঘা কৰিব নোৱাৰে। একমাত্ৰ ল'ৰা হৈ কেনেকৈ বাৰু পিতাকৰ কথা উলঙ্ঘা কৰে? কিমান দুখ পাব পিতাকে! ইমান-দুখ তেওঁ পিতাকক দিব নোৱাৰে, লাগে নিজৰ বিমানে দুখ নহওক, ক্ষতি নহওক।

সবিতা, এৰা সবিতা। সবিতাৰ কথা মনত পৰি প্ৰাণ কান্দি উঠে। অতীতৰ ক'ত মধুস্মৃতি বিজৰিত দিনৰ ইতিহাস আহি সন্মুখত প্ৰকট হৈ উঠে। সেই ভালপোৱা তেওঁ কেনেকৈ নেওচিব? প্ৰশ্ন কৰে; কিন্তু উত্তৰ? লোকৰ মোকৰ্দমা শুধি ৰায় দিয়ে; কিন্তু নিজৰ প্ৰশ্নৰ উত্তৰ দিব কোনে? তেওঁ ভাবে, চিন্তে, গুণে-গাথে। মনৰ মাজত চিন্তাৰ প্ৰবল ধুমুহা। আদালতত পৰৰ বিচাৰ বি হাকিমে কৰে, নিজৰ ঘৰত নিজৰ বিচাৰ তেওঁ কৰিব নোৱাৰে; পৰৰ প্ৰশ্নৰ সমাধান কৰিব পাৰে, নিজৰ প্ৰশ্ন সদায় সমাধানৰ বাহিৰত থয়।

তেওঁ ভাবে, সবিতাক বিস্তাৰিত ভাবে লিখি জনাব। আৰু লিখিব এই অপৰাধৰ বাবে যাতে তেওঁ ক্ষমা কৰে। তেওঁ ক্ষমা খুজিব, আৰু ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিব যাতে সবিতা সুখী হয়। শেষত তাকেই কৰিলে। বৰ দুখ আৰু বেজাৰেৰে হৃদয়পূৰ্ণ কৰি লিখিলে—

মোৰ মৰমৰ সবিতা,

মোৰ হিয়াভৰা প্ৰীতি গ্ৰহণ কৰিবা। মোৰ শৰীৰ ভাল কিন্তু মন বেয়া। মোক আজি বৰ বেয়া লাগিছে। আজি এই যি কথা লিখিম সি অতি জৰুৰ। তোমাক মোৰ [illegible] নিৰ্দ্দিষ্ট বাবে আৰু কেতিয়াও [illegible] নাই পুনৰ

নোৱাৰিম। মোক ক্ষমা কৰিবা সবিতা। জীৱনত তোমাৰ ওচৰত অনিচ্ছা সত্বেও যি দোষ কৰিলোঁ সি ক্ষমাৰ বাহিৰত। তথাপি মই তোমাৰ ওচৰত আজি ক্ষমা প্ৰাৰ্থনা কৰিছোঁ।

মোৰ আদৰিণী সবিতা,

তুমি জানা যে মই তোমাক কিমান ভাল পাওঁ; কিন্তু কি কৰিম সবিতা? বোধহয় তুমি শুনিবই পাইছা যে, পিতাই মধু উকিলৰ জীয়েকক···। পিতাৰ আদেশ—অৱশ্যে পালনীয়। মই নিৰুপায়। এফালে তুমি, আনফালে পিতা। তুমি জানা যে, মই পিতাৰ আদেশ অমান্য কৰিব নোৱাৰোঁ।···মই কি কৰোঁ সবিতা? তুমি মোক উপায় দিয়া।

জীৱনত হয়তো তোমাৰ মই বহুত দোষণীয় কাম কৰিছোঁ; তুমি তোমাৰ এই মৰমৰ শৰতক ক্ষমা কৰিবা সবি, তোমাৰ এই হতভগীয়া শৰতক খং নকৰিবা। আৰু লিখিব নোৱাৰোঁ; মন বেয়া লাগিছে। তোমাৰ মঙ্গল হওক এয়ে মোৰ আন্তৰিক কামনা। তুমি সুখী হোৱা জানিলেই মই সুখী হম। তুমি সুখী হোৱা সবিতা, তোমাৰ জীৱনত আনন্দই বিৰাজ কৰক—

ফুলক জীৱনে তব শতেক গোলাপ,
হিয়া হক ভৰপূৰ বিমল আনন্দে;
ব্যৰ্থ ই জীৱন মাজে ধৰাৰ যন্ত্ৰত
বাজক জীৱন গীতি নব নব ছন্দে।

ইতি

তোমাৰ মৰমৰ

শৰৎ

চিঠি গৈ সবিতাৰ হাতত পৰিল। চিঠি পঢ়ি সবিতাৰ কেনে লাগিল। দুখো লাগিল, খঙো উঠিল! চিঠিখন কেবাবাৰো পঢ়ি পঢ়ি আৰামী চেয়াৰখনত বহি পৰিল। মুখত ফুটি উঠিল এটা তাচ্ছিল্যৰ হাঁহি। বাঃ তুমি [illegible] পিতৃভক্ত ৰামচন্দ্ৰ! পিতাৰ আদেশ অৱশ্যে পালনীয়। যদি আগতেই জানিছে— যদি বিনা বিচাৰে পিতৃ আজ্ঞা-পালন কৰিব বিচাৰে, তেন্তে সবিতাক কিয়? তাৰ পাছত লিখিছে এজোলোকা আশীৰ্বাদৰ কবিতা, [illegible] [illegible] [illegible] [illegible] ইমান আশীৰ্বাদ দিব পাৰে? যদি [illegible] [illegible] কথাবোৰ [illegible] [illegible] [illegible]

তেওঁ মিছাকৈ কাঁন্দিছুকা যি নিজেও জুলুম হোৱাৰ কাম নাই আৰু আনকো জুলুম কৰাৰ লাভ নাই, বৰং অন্যায়। মোক আৰু আশীৰ্বাদক সান্ত্বনা দিব নোৱাৰে। এওঁৱা ক্ষমা খুজিছে। যদি নিজে জানেই যে, নিজে একো কৰিব নোৱাৰে; তেনেহলে কিয় ইমান আগ বাঢ়িছিল? কাপুৰুষ! তাই নিজে নিজে মনতে যেন কৈ উঠে। ঈৰ্ষাৰ জ্বালাই সৰ্বাঙ্গ দহন কৰে। সন্দেহ হয় তেওঁৰ চৰিত্ৰৰ ওপৰত। যদি উকিল জীয়াৰীৰ প্ৰেমত পৰিছে! একে তেজপুৰতে থাকে। তাইৰ ধাৰণা ক্ৰমে গাঢ়ৰপৰা গাঢ়তৰ হয়। বোধহয় উকীল জীয়াৰীৰ ৰূপৰ ছুৰিকাখনৰ মুখটো বেচি জোঙা; সেয়েহে বুকুত লগা মাত্ৰকে সোমাই গ'ল—এতিয়া আৰু উলিয়াই আনিব নোৱাৰে। ভাল কথা,—প্ৰেমত পৰিছা, বিয়া কৰোৱা, সুখী হোৱা নিজে নিজে, কিন্তু মোক কিয় সোধা? আশীৰ্বাদৰ জোলোঙাখন মেলিছা কিয়? মোক সান্ত্বনা দিবলৈ নে ঈৰ্ষাত জ্বলাই মাৰিবলৈ? কোনে আশীৰ্বাদ বিচাৰিছে বিশ্বাসঘাতক? খং অভিমান ঈৰ্ষাত তাইৰ সৰ্বশৰীৰ জৰ্জৰিত হৈ গ'ল। মন একেবাৰে ক্ষীপ্ত হৈ উঠিছে। কি কথা, কি চিন্তাবোৰ যে মনটো আহিছে তাৰ ঠিক নাই। সুস্থ অৱস্থাত যিবিলাক কথা তাই কল্পনাও কৰিব নোৱাৰে, মনৰ এনে বিকাৰগ্ৰস্ত অৱস্থাত সেইবোৰেই বাস্তৱত প্ৰতিভাত হব ধৰিছে। পাগলীৰ দৰে কেতিয়া কি ভাৱে একো থিৰ কৰিব নোৱাৰে। মন অসুস্থ—দেহ শিথিল।

ইয়াতেই আৰম্ভ হ'ল ভুল বুজাবুজি। ভুল সৃষ্টি হয় মানুহৰ নিজৰ মনত—বাহ্যিক ঘটনাবোৰ মাত্ৰ তাৰ আলম্বন—উদ্দীপন—বিভাব।

তেজপুৰত শৰতৰ মাহীয়েকৰ ঘৰ। মহাকে ইন্সিওৰেন্সৰ কাম কৰে—এজেন্ট। তেওঁৰ ল'ৰা চাৰিজন, ছোৱালী দুজনী। ডাঙৰ ছোৱালীজনী বৰ্তমান ৩য় বাৰ্ষিক বি. এ. পঢ়ে। দেখাত দেখনিয়াৰ। যৌৱনৰ লোভনীয় চেহেৰা আৰু কলেজীয়া চাল-চলনে অনিতাক আৰু ৰূপহী কৰি তুলিছে। কলেজৰ বাহিৰা কামবোৰত অনিতা আগবঢ়া বিধৰ ছোৱালী। বেছ স্মাৰ্ট—আপ টু ডেট।

পূজাৰ বন্ধত অনিতাই গুৱাহাটীলৈ ওলাল শৰৎ ককাইদেৱেকৰ লগত। দুয়ো মটৰেৰে আহি উত্তৰ গুৱাহাটীৰপৰা ফেৰিত পাৰ হৈ কাছাৰীঘাট পালে। দুয়ো নামিল। শৰতৰ হাতত চুটকেচটো আৰু অনিতাৰ হাতত লেডীচ ব্যাগটো। দুয়ো সৰু ৰাস্তা উঠি খোজকাঢ়ি যাবলৈ থিৰ কৰিলে কাৰণ গুৱাহাটীৰ কিবাকিবা

ঠাই চাই যাবলৈ অনিতাই ইচ্ছা কৰিছিল। অনিতাৰ গুৱাহাটী ভ্ৰমণ এইবাৰকে লৈতে তিনিবাৰ যদিও তথাপি বহু অনুষ্ঠান অনিতাই নিচিনে, নাজানে। দুয়ো খোজ লৈছে। শৰতে নতুনকৈ বন্ধা কাছাৰিঘৰ, হাইকোৰ্ট আদি দূৰৰপৰা আঙুলিয়াই দেখুৱাই দিছে। অনিতাই চাই গৈছে। হেনসময়ত সন্মুখফালৰপৰা আহে সবিতা মটৰেৰে। দূৰৰ পৰাই শৰতক দেখি তাই চিনিব পাৰিছে। ওচৰ পোৱা মাত্ৰে মটৰ ৰখাই মটৰৰ ভিতৰৰপৰা মূৰটো উলিয়াই শৰতক মাত দিলে —"কিহে পিতৃভক্ত ৰামচন্দ্ৰ! বনবাস কিমান বছৰ?

হঠাতে সবিতাক এনেভাৱে লগ পাব বুলি শৰতে কল্পনাও কৰা নাছিল। এনে শ্লেষপূৰ্ণ প্ৰশ্ন শুনি প্ৰথমে তেওঁ থমকি ৰ'ল। এবাৰ মটৰৰফালে চাই সবিতাক দেখি আচৰিত হোৱা যেন দেখুৱাই ক'লে—"অ তুমি সবিতা! ক'লৈ গৈছিলা? আহি পায়ে তোমাক লগ পাই বৰ ভাল লাগিল।"

"ভাল যে লাগিছে ময়ো তাক বুজিছোঁ; অৱশ্যে মোক লগপাই নে কাৰবাক লগ ল'ই কব নোৱাৰোঁ। পিচে ক'ৰপৰা?"

"তেজপুৰৰ পৰা।"

সবিতাই এবাৰ অনিতাৰফালে বক্ৰদৃষ্টিৰে চাই ললে; দেখিলে অনিতাই নিজ শৰীৰটো কিছু মূল্যবান কৰি তৈয়াৰ কৰি লৈছে। গাৰ গঠন আৰু বৰণ অৱশ্যে ঈশ্বৰ প্ৰদত্ত কিন্তু সাজ-সজ্জা আৰু পণ্য সৌন্দৰ্যৰে দেহটো অধিক আকৰ্ষণীয় কৰি তুলিছে। অনিতাৰ ৰূপ দেখি আৰু শৰতৰ লগত একেলগে অহা দেখি সবিতাৰ তৎক্ষণাৎ ভাব হ'ল যে এইজনীয়ে সেই উকিল দুহিতা। কথাষাৰ চিন্তা কৰাৰ লগে লগেই যেন তাইৰ মূৰ গৰম হৈ উঠিল। ঈৰ্ষাত যেন সৰ্বাঙ্গ কণ্টকিত হৈ উঠিল। তাই সহ্য কৰিব নোৱাৰি খৰখৰ বেগতে শৰতৰ ফালে চাই পুনৰ শ্লেষপূৰ্ণ উত্তৰে ক'লে—"নমস্কাৰ চাৰ, মই এতিয়া যাওঁ। ড্ৰাইভাৰ!"

ড্ৰাইভাৰ বুলি মাত দিয়াৰ লগে লগেই ড্ৰাইভাৰজনে মটৰ ষ্টাৰ্ট দিলে। শৰতে কিবা কওঁ বুলিছিল, কিন্তু ক'ব নোৱাৰিলে; মটৰ গুচি গ'ল। মটৰ যোৱা ফালে অনিতাই অনিমেষ নয়নে চাই ৰ'ল। শৰতে লাহেকৈ ক'লে—

"বলা অনিতা, নিজাত যাওঁ বলা।"

"যাব বলক।"

শৰতে এখন নিজা মাতে। দুয়ো নিজাত উঠে।

"এওঁ কোন ককাইদেউ ?"

"গুৱাহাটীৰ গিৰীশ দাস ইঞ্জিনীয়াৰৰ ছোৱালী।"

"আপোনাৰ কি হয় ?"

"একো নহয় ! এনেয়ে চিনা-পৰিচিতা।"

"ইমানকৈ যে ঠাট্টা কৰিলে।"

"তেওঁৰ কথাই তেনে।"

„কথা-বতৰাৰ ভঙ্গীত অহঙ্কাৰী যেন অনুমান হ'ল।"

"তেওঁৰ কথাবোৰ অৱশ্যে তেনেই।"

"অভদ্র বুলি মোৰ অনুমান হ'ল। ৰাস্তাই-ঘাটে মানুহক ঠাট্টা কৰে···। তাৰ উপৰি চিনা-অচিনা মানুহ একো নাচায়···।" তাই আৰু কব নাপালে ; ৰিক্সা থামি পৰিল। দুয়ো নামিল। তাই নক'লে যদিও পেটে-পেটে ৰব বেয়া পালে।

দুয়ো ঘৰ সোমাৱাত শৰতৰ মাকে বৰ আদৰ কৰি অনিতাক আগবঢ়াই ভিতৰলৈ লৈ গ'ল। তাই অহা খবৰ আগতে পাইছিল শৰতৰ মাকে। গতিকে বাট চাই নখলামুখলৈ চাই আছিল। ঘৰৰ খবৰ-বাতৰি সুধিব ভিতৰলৈ নি। শৰতে তেতিয়া বাথৰুমত প্ৰৱেশ কৰিছে স্নান-ক্ৰিয়া সমাপন কৰিবলৈ।

॥ ষোল ॥

সবিতাৰ অন্তৰত জ্বলিল ঈৰ্ষাৰ অনল। তাই জ্বলি-পুৰি মৰিব ধৰিলে। প্ৰেমিকাই কঠোৰ আঘাত সহ্য কৰিব পাৰে, লাঞ্ছিতা অপমানিতা হৈয়ো নীৰৱে সহিব পাৰে—কেৱল নোৱাৰে তাইৰ প্ৰেমিকে আইনৰ লগত মিলা দেখিবলৈ। ইয়াতে জাগে ঈৰ্ষা, তাতে আছে অসহ্য বেদনা। তাই ভাবিলে যে শৰতৰ পিতাকে ছোৱালী ঠিক কৰা নাই বৰং স্বয়ং শৰতেই ছোৱালী ঠিক কৰিছে। তেজপুৰলৈ গৈয়ে বোধ হয় এই অপেস্বৰীৰ লগত দেখা হয় আৰু তাই ভেবাবাম শৰতক ভে'বা বনাই প্ৰেমত পেলাই এই কাণ্ডখন ঘটালে। শৰতে প্ৰেমত পৰিছে আৰু পিতাকলৈ গোপনে চিঠি লিখিছে ; সেয়েহে পিতাকে ইমান সোনকালে বিয়াৰ বন্দোবস্ত কৰিছে। টকাৰ কথা মিছা। এম. এল. এ.ৰ ছোৱালী বিয়া নকৰাই যে মধু উকিলৰ ছোৱালী বিয়া কৰাব ওলাইছে ইয়াৰ গুৰিত এয়েহে ! ইমান ছলনা ! ইমান প্ৰতাৰণা !! এয়ে

পুৰুষৰ মন ? তাৰ ঘৃণা ওপজে গোটেই পুৰুষ জাতিটোৰ ওপৰতে। তাই খণ্ডতে ঠিক কৰে—"কণ্টকে নৈৱ কণ্টকম্।" হৃদয়েৰেহে তাই হৃদয় কাঢ়িব—প্ৰতিশোধ লব। নিৰ্মম ভাৱে সবিতাই শৰতৰ ওপৰত প্ৰতিশোধ লব। শৰতৰ ওপৰত প্ৰতিশোধ লবৰ বাবে তায়ো কূট ছলনা, প্ৰতাৰণাৰ আশ্ৰয় লব। তাই আৰু ধৰ্ম নামানে, ন্যায় নামানে। সবিতাৰ অন্তৰৰ প্ৰতিহিংসাৰ পশুটো যেন কৰ্মৰাই জাগি উঠে।

আনদিনাৰ দৰে পিচদিনা পুনৰাও প্ৰবীণ আহিছে সবিতাহঁতৰ ঘৰলৈ। সবিতাক জয় কৰিবলৈ চলিছে তাৰ অক্লান্ত সাধনা—সবিতাৰ ৰূপে তাক কৰি তুলিছে অধীৰ, উন্মনা। ড্ৰইং ৰুমত উপস্থিত হৈয়ে সবিতাৰ উপস্থিতি লক্ষ্য কৰিলে। আজি সবিতায়ো বাঞ্ছা কৰিছিল প্ৰবীণৰ উপস্থিতি। তেওঁ অহা দেখি হাঁহি মুখেৰে ওলাই আহিল তাইৰ ৰুমৰপৰা। প্ৰবীণে হাঁহি মাৰি নমস্কাৰ কৰিলে। সবিতাই প্ৰতি নমস্কাৰ কৰি সন্মুখৰ চেয়াৰখনত প্ৰবীণক বহিবলৈ নিৰ্দেশ দি নিজেও আনখনত বহি পৰিল।

"মিষ্টাৰ কলিতা, আজি আবেলি অলপ সোনকালে আহিব। আমি আজি চিনেমালৈ যাম।"

হঠাতে এনে অপ্ৰত্যাশিত আমন্ত্ৰণৰ কথা শুনি প্ৰবীণ স্তম্ভিত হৈ গ'ল। আজি ইমান দিনে যি সবিতাই প্ৰবীণৰ লগত একেলগে এটা খোজ দিয়া নাই, সেই সবিতাই আজি যাব চিনেমা চাবলৈ ? প্ৰবীণৰ মনত সপোন যেন বোধ হ'ল। সি নীৰৱ ভাৱে তাইৰ মুখলৈ চাই ৰ'ল। তাই তাৰ মনৰ ভাৱ বুজিব পাৰি হাঁহি মাৰি ক'লে—"বিশ্বাস কৰিবলৈ টান পাইছে নেকি ?"

"নাই। কিয় টান পাম ?" সি যে আচৰিত হোৱা নাই আৰু অবিশ্বাস কৰা নাই বৰং স্বাভাবিক বুলিহে ধৰি লোৱা হৈছে ইয়াকে প্ৰমাণ কৰিবৰ বাবে কোনো খোকোজা নলগাকৈয়ে উত্তৰ দিয়ে। তথাপি তাৰ চকুৰ সন্দেহাকুল আৰু বিস্ময়াতুৰ দৃষ্টি লক্ষ্য কৰি তাই কৈ উঠে—"তেন্তে কি ভাবিছে ?"

"একো ভবা নাই। কিন্তু...। নাই, ঠিক আছে।"

"কিন্তু কি ?"

"পিচে, লগত আৰু কোন কোন যাব ?"

"কিয় ? ভয় লাগে নেকি ? ডেকা মানুহকো জানো লগ লাগে ? মই আৰু

আপুনি—বহু—আৰু কাক লাগিছে ?"

"অৱশ্যে।"

"তেন্তে অলপ আগধৰি আহিব—দুয়ো অলপ ফুৰিম।"

"বাৰু।"

এনেভাৱে কথা হয়। তাৰ পাচত চাহ আনে; চাহ খায়। খাই-বৈ উঠি প্ৰবীণে বিদায় লয় মেছলৈ। যাওঁতে বাটে বাটে সি ভাবে কিয় ইমান দৰদ উপজিল আজি তাৰ প্ৰতি। হঠাতে এনে অনুৰাগী হৈ পৰিল কিয় ? কব নোৱাৰি এই ভগৱতী গোসানী কেতিয়া ৰুষ্ট আৰু কেতিয়া তুষ্ট হয়। চিন্তা কৰি গৈ থাকে প্ৰবীণ—অন্তৰত আনন্দৰ থোকি-বাথো।

আবেলি তিনিটামান বজাত সি আহি উপস্থিত হ'ল সবিতাহঁতৰ ঘৰত। গাত মূল্যবান সাজ-পাৰ; মুখত প্ৰসাধন ক্ৰিয়া; অন্তৰত আনন্দৰ বান। সবিতাই ইতিমধ্যে সাজি-কাচি ওলাই আছিল। চুট-পেণ্ট পিন্ধি সাক্ষাৎ চাহাবজন হৈ আহি সমুখত থিয় হোৱা মাত্ৰে সবিতাই হাঁহি মাৰি ক'লে—"গুড্ ইভিনিং মাই ডিয়াৰ ইণ্ডিয়ান চাহাব"। তাই ইংলিচ ফেচনৰ চালাম কৰি হাঁহি মাৰি ওচৰ চাপি আহে। প্ৰবীণ ঠাট্টা বুজি পাই হাঁহি মাৰি ওলোটা চালাম দিয়ে—"গুড্ ইভিনিং মাই ডিয়াৰ ইণ্ডিয়ান লেডী। পিচে কিমান দেৰি।"

"ৰেডি। প্লিজ কাম ইন্।" তাই তাক ভিতৰলৈ মাতি নিয়ে। সি গৈ ড্ৰইং ৰুমত বহে। সবিতাই সাজি কাচি ওলাই আছিল। ভিতৰত গৈ মাকৰ আগত থিয় হৈ ক'লে—মা, আমি চিনেমা চাবলৈ যাওঁ। ডাঙৰ দাদা আহিলে মই চিনেমালৈ যোৱা বুলি ক'বি।" মাকৰ আগত কথাষাৰ কৈ তাই ওলাই আহিল আৰু প্ৰবীণক ক'লে—"ইয়েচ্ মিণ্টাৰ কলিতা, উই অ'ত টু গো নাও।"

"ও ইয়েচ্। কাম অন।"

দুয়ো ৰাস্তালৈ ওলাই আহে। ওচৰতে থকা ৰিক্সাখন মাতি আনি উঠি বহে সবিতা। তাৰ পাচত প্ৰবীণক মাতি আনি কাষত বহুৱাই লৈ ৰিক্সাৱালাক যাবলৈ অনুমতি দিয়ে।

* * *

মাকৰ মুখত প্ৰবীণৰ লগত সবিতা চিনেমালৈ যোৱা শুনি পিতাকে পৰম খুচি হৈ গ'ল। ইমান দিনে যি সবিতাই প্ৰবীণৰ লগত কথা হবলৈকেই ইচ্ছা কৰা

নাছিল বৰং ঘৃণা কৰিছিল, সেই সবিতাই আজি নিজে চিনেমালৈ লৈ গৈছে প্ৰবীণক। দাসৰ আন্তৰিক ইচ্ছা পূৰণ হবৰ পূৰ্ববাগ দেখা গৈছে। এনে অভূতপূৰ্ব কাণ্ড দেখি গিৰীশ দাসৰ মনত নতুন আশাই ভুমুকি মাৰিলে।

প্ৰবীণ আৰু সবিতা। একেখন ৰিক্সা। গাতে গা লগাকৈ বহিছে দুয়ো। প্ৰবীণৰ গাৰ উত্তাপৰ তাৰতম্য দেখা গ'ল ; সবিতা অবিচলিত। প্ৰবীণৰ বক্ৰদৃষ্টি সবিতাৰ বং ঘহা ৰংচুৱা গাল দুখনিৰ ওপৰত। সবিতাৰ সতৰ্ক দৃষ্টি ৰাস্তাৰে যোৱা মানুহৰ ওপৰত। দৃষ্টিৰ অন্তৰালত লুকাই আছে কোনো এজনক লগ পোৱাৰ প্ৰবল আকাঙ্ক্ষা। সেইজন কোন নক'লেও হব। তাই ভাবিছে যে, শৰতে নৱ প্ৰেমিকা ভাবী সঙ্গিনী উকিল দুহিতাক লগত লৈ যেনেতেনে চিনেমা যাত্ৰা কৰিব। তাকে ভাবি শৰতক লগ পোৱাৰ উদ্দেশ্যে এই অপূৰ্ব অভিযান সবিতাৰ। তাইৰ ঈৰ্ষা জাগিছে। তেওঁ যদি তাইক এৰি আন এজনীক লগত লৈ ফুৰিব পাৰে তেন্তে তায়ো তেওঁক এৰি আন এজনক লগত লৈ ফুৰিব পাৰে। প্ৰবীণৰ দৰে এজন ইঞ্জিনীয়াৰক লগত লৈ গৈ তাই দেখুৱাব যে সবিতাৰ ৰূপো নিৰৰ্থক নহয়— তাইৰ সৌন্দৰ্যও উপেক্ষাৰ বস্তু নহয়। পুৰুষৰ মনত তাইৰ ৰূপ জগৰ আৰাধ্য নহ'লেও অৱহেলাৰ সামগ্ৰী নহয় ; বৰং তেওঁৰ দৰে অনেক পুৰুষৰে এই সৌন্দৰ্য চিৰ কামনাৰ ধন। তাকেই তাই প্ৰমাণ কৰিব বিচাৰে। প্ৰবীণ হ'ল তাইৰ কাৰ্য-সিদ্ধিৰ আহিলা মাথোন। কিন্তু বৰ পৰিহাসৰ কথা যে, বেচেৰাই নাজানে এই খেলুৱৈ ছোৱালীজনীৰ যে সি এটা খেলাৰ গুটি মাত্ৰ। অদ্ভূত খেলুৱৈ এই সবিতা দাস। পুৰুষৰ মন লৈ তাই আৰম্ভ কৰিলে এই প্ৰতাৰণাৰ খেলা। সৌন্দৰ্যৰ মায়াজালেৰে আৱদ্ধ কৰি দংশন কৰিব জগতৰ সমস্ত পুৰুষ জাতিক। তাইৰ আৰু দয়া নাই, মায়া নাই, কোনো অনুকম্পা নাই পুৰুষ গোষ্ঠীৰ ওপৰত। পুৰুষক নচুৱাই ৰং চাবৰ বাবেই তাই আৰম্ভ কৰিলে ছলনাৰ খেলা। নাৰীৰ হাতত আজি পুৰুষ হ'ল খেলাৰ সামগ্ৰী।

দুয়ো গৈ 'কেলভিন' চিনেমা হল পালে। ৰিক্সাখনক বিদায় দি ভিতৰলৈ সোমাই গৈ প্ৰবীণে টিকট আনিব খোজাত সবিতাই বাধা দি ক'লে—"বৰ, টিকট নকৰিব। মই ভিতৰৰপৰা আছো। জয়ন্তীহঁত অহা কথা আছিল, যদি অহা নাই ; তেন্তে ইয়াত নাচাওঁ।" তাই ভিতৰ সোমাই গ'ল। হলৰ ভিতৰৰ মানুহবোৰক লক্ষ্য কৰিলে। উদ্দেশ্য হৈছে শৰতৰ অন্বেষণ। এজন দুজনকে

লক্ষ্য কৰি ক'তো শৰতক নাপাই সবিতা বিফল মনোৰথ হৈ ফিৰি আহিল। বাহিৰলৈ আহি দেখে প্ৰবীণে তাইকে বাট চাই টিকট নকৰি অপেক্ষা কৰি আছে। তাই অহা মাত্ৰে ক'লে—"টিকট আনো ?"

"নালাগে। তাইহ'ত ইয়াত নাই। বোধহয় 'ৰূপশ্ৰীত' সোমাল। বলক তালৈকে।" নাৰীৰ আজ্ঞাবাহী পুৰুষ। তৎক্ষণাৎ ৰিক্সা আহ্বান কৰি আনি উঠি বহিল। সবিতাই লাহেকৈ প্ৰবীণৰ কাষতে বহি ৰিক্সাৱালাক ক'লে—"জলদি চলো ৰূপশ্ৰী মে।" ৰিক্সা জোৰেৰে চলিল। টিকট বন্ধ হবৰ আৰু বেচি পলম নাই। ৰূপশ্ৰী চিনেমা হল পায়েই দুয়ো তৎক্ষণাৎ নামি পৰিল। সবিতাই 'অলপ ৰৱ' বুলি কৈয়ে পোনে পোনে হলৰ দুৱাৰ মুখলৈ গৈ হলৰ ভিতৰখন তন্ন তন্নকৈ পৰ্যবেক্ষণ কৰি গ'ল। আধা আন্ধাৰ-আধা ছাঁত হঠাৎ এবাৰ অনিতাৰ মুখখন দেখা পালে 'স্পেচিয়েল ক্লাচত'। দেখা পায়েই তাই তীব্ৰ বেগে বাহিৰ হৈ আহি প্ৰবীণক দুখন প্ৰথম শ্ৰেণীৰ টিকট আনিবলৈ হুকুম দিয়ে। তাই অনুমান কৰিলে যে, সেই প্ৰেমিকা আছে যেতিয়া প্ৰেমিক থকাটো নিতান্ত সম্ভৱ। এই অনুমানৰ ওপৰত নিৰ্ভৰ কৰিয়ে তাই দুখন টিকট খৰধৰ কৰি আনিবলৈ আদেশ দিয়ে। আদেশ অনুযায়ী কাম। নিমিষতে দুখন প্ৰথম শ্ৰেণীৰ টিকট লৈ হাজিৰ হ'ল প্ৰবীণ সবিতাৰ সন্মুখত বিজয় গৌৰৱত। এটা ধন্যবাদ দি সবিতাই টিকট দুখন লৈ ভিতৰলৈ সোমাই গ'ল। পিচে পিচে সোমাল প্ৰবীণ। দুয়ো গৈ নিৰ্ধাৰিত আসনত উপবেশন কৰিলে।

চিনেমা আৰম্ভ হোৱাৰ আগ মুহূৰ্তত বিজুলী বাতিৰ উজ্জ্বল আলোকত সবিতাৰ চকুত পৰিল সেই ৰূপহীৰ কাষতে নীৰৱ ধ্যানী বুদ্ধৰ দৰে বহি আছে তাইৰ আজি ওৰে দিনৰ চিকাৰ শৰৎচন্দ্ৰ। তাইৰ গাত যেন বিদ্যুৎ প্ৰবাহিত হৈ গ'ল! বেচেৰা প্ৰবীণে ইয়াৰ একো মম ধৰিব নোৱাৰিলে; কেৱল যন্ত্ৰ চালিতৰ দৰে সবিতাক অনুসৰণ কৰি গ'ল। সবিতাই বুজিলে—ইঞ্জিনীয়াৰে ইঞ্জিনহে চলাব পাৰে—মানুহৰ মন চলাব নোৱাৰে। তেওঁলোকে খবৰ জানে মেচিনৰ, মানুহৰ মনৰ খবৰ তেওঁলোকে নাৰাখে। বিজুলীৰ আলোকত শৰৎ অনিতাক ভালদৰে চাই লৈ সবিতাই এনেভাৱে প্ৰবীণৰ কাষত বহিল যাতে শৰতে খুব স্পষ্ট ভাবেই তাইক দেখিবলৈ পায়। শৰতক দেখাকৈ তাই প্ৰবীণৰ গাত লগাকৈ বহিল। পিচফালে ওপৰত বহি থকা শৰতে যেন লক্ষ্য কৰিলে। সবিতা

আৰু তাইৰ সঞ্জীৱনক দেখি শৰতৰ ধমনিৰ তেজৰ সোঁত খৰতৰ গতিত চলা যেন অনুভৱ কৰিলে। শ্বাস-প্ৰশ্বাস ঘন হ'ল। ইকি অদ্ভুত পৰিবৰ্তন! সবিতাই একেলগে চিনেমা চাবলৈ আহিছে ইঞ্জিনায়াৰ কলিতাৰ লগত? দিঠক নে সাপোন? পবনৰ বুকুত তেতিয়া লুইতৰ ধল।

চিনেমা আৰম্ভ হ'ল; বিজুলী বাতি বন্ধ কৰি দিলে হলৰ ভিতৰত। আন্ধাৰে আবৰি ধৰিলে সমস্ত ঘৰ; মাথোন ৰূপালী পৰ্দাত জিলিকি উঠিল চিত্ৰজগতৰ চিত্ৰতাৰকাৰ দল। নৃত্য-গীতৰ চলিল মধু মূৰ্ছনা। আন্ধাৰৰ মাজত লুকাই পৰিল দৰ্শকবৃন্দ; পোহৰৰ বুকুত প্ৰতিভাত হ'ল আলোকচিত্ৰ।

চিত্ৰ আৰম্ভ হল; কিন্তু শৰতৰ মন হ'ল সবিতাৰ চিন্তাত নিমগ্ন। চকু থাকিল পৰ্দাত কিন্তু মন থাকিল সবিতাৰ চিন্তাত। গতিকে তেওঁ চিনেমা চালেহে, নেদেখিলে। মনেহে প্ৰকৃততে দেখে। যাৰ চকু থাকে পৰ্দাত আৰু মন থাকে কাৰবাৰ চিন্তাত তেওঁ বাৰু কি দেখিব? চিনেমা চলি গ'ল। এটাৰ পিচত এটা কৰি দৃশ্য অতিক্ৰম হৈ গল—"ৰিল" শেষ হব ধৰিলে। শেষত জিৰণিৰ সময় হ'ল। বিজুলী বাতিবোৰ আকৌ জ্বলি উঠিল। ঘৰময় আলোকিত হৈ উঠিল। ঠিক সেই মুহূৰ্তে সবিতাই তাইৰ সোঁহাতখন এবাৰ প্ৰবীণৰ কান্ধত থৈ তৎক্ষণাৎ আঁতৰাই আনি শৰীৰত এটা লয়লাস ভঙ্গীমা তুলি প্ৰবীণৰ কাণৰ কাষলৈ গালখন নি হাঁহি মাৰি পুনৰ মুখখন আঁতৰাই আনিলে। প্ৰবীণৰ শৰীৰত এটা অস্বাভাৱিক শিহৰণ আহিল। তাইৰ মুখলৈ চাই হাঁহি মাৰি দিলে। পিচফালে বিশেষ শ্ৰেণীত বহি থকা শৰতৰ চকুত পৰিল এই দৃশ্য। জিৰণিৰ লগে লগে ইকি দেখিলে তেওঁ? সবিতাই প্ৰবীণৰ কান্ধত হাত থৈ···। হাঁহিছে দুয়ো? উহু! ইমান সময়ে আন্ধাৰ আছিল ভালেই আছিল; পোহৰ হোৱাত দেখিলে কি? তেওঁৰ কল্পনাৰ সিপাৰৰ কাণ্ড। শৰতৰ মনত বলিল বৰদৈচিলা। জিৰণিৰ লগে লগে এইপাট অন্ত মৰাৰ অৰ্থ আছিল সবিতাৰ একবাণে দুই পক্ষী বধ। এফালে কৰিলে প্ৰবীণক আকুল আৰু অন্যফালে কৰিলে শৰতক উন্মাদ। প্ৰবীণৰ অন্তৰত উঠিল পুলকৰ চঞ্চল তৰঙ্গ, শৰতৰ হৃদয়ত উঠিল ঈৰ্ষাৰ প্ৰচণ্ড তুফান। সবিতাৰ এটিমাত্ৰ চালাকিত দুই পুৰুষৰ অন্তৰত সৃষ্টি হ'ল দুটা বিভিন্ন ধাৰা, বিভিন্ন উৎস। এজনে বিচাৰিলে জীৱনত চপাই লবলৈ, আনজনে বিচাৰিলে ঠেলি দিবলৈ। এজনে পালে আনন্দ, আনজনে পালে জ্বালা। এটি নাৰী, দুটি পুৰুষ, এটি চাকি,

দুটি চগা। কি ৰহস্য! কি যে সাঁথৰ!! এবাৰ পিচমুখ দি শৰতৰ ফালে চায় সবিতাই। দেখিলে, শৰতে ক্ৰোধোন্মত্ত সিংহৰ দৰে তাইৰ ফালে চাই আছে একেধ্যানে। দুয়োৰে পৰাই তেওঁৰ চকুৰ তীব্ৰতা লক্ষ্য কৰিছে সবিতাই! মনে মনে তাই বেছ খুচি হৈ গ'ল। বেছ প্ৰতিশোধ। ঈৰ্ষাৰ জ্বালা অসহনীয়—ই অন্তৰ দগ্ধ কৰে। তাই বুজে। সেইবাবে আকৌ জ্বালাতন কৰাৰ উদ্দেশ্যে তাই তেওঁক দেখাকৈ প্ৰবীণৰ গাতে ঢলি পৰিব খোজে। তাৰ হাতখন আনি আঙুলিকেইটা লিৰিকি-বিদাৰি থাকে। প্ৰবীণে অনুভৱ কৰে প্ৰেমৰ পৰশ, শৰতে অনুভৱ কৰে সৰ্পৰ দংশন। প্ৰবীণৰ প্ৰাণত বয় প্ৰণয় সলিল, শৰতৰ বুকুত জ্বলে ঈৰ্ষাৰ অনল।

কিন্তু সবিতাৰ?

তাই নিস্পৃহ দৰ্শক হৈ চাই থাকে দুই পুৰুষৰ মনৰ সংগ্ৰাম। আশ্চৰ্য খেলুৱে সবিতা। মানুহৰ মন লৈ বেছ খেলা খেলিছে তাই।

প্ৰবীণে জীৱনত এনে আবেগ এনে পুলক কোনো দিনে অনুভৱ কৰা নাছিল। জীৱনত এয়ে প্ৰথম নাৰীৰ কোমল-কৰস্পৰ্শ। আঃ! কিযে শিহৰণ, কিযে অনুভূতি! পৰ্দাত আকৌ চিত্ৰ দেখা দিলে লগে লগে ঘৰময় হৈ পৰিল ঘন আন্ধাৰ। জিৰণিৰ পিচত পুনৰ ছবি। কিন্তু পৰ্দাত কি ওলাইছে কি হৈছে, তালৈ লক্ষ্য নাই প্ৰবীণৰ—লক্ষ্য কেৱল সবিতাৰ প্ৰতি। আজিয়ে সি নিশ্চয়কৈ বুজিলে যে, তাৰ জীৱনলৈ নামি আহিল চিৰ বসন্ত চিৰ আনন্দ। আনন্দত আত্মহাৰা হৈ সি আন্ধাৰৰ আঁৰে আঁৰে সবিতাৰ গাতে গা লগাই বহি বাঁওহাত-খনেৰে সবিতাৰ বেণীডালত ধৰি লাহে লাহে পিহি, মুছৰি টানি হিয়াৰ আবেগৰ ইঙ্গিত জনালে; সবিতাই বুজিলে যে বেচেৰা বেয়াকৈ মজিল। তাইৰ পেটে পেটে হাঁহি উঠিল পুৰুষৰ দুৰ্বলতা দেখি। পুৰুষ লো'ৰ দৰে টান কিন্তু পানীৰ দৰে তৰলো! তাই মনে মনে হাঁহে। ইফালে প্ৰবীণৰ অন্তৰত বহিল প্ৰণয়ৰ বা'-মাৰলী।

আনফালে চিৰদিন নিষ্কলঙ্ক চৰিত্ৰবান শৰতৰ ধমনিত তেজৰ সোঁত ক্ষিপ্ৰ গতিৰে প্ৰবাহিত হৈছে। এনে আঘাত তেওঁ জীৱনত কোনোদিনে পোৱা নাই, আৰু কোনোদিনে আশাও কৰা নাছিল। ঈৰ্ষাত মন জ্বলি গ'ল শৰতৰ। ই কি কাণ্ড সবিতাৰ? তাই তেওঁক শৰতক ভুলি গ'ল? কিয়—কিয় তেওঁ ইমান আবেগেৰে অন্ত-

দিনে তেওঁক সম্ভাষণ জনাইছিল ? ই জানো প্ৰতাৰণা ? নাৰী ছলনাময়ী। প্ৰতাৰণাৰে পূৰ্ণ নাৰীৰ হৃদয়। ইমান দিন যাক মন-প্ৰাণ দি ভালপাই আহিছিল সিজনাই কৰিলে ছলনা ? প্ৰতাৰণা ? অভিনয় ? শৰতৰ অন্তৰ দ্বিধা, বিদ্বেষ, ঈৰ্ষাত জৰ্জৰিত হৈ যায়। প্ৰবীণৰ ফালে ভালকৈ লক্ষ্য কৰি নিজে নিজে যেন কৈ উঠে কোন এওঁ ? প্ৰবীণ কলিতা, ইঞ্জিনীয়াৰ ? তাৰ হাততে মন প্ৰাণ সঁপি দিছে দ্বিচাৰিণী সবিতাই ? তাইৰ প্ৰেমৰ মূল্য নাই—বজৰুৱা প্ৰেম। ই মাত্ৰ কামনাৰে পূৰ্ণ। তাইৰ প্ৰেম বাৰবনিতাৰ প্ৰেম। তেওঁ আৰু ভাবিব নোৱাৰে ; শৰীৰ যেন জ্বলি যায় ; মন যেন পগলা হয়। একোবাৰ তাইৰ কাণ্ডকাৰখানা চায়। মনটো চট্‌ফট্‌ কৰি উঠে। খণ্ডৰ বেগ ক্ৰমে চৰে। কি ছবি, কি ঘটনা, কোন আহিছে, কোন গৈছে ইত্যাদি সমস্ত কথাছবিয়ে যেন তাইৰ বুকুতে জাহ যাব ধৰিছে। তেওঁৰ দৃষ্টি ৰূপালী পৰ্দাত নহয়—সবিতাৰ ওপৰতহে। তেন্তে কি তেওঁ আজি চিনেমাত তাইকে চাব আহিছে নেকি ? এজনী বেশ্যাৰ নিলাজ চিত্ৰ চাই তেওঁৰ আৰু দৃষ্টিশক্তিক কলুষিত কৰিবৰ ইচ্ছা নাই ; বৰং ইচ্ছা হয় যেন তেওঁ সেই মুহূৰ্ত্ততে উঠি গৈ তাইৰ গালত দুটা চৰ মাৰি কৈ দিব যে বজৰুৱা বেশ্যাৰ স্থান চিনেমাহলত নহয়। চহৰৰ কোনোবা কৰ্দমাক্ত গলিত স্থানতহে তাইৰ উপযুক্ত বাসস্থান। ভদ্ৰতাৰ এটা সীমা আছে। ভদ্ৰ ঘৰৰ ললনা হৈ শিক্ষিতা বিদুষী ছোৱালী হৈ তাই আজি কৰিছে একেবাৰে হীন নীচ অসভ্য কাণ্ড। শৰতৰ আৰু সহ্য নহয়। অনিতা লগত নোহোৱা হলে এতিয়াই বাহিৰ ওলাই গৈ বাহিৰত অপেক্ষা কৰি থাকি চিনেমাৰ শেষত বাহিৰ ওলোৱা মাত্ৰে তাইৰ গালত ঠাচ্-ঠাচ্ কৈ দুটা চৰ সোধাই দি কলেহেঁতেন—"দ্বিচাৰিণী বাজহুৱা প্ৰেমিকাৰ পুৰস্কাৰ এনেকুৱাই।" শৰতৰ উজ্জ্বল চকুদুটা তাৰকাৰ দৰে তিৰবিৰাই উঠে ; সমস্ত শৰীৰ উত্তপ্ত হৈ উঠে। উহ কি কৰিব তেওঁ··· ! ই যে তেওঁৰ আদালতৰ বাহিৰ। নিৰুপায় বেচেৰা হতভাগ্য শৰৎ !

আনফালে সবিতা। যেহ আনন্দ মিলিছে আজি তাইৰ। চিকাৰীৰ আনন্দ। বাণবিদ্ধ বিহঙ্গৰ করুণ আৰ্তনাদে যেন নিষ্ঠুৰ চিকাৰীৰ অন্তৰত তুলি দিছে আনন্দ-হিল্লোল—কৃতকাৰ্যতাৰ উদ্দাম স্ফূৰ্ত্তি। তাত নাই "মা নিষাদ প্ৰতিষ্ঠা ত্বমগমঃ শ্বাশ্বতী সমাঃ"ৰ বাল্মিকীৰ অন্তৰ উজাৰি অহা করুণ কবিতা, আছে মাথোঁ এক হিংস্ৰ আনন্দ, নিষ্ঠুৰ আস্ফালন। পৰিতৃপ্তিৰ বিমল সন্তুষ্টি হৃদয়ত লৈ খেলিব

ধৰিছে এক ছলনাৰ খেলা কুৰি শতিকাৰ আধুনিকা সবিতা সুন্দৰীয়ে। হে শতিকা! হে সবিতা !!

প্ৰবল ইচ্ছা হৈছিল শৰতৰ বাহিৰ ওলাই আহিবলৈ ; কিন্তু নোৱাৰিলে। কাষত বহি আছে বেচেৰী নিৰীহ অনিতা ; বৰ কৌতুক জন্মিছিল সবিতাৰ বাহিৰ ওলাই আহি শৰতৰ মনৰ ক্ৰিয়া কেনে হয় চাবলৈ ; কিন্তু নোৱাৰিলে। কাষত বহি আছে নিমাষিত প্ৰবীণ কলিতা।

চিনেমা শেষ হ'ল। সকলো বাহিৰ হ'ল। আগে আগে ওলাই আহিল প্ৰবীণ, সবিতা ; পিচে পিচে বাহিৰ হ'ল শৰৎ, অনিতা। বিজুলীৰ উজ্জ্বল আলোকত উদ্ভাসিত চতুৰ্দিশ। সকলোৰে মুখ হৈ উঠিল আলোকমণ্ডিত। সেই পোহৰৰ অনুগ্ৰহতে দেখা গ'ল প্ৰবীণৰ হাস্যময় মুখমণ্ডল। প্ৰবীণৰ মুখত ফুটিছে তৃপ্তিৰ আনন্দ ; সবিতাৰ মুখত ফুটিছে বিদ্ৰুপৰ হাঁহি। কিন্তু শৰতৰ মুখত ? শৰতৰ মুখত পৰিস্ফুট হৈছে ঘৃণাৰ কাজল।

বাহিৰ ওলাল সকলোটিয়ে। চাৰিওৰে দেখা দেখি হ'ল। সবিতাক দেখা মাত্ৰেই অনিতাৰ মনত এটা ঘৃণাৰ ভাব খেলি গ'ল। যোৱা কালিৰ সেই ঘটনাৰপৰা সবিতাৰ ওপৰত তাইৰ ভাল ধাৰণা নাই। ইমান সময়ে অনিতাই সবিতাক লক্ষ্যই কৰা নাছিল। এতিয়া হঠাতে এনেভাৱে ওচৰতে দেখি আৰু একেলগে চিনেমা চোৱা বুলি বুজিব পাৰি মনত এটা বিদ্ৰুপৰ ভাব উদয় হ'ল। তাচ্ছিল্যৰ হাঁহি এটা মাৰি কেৰাহিকৈ এবাৰ সবিতাৰফালে চাই তাই দদায়েকৰ আৰাল হ'ল। তাকে দেখি সবিতাই এটা ক্ৰুৰ হাঁহি মাৰি শৰতৰ ওচৰলৈ আহি সুধিলে—

"হানিমুন এনজয় নেকি ?"

কথাষাৰ কৰহে পালে সবিতাই, শৰতে খঙত বাহু ভঙা কদো যেন হৈ উঠিল। তেওঁৰ সৰ্বাঙ্গ জ্বলি গ'ল। চকু থিৰ কৰি ধমক দি উঠিল—

"চাট্ আপ্ !"

সবিতা থমকি উঠিল ; প্ৰবীণে চক্‌খাই গ'ল। শৰতে খঙৰ বেগতে টানকৈ মাত দিলে এজন ৰিক্সাৱালাক—"এ ৰিক্সা।"

ওচৰতে থকা ৰিক্সাখন লৈ ৰিক্সাৱালা আহি উপস্থিত হ'ল নিমিষতে। শৰৎ বহি পৰিল ৰিক্সাত ততালিকে আৰু সোঁহাতখনেৰে অনিতাৰ বাহুত ধৰি টান মাৰি তাইক ৰিক্সাত তুলি লৈ কৈ উঠিল—"চলো জলদি।" মুহূৰ্ততে ৰিক্সা খন মহুৰৰে

পালে। প্ৰবীণ আৰু সবিতাই ইমান সময়ে হতবাক হৈ চাই আছিল। শৰৎ যোৱাৰ লগে লগে হঠাতে যেন সাৰ পাই উঠিল সবিতা। তায়ো তৎক্ষণাত এখন ৰিক্সা মাতি আনি ঘপহকৈ বহি পৰিল আৰু বাওঁহাতখনেৰে প্ৰবীণৰ বাহুত ধৰি টানমাৰি তুলি লৈ খঙৰ বেগতে কৈ উঠিল—

"মাৰ জোৰছে।" ৰিক্সা চলিল বায়ুবেগে, যেন টেক্সীহে। বৰ জোৰেৰে গৈ তাই শৰতৰ পিচ ললে। অলপ দূৰত তাইৰ কাণত পৰিল নাৰীকণ্ঠ—

"কি অসভ্য ছোৱালী। নষ্ট চৰিত্ৰ। লজ্জ কেৰেক্টাৰ।"

"কাণ্ডজ্ঞানহীন; দুঃসাহসী। ডেচ্‌পাৰেট।"

"ইমান খং উঠিছিল...। চেণ্ডলেৰে কোবাবৰ মন গৈছিল।"

"বজৰুৱা ছোৱালীৰ লগত কাজিয়া কৰি লাভ নাই।"

এই কণ্ঠস্বৰ শুনাৰ পিচত আৰু শুনিব নাপালে। ৰিক্সা জোৰেৰে চলি গ'ল! শৰতৰ কণ্ঠত 'বজৰুৱা ছোৱালী' আখ্যা শুনি সবিতাৰ সৰ্বাঙ্গ জ্বলি গ'ল। ক্ৰুদ্ধা ফণিনীৰ দৰে তাই চটফটাই থাকিল। উহু, তাই একো কৰলৈ নাপালে...। প্ৰবীণৰো যেন চমক ভাগিছে। শৰতৰ ওপৰত তাৰো খং উঠিল—"কি অভদ্ৰ! নাৰীৰ সন্মান নুবুজে। ই. এ. চি. নে ষ্টুপিড? আৰু দুআষাৰ শুনাই দিবৰ মন আছিল! কিন্তু নোৱাৰিলে।

প্ৰেমিকাৰ অপমান কোনো প্ৰেমিকে সহ্য নকৰে। প্ৰতিশোধৰ চূড়ান্ত স্পৃহা যেন তাৰ অন্তৰত জাগি উঠিল।

ঘৰ পালে। ৰিক্সাৱালাক বিদায় দিলে। প্ৰবীণকো বিদায় দিয়ে সবিতাই। কিন্তু হৃদয়ত জ্বলিব ধৰিলে ঈৰ্ষাৰ দাবানল; প্ৰতিহিংসাৰ দুৰ্বাৰ অনল।

## ॥ সতৰ ॥

ৰাতি প্ৰবীণৰ টোপনি নাহিল। আনন্দ সাগৰত উত্তাল তৰঙ্গমালাৰ অশান্ত কল্লোল। কৰ্ণত পশিছে যেন কাৰোবাৰ মধুৰ গুঞ্জনধ্বনি। হিয়াৰ সুপ্ত তাঁৰত আজি গুপ্ত পৰশন। কি যে মধু! কি যে তৃপ্তি! হিয়া মন মছগুলে প্ৰণয়ৰ মধুৰ ৰসেৰে। কত ভাব, কত কল্পনা আহে সবিতাক কেন্দ্ৰ কৰি। সবিতা যেন আজি তাৰ মানত প্ৰেমৰ শলিতা!

ইফালে সবিতা। তাইৰো টোপনি নাই। আনন্দ—এক অভুতপূৰ্ব হিংসা-আনন্দই তাইৰ দেহ-মন যেন আচ্ছন্ন কৰি ৰাখিছে। ই কিহৰ আনন্দ? বিজয়ৰ নে প্ৰতিশোধৰ? চিকাৰীৰ নে জল্লাদৰ? এৰা ই জল্লাদৰ হত্যাৰ আনন্দ। আজি তাই জল্লাদৰ দৰে হত্যা কৰি আহিছে তাইৰ বিগত দিনৰ প্ৰেমিকৰ আলসুৱা আত্মা। তাইৰ অকপট প্ৰেমৰ নিষ্ঠুৰ অৱমাননা সহ্য নকৰে। নিৰ্মমভাৱে তাই প্ৰতিশোধ ললে এনেকৈ। আজি তাইৰ কি স্ফূৰ্তি! কি আনন্দ!!

কিন্তু তাতো তাই শান্তি পোৱা নাই। প্ৰতিশোধত তৃপ্তি আছে কিন্তু শান্তি নাই। তাই ধৰফৰাই বিছনাত বাগৰি থাকে। ক'তো শান্তি নাই। যি শৰতক এদিন নেদেখিলে তাই ৰব নোৱাৰিছিল, যি শৰতৰ লগত এপাক নুফুৰিলে তাইৰ গা জুৰ নপৰিছিল, যাৰ অমিয়সনা কণ্ঠত তাই আকুল হৈ উঠিছিল, সেই শৰতক আজি তাই অপমান কৰিলে। অকল অপমানেই নহয়—একেবাৰে তিক্ত-বাণীৰে অন্তৰ ভাঙি চুৰমাৰ কৰি দিলে। কি অত্যাচাৰিণী তাই! কি হৃদয়হীনা তাই!! তাই আৰু ভাবিব নোৱাৰে। উহ! কি কৰিছে তাই? প্ৰতিহিংসাৰ বশৱৰ্তী হৈ কি অমানুষিক কাৰ্য কৰিছে! তাইৰ অমাৰ্জনীয় অপৰাধ হৈছে। তাই ভাবে—কালি পুৱাতে উঠি গৈ তেওঁৰ ওচৰত ক্ষমা খুজিবগৈ। আজি তাইৰ মনত পৰিল সেই প্ৰথম দিনৰ মিলনৰ কথা। আজি ছয় বছৰ আগৰ সেই চিত্ৰই আহি তাইৰ আগত খেলা কৰিব ধৰিলে—কলেজলৈ যাওঁতে ৰাস্তাত জোকোৱা কথা আৰু বিনাদোষতে শৰতক 'ষ্টুপিড' বুলি গালি পৰাৰ কথা; শেষত ভুল বুজিব পাৰি ক্ষমা খোজাৰ কথা। মনত পৰিল কেনেকৈ তাতেই হ'ল দুয়োৰো মিলনৰ পূৰ্বৰাগ। হয়তো কোনে জানে যে আজিও তাই ভুল কৰা নাই? ক্ষমা খুজিব বুলি তাই মনস্থ কৰে। তাইৰ স্নেহৰ শৰতদাই তাইক নিশ্চয় ক্ষমা কৰিব, শৰত-

হাই পাগলী সবিতাক ভালকৈ জানে। তাইৰ জনম জন্মে শৰতৰ ওপৰত। কি যে নিৰীহ বেচেৰা! কোনো দিন কোনো কথাতে তাঁৰ প্ৰতিবাদ কৰি কাৰো লগত কাজিয়া নকৰে, কাকো টান কথা নশুনায়। নিজৰ মত নিমিলিলে মৌনভাৱে এবাই আছে। এনে নিৰীহ শৰতদাৰ ওপৰত খং কৰি তাই ভুল কৰিছে। ছিঃ তাই যে কী হৈ গৈছে··· ! তাই ভাবে নিজে নিজে আৰু নিজেই ধিক্কাৰ দিয়ে নিজক।

পিচ মুহূৰ্তত্তে ভাবে—ওহো, নহয়; তাই ক্ষমা নোখোজে। তেওঁৰ ওচৰত ক্ষমা খুজি তাই নিজক ইমান হীন প্ৰতিপন্ন কৰিব নোৱাৰে। তেওঁৰ ওচৰত তাই সৰু হব পাৰে; কিন্তু তেওঁৰ কোনো প্ৰেমিকাৰ ওচৰত তাই হাঁহিয়াতৰ পাত্ৰী হব নোৱাৰে। হেজাৰ হলেও তাইৰ ওচৰত সবিতা সৰু হব নোৱাৰে কোনোমতেই। তাই সকলো কৰিব পাৰে কিন্তু শৰতৰ কোনো প্ৰণয় প্ৰাৰ্থিনীৰ ওচৰতে তাই হেয় হব নোৱাৰে। তাই মন সবল কৰি লয়—দৃঢ় কৰি লয়। তাইৰ মনত শৰতৰ ভালপোৱাৰ যেই কোনো পাত্ৰীয়ে তাইৰ প্ৰতিদ্বন্দ্বী, তাইৰ সতিনীৰ তুল্য। তিৰোতাই সকলোকে সহ্য কৰিব পাৰে, কেৱল নোৱাৰে প্ৰেমৰ প্ৰতিদ্বন্দ্বী সতিনীক। অতীত যুগতে নহয়, আজি আধুনিক যুগতো নাৰীৰ বাহ্যিক আচাৰ-নীতি, চালচলন বদলিলেও অন্তৰৰ আচল প্ৰবৃত্তি বদলা নাই। নাৰী মন সেই আবহমান কালৰেপৰা ঠিক একেদৰেই চলি আহিছে। যিমানে ইয়াক বাহিৰত অস্বীকাৰ কৰি দেখুৱাবলৈ যোৱা যায়, সিমানেই নাৰী হৈ পৰে অসন্তুষ্টা। ভিতৰি ভিতৰি স্বাভাৱিক সত্তা হেৰুৱাই হৈ পৰে পুৰুষ-বিদ্বেষিণী। সবিতাৰ হ'ল সেই অৱস্থা। মনৰ এই বিষম প্ৰশ্নত, অন্তৰ্দ্বন্দৰ এই তুমুল সংঘাতত পৰি ওৰে ৰাতি কটালে বিনিদ্ৰ-ৰজনী।

আনফালে শৰৎ বেচেৰা। জীৱনত এনে লাঞ্ছনা, এনে অপমান কোনো দিনে পোৱা নাছিল। নিজ ভগ্নী সদৃশ অনিতাক অপমান কৰিলে······। খং দুখ আৰু লাঞ্ছনাত হৃদয় জৰ্জৰিত হৈ গৈছে। ভাবি ভাবি যে উন্মাদ হৈ যাব। সেই সবিতা —যি সবিতাই তাইৰ শৰতদা নহলে এখোজ দিব নোৱাৰিছিল, এদিন নগলে পিচ-দিনাই ওফোন্দ পাতি বহুপৰ নামাতি হৃদয়ৰ ভালপোৱাৰ ইঙ্গিত দিছিল, শ্ৰান্ত ক্লান্ত মুখ দেখিলে মৰমতে পমি গৈ অতি সোহাগেৰে সুধিছিল—"কি হৈছে শৰতদা? ইমান মলিন দেখিছো কিয়? কওক; এনে মলিন মুখ দেখিলে মোৰ বৰ দুখ লাগে।" তাইৰ কাতৰ অনুৰোধত উত্তৰ দিছিল শৰতে—"তুমি এতিয়াও সৰু

ছোৱালীটিৰ ঘৰে কেনে প্ৰশ্ন কৰা সবিতা ? এইতৰাও তোমাৰ লৰালি স্বভাৱ আৰু শিশুমন আঁতৰা নাই ? ইমান ডাঙৰ হ'লা, উচ্চ শিক্ষাও পালা, তথাপি পূৰ্বৰ মন এটা তৈয়াৰ নহ'ল ? বালিকাৰ ঘৰে প্ৰশ্ন কৰিছা যে ?" তাৰ উত্তৰত তাই কৈছিল— "মই সদায় বালিকা শৰৎদা ; আপোনাৰ ওচৰত সবিতা সদায় নাবালিকা—সদায় শিশু।" এনে সুকোমল মনৰ গৰাকিনী সবিতা আজি হৈ পৰিল এনে দুৰ্মঠোৰা ? তায়ে কৰিলে এনে নিষ্ঠুৰ ব্যৱহাৰ ? লাঞ্ছিত কৰিলে, অপমানিত কৰিলে আজি সেই মৰমৰ সবিতাই। উহ ! কি নিৰ্মম ! তেওঁ আৰু সহ্য কৰিব নোৱাৰে। অতীতৰ সমস্ত ঘটনা এটিৰ পিচত এটি কৰি ওলাই আহি আগত মূৰ্তিমান হৈ উঠে। তেওঁ আৰু স্থিৰেৰে থাকিব নোৱাৰে। মনৰ ভিতৰৰ সমস্ত গ্ৰন্থি যেন ছিন্ন-ভিন্ন হৈ যায়। বেচেৰাৰ ৰাতি টোপনি নাই। ওৰে দিন পৰিশ্ৰান্ত, পথক্লান্ত ; ওৰে ৰাতি চিন্তাক্লিষ্ট, নিদ্ৰাহীন, ভাবত বিভ্ৰান্ত।

এনেভাৱে এটি ৰাতিত এটি ঘটনা তিনিটা প্ৰাণীৰ ; কিন্তু বেলেগ বেলেগ চিন্তা তিনিওৰো।

* * *

মানুহৰ চিন্তাৰ শেষ নহ'লেও দিন আৰু ৰাতিৰ শেষ আছে। কৰ্মৰ শেষ নহলেও সূৰ্য্যৰ উদয়-অস্ত আছে। প্ৰকৃতিয়ে আমাক অপেক্ষা কৰি নাথাকে। সেয়েহে প্ৰকৃতিৰ তিনি প্ৰাণীৰ বিনিদ্ৰ ৰজনী অতিবাহিত হোৱা সত্বেও ৰাতি পুৱাল, সূৰ্য্য উদয় হ'ল। প্ৰবীণৰ মনত অপাৰ আনন্দ। মুখত এমোকোৰা হাঁহি লৈ উপস্থিত হ'ল সবিতাহ'তৰ নঙলামুখত। মৃণাল সদৃশ বাহু দুটিৰে লয়লাস ভঙ্গী তুলি আদৰি আনিলে সবিতাই। হাস্যময়ী নাৰীৰ লাস্যময়ী বদনে প্ৰবীণৰ অন্তৰত তুলি দিলে সঙ্গীতৰ মধুৰ ৰাগিণী। হিয়াৰ তন্ত্ৰীত যেন জঙ্কাৰি উঠিল বিপুল পুলক। মধুৰ আলাপন, প্ৰাণভৰা সম্ভাষণ। অপ্ৰত্যাশিত আদৰ আপ্যায়ন সবিতাৰ। প্ৰবীণৰ মন-পখী যেন কোন কল্পলোকলৈ উৰা মাৰিলে।

ঠিক পিছ মুহূৰ্ত্ততে অভাৱনীয়ভাৱে হঠাতে দেখা গ'ল শৰতক। মলিন বদনে, অধোমুখে ধীৰে ধীৰে খোজ কাঢ়ি আহিছে তাইহ'তৰ ফালে। দূৰৈৰপৰাই দেখিলে সবিতাই। শৰতক দেখিয়ে তাইৰ মনত তৎক্ষণাৎ প্ৰতিহিংসাৰ ভাবটো প্ৰকট হৈ উঠিল। তাই প্ৰবীণৰ ওচৰতে থিয় হৈ শৰতৰ ফালে চাই ৰ'ল। শৰতে নঙলামুখ পোৱা মাত্ৰে থাকিবলৈ পাইছিল। প্ৰবীণৰ হাতখন বুকুৰ ওচৰলৈ টানি

আনি লিবিকি বিদাৰি আঙুলি কেইটাৰ মত ভাঙি দিব ধৰিলে। শৰতে কেবাহিকৈ চাই একো নামাতি পাৰ হৈ গ'ল। তেওঁ নবীনৰ বাহালৈ যাব আৰু তেওঁৰ তালৈ যোৱা বাট মাথোঁ একমাত্ৰ সেইটোৱেই। তেওঁ পাৰ হৈ যোৱাত সবিতাই প্ৰবীণৰ হাতখন এৰি দিলে আৰু ওচৰতে পৰ্টি'ক'ত থকা আৰামী চেয়াৰখনত বহি পৰিল। তাকে দেখি আনন্দ-বিগলিত-চিত্তে প্ৰবীণেও সমুখৰ আসনখনত বহি পৰিল। প্ৰবীণে আত্মহাৰা হৈ সবিতাৰ মুখৰ ওচৰলৈ মুখ নি প্ৰেমপূৰ্ণ নয়নেৰে এবাৰ চাই লৈ আবেগ বিজৰিত কণ্ঠে প্ৰশ্ন কৰিলে—"আহক, এবাৰ বেড়িও চেণ্ট্ৰৰ'ৰপৰা আহোঁ।"

কিন্তু চিকাৰ যোঁতিয়া আঁতৰিল বন্দুকৰ আৰু কি প্ৰয়োজন? সেইবাবে তাই নিৰুদ্বেগচিত্তে উত্তৰ দিলে—"মোৰ আজি মূৰটো বিষাব ধৰিছে, ক'লৈকো নাযাওঁ; অলপ সময় বাগৰিম হে।" তাই তাক এনেভাৱে নামঞ্জুৰ কৰিলে যে সি শিল পৰা কপোৰ দৰে হতভম্ব হৈ ৰ'ল। সি ভবাই নাছিল যে অলপ আগতে ইমান উষ্ম দি তৎক্ষণাত ইমান শীতল ব্যৱহাৰ কৰিব। সি প্ৰস্তুত নাছিল অলপো। সেমেনা সেমেনি কৰি হাত মোহাৰি সি ক'লে—

"তেনেহলে নালাগে, থাওক।"

"হয়। মই শুম। আপুনি যাক গৈ।"

তাই কথাষাৰ কৈয়ে তেওঁৰপৰা বিদায় লৈ তাইৰ ৰুমত সোমাই বিছনাত দীঘল দি পৰিল। প্ৰবীণে বুজি নাপালে তাইৰ খিব মূৰৰ নে মনৰ। সি অবাক হৈ কিছুসময় যে তাৰপৰা লাহে লাহে উঠি আহিল আৰু ইঞ্জিনীয়াৰৰ ৰুমলৈ বুলিয়ে গ'ল। সি মনতে ভাবিলে, সবিতাৰ মন ধৰিবৰ বাবে সময় লাগিব কাৰণ তাই এলাপেচা সাধাৰণ ছোৱালীৰ দৰে নহয়। অতিপাত 'চেণ্টিমেণ্টলে'।

শুই শুই সবিতাই শৰতৰ কথাকে ভাবিছে। তেওঁ তাইহঁতৰ তালৈ আহিব বুলিহে তাই এই নাটকীয় অভিনয় কৰিছিল; যদি তেওঁ নাহে, তেন্তে কি প্ৰয়োজন এই অভিনয়ৰ? কাৰবাবে এই আয়োজন? প্ৰবীণৰ বাবে? মুঠেই নহয়। প্ৰবীণ হ'ল সবিতাৰ মনত মাথোঁ এটি বন্দুক—শৰতৰ অন্তৰত গুলী কৰিবলৈ। যদি চিকাৰেই পলাল তেন্তে বন্দুকৰ আৰু কি প্ৰয়োজন? সেই কাৰণেই তাই তাক আঁতৰাই পঠালে মূৰৰ বিষ উঠা ছুতা কৰি। এই কৌশলৰ একো গম ধৰিব নোৱাৰিলে নিৰ্জীৱ ইঞ্জিনৰ তৎ ধৰিব পৰা ইঞ্জিনীয়াৰ প্ৰবীণ কলিতাই। সবিতাই আকাশপাতাল ভাবে। ভাবৰ একমাত্ৰ কেন্দ্ৰ সেই শৰৎচন্দ্ৰ।

শৰতে আহি নবীনৰ বাহা পালে। নবীনে প্ৰাতসতে উঠি 'অনামী'লৈ পঠোৱা কিছুমান প্ৰবন্ধ চাব ধৰিছে। শৰৎ উপস্থিত হোৱা দেখি হাঁহি মাৰি ক'লে—আজি এই প্ৰাতসতে গাধৰ প্ৰৱেশ; কিনো অঘটন ?"

শৰতে জোৰ কৰি হাঁহিবলৈ চেষ্টা কৰে যাতে নিজৰ মনৰ বেজাৰৰ ভাব প্ৰকাশ নাপায়। নবীনে চেয়াৰ এখন আঙুলিয়াই দি বহিবলৈ কৈ সোধে—"আচ্ছা গাধ, তই কোনদিনা আহিলি ?"

"আহিবৰ আজি দুদিনেই হ'ল ধুৰন্ধৰ।"

ক্ষীণ হাঁহি এটা মাৰি কয় শৰতে। নবীনে মুখলৈ চাই কয়—"তোৰ মুখখন ইমান মলিন দেখিছো কিয় গাধ ?"

হাঁহি মাৰি ঠাট্টাৰ সুৰত কয় শৰতে—"বোজা কঢ়িওৱাত বৰ কষ্ট হৈছে ধুৰন্ধৰ।"

একেবাৰে ঠাট্টা কৰি কয় নবীনে—"তেন্তে মালিকক এটা লাথি মাৰি বগৰাই দি বোজাটো পেলাই নিদিয় কিয় ?"

"তেনে কাম খেলাৰ ঘোঁৰাবহে ভাই, গাধৰ নহয়।"

"তেনেহলে তই মৰিবি। তোৰ পিঠিত এইবাৰ বেচিকৈ বোজা দিব আৰু মানুহো উঠিব।"

"সেইটো জানো, কিন্তু কি কৰিম !"

"পিতাৰাই কিন্তু বৰ ভাল কাম কৰা বুলি মোৰ মনে নধৰে। তোৰ জীৱনটোৰ মূল্য টকা-পইচাৰ দ্বাৰা নিৰ্ণয় কৰিবলৈ যোৱাটো একো ভাল হোৱা নাই।"

"মই বাৰু এতিয়া কি কৰো ?"

"তোক হলে এওঁলোকৰ ঘৰখনে বৰ আশা কৰিছিল। কিন্তু চিন্তাৰ সোঁত এতিয়া অন্যফালে বৰলৈ বাধ্য হৈছে। এতিয়াও চেষ্টা কৰিলে কিবা কৰিব পাৰ।"

"নোৱাৰিম। অসম্ভৱ। স্বয়ং নিজৰাই অন্যফালে গতি কৰিছে।"

"কেনেকৈ জানিলি ?"

"নিজৰ চকুৰে দেখিলো।"

কলমটো ওঁঠত লগাই আচৰিত হৈ নবীনে চাই ৰয় শৰতৰ ফালে। শৰতে বৰ করুণভাৱে কৈ যায়—"মোৰ জীৱন-নদীত বালিচৰ পৰিল।"

"কেনেভাৱে ?"

শৰতে ধীৰে ধীৰে কৈ যায় সমস্ত ঘটনা। সেই প্ৰেমপত্ৰৰ পাৰত লগ পোৱাৰ

ঘটনা, চিনেমা হলৰ কাণ্ড আৰু আজি আহোঁতে এতিয়াই এইমাত্ৰ তাইহঁতৰ দুৱাৰমুখত দেখুওৱা অমাৰ্জনীয় অপমানৰ কথা। কৈ কৈ শৰৎ যেন শোক, দুখ আৰু জ্বালাত অভিভূত হৈ পৰে। এনে অকথনীয় অত্যাচাৰ আৰু হৃদয়হীন ব্যৱহাৰৰ কথা শুনি নবীন ম্ৰিয়মান হৈ পৰিল। তাৰ পাচত কিছুসময় চিন্তা কৰি ক'লে—"এইবোৰ কি জান গাধ? এইবোৰেই হ'ল ঈৰ্ষাৰ জ্বালা। ইয়ে তোক দগ্ধ কৰিব আৰু তাই নিজেও জ্বলি-পুৰি মৰিব। ই এটা খেলা। মনৰ এটা বিকাৰ। মনোবিজ্ঞান বিশ্লেষণ কৰিলে বুজা যায় ই মানৱৰ এটা আত্মপীড়নৰ প্ৰবৃত্তি মাথোন। কিন্তু এতিয়া তেন্তে কৰা যায় কি?" তেওঁ চিন্তামগ্নভাৱে কিছুপৰ ওপৰলৈ মুখ কৰি কলমটো ওঁঠত লগাই ভাবে আৰু কয়—"ঘটনাৰ সোঁত বদলোৱাৰ সময় পাৰ হৈ গৈছে। ইমানখিনিলৈকে নামিছে যেতিয়া তাক আৰু ফিৰোৱা সহজ নহব। সবিতা আৰু সবিতা হৈ থকা নাই—সবিতা বৰ্তমান দুৰ্বোধ্য কবিতা হৈ পৰিছে। তথাপি চেষ্টা কৰি, কঠোৰ অধ্যয়ন কৰি হলেও এই কবিতাৰ অৰ্থ ভেদ কৰিবই লাগিব।

"ই কিন্তু সাধ্যৰ অতীত।"

"যদি পাৰোঁ, তেন্তে তই জানো পুনৰ গ্ৰহণ কৰিব পাৰিবি?"

"পাৰিম—যদি তেওঁ এইবোৰ মাত্ৰ খেলাহে খেলিছে—নিজে মজি যোৱা নাই। তেন্তে কোনো আপত্তি নাই।"

"চেষ্টা কৰিব লাগিব। কিন্তু যদি তোৰ ইফালে বিয়া হৈ যায়?"

"মোৰ জীৱনত যি ট্ৰেজেদি আৰম্ভ হৈছে তাত কমেডিৰ স্থান নাই ভাই।"

"ওহ্! কি কঠোৰ সমস্যা।"

॥ ছয় ॥

সৰিতা আৰু প্ৰবীণৰ এনে প্ৰীতিৰ ভাব দেখি সবিতাহঁতৰ ঘৰখনেই আনন্দ পালে। তথাপি এটা গতি লাগিল। একেলগে ফুৰা, চিনেমা চোৱা, ৰং-ধেমালি কৰি কথা-বতৰা কোৱা ইত্যাদি জানিব পাৰি সবিতাৰ বাপেকৰ বৰ বং লাগিল। মনে মনে তেওঁ পাণ্ডিলে কেনেকৈনো সবিতাক প্ৰবীণৰ লগত বিয়া দিব পাৰে।

অফিচৰ প্ৰায় কামবোৰত প্ৰবীণক নজৰ দিবলৈ কয় দাসে। প্ৰবীণেও আনন্দ মনেৰে ভাবী শহুৰেকৰ আদেশ, উপদেশবোৰ পালন কৰি যায়। কেৰাণীসকলে আজি-কালি প্ৰবীণক বৰ খাতিৰ কৰে, আনকি একাউণ্টেণ্ট মিণ্টাৰ চৌধুৰীয়েও আজিকালি প্ৰবীণৰ প্ৰতি কথাতে সম্মতিসূচক মত দিয়ে। তেওঁলোকে জানে যে দুদিন পাচতে তেওঁ হব অফিচৰ মালিক—হুকুমৰ অধিকাৰী। লগৰ ইঞ্জিনীয়াৰ, ওভাৰচীয়াৰসকলৰ ঈৰ্ষা হয়। আগত বেছ খাতিৰ কৰে, সম্ভাষণ কৰে, কিন্তু পিচ-দিলেই ঘৃণাসূচক মন্তব্য কৰে—ঘৰজোঁৱাই বুলি। ইঞ্জিনীয়াৰ দাসৰ ছোৱালী বিয়া কৰাব, দুদিন পাচত এচ্ ডি. ও. হব আৰু একজিকিউটিভ ইঞ্জিনিয়াৰ যে নহব তাৰ কি ঠিক? 'কোৱালিফিকেচন আছে—ভৰিত তেল দিবপৰা তেলীয়া স্বভাৱ আছে; গতিকে প্ৰবীণৰ পক্ষে যে একজিকিউটিভ ইঞ্জিনীয়াৰ হোৱা একো টান নহয়, এই কথা সকলোৱে উপলব্ধি কৰিছে। আজি কালি অফিচত প্ৰবীণ আৰু সবিতাক কেন্দ্ৰ কৰি বহুত গল্প, বহুত খুহুতীয়া কথাৰ অৱতাৰণা হৈছে। কেৰাণী-সকলে কথাৰ ছলতে দুই এটি মিঠাকড়া খোঁচাও নোসোধোৱাকৈ নাথাকে, পি. ডব্লিউ. ডি. অফিচটো একপ্ৰকাৰ সজীৱ হৈ উঠিছে।

শৰতে নবীনৰ বাহাৰপৰা আহি বাহিৰে বাহিৰে সবিতাহঁতৰ তাত সোমাও বুলি ভাবিও নোসোমাল। পোনে পোনে ঘৰলৈ আহি তেওঁৰ বেয়া লাগিল। আজি ইমানদিনে যিখন ঘৰত অতি হেঁপাহেৰে সোমাইছিল সবিতাৰ মাকৰ মিঠা মাতষাৰ নাপালে যাৰ হিয়া জুৰ নপৰিছিল, যি সবিতাৰ মুখৰ ধুনীয়া হাঁহিটিৰ সাধৰ সম্ভাষণ এটি নাপালে দিনৰ ভাগৰ নপলাইছিল, সেইখন ঘৰলৈকে নগ'ল আজি শৰৎ। ভাবি ভাবি তেওঁৰ বেয়া লাগি যায়। খাই বৈ উঠি আলোল বিছনাত পেট পেলাই আকৌ সেই কথাকে ভাবে। হঠাতে তেওঁৰ মনলৈ উত্তেজনা আহে; নিজক দোষী সাব্যস্ত কৰে। অন্ততঃ সবিতাৰ মাকক এবাৰ মাতদি অহা উচিত।

কাটিৱা পেলোৱাতেই বাওনা হব ; যদি এবাৰ দেখা নিদিয়ে, তেন্তে বৰ অকৃতজ্ঞৰ কাম কৰা হব। সবিতাই জোৰ কৰিছে কিন্তু সবিতাৰ মাজেটো কোনো দোষ কৰা নাই ; অপমান কৰা নাই বৰং অন্তৰে অন্তৰে আহ্বান হে কৰি আছে। সেয়ে আৰু থিৰেৰে থাকিব নোৱাৰিলে।

পিচদিনা বাড়িপৰা বিহুনাবপৰা উঠি লংপেণ্টটো সমস্তাই লৈ হাবাই, চাৰ্টটো পিন্ধি ওলাল সবিতাহঁতৰ ঘৰলৈ।

খিৰিকীৰে দূৰৈৰ পৰাই শৰতক দেখা পালে সবিতাই। শৰতে ক্ৰমে ক্ৰমে ওচৰ চাপি আহি তাইহঁতৰ নওলামুখ পালে। সেই সময়ত পাৰ্টিক'ত বহি প্ৰবীণে সবিতাক অপেক্ষা কৰি আছিল 'মেটিনি শ্বো' চাবলৈ যাব বুলি। সবিতায়ো প্ৰসাধন কৰি আছিল সেইবাবেই তাইৰ ৰূমত। শৰতক অহা দেখি তাই খৰধৰ কৰি পাউডাৰখিনি গালত ঘঁহি, ওঁঠত অলপ লিপষ্টিক দি দি ওলাই আহিল বাহিৰলৈ। শৰৎ আহাতৰ ফালে অহা যেন অনুমান কৰি তাই আহি প্ৰবীণৰ পিচফালে থিয় দিলে। প্ৰবীণে বাহিৰলৈ মুখ কৰি শৰতৰ অহাফালে চাই আছিল। সবিতাই প্ৰবীণ বহা চেয়াৰৰ পিচফালে আউজি শৰতৰ ফালে চাই থাকিল। শৰৎ আহি পাৰ্টিক'ত উঠা দেখি সবিতাই উপহাস কৰা ছলেৰে এটা নমস্কাৰ দি কৈ উঠিল— নমস্কাৰ হাকিম বাবু।"

শৰতৰ হৃদয়খন কুণ্ঠিত হ'ল। এনে তাচ্ছিল্যৰ আৰু বিদ্ৰূপৰ প্ৰতিদান হয়তো দিবলৈহে তেন শৰতে কিন্তু সন্মুখতে বহি আছে অচিনাকি ইঞ্জিনীয়াৰজন। এবাৰ তীব্ৰ দৃষ্টিৰে চাই 'নমস্কাৰ' বুলি নিৰুদ্বেগে সোমাই গ'ল ভিতৰলৈ। শৰতৰ এনে হেয় ব্যৱহাৰত সবিতা ক্ৰুদ্ধ হৈ উঠিল। আঘাতপ্ৰাপ্তা ফণিনীৰ দৰে জলি উঠিল তাই। তাই ভাবিছিল—শৰতে তাইক এইবাৰ এনে বাক্যবাণ নিক্ষেপ কৰিব য'ত ফাটি উঠিব শৰতৰ হিংসাত জলি থকা জলন্ত ঈৰ্ষাৰ অগ্নিস্ফুলিঙ্গ :—অন্তৰৰ আগ্নেয়গিৰিৰ উত্তপ্ত লাভাসমূহ হব উদগীৰিত আৰু তাকে চাই তাই অপৰিসীম তৃপ্তি লাভ কৰিব। কিন্তু ক'তা ? তাইক নিৰ্মমভাৱে অৱজ্ঞা কৰি গুচি গ'ল শৰতে। সবিতাই তৎক্ষণাত প্ৰবীণৰ চোৱৰপৰা হাত এৰি দি সাউংকৰে ভিতৰ সোমাই গ'ল। প্ৰবীণ মন্ত্ৰমুগ্ধৰ দৰে বহি ৰ'ল চোৱাতে।

সবিতাৰ মাকে পাকঘৰত প্ৰবীণৰ বাবে চাহ কৰি আছিল। শৰতে পোনে

পোনে তালৈকে গ'ল। সবিতাৰ মাকে হঠাতে শৰতক দেখি চমক খাই উঠিল। ইকি আচৰিত! শৰৎ আহিছে তেওঁলোকৰ ঘৰলৈ? অবাক হৈ গ'ল তেওঁ। তাৰ পাচত হাঁহি মাৰি ক'লে—

"বোপা শৰৎ, কিয় তুমি কালি ইয়ালৈ নাহিলা?"

"মোৰ বৰ জৰুৰী কাম আছিল খুৰীদেউ; গতিকে আহিব নোৱাৰিলোঁ।" হাঁহি মাৰি পুনৰ ক'লে—"তাৰ বাবে আজি ক্ষমা খুজিছোঁ খুৰীদেউ!" হাঁহি মাৰি সবিতাৰ মাকে ক'লে "বহা, ক্ষমা খুজিব নালাগে। তুমি মোৰ আগৰ শৰৎ হৈ আছানে, হাকিম শৰৎ হৈছা এতিয়া?"

"কিয়?"

"কিয় মানে, কি বুলি অভ্যৰ্থনা কৰিম" হাঁহে।

শৰৎ এতিয়া শৰৎ হৈ থকা নাই খুৰীদেউ; শৰৎ বৰ্তমান এটা কছৰৎ হৈ পৰিছে। কাছাৰীৰ দৈনন্দিন কামৰ কছৰত কৰোঁতে কৰোঁতে মইয়ো এটা কছৰৎ যেন হে হৈ পৰিছোঁ।" কথাষাৰ কৈয়ে শৰতে হাঁহি দিয়ে। সবিতাৰ মাকৰো হাঁহি ওঠে। বৰ আদৰ কৰি ওচৰতে বহুৱাই লৈ কয়—

"তুমি আহিলে মোৰ ঘৰটো ভৰি উঠা যেন পাওঁ বাছা। তুমি ইমান দিন নথকাত মোৰ ঘৰৰে যেন জেউতি নাইকিয়া হৈ গৈছে। তোমালৈ মোৰ সদায় মনত পৰি থাকে বাছা।" তেওঁৰ কণ্ঠত স্নেহৰ আৰ্দ্ৰ কণ্ঠস্বৰ। শৰতৰ বুকুত যেন এটা গধুৰ শিলৰ হেঁচা লাগে। হৃদয়ৰ নিয়াহ এটা ওলাই আহে। মন গধুৰ গধুৰ হৈ উঠে। অতীতৰ সমস্ত ঘটনা মনলৈ আহে। শৰতে হঠাতে এনে গম্ভীৰ আৰু মলিন হোৱা দেখি সবিতাৰ মাকৰো বুজিবৰ বাকী নাথাকিল ইয়াৰ কাৰণ কি হব পাৰে। নিজক সংযত ৰাখি তেওঁ সুধিলে—

"ক'ৰ পৰা আহিলা বাছা?"

"ঘৰৰপৰা খুৰীদেউ।"

"আহিবৰ কেবাদিনো হোৱা বুলি ক'লে সবিতাই; তথাপি তুমি এবাৰো অহা নাই কিয়?"

"সময়ে পোৱা নাছিলোঁ।"

"সময় নাইনে মন নাই। তুমি ডাঙৰ মানুহ—হাকিম মানুহ···।"

"তেনেকৈ নকব খুৰীদেউ, মই বৰ দুখ পাওঁ। সৰ্বসাধাৰণে হাকিম চৰ্ডেণ্ডটি

ডাঙৰ বুলি ক'লে বুজা যায় যে নাজানি কয় ; কিন্তু আপোনালোকে ক'লে বুজিব লাগে যে উপহাস কৰি কয় ।"

"বাৰু হ'ল । পিচে তুমি যোলে সবিতাক আজিকালি নামাতা, কিয় ? ভৱিষ্যতে কিবা অমঙ্গল হব বুলি ভাবা নেকি ? ভয় নকৰিবা, মোৰ অন্যায় হ'লেও তোমাৰ অন্যায় নকৰোঁ আৰু অন্যায় হবলৈ নিদিওঁ ।"

তেওঁৰ মুখলৈ চাই শৰতে বৰ কৰুণ-কাতৰভাৱে ক'লে, "খুৰীদেউ !" তেওঁ আৰু একো কব নোৱাৰিলে—বাকশক্তি যেন বন্ধ হৈ গ'ল । সবিতাৰ মাকে বুজিব পাৰিলে যে কোমল হৃদয় শৰতে মনত বৰ আঘাত পালে । তেওঁ তৎক্ষণাত ওচৰলৈ আহি শৰতৰ মূৰত হাত বুলাই আদৰ কৰি ক'লে—"থং নকৰিবা বাছা । মই এনেয়ে কৈছোঁ ।" তাৰ পাচত চাহৰ চোকাৰ ওচৰলৈ গৈ প্ৰবীণলৈ যোগাৰ কৰা চাহ আৰু মিঠাইখিনি শৰতক দি ক'লে—"খোৱা বাছা ; বহুদিন তোমাক মই খুৱাব পৰা নাই । সেই যে চাকৰিত জইন কৰা দিন—আৰু নাই । তুমি খোৱা ; মই বাহিৰত থকা ল'ৰাজনক চাহ দি আহোঁ । আজি চাকৰ ল'ৰাজন ঘৰলৈ গৈছে, গতিকে মৰেই নিব লাগিব ।" তেওঁ কথাখিনি কৈ উঠি চাহ-মিঠাইৰ জোগাৰ কৰি বাহিৰলৈ লৈ যায় । তেওঁ বোৱাত শৰতে চাহ খাবলৈ আৰম্ভ কৰে আৰু ভাবিব ধৰে সবিতাৰ ব্যৱহাৰ নতুন ইঞ্জিনীয়াৰজনৰ লক্ষণ । তেওঁ ভাবে, তেওঁৰ প্ৰণয় আকাশত যেন অজানিতে আবিৰ্ভাৱ হ'ল এক অখ্যাত ধূমকেতুৰ । এছাটি পৰাজয়ৰ মলিন ছাঁহিয়ে যেন তেওঁৰ মুখমণ্ডল আবৰি ধৰিলে । গভীৰ হৃদয় আৰু হতাশ মন লৈ তেওঁ চাহৰ কাপত ওঁঠ লগালে । চিন্তা হ'ল ইয়াৰ পৰিণাম কি হব পাৰে । সবিতাৰ কথা মনত জাগে । সবিতা, জ্বলন্ত উল্কা তাই । প্ৰণয় আকাশৰ কোনো এক চুকত হঠাতে ভুমুকি মাৰি উজ্জ্বল আলোকপাত কৰি হয়তো পুৰি পুৰি ছাই হৈ যাব, অৱশেষত হয়তো তাইৰ অস্তিত্বই নাথাকিব, নাথাকিব একো । হতভাগ্য প্ৰবীণে হয়তো তাৰ গমকে নাপাব । কি ৰহস্য কি জটিল চৰিত্ৰৰ এই সবিতা সুন্দৰী—তেওঁ কল্পনা কৰে ।

এনেতে সবিতাৰ মাকে প্ৰবীণক চাহ দি ঘূৰি আহে । মাকে কব নোৱাৰাকৈ মনে মনে মাকৰ পিচে পিচে সবিতাও আহে । তাই দুৱাৰ বাহিৰত থিয় হৈ থাকে নিস্তব্ধভাৱে । সবিতাৰ মাকে বাথিনি ঘৰত সোমায়ে সোধে—"চাহ খালা যোপা ?"

"হয়, খালো খুৰী। পিচে এতিয়া উঠোহে ; মোৰ আৰু কিবাকিবি কাম আছে। কালি পুৱাতে তেজপুৰলৈ যাব লাগে।"

"বাবা, ব'বা, অলপ বহাচোন। সবিতাও নাহিল দেখোঁ। বাৰু, পিতেৰাই বিয়াৰ দিন ঠিক কৰিলে নে ?"

"মই সেইবোৰ কব নোৱাৰোঁ খুৰীদেউ।"

"এটা কথা শৰৎ ; পিতেৰাই কিন্তু সেইটো ভাল কাম কৰা বুলি মোৰ মনে নধৰে। টকা-পইচাই মানুহৰ সকলো নহয়।"

"পিতাৰ কথা মোক নকব খুৰীদেউ।"

এইবাৰ আৰু সবিতাই নীৰৱে নিজক লুকাই ৰাখিব নোৱাৰিলে। গা পিৰপিৰাই উঠিল। মাত দিলে দুৱাৰ ভিতৰলৈ আহি—"পিতাকৰ কথা নকবি মা, এখেত কলিৰ ৰামচন্দ্ৰ। পিতৃ আজ্ঞা শিৰোধাৰ্য্য কৰি তেজপুৰতে বনবাস বা শহুৰ ঘৰত বাস কৰিছে। কুৰি শতিকাৰ ৰামায়ণ ৰচনা কৰিবলৈ কোনো আধুনিক বাল্মীকিৰ আবিৰ্ভাব হয় যেন লাগে।"

এনে শ্লেষপূৰ্ণ বচনত শৰৎ ক্ষুব্ধ হৈ উঠে। মাকে শাসনৰ সুৰত ধমক্ দিয়ে—"তই মনে মনে থাক সবি! মানুহক ইতিকিং কৰিবলৈ তোৰ লাজ নালাগে ?" শৰতে সবিতাৰ ফালে চায়। দুয়োৰো চকুৱে চকুৱে পৰে। শৰতৰ চকুত জ্বলে প্ৰতিবাদৰ জ্বলন্ত অনল, সবিতাৰ চকুত জ্বলে ঈৰ্ষাৰ অগনি। শৰতে চকু ঘূৰাই আনে। সবিতাৰ মাকে কয়—'খং নকৰিবা বোপা। তাইৰ মুখখন আজি-কালি লাউপাত কচুপাত যেন হৈছে। বাৰু কি কাজিয়া লাগিল দুয়োৰো ভিতৰত ?"

"একো কাজিয়া লগা নাই খুৰীদেউ। তেওঁ মোক বিনাদোষত অপমান কৰিছে।"

"আৰু মহাসাধু ৰামচন্দ্ৰই মোক গালি পাৰিছে। মই যেন অজানৰ......।" তাইৰ অতিপাত খং উঠে ; আৰু কিবা কব ধৰিছিল, এনেতে মাকে ধমক্ দিলে—"তই ইয়াৰপৰা আঁতৰি যা সবি। কথা নকবি।" মাকৰ খং উঠা জানিব পাৰি তাই বাহিৰ ওলাই আহিল ; কিন্তু মনৰ খং মাৰ নগ'ল। তাই আজি তেওঁক নিজে অপমান কৰিব। ইমান বৰ, ইমান অহংকাৰ কেতিয়াও সহ্য নকৰে সবিতাই। সেইবাবে খাঁকাৰ দুৱাৰৰ পাৰৰ আঁৰালত থিয় হৈ দুৱাৰমুখ বন্ধ কৰি ৰ'ল। হঠাতে এনে লজ্জাজনক পৰিস্থিতি হব বুলি সবিতাৰ মাকে ভবা নাছিল।

সেইবাবে তেওঁ অন্তৰে অন্তৰে বৰ দুখ পালে আৰু শৰতক বৰ আদৰ কৰি ক'লে—"এই পাগলীজনীৰ কথাত একো খং নকৰিবা বোপা। তাইক মই ইয়াৰ মজা দিম।"

"একো খং নকৰোঁ খুৰীদেউ। কোনো মজা দিব নালাগে। ভুল বুজি পালে আপুনি মজা পাব। পিচে মই উঠোহে এতিয়া।"

"বোৱা বোপা। কেতিয়াবা আহিলে ইয়ালৈ আহিবলৈ যেন পাহৰি নোযোৱা—এয়ে অনুৰোধ।"

"সকলোকে পাহৰিলেও আপোনাক পাহৰি যোৱা বৰ টান খুৰীদেউ।"

"তাকেই ইচ্ছা কৰোঁ বোপা।"

শৰৎ উঠে। সবিতাৰ মাকক এটা সেৱা কৰে। সবিতাৰ মাকে মূৰত ধৰি আশীৰ্বাদ কৰে—"উঠা বাছা"। অজ্ঞাতে সবিতাৰ মাকৰ চকুৰপৰা দুধাৰী লোতক বাগৰি আহি শৰতৰ মূৰতে পৰে। শৰতে গম পায়। মনত বৰ দুখ লাগে। অধীৰ অন্তৰৰ লৈ লাহে লাহে শৰত আঁতৰি আহে। সবিতাৰ মাকে চাই থাকে। শৰতে ডাঙৰ ঘৰৰ মজিয়াত প্ৰবেশ কৰে।

শৰতে আহি সবিতাৰ লগত ভেটাভেটি হয় দুৱাৰমুখত। শৰতে এবাৰ সবিতাৰ ফালে চাই শান্ত সুৰত ক'লে—"বাট এৰি নিদিবা নেকি ?"

সবিতাই শৰতৰ চকুলৈ চায়। শৰতৰ চকুত কাতৰ কাকুতি। সবিতা বিস্মিতা, অভিভূতা হৈ যায়—এই মোহলগা চকু দুটিৰ কাতৰ চাৱনিত। নাৰীমনৰ স্বাভাৱিক দুৰ্বলতাই লাহেকৈ তাইৰ কাষ ল'লে। কান্তিকৈ থিয় হৈ শৰতৰ ফালে চাই কৰুণ আবেগত কৈ উঠে—

"থিয়। ভয় নাই—চিৰদিনৰ কাৰণে সবিতা আঁতৰি যাব আপোনাৰ জীৱন পথৰপৰা। অনন্তকালৰ বাবে সবিতা অস্তমিত হব আপোনাৰ জীৱন আকাশত।"

"সবিতা!" কিবা কওঁ বুলি কব নোৱাৰিলে শৰতে। সবিতাই তৎক্ষণাৎ কৈ উঠিল—"টকাৰ দাস, নীচ হীনৰ লগত সবিতাই একো সম্পৰ্ক ৰাখিব ইচ্ছা নকৰে। আপোনালোকে কেৱল চিনে টকাহে—মানুহ নহয়।"

"কিন্তু শুনা সবিতা।"

"কথাৰ কোনো প্ৰয়োজন নাই। মোৰ শেষ অনুৰোধ—ইয়ালৈ আহি মোক কষ্ট নকৰে যেন। নিজৰ স্বাৰ্থৰ কাৰণে অইনৰ অসুবিধা কৰাটো কোনো ভদ্ৰলোকৰে উচিত নহয়।"

"মই ইয়াতে আহিলে তোমাৰ অপকাৰ হয় ?"

"মোৰ ন'হলেও আপোনাৰ হোৱাৰ সম্ভাৱনা। বজৰুৱা ছোৱালীৰ ওচৰতে আহি নিজেই বা চৰিত্ৰ নষ্ট কৰে কিয় ?"

শৰতে বুজিলে যে সিদিনা চিনেমা হলৰপৰা আহোঁতে তেওঁ কিয়নো কোনো কথাবাৰৰ পুনৰাবৃত্তি কৰি শৰৎকে মাৰিলে এইটো খোচা সবিতাই। যেহ বাক্যকৈয়ে বুজিলে শৰতে। গম্ভীৰভাৱে তেওঁ ক'লে—

"ভাবি-চিন্তি কথা কোৱা দৰ্কাৰ সবিতা। মোৰ ক্ষতি হওক তাত কথা নাই; কেৱল কোৱা তোমাৰ কি লোকচান হয় ?"

প্ৰবীণৰ ফালে আঙুলিয়াই দি কয়, "তেখেতে বেয়া পায়।"

সবিতাৰ এই তীক্ষ্ণ শেল শৰতৰ ঠিক মৰ্মস্থলতে সোমাই গ'ল।

প্ৰাণটো যেন জিকাৰ খাই উঠিল। অধোমুখে ক্ষীণকণ্ঠে ক'লে "বা—বু।"

সবিতাই শৰতৰ ফালে চায়। গগণবিহাৰী উৰন্ত পক্ষীলৈ তীক্ষ্ম তীৰ নিক্ষেপ কৰি চিকাৰীয়ে ওপৰলৈ চাই থকাৰ দৰে সবিতাই এই বাক্যবাণেৰে শৰতক হানি তাৰ কি পৰিণতি হয় তাকে লক্ষ্য কৰিলে। বাণাহত পক্ষী শূন্যত ঘূৰি ঘূৰি আহি মাটিত বাগৰি পৰাৰ দৰে শৰতৰ বাক্যবিদ্ধ আত্মা যেন ভূপতিত হৈ গ'ল। চাই চাই সবিতাই শৰতৰ বুকুৰ স্পন্দন লক্ষ্য কৰে। বেদনাহত শৰতে ম্লানকণ্ঠে কয়—"মোক যাবলৈ দিয়া সবিতা।"

"নিশ্চয়। চিৰদিনৰ বাবে খুলি দিলে সবিতাই আপোনাৰ জীৱনৰ বাট।" তাই শৰতৰ মুখৰ ফালে চায় উৎসুক নয়নে। শৰতে এবাৰ তাইৰ চকুলৈ চাই তৎক্ষণাৎ চকু ফিৰাই আনে। লাহে লাহে সবিতা আঁতৰি যায়। শৰৎ পাৰ হৈ আহে।

পৰ্টিকত দেখে সবিতাৰ প্ৰণয়প্ৰাৰ্থী প্ৰবীণ বৈ আছে কাৰোবাৰ আকুল প্ৰতীক্ষাত। বুজিবলৈ শৰতৰ বাকী নাথাকিল। এবাৰ বেঁকাকৈ চাই লাহে লাহে আঁতৰি পৰিল শৰৎ। ক্ৰমে অদৃশ্য হৈ গ'ল ৰাজআলিৰ জনতাৰ বুকুত।

তোঁতা শ্ৰেণীৰ বুকুত নামিব ধৰিছে পাতল আন্ধাৰ। ম্লানমুখে বিদায়ী সবিতাই বিদায় মাগিলে পৃথিৱী বকৰপৰা আৰু সোৰপূৰ্ণ মানেৰে বিদায় [illegible] মানৱী সবিতাই শৰতৰ জন্মৰপৰা।

## ॥ ঊনৈশ ॥

বিনিদ্ৰা-ৰজনী আজি সবিতাৰ। চিন্তা—চিন্তা—কেৱল চিন্তা। ভাৱ সমুদ্ৰত যেন মেলি দিছে প্ৰলয় তৰণী। পাৰ নাই, কূল নাই—পাৰাপাৰহীন বিশাল পাৰাৱাৰ। তাইৰ অন্তৰখন বাৰে বাৰে কঁপি উঠে। কি অপমানেই না নকৰিলে বেচেৰা নিৰীহ শৰৎটোক! কিয়? কি দৰকাৰ আছিল তাইৰ তেওঁক অপমান কৰিবলৈ? খিয়ালৰ বশৱৰ্তী হৈ এনেভাৱে মানৱতাক অপমানিত কৰিব নালাগিছিল। এইটো যে তাইৰ ভুল হৈছিল এই কথা তাই অনুভৱ কৰিছে আৰু তাৰ কাৰণেই আহিছে অনুতাপ, অনুশোচনা। অতীতৰ সমস্ত ভালপোৱাকে ভৰিৰে মোহাৰি এনেভাৱে নিষ্ঠুৰ ব্যৱহাৰ কৰা তাইৰ পক্ষে কোনোমতে সমীচীন নাছিল। তথাপি তাই কৰিলে। অকল অপমানেই নহয়—তেওঁক এইফালে আহিবলৈকো বাধা কৰি দিলে চিৰদিনলৈ। ইয়াৰপৰা তাইৰ কি লাভ হ'ল? হয়তো ভৱিষ্যতৰ বাবে মুহা মাৰিল। কি নিৰ্বোধ তাই, কি অবিবেচক তাই। তাই ভাবে আৰু বিছনাত ইকাতি-সিকাতি কৰি বাগৰি থাকে। নিৰ্বাসিতা নিদ্ৰাদেৱী আজি সবিতাৰ নয়ন কোণৰপৰা। শৰতৰ সেই ছবিটি আহি ঘনে ঘনে মনৰ মাজত ভুমুকি মাৰে। মনত পৰে এদিন দুয়ো নৱগ্ৰহলৈ যাওঁতে কথাৰ ছলত বাটতে শৰতে কোৱা এফাঁকি—"ভালপোৱাৰ বাচিডাল ৰবৰৰ দৰে হলে সবিতা, কিমানেই টানিবা সিমানেই বাঢ়িব।" তাই জানো আকৌ টানিব পাৰিব? তাই চিন্তা কৰে। আৰু মনত পৰে কামাখ্যাৰ নৱনিৰ্মিত ৰাস্তা চাবলৈ যাওঁতে কামাখ্যা পাহাৰৰ ওপৰৰ শিলত বহি দুয়ো ব্ৰহ্মপুত্ৰলৈ চাই থাকি কথা পতা দৃশ্য। মনত পৰে শৰতে তাইৰ গাৰ নিচেই কাষতে শিলচটাত বহি কোৱা কথাফাকি—"প্ৰেমে মানৱ অন্তৰ চহকী কৰে, সমৃদ্ধ কৰে সবিতা, সেয়েহে জীৱনত অন্ততঃ এবাৰ হ'লেও প্ৰেমত পৰিব লাগে যাতে অন্তৰখন আত্মতৃপ্তিৰে অনুপম হয়। ব্যৰ্থ প্ৰণয়ৰ মূল্য ইয়াতেই সন্নিহিত। প্ৰেমে মনত বিষাদৰ জ্বালা দিয়ে সঁচা; তথাপি ইয়ে হৃদয়ক কৰি যায় কৰ্ষণ, জীৱনক কৰি যায় আকৰ্ষণ। প্ৰণয়ৰ সাৰ্থকতা ইয়াতেই।" শৰতৰ এই মধুৰ বাণী যেন তাইৰ কাণত এতিয়াও ৰিণি ৰিণি বাজি আছে। স্মৃতিৰ পটৰপৰা ভাঁহি আহে অতীতৰ কোনো এক মিলন দিনৰ মধুৰ আভাস। হিয়া-মন তাইৰ আলোড়িত কৰি তোলে। ই কি আকৰ্ষণ—! কেনে পুলক স্পন্দন!!

নীৰৱ কক্ষ। স্তব্ধ হয় চিন্তাস্ৰোত। ক্ৰমে যেন আৱদ্ধ হয় ওভতনি গতি। অবদমিত মনৰ কোনোবা গোপন গহ্বৰৰ পৰা ধীৰে ধীৰে ওলাই আহে অতীতৰ কোনো এক অজ্ঞাত দিনৰ স্মৃতি—ঘৃণাৰ। পুৰুষ তেওঁ, শিক্ষিত তেওঁ, তথাপি বিনা প্ৰতিবাদে মানি ল'লে পিতাকৰ অন্যায় প্ৰস্তাৱ। তেওঁ নিশ্চয় প্ৰতিবাদ কৰিব পাৰিলেহেঁতেন; আনকি বিয়া বন্ধ কৰি দিবও পাৰিলেহেঁতেন। টকা লোভাত তেওঁৰো মত আছে। ভাল পায় ধনক—মনক নহয়। ছিঃ! ইমান নীচ, ইমান হীন মনোবৃত্তি! তাই আৰু ভাবিব নোৱাৰে। তাই ক্ৰুদ্ধা হৈ উঠে—ক্ষুব্ধ হৈ উঠে। এৰা, এই ভণ্ডজনতকে এই সকল ইঞ্জিনীয়াৰজনেই প্ৰেম। তাকে তাই ভাল পায়। তাই ভাবে। ভবাৰ লগে লগে প্ৰবীণক কেন্দ্ৰ কৰি সবিতাৰ মনৰ মাজত গঢ়ি উঠে এক কল্পনাৰ হিমালয়। সচা, তাই তাকে ভাল পায়। তাকে ঢালি দিব অন্তৰৰ সমস্ত ভালপোৱা। তাই স্থিৰ হয়, দৃঢ় হয়। শৰতৰ ছবি মনৰ ফলিৰ পৰা মচি পেলাব চিৰকাললৈ। এয়ে তাইৰ স্থিৰ প্ৰতিজ্ঞা। তাই শৰতৰ শেষ চেষ্টা কৰি চায়।

ইফালে শৰৎ। বাণবিদ্ধ বিহঙ্গ প্ৰায়। অন্তৰ দগ্ধ হৈ গ'ল। সবিতাই তেওঁক অপমান কৰিলে। কি অধিকাৰ আছে তাইৰ তেওঁক এনেভাৱে অপমান কৰিবলৈ? তেওঁ ভাবে। ভাবোঁতে ভাবোঁতে মনৰ মাজত উদয় হয় এটা বিশেষ চিন্তা। এৰা; তাইৰ অধিকাৰ আছে। তাইৰ বিগত দিনৰ মনৰ মানুহজনৰ ওপৰত জানো একো অধিকাৰ নাই? নিশ্চয় আছে। সেইবাবেই তাইৰ অভিমান ইমান প্ৰকট—ইমান প্ৰকাণ্ড। তাইৰ অধিকাৰ বাহ্যিক নহয়—তাইৰ অধিকাৰ অন্তৰত। তাইৰ অন্তৰৰেই তাই তাইক বল দিছে। তেওঁ নিজে চিন্তা কৰি চায়। দেখে, তেওঁৰ অন্তৰেও তাকেই কয়। তেওঁৰ অন্তৰ কুমলি আছে; মন সেমেকি পৰে। লাহে লাহে অতীতৰ মধুৰ দিনবোৰলৈ মনত পৰে। বুকুখন হুমুহুমাই যায়। মুখ খুলি যেন চিঞৰি দিব—"সবিতা, মোৰ প্ৰাণৰ সবিতা, মই তোমাক ভাল পাওঁ। তুমি মোৰ…।" কিন্তু নোৱাৰে। সন্মান আৰু পদবীয়ে আগভেটি ধৰে। তুমুল দ্বন্দ্ব চলিছে মনৰ মাজত। কি নিদাৰুণ যন্ত্ৰণা! নিজৰ অজানিতে এটা হুমুনিয়াহ আহে তেওঁৰ। নিৰুপায় বেচেৰা।

দুই প্ৰেমিক-প্ৰেমিকাৰ মনৰ মাজত চলিছে তুমুল সংগ্ৰাম।

• • •

সিফালে শৰতৰ পিতা ঠিকাদাৰ। টকা লাগে। বহু, বাৰ হেজাৰৰ অৰ্থ যোঁথছে, নাম শুনিছে। এই সুযোগ এৰি দিব নোৱাৰি। ল'ৰাৰো বিয়া কৰোৱা হ'ল আৰু নিজৰো অন্তৰ পূৰণ কৰা হ'ল। বেছ ঠিকাদাৰী বুদ্ধি। কিন্তু তেওঁৰ ইচ্ছা কেনেকৈনো ইঞ্জিনীয়াৰৰ ছোৱালীৰ বিয়া হোৱাৰ আগতে শৰতক বিয়া কৰাব পাৰে তাৰ হে বেচি। ইঞ্জিনীয়াৰক দেখুৱাব—তেওঁ কোন। সেইবাবে বিয়াৰ প্ৰবল আয়োজন আৰু কন্যাপক্ষক ঘন ঘন নিষ্পেষণ।

আনফালে সবিতাৰ পিতা ইঞ্জিনীয়াৰৰ। চিন্তা কেৱল ছোৱালী বিয়া দিব লাগে অন্ততঃ ঠিকাদাৰৰ ল'ৰাৰ বিয়াৰ আগতে। তেওঁ ঠিকাদাৰক দেখুৱাব যে তেওঁৰ ল'ৰাতকৈ এওঁৰ ছোৱালী কোনো গুণে হীন নহয় বৰং শ্ৰেষ্ঠ। সেইবাবে বহু চেষ্টা কৰিছে ইঞ্জিনীয়াৰে তলে তলে। সবিতাৰ মতক মাত্ৰ বাট চাই আছে। সবিতাই প্ৰবীণক চিনেমা দেখুৱাবলৈ নিয়া পথুলি দুয়ো একেলগে ফুৰা, হাঁহি-খিকিন্দালি কৰি আলোচনা আদি কৰা জানিব পাৰি ইঞ্জিনীয়াৰ পৰম খুচি। তেওঁ জানে যে আধা দৰপ মাৰিছে বৌৱা গাজ; সোলখলৈ বেচি দেৰি নাই।

দেখা যাওক ঠিকাদাৰৰ ল'ৰাতকৈ আগেয়ে ছোৱালী বিয়া দিব পাৰে নে নাই শৰৎতকৈ ভাল নহ'লেও বেয়া নহয়, হীন নহয় প্ৰবীণ, এয়ে সান্ত্বনা দাদৰ। ঠিকা-দাৰৰ প্ৰতি বিদ্ৰূপ ভাব এটা বাৰুকৈয়ে পিপাইছে ইঞ্জিনীয়াৰৰ। প্ৰতিযোগিতাত মন যেন উন্মাদ হৈ উঠিছে দুয়োৰো।

একালে চলিছে দুই পিতাৰ তুমুল প্ৰতিযোগিতা আৰু আনফালে চলিছে দুই সন্তানৰ দুয়োৰে প্ৰতিদ্বন্দ্বিতা। চাৰিওজনৰ মনৰ কুৰুক্ষেত্ৰ মাজত আৰম্ভ হৈছে এখন অনামী ৰণ। নাজানো কাৰ জয়, কাৰ পৰাজয় হয়।

॥ বিশ ॥

প্ৰণয়ৰ ক্ষেত্ৰত আৰু যুদ্ধক্ষেত্ৰত ছলচাতুৰী, বুদ্ধি-কৌশল সকলোৱে প্ৰয়োজন ; ন'হলে কৃতকাৰ্য্যতা লাভ কৰিব নোৱাৰি। সবিতায়ো নানা ছলচাতুৰীৰ খেলিব ধৰিছে। প্ৰবীণক লৈ তাই যি খেলা আৰম্ভ কৰিছে, তালৈ চাই তাইৰ উদ্দেশ্য কি ধৰা টান। কোনে জানে কিজানি এই খেলাৰ মাজেৰে তাই প্ৰবীণক পৰীক্ষা কৰিব ধৰিছে ? সোণাৰ আঙুঠি পিন্ধাৰ আগতে পৰীক্ষা কৰি চাব লাগিব তাত খাঁটি সোণ আছে নে নাই। কোনে জানে কিজানি তায়ো তাক তেনেদৰে পৰীক্ষা কৰিব ধৰিছে ? সচাঁকৈ গ্ৰহণৰ উপযুক্ত হয় নে নহয় তাক পৰীক্ষা কৰিবৰ বাবেই কিজানি তাই তাৰ লগত এইবোৰ চাতুৰীৰ খেল খেলিছে ? তাইৰ মনৰ ভাব কি তাক জনা বৰ কঠিন।

বিয়লি বেলাৰ খিয়ালি মন লৈ সাজি-কাচি ওলাইছে সবিতা। ফুকন পাৰ্কলৈ ফুৰিব যাব। আকৰ্ষণীয় সাজ-সজ্জা। পুৰণি কালত নাৰীৰ হস্তালংকাৰ আছিল খাৰু, আধুনিক যুগত হ'ল চুৰি ; আৰু আজি অতি আধুনিক যুগত হ'ল ঘড়ী। বাওঁ হাতত দামী ঘড়ী, বিহাত চিকমিকীয়া পাৰি, কঁকালত কাশ্মিৰী পাটৰ পাতল মেখেলা, ভৰিত হাই-হিল 'চু' ; চুলিত জবাকুসুমৰ মধুৰ গোন্ধ, মুখত প্ৰসাধনৰ বিজ্ঞাপন ক্ৰিয়া ; ওঁঠৰ কোণত হাঁহো হাঁহো ভাব। অন্তৰত এটা পাতল পাতল আৰামী ভাব। সান্ধ্যভ্ৰমণ বিলাসিনী যেন কোনো চিত্ৰ তাৰকা—মৰ্ত্ত্য অপেশ্বৰী। ললিত বলিত তনুযুপোদ্ভাসিত শৰীৰৰ প্ৰতি অণু-পৰমাণু। লীলায়িত ভঙ্গীমাৰে ধীৰে ধীৰে চলি যায় ইঞ্জিনীয়াৰৰ দুহিতা। কাষে কাষে খোজ লৈছে প্ৰবীণ কলিতা। গাত তাৰ মূল্যবান সাজ। এই মাত্ৰ ক্ষৌৰ কৰ্ম সমাপন কৰি পাউডাৰৰ লেপ এটা গালে-মুখে ঘি ওলাই আহিছে। তাৰ নাকৰ তলত হিটলাৰী গোঁফ, ওঁঠৰ তলত তামোলৰ বাঙলী পিক। ৰুমালৰ কোণত এচেন্সৰ গন্ধ মাধুৰিমা, কেকোৰা চুলিৰ ভাজত সুগন্ধি তেলৰ তীব্ৰ সুবাস।

দুয়ো গৈ প্ৰবেশ কৰিলে ফুকন পাৰ্কত। দুবৰি বনিচাৰ ওপৰত সৌন্দৰ্য্য প্ৰতিমা নাৰী দেহখনি থৈ যেন এটা স্বস্তিৰ নিশ্বাস এৰিলে সবিতাই। কাষতে বহিল প্ৰবীণ সন্মুখা-সন্মুখীকৈ। নীৰৱ দুয়ো। সবিতাৰ মনত পৰিল হঠাতে বিগত দিনত মধ্যে সৃষ্টি বিজড়িত এটা ঘটনাৰ কথা। এদিন ইয়াতে বহিছিল তাই

শৰতৰ লগত ঠিক এনে সময়তে—এনে বেশে, একে পৰিবেশত এনে এটা ভাবকে মনত পেলে। আজি আকৌ যেন তাৰে পুনৰাবৃত্তি কৰিছে। কি যে পুৰণি পুৰণি ভাব এটা মনলৈ আহিল সবিতাৰ। অৱদমিত মনৰ নিবিড় গুহাৰপৰা উঠি আহিল অতীতৰ পাহৰা স্মৃতিবোৰ। উন্মনা কৰি তুলিলে তাইক। হঠাতে যেন শৰতৰ অশৰীৰী আত্মাই আহি তাইক হেঁচি ধৰিলে। তাইৰ মুখৰ হাঁহি যেন শুকাই গ'ল। তাইৰ হাস্যোজ্জল মুখখনি মলিন দেখি স্তম্ভিত হৈ গ'ল প্ৰবীণ। তাৰ অনুমান হ'ল যেন অকস্মাতে ৰাহুৱে আহি গ্ৰাস কৰি পেলালে শৰতৰ পূৰ্ণচন্দ্ৰ। নিৰ্মল কিৰণ যেন হঠাতে লুপ্ত হৈ গ'ল। প্ৰবীণে একেথৰে সবিতাৰ মুখলৈ চাই থাকি কৈ উঠিল—

"হঠাতে আপোনাক ইমান মলিন দেখা গ'ল কিয় ?"

"'চুইচ অফ' কৰিলে 'ফেন'ৰ অৱস্থা কেনে হয় ?"

"কোনে বাৰু আপোনাৰ 'ফেন'ৰ 'চুইচ অফ' কৰিলে ?"

"হেড অফিচৰ কনেকচন অফ কৰিছে।"

"আপোনাৰ ক্ষেত্ৰত ক'ৰবাত হেড অফিচ আছে ?"

"মনৰ হেড অফিচ সকলোৰে আছে। চেতন, অচেতন আৰু অৱচেতন—মনৰ এই তিনিটা অৱস্থাৰ কাৰণ সেয়ে। চিন্তা, ইচ্ছাশক্তি আৰু আবেগ—এই তিনিটা ক্ৰিয়াৰ মূলতো সেয়ে।"

"আপুনি আকৌ কিবা মনোবিজ্ঞানৰ কথা কবলৈ গ'ল। মই একো বুজি নাপাওঁ। আমি মেচিনৰ মানুহ।"

"তেনেহলে যন্ত্ৰৰ কথাকে কওঁক।"

"যন্ত্ৰৰ কথাত কি ৰস আছে ? বৰং মানুহৰ কথা কওক।"

"মানুহৰ কথা মানে মোৰে কথা, কাৰণ মইো মানুহ হে।"

"হয় আপোনাৰে কথা।"

"মোৰ কথা শুনিবলৈ গ'লে প্ৰথমে মই জানিব লাগিব মোৰ প্ৰতি আপোনাৰ শ্ৰদ্ধা আছে নে নাই।"

"আপোনাৰ ওপৰত মোৰ অসীম শ্ৰদ্ধা।"

"আপোনাৰ কথাবাৰ বৃপমুখ পুৰুষৰ স্তৱৰ দৰে শুনিলো।"

"নহয়। বাস্তৱিকে কৈছো, মই আপোনাক অসীম শ্ৰদ্ধা কৰো, বৰ ভাল পাওঁ।"

"তেন্তে আপোনাৰ বিপদ আছে। সবিতাক মিয়ে ভাল পাব, তাৰে অসীম ক্ষতি।"

"হওক ক্ষতি, তথাপি মই ভাল পাওঁ আৰু আগলৈও পাম।"

"তেন্তে কালিৰপৰা আপুনি চাকৰি এৰি দিব লাগিব ; পাৰিব ?"

"কিয় ?"

"মোক মিয়ে ভাল পায় তেওঁৰ ভালপোৱাৰ অন্য বস্তু মই থাকিব নিদিওঁ।"

"কাৰণ ?"

"কাৰণ মিয়ে মোক ভাল পাব তেওঁৰ মনৰ প্ৰথম স্থানত মই বহিব চাওঁ। তাৰ মানে মই ভালপোৱাৰ অদ্বিতীয় বস্তু হৈ থাকিব খোজোঁ।"

"চাকৰিয়ে একো অন্যায় নকৰে আপোনাৰ ; বৰং সহায়হে কৰিব। চাকৰিয়ে টকা দিব।"

"তাৰ মানে বুজা গ'ল আপোনাৰ মনত চাকৰি আগ আৰু মই পিচ।"

"হয়, মই ভাবোঁ আগতে চাকৰি, পিচত হে নাৰী।"

"আৰু মই চাওঁ—হয় চাকৰি নহ'লে নাৰী।"

"কিন্তু মই চাওঁ দুয়োটা একেলগে।"

"অসম্ভৱ। মোক ভালপালে চাকৰি ৰাখিব নিদিওঁ।"

"বাৰু দেখা যাওক।"

এটা ক্ষীণ হাঁহি মাৰি সবিতাই কয়—"দেখিবলৈ দৰকাৰ নকৰে। বহু পুৰুষক মই দেখিলোঁ, তেওঁলোকে প্ৰথমে মোৰ ৰূপমুগ্ধ হৈ ভালপোৱাৰ অভিনয় কৰে আৰু শেষত হয় বিচাৰে টকা, নহয় বিচাৰে চাকৰি। কাৰবাক লাগে টকা, কাৰবাক লাগে চাকৰি ; আচলতে মোক কোনেও ভাল নাপায়। এতিয়া উঠক, গধূলি হ'ল যাওঁগে।" সবিতা উঠে। প্ৰবীণো উঠে। দুয়ো ওলাই আহে বাজালৈ। বাটত যাওঁতে প্ৰবীণে সবিতাৰ নিচেই কাষলৈ আহি দৰ আবেগেৰে সবিতাৰ হাতখনত ধৰি ক'লে —"আপুনি মোক বেয়া পালে নেকি মিছ দাস ?"

"ভালপোৱা, বেয়াপোৱা মানুহৰ মনত এটা অৱস্থা মাত্ৰ। আপুনি অনুগ্ৰহ কৰি হাতখন এৰি দিয়ক।" গম্ভীৰভাৱে কথাষাৰ কৈয়ে সবিতাই তাইৰ হাতখন কোঁচাই আনিলে। প্ৰবীণে বৰ লাজ পালে। সবিতা আগবাঢ়িল। সি অতি সন্তৰ্পণে সবিতাৰ পিচে পিচে খোজ ল'লে। এটা নিৰানন্দ আৰু নিস্তব্ধতাৰ ভাবে

ঘূয়োকো যেন আবৰি ধৰিলে। সবিতা যেন হৈ পৰিল উদাসিনী নিৰ্লিপ্তা নাৰী আৰু প্ৰবীণ যেন হৈ গ'ল—হৃতবুদ্ধি—ব্যৰ্থ চিকাৰী।

ঘৰ পালে। উদাসভাৱে সবিতাই বিদায় দিলে প্ৰবীণক। মলিন বদনে আঁতৰি পৰিল প্ৰবীণ কলিতা—কক্ষচ্যুত পপীয়া তৰা। হৃতভাগ্য প্ৰবীণ কলিতা।

ৰুমৰ ভিতৰত সোমাই ইলেকট্ৰিক লাইটৰ চুইচত টিপা মাৰিলে সবিতাই। জ্বলি উঠিল বাল্ব; আলোকমণ্ডিত হ'ল সমস্ত কোঠা। সবিতাই আৰামী চকীখনত লৱণুতনুখনি লৈ ভাব সাগৰত মেলি দিলে মন-তৰণী।

সেই একে কথা—কাকো লাগে ধন, কাকো লাগে চাকৰি—উচ্চপদ; কিন্তু সবিতাক হ'লে কাকো নালাগে। শৰতে বিচাৰিছে টকা, প্ৰবীণে বিচাৰিছে চাকৰি, কোনোৱে বিচৰা নাই সবিতাক। ৰব দুখ লাগে তাইৰ। ইচ্ছা হ'ল যেন সকলো এৰি দি অকলে অকলে চিন্তা কৰি থাকিব কিবা এটা বিষয় লৈ। বিয়া-বাৰু কৰাই গৃহস্থী কৰিছে মানুহ থাকিব পাৰে নে কি? ৰসাল বিষয় এটাত মনোনিবেশ কৰিও মানুহে সেই গৃহস্থীৰ আনন্দ আনকি জীৱনৰ জৈবিক আনন্দও লাভ কৰিব পাৰে। ললিতকলাৰ কোনো এটাত মন ঢালি দি মানুহে সহজে যৌন জীৱনৰ ৰসাস্বাদনৰ আনন্দ লাভ কৰিব পাৰে। তাৰবাবেই ললিতকলাৰ সৃষ্টি। চাৰ্লিমেচনৰ দ্বাৰা কলাৰ জৰিয়তেই মানুহে চৰম আনন্দ লাভ কৰি ঘৰ-সংসাৰ নকৰাকৈ বেছ সুন্দৰভাৱে জীৱন কটাই দিব পাৰে। আজি এই অৰ্থনৈতিক দুৰ্য্যোগৰ দিনত জনসাধাৰণৰ মাজত জনসংখ্যা বঢ়োৱা অকল বিপদৰ কথাই নহয় বৰং অন্যায়ো—। সেই বাবেই চিৰকুমাৰী হৈ কোনো এটা ৰসাল বিষয়ত মন নিয়োজিত কৰাকে তাই শ্ৰেয় বুলি ধৰি ল'লে। এৰা, তাই বিয়া নকৰে—ললিতকলাত মন ঢালি দিব—জীৱনৰ নতুন পথ আৰম্ভ কৰিব—নতুন আনন্দ আহৰণ কৰিব। তেন্তে মিছাকৈ প্ৰবীণক পৰীক্ষা কৰি কি হব? মিছাকৈ বেচেৰাক কষ্ট দি লাভ নাই। সবিতাই সিদ্ধান্ত কৰে—প্ৰবীণক আৰু জন্মেও নকৰে তাই।

* * *

প্ৰবীণৰ লগত সবিতাই ফুৰিব যোৱা প্ৰায় দিনি পিতাকে ভিতৰি ভিতৰি বৰ বং পালে। প্ৰবীণ ল'ৰাজন বেছ কামৰ ল'ৰা; চেহেৰা-পাতিও দেখনিয়াৰ, বিদ্যাও আছে—ইঞ্জিনীয়াৰিং ডিগ্ৰীধাৰী B. E.। যদি সবিতাই পছন্দ কৰে তেন্তে……।

অৱশ্যে পছন্দ নহবৰ কোনো কাৰণ নাই—। তেনেহলে তাক আঁত সোনকালে প্ৰমোচন দিব লাগিব। এনেভাবে প্ৰবীণক কেন্দ্ৰ কৰি ইঞ্জিনীয়াৰ দাসে বহু কথাকে ভাবে।

ৰাতি মজিয়াৰ চেয়াৰত বহি টেবিলৰ ওপৰত ভাতৰ কাঁহী লৈ ভাত খাব ধৰিছে ইঞ্জিনীয়াৰ—লগতে দুই পুত্ৰ। ভাত খে ৱাত নানা প্ৰকাৰৰ আলোচনা হয়।

আগফালে থিয় হৈ আছে সবিতাৰ মাক আৰু পিচফালে থিয় হৈ আছে সবিতা। তেওঁলোকে নানা তৰহৰ মেল কৰি থাকোঁতে এবাৰ পিতাকে হাঁহি মাৰি কৈ উঠিল—"শুনিছা বৰুণ, আজি প্ৰবীণে এটা বেছ বুদ্ধিৰ কাম কৰিলে। একাউনটেণ্টৰ বহীত এটা ভুল উলিয়াই বি ভেটী খে'ৱা বুলি মিছাকে চাব দি ধৰি হৈ-চৈ লগাই দিলে। সি বেচেৰাই কথাটো তল পেলাবৰ বাবে প্ৰবীণক খুব অনুৰোধ কৰিলে। প্ৰবীণেও ছেগ বুজি তাক হাত কৰি ল'লে। 'একাউনটেণ্ট' শৰ্মা বৰ্তমান তাৰ হাতৰ মুঠিত। বেছ বুদ্ধিমান ল'ৰা। তাৰ ভৱিষ্যত সুন্দৰ হব বুলি মোৰ ধাৰণা।" বৰুণে বুজিলে কিয় পিতাকে প্ৰবীণৰ গুণ বখানিছে। সবিতাক আগতে উপস্থিত দেখি পিতাকে সবিতাৰ মনটোপ চাইছে। অৱশ্যে কথাটোও মিছা নহয়। সেই বুলি এই কথাষাৰ নকৈ পাচতো কব পাৰিলেহেঁতেন, নাইবা নকলেও একো ক্ষতি নহলহেঁতেন। কোবাৰ অৰ্থ বুজিলে বৰুণে। অন্যবিলাকে বুজি যে পে ৱা নাই এনে নহয়। তেওঁলোকেও বুজিলে। বুদ্ধিমতী সবিতাই তৎক্ষণাৎ বুজিলে পিতাকৰ মতলব। সেইবাবে তায়ো পিতাকৰ মন জুখিলে—

"সুন্দৰ হুব বুলি ধাৰণা কৰিলেই সুন্দৰ নহব পিতা, তাৰ বাবে চেষ্টা লাগে। আজি ইমান দিনে তেওঁক কেৱল টোপ দেখুৱাহে হৈছে—আজিলৈ এচ. ডি. ও. এজনকে কৰি দিব নোৱাৰিলে।"

এনে অপ্ৰত্যাশিত প্ৰশ্ন শুনি ইটিয়ে সিটিৰ মুখলৈ চে ৱা-চুই কৰিব ধৰিলে। লাজতে মাকে ভিতৰ সোমাই গ'ল। বৰুণে প্ৰগলভো ভনীয়েকৰ এনে অপ্ৰাসংগিক প্ৰশ্ন শুনি লাজতে হাত ধুই বাহিৰলৈ ওলাই আহিল। বৰুণে নিৰুপায় হৈ ভলমুৱাকৈ ভাত খাব ধৰিলে। পিতাক নীৰব হৈ গ'ল; কিন্তু মনে মনে বৰ বং পালে। সবিতাই যে প্ৰবীণক পছন্দ কৰিছে তাৰ প্ৰমাণ পোৱা গ'ল। নাৰীৰ মন ধৰা টান। বহু ক্ষেত্ৰত ছিৰোতাই যাক ভাল পায় তাক ঘৃণা কৰা দেখুৱায়,

কৌতিয়াবা বদ্‌নামো গায়, কৌতিয়াবা নাম শুনিবই যেন নোৱাৰে এনে ভাব দেখুৱায়। নাৰী অনুযায়ী ইয়াৰ ধাৰা বিভিন্ন। শিক্ষিতাসকলৰতো কোনোমতে তত্তকে ধৰিব নোৱাৰি। তেওঁলোকে কৌতিয়াবা অতিপাত ভালপোৱা দেখুৱায়। কিন্তু পুৰুষ যেচৰাই অলপ আগবাঢ়িলেই তাক অনাহ্বান প্ৰস্তাৱ দি হাঁহিয়াতৰ পাত্ৰ কৰি তোলে। কিছুমানক আকৌ বৰ নিকৰুণ ব্যৱহাৰ কৰে, পিচে বৰুণৰ মালাধাৰ হলে তেওঁৰ ডিঙিতে সুমাই দিয়ে। তিৰোতাৰ মন বুজা বৰ কঠিন। মানুহৰ মনত ঘৃণাৰ ওলোটাফালে বাস কৰে ভালপোৱা। কোনে জানে সবিতাই কিজানি প্ৰবীণক অৱজ্ঞা কৰাৰ অজুহাত দেখুৱাই ভাল পাবলৈ ধৰিছে। সেইবাবে বাপেকে হাঁহি মাৰি ক'লে—"আমাৰ একো কামত নাহিলে তাৰ সুবিধা কৰি দিয়াত আমাৰ লাভ কি সবি?" তেওঁ মগুহৰ টুকুৰা এটাত কামোৰ মাৰে। সবিতাৰ মাকে আকৌ অলপ জোল দি যায়। বৰুণ ইতিমধ্যে উঠি যায়। সবিতাই উত্তৰ দিয়ে—"আমাৰ লাভ হয় নে নহয় তাৰ বিচাৰ পাচত হব। তেওঁক দিওঁ বোলা বস্তুটো সোনকালে দিয়া উচিত।"

"নিজৰ একো উপকাৰ নহ'লে পৰৰ কাৰণে কোনে মৰিব?"

"নিজৰ হয় নে নহয় তাক আগতে কেনেকৈ জানিব?"

সবিতাৰ কথাৰ তাৎপৰ্য বুজিলে বাপেকে। তাই যে ইতিমধ্যে কিবা এটা বন্দবস্ত কৰিছে এনে ভাব আহিল পিতাকৰ মনলৈ। আনন্দ মনেৰে পিতাকে ক'লে—"মই মাত্ৰ এটা কথাকে বাট চাই আছিলোঁ। বাবু এই সপ্তাহৰ ভিতৰতে মই তাক এচ্‌ ডি. ও. পদত নিযুক্ত কৰিম।" পিতাকে ভাবিলে যে এচ্‌ ডি. ও. হলে তাৰ চাকৰি স্থায়ী হয় আৰু বুদ্ধিমতী জীয়েকে বিয়াৰ আগতে নিজৰ গিৰীয়েকক এটা ভাল অৱস্থায় দেখিবলৈ বাঞ্ছা কৰে। অৱশ্যে কথাটো বেয়া নহয় বৰং সুন্দৰ বিবেচনাৰ কাম। ধন্য সবিতা। পিতাকৰ বৰ মৰম ওপজে জীয়েকৰ ওপৰত। সচাকৈ সবিতা নাবালিকা নহয়—প্ৰকৃত চাবালিকা। আনন্দেৰে খাই-বৈ পিতাকে সবিতাৰ ওচৰলৈ আহি তাইক মৰম কৰি মূৰ পিহি কয়—"তোৰ ইচ্ছা পূৰ্ণ হব সবি। একো চিন্তা নাই।" পিতাকে সবিতাৰ মূৰটো পিহি মৰম কৰে। সবিতাই মৰমতে অকণমাণি ছোৱালীজনীৰ দৰে হৈ পিতাকৰ ওচৰত থিয় হৈ ৰয়।

## ॥ একৈশ ॥

এসপ্তাহ পাচৰ কথা। পি. ডব্লউ. ডি. অফিচত হৈ-চৈ লাগি পৰিছে। প্ৰবীণ কলিতাৰ প্ৰমোচন এচ. ডি. ও. লৈ—এয়ে ঘটনা। নানা গল্প, নানা গুজৱ ; মুখ-ৰোচক নানা কাহিনী কেৰাণীসকলৰ মুখে মুখে। ব্যস্ততাৰে পৰিপূৰ্ণ সমস্ত অফিচ। উত্তেজনাৰ এটা শিহৰণ যেন প্ৰত্যেকৰে মনৰ মাজেৰে প্ৰবাহিত হৈ গৈছে। সকলোৰে মুখত হাঁহি কিন্তু অন্তৰত এটা ব্যঙ্গসুৰ।

প্ৰবীণ কলিতা অতি ব্যস্ত। চাহ-জলপানৰ আয়োজন। গাত তত নাই। মুখত বিজয়ীৰ হাঁহি। অন্তৰত পুলকৰ বান। ব্যস্ততাৰ নাই অন্ত, বাক্যৰ নাই শেষ। অন্তহীন চাকৰিৰ দুৰ্জয় লালসা, অন্তহীন দৰমহাৰ অসীম ভৱষা। ব্যগ্ৰ মন আৰু উগ্ৰ আকাংক্ষা লৈ পলে পলে অতিবাহিত কৰিছে অফিচৰ কাল। এক বিৰাট কাণ্ড, এটা অঘটন ঘটনাহে যেন হৈ গ'ল প্ৰবীণৰ জীৱনত। এৰা, ঘটনাইতো। একে শাৰীৰ তিনিজন টেম্পোৰেৰী ইঞ্জিনীয়াৰৰ ভিতৰত সি আছিল জুনিয়ৰ ; ইফালে তলৰ চিনিয়ৰ ওভাৰচিয়াৰ মিণ্টাৰ শইকীয়াহে প্ৰকৃততে এচ. ডি. ও. হব লাগিছিল, তেনেস্থলত এই কেজনক পাৰ হৈ ৰহিল প্ৰবীণে। অফিচত চাঞ্চল্যকৰ ঘটনা নহয়নো কি ? মিণ্টাৰ শইকীয়াই চিগাৰেট এটা জ্বলাই হুপিব ধৰিলে। কাষতে থকা কেৰাণীজনেও এটা মিক্চাৰ পকাই লৈ দিয়াচলাইৰ কাঠিটো মাৰি লৈ ক'লে— "আশ্চৰ্য্য ব্যাপাৰ, চাৰ। কলিতাৰ কাণ্ড দেখি আমি একেবাৰে অবাক।"

"অবাক হবলগা কি আছে বৰা ? আজি-কালি এই ৰকমেই চলিছে। খাতিৰ-ৰাতিৰ নহলে প্ৰমোচন হব দূৰৰ কথা চাৰ্ভিচ কনফৰ্মেই নহয়। নেদেখিছে মিণ্টাৰ গোহাঁইৰ অৱস্থা ; আজি ছয় বছৰ হ'ল পুলিচ এ. এচ্. আই. হবৰ কিন্তু আজিলৈ চাকৰি কনফাৰ্মেই নহ'ল—প্ৰমোচনটো বহু দূৰৰ।"

"তেওঁৰ কথানো কি চাৰ ; আমাৰ অফিচৰ ওভাৰচিয়ৰ মিণ্টাৰ শৰ্মাৰ কথাকে নাচায় কিয় ; আজি ইমান দিনে তেওঁৰ চাৰ্ভিচো কনফৰ্ম হোৱা নাই। আচলতে চিনিয়ৰ হিচাবে তেওঁহে এচ্. ডি. ও. হব লাগিছিল। তাৰ উপৰি অফিচিয়েল অৰ্ডাৰত প্ৰমোচন নিদি, দিছে বাহিৰৰপৰা। কি যে কাণ্ড হৈছে চাৰ···। দেশ স্বাধীন হ'ল নে কিছুমানৰ সুবিধা মিলিল আৰু কিছুমানে মজা মাৰিলে।"

সেইবোৰ বাদ দিয়া। দেশ স্বাধীন হোৱাৰ লগত একো কথা নাই। আমাৰ

জাতীয় চৰিত্ৰ শোধন নহয় মানে দেশৰ একো ভাল হ'ব নোৱাৰে। আমাৰ জাতীয় চৰিত্ৰ,-হীনৰপৰা একেবাৰে হীনতাৰ পৰ্য্যায়লৈ নামিছে। জাতীয় চৰিত্ৰৰ মান উন্নত নহ'লে দেশৰ, দহৰ একো সুবিধা হ'ব নোৱাৰে।"

এনেতে ওভাৰচিয়াৰ শৰ্মাই আহি মাত দি উঠে—"প্ৰবীণ কলিতাৰ 'ৰেকৰ্ড' কোনোবা 'মিনিষ্টাৰ' চিনিষ্টাৰ আছিল নেকি চাৰ।"

"মিনিষ্টাৰ কিয় লাগিছে শৰ্মা। স্বয়ং মিনিষ্টাৰৰ বাপেক—অফিচৰ মালিক আছে নহয়।"

"ভাগ্য, শৰ্মা, ভাগ্য। কলিতাৰ দৰে ভাগ্যৱান আপুনি হ'ব নোৱাৰে।"

"স্বীকাৰ কৰিছোঁ। বেছ 'গ্ৰুড্' ফেলো। আমি আজি অত বছৰ চাকৰি কৰিলোঁ অথচ.........।'

"আপুনিও পাৰিলেহেঁতেন শৰ্মা। পিচে আপোনাৰ জাতি বেলেগ...।

"অৱশ্য। কিন্তু আচলতে আমাৰ শইকীয়াৰ হে—"

"শইকীয়াই যে আগে বাট বন্ধ কৰিছে—বিয়া কৰাই; খবৰ আছে নে নাই? হাঁহি মাৰি কয় বৰাই। এওঁলোকবো হাঁহি উঠে। এনেতে চাহৰ কাপ আৰু মিঠাইৰ প্লেট লৈ আহে চকীদাৰ। এওঁলোকৰ কথা বন্ধ হয়।

আনফালে কেৰাণীসকল থকা ৰুমত কাপ-প্লেটৰ জনজননিৰ শব্দ বেচিকৈ উঠে। ঠুং-ঠাং শব্দ, হিঃ হিঃ হাঃ হাঃ হাঁহি আৰু গহীন পাতল নানা মন্তব্য—নানাজনৰ; এই সকলবোৰে যেন অফিচটো এক প্ৰকাৰ 'ডাইনিং হলত'হে পৰিণত কৰিছে। মুখত ৰসগোল্লা এটা ভৰাই চোবাই চোবাই কয় তালুকদাৰে—"কলিকা কিন্তু বৰ ভাগ্যৱান ভাই। চাকৰিও পালে মজা—এচ. ডি. ও. আৰু ছোৱালীও পালে চমৎকাৰ—সবিতা দাসক। কপাল, ভাই, কপাল।"

চাহৰ কাপত এটা হোপা মাৰি কয় চৌধুৰীয়ে—"আপুনি ভুল বুজিছে তালুকদাৰ, কলিতা ভাগ্যৱান বুলি মই কব নোখোজোঁ, কাৰণ তেওঁ যি চাকৰি পালে সেই চাকৰি ৰখা কম টান নহ'ব। শইকীয়া বাবু থাকোঁতে তেওঁৰ চাকৰি ৰখাই থাকিলেও লটিঘটি হ'ব লাগিব। নতুন ইঞ্জিনীয়াৰ—অফিচৰ কাম একো নাজানে। তাৰ উপৰি বিজুলী ছোৱালী পাব সেইজনীটো সাক্ষাৎ মা কামাখ্যা। দেখিলেই পিন্নাই চমকি উঠে। ভুইত চলা শোৱা মৰা বুপ। বিদ্যুতৰ আকৰ্ষণৰ দৰে। এবাৰ ওচৰ চাপিলে মৰিল। প্ৰবীণ কলিতা কামাখ্যাৰ বলিৰ পঠাহে হ'ল।"

তেওঁৰ ব্যঙ্গ কথাত গিৰ্জনি মাৰি হাঁহি উঠিল অফিচৰ কোণাকাষ্টাৰটোৰে। হাঁহিৰ শাম কটাত ওচৰৰ ৰুমত অঙ্ক কৰি থকা একাউনটেন্ট শৰ্মাই খং কৰি কৈ উঠিল—"আপোনালোকে এনেকুৱা ব্যঙ্গ কৰিলে মই বৰ বেয়া পাওঁ। অফিচৰ এজন উচ্চ বিষয়াক এনেভাবে তাচ্ছিল্য কৰিলে মই তেখেতক জনাবলৈ বাধ্য হ'ম। এটা প্ৰেচটিজতো আছে উচ্চ বিষয়া হিচাবে। ইট ইজ ভেৰি বেড।" শৰ্মাৰ কথাত সকলোটি নীৰৱ হ'ল। ফাচফুচ কৰি ইজনে সিজনক ক'লে—"মনে মনে থাকক। সিদিনা যে আমাৰ একাউনটেন্ট বাবুক ভুল উলিয়াই দি কলিতাই ভয় খুৱাই হাত কৰি ৰাখিছে তাৰ খবৰ আছে নে নেই ?"

"এৰা ভায়া, ঠেলাৰ নাম বাবাজী। একো ঠিক নাই ; যিহে তেলীয়া এই শৰ্মা, কেতিয়াবা যে কিবা লগাই নিদিব তাৰ কি ঠিক ? কলিতাক ভালৰি বোলাবৰ বাবে আমাৰ বদনাম কৰা এওঁৰ পক্ষে একো টান নহয়। গতিকে মনে মনে থাকক।"

"বেয়া পায়, আমাৰনো কি—যিয়ে মৰে মৰক, যিয়ে বাচে বাচক। পৰৰ খবৰ লৈ কি হব ? নিজৰ কথা ভবাহে দৰ্কাৰ। অ'পিচে আমাৰ 'পে স্কেল'ৰ কথাটো কি হ'ল হে।" এইফাকি কথা ডাঙৰকৈ সুধিলে তেওঁ। তাকে শুনি চৌধুৰীয়ে মাত দিলে ঠাট্টা কৰি—"আমাৰ 'পে স্কেল'ৰ স্কেল-পাটৰ ইঞ্চি বোলে বাৰ'ৰ ঠাইত পোন্ধৰ কৰিব। এতিয়াৰপৰা বোলে পোন্ধৰ ইঞ্চিৰ স্কেল হ'ব।"

অফিচত আকৌ হাঁহিৰ ৰোল উঠিল। এনেতে 'চুট-পেন্ট' পৰি সোমাই আহিল প্ৰবীণ কলিতা। সকলোৱে নমস্কাৰ দিলে। হাঁহি মাৰি প্ৰতি নমস্কাৰ দি একাউন্টটেন্টৰ ৰুমলৈ সোমাই গ'ল কলিতা। তেওঁ পিচ দি ৰুমত সোমাব ধৰোঁতেই তেওঁক নেদেখাকৈ তেওঁৰ ফালে চাই মুখ বিকটাই, ভেঙুচালি কৰি দিলে চৌধুৰীয়ে। বাকীবোৰে দেখা পাই মুখৰ ভিতৰতে হাঁহি দিলে।

এনেভাবে চলিছে আজি অফিচ। চাহ মিঠাই চলিছে—কথা চলিছে—লগতে চলিছে কলিতাৰ বদনাম-সুনাম।

* * *

অফিচ ছুটীৰ পাচত প্ৰবীণ হাজিৰ সবিতাহঁতৰ ঘৰত। সবিতাৰ মাকক মাত দিয়ে প্ৰবীণে। আদৰ কৰি মাকে প্ৰবীণক আগবঢ়াই নি বহুৱায় ড্ৰইং ৰুমত। খবৰ-বাতৰি সোধে বৰ আপোনভাবে। কোনে জানে যে এৱেই তেওঁৰ ভাবী জোৱাই নহব ? বৰং নিশ্চিত ধুলিহে ধৰিব পাৰে। সেই দেখি বৰ যত্ন কৰি

ক'লে—"বোপা, তুমি অলপ বহা; মই আহোঁ ভিতৰৰপৰা।" সবিতাৰ মাত দিলে—"সবি, এইফালে আহচোন, বোপা কলিতা আহিছে।" সবিতাই ভাইৰ ৰুমৰপৰা মাত দিলে—"মই যাব ধৰিছোঁ মা। অলপ ৰবি।" "সবি আহিব ধৰিছে; তুমি বহা বোপা" বুলি কৈ মাকে যায়।

এনেতে নৱবস্ত্র পৰিধান কৰি সোমাই আহে সবিতা। মুখত মিচিকিয়া হাঁহি। প্রবীণক নমস্কাৰ কৰি কয়—"নমস্কাৰ এচ্. ডি. ও. চাহাব।"

"নমস্কাৰ সবিতা দেৱী।" তেৰোঁ হাঁহে। সবিতাই হাঁহি মাৰি ক'লে—

"আহক মোৰ ৰুমলৈ।"

"কিয়?"

"অভ্যৰ্থনাৰ আয়োজন কৰা হৈছে আজি সবিতাৰ আপোন কক্ষত।"

"আপুনি দেখিছোঁ কবিত্ব কৰিহে কথা কয়। বলক বাবু।"

দুয়ো গৈ সবিতাৰ ৰুমত প্রৱেশ কৰে। প্রবীণক বেতৰ চকীখনত বহিব দি সবিতাই বৰ ব্যস্ততাৰে চাহৰ যোগাৰ কৰিলে। ক্ষন্তেক পাচতে চাহ সমন্বিতে যাবতীয় মিষ্টান্ন আনি হাজিৰ কৰিলে প্রবীণৰ টেবিলত। হাঁহি মাৰি প্রবীণে ক'লে—

"আজি আৰু নোৱাৰিছোঁ। চাহ মিঠাই খাবলৈ আমনি লাগিছে।"

"চাহ মিঠাইত আমনি লাগক কিন্তু চাকৰিত খাতে আমনি নালাগে তাৰ বাবেহে সাৱধান হওক।" সবিতাই হাঁহি মাৰি কয়।

"কোনো চিন্তা নাই, অন্ততঃ আপোনাৰ পিতাকক বিপদত নেপেলাওঁ।"

"ময়ো তাকেই কামনা কৰোঁ। এই বিষয়ত পিতাৰ ওপৰত বহুত নজৰ পৰিব; সাৱধান হব।"

"নিশ্চয়; ময়ো প্রস্তুত।"

"চাহ খাওক।" হাঁহি মাৰি চাহৰ কাঁপ নি প্রবীণৰ হাতত তুলি দিয়ে সবিতাই।

"বাবু, আপোনাৰ আদেশ শিৰোধাৰ্য্য।" হাঁহি হাঁহি সবিতাৰ লাৱণ্যময়ী ৰূপ চাই কয় প্রবীণে আৰু চাহৰ কাপ তুলি লয়। চাহ খাই উঠাৰ লগে লগে সবিতাই প্রবীণৰ চকুলৈ চাই প্রশ্ন কৰে—"পিচে অভীষ্ট সিদ্ধি হ'ল নে?"

"অভীষ্ট সিদ্ধি হ'ল; কিন্তু অভিলাষ পূৰণ হোৱা নাই।"

"অভিলাষ পূৰণ হোৱাৰ আগতে অভিনয়হে শেষ হ'ল কিন্তু।"

"অভিনয় শেষ! কিহৰ অভিনয়?"

"অতদিনে কৰি অহা সবিতাৰ অভিনয়।"

"বুজিবলৈ টান পাইছো।"

"পিচত বুজিব।"

"খুলি কওক?"

"খুলি কবলৈ হ'লে—ইমান দিনৰ মোৰ যত অভিনয় আজি হ'ল সব অৱসান।"

"হাঃ হাঃ বুজিছো, ই অভিনয় নহয়—অভিমান বুলি কওক।"

"যদি কব লাগে তেন্তে কওঁ—অভিমান নহয় বৰং অপমান।"

"কি অপমান আপোনাৰ?"

"নাৰীৰ অপমান—মোক অৱজ্ঞা কৰাৰ অপমান।"

"আপোনাক অৱজ্ঞা?"

"হয়, মোক অৱজ্ঞা।"

"আপোনাক মই অৱজ্ঞা কৰিছো?"

"নিশ্চয়। মই আগতেই কৈছো যে মোক কোনেও নাচায়—চায় মাথো মোৰ ৰূপ, পিতাৰ ধন। ই জানো অপমান নহয় মোৰ প্ৰতি?"

"আপুনি ভুল বুজিছে। মই আপোনাৰ চিৰ অনুগত।"

"অনুগত নহয়—অনুগৃহীত; আৰু এই অনুগ্ৰহৰ বিনিময়ত মই বিচাৰো মুক্তি। আজিৰপৰা মোক মুক্তি দিয়ক।"

"অভিমান কৰিছে আপুনি? মইতো ভবা নাছিলো যে চাকৰি এৰি দিবলৈ আপুনি মোক সঁচাকৈয়ে কৈছিল; মই ধেমালি কৰা বুলিহে ভাবিছিলো।" প্ৰবীণ গম্ভীৰ হৈ পৰে। সবিতাই তেওঁৰ মুখৰ ফালে চায়। নিসহায়ৰ দৰে তেওঁ কৈ উঠে—

"তাৰ বাবে সঁচাকৈ আপুনি অভিমান কৰিলে?"

"অভিমান নহয়—অভিজ্ঞান। মই মোৰ অভিজ্ঞতাৰপৰা কৈছো—যিমান সোনকালে পুৰুষৰ ইচ্ছা পূৰণ কৰা হয়, সিমান সোনকালে পুৰুষে আঁতৰি পৰে। নাৰী মাত্ৰ পুৰুষৰ অভীষ্ট সিদ্ধিৰ আহিলা। আপোনাৰো অভীষ্ট সিদ্ধ হ'ল যোৱা, তেনেহলত মোৰ উপস্থিতি আৰু নিষ্প্ৰয়োজন।"

"ৰহস্য নকৰিব পুনৰ—মই স'চাকৈ 'চিৰিয়াচলি' কৈছো।"

"ৰহস্য কৰা নাই। আপুনি ঠিক জানিব, মই আপোনাক কেতিয়াও বিয়া নকৰাওঁ।"

হঠাতে মটৰৰ ষ্টাৰ্ট বন্ধ হোৱাৰ দৰে প্ৰবীণৰ যেন সমস্ত কথা বন্ধ হৈ গ'ল। নিৰ্বাক নিস্পন্দ প্ৰবীণ। সবিতাই গম্ভীৰভাৱে কৈ যায়—

"শিল্পী মনে বিচাৰে—আংশিক নহয়; বিচাৰে আটাইতকৈ ভাল—শ্ৰেষ্ঠ, নিকৃষ্ট নহয়। মম্নো চাওঁ পুৰুষৰ হৃদয়ৰ প্ৰথম স্থান; দ্বিতীয় স্থানত মই নবহোঁ। সবিতা ৰাশিয়ে বহিবলৈ চায় পুৰুষৰ জন্ম লগ্নতহে—দ্বিতীয়াত নহয়।"

"ই কি সত্য?"

"অবিচলিত সত্য। আপোনাৰ জীৱনত সবিতাৰ পূৰ্ব্বৰাগহে পৰিছিল—উদয় হোৱা নাছিল। আপুনি বেজাৰ নাপাব।"

প্ৰবীণে একেথৰে সবিতাৰ মুখলৈ চাই থাকিল। ই সত্য নে ৰহস্য। সবিতা প্ৰহেলিকা নে তত্ত্বদৰ্শিনী? অবাক প্ৰবীণ। সবিতাই একে সুৰতে কৈ যায়—

"ক্ষমা কৰিব এনেকুৱা অপ্ৰিয় সত্য কোৱাৰ বাবে। মই কবলৈ বাধ্য হৈ হে কৈছো। মানুহক ফাঁকি দি লাভ নাই বুলি জানিহে মই কৈছো। আপুনি বেজাৰ নাপাব।"

"মই একো বুজা নাই। যদি স'চা হয়; তেন্তে আৰু উপায় নাই। আপোনাৰ কথা পিতাকেও নেপেলায় এই কথা মই জানো ভালদৰে।"

"কিন্তু যদি ৰগৰ···?"

"ৰগৰ নহয়; কাৰণ এতিয়া আপোনাৰ লগত ৰগৰ কৰিলে দোষ হব।"

"বাৰু"।

প্ৰবীণৰ মনত এটা গভীৰ উদ্বেগ। সবিতাৰ চকুত এটা অৰ্থব্যঞ্জক হাঁহি।

## ॥ বাইশ ॥

সপ্তাহ চেৰেকৰ পাচতে ইঞ্জিনীয়াৰ দাসে বিয়াৰ যোগাৰ কৰিলে। বস্তু-বাহানি ঠিক কৰিলে,মানুহ-দুনুহ সংগ্ৰহ কৰিলে। ঘৰ-দুৱাৰ পৰিস্কাৰ কৰিলে। ইঞ্জিনীয়াৰৰ মলিন ঘৰ-দুৱাৰত নতুন প্ৰাণৰ যেন সঞ্চাৰ হ'ল। জাকজমক হৈ উঠিল ইঞ্জিনীয়াৰৰ ভৱন। ইষ্টকুটুম্বৰ অহা-যোৱা আৰম্ভ হ'ল ; লগতে নিজৰ নিজৰ সুবিধা কৰি ল'লে এক প্ৰকাৰ তেজীয়া ধৰণৰ মানুহবিলাকে। কাপ্‌-কাপোৰ, গহনা-পাতিবো যোগাৰ হৈ গ'ল। বিয়াৰ সমস্ত যোগাৰ যেন সমাপ্ত। অৱশ্যে ধনী মানুহৰ বিয়াৰ বাবে যোগাৰ কৰাত পলম নালাগে, কাৰণ টকা আছে যেতিয়া তৎক্ষণাৎ সকলোবোৰ কিনি আনিব পাৰে ; কিন্তু পলম হয় নানা জনৰ নানা উপদেশৰ উৎপাতত হে।

ইফালে সবিতা। এটা বিৰাট সমস্যা সন্মুখত। একালে পিতাকৰ আদেশ আৰু আনফালে নিজৰ মন। কি কৰিব তাই। পুৰুষৰ অধীনত্ব স্বীকাৰ কৰি নাৰীয়ে পুৰুষক দেহ দান কৰিব পাৰে ; কিন্তু আত্মদান নকৰে। তাই স্থিৰ কৰে —ইয়াৰ প্ৰতিবাদ কৰিব। তাই কোনমতে এই বিয়াত নবহে। বিয়াৰ নামত অনিচ্ছা সত্বেও তাই কোনো পুৰুষকে দেহ দান কৰিব নোৱাৰে। তাই চায়— জীৱন লগৰী প্ৰাণৰ দুলালী হবলৈহে—কামনাৰ সহচৰী, শয্যা সঙ্গিনী হবলৈ নাচায়।

ভাটীবেলা চাহ মেলত তাই পিতাকৰ লগত তৰ্ক কৰে—

"মই বিয়া নকৰাও পিতা।"

"তই বিয়া নকৰালে ইমান যত্ন কৰিলো কিয় ?" থং ভাৱে প্ৰশ্ন কৰে পিতাকে।

"অসাৰ্থক যত্নওতো মানুহৰ হয় পিতা ?"

"তেনে কথা নকবি সবি। তোৰ শিক্ষা-দীক্ষাৰ মৰ্য্যাদা ৰাখি কথা কবি।"

"শিক্ষাৰ সন্মান, মৰ্য্যাদা ৰাখি কব লগা হোৱা বাবেইতো এনেভাৱে স্পষ্টকৈ কৈছো পিতা ; নহ'লে পাচত ভুলত পৰিব লাগিব।"

"শিক্ষিতা হোৱালীয়ে জানো এনেকৈ প্ৰতিবাদ কৰিবলৈ লাজ নালাগে ?"

"শিক্ষা-দীক্ষা নাথাকিলে লাজ লাগিলহেঁতেন।"

"এয়েতো আধুনিক শিক্ষাৰ দোষ। পুৰুষজনৰ আগতো সেই সেই প্ৰতিবাদ

তুলিবলৈ সংকোচ নকৰা হ'ল আজি-কালি আধুনিক শিক্ষা পোৱা ল'ৰা-ছোৱালীবোৰে।"

"এই বোৰৰ অধিকাৰী কৰিছে আপুনিয়ে পিতা। আপুনিয়ে মোৰ নিজ মতামত প্ৰকাশ কৰিবলৈ উৎসাহিত কৰি আহিছে।"

"তেনেকৈ নিজৰ মতত চলা জানো শোভা পায় ?"

"আপুনিয়ে মোক তেনে অশোভনীয় কাম কৰিবলৈ উদ্‌গাই দিছিল পিতা।"

এনেকৈ মুখে মুখে উত্তৰ দিয়াত পিতাকৰ বৰ খং উঠিল। বাক্ স্বাধীনতা থাকিল বুলি এনেকৈ মুখ চাই উত্তৰ দিয়া সহ্য নহয়। খঙতে পিতাকে ধমক দিলে —"সবিতা!"

পিতাকৰ ৰক্তচকুলৈ সজল নয়নে চাই সবিতাই কৰুণ সুৰে কৈ উঠিল— "পি—তা..." সবিতাৰ চকু সজল হৈ আছে। পিতাকৰ ফালে এবাৰ চায় পুনৰ তলমুৰা হ'ল। কন্যাৰ ক্ৰন্দন দেখি পিতৃ-হৃদয় বিগলিত হৈ গ'ল! সবিতাৰ ফালে কিছু সময় চাই বৈ তেওঁ চেয়াৰৰপৰা উঠি আহিল আৰু সবিতাৰ মূৰটো বুকুলৈ চপাই আনি পিহি পিহি কৰ ধৰিলে—"তই নাকান্দিবি সবি! তোৰ মনত দুখ দিবলৈ মই কোনো কামকে নকৰোঁ। বাৰু, কচোন তই প্ৰবীণৰ লগত বিয়াত কিয় নোসোমাৱ ? সি কোনো অযোগ্য বুলি মোৰ ধাৰণা নহয়।"

"অযোগ্য বুলি কোৱা নাই, পিতা। কিন্তু...?"

"কিন্তু কি কচোন আইটি ? তোৰ বাবেই মই তাক এচ. ডি. ও. কৰি দিলোঁ। তয়ে তাক প্ৰমোচন দিবলৈ কৌহালি সিদিনা, আৰু তয়ে আজি অমত হ'লি ? মোৰ নিজৰ ল'ৰা বৰুণক পিচ পেলাই তোৰ কথামতে তাকে মই নিয়োগ কৰিলোঁ! নিজৰ ল'ৰাক নিদি পৰৰ ল'ৰাক দিয়াৰ অৰ্থ জানো এয়ে। তই তেন্তে আগতে নকলি কিয় ?"

"আগতে জানো মোৰ মতামত লৈছিলা ?"

"তোৰ মত কি লম ? তোৰ কাম-কাজৰপৰাই মই অনুমান কৰিছিলোঁ।"

"এইটো ভুল পিতা। মানুহে বহুত সময়ত নিজৰ ভাব লুকাই ৰাখি বহু কাম কৰে। ময়ো তাকেই কৰিছিলোঁ।"

"এইটো তই ভুল কৰিছ সবি। বাৰু কচোন, মই এতিয়া কি কৰোঁ ?"

"বৰ্তমানে বিয়া বন্ধ ৰখক পিতা।"

"বিয়া মই কথ কৰিব নোৱাৰো। অৱশ্যে তোৰ পছন্দমতে কৰা যাব ল।"

"তেনেহলে কিছুদিন অপেক্ষা কৰিব লাগিব পিতা।"

তোক মই এসপ্তাহ সময় দিলোঁ। এই সপ্তাহৰ ভিতৰত বিয়া হব লাগিবই। ঠিকাদাৰৰ ল'ৰাৰ বিয়াতকৈ মোৰ ছোৱালীৰ বিয়া মই আগে চাওঁ।"

সবিতাৰ কবৰ মন আছিল—ঠিকাদাৰৰ ল'ৰাৰ আৰু আপোনাৰ ছোৱালীৰ বিয়া একেলগে নাচায় নে? কিন্তু নক'লে, কাৰণ তেতিয়া আৰু তেনে কথা কোৱা সময় আৰু অৱস্থা নাই। তাই নাহেকৈ ক'লে—"চেষ্টা কৰিম পিতা।"

## ॥ তেইশ ॥

সবিতাৰ আজি ৰাতি টোপনি নাই। তাই ভাবে—কোনে জানে কি জানি শৰতে তাইক পুনৰ গ্ৰহণ নকৰে? অৱশ্যে নকৰিবৰে কথা। ইমান অপমান জানো কোনো পুৰুষে সহ্য কৰিব পাৰে? বেচেৰা শৰৎ! কি যে ব্যৱহাৰ নকৰিছে তেওঁক এই সবিতাই! তাইৰ দোষ তাই স্বীকাৰ কৰে। কোনে কব পাৰে যে তাই ভুল কৰা নাই? এদিন তাই তেওঁক ভুল কৰি 'ষ্টুপিড' বুলি গালি পাৰিছিল কলেজত থাকোঁতে, কিন্তু তেতিয়াও শৰৎ দোষী নাছিল—আছিল সবিতাহে। এতিয়াও যদি তাই ভুল কৰি···। তাই আৰু ভাবিব নোৱাৰে। সিদিনা ক্ষমা খুজিছিল, আজিও তাই······। সীমাহীন চিন্তাত তাইৰ টোপনি নাই।

ৰিহানে উঠি সবিতাই প্ৰসাধন কৰি দেহটো সজাই ল'লে। তাৰ পাচত মটৰ গেৰেজলৈ গৈ মটৰখন চাই আহিল আৰু ড্ৰাইভাৰক নজগাই নিজেই উলিয়াই আনিলে। মটৰখনত উঠি তাই চলাই দিলে একেবাৰে পানবজাৰৰ শৰৎহঁতৰ ঘৰলৈ বুলি। শৰৎহঁতৰ দুৱাৰ মুখত মটৰ ৰাখি সোমাই গ'ল তেওঁলোকৰ ঘৰলৈ। এই ধন পুৱাতে সবিতা সাজি-কাচি অহা দেখি শৰতৰ মাকে আচৰিত মানিলে। কি কথা? অলপতে যে বিয়াৰ দিহা কৰিছে এই কথাৰ গম পায় শৰতৰ মাকে। সেই দেখি এনেকৈ এনেভাবে উপস্থিত হোৱাত তেওঁ আচৰিত হবে কথা। কিয় আহিল সবিতা—এয়ে হ'ল তেওঁৰ মনৰ প্ৰশ্ন। কিয়া পুৰুষৰ

কথা আছে নিশ্চয়। তেওঁ অনুমান কৰিলে। এনেতে সবিতাই তেওঁক দেখিয়ে এটা হাঁহি মাৰি ক'লে—"মাহীদেউ—!" শৰতৰ মাকেও হাঁহি মাৰি ওলাই আহিল আৰু বৰ আদৰ কৰি মাতি নিলে—"আহা আইটি।"

সবিতাক ড্ৰইং ৰুমলৈ মাতি নি বহিব দিলে আৰু তেওঁ নিজেও বহি ল'লে আৰামেৰে। সবিতাৰ মুখলৈ চাই এটা লনি হাঁহি মাৰিলে শৰতৰ মাকে। বৰ ইচ্ছা আছিল এই সবিতাক বোৱাৰী হিচাবে পাবলৈ তেওঁৰ, কিন্তু নাপালে। বৰ দুখ, বৰ হতাশ ভাব আহিল তেওঁৰ মনলৈ। লাহেকৈ সুধিলে—"পুৱাতে আহিলা যে আইটি।"

"এটা বিশেষ খবৰৰ বাবে আহিলো মাহীদেউ ?"

"কি খবৰ ?"

"শৰৎদা গ'ল নেকি ?"

"হয়। সি যোৱা কালিয়ে গ'ল অনিতাক লৈ। তাইৰ কলেজ আছে নহয়। সেই দেখি বেচি দিন থাকিব নোৱাৰিলে।"

"অনিতা কোন মাহীদেউ ?"

"মোৰ সৰু ভনীজনীৰ ছোৱালী। তেজপুৰত থাকে। কলেজত পঢ়ে। সিদিনা শৰতৰ লগত আমাৰ ইয়ালৈ আহিছিল। কেইবাদিনো থাকিল, গতিকে কালি গ'ল গৈ।"

যি ভাবিছিল সেয়ে হ'ল ; তাইৰ হিমালয় সদৃশ ভুল হৈছে। সবিতাৰ সৰ্বাঙ্গ যেন বিবাক্ত হৈ উঠিল গ্লানিৰে। উহু, কি অন্যায় যে নকৰিছে তাই, তাইৰ শৰৎদাক ! ভনীয়েকক জোৰাই দিছিল……। তাই আৰু ভাবিব নোৱাৰে। মূৰ আচন্দ্ৰাই কৰি আহিল। টেবিলৰ ওপৰত কিলাকুটিটো থৈ গালত হাত দি তলমূৰা হৈ ৰ'ল সবিতা। শৰতৰ মাকে সবিতাৰ হঠাৎ এনে ভাব পৰিবৰ্তন দেখি বিস্ময় মানিলে। ঠিক এনে সময়তে চাকৰ ল'ৰাজনে আহি দুকাপ চাহ দি গ'ল দুয়োকো। শৰতৰ মাকে লাহেকৈ ক'লে—"চাহ খোৱা আইটি।"

সবিতাই মূৰতুলি চাই খিৰাক্ত আৰু হতাশৰ সুৰত ক'লে—"চাহ খাবৰ ইচ্ছা নাই ; এইমাত্ৰ খাই আহিছো ; তথাপি আপুনি ক'লে খোৱা আপোনাৰ অৱজ্ঞা কৰিব নোৱাৰো।"

তাই চাহ তুলি লয়। দুয়ো চাহ খায়। চাহ খাই থাকোতে শৰতৰ মাকে সুধিলে—"কি কথা কোৱাচোন আইটি ?"

"কথা শৰৎদাৰ লগতহে আছিল মাহীদেউ। তেওঁ গ'ল যেতিয়া আৰু কি কম ?"

"কিবা দৰকাৰী কথা থাকিলে মই জনাব পাৰিম।"

"চিঠিৰেতো মেয়ো জনাব পাৰিম, যিহেতু তেওঁক লগ নাপালোঁ। গতিকে চিঠিৰেই জনাম। বাৰু, এতিয়া উঠোঁহে মাহীদেউ; মোৰ বহুত কাম আছে। পুৱাতে দিগদাৰী দিয়া বাবে বেজাৰ নাপাব।" তাই নমস্কাৰ কৰে। ম্লান হাঁহি এটা মাৰি শৰতৰ মাকে তাইৰ ফালে চাই ৰয়। সবিতাই গৈ মটৰত উঠে আৰু মটৰ ষ্টাৰ্ট দিয়ে। লাহে লাহে মটৰ চলি যায়। শৰতৰ মাকে বিয়াৰ কথা সোধোঁ বুলিও সুধিব নোৱাৰিলে। হতবাক হৈ কেৱল তাই যোৱা ফালে চাই ৰ'ল।

ঘৰ পাই সবিতাৰ মন উদ্বাউল হৈ উঠিল। কি যে ভয়ানক অপৰাধ কৰিছে তাই, তাক কল্পনাকে কৰা নাছিল। ইচ্ছা হ'ল যেন তাই এই মুহূৰ্তে গৈ শৰতৰ ওচৰত ক্ষমা খুজিব। সকলো দোষ স্বীকাৰ কৰি শাস্তি গ্ৰহণ কৰিব। দোষ কৰি মানুহে যেতিয়া ভালদৰে বুজি পায় যে সেইটো তেওঁৰ ভয়ঙ্কৰ দোষ হৈছে, তেতিয়া আহে অনুশোচনা; অনুশোচনা অহাৰ লগে লগে দোষৰ দণ্ড লবলৈ মন ব্যাকুল হৈ উঠে। সেইবাবে হত্যাকাৰীয়ে ফাঁচিকাঠত ওলোমাৰ আগতে তাৰ দোষ জানিব পাৰিলে সি নিজেই ফাঁচি কাঠলৈ স্বেচ্ছাই আগবাঢ়ে! দোষৰ শাস্তি নাপায় মানে মানৰ মনে শান্তি নাপায়। ফাঁচি কাঠৰ মহত্ব ইয়াতেই। মানুহৰ মনৰ ৰহস্য তাতেই। কি উপাদানেৰে যে আমাৰ মন গঠিত তাক ভাবি পোৱা নাযায়। দোষৰ দণ্ড লবলৈ মানৱ মন সদায় প্ৰস্তুত। সেই বোধ আজি সবিতাৰ শান্তি নাই। তাইৰ ইচ্ছা—তাইৰ শৰৎদাই আহি তাইক দুই গালত দুটা চৰ মাৰি কৈ দিয়কহি—তোমাৰ দোষৰ এয়ে শাস্তি। কিন্তু শৰৎ জানো আহিব ? তাই নিজে নিজে প্ৰশ্ন কৰে আৰু হতাশ হৃদয়ে বহি ৰয়। তাই অস্থিৰ হৈ পৰে। কি কৰিব, কি নকৰিব একো স্থিৰ কৰিব নোৱাৰে। শেষত ভাবি ভাবি ঠিক কৰে—তাই চিঠি লিখিব। তাই গৈ নিজৰ লিখা টেবুলৰ ওচৰত বহি চিঠি লিখিবলৈ আৰম্ভ কৰে।

গুৱাহাটী, উজানবজাৰ
১১।১১।৫৫

পৰম পূজনীয় শৰৎদা,

মোৰ শতকোটি নমস্কাৰ গ্ৰহণ কৰিবা। আজি মই অন্তৰৰ অসহনীয় জ্বালাত চট্‌ফটাই মৰিব ধৰিছো শৰৎদা; আজি মই ভুল বুজিব পাৰিছো আৰু বুজিছো যে, যি ভুল এবাৰ কৰিলো—তাৰ ক্ষমা নাই, তাৰ শুধৰণীৰো কোনো পথ নাই। —তথাপি শৰৎদা, মই তোমাৰ ওচৰত ক্ষমা চাইছো…মোক ক্ষমা কৰা। ঈৰ্ষাৰ জ্বালাত অঘটনীয় ঘটনা ঘটালো, অকথনীয় কথা ক'লো; তাৰ বাবে আজি অনুতাপ আহিছে শৰৎদা; এই অনুশোচনাই মোৰ অন্তৰ ডেই-পুৰি মাৰিব ধৰিলে। কি যে নকৰিছো তোমাক! কি যে নকৈছো তোমাক! ভুল—ভুল শৰৎদা—মোৰ বিৰাট ভুল হৈছে আৰু ক'ত ভুল হৈছে তাক আজি মই ধৰিব পাৰিছো। অনিতাৰ ওচৰত মই চিৰদিন দোষী হৈয়ে ৰম। অমাৰ্জনীয় কথা ক'লো অনিতাক…। মই জানো তেওঁ মোক ক্ষমা নকৰে। ক্ষমা বাৰু কিয় কৰিব? ভাই-ভনীক মই……, উহু, মই আৰু ভাবিব নোৱাৰো শৰৎদা; মোৰ ইচ্ছা হয় যেন, এই মুহূৰ্তে গৈ মই তেওঁৰ হাতত ধৰি মিনতি কৰিম আৰু তোমাৰ ভৰিত ধৰি কাকুতি কৰিম! আজি মোৰ ভুল ধৰা পৰিছে শৰৎদা—আজি মোৰ হৃদয়ত জুই জ্বলিছে।

শুনা শৰৎদা, জীৱনৰ প্ৰথম পৰিচয়ৰ দিনৰে পৰা মই তোমাৰ ওচৰত দোষ কৰি আহিছো; ভুল কৰি আহিছো। আজিও মোৰ মনত পৰে 'ষ্টুপিড' বুলি গালিপৰা কথা—সেই তাহানিৰ কথা। তেতিয়াওতো তুমি মোক ক্ষমা কৰিছা শৰৎদা। আজিও তোমাৰ এই পাগলী সবিতাক ক্ষমা কৰা—মোৰ শেষ অনুৰোধ; নহ'লে মই মনত শান্তি নাপাম।

মোৰ বিয়া পাতিছে শৰৎদা; সেই ইঞ্জিনীয়াৰজনৰ লগত, যাক, তুমি এদিন আমাৰ ঘৰত বহি থকা দেখিছিলা আৰু নকওঁ—মোৰ কবলৈ লজ্জা লাগে। মোৰ কাতৰ অনুৰোধ শৰৎদা, এবাৰ হ'লেও তুমি মোক দেখা দিয়াহি—ভুলৰ শাস্তি দিয়াহি। উহু, আৰু লিখিব নোৱাৰো শৰৎদা, মোৰ চকুলোৰে কাকত তিতি যায়। আহা শৰতদা, এবাৰ—মাত্ৰ এবাৰ তুমি মোৰ আগত দেখা দিয়াহি; নহ'লে তোমাৰ

এই পূৰ্বাকাশৰ উজ্জ্বল সবিতা আজিৰপৰা পশ্চিম আকাশত অস্তমিত হৈ যাব। তুমি আহিবা শৰৎদা ; মোৰ চিঠি পোৱা মাত্রে যেন আহা, মোৰে শপত। আৰু লিখিব নে ৱাৰো—।

'আপুনি'ৰ ঠাইত 'তুমি' সম্বোধন কৰাৰ অৰ্থ নিশ্চয় বুজিছা শৰৎদা। আজি তুমি মোৰ হিয়াৰ আপোন। ইতি—

তোমাৰ মৰমৰ

শ্ৰীমতী সবিতা দাস।

শৰতৰ নাম শিৰোনামাত লিখি কেৰাবাৰো তাই আথৰ কেইটালৈ চায়—শ-ৰ-ৎ চন্দ্ৰ ভূঞা। বাঃ কি চমৎকাৰ নাম! তাইৰ মন নাচি উঠে। আজি তাইৰ মনত আবেগ, প্ৰাণত উদ্বেগ। হৃদয়ৰ প্ৰতি শিৰাই শিৰাই অনুতাপৰ দাবানল জ্বলি উঠিছে। তাই আৰু স্থিৰ হৈ থাকিব নোৱাৰা হৈছে। চিঠিখন বন্ধ কৰি বিচনাত ঢলি পৰে।

* * *

চিঠি পাই শৰৎ চমকিত হৈ উঠে। ই কি অনুৰাগ? ই জানো অনুৰোধ? ই জানো সত্য? ছলনাময়ী সবিতাৰ চাতুৰীময় চিঠি। ই কেতিয়াও সত্য নহয়। ইয়ো এটা খেলা, সেই খেলুৱৈ সবিতাৰ। ইয়ো এটা লীলা সেই লীলাময়ী সবিতাৰ। কেৰাবাৰো পঢ়ে—ক্ৰমে দৃঢ় হয় ভাব, ঘনীভূত হৈ আহে ঘৃণা। ভুলৰ ক্ষমা? অনিচ্ছা সত্বেও হোৱা ভুলৰ বাবে ক্ষমা থাকে; কিন্তু ইচ্ছাকৃত ভুলৰ জানো ক্ষমা আছে? ই তাইৰ অনুৰোধ নে অনুযোগ? ক্ষমা প্ৰাৰ্থনা নে পুনঃ কদৰ্থনা? কাতৰ কাকুতি নে বিদ্ৰূপৰ ভ্ৰূকুটি? একান্ত মিনতি নে ছলনাৰ আকুতি? কোনে জানে এই খেলুৱৈ নাৰীৰ মনত আকৌ কি খেলাই ভুমুকি মাৰিছে? তেওঁ বিশ্বাস কৰিবলৈ টান পায়; বিশ্বাস নকৰে। সবলা সবিতা আজি যে জটিল কবিতা হৈ পৰিছে তাৰ মৰ্ম ভালকৈ উপলব্ধি কৰিছে শৰতে। তেওঁ দুবাৰ তিনিবাৰমান চিঠিখন পঢ়ি ভাবে আৰু হাঁহে—'অনুৰোধ'…? যাব লাগে। কিয়? আকৌ অপমান পাবলৈ? নিৰীহৰ ওপৰত নিষ্ঠুৰ আঘাত কৰি আনন্দ লাভ? সবিতাৰ মন একেবাৰে নষ্ট হৈ গৈছে নেকি? ইমান তললৈ নামিব পাৰে…? লাহে লাহে শৰতৰ মনত সবিতাৰ প্ৰতি ঘৃণা আৰু তাচ্ছিল্যৰ ভাবে আহি ঠাই লয়। তাইৰ চিঠিৰ শেষ বাক্যটো মাত্ৰে—'আপুনি ৰ' ঠাইত

'তুমি' সম্বোধন কৰাৰ অৰ্থ···। এৰা নিশ্চয় বুজিছো। তুমি মোক বান্দৰ পাইছা—কল দি ভুলাব খোজা ? শব্দৰ চাতুৰিৰে মোক মোহিব খোজা ? ইমানে বুৰ্বক পাইছা মোক ? ভাবে আৰু মনে মনে হাঁহে। এৰা, প্ৰাণৰ আপোন কৰি ল'লা, সেইবাবেই 'তুমি' সম্বোধন ? বাঃ চমৎকাৰ ছলনা সবিতা দেৱী। তুমি মোক অপৈণত নাবালক প্ৰেমিক পাইছা ? হাঃ হাঃ। তেওঁ হাঁহি উঠে তাচ্ছিল্য কৰি। তাৰ পাচত নিজে নিজে কয়—"তোমাকো 'তুমি'ৰ ঠাইত 'আপুনি' সম্বোধন কৰিব লাগিল, কাৰণ তুমি মোৰপৰা এতিয়াৰপৰা প্ৰাণৰ পৰা পৰ হৈ যাবা নহয় ? সেইবাবে 'আপুনি' সম্বোধন কৰিব লাগিল। কথাষাৰ ভাবি ভাবি তেওঁৰ এটা অস্বাভাবিক উত্তেজনা আহিল আৰু কাগজ কলম লৈ চিঠি লিখিবলৈ আৰম্ভ কৰিলে—

ওঁ

তেজপুৰ

১৫।১১।৫৫

শ্ৰদ্ধেয়া সবিতা দাস,

আপোনাৰ চিঠি পাই পৰম আনন্দিত হলো। কিন্তু দুখ লাগিল ইয়াকে ভাবি যে আপুনি মোৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিছে। আপোনাৰ ভুল হোৱা বুলি লিখিছে। মই কওঁ—আপোনাৰ ভুল নাই আৰু হবও নোৱাৰে। আবেগৰ বশৱৰ্তী হৈ আপুনি বৰ আবেগময় ভাষাৰে চিঠি লিখিছে যেন অনুমান হ'ল। আমি 'কেচ' বিচাৰ কৰা মানুহ ; আবেগৰ বশৱৰ্তী হ'লে সত্য বিচাৰ নহয়, গতিকে আবেগ বাদ দি কথা কব লাগে আৰু লিখিবও লাগে। সেইবাবে মোৰ নীৰস চিঠিৰ কৰ্কশ ভাষাৰে উত্তৰ পাই দুখ নকৰিব। মোৰ ওচৰত আপুনি কোনো দোষ কৰা নাই ; গতিকে ক্ষমাৰ প্ৰশ্ন ইয়াত উঠিবই নোৱাৰে। আপুনি শাস্তি দিবলৈ মাতিছে। আপোনাক শাস্তি দিবলৈ ভাৰতৰ দণ্ডবিধি আইনৰ কোনো ধাৰা দেখোন নপাওঁ। আপোনাক শাস্তি দিলে আৰু বহুত আধুনিকা, শিক্ষিতা ছোৱালীকো দণ্ড দিব লগাত পৰিব।

আপোনাৰ বিয়াৰ খবৰ পাই বৰ সুখী হলো। এতিয়াৰপৰা মই আপোনাৰ বিয়াৰ পৰা পৰ হৈ গ'লো, সেইবাবে অতীতৰ 'তুমি'ৰ ঠাইত বৰ্তমান 'আপুনি' সম্বোধন কৰিলো। 'আপুনি' সম্বোধনৰ অৰ্থ নিশ্চয় বুজিছে।

পুৰণি কথাবোৰ দুৰেঙ্গা হৈ হৈ পুৰণিৰ বুকুতে থাকক, বৰ্ত্তমানলৈ অনা অনুচিত। জীৱনত সুখ-দুখ, জয়-পৰাজয় আছেই। সেই লৈ দুখ গধুৰ কৰি লাভ নাই। তেখেতৰ লগত বিয়া হোৱা বাঞ্ছা কৰোঁ; কাৰণ তেঁতিয়া সুখী হব বুলি মোৰ ধাৰণা। আশা কৰোঁ ঈশ্বৰে অভীষ্ট সিদ্ধি কৰিব।

মই যাব নোৱাৰোঁ। ইয়াৰপৰাই শুভ-বিবাহলৈ শুভেচ্ছা জ্ঞাপন কৰিলোঁ। আপোনাৰ চিঠিত এটা বৰ অৰ্থব্যঞ্জক বাক্য আছে—"মই জানো, তোমাৰ বাহিৰে⋯।" এই বাক্যটো বৰ আবেগেৰে লিখিছে বোধ হয়। কিন্তু ইয়াৰ ক্ৰিয়া বৰ ভাল নহয়। ভবিষ্যৎ বিবাহিত জীৱনত ইয়ে আপোনাক বৰ আঘাত দিব বুলি মই ভাবোঁ; আৰু যদি কিবা প্ৰকাৰে তেখেতে জানিব পাৰে তেন্তে আৰু দাম্পত্য জীৱনত সুখ নাথাকিব। এনেবোৰ বাক্য নিলিখাই শ্ৰেয়। যদি কিবা উপৰুৱা ভাব আছে তেন্তে তাক দমন কৰাহে বিধেয়। আপুনি মোৰ বিষয়ে একো নাভাবিব। মই চাওঁ অনন্য-পৰায়ণা নাৰীহে, অন্যাসক্তা ৰমণীৰ দ্বাৰে মোৰ জীৱনৰ খাব দুখ। আশা কৰোঁ আপুনি বেজাৰ নাপাব।

আপোনাৰ শুভ পৰিণয়লৈ মই যাব নোৱাৰিম। গতিকে মোৰ অন্তৰৰ শুভ ইচ্ছা প্ৰেৰণ কৰিলোঁ—

প্ৰণয়ৰ মধুৰৰস বওক জীৱনে;
জীৱন পবিত্ৰ হওক আত্মাৰ মিলনে। ইতি—

আপোনাৰ অনাদৃত
শ্ৰীশৰৎ চন্দ্ৰ ভূঞা।

চিঠিখন ভালদৰে জাপি লৈ লেটাৰ বক্সত দি দিলে। চিঠিখন দি আহি শৰতে এটা হুমুনিয়াহ মাৰিলে। নাজানে আনন্দৰ নে বিষাদৰ।

* * * *

চিঠিখন দুদিন পাচত গৈ সবিতাৰ হাতত পৰিল। চিঠিৰ ওপৰত শৰতৰ হস্তাক্ষৰ দেখি সবিতাৰ প্ৰাণ নাচি উঠিল। সি যি কি নহওক, তাইৰ শৰৎদাই এতিয়াও তাইক পাহৰা নাই। আধে-বেধে কৰি বৰ আবেগে তাই চিঠিখন মেলি লৈ একান্ত মনোযোগেৰে পঢ়ি গ'ল। চিঠিখন নপঢ়াৰ আগতে যি আনন্দ আৰু অধীৰতা তাইৰ মনলৈ আহিছিল চিঠিখন পঢ়ি তাৰ বিপৰীত ভাব আহিল। তাই জ্বলি উঠিল খঙতে। ই কেনে নিদাৰুণ উপহাস! কেওঁ তাইক ঠাট্টা কৰিছে?

তাইৰ মূল্য ইমানেই কম ? তাই জানো উপহাসৰহে পাত্ৰী ? তাইৰ আতিশাভ খং উঠে। চিঠিখন ফালি টুকুৰা-টুকুৰ কৰিবৰ মন যায়। কিন্তু নোৱাৰিলে— তাইৰ মায়া জন্মিল ! চিঠিখন তাই চুটকেচৰ ভিতৰতে সুমাই থলে। তাইৰ চিন্তা আহিল। খং কৰিছে শৰৎদাই। এৰা খং কৰিবৰ কথাই। তাই যে তেওঁৰ অন্তৰ ভাঙি চুৰমাৰ কৰি দিছে। তাই নিজেই দোষী বিবেচনা কৰে। এৰা তাই দোষী। তায়ে এই অভিমান ভাঙিব লাগিব। তেওঁৰ এই খং অভিমান ভাঙিবলৈ তাই নিজৰ শক্তি প্ৰয়োগ কৰিব। তাই ভাবে, গুণে গাঁথে। শেষবাৰ তাই সিদ্ধান্ত কৰে—তাই পিতাকক লগ ধৰি শেষবাৰ চেষ্টা কৰিব—গুৰুত্বৰ আলোচনা কৰিব।

তাই গৈ পিতাকৰ ৰুমত প্ৰবেশ কৰে। পিতাকে দলঙৰ নক্সাখন চাই আলোচনা কৰি আছিল ঠিকাদাৰ কেইজনৰ লগত। দলঙৰ ঠিকাটো কম 'ৰেট' দিয়া হিচাবে শৰতৰ পিতাকে পাব লাগিছিল ; কিন্তু মনোমালিন্য হোৱা বাবে ইঞ্জিনীয়াৰে নিদিলে। প্ৰবীণৰ হতুৱাই টেণ্ডাৰ খুলি প্ৰবীণৰ বন্ধুৰ নামে কম ৰেটত টেণ্ডাৰ দিয়াই ঠিকাটো তেওঁৰ নামে মঞ্জুৰ কৰিবৰ দিহা কৰিছে। ঠিকা নোপোৱাৰ সন্দেহ পাই খঙতে ঠিকাদাৰ ভুঞাই অফিচলৈকে যোৱা নাই। ইমান খামখিয়ালি এই পি. ডব্লিউ. ডি. ডিপাৰ্টমেণ্টটোত ! খঙতে ঠিকাদাৰ ভুঞাৰ স্থিৰতা নোহোৱা হৈছে।

বহুত মানুহ দেখা পাই সবিতাই ভিতৰৰপৰাই মাত দিলে—"পিতা" !

"কিয় মাতিছা আইটি" বুলি পিতাকে সোধে।

"কথা আছে। এইফালে আহক !"

"কি কথা।" নক্সাত চকু ৰাখিয়ে প্ৰশ্ন সোধে।

"তাত কব নোৱাৰি। মোৰ ৰুমলৈ আহক।"

"পাচত গ'লে নহয় নে ? মই বৰ ব্যস্ত হৈ আছোঁ আই।"

"তৎক্ষণাত যাব আহক। জৰুৰী সকাম।"

"বাবু।" তেওঁ নক্সাখন টেবিলৰ ওপৰত থয় আৰু ঠিকাদাৰসকলক ক'লে— "আপোনালোকে অলপ ৰহক। মই ভিতৰৰপৰা আহোঁ।"

"ভাল চাৰ।" বুলি মূৰ কাতি কৰে তেওঁলোকে। ইঞ্জিনীয়াৰ থাস উঠি আহে আৰু মজিয়াতে সবিতাক লগ ধৰে। সবিতাই পিতাকক নিজৰ ৰুমলৈ লৈ

যায়। বাপেকে চেয়াৰত বহে; সবিতা বিছনাত। ` পিতাকে ব্যস্তভাৱে সোধে—
"কচোন তোৰ কি কথা।"

"আপুনি শৰৎবাহ'তৰ ঘৰলৈ যাব লাগে।"

"কিয় ?"

"শেষ বাৰলৈ এটা নিষ্পত্তি কৰিবলৈ।"

"নিষ্পত্তিটো কোনোবা দিনাই হৈ গৈছে সবি, আজি আকৌ নতুনকৈ কিয় ?"

"কাৰণ আছে, পিতা।"

"মই আৰু সিহঁতৰ তালৈ নাযাওঁ, সবি।"

"নহয় পিতা, মোৰ শেষ অনুৰোধ—এবাৰ যাওক।"

"মই মোৰ সন্মান হানি কৰিব নোৱাৰোঁ। মোৰ এটা 'প্ৰেষ্টিজ' আছে।"

"নহয় পিতা, মোৰ কাতৰ প্ৰাৰ্থনা।"

বাৰে বাৰে এনে অসঙ্গত অনুৰোধ শুনি পিতাকৰ খং উঠিল। নিজৰ সন্মান হানি কৰিব নোৱাৰে তেওঁ। ·কিন্তু কন্যাগত-প্ৰাণ পিতা। প্ৰাণসমা কন্যাৰ কাতৰ অনুৰোধ উপেক্ষা কৰিবও নোৱাৰে আৰু আনফালে নিজৰ মৰ্য্যাদা হানি কৰিবও নোখোজে। দুই নাওত দুই ভৰি হৈ তেওঁ নিৰুত্তৰ হৈ ৰ'ল। সবিতাই পুনৰ কান্দনমুৱা হৈ ক'লে—

"কওক, যাবনে ?"

"ৰবা, মই ভাবি চাওঁ।"

পিতাকে চিন্তামগ্ন ভাবে বাহিৰ হৈ আছে। সবিতাই একে ধ্যানে পিতাকৰ ফালে চাই ৰয়। তেওঁ গৈ ঠিকাদাৰসকলৰ লগত পুনৰ আলোচনাত বহে আৰু দলগুৰ বিষয়ে মেল কৰে। কিছু সময় পাচত ঠিকাদাৰ সকলক বিদায় দি তেওঁ পুনৰ চিন্তা কৰিব ধৰিলে। কি বুলিনো ঠিকাদাৰৰ ফালে যায় তাকে চিন্তা কৰে। বহুপৰ ভাবি ভাবি এটা উপায় উলিয়ালে। নিজৰ টেণ্ডাৰত 'লোৱেষ্ট ৰেট' দিয়া বাবে ঠিকাটো তেওঁকে দিব বুলি কব; তাকে থিৰ কৰিলে। এই বুদ্ধিত তেওঁৰ সন্মানো ৰব আৰু জীয়েকৰ অনুৰোধ ৰক্ষা কৰিলেও একো অসুবিধা নহব।

পিচদিনা পুৱাতে মটৰখন লৈ উপস্থিত হ'ল ইঞ্জিনীয়াৰ চাহাব ঠিকাদাৰ বাবুৰ নঙলামুখত। এই পুৱাতে ইঞ্জিনীয়াৰৰ অপ্ৰত্যাশিত আগমনত ঠিকাদাৰ আচৰিত হৈ গ'ল। আইন নহলেও ভদ্ৰতাৰ খাতিৰত হ'লেও নমস্কাৰ কৰিব লাগে।

ঠিকাদাৰেও পেটত খং বান্ধি মুখত হাঁহিমাৰি নমস্কাৰ কৰি ক'লে—"আহক বাস।" ইঞ্জিনীয়াৰেও প্ৰতি নমস্কাৰ কৰি ক'লে—"বলক। দুয়ো গৈ ড্ৰইং ৰুমত বহিল। খৰখৰ কৰি উঠি গৈ ঠিকাদাৰে চাহ আনিবলৈ চাকৰ ল'ৰাটোক হুকুম দি পুনৰ ফিৰি আহিল। সন্মুখৰ চেয়াৰখনত বহি হাঁহিমাৰি প্ৰশ্ন কৰিলে—"হঠাতে যে পুৰাতে আহিল ?"

"এটা দৰ্কাৰী কামৰ বাবে আহিলো।"

"কি দৰ্কাৰী কাম ?"

"সেই যে ব্ৰিজৰ 'কন্‌ট্ৰেক্ট'টোৰ 'টেণ্ডাৰ' 'কল' কৰা হৈছিল, তাত আপোনাৰ ৰেট কম হৈছে। কিন্তু আপুনি আজিলৈ অফিচলৈ এবাৰো যোৱা নাই, মই কথা কবও সুবিধা পোৱা নাই। ইফালে কামটোও হব লাগে দুমাহৰ ভিতৰতে; গতিকে মই নিজে আহিবলৈ বাধ্য হৈছো। বাবু, আপুনি যোৱা নাই কিয় ?"

"ৰেট বোলে মোতকৈও কম আছে কাৰবাৰ ? গতিকে মই যোৱাৰ কি দৰ্কাৰ ?"

"এটা কথা ভুঞা, কাম কৰিব নোৱাৰা মানুহৰ ৰেট কম হ'লে কি হব ? নতুন মানুহে ৰেট কমকৈ দিয়েই—যাতে ঠিকা পায়; সেইবুলি আমিতো যাকে তাকে দি কাম নষ্ট কৰিব নোৱাৰো।"

"কৰিব নোৱাৰাৰ বৰ কথা, বান্ধিৰ নজনাৰ বৰ চেঁঠা বুলি আমাৰ এটা যোজনাই আছে। কাম কৰিব নোৱাৰি কম ৰেট দিলে কি হব ?"

"তাকেইতো কৈছো। পাছে আপোনাক দিলে অতি সোনকালে পাৰিবতো ?"

. "নোৱাৰা কামত ভুঞাই কোনোদিনে টেণ্ডাৰ নিদিয়ে। আপুনি কিবা মোক নাজানেনে ?"

"অৱশ্যে। পিচে এইবাৰ সাৱধানে কৰিব কাৰণ ইলেক্‌চনৰ আগ বছৰ। আমাৰ পাচত এম. এল. এ. মন্ত্ৰী ঘূৰিব লাগিছে তেওঁলোকৰ হাতৰ মানুহক সুবিধা দিয়াৰ তালত। আপুনি কামটো সাৱধানে কৰিব লাগিব।"

"কাম পালেহে কৰিম।"

"মই অহা মানে কি।"

"অৰ্থাৎ আপোনাৰ অনুগ্ৰহ হ'লে......"

এনেতে চাহ লৈ আহে চাকৰজনে। দুয়ো চাহ খায়। চাহ খাই উঠি মিক্চাৰৰ টিনটো ঠিকাদাৰে ইঞ্জিনীয়াৰৰ ফালে আগবঢ়াই দিয়ে। দাসে মিক্চাৰ পকাই লয়। ভুঞাৰো বনায়। দুয়ো চিগাৰেট হুপে। দাসে কয়—

"ইলেক্চন পাৰ্টিত দিয়া ৰিজতো, গাঁতিকে অতি সোনকালে কৰিব লাগিব।"

"আপোনাৰ অনুগ্ৰহ হলে মই এমাহৰ ভিতৰতে কৰি দিম।" হাঁহি হাঁহি কয় ভুঞাই। তেওঁ পৰম আপ্যায়িত। কিন্তু ইঞ্জিনীয়াৰ পৰম উদিগ্ন। কেতিয়া কেনেকৈনো আচল কথাটো উলিয়াব পাৰে তাকে চিন্তা কৰিছে। চেল্দ বিচাৰিছে। কিন্তু দুৰ্ভাগ্য যে ধুৰন্ধৰ ঠিকাদাৰে সেই কথাৰ কাষেৰেও নাযায়। তেৰো কোনো সূত্ৰে এনে এটা অপ্ৰাসঙ্গিক প্ৰশ্ন উত্থাপন কৰিব নোৱাৰে। নিৰুপায় হৈ তেওঁ ক'লে—

"বাবু, মই এতিয়া উঠোহে ভুঞা।"

"ভাল বাবু। ইয়াৰ বাবে মই আপোনাৰ ওচৰত কৃতজ্ঞ হম।"

হাঁহি মাৰি দাসে কয়—"কিনো কৃতজ্ঞ হব? শৰতৰ বিয়াত এনাজ ভালকৈ খুৱালেই বক্ষা।"

একেবাৰেই হাঁহি মাৰি কয় ভুঞাই—"তাৰবাবে ভাগ্য লাগে দাস।"

"বাবু, শৰতৰ বিয়ালৈ কিমান দেৰি?"

হাঁহি মাৰি ভুঞাই কয়—"বহক বাবু দাস, মই কওঁ।"

ভুঞাই দাসক বহিব অনুৰোধ কৰে। দাসে তাকেই চেল্দ চাই আছিল; সুবিধা পাই তৎক্ষণাৎ বহি পৰিল পুনৰায় আৰামী চকীখনত। দুয়ো বহি নতুনকৈ মেল আৰম্ভ কৰিলে।

"বাবু দাস, আপোনালোকৰ সবিতা আইটিৰ বিয়া হ'ল কোন দিনা?"

"বিয়া লৈ অসুমতে পৰিছো ভুঞা।" চিন্তামগ্ন যেন দেখা যায় দাসক।

"কিয়?"

"সবিতাই দেখো বিয়াত সোমাবলৈ মনে নকৰে। শিক্ষিতা ছোৱালী একো কবও নোৱাৰি……। মহা মুস্কিল হৈছে।"

"কিয়? প্ৰবীণ ল'ৰাজনটো একো বেয়া নহয়। তাৰ উপৰি বৰ্তমান তেওঁ এচ. ডি. ও.। বেছ ভাল হব।"

"ভাল হলেই, তথাপি তাই পছন্দ নকৰিবও পাৰে। পিছে আপোনালোকৰ?"

"আমাৰো তেনেই হৈছে। সি বিয়া নকৰাওঁ বুলি লিখিছে। তাৰ বোলে পৰীক্ষা দিবলৈহে মন।"

এটা মধুৰ হাঁহি মাৰি দাসে কয়—"ভূঞা, মই এটা কথা ভাবিছো।"

শিক্ষিত ল'ৰা-ছোৱালীৰ যে এইবিলাক ফাঁকি-ফুকা দেখিছে এইবোৰ একো নহয়, কেৱল সিহঁতৰ মনোমত হোৱা নাই। মই বুজিছো; বোধহয় আপুনিও নুবুজাকৈ থকা নাই। আমাৰ সবিতাৰ মাকে সিদিনা শৰৎ যোৱাৰ পাচত মোক একৰকম কৈছেই। ময়ো টকাৰ কথা ভাবি ছোৱালীৰ অমতত বিয়া নিদিওঁ। মোৰ টকা খৰচ হবই, মই জানো। গতিকে...।"

"গতিকে মানে শৰতৰ লগত······।"

এটা পাতল হাঁহি মাৰি ক'লে দাসে "আৰুনো কাৰ কথা কম? গোপন কথাতকৈ প্ৰকাশ কৰাই ভাল। আমাৰ বৰুণে কয় যে, সবিতাৰ বিয়াত টকা দিয়া মানে সিহঁতৰ বিয়াত লোৱা। গতিকে দহ বাৰ হেজাৰ ·যি লাগে তাকে দিবলৈ সি ৰাজি। শৰৎ বোলে তাৰ বন্ধু, আৰু সি কয় যে, সবিতা আৰু শৰতৰ ভিতৰত বেছ মিল আছে। মাকেও তাকেই কয়। মোৰো সেয়ে মত। যদি আপুনি মন কৰে···।"

দাসে কেৰাহিকৈ ভূঞাৰ ফালে চায়। ভূঞাই গহীনভাৱে মূৰ জোকাৰি কয়—"মাফ কৰিব দাস। মই আৰু কথা লবাব নোৱাৰো। এবাৰ যেতিয়া বিয়া নকৰাওঁ বুলি মোৰ মুখেৰে বাক্য ওলাইছে তেনেস্থলত মই আৰু আপোনাৰ ছোৱালীক মোৰ ল'ৰাৰ বাবে আনিব নোৱাৰো।"

"কথাটো আকৌ এবাৰ ভাবি চাওক। ই একো কথা হোৱা নাই। বিয়াৰ ব্যাপাৰত এনে বহু কথাৰে হেৰ-ফেৰ হয়। ই একো ডাঙৰ কথা নহয়।"

"সৰু কথাও নহয়। এবাৰ যেতিয়া ব্ৰহ্মবাক্য ওলাইছে, মই আৰু ঘূৰাব নোৱাৰো। আপুনি ক্ষমা কৰিব।"

"বাৰু, মই এতিয়া উঠোহে।"

"ভাল বাৰু।"

দাসে উঠি যায়। ভূঞাই নমস্কাৰ কৰি বিদায় দিয়ে। মটৰত উঠি যেতিয়া দাসে মটৰ চলাই দিলে তেতিয়া তেওঁৰ মনটো কেনেবা কেনেবা লাগিল। এনে

নিলজ' বিমুখতা তেওঁ জীৱনত ক্ৰমেই পাই আহিছে। নিজকে সৰু সৰু বিবেচনা হ'ল। লাজ আৰু ক্ষোভত তেওঁৰ অন্তৰ ক'লা পৰি গ'ল।

দাস যোৱাৰ পাচত মটৰৰ ফালে চাই ঠিকাদাৰ ভূঞাই এটা বিদ্ৰূপৰ হাঁহি মাৰিলে—ঠিকা দি ভুলাব আহিছে। জগত ভূঞাৰ ওচৰত চালাকি কৰা সহজ কাম নহয়। এতিয়া আহিছে ছোৱালী যাচিবলৈ টকা সন্দিবতে! কি যে আস্পৰ্ধা মানুহৰ।

ভূঞাই মনতে কয় আৰু মনতে হাঁহে।

॥ চৌবিশ ॥

ঘৰত আহি দাসে জীয়েকক লগ ধৰি খং ভাবে ক'লে—

"জান সবি, সকলো সহ্য কৰিব পাৰো কিন্তু অৱমাননা সহ্য কৰিব নোৱাৰো। কোনো কামকে উপযাচি কৰিবলৈ যাব নালাগে কাৰণ যাচি দিলে সোণৰো মূল্য নাই। মোক আৰু কোনো দিনে তেনে অনুৰোধ নকৰিবি, সবি। মই আৰু নোৱাৰো—বিয়া হ'ল বা নহ'ল তাত মোৰ কথা নাই।"

সবিতাই পিতাকৰ ওচৰলৈ আহি আগ্ৰহেৰে সোধে—"কি হ'ল, পিতা?"

"হব কি? তোৰ বিয়া প্ৰবীণৰ লগত হবই লাগিব। অশিক্ষিত, গৰ্বিত, অভদ্ৰ ঠিকাদাৰ একনৰ ওচৰত মই হাঁহিয়াতৰ পাত্ৰ হব নোৱাৰো। মোৰ শেষ কথা এই।"

খং কৰি পিতাক ওলাই যায়। সবিতাৰ বুজিবলৈ বাকী নাথাকিল ঠিকাদাৰৰ লগত পিতাকৰ কি ঘটিছে। বিয়াৰ বৰনে তাই তলমূৰা হৈ চিন্তা কৰে, হৃদ্‌পিণ্ডই কাঢ়ে। তাইৰ একে একে সকলো কথা যেন স্মৃতি-পটৰপৰা উঠি আহিব ধৰিছে। তাই কিমান ভাল পাই সম্বোধন কৰিছে 'মৰমৰ শৰৎ দা'-বুলি, আপুনিৰ সলনি 'তুমি' ব্যৱহাৰ কৰিলে প্ৰাণৰ আপোন ভাবি; কিন্তু তাৰ বিনিময়ত তেওঁ দিলে কি? 'তুমি'ৰ সলনি 'আপুনি' বুলি তাই জানো উপহাস নহয়? তাইক তেওঁ তাচ্ছিল্য কৰিলে। খং, অভিমান, বিৰক্তিৰে আহি হেঁচি ধৰিলে তাইক। নিজৰ বিছনাত পৰি শৰতৰ চিঠিখন পুনৰ চাব ধৰিলে। পঢ়ি পঢ়ি তাইৰ হাঁহি লাগিল।

সচাকৈ তাইক তেওঁ ত্যাগ কৰিছে। অতি আধুনিকা সবিতাৰ নয়ন-কোণত হঠাতে দেখা দিলে দুটোপাল নয়নাশ্রু। এয়ে তাইৰ প্ৰথম চকুলো—জীৱনত প্ৰথম আঘাত। প্ৰেমৰ খৰস্ৰোতা জাহ্নৱী গঙ্গাৰ পৰিৱৰ্তে প্ৰৱয়ত অবিৰলধাৰে বৈ গ'ল বিৰহৰ মন্দাক্ৰান্তা মন্দাকিনী ধাৰা। প্ৰণয় তটিনীৰ মাজত পৰিল চিৰ-বিৰহৰ বালিচৰ। নিৰ্বাপিত হ'ল আজি সবিতাৰ উত্তপ্ত কিৰণ। জীৱনৰ আশা আকাংক্ষা হ'ল মায়া মৰীচিকা।

তাই জানে যে তাই হেলেন নহয়, যাৰ বাবে ৰচনা হ'ব ট্ৰয়ৰ যুদ্ধ; ক্লিওপেট্ৰা নহয়, যাৰ বাবে সৰ্বোচ্চ জলাঞ্জলি দিব বীৰ এন্টোনিয়োই; সীতা নহয়, যাৰ বাবে শ্ৰীৰামে কৰিব লঙ্কা অভিযান—ৰাৱণ সংহাৰ; শকুন্তলা নহয়, যাৰ বাবে সৃষ্টি হ'ব কালিদাসৰ অমৰ নাটক; তাই মাথোঁ সামান্যা ৰমণী—তাৰেই বাবে জগতত অমৰ কাব্য ৰচনাৰ নাই কোনো ৰসাল কাহিনী,নাই কোন কবিৰ চিত্ত-বিগলিত দৰদ। তাই ভাবে—তাই মাথোঁ জগতৰ কোটি কোটি নৰনাৰীৰ মাজৰ এজনী অনাদৃতা ছোৱালী।

অতি পুৰাণ কালত যেতিয়া আছিল মাতৃসত্তাৰ যুগ, তেতিয়া আছিল মাতৃয়ে গৃহকৰ্ত্তী সৰ্বেসৰ্বা। নাৰীৰ ইচ্ছাই আছিল বলবৎ; সম্পত্তিৰ অধিকাৰিণী আছিল নাৰী। তেতিয়া নাৰী আছিল সম্মানিতা। আৰু তাৰ পাচত পিতৃসত্তা যুগত হ'ল পুৰুষ প্ৰাধান্য—সম্পত্তিৰ অধিকাৰী হ'ল পিতা। পুৰুষৰ হ'ল একাধিপত্য ৰাজত্ব। পুৰুষৰ ইচ্ছাই হ'ল সমাজৰ ইচ্ছা; নাৰীৰো ইচ্ছা। তেতিয়াৰপৰাই হ'ল নাৰী পুৰুষৰ আজ্ঞাৰ দাসী। তেতিয়াই হ'ল নাৰী পদদলিতা। আৰু আজি? আজি পুৰুষৰ প্ৰণোদিত নাৰী-প্ৰগতীৰ যুগত নাৰীয়ে পালে মুক্তি কথাত—কাৰ্যত কিন্তু হ'ল চিৰ উপেক্ষিতা। অৰ্থনীতিৰ অনিবাৰ্য্য কাৰণত নাৰী হৈ পৰিল পুৰুষৰ খেলাৰ সামগ্ৰী। বাক্-স্বাধীনতা পালে—সম্পত্তিৰ স্বাধীনতা হেৰুৱালে। ইয়াতেই হ'ল নাৰী অপমানিতা। প্ৰগতিৰ নামত নাৰী আজি চহৰৰ ৰাস্তাই-ঘাটে ফুৰিছে মুকলি মূৰেৰে আৰু ঘৰৰ কোণত নীৰৱে বহি চকুলো টুকিছে বিষন্ন বদনে। মেলে-মিটিঙে পাৰ্কে-পিক্‌নিকে ঘূৰিছে চহৰৰ ধনিক-দুহিতা মুকলি আৰু নিবিড় নিশাত নীৰৱে বিয়াৰ বাবে চিন্তা কৰি মৰিছে আকুলি-বিকুলি। কিয়? অৰ্থনৈতিক পৰাধীনতাৰ নিৰ্লজ্জ নিষ্পেষণৰ বাবে নহয় জানো? অৰ্থনীতিৰ অনিবাৰ্য্য কাৰণত নাৰী হ'ল আজি পুৰুষৰ ভোগলোলুপ বস্তু; আৰু তাৰ বাবেই লগা হ'ল তিৰোতাক পুৰুষৰ

সান্নিধ্য। যদি কোনো নাৰীয়ে স্বোপাৰ্জ্জিত ধনেৰে নিজক ৰক্ষণাবেক্ষণ কৰিব পাৰে, তেতিয়া পুৰুষ হৈ পৰিব দুৰ্বল। তেতিয়া হয়তো পুৰুষে বিচাৰিব নাৰীৰ সান্নিধ্য—অৰ্থ সাহায্যৰ বাবে নহ'লেও হব প্ৰাণৰ সাহায্যৰ বাবে; আৰু তেতিয়াহে হব প্ৰাণৰ লগত প্ৰাণৰ সাৰ্থক মিলন—নাৰীৰ লগত পুৰুষৰ প্ৰকৃত মিলন।

তাই ঠিক কৰে তাই বিয়া নকৰায়; আৱশ্যক হ'লে নিজৰ ভৰণপোষণৰ বাবে চাকৰিকে কৰিব।

দিনৰ পাচত দিন অতিক্ৰমি যায়। তাই সুস্পষ্ট মত প্ৰকাশ কৰে—তাই বিয়াত নবহে। পিতাকৰ লগত লাগে তৰ্ক, মাকৰ লগত লাগে কাজিয়া, ভায়েকৰ লগত লাগে বাক যুদ্ধ। সবিতাৰ সবল মন আৰু অকাট্য যুক্তিৰ ধাৰত পৰি সকলোৰে বাকবিতণ্ডা ছিন্ন-ভিন্ন হৈ যায়। কিন্তু আচল কাৰণ বুজিবলৈ কাৰো বাকী নাথাকে। বুধিমান পিতাকে আৰু জোৰ নকৰে; কাৰণ তেওঁ জানে যে শৰতৰ বিয়া শেষ নহয় মানে অন্ততঃ সবিতাই নবহে। 'চাইকো-এনালিচিচ' জনা ডাঙৰ দদায়েকেও একো নকয় কাৰণ তেওঁ বুজে যে উগ্ৰ আকাঙ্ক্ষাৰ অপূৰণত মানৱ মনলৈ আহে বিষম বিতৃষ্ণা—বিৰাট বিৰাগ। স্নেহশীলা মাকে সন্তানৰ বিশেষকৈ গাভৰু ছোৱালীৰ অতৃপ্ত আকাঙ্ক্ষাৰ বাবে হৈ পৰে অধিক বিহ্বলা; সেয়েহে সবিতাক আৰু এই বিষয়ত কোনো পীড়া-পীড়ি নকৰে। লাহে লাহে ঘৰখনত এটা মৌন আৱেশ আৰু নিৰানন্দ পৰিবেশে বিৰাজ কৰে। সবিতাৰ মন হৈ পৰে উদাস—নিৰুদ্বেগ।

ইফালে বেচেৰা প্ৰবীণ। বহু আশা বুকুত বান্ধি লৈ সাঁতুৰিলে সবিতাৰ ছলনাৰ সাগৰত। কিন্তু বিধি বিড়ম্বনা। শেষুৱৈ ৰমণীৰ ছলনাৰ খেলাত পৰি লটি-ঘটিহে হ'ল—কাৰ্য্য সিদ্ধি নহ'ল। বিয়া নহ'ব বুলি যেতিয়া নিশ্চিত জানিলে, তেতিয়া বেচেৰাই সচাকৈ বৰ আঘাত পালে। নিজক অযোগ্য বুলি যেতিয়া নিজে জানিব পাৰে নাইবা আনৰ যোগতে নিজৰ অযোগ্যতাৰ প্ৰমাণ হয়, মানুহৰ মনলৈ আহে বৰ বিক্ষোভ। নিজৰ মূল্য কমা বুলি অনুমান কৰিলে প্ৰবীণে। তাতে আহিল তাৰ 'ইনফিৰিয়ৰিটি কমপ্লেক্স।' তাৰপৰাই হ'ল তাৰ মনত অশান্তিৰ বীজ ৰোপণ। অৱশ্যে নাৰী নাপালেও যে চাকৰি পালে তাতেই হ'ল তাৰ সান্ত্বনা; তথাপি সি মনে মনে প্ৰতীজ্ঞা কৰিলে—সবিতাৰ বিয়া নহয় মানে সি বিয়া নকৰায়। দেখা যাওক বাৰু জীৱনৰ এই বিৰাট পৰীক্ষাত কাৰ জয় হয়, কাৰ হয় পৰাজয়।

সবিতাৰ লগত বিয়া নহব বুলি নিশ্চিত জানিও সি সবিতাহঁতৰ ঘৰলৈ যাবলৈ এৰা নাই। কিন্তু আগৰ দৰে তাৰ আৰু ঘনাই তেওঁলোকৰ তালৈ যাবলৈ বা সবিতা-হঁতৰ লগত মেল মাৰি থাকিবলৈ সময় আৰু সুবিধা নহয়। কামৰ দায়িত্ব। দায়িত্ব-পূৰ্ণ এচ. ডি. ও-ৰ কামত সি মনপুতি লাগিব লাগে; নহলে হঠাৎ পদস্খলন হোৱাও একো বিচিত্ৰ নহয়। সেই দেখি অতি সাৱধানেৰে কাম কৰি যায় প্ৰবীণে। সবিতাৰপৰা সিদিনা তেনে স্পষ্ট জবাব পায়ো বুদ্ধিমান প্ৰবীণে তাইৰ লগত সম্পৰ্ক ছেদ কৰা নাই, কাৰণ কোনে জানে কিজানি ইয়াৰ অন্তৰালত সবিতাৰ কিবা মতলবে আছে? কিছুমান ছোৱালী আছে যিসকলে প্ৰথমে তাইৰ মনৰ মানুহজনক ঘৃণা কৰা দেখুৱায় আৰু শেষত দেখা যায় তাই তাকেহে আটাইতকৈ ভাল পায়। বৰণৰ মালাধাৰ তাৰ গলতে পৰে। যদি সবিতাবো তেনে কিবা ঘটিছে? প্ৰবীণ আশাবাদী হৈয়ে ৰয়। তথাপি মাজে মাজে তাৰ মনলৈ হতাশাৰ মেঘ ঘনীভূত হৈ আহে। এনে আশা, এনে আকাঙ্ক্ষা, এনে পৰাজয়কে লৈ অকল সিয়ে নহয়—আৰু শত শত প্ৰবীণ কলিতা ঘূৰি ফুৰে চহৰৰ পথে-ঘাটে অফিচে-বজাৰে।

হায়! কুৰি শতিকাৰ হতভাগ্য প্ৰবীণ কলিতাৰ দল।

## ॥ পঁচিশ ॥

হঠাতে আজি ঘৰলৈ আহিছে শৰৎ। তেওঁলোকৰ বিয়া ঠিক কৰিছে পিতাকে। গতিকে এটা গুৰুত্বপূৰ্ণ আলোচনাৰ বাবে আহিছে তেওঁ। পিতাকৰ আজ্ঞা তেওঁ লঙ্ঘন নকৰে সঁচা; সেই বুলি তেওঁৰ জীৱন লৈ পিতাকক যথেচ্ছাচাৰ কৰিবলৈও তেওঁ দিব নোৱাৰে। সেইবাবে তেওঁ পিতাকৰ লগত এই বিষয়ে এটা সজ মীমাংসা কৰিবৰ বাবে আহিছে।

শৰতৰ কোঠালৈ পিতাকক মাতি নি শৰতে ক'লে—"পিতা, মোৰ বিয়া কৰোৱাত কোনো আপত্তি নাই; কিন্তু টকা লোৱাত মোৰ আপত্তি। মই আপোনাৰ আদেশ আজিলৈকে বিনা প্ৰতিবাদে পালন কৰি আহিছো, কিন্তু আজি এষাৰ কথা কবলৈ মই বাধ্য হ'লো যে বিয়াত কন্যা পক্ষৰপৰা টকা লৈ মোৰ মৰ্য্যাদা হানি কৰিব নোৱাৰো। আপুনি টকাৰ কথা বাদ দিয়ক।"

"কিয় ? আজি কালি সকলো ল'ৰাই টকা লয় ; নেদেখিছ সিদিনা বৰাৰ ছোৱালী বিয়া দিওঁতে ফুকনে কিমান টকা ল'লে ? চৌধুৰীৰ জীয়েকৰ বাবে ভাবী জোঁবাইয়েকক আমেৰিকালৈ পঠালে। তাৰ উপৰি মন্ত্ৰী, গভৰ্ণৰ, জজ সকলোৰে দেখোঁ তেওঁলোকৰ ছোৱালীৰ বাবে কিমান দিয়ে আৰু কিমান ল'ৰাক স্টেট্‌-স্কলাৰ্চিপ' দি আমেৰিকা, বিলাত আদিলৈ ডিগ্ৰী লবলৈ পঠায়, তই জানো দেখা নাই ? তই মাত্ৰ হাকিমহে, তোতকৈ বৰ বৰ জনেই দেখো এই কাম কৰি গৈছে আৰু কৰিও আছে ; তই আপত্তি কৰ কিয় ?"

"ছোৱালীৰ পিতাকৰপৰা টকা লৈ বিলাত আমেৰিকালৈ গৈ যিসকলে সেইবোৰৰ পৰা একোটা ডাঙৰ ডিগ্ৰী লৈ আহি ডাঙৰ চাকৰি কৰিছে সেইসকলৰ লগত মোৰ মিল নাই পিতা। মই পৰৰ চ'ৰাঘৰত বহি ডাঙৰ হোৱা শ্ৰেণীৰ মানুহ নহওঁ, আৰু বিদেশৰ এটা ডাঙৰ ডিগ্ৰী আৰু ধনীৰ এটা বিৰাট অট্টালিকা দেখি ভয় খোৱা বিধৰ ল'ৰাও নহওঁ। এইবোৰ ফঁপুৱা কথা আৰু ধাপ্পাবাজিত ভোল যোৱা বা ভয় খোৱা ল'ৰা নহয় শৰৎ। মোক লাগে প্ৰকৃত বস্তু আৰু অবিচলিত সত্য। মই বিচাৰোঁ জ্ঞান,—ডিগ্ৰী নহয় ; মানুহ—ধন নহয় ; এই বিষয়ত মোৰ কোনো দুৰ্বলতা নাই। আপুনি এইবোৰ এৰি দিয়ক।"

তহঁতৰ দিনত যি ব্যৱস্থা চলিছে তাত আপত্তি কৰিবলগীয়া তোৰ কি আছে ? মই যুগ-ধৰ্মকে অনুসৰণ কৰিছোঁ।"

"যুগ-ধৰ্ম বুলি কোনো কথা নাই পিতা। আজিও সকলো শিক্ষিত ল'ৰাই টকা নলয়—বিশেষকৈ আত্মসম্মান বোধ যাৰ আছে।"

মই টকা ল'লে তোৰ কি আত্মসম্মান লাঘব হয় ? তইতো আৰু টকা নলৱ ?"

"তেন্তে মই পুতলা নেকি যে মোক বিক্ৰী কৰিব আৰু তাৰ বাবে দৰদাম চলিছে ? মোক লৈয়ে টকাৰ আদান-প্ৰদান আৰু ময়ে থাকিম নীৰৱ হৈ ? তেনে কথা নহব পিতা। মই আপোনাক স্পষ্টকৈ কৈছোঁ টকাৰ প্ৰশ্ন বাদ দি কাম আৰম্ভ কৰক।

"যদি টকাকে লব নালাগে, তেন্তে ইঞ্জিনীয়াৰৰ ছোৱালীজনীকে বিয়া কৰোৱা ভাল আছিল ? তেঁওক হলে ভবিষ্যতলৈ মোৰে ঠিকা লোৱাৰ সুবিধা হ'লহেঁতেন। এতিয়া সেই সুবিধাকো হেৰুৱালোঁ আৰু এইটোকো হেৰুৱাম নে ? সিদিনা তেওঁ আহিছিল, মইহে বিদেশ কৰি পঠাইছোঁ। এতিয়া মই এইটো কেনেকৈ এৰোঁ ?

"মই সেইবোৰ নাজানো—কেৱল জানো যে টকা ল'লে মই বিয়া নকৰাম!"

"তাৰ মানে প্ৰকাৰান্তৰে ইঞ্জিনীয়াৰৰ জোঁৱালী নহ'লে তই বিয়া নকৰ। খুলি নকয় কিয়? মই বুজিছো তোৰ মতলব। ই তোৰ কি বিকাৰ?"

"আপুনি ভুল ভাবিছে পিতা। মই টকা নোলোৱা চুতা কৰি সবিতাক বিয়া কৰোৱা ফন্দি পতা নাই; বৰং মই আপোনাক জনাই থলোঁ যে, মই সবিতাকো বিয়া নকৰাওঁ; আপুনি নিশ্চিন্ত হওক। ই মোৰ বিকাৰ নহয়—সৰল উক্তি।"

"বাৰু গুৱাহাটীৰপৰা তেজপুৰলৈ বাট খৰচ দুই হেজাৰতো লব লাগিব?"

"কোঁতয়াও নোৱাৰে। নিজৰ ল'ৰাৰ বিয়াত অইনে বাট খৰচ দিব লাগেনে? তেতিয়া আপোনাৰ সন্মান ক'ত ৰব? আপুনি ভাবিচিন্তি কাম কৰক। আগেয়ে একো নক'লেও আজি-কালি আপোনাক মানুহে কিবাকিবি শুনাই দিবও পাৰে। গতিকে নিজৰ সন্মানৰ প্ৰতি নজৰ ৰাখিব বুলি আশা কৰিলোঁ।" পিতাকৰ খং উঠিল—"হঠাতে আহি গোলমালখন পাতি দিলি। মহা মুস্কিল হ'ল।" পিতাকৰ এনে উচ্চবাক্য শুনি ভিতৰৰপৰা মাক আহিল—"কিনো হ'ল, ইমানকৈ যে বকিছে ল'ৰাজনক?"

"কিনো হব? তোমাৰ ল'ৰাই আহি মোৰ ওপৰতো হাকিমীগিৰি কৰিছে।"

"আপোনাৰো আৰু কথা—। নিজৰ ল'ৰাক যেনেতেনে কথা কয় নে? এতিয়া তাৰ আগৰ দৰে কথা কবৰ বা কৰিবৰ সময় নাই। হেজাৰ হলেও এতিয়া তাৰ চালচলন বেলেগ হবই লাগিব। য'তে ত'তে তেনে ভাবে জানো চলিব পাৰি?"

"সেই বুলি বিয়াৰ কথাত সি মাত মাতিব লাগেনে?"

"নিশ্চয় লাগে। আগৰ দৰে সি আৰু ল'ৰা নহয়—সমাজৰ এজন হৈ পৰিছে। আজি যেই সেই ৰকমে কাম কৰিলে মানুহে বেয়া বুলিব নহয়। আগেয়ে একো বিচাৰ নাছিল, আজি-কালি বহুজনে তাৰ বিচাৰ কৰে। গতিকে সি য'তে ত'তে যেনেকৈ তেনেকৈ কৰিব কেনেকৈ?"

"তাৰ মানে তোমাৰো মন ক'ত জানো। ইঞ্জিনীয়াৰৰ বৈণীয়েকক বিয়নী বুলিব নাপালে তোমাৰো যে গা জুৰ নপৰে তাক মই বুজিছো।"

"সেইটো কিবা লুকাই ৰাখিব লগা কথা নে? মই তেওঁলোকক ভাল পাওঁৰে। ইয়ানিখিনি হবলৈ পালে আপোনাৰ বাবেই।" খং ভাবে কয় বৈণীয়েকে। তাৰ

পাচত পুতেকক মাতে—"আহ বোপা, ভাত দিছো। মিছাকৈ এনে অবুজ মানুহৰ লগত তৰ্ক কৰি লাভ নাই। তই গুচি আহ, যি কৰে কৰি থাকক।"

"এৰা, মই যি কৰা কৰি থাকো আৰু তোমালোকে মা-পুতেৰে বহি বহি থাকা? মোৰহে কিবা গৰজ পৰিছেনে? ময়ো একো নকৰো।" তেওঁ খং কৰি ওলাই যায়। তেওঁ যোৱাত মাকে পুতেকৰ মূৰত হাত বুলাই কয়—"এই অবুজ-টোৰ লগত বকি থাকিলে কি হব বোপা। তই আহ, ভাত দুটা খাই যা।" মাকে পুতেকক লৈ যায়।

*　　　*　　　*　　　*

শৰৎ তেজপুৰলৈ গ'লগৈ। ইফালে মাক-পিতাকৰ ভিতৰত চলিল মনোমালিন্য। খুট্‌খাটকৈ দুয়োৰো ভিতৰত কাজিয়া লাগি থাকে। ঠিকাদাৰে চিন্তা কৰিলে—শিক্ষিত ল'ৰা, তাতে হাকিম হৈছে—সমাজত তাৰ এটা স্থান আছে; গতিকে তাৰ সন্মানৰ ফালৰপৰা চাই কথাবাৰ উলাই কৰিব পৰা বিষয় নহয়। যদি বিপৰীতে বোৱা যায় তেন্তে যিমান শান্ত নহলেও খং উঠিব পাৰে শৰতৰ। সময়ত সেনি সাপৰো খং উঠে। ভাবি-চিন্তি ঠিকাদাৰে শেষত ঠিক কৰিলে যে মনে মনে শৰতক নজনাকৈ ইঞ্জিনীয়াৰৰপৰা টকা কেইহেজাৰমান লৈ তেওঁৰ ছোৱালীজনীক ঠিক কৰিব। অন্ততঃ শৰতৰ পঢ়া খৰচীখিন উঠিলেও ৰক্ষা। ছোৱালীজনীকো পছন্দ লাগে। তাকে ভাবি ইঞ্জিনীয়াৰৰ তালৈকে যোৱাকে ঠিক কৰিলে—উদ্দেশ্য—ল'ৰাক বিয়া কৰাব লাগে; কন্যাৰ পিতাকৰপৰা টকা লব লাগে। সুস্পষ্ট অভিমত ঠিকাদাৰৰ।

ধন্য। শিক্ষিত সন্তানৰ পিতা! তোমালোকে বেছকৈ জানা সোঁত চাই নাও মেলিবলৈ।

পিচদিনা প্ৰাতসতে উপস্থিত ঠিকাদাৰ বাবু ইঞ্জিনীয়াৰ চাহাবৰ ড্ৰইং ৰূমত। এই ৰোকমোকালিতে ঠিকাদাৰৰ আগমন দেখি ইঞ্জিনীয়াৰ স্তম্ভিত হ'ল। বুজিলে যে, বুদ্ধিমান ঠিকাদাৰে সেই 'ব্ৰিজৰ কনট্ৰেক্‌টৰ বিষয়ে কিবা কবলৈ আহিছে। ইঞ্জিনীয়াৰে গাম্ভীৰ্য্য বজাই ৰাখি গহীনভাৱে সুধিলে—"কি ভূঞা, খবৰ কি?"

"এটা বৰ জৰুৰ কথা আছে ছাৰ।"

"আপুনি চিন্তা কৰাৰ দৰকাৰ নাই। যোৱা কালিয়ে ঠিক কৰা হৈছে। আজি আপোনাৰ ওচৰ।"

"ওলালে ভালে হ'ল। পিচে মই তাৰ বাবে অহা নাই ; আহিছোঁ অন্য এটা কথাৰ বাবেহে।"

"কি কথা ?"

"বাবু, আপুনি বহকচোন। মই ধীৰে সুস্থিৰে কওঁ।"

"তেনেহলে বব, মই চাহ ইয়ালৈকেই আনিবলৈ কওঁ।" দাস ভিতৰলৈ গ'ল আৰু ফিৰি আহি ভালকৈ বহি লৈ সুধিলে—"অ' পিচে ?"

এবাৰ চাৰিওফালে চাই লৈ ভুঞাই ক'লে—'মই আহিছোঁ বিয়াৰ সম্পৰ্কতহে।"

"কাৰ বিয়াৰ ?"

"মানে আমাৰ শৰতৰ।"

"শৰতৰ বিয়া কোন দিনা ?"

"আপুনি ক'লেহে হব।"

"মই ক'লেহে হব ? তাৰ অৰ্থ কি ?"

"তাৰ অৰ্থ কৰিবলৈ গ'লে—আমাৰ বিয়া তেজপুৰত নহ'ল, কাৰণ তাৰ বোলে ছোৱালীজনী পছন্দ নহয়। গতিকে আপোনালোকৰ...... ।"

"তাৰ মানে সবিতাৰ লগত ?"

"হয়। সেইবাবে আজি মই নিজেই আহিলোঁ। মাকেও ক'লে বোলে তেখেতে-সকল আমাৰ আজি ইমান দিনৰ পৰিচিত ; গতিকে নিজৰ মানুহ যেন লাগে। তালৈকে যোৱাত কি লাজ আছে, আপুনি বন্দোবস্ত কৰি আহক গৈ। ময়ো ভাবি চালোঁ যে আপোনাৰ লগত মোৰ সম্পৰ্ক কিমান দিনৰ ; তেনেস্থলত সেই সম্পৰ্ক চিৰদিনলৈ ৰাখিব পাৰিলে একো বেয়া নহয় বৰং দুয়ো পক্ষৰে মঙ্গলহে।"

এনেতে দুকাপ চাহ আৰু দুচি দুই প্লেট লৈ হাজিৰ হ'ল সবিতা। তাইৰ গাত সাধাৰণ সাজ। প্ৰসাধনৰ কোনো চিহ্নই নাই। বগা মেখেলা চাদৰ যোৰা পিন্ধি চুলিবোৰ নৰম্‌খাকৈ পিঠিত মেলি দি, চেন্দেল জোৰ পিন্ধি আহিছে। পিতাকৰ আগত আৰু ভুঞাৰ আগত চাহ দি তাই গহীনভাৱে খোজকাঢ়ি গুচি গ'ল। ভুঞাই আগ্ৰহেৰে এবাৰ চাই ল'লে সবিতাক। এইজনীয়ে হব তেওঁৰ ঘৰৰ ঘৰণী। কি শান্ত সৌম্যমূৰ্তি। কোনো চঞ্চলতা নাই, কোনো চাকচিক্যতা নাই। ইমান দিনে যৌৱনৰ অহা তীব্ৰ ৰূপ যেন মচি পেলাইছে সবিতাৰ। অনিমেষ

নয়নে চাই থাকিল ভুঞাই। তাকে দেখি দাসে ক'লে লাহেকৈ—"চাহ খাওক ভুঞা।"

তৎক্ষণাৎ চকু ফিৰাই আনি তেওঁ কৈ উঠিল—"আচ্ছা।"

দুয়ো চাহ খায়। ভুঞাই লাহে লাহে কয়—"মোৰ কথাষাৰ আপুনি কাণ কৰিছে নে?"

"হয়। পাচে মই কিবা কব লাগে নেকি?"

"নিশ্চয়। আপোনাৰ কথা নাপালে আমি আগবাঢ়িম কি বশ্যে?" হাঁহি মাৰি দাসে আনন্দেৰে কয়—

"মোৰ কথা কব লাগিলে শুনক—আপুনি আগবাঢ়িব নালাগে। আপুনি বেজাৰ নাপাব ভুঞা, মোৰ ছোৱালী আপোনাৰ দ'ৰালৈ দিয়া নহব। মই এবাৰ যি কথা ভাবিছিলোঁ তাক পৰিবৰ্ত্তন কৰিছোঁ। আপুনি অন্য ঠাইত চাওক। শৰৎলৈ মই শুভ আশীষ আগ বঢ়ালোঁ।"

দাসৰ কথা শুনি ভুঞা শিলপৰা কপৌৰ দৰে হ'ল। তেওঁ ভাবিবই পৰা নাছিল যে আজিৰ যুগতো ছোৱালীৰ পিতাই এনেভাৱে নাকচ কৰিব পাৰে। তেওঁ নম্ৰস্বৰে ক'লে—"আপুনি খং নকৰিব দাস। মোৰ ভুল মই স্বীকাৰ কৰিছোঁ। আপুনি এবাৰ ভাবি চাওক।"

"মই বহুবাৰ ভাবিছোঁ ভুঞা আৰু ভাবিবৰ দৰকাৰ নাই। মোৰ কথা এটা।"

"হ'লেও এবাৰ…"

"আৰু নকব ভুঞা। যদি কিবা অন্য সকাম আছে তেন্তে কওক।"

এনেতে বাহিৰত মানুহ অহা গম পাই দাসে ক'লে—"মই যাব লাগে ভুঞা; আপুনি আজি অফিচলৈ গৈ ব্ৰিজৰ বিষয়ে আলোচনা কৰিব পাৰিব।"

"সেইটো হব। পিছে উঠিলোঁহে।"

ভুঞাই সেমেনা সেমেনি কৰি হাত মোহাৰি মোহাৰি ওলাই আহে। কিছুমান মানুহ সোমাই আহে ইঞ্জিনীয়াৰৰ ভালৈকে। দাসে ভুঞাক নমস্কাৰ কৰি কয়—"নমস্কাৰ ভুঞা, বেজাৰ নাপাব।"

"নমস্কাৰ।" বুলি কৈ ভুঞা লাহে লাহে ঘৰলৈ খোজ লয় বিকল মনোৰথ হৈ।

চমৎকাৰ নিয়তিৰ নিষ্ঠুৰ পৰিহাস!

## ॥ ছাব্বিশ ॥

সবিতাৰ অন্তৰত জ্বলিছে বাৰণৰ চিতা-জুই। তাইৰ চিত্ত উদ্বেলিত; মন ভাবাক্রান্ত। হিয়াধুনি কোলাহল উঠে। বেদনাৰ তীব্ৰ দংশনত তনুমন জৰ্জৰিত। বিৰহ-বধুৰো ৰমণীৰ হৃদয়ৰ বিষাদ-গৰল আজি উদ্ভাষিত হৈ উঠিছে। হৃদয়ত অবিৰাম জ্বলে ব্যথাৰ জ্বালা, মনত অহৰ্নিশে জাগে ব্যৰ্থতাৰ গ্লানি। তাইৰ ক্ষুদ্ৰ হিয়াখনি অথিৰ-অবিৰ হ'ল। বিষাদ-বিমৰ্ষতাৰ ঘন কুঁৱলীয়ে মন আৱৰি ধৰিলে। বিৰহৰ তীব্ৰ যাতনাত প্ৰাণ চট্‌ফট্‌ কৰিছে। আজিহে তাইৰ উপলব্ধি হ'ল কবি চৌধুৰীৰ—

"ব্যথাৰ সহস্ৰ জ্বালা ব্যৰ্থতাৰ গ্লানি
বুকু পোৰা তপত উচ্ছ্বাস;
কোনেবা গুচাব মোৰ, কোনেবা শুনিব
আবব্যৰ স্বপ্ন উপন্যাস।"

এবা, আজিহে অনুমান কৰিব পাৰিলে সবিতাই বিৰহৰ জ্বালা কি অসহনীয়, কি হৃদয় বিদাৰক! মনৰ আনন্দ আহৰণৰ গ্ৰন্থীবোৰ যেন ছিন্ন বিচ্ছিন্ন হৈ গ'ল। শুকান নীৰস ভাব এটিয়ে আহি মন আগুৰি পেলালে। নোপোৱাৰ বেদনা তীব্ৰ কিন্তু পাই হেৰুৱাৰ বেদনা তীব্ৰতৰ। তাই পাইছিল, কিন্তু ৰাখিব নোৱাৰিলে —হেৰুৱালে। ৰূপেৰে ভুলোৱা যায়; কিন্তু প্ৰেমেৰেহে বান্ধি ৰাখিব পাৰি। তেন্তে কি তাইৰ প্ৰেম নাই? কেৱল ৰূপৰ ফুলজাৰি মাৰিয়ে পুৰুষৰ মন আচ্ছন্ন কৰি ৰাখিছিল? যেতিয়া এই ৰূপৰ মোহ কাটি গ'ল তেতিয়াই পৰিত্যাগ কৰিলে তাইক? প্ৰশ্ন জাগে তাইৰ মনত। নহয়—তাইৰ প্ৰেম আছিল, তাই ভালো পাইছিল; কিন্তু বুজাৰ ভুলত আজি সেই প্ৰেম হ'ল বিতাৰিত, প্ৰণয় হ'ল প্ৰতাৰিত। নিয়তিৰ ই যেন এক নিষ্ঠুৰ প্ৰতাৰণা—বিধিৰ এক নিকৰুণ প্ৰৱঞ্চনা।

সুশিক্ষিত সবিতাৰ অন্তৰত আজি জ্বলিছে অনুতাপ অগ্নিৰ উত্তাপ বাহন। আধুনিকা সবিতাৰ মন আজি যুক্তিৰ বাহিৰত—সিদ্ধান্তৰ সিপাৰত। ভাবি ভাবি তাইৰ অন্তৰ জ্বলা-কলা হৈ পৰে। আদৰণীয়া সবিতা আজি হ'ল অনাদৃতা— অৱহেলিতা। নিৰুপায় সবিতা। তাইৰ আৰু কৰিবৰ একো শক্তি নাই। তাই উমা নহয় যে, হিমালয়ত গৈ শিৱক উদ্দেশ্যে কৰিব কঠোৰ সাধনা, সীতা নহয় যে

লঙ্কাত হনুমানৰ সৈতে কৰিব উদ্ধাৰৰ মন্ত্ৰণা, শকুন্তলা নহয় যে ঋষিৰ আশ্ৰমত গৈৰিক বসন পৰিধান কৰি কৰিব মন্ত্ৰ আৰাধনা, নাইবা ৰুক্মিণী নহয় যে শ্ৰীকৃষ্ণলৈ কৰিব প্ৰেমপত্ৰ ৰচনা। তাই হ'ল মাথোঁ কুৰি শতিকাৰ স্ত্ৰী-স্বাধীনতাৰ নামত ন্যায্য সম্মান বঞ্চিতা সামান্যা ৰমণী—যাৰ প্ৰেমৰ মূল্য নাই, বিৰহৰ আদৰ নাই; যাৰ চকুলোত নগ'লে কাৰো অন্তৰ, হুমুনিয়াহত নল'ৰে কাৰো আভ্যন্তৰ। তাইৰ মাত্ৰ আশ্ৰয় বিছনা; চিন্তাৰ পৰিশেষে আপোন সান্ত্বনা। তাইৰ মন ভাগি পৰিছে, চিন্তা বিকৃত হৈ গৈছে।

সাধাৰণ অশিক্ষিতা ছোৱালী হোৱা হ'লে আজি তাই স্পষ্টকৈ কৈ দিলেহেঁতেন —"শৰতক নাপালে মই মৰিম", অৰ্ধ শিক্ষিতা হোৱা হলে কৈ দিলেহেঁতেন—"মই আজীৱন অবিবাহিতা হৈ ৰম।" কিন্তু তাই নহয় অশিক্ষিতা, নহয় অৰ্ধ শিক্ষিতা বৰং সুশিক্ষিতা। আধুনিক শিক্ষাৰ সমস্ত চিন্তা-ধাৰা আৰু ধৰণ-কৰণৰ লগত তাইৰ বেছ পৰিচয় আছে। তেনেস্থলত তাই অশিক্ষিতাসকলৰ দৰে আউলি-বাউলি-চুলি হৈ উন্মাদিনীৰ দৰে বিৰহৰ তীব্ৰ দংশন উপশম কৰিব নোৱাৰে, অৰ্ধশিক্ষিতাসকলৰ দৰে প্ৰেমপত্ৰ ৰচনা কৰি হৃদয় উজাৰ কৰি দেখুৱাব নোৱাৰে। তাই মাথোঁ পাৰে নীৰৱে হৃদয়ৰ সমস্ত ভাবাবেগ গোপন কৰি তিলে তিলে ধ্বংস হবলৈ,—নিজৰ অন্তৰৰ অগ্নি অন্তৰতে মাৰ নিয়াবলৈ। তাই নোৱাৰে—নিজক তাই কাৰো হাঁহিয়াতৰ পাত্ৰী হবলৈ এৰি দিব নোৱাৰে; আৰু নোৱাৰে মনৰ সকলো বেদনা প্ৰকাশ কৰি নিজৰ ব্যক্তিত্বক হেয় প্ৰতিপন্ন কৰিবলৈ। সেয়েহে তাই হৃদয়ৰ এই অসহনীয় জ্বালা অন্তৰতে থুপাই থৈ বাহিৰত বেছ ৰং-ৰূপহৰ গাভৰুজনী সাজিলে। নৱ-আয়োজনে চলিল ৰূপৰ সাধনা। হৃদয়ৰ বেদনা আচ্ছাদন কৰি ৰাখিবৰ বাবে সবিতাই নিজেকে সজাই তুলিলে চহৰৰ আধুনিকা গাভৰু সাজেৰে।

ক্ষুধাৰ জ্বালা প্ৰশমিত কৰা যায় অন্নৰে, পিপাসাৰ জ্বালা উপশমিত কৰা যায় সুশীতল জলেৰে; কিন্তু বিৰহৰ জ্বালাৰ নাই একোতে উপশম, নাই একোতে ব্যতিক্ৰম। তাতে হয় মন বিক্ষিপ্ত, হৃদয় উৎক্ষিপ্ত। তাৰ জ্বালা নিবাৰণাৰ্থে যোগীয়ে আশ্ৰয় লয় সাধনাৰ, সাধুৱে লয় ধৰ্মৰ, শিল্পীয়ে শিল্পৰ, ভাবপ্ৰৱণে সাহিত্যৰ, আবেগ প্ৰৱণে সঙ্গীতৰ, কৰ্মবীৰে লয় জন-সেৱাৰ আৰু নিতান্ত মূঢ়জনে আশ্ৰয় লয়—জুইৰ, পানীৰ, জৰীৰ। কিন্তু সবিতা নহয় মূঢ়, নহয় যোগৰূঢ়। সবিতা বিদুষী, শিল্পী, আবেগ-প্ৰৱণা—সঙ্গীতজ্ঞা। তাইৰ আজন্ম সাহিত্য,

সঙ্গীত। সেয়েহে মনস্থ কৰিলে—শ্ৰাৱত যোগ দিব, সঙ্গীত কলেজত নাম লিখিব ; সুৰৰ সাধনা কৰিব, সঙ্গীতৰ বন্দনা কৰিব। সুৰ, তাল, মান, লয়ৰ নব নব ছন্দ লৈ সৰস কৰি তুলিব নীৰস অন্তৰ। তাৰ কাৰণেই কিনি ললে এচ্‌ৰাজ, বেহেলা, তানপুৰা, তবলা নতাৰাট ইত্যাদি। সঙ্গীতৰ সুধা-ৰসেৰে জীৱন কৰিব সুধাময়, পৰাণ কৰিব মধুময়। সংসাৰ-মৰুত গানসৰোবৰ আৰু তাতেই অৱগাহন কৰিব ভগ্ন-হৃদয়া সবিতাই।

নিতৌ পুৱাতে হাতত বীণখনি লৈ ওলাই যায় সঙ্গীত কলেজলৈ বীণাপাণি সাজি। ঘূৰি আহে ন বজাৰ আগে আগে। সন্ধ্যাৰ আগে আগে গাত বেগুনীয়া চাদৰখন মেৰিয়াই সন্ধ্যাদেৱী সাজি ওলায় পুনৰ—হাতত থাকে এচ্‌ৰাজ, মুখত থাকে মলিন মধুৰ হাঁহি। গতি মন্থৰ, চাহনি গম্ভীৰ। নীলা ব্লাউজৰ নীলাভ ৰশ্মি বেগুনীয়া চাদৰৰ মাজেৰে বিকশিত হয়। মৰাল গামিনী যেন সংযতা সুন্দৰী। জীৱন বিচিত্ৰৰসে পৰিপূৰ্ণ কৰি সংসাৰৰ সমস্ত ৰস যেন আকণ্ঠ পান কৰিব। সুখ-দুখ, হাঁহি-অশ্ৰু সকলোকে হৃদয়ত মিলাই লৈ যেন নিৰ্মাণ কৰিব মহা-মিলনৰ মহান সেতু।

আজি সবিতাৰ দুখ নাই—আছে তৃপ্তি ; সুখ নাই—আছে শান্তি। হৃদয় নহয় ব্যাকুল, মন নহয় আবেগ প্ৰৱণ—মাধোঁ ৰসে নিমগ্ন। ধৈৰ্য্য আৰু প্ৰশান্তিৰ শান্ত আলিঙ্গনত চিত্ত সমাহিত ; ধৈৰ্য্য আৰু ক্ষমাৰ আলোক প্ৰভাৱত প্ৰাণ সুমধুৰশান্ত।

॥ সাতাইশ ॥

একে একে সমস্ত কাহিনী যেন পৰিস্ফুট হৈ উঠিল নবীনৰ চকুৰ সন্মুখত। শৰতৰ মৰ্মস্পৰ্শী পত্ৰ পাঠ কৰি উঠি নবীনৰ হাস্যমধুৰ পৰিহাসপ্ৰৱণ মন আকুল, চঞ্চল হৈ উঠিল। ই জানো বিয়োগান্ত নাটকৰ শেষ গৰ্ভাঙ্ক ? এয়ে জানো পৰিণতি ? নিৰ্মল চৰিত্ৰ, নিৰ্ভেজাল হৃদয়, শান্ত সমাহিত চিত্ত শৰৎ। তেনেজন মানুহৰ হ'ল প্ৰণয় ক্ষেত্ৰত ব্যৰ্থ পৰিণতি। বিশ্ববিদ্যালয়ৰ সৰ্বোচ্চ পৰীক্ষা বিজয়ী শৰৎ হ'ল আজি প্ৰণয়-পৰাজয়ী ! কি অদ্ভুত !! কি অঘটন !!!

সংসাৰত মানুহ দুই প্ৰকাৰ। এক প্ৰকাৰ আবেগ-প্ৰৱণ—তাৰ পৰিচালক হৃদয় ; আৰু অন্য প্ৰকাৰ হ'ল যুক্তি বা যুক্তি-প্ৰৱণ—তাৰ পৰিচালক হ'ল বিবেক

আৰু যুক্তি। আবেগ-প্ৰৱণৰ সুবিধা আছে—বিগ্‌ৰীদক জ্ঞান-শূন্য হৈ আবেগৰ সোঁতত নিজক উটাই দি হৃদয়বানে লাভ কৰে অপৰিসীম তৃপ্তি। লাভ-লোকচান, মান-অপমানলৈ বাট চাবলৈ তাৰ সময় নাই। আবেগত মজি অন্তৰ ডুবাই দি সি লাভ কৰে অনিৰ্বচনীয় শান্তি—আনন্দ। সিয়ে হৈ পৰে প্ৰকৃত প্ৰেমিক, কবি। এণ্টোনিও তাৰ সাক্ষী, অষ্টম এডোৱাৰ্ড তাৰ সাক্ষী আৰু সাক্ষী কালিদাস, ওমৰ খৈয়াম, বাইৰণ।

যুক্তি-প্ৰৱণৰ সুবিধা আছে—যুক্তিৰ তুলাচনীৰে জুখি-মাখি বিবেকৰ চালনিৰে চালি-জাৰি চাই যুক্তি-প্ৰৱণে উপলব্ধি কৰে ভাল-বেয়াৰ প্ৰকৃত-সত্তা, সত্যৰ অবিকৃত প্ৰতিকৃতি।—তাতে তাৰ হয় সংশয় ছেদন, প্ৰত্যয় দৰ্শন। তাতে তাৰ শান্তি। সিয়ে হয় প্ৰকৃত দাৰ্শনিক। কাৰ্লমাৰ্ক্স, চোপেনহাৱাৰ, কপিল, গান্ধী তাৰ পটন্তৰ। কিন্তু যিজনৰ আবেগ নহয় প্ৰবল আৰু যুক্তিও হয় দুৰ্বল তাৰ গতি কি? তাৰ গতি ত্ৰিশঙ্কুৰ স্বৰ্গ। আবেগৰ কোবাল সোঁতত নিজক উটাই দি সি লাভ কৰিব নোৱাৰে বিমল আনন্দ, আৰু যুক্তিৰ মাপ-কাঠিৰে জুখি গ্ৰহণ কৰিবৰ ক্ষমতা নাই সত্যক। সিয়ে সংসাৰত ব্যৰ্থ-মনোৰথ দুৰ্বল-চিত্ত হতভাগ্য মহম্মদ টোগলক। তাতে হয় তাৰ অসীম বুদ্ধি-বৃত্তিৰ অপচয়; তাতে হয় তাৰ চিন্তাধাৰাৰ অসঙ্গতি। তেনে সঙ্কটময় অৱস্থাত শৰৎ। প্ৰেমৰ সোঁতত সকলো জলাঞ্জলি দি সবিতাক গ্ৰহণ কৰিবও নোৱাৰে,—বিচাৰ বুদ্ধিয়ে দিয়ে বাধা, ইফালে যুক্তিৰ বিষ-দংশন সত্বেও পৰিত্যাগ কৰিবও নোৱাৰে সবিতাক—হৃদয়াবেগে দিয়ে হেঙাৰ। এনে সঙ্কটময় অৱস্থাতে হয় মানুহৰ বিষাদময় পৰিস্থিতিৰ উদ্ভৱ। তাতে হয় মন দুৰ্বল, বুদ্ধি হয় ক্ষীণ; প্ৰাণ হয় চঞ্চল, দেহ হয় বিকল। অসাৰ আবৰ্জনাৰে পৰিপূৰ্ণ হৈ উঠে চিন্তাৰ ভঁৰাল। তেতিয়াই হয় মানুহৰ বুদ্ধি-বৃত্তিৰ নাটনি, ব্যক্তিত্বৰ অৱমাননা।

শৰতৰ এনে শোচনীয় পৰাজয় আৰু বিষাদময় অৱস্থা কল্পনা কৰি নবীন চিন্তা মগ্ন হৈ পৰিল। কি কৰা হয়,—এই সমস্যা কেনেকৈ সমাধান কৰা যায়—এয়ে হ'ল চিন্তা নবীনৰ। বন্ধুৰ মানসিক সংঘাত উপলব্ধি কৰি নবীন হৈ পৰিল বিব্ৰত। তেওঁৰ মনত জাগিল অতীতৰ স্মৃতি। দৰিদ্ৰ নবীনৰ জীৱনত উচ্চ-শিক্ষা লাভৰ সুযোগ ঘটিছিল তেওঁৰ নিজৰ তীক্ষ্ণ বুদ্ধি জোৰত সঁচা; কিন্তু তাৰ শেষ পৰিণতি লাভ কৰিবৰ সাধ্য তেওঁৰ নাছিল—ধনৰ অভাৱত। আজি এই গণতান্ত্ৰিক

বহুতো আওপাকে ধনতন্ত্ৰৰে জয়গান। ধন অভাৱে গণতান্ত্ৰিক ৰাজ্যতো উচ্চ-শিক্ষা লাভ কৰিবৰ একো সুবিধা নাই, কাৰণ বিশ্ববিদ্যালয়ৰ শিক্ষা ব্যয়সাপেক্ষ। বিশ্ববিদ্যালয়ৰ দ্বাৰ খোলা আছে ধনীৰ বাবেহে—গৰীবৰ বাবে নহয়। সেয়েহে কোনো প্ৰকাৰে এবছৰ কলেজত পঢ়িয়ে উচ্চ-শিক্ষাৰ আকাঙ্ক্ষা মনৰপৰা জলাঞ্জলি দি নবীন সোমাই পৰিল বিশ্ববিদ্যালয়ৰে পৰীক্ষা বিভাগৰ কেৰাণীৰ ফাইলৰ মাজত। হেৰাই গ'ল শৈশৱৰ মধুৰ কল্পনা, মাৰ গ'ল উচ্চ-শিক্ষাৰ আশা। দিন অতিবাহিত হব ধৰিলে অন্য ল'ৰাৰ 'ৰিজাল্ট' দিয়াত 'মাৰ্কচিট' দিয়াত; নিজৰ ৰিজাল্ট হ'ল ভাগ্যৰ খাতাতে 'উইথহেল্ড'; নিজৰ মাৰ্কচিট থাকি গ'ল অজ্ঞেয় ভৱিষ্যতৰ গৰ্ভত চিৰকাললৈ বন্ধ হৈ। কিন্তু ভাগ্যৰ কি মেৰপাক। হঠাতে একদিন বন্ধু শৰতে শুনিলে নবীনৰ কলেজ ত্যাগৰ বাতৰি আৰু বিশ্ববিদ্যালয়ৰ অফিচ এচিচ্‌টেণ্ট ওৰফে কেৰাণী গিৰি কৰাৰ সম্বেদ। সিদিনাই উপস্থিত হ'ল বিশ্ববিদ্যালয়ৰ অফিচত। নবীনৰ কাষত থিয় হৈ দেখিলে কাণ্ড-কাৰখানা। পুৰাদমে কেৰাণী হৈ গৈছে নবীন। নবীনক এনেভাৱে দেখি তাৰ মনত এটা খেৎতেৰি খেৎতেৰি ভাব খেলি গ'ল। জোৰ কৰি টান মাৰি উলিয়াই লৈ গ'ল বাহিৰলৈ। হাঁহি মাৰি নবীনে বন্ধুক সম্বৰ্ধনা জনালে। দুয়ো কথা হ'ল। হঠাৎ এনে পৰিবৰ্তনৰ কাৰণ ব্যাখ্যা কৰিলে নবীনে। বন্ধুৰ এনে বিসঙ্গত অৱস্থা দেখি বেয়া লাগিল শৰতৰ। চাকৰি এৰি দিবলৈ হুকুম কৰিলে।

"তই চাকৰি এৰি দে। কলেজ কৰগৈ।"

"কিন্তু টকা? বিনা টকাই কি পঢ়া হয়?"

"তুই জানো ফিজখিনিও দিব নোৱাৰ?"

"ফিজ বাৰু দিলোঁ কিবা কৰি, কিন্তু থকা-খোৱা? গুৱাহাটীততো মোৰ মামাৰ ঘৰ নাই যে বিনা পইচাই থকা-খোৱা পোৱা যাব?"

"নিজেকে মোমাই বনাই লবি—আমাৰ মাকে বাইদেউ বুলিবি হবনে?"

"তাৰ মানে তোৰ ঘৰত?"

"কিয়? তোৰ কিবা আপত্তি আছে নেকি?"

"ই জানো সম্ভৱ হব?"

"বাৰু দেখা যাওক। তই চাকৰি কৰিব নোৱাৰ। পঢ়িব লাগিব।"

তাৰ পাচত আৰু একো কথা নাই। নবীনে শৰতৰ ফালে চাই ৰয়। শৰতে হাতত ধৰি টান মাৰি লৈ যায় সিহঁতৰ ঘৰলৈ।

সেয়ে হ'ল। দুই বন্ধুৰ একত্ৰবাস। কলেজত পঢ়া হ'ল আৰম্ভ। এনেকৈয়ে উচ্চ শিক্ষাৰ সুবিধা ঘটিল নবীনৰ শৰতৰ সৌজন্যত। তেতিয়াৰেপৰা দুই বন্ধু হ'ল অভিন্ন হৃদয়। সেইবোৰ কথা মনত পৰিলে আজিও নবীনৰ চকু সজল হৈ আহে, হৃদয়ত কৃতজ্ঞতাৰ স্নিগ্ধ ভাব জাগি উঠে। সেই শৰৎ হ'ল আজি জীৱনৰ প্ৰথম অংকতে পৰাজিত। নবীনৰ অন্তৰত গভীৰ বেথা বোধ হ'ল। কিন্তু নিৰুপায় তেওঁ। 'অনামী' আৱিষ্কাৰক সম্পাদক ধুৰন্ধৰ—যাৰ মগজুৰ প্ৰতি মুহূৰ্ততে আছে একোটা নতুন চিন্তা, নতুন ভাব, নতুন বুদ্ধি সেই নবীন আজি হৈ পৰিল দুৰ্বল, শক্তিহীন—বুদ্ধিহীন, অলস। চিগাৰেট পুৰি শেষ হোৱাৰ পাচত তাৰ ধোঁৱাৰ একা-বেঁকা গতি দেখা যায়; কিন্তু চিগাৰেটৰ অস্তিত্ব তাত ধৰিব নোৱাৰি। গন্ধৰ আবেশ হয়তো তাত থাকে; কিন্তু ওঁঠত লগাই হুপাৰ আমেজ লবা সি থাকে আঁতৰত, স্পৰ্শ কৰাৰ সি তেতিয়া পৰপাৰত। সেইদৰে হয়তো সবিতাও পুৰি পুৰি শেষ হৈ যাব ধৰিছে, হয়তো শৰতে তাইক স্পৰ্শ কৰাৰপৰা তাই এতিয়া বহু আঁতৰত। এনে অলঙ্ঘনীয় প্ৰাচীৰ ভেদ কৰি ৰূপকথাৰ মন্ত্ৰী-পুত্ৰৰ দৰে কেনেকৈ তেওঁ সংঘটিত কৰিব ৰাজকুমাৰীৰ দৰ্শন ৰাজপুত্ৰৰ লগত। এয়ে হ'ল চিন্তা নবীনৰ।

## ॥ আঠাইশ ॥

নবীনে সঙ্গীত কলেজত নাম লিখালে। তেওঁ তবলা শিকিব—দৈনিক এক ঘণ্টাকৈ। সবিতাই পঢ়া সঙ্গীত কলেজতে পঢ়ে নবীনে।

হাতত এচ্‌ৰাজ লৈ সবিতাই নিতৌ পুৱালি লৈ উপস্থিত হয় সঙ্গীত কলেজত। শৈশৱৰেপৰা নৃত্য পটীয়সী সবিতাই হাইস্কুল কলেজত বহু পুৰস্কাৰ, প্ৰশংসা লাভ কৰি আহিছে। কণ্ঠৰ মাধুৰ্যৰে স্বৰ আৰু শৰীৰৰ বিচিত্ৰ মুদ্ৰা সঞ্চালনৰ বাবে তাইৰ স্থান আছিল সকলোৰে আগত। শৈশৱৰ সেই কণ্ঠস্বৰ আৰু মুদ্ৰা তাই আজিও হেৰুওৱা নাই। একে একে দ্ৰুতিৰ পাটত উন্নত হ'ল ললিত ভঙ্গিমা আৰু স্বৰৰ লহৰ। সবিতাই বিকাশৰ পথত যেন আগবাঢ়ি থাকিলে এখোজ দুখোজকৈ। অতি কম দিনৰ ভিতৰতে সঙ্গীত কলেজত সবিতাৰ বাবে যেন এখনি বিশিষ্ট ঠাই ৰচা হ'ল। প্ৰতিভাৰ ক্ৰমবিকাশ—ব্যক্তিত্বৰ আত্মপ্ৰকাশ যেন ধীৰে ধীৰে হয়

ধৰিলে। অসামান্য ৰূপ আৰু জন্মগত প্ৰতিভাৰ বলত তাই আকৰ্ষণ কৰিলে সকলো শিল্পীৰ মন। তাই নহ'লে যেন গানৰ নজমে ৰস, নাচৰ নবহে মৌজ। সবিতা যেন হৈ পৰিল সুৰ-শিল্পীসকলৰ সুৰৰ পৰী, সঙ্গীতৰ লহৰী, নৃত্যৰ লয়লাস গতি। তাইৰ উপস্থিতিয়ে শিল্পীসকলৰ প্ৰাণত আনে নতুন প্ৰেৰণা, কলেজৰ আনে নতুন প্ৰাণ। তাইৰ উপস্থিতি যেন সঙ্গীত কলেজৰ বাবে দৈৱসম্ভূত আশীৰ্বাদ। সেয়েহে তাই এদিন নাথাকিলেই সঙ্গীত হয় ম্লান, সুৰ হয় বেসুৰ, নাচ নয় নীৰস আৰু কলেজ হয় মৃতপ্ৰায়। কি অসাধাৰণ আকৰ্ষণ সবিতাৰ। ৰূপ-গুণে সাধনাৰে যেন বিমুগ্ধ কৰি ৰাখিছে—সঙ্গীত সেৱীসকলৰ মন।

নবীনে যিদিনা কলেজত ভৰ্তি হ'ল ; সেইদিনা সবিতা আছিল অনুপস্থিত। পিচদিনা সঙ্গীত কলেজত সম্পাদক ধূৰন্ধৰক দেখি সবিতা স্তম্ভিত হৈ গ'ল। কি অদ্ভুত কাণ্ড ? 'অনামী'ৰ সম্পাদক ধূৰন্ধৰে যোগ দিছে সঙ্গীত কলেজত ? অবাক হৈ যায় সবিতা। তাই নাজানে কিহৰ বাবে নবীনৰ আজি এই নৱ-অভিযান, সঙ্গীতত আত্ম-নিবেদন। কাৰ বাবে চলে এনে বিপুল আয়োজন—ললিত কলাত এনে নৱ-অভিযান। অনামীৰ সম্পাদক মহাধূৰন্ধৰৰ উদ্দেশ্য কি তাক নাজানে সবিতাই। নাজানে কাৰ সূক্ষ্ম-সাধনাত ৰত আজি নবীনৰ মন।

নবীনক দেখি সবিতাই হাঁহি মাৰি নমস্কাৰ কৰি ক'লে—"নমস্কাৰ মিষ্টাৰ ধূৰন্ধৰ।" হাঁহি মাৰি প্ৰতি নমস্কাৰ কৰি কয় নবীনে—"নমস্কাৰ সবিতা দেৱী।"

"হঠাৎ এনে পট পৰিবৰ্তন কিয় ?" তাই প্ৰশ্ন কৰে।

"জীৱন সিন্ধুত অমৃত সন্ধানৰ বাবে।"

"যদি গৰল উদ্ভৱ হয় সিন্ধু মন্থনত ?"

"নীলকণ্ঠ হোৱাৰ সৌভাগ্য ঘটিব।"

"চমৎকাৰ। মহাদেৱক নমস্কাৰ !"

"পাৰ্বতী অবিহনে মহাদেৱ নিষ্প্ৰভ। সংসাৰ—ফলহীন।"

দুয়ো খিলখিলকৈ হাঁহি দিলে। তেওঁলোকৰ হাঁহিত যোগ দিয়ে আহি আৰু কেইজনমান গায়ক শিল্পীয়ে। গানৰ মজলিছতকৈ কথাৰ মজলিছ বেচি হয়। নবীনক দেখি সকলোৱে আচৰিত হৈ যায়। নাজানো এই ধূৰন্ধৰৰ আকৌ কি মতলব। এনে এজন বুদ্ধিমান ব্যক্তি আৰু কলাকাৰে কিয় হঠাতে আকৃষ্ট হ'ল সঙ্গীতৰ প্ৰতি তাকে ভাবি অবাক সকলো। সকলোৰে নমস্কাৰ কৰি কাৰণ জানিবৰ

প্ৰয়াস কৰিলে। তেওঁলোকৰ অন্তৰৰ প্ৰকৃত ভাৱ ধৰিব পাৰি চতুৰা শৰিতাই তৎক্ষণাৎ সুধি পেলালে—"সদাশিৱৰ তেন্তে সৃষ্টি নৃত্য হব ?"

হাঁহি মাৰি কয় নবীনে—"নহয়, মহাকালৰ তাণ্ডৱ নৃত্যহে চলিব প্ৰলয়ৰ হেতু।"

হাঁহে সকলোৱে। সম্মানিত অতিথিৰ ৰূপে আগবঢ়াই নিয়ে নবীনক শিল্পী-সকলে; কাৰণ তেওঁয়া 'অনামী'ৰ নাম চতুৰ্দিশে প্ৰচাৰিত। সম্পাদক ধূৰ্জ্জৰৰ নাম সকলোৰে মুখে মুখে। সাতদিনীয়া অসমীয়াখন চলে "মেমেৰা মোৰৰ চিঠি'ৰ খোচাত, নতুন অসমীয়া চলে 'ফটা মুখৰ বাইক'ৰ হে'চাত, অসম বাণী চলে 'কথা চহকী ভলভলীয়া'ৰ কথাৰ জৰালাত, আসাম ট্ৰিবিউন চলে 'বাপটি'ৰ কাৰ্টুনৰ খোঁচাত, ৰামধেনু চলে 'আধুনিক কবিতাৰ খণ্ডত,' কিন্তু গোত্ৰহীন 'অনামী' চলে সম্পাদক ধূৰ্জ্জৰৰ ব্যঙ্গ তীক্ষ্ম সমালোচনাৰ জোৰত। তেওঁৰ তিক্ত, তীক্ষ্ম অথচ নিৰপেক্ষ সমালোচনাই দগ্ধ কৰে ভণ্ড দেশ সেৱকক, মুগ্ধ কৰে নিষ্পেষিত জনগণক। চৰকাৰ, সমাজ, বিশ্ববিদ্যালয় একোৱে বাদ নপৰে তেওঁৰ তীক্ষ্ম নজৰৰপৰা। কোনো ধনী পৃষ্ঠপোষক নাই অনামীৰ; কোনো গোপন সাহায্য নাই শাসক দলৰ। সেয়েহে তেওঁ প্ৰকৃত সত্য দাঙি ধৰিব পাৰে জনসাধাৰণৰ আগত; আৰু তাৰ বাবেই ইমান জনপ্ৰিয় অনামী। অনামীৰ গ্ৰাহকৰ সংখ্যা বাঢ়ে দিনে দিনে। পূৰ্ণোদ্যমে চলিছে অনামী। দেশত সম্পাদকৰ হৈ হৈ ৰোৱা খ্যাতি। সভাই-সমিতিয়ে নবীন আজি-কালি নিমন্ত্ৰিত হয় সভাপতি হিচাবে—প্ৰধান বক্তা হিচাবে। সমাজৰ আগ শাৰীত স্থান আজি তেওঁৰ। প্ৰতিভাৰ পৰিচয় এয়েতো। অতি কম দিনৰ ভিতৰতে আপোন প্ৰতিভাৰ বলতে নবীনে কৰি ললে এখুথৰি ঠাই ভদ্ৰ-সমাজত—গঢ়ি ললে নিজ ভাগ্য নিজ অধ্যৱসায়েৰে, আৰু প্ৰতিষ্ঠা কৰিলে আপোন ব্যক্তিত্ব লোক সমাজত। সেই নবীন আজি সঙ্গীত কলেজৰ ছাত্ৰ। আশ্চৰ্য্যান্বিত কলেজৰ ছাত্ৰ, শিক্ষক। অৱশ্যে তেওঁলোকে বুজে যে সঙ্গীত, সাহিত্য আদি ললিত কলাত যাৰ ধাপ থাকে, তেওঁলোকৰ বাবে বয়স, সন্মান আৰু শিক্ষাৰ সীমা ৰেখা নাই।

সেই নবীনৰ উপস্থিতিয়ে সঙ্গীত কলেজক দান কৰিলে মৰ্য্যাদা, শিল্পীসকলক কৰিলে উৎসাহিত।

নবীনৰ উপস্থিতিত শৰিতাই ভালো পালে আৰু ভয়ো খালে। তাই জানে যে, নবীন শৰতৰ বন্ধু, আৰু জানে যে, এক অজ্ঞাত কাৰণত শৰৎ-শৰিতাৰ মিলনত ঘটিছে ব্যাঘাত।

তাই ভাল পালে ইয়াকে ভাবি যে, সি যি কি নহওক নবীন শৰ্মাৰ বন্ধু আৰু তাইৰ মনৰ মানুহজনৰ লগতে কটাব পাৰিব। ভয় খালে ইয়াকে চিন্তা কৰি যে নবীন শৰ্মাৰ অন্তৰঙ্গ বন্ধু আৰু কৌশলী। কৌশল কৰি সবিতাৰ সমস্ত ঘটনা উদ্ঘাটন কৰি তাইক জব্দ কৰিব পাৰে। যদি কিবা মেৰপাকত পৰি তাই শৰ্মাৰ ওচৰত হেয় হব লগা হয়, এই ধ্ৰুবেশ্বৰটোৰ বাবে? এই চিন্তা তাইৰ মনত বাৰে বাৰে জাগে।

* * * *

পিচদিনা গধূলি সবিতা ওলাইছে এচ্‌বাজটো হাতত লৈ। নণ্ডলামুখ পাৰ হোৱাৰ লগে লগে পিচফালৰপৰা হাঁহি মাৰি মাত দিলে নবীনে—"গুড ইভিনিং মিচ সবিতা দেৱী।"

সবিতাই ঘূৰি দেখে যে সম্পাদক ধ্ৰুবেশ্বৰ। হাঁহি মাৰি ক'লে—

"গুড্ ইভিনিং মিষ্টাৰ ধ্ৰুবেশ্বৰ এডিটৰ।"

"বৰ। একে বাটেৰে যাবলগীয়া, একেলগে যাওঁ।"

"আহক তেন্তে।"

তাই থিয় দিয়ে। নবীন আগবাঢ়ে। দুয়ো লগ হয়। দুয়ো খোজ লয় একেলগে। সবিতাই হাঁহি মাৰি কয়—"বাৰু, সঙ্গীতত হঠাতে ইমান অনুৰাগ জন্মিল কিয় আমাৰ সম্পাদক ধ্ৰুবেশ্বৰৰ?"

"বিৰাগৰ পাচত অনুৰাগ; বিকৰ্ষণৰ পাচত আকৰ্ষণ।"

"কিহত বিৰাগ?"

"সাহিত্যত বিৰাগ, গতিকে সঙ্গীতত অনুৰাগ।"

"সাহিত্যত বিৰাগ জন্মিল কিয়?"

"সাহিত্য শব্দ সহিত শব্দৰপৰা ওলাইছে যেতিয়া, কাৰবাৰ সহিতে বা লগত থকাৰ বা আলোচনা কৰাৰ দৰকাৰ। পিচে মোৰ দুৰ্ভাগ্য যে মোৰ সৈতে কোনেও চৰ্চা নকৰে—লগ হোৱাটো বন্ধ হৈছে। গতিকে সাহিত্য কৰিম কাৰ লগত। সেই বাবে সঙ্গীতত আত্মসমৰ্পণ।" তেওঁ হাঁহে।

"সহিত শব্দৰ অৰ্থ—জানো তেন্তে? লিখকৰ সৈতে পাঠকৰ হৃদয়, ব্যক্তিৰ সহিতে সমাজৰ মন, একৰ সৈতে বহুৰ লগ, আত্মাৰ সৈতে আত্মাৰ মিলন হলেহে সাহিত্য।"

"নহয়। আজি-কালি আধুনিক যুগত এইবোৰ উঠি গৈছে। আজি-কালি সহিত শব্দৰ অৰ্থ হৈছে—কাগজত সৈতে চিয়াহিৰ মিলন, চিয়াহিৰ সৈতে ফাউন্-টেনপেনৰ মিলন আৰু পেনৰ সৈতে হাতৰ মিলন হৈ যি হয় সেয়ে সাহিত্য। গতিকে হাতত যি আছে তাকে লিখিলেই আজি-কালি সাহিত্যৰ সৃষ্টি হয়। আজি-কালি সাহিত্যৰ ডাক্তৰ, কোম্পাউণ্ডাৰ আনকি নাৰ্চ পৰ্য্যন্ত হব ধৰিছে, এনেকৈ সাহিত্য সাধনা কৰাৰ ফলতহে। পাচে দুৰ্কপাল যে সেপা মাৰিলে মোৰ হাতত পেন নাছে —আছে চিগাৰেট। গতিকে পেপাৰ আৰু মিক্চাৰৰ সহিতে হাতৰ যি মিলন হয় তাত যি বিধ সাহিত্যৰ সৃষ্টি হয় সি ধোঁৱা হৈ ওপৰলৈ উৰি যায়; তাক আৰু ধৰি ৰাখিব নোৱাৰি। গতিকে মোৰ সাহিত্য হাতেৰে চুকি লগ নোপোৱা বিধৰ হোৱাত জনসাধাৰণে পছন্দ নকৰা হৈছে। অৱশ্যে পণ্ডিতসকলৰ গবেষণাৰ বাবে হলে বেছ হৈছে। আজি-কালি মোৰ অতি উচ্চ পৰ্য্যায়ৰ সাহিত্য হোৱা বাবে ই ভূমাৰ লগত মিলি থাকেগৈ। জনসাধাৰণে ইয়াক কি বুজি পাব? ভূমাস্পৃহাতো। গতিকে বুজি নাপাই নপঢ়ে। যদি জনসাধাৰণে নপঢ়ে তেন্তে পণ্ডিতসকলৰ গবেষণাৰ বস্তু কৰি সাহিত্যৰ চিৰিয়াখানাত থোৱাৰ কি লাভ? গতিকে বিৰাগ জন্মিছে আৰু তাৰ বাবেই আহি সঙ্গীত-তটিনীৰ গৰ্ভত ডুব মাৰিছোঁ।"

হাঁহি মাৰি কয় সবিতাই—"আপোনাৰ ব্যঙ্গ ৰচনাৰ বাবেই 'অনামী'য়ে ইমান প্ৰচাৰ লাভ কৰিছে; 'অনামী' জনপ্ৰিয় হব পাৰিছে।"

"লাভ নাই, কাৰণ স্বয়ং সবিতা দেৱীৰ অপ্ৰিয় হোৱা, 'অনামী'য়ে ভৱিষ্যতে বেনামীলৈহে ৰূপান্তৰিত হব যেন হে পাইছোঁ।"

"মানে?"

"মানে, আজি-কালি আপোনাৰ পদাৰ্পণ 'অনামী'ৰ ভাগ্যত নঘটে, প্ৰবন্ধটো দূৰৰে কথা। গতিকে অনামীক কাঠ-সংস্কাৰ কৰিব লগা হৈছে।"

"কথা কৰিব বৰ্মণ, আজি-কালি মই লিখিব নোৱাৰা হৈছোঁ। বৰ জঞ্জালত পৰিছোঁ। কি দিম?"

"প্ৰবন্ধ বাদ্ নিদিয়ে কিন্তু পদাৰ্পণ দিবতো পাৰে?"

"বাৰু নকৰিব। কাইলৈ মই যাম। অৱশ্যে ৰকমি আছে।"

"ৰকমি মানে ভাবা সাধিবলৈ নাবাৰ কিন্তু—মাছৰ শেষ, পইচা নাই।"

কথাবাৰ টক ৰাখিছে নবীনে। সবিতাই এবাৰ চকুলৈ চাই প্ৰশ্ন কৰে—

"মই গলে ঘৰ ভাবা আদায় কৰিব যাওঁ নেকি কোঁতৰাবা ?"

"আগে লগৈছিল কিন্তু বহু জঞ্জালত পৰা বুলি কোৱাত মোৰ ধাৰণা হৈছিল কিজানি আজি-কালি আপুনি গৃহস্থৰ দায়িত্বকে লৈছে।"

"গৃহস্থীৰ দায়িত্ব লোৱা দুভাগ্যৰপৰা যেন নিস্কৃতি পাওঁ তাৰবাবে আশীৰ্বাদ দিয়ক।"

"জাতিত মই বামুণ নহয়। গতিকে মোৰ আশীৰ্বাদ নিস্ফল। আশীৰ্বাদৰ সলনি তৰ্ক বাদ দিছোঁ। আহক ; এতিয়া কলেজ পাইছোঁ।"

দুয়ো গৈ ইতিমধ্যে সঙ্গীত কলেজৰ সন্মুখ পাইছে। ভিতৰত চলিছে সুৰৰ কম্পন—সঙ্গীতৰ মধুৰ মুৰ্ছনা। কাৰবাৰ কোকিল কণ্ঠৰপৰা নিসৃত হৈছে যেন এক অপূৰ্ব সুৰৰ লহৰী।

ধীৰে ধীৰে নিস্তব্ধভাৱে দুয়ো প্ৰৱেশ কৰে প্ৰাঙ্গনত। সুৰৰ হিল্লোলত দোলায়িত হৈ যায় দুয়োৰো হৃদয়।

## ॥ ঊনত্ৰিশ ॥

ৰাতিপুৱা। নবীনে নিজৰ লেখা টেবিলৰ ওচৰত বহি কিবাকিবি লিখি আছে। —বোধহয় 'অনামী'ৰ সম্পাদকীৰ স্তম্ভ। প্ৰভাতৰ স্নিগ্ধ কিৰণ ; মৃদুমন্দ-মলয়াৰ শীতল পৰশ। মনত জাগে আনন্দৰ শিহৰণ, প্ৰাণত লাগে কল্পনাৰ হেঙুলীয়া বোল।

এনে স্নিগ্ধ শান্ত পৰিবেশত নবীনৰ বুদ্ধিজীৱী প্ৰাণে লভে অশেষ আৰাম। জ্বলা চিগাৰেটটো মুখত লৈ ধীৰে ধীৰে হুপি হুপি অলপ অলপকৈ ধোঁৱাবোৰ এৰি দি আছে। ধুপ-ধুনাৰ সুগন্ধৰ লগত চিগাৰেটৰ গন্ধ লগ লাগি এটা নতুন গন্ধৰ সৃষ্টি কৰিছে। আবেশত মতলীয়া হৈ যেন তেওঁ কলম চলাই আছে অবিৰাম। হঠাৎ বাহিৰত কিবা শব্দ শুনিলে। মূৰ তুলি চাই দেখে এক অভাৱনীয় কাণ্ড। কি অঘটন—সবিতাৰ আগমন। সন্মুখত সবিতা দণ্ডায়মানা। পূৱতি গগনৰ সবিতাৰ মধুৰ কিৰণৰ সৈতে যেন মানৱী সবিতাৰ ৰূপৰ কিৰণ মিলি এক ইন্দ্ৰজাল ৰচনাৰ আয়োজন। গালত অৰুণ ৰক্তিম ৰাগ, কপালত সুৰুৱে সেন্দুৰীয়া ফোঁট,

মুখত মলয়াৰ স্নিগ্ধ হাঁহি, চুলিত কেতেকীৰ সুমধুৰ গন্ধ, ওঁঠত বাঙলী বোল— এনে অপৰূপ ৰূপ লৈ তাৰাঘৰত আজি সবিতা-উদয়। চকিত হৈ প'ল নবীন। হাঁহি মাৰি নমস্কাৰ কৰি সম্বোধন কৰিলে—"প্ৰাতঃ প্ৰণাম সবিতা দেৱী। আহক ভিতৰলৈ।" হাঁহি মাৰি প্ৰতি নমস্কাৰ কৰিলে সবিতাই—"নমস্কাৰ সম্পাদক ধূমকেতুৰ"। নবীনে উঠি গৈ আগবঢ়াই আনিলে সবিতাক। ভিতৰ সোমাই আহিল সবিতা। নবীনৰ নিৰ্দেশিত চেয়াৰখনত বহি পৰিল সবিতা; আন খনত বহিল নবীন। দুয়োৰো মুখত হাঁহি।

"কথাৰ দেখিছোঁ বেছ ঠিক আছে আপোনাৰ।" হাঁহি মাৰি কয় নবীনে।

"মইটো এম্., এল্., এ; এম. পি নাইবা মন্ত্ৰী নহয় যে মিটিঙত ৰাইজক ইবিধ দিম, সিবিধ দিম বুলি কৈ চিলং বা দিল্লী পালে সকলোবোৰ পাহৰি যাম।"

সবিতাই হাঁহি মাৰি উত্তৰ দিয়ে।

"ধন্যবাদ। পিছে অকলেনে, লগত আৰু কোনোবা আছে?"

"আকাশত সবিতা অকলে নহয়—সহস্ৰ নক্ষত্ৰ গ্ৰহ-নক্ষত্ৰ লগত লৈ উদিত হয়, কিন্তু সবিতাৰ উজ্জ্বল কিৰণত সকলোবোৰ হৈ পৰে ম্লান; নিষ্প্ৰভ। মাথোঁ দেখা যায় সবিতাকহে স্বয়ং। নহয় জানো?"

"নিশ্চয়। সবিতাৰ প্ৰখৰ ৰশ্মিত নিষ্প্ৰভ, নিস্তেজ গগনৰ সমস্ত তাৰকামণ্ডলী। সেইবাবেই দশোদিশ আলোকি উজলি উঠে সবিতাৰ উজ্জ্বল আলোক। আজি এই প্ৰভাততে সবিতাৰ উদয় হ'ল ধূমকেতুৰ তাৰাঘৰত। কি যে আনন্দৰ কথা! পিছে খবৰ ভালতো?

"নিশ্চয় ভাল। সূৰ্য্যগ্ৰহণৰ দিনৰ বাহিৰে বাৰু বছৰৰ ভিতৰৰ আকাশৰ সবিতাৰ কোন দিনা দুঃসংবাদ হব পাৰে? আজি গ্ৰহণ নহয় গতিকে কোনো ভয়ৰ কাৰণ নাই।"

"কিন্তু মৰ্ত্ত্যৰ সবিতাৰ হবও পাৰে—"

"নাই, সম্ভৱ নাই কাৰণ কেতুগ্ৰহ এতিয়া বহু আঁতৰি গৈছে।"

"তথাপি ভৱিষ্যতে কেতিয়াবা সম্ভৱ।"

"নাই—ভৱিষ্যতেও কেতুৰ আগমনৰ কোনো লক্ষণ নাই। আকাশৰ সবিতাৰ প্ৰতি ৰাহুৰে ভয়; কিন্তু এই মৰ্ত্ত্যৰ সবিতাই তাৰপৰা চিৰ-মুক্ত হৈছে। গ্ৰহণ হোৱাৰ আৰু কোনো আশা নাই। মাভৈ।"

"তেন্তে সবিতাৰ কেন্দ্ৰ লৰিছেনে কেতুৰ কক্ষপথ বদলিছে ?"

"সবিতা সদায় থাকে নিজ মেৰুদণ্ডক কেন্দ্ৰ কৰি ; কক্ষ পথহীন কেতু হয়তো কোনো নক্ষত্ৰৰ আকৰ্ষণত পৰি সেই নক্ষত্ৰৰ বক্ষুত নিজ অস্তিত্ব বিলোপ কৰিবৰ উপক্ৰম কৰিছে।"

"তেন্তে কেতুৰ অপমৃত্যু ?"

"নাজানো মেৰুদণ্ডহীন গ্ৰহৰ গতি কি।"

"বাৰু গণনা কৰিম।"

"পিচে আকাশত সবিতা অকলে নহয়—লগত অযুত তাৰকা।"

"কতা, মইতো দেখা নাই ?"

"হেৰ জয়ন্তী, সোমাই নাহ কিয় অহঁতে ?"

বাহিৰলৈ গল মেলি চাই মাতে সবিতাই জয়ন্তীহঁতক বাহিৰত বেৰৰ আৰালত কেবাজনীয়েও অপেক্ষা কৰি আছিল। সবিতাৰ আহ্বান পাই এজনী এজনীকৈ গোটেই কেইজনীয়ে নবীনক নমস্কাৰ কৰি হাঁহি হাঁহি ভিতৰ সোমাই আহিল। নবীনেও প্ৰত্যেককে প্ৰতি-নমস্কাৰ কৰি বহিবলৈ আসন নিৰ্দেশ কৰি দিলে। গোটেই কেইজনীয়ে বহিল।

"দেখিলে এতিয়া ? আকাশত অজস্ৰ তাৰকামণ্ডলী। সবিতা নোহে অকল-শৰীয়া।" সকলোৱে হাঁহি দিয়ে সবিতাৰ কথা শুনি।

"স্বীকাৰ কৰিছো সবিতাৰ প্ৰচণ্ড উত্তাপ। পাচে দোহাই আপোনাক, সম্পাতিৰ দৰে মোৰ পাখা দুখন পৰি যেন লটি-ঘটি নকৰে।"

"ভয় নাই ; কেৱল সম্পাতিৰ দৰে সূৰ্যক আক্ৰমণ নকৰিব ; তেতিয়া প্ৰচণ্ড তাপত দগ্ধ নহয় ; বৰং মৃদু তাপেৰে পাখাত আৰাম লগাবহে পাৰিব।"

"বাৰু। পাচে মই হলে ইয়াৰ অৰ্থ বুজিবপৰা নাই। এনেকৈ দলে-দলে তাৰকামণ্ডলীৰ হঠাৎ উদয় হ'ল কিয় মোৰ এই অবহেলিত তাৰাঘৰত ?"

"অৰ্থ নিশ্চয় আছে। বিনা কাৰণত গুৱাহাটি নগৰৰ-বিখ্যাত নক্ষত্ৰ সমূহৰ আলোকপাত নহয়।"

"সেয়েতো, ভয় হৈছে জানোচা মহাপ্ৰলয় সূচনা হয় !"

"মাভৈ। মহা প্ৰলয়ৰ নহয়—মহা সম্মিলনহে হব।"

"তাৰ মানে ?"

"তাৰ মানে গুৱাহাটীৰ এই তাৰকামণ্ডলীয়ে 'ভেৰাইটি শ্বো' অৰ্থাৎ বিচিত্ৰানুষ্ঠান পাতিব খোজে। তাৰ বাবে আপোনাৰ সহায় বিচাৰিছোঁ।"

"মই কিহেৰে সহায় কৰিম ? বোধহয় টকাৰ কথা কৈ মোক লাজত নেপেলো-ৱাহে উচিত আছিল।"

"শিল্পী, সাহিত্যিক, কবি, গায়ক আদিৰ যে টকা নাথাকে আৰু তেওঁলোকে যে পৰৰ ধনেৰে হে জীৱন নিৰ্বাহ কৰে এই যেবা জ্ঞান আমাৰ আছে ; কাৰণ আমি জানো যে যিয়ে সংসাৰত অইনক মনৰ খোৰাক যোগায় তাক লোকে পেটৰ খোৰাক দিব লাগে—ই যেন বিধিৰ নিৰ্বন্ধ। এই কথা আমাৰ জনা আছে। সেইবাবে আমি আপোনাৰপৰা ধনৰ সহায় পাম বুলি অহা নাই—আহিছোঁ আপোনাৰ শৰীৰ, মন আৰু আত্মাৰ সহায় আশা কৰি অৰ্থাৎ আপোনাৰ প্ৰতিভাৰ সহায় বিচাৰি। শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক ধনৰ সহায় হে আমাক লাগে। এতিয়া দিবনে নিদিয়ে কওক।"

"আপোনাৰ কথা শুনি হাঁহি উঠিল। মোৰ দেহটিৰ প্ৰয়োজন ? নিয়ক তেন্তে।"

"দেহদান কৰি দধীচিৰ শাৰীত বহিব খুজিছে নেকি ? আমি সেই সুযোগ নিদিওঁ।"

"কিন্তু অলপ আগতে যে ক'লে শাৰীৰিক, মানসিক, আধ্যাত্মিক মানুহজনক লাগে বুলি ? শাৰীৰিক বুলিলেতো দেহকে বুজায়।"

"এনে অনাৱশ্বৰ দেহৰ আমাৰ প্ৰয়োজন নাই।" জয়ন্তীয়ে টিপ্পনি মাৰে।

"তেন্তে কেনে দেহ ?"

"আমাক লাগে আৱম্বৰ-পূৰ্ণ সালঙ্কৃত দেহ।"

"মইতো তন্বী-সুন্দৰী সাজিব নালাগিব বোধ হয় ? গতিকে···।"

"তন্বীদেহৰ অভাৱ নাই—অভাৱ হ'ল আৰু কমঠ দেহৰ।" মঞ্জুৱে হাঁহি মাৰি বেণীডাল পিঠিৰকালে চপাইকৈ মাৰি দি, কাণৰ দুলবোৰা লৰাই লৰাই নবীনৰ কালে চকুৰ চাৱনি হানি কয় কোমল কণ্ঠেৰে। হাঁহি মাৰি নবীনে ব্যঙ্গ কৰে—"তাৰ মানে দাৰোৱান ?"

"ছিঃ! যি পায় তাকে কয়।" বাসন্তীয়ে আকহোচৰ সুৰত কয়।

"তেনেহলে কিহৰ অভাৱ ?"

"খাবোৱানৰ বাবে সুস্থ সবল হিন্দুস্থানী নাইবা হৃষ্ট-পুষ্ট নেপালীৰ অভাৱ হোৱা নাই ; অভাৱ কৰ্মকৰ্তাৰহে ।" সবিতাই কয় গহীনভাৱে ।

"সহ-অভিনয়ত কৰ্ম-কৰ্তাৰ অভাৱ ? আশ্চৰ্য্য । সহ-অভিনয়ত কৰ্ম-কৰ্তাৰ অভাৱ নাই, উৎসাহৰ অন্ত নাই, দৰ্শকৰো গণনা নাই, বৰং নিমন্ত্ৰিততকৈ অনিমন্ত্ৰিতৰ সংখ্যাহে হয় অধিক । দৰমহা লোৱা চেৰেলা 'কামলা'তকৈ হৃষ্ট-পুষ্ট দেখনিয়াৰ ডেকা ল'ৰাৰ 'ভলন্টিয়াৰী' মানে উপযাচি কাম কৰা কৰ্মকৰ্তাৰ সংখ্যা হয় ততোধিক । গতিকে ইয়াত মোৰ প্ৰয়োজনীয়তাৰ কাৰণতো একো নেদেখিলো মই ।"

"তাৰ মানে সহ-অভিনয়ৰ ওপৰত আপোনাৰ ভাল ধাৰণা নাই ?"

আৰতিয়ে গহীনভাৱে প্ৰশ্ন কৰে । একে গহীন সুৰতে কয় নবীনে—

"সেই বুলি বেয়া ধাৰণাও নাই । মই কেৱল চাক্ষুস দৃষ্টিৰে দেখা কথাহে কৈছো ; বেয়া নাপাব । স্ত্ৰী-পুৰুষ মিলি কৰা 'ভেৰাইটি শ্বো'ত কেইটামান বস্তুৰ প্ৰয়োজন নাই যেনে—১নং 'এড্‌ভাৰটাইজমেন্ট' বা জাননী, ২নং—কৰ্মী, ৩নং—বহা ঠাইৰ সুবিধা, ৪নং—অভিনয়ত অংশ গ্ৰহণ কৰাৰ বাবে অভিনেতা, অভিনেত্ৰী ; ৫নং—টকা-পইচা । এইবোৰ বস্তুৰ বাবে চিন্তা কৰিব নালাগে । এইবোৰ আপোনা-আপুনি আহে ।"

"সংতোৰ মুখে আপুনি বৰ দুষ্ট মানুহ বুলি শুনিছিলো ; কিন্তু বিশ্বাস কৰা নাছিলো । পিচে...... ।" উৎপলাই কয় হাঁহি হাঁহি ।

"পিচে আজি বিশ্বাস দৃঢ় হ'ল নিশ্চয় ।"

"ভাবি আচৰিত হৈছো যে আপুনি এনেভাবে কথাবোৰ খোলাকৈ কব পাৰে...।" জয়ন্তীয়ে নবীনৰ মুখলৈ চাই কয় । হাঁহি মাৰি নবীনে উত্তৰ দিয়ে—

"মোৰ সকলোবোৰ খোলা । কথা খোলা, ভাব খোলা, উদ্দেশ্য খোলা, বাকচ খোলা, আলমাৰি খোলা, হাঁহি খোলা আনকি এই পাঞ্জাবী চোলাৰ বুটামো খোলা । তাৰ উপৰি ভাবাঘৰৰ দৰ্জাখনো খোলা ।"

"সেইবাবেই আমি নিৰ্বিঘ্নে সোমাই আহিব পাৰিছো ?" জয়ন্তীয়ে উত্তৰ দিয়ে ।

"আৰু দৰ্জাৰ আঁৰালত লুকাই থকাৰ সুবিধাও পাইছিল বোধহয় ?"

নবীনে হাঁহি মাৰি কেৰাহিকৈ জয়ন্তীৰ চকুলৈ চায় । জয়ন্তীয়ে উজ্জ্বল চকু

দৃষ্টিৰে চায় উৎসুক দৃষ্টিৰে নবীনলৈ। এনেতে গম্ভীৰ, গহীনভাৱে প্ৰশ্ন কৰে আৰতিয়ে—

"আপোনাৰ সহায়ৰপৰা জানো আমি বঞ্চিত হ'ম ?"

"কেতিয়াও নহয়। পিচে মই জানো পাৰিম।"

"সেই আশাৰ আৰু নকৰ।"

"বাৰু।"

এবাৰ চাৰিওফালে চাই সবিতা উঠি গ'ল ভিতৰলৈ। ভিতৰত ৰুমত গৈ চালে বেৰবোৰৰ ফালে। ক'তো ভাল ফটো নাই এখনো। নবীন শোৱা ৰুমৰ দুৱাৰ-মুখলৈ গৈ ৰুমটো চালে ভালকৈ। তাইৰ পিচে পিচে মঞ্জু, কুঞ্জ, বিভা আৰু উৎপলাও গ'ল সোমাই। আটাই কেইজনীয়ে নিৰীক্ষণ কৰিব ধৰিলে নবীনৰনো ৰুচিবোধ কেনেকুৱা। তেওঁ কি ভাল পায়, কি পছন্দ কৰে, আদি জানিবৰ বাবে সবিতা আৰু তাইৰ দলে চেষ্টা কৰিলে। এই সাহিত্যিক ধৰণৰ মানুহজনে নো কিহৰপৰা অনুপ্ৰেৰণা লাভ কৰে তাক জানিবলৈ গোটেই কেইজনী উদ্গ্ৰীৱ। প্ৰত্ন-তত্ত্ববিদ সকলে পুৰণা শিল এটা পালে তাক ঘঁহি, পিহি লিৰিকিবিদাৰি নানা পৰীক্ষা কৰি আনুমানিক সত্য এটা আৱিষ্কাৰ কৰাত ব্যস্ত হোৱাৰ দৰে এই সাহিত্যিকজনকনো কিহে ইমান চতুৰালি আৰু অনুপ্ৰেৰণা যোগায় তাক জানিবলৈ বেৰত আঁৰি থোৱা ফটো কেইখনলৈ চাই সেই কেইখন নমাই আনি হাতেৰে লিৰিকি বিদাৰি চাবলৈ ধৰিলে। নবীনৰ মূৰ শিতানৰপৰা 'বাৰ্ণাৰ্ড'শ্বৰ ফটোখন নমাই আনিলে সবিতাই। অতি মনোযোগেৰে চাব ধৰিলে। তাৰ পিচত মঞ্জুক ক'লে —"এই ধুৰন্ধৰ জনৰ গুৰু নাইবা বন্ধু একে ধুৰন্ধৰ এইজনক ৰাখিছে। ধুৰন্ধৰ বাৰ্ণাৰ্ড'শ্বৰহে শিষ্য এই সম্পাদক মহাশয়। গুৰু-শিষ্য বেছ মিলিছে।" তাৰ পিচত নবীনৰ বিচনাৰ সন্মুখ ফালৰ বেৰত আঁৰি থোৱা নৃত্যৰত মহাদেৱৰ ফটো-খন নমাই আনি ক'লে—"নিগম্বৰৰ নৃত্য ! বোধহয় নাওঁঠ হৈ নাচিবৰ মন আছে।" তাইৰ কথা শুনি গোটেই কেইজনীয়ে হাঁহে। এনেতে দৰ্জাৰ ওপৰত আঁৰি থোৱা ৰাধা-কৃষ্ণৰ যুগল মূৰ্তিখন আনি মঞ্জুৱে হাঁহি মাৰি ক'লে—দাপৰৰ ৰাধা-কৃষ্ণৰ কেলিহে পছন্দ কৰিলে……।"

হাঁহি দিলে আটাই কেইজনীয়ে।

ফটোবোৰ থৈ অইন কিবা বিলাসৰ বস্তু আছেনে চাব ধৰিলে। দেখিলে এখন সাধাৰণ চালপীৰাত সাধাৰণ বিচনাত ব্যৱহাৰ কৰা এখন বিচনাৰ চাদৰ; ওচৰৰ টেবিলৰ ওপৰত এখন কাপোৰৰ টেবিল-ক্লথ। তাৰ ওপৰত কিতাপ কাগজ ইত্যাদি সিঁচৰিত হৈ পৰি আছে। এখন তালপাতৰ বিচনী, এখন বেতৰ চকী, এটা মূঢ়া, এটা ট্ৰাঙ্ক, এটা চামৰাৰ বেগ, এখন আলনা আৰু দুই যোৰা জোতা—এয়ে সম্পত্তি। এনে দীন পৰিবেশ আৰু জীৱন ধাৰণৰ আহিলা-পাতি দেখি সবিতাহঁত আচৰিত হৈ গ'ল। আধুনিক যুগত—বিশেষকৈ এই বিজ্ঞান-যুগত তেওঁৰ দৰে মানুহ এজনৰ ৰুমত কোনো বিলাসৰ বস্তু নাই। কি আচৰিত কথা! এনে পৰিবেশৰ মাজত বাৰু অনুপ্ৰেৰণা পায় কেনেকৈ? তাইহঁতৰ মনত প্ৰশ্ন জাগে।

হাঁহি হাঁহি গোটেই কেইজনীয়ে ওলাই আহে। তাইহঁত অহাত জয়ন্তীয়ে হাঁহি মাৰি কয়—"কি আবিষ্কাৰ কৰিলি সবি?"

হাঁহি মাৰি সবিতাই ক'লে—"ভূত আবিষ্কাৰ কৰিলোঁ।"

"ভূত?"

"এৰা। ভূতনাথৰ পূজাৰীক বাৰু ভূত নুবুলি কি বুলিব পাৰি?" তাই নবীনক ইঙ্গিত দিয়ে! নবীনে বুজে। হাঁহি মাৰি উত্তৰ দিয়ে—"ভূতনাথ মহাদেৱ হ'ল ভাৰতীয় নৃত্যৰ প্ৰতীক—আৰ্য্য-অনাৰ্য্য সংস্কৃতিৰ মিলন-তীৰ্থ। গতিকে নৃত্যৰত মহাদেৱৰ শিষ্য যদি ভূত; তেন্তে আধুনিক নৃত্যৰতা আপোনা-লোক আৰু অদ্ভুত।"

"বাৰু, বুজিলোঁ। নৃত্যৰত মহাদেৱ যে আৰ্য্য-অনাৰ্য্য সংস্কৃতিৰ মিলন প্ৰতীক; পিচে সেই ধনুৰ্ধৰ বাৰ্ণাৰ্ড'শ্বৰ ফটোখন কিয়? ধনুৰ্ধৰী শিকিবৰ মনেৰে নেকি?"

"এৰা, পৃথিৱীৰ এই অদ্ভুত জীৱটিৰ বুদ্ধি-কৌশলৰ কিছু আভাষ জীয়াই ৰাখিবলৈ সেইজনাক ৰখা হৈছে।"

"পিচে ৰাধা-কৃষ্ণৰ যুগল মূৰ্ত্তি?" মঞ্জুৱে প্ৰশ্ন কৰে।

"আত্মা-পৰমাত্মাৰ মিলন আকাঙ্ক্ষাক সজীৱ ৰাখিবলৈ।"

"অ' ভিতৰে ভিতৰে পৰমহংস হবৰ মতলব!" জয়ন্তীয়ে ঠাট্টা কৰে।

"পৰমহংস নহয়—পৰম বক হবৰহে চেষ্টা যেন পাওঁ।" সবিতাই খোঁচা মাৰে।

"অৱশ্যে। আপোনাৰ লগত মই লগ হ'লে "হংস মধ্যে বক যথা", আপোনা-লোকৰ মাজত ময়ো তথা যেনহে হওঁ।" হাঁহি মাৰি উত্তৰ দিয়ে নবীনে।

"হলেও আপোনাৰ কোনো বিলাসৰ বস্তু নাই। এনেধৰে আপুনি কেনেকৈ থাকে?" মঞ্জুৱে প্ৰশ্ন কৰে। নবীনে মঞ্জুৰ ফালে চাই ওলোটা প্ৰশ্ন কৰে— "মোৰ বিলাসৰ বস্তু নাই?"

"হয়, ময়ো কওঁ তাকে। আপোনাৰ কোনো লাক্চাৰীৰ বস্তু নাই।" সবিতাই কয় নবীনৰ ফালে চায় দৃঢ়ভাৱে।

নবীনে গম্ভীৰভাৱে হাঁহি মাৰি উত্তৰ কৰে—"আপুনি ভুল কৰিলে সবিতা দেৱী। মোৰ যদি বিলাসৰ বস্তু নাই, তেন্তে কাৰ আছে? শিল্প, সাহিত্যৰ দৰে বিলাসৰ বস্তু যাৰ থাকে তাৰ বাবে অইন বিলাসৰ কি প্ৰয়োজন? অলসতাত সাহিত্য অৰ্জন, বিলাসিতাত তাৰ বৰ্ধন। গতিকে মোৰ যদি বিলাসিতা নাই তেন্তে কাৰ আছে?"

"আপোনাৰ খোৱা-পিন্ধা থকা-মেলাৰ পৰা চাই অনুমান হয় আপুনি যেন শাৰীৰিক সুখ-স্বচ্ছন্দতাৰ ফালে একেবাৰে অমনোযোগী।" জয়ন্তীয়ে কয়।

"মানসিক সুখ-স্বাচ্ছন্দ্য যাৰ থাকে, শাৰীৰিক সুখ-স্বাচ্ছন্দ্য তাৰ আপুনি আহে। সেই দৰেই মানসিক বিলাস যাৰ থাকে, শাৰীৰিক বিলাস তাৰ বাবে নিষ্প্ৰয়োজন।"

এনেতে বাসন্তীয়ে গম্ভীৰভাৱে কয়—"এইবোৰ ব্যক্তিগত ৰুচি-অভিৰুচিৰ কথাৰ দৰকাৰ নাই; বাৰু কিয়ক, কেৱল কওক আপোনাৰ সক্ৰিয় সহযোগ আমি পাম নে নেপাম?"

"চেষ্টাৰ ত্ৰুটী নকৰো।"

"আমাকো তাকেই লাগে। বাৰু, আমি এতিয়া উঠিলো। অতি অলপ দিনৰ ভিতৰতে আমি আৰম্ভ কৰিম; গতিকে এসপ্তাহৰ ভিতৰতে যেন আমি সাজু হব পাৰো তাৰ ব্যৱস্থা কৰিব লাগিব। আপুনি প্ৰস্তুত থাকিব কিন্তু।" বাসন্তীয়ে কয়। এনেতে গোটেই কেইজনীয়ে "হয়, হয়" বুলি সমৰ্থন কৰি থিয় হয় আৰু যাবলৈ সাজু হয়।

"নমস্কাৰ মিষ্টাৰ ফুকনৰ এইজন" বুলি কৈ সবিতাই এটা নমস্কাৰ কৰে। নবীনে "নমস্কাৰ মিচ্ সবিতা দেৱী" বুলি প্ৰতি নমস্কাৰ জনায় হাঁহি হাঁহি।

ইতিমধ্যে আনন্দেইজনীয়ে একেলগে নমস্কাব কবি কয়—"নমস্কাব মিণ্টাব বর্মণ। বব বিবাহ্ণ আৰু ক্ষতি কৰিলো আপোনাব, মাফ কৰিব।"

"এনে বিবাহ্ণ দিবলৈ মাজে মাজে আহিবচোন। চিবদিন দালি, তবকাবী খাই ভাল নালাগে, মাজে মাজে খাবো খাব লাগে।" নবীনে হাঁহি কয়।

"নিশ্চয়। অসমীয়া মানুহতো! খাব খাব লাগে।" ঠাট্টা কৰে মজুমদাৰে।

"এবা। আমি খাব খোৱা অসমীয়া।" হাঁহে নবীনে।

"নমস্কাব পর্ব শেষ কবি ধীবে ধীবে নিষ্ক্রান্ত হ'ল সবিতাব দল পবম আহ্লাদেবে। লাহে লাহে পুনব নিমগ্ন হ'ল নবীন সম্পাদকীয় স্তম্ভ লিখিবলৈ পবম তৃপ্তিবে—উৎসাহেবে।

## ॥ ত্রিশ ॥

বঙালি বিহু সন্মিলন উপলক্ষ্যে 'ভেবাইটী শ্বো' বা বিচিত্রানুষ্ঠানব বিপুল আড়ম্বব। সহ-অভিনয়, সহ-নৃত্য। ডেকা-ডেকেবীব মনত জাগে নতুন আনন্দ, প্রৌঢ়সকলব মনত জাগে অতীতব বিগত দিনব অতৃপ্ত বেদনা। বিহু আহে, বিহু যায়; ডেকা-গাভৰুব মনত তুলি দি যায় অপূর্ব আবেগ হিল্লোল।

আৰু মাত্র দিনচেবেক বাকী। ধুমধাম আয়োজন চলে, ধুমধাম চলে জাননী। নৃত্যত মতলীয়া হয় সবিতা দাস, বাদ্যত মত্ত হয় নবীন বর্মণ। সবিতাহঁতব ঘবতো চলে অবিবাম সঙ্গীত সাধনা—নৃত্যগীত, নাট্যব্যঞ্জনা, যন্ত্র-সঙ্গীত। পুৰা-গধূলিব নাই ছেদ-ভেদ। সবিতাই নাচে, নবীনে বজায় তবলা। জাকে জাকে আহে চহবব শিক্ষিতা ছোৱালীব দল, পালে পালে আহে নগবব শিক্ষিত ল'বাব দল। উপচি পবে 'বিহুজন ময়।" অবিচ্ছিন্নভাবে চলে আখবা—ইটিব পিচত সিটিব, এই দলব পিচত সিদলব। বেণু, ভানু, চিনু আহে, আৰতি, জয়ন্তী, বাসন্তী আহে—আৰু আহে কিমলা, কমলা, উৎপলা আধুনিকাব বেশেৰে; বীৰেন, ধীৰেন, ৰমেশ আহে—আৰু আহে দীনেশ, মহেশ, পবেশ নিত্য নতুন সাজেৰে। কাবধাব প্রাণত লাগে মুখব পৰশ, কাবধাব হিয়াত বাজে সঙ্গীত সবস।

ক্লান্তি নাই, শ্ৰান্তি নাই—অবিশ্ৰান্ত চলে যেন নৃত্যৰ সাধনা, সুৰৰ আৰাধনা। প্ৰাণ-মন হৈ যায় অনুৰাগে ৰঞ্জিত আবেগ আকুল।

সবিতাৰ সাধনা চলে তাল, মান লয়ৰ—গন্ধৰ্ব বিদ্যাৰ। মৃদু-মলয়াৰ চৌৰৰত সদ্যপ্ৰস্ফুটিত পদুম কলিৰ দৰে দোলায়িত লাহি তনুখনি। দীৰ্ঘল ক'কালৰ বেঁকা-ভাজ, নয়নকোণত ফুটে কটাক্ষ চাহনি, ওঁঠৰ কোণত জ্বলে ভ্ৰুকুটি কুটিল হাঁহি। হাতৰ মুদ্ৰাত যেন মুক্তা সৰি পৰে। দীৰ্ঘকেশী লাৱণী দেহত বিৰাজে সৌন্দৰ্যৰ অপৰূপ ভঙ্গিমা। নৃত্যৰতা স্বৰ্গৰ মেনকা। নীলা ওৰণিৰ মাজেৰে ৰঙা ব্লাউজৰ আত্ম-প্ৰকাশৰ উৎকট চেষ্টা। অৰ্ধাবৃত ব্লাউজৰ শেষ প্ৰান্তৰ ফাঁকেৰে তন্বীদেহৰ নাভিদেশে নাচৰ চেৱে দৰ্শকৰ চকুত দৃষ্টিগোচৰ হোৱাৰ কাৰণে কৰিছে বাৰে বাৰে অপচেষ্টা। অনিবাৰ চলিছে সাধনা, দুৰ্নিবাৰ চলিছে বন্দনা। প্ৰাণৰ আনন্দেৰে নাচে সবিতাই—কথা-কলি নৃত্য। মন-প্ৰাণ ঢালি বজাই সম্পাদক ধ্ৰুবেশ্বৰে তবলা। নাচৰ বুকুত হেৰাই যায় সবিতা দাস, বাদ্যৰ মাজত লোপ পায় যেন নবীন বৰ্মণ। এনেভাৱে চলে নৃত্য-গীত দিন দিন, এনেধৰে চলে তবলা প্ৰতিদিন। নবীন হৈ পৰে মত্ত, সবিতা হৈ যায় উন্মত্তা। অপূৰ্ব বোল নবীনৰ তবলাৰ, অনিন্দ্য সুন্দৰ নাচ সবিতাৰ। মুগ্ধ হয় দৰ্শক, মুগ্ধ হয় দলৰ উদ্যোক্তাসকল। দিনে দিনে বাঢ়ি যায় আকৰ্ষণ কৰ্মীবৃন্দৰ, নিতে নিতে বাঢ়ি যায় আকৰ্ষণ নবীন সবিতাৰ।

কোনো দিন কোনোজনৰ কন্তেক বিলম্ব হলে আৰম্ভ হয় অভিমান। অভিমানে পৰিণত হয় গৈ অনুৰাগত। নবীন নহলে সবিতা হয় মোনা, বিক্ষুব্ধা; সবিতা নহলে নবীনে বাদ্যত দেখুৱায় অশ্ৰদ্ধা।

## ॥ একত্ৰিশ ॥

আজি বিহু সন্মিলন। আজি গধূলিৰেপৰা আৰম্ভ হব 'ভেৰাইটী শ্বো।' কৰ্ম-কৰ্তাসকলৰ গাত তং নাই, অভিনেতা অভিনেত্ৰীসকলৰ গাত গোসাঁই নাই।

ব্যস্ততা—অসীম ব্যস্ততা। কিমান অভিমান, কিমান অভিযোগ চলে অনুৰাগী-জনৰ ওচৰত। অনুৰোধ, উপৰোধ চলে কৰ্ম-কৰ্তাসকলৰ, অনুযোগ অভিযোগ চলে দৰ্শকবৃন্দৰ মাজত, আৰু চলে অনুৰাগ, পূৰ্বৰাগ অভিনেতা অভিনেত্ৰীৰ ভিতৰত। কৰ্ম-ব্যস্ততাৰ ফাকত অনুৰাগৰ ধৃষ্টতা, প্ৰশংসাৰ নামত পূৰ্বৰাগৰ অপচেষ্টা চলে চতুৰ্দিশে। 'ড্ৰেচৰুম'ত চলে এনেভাবে অব্যক্ত কোলাহল।

ইফালে আলোক-মণ্ডিত হয় ৰভাস্থল। বিজুলী বাতিৰ জেউতিত উদ্ভাসিত হয় দশোদিশ। "তড়িৎ খেলাৰ চিক্‌মিকনিত" দৃষ্টি যেন হ'ল ক্ষীণ। ইঞ্জিনীয়াৰিঙৰ অপূৰ্ব কলা-কৌশল চলে মঞ্চ সজ্জাত। প্ৰাণ ঢালি কাম কৰে ইঞ্জিনীয়াৰ প্ৰবীণ কলিতাই। দুৰ্ঘোৰ সাধনা। এক অজ্ঞাত আকৰ্ষণে যেন তাক মতলীয়া কৰি তুলিছে। বিদ্যাৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰি যেন কোনো ৰাজকুমাৰীক লাভ কৰিবৰ বাবে চলিছে এনে প্ৰাণপণ চেষ্টা—নিৰৱচ্ছিন্ন অধ্যৱসায়। ৰঙা, নীলা, বেঙুনীয়া বিজুলী বাতিৰ অপৰূপ পোহৰৰ খেলা। ধৱল মঞ্চত উজ্বল পৰ্দাৰ চলিছে চঞ্চল উত্থান-পতন। মাইক্ৰোফোনৰ চলিছে সুৰৰ ব্যাপক ধ্বনি। বাদ্য-যন্ত্ৰৰ ৰন্‌ৰন্‌নি। সুৰৰ লহৰী কঁপে, বাদ্যৰ সুমধুৰ ধ্বনি যায় বিয়পি, নৃত্যৰ ভঙ্গিমা বাগৰি-নিগৰি যায় সঙ্গীতৰ চেঁৱে চেঁৱে।

অনতিদূৰত অৱস্থিত পৰিচালনা শিবিৰ। মঞ্চৰ গতি-বিধি, জনতাৰ গতি-বিধি লক্ষ্য কৰা হয় ইয়াৰপৰাই। আৰু ইয়াৰপৰাই অভিনেতা-অভিনেত্ৰীসকলৰ অভাৱ-অভিযোগৰ যোগান ধৰে কৰ্মকৰ্তাসকলে। 'মাইক'ৰ সন্মুখত থিয় হৈ চঞ্চল ডেকা দুই এজনে মাজে মাজে ৰাইজক অনুৰোধ কৰে—"চাইলেণ্ট প্লিজ।" ৰাইজৰ মাজত চলে ভলাণ্টিয়াৰসকলৰ অনুৰোধ—গণ্ডগোল নকৰিবলৈ। 'হাই নকৰিব' 'হাই নকৰিব' সাৱধান বাণী ইমান অধিক হয় যে তেওঁলোকৰ নিষেধাজ্ঞাৰ ধ্বনিয়ে গণ্ডগোল লগায় বেচি। হাই-উৰুমি থমোৱাৰ মাৰফটত কাৰো কাৰো নিজক জাহিৰ কৰা মতলব। দুই এজনে হয়তো এনেয়ে অসীম কৰ্ম ব্যস্ততাৰ অজুহাত

দেখুৱাই ইফাল সিফাল কৰি 'গ্ৰীণ ৰুম'ত সোমাই। এনেয়ে কিবা এটা কয় এজনী অভিনেত্ৰীক; হঠাতে চোলাত মৰা পিনটো আঁচলতপৰা খোলি হয়তো বিচাৰি উলিয়াই হাতত তুলি দিয়ে। কোনোজনে হয়তো দ্ৰুতপদে মঞ্চত প্ৰৱেশ কৰি 'মাইক'টোকে লাৰিচাৰি চাই ইফালে-সিফালে ঘূৰাই দুটামান ফুক্ মাৰি ভাল বেয়া পৰীক্ষা কৰে। তাৰপাচত বায়ু বেগে যায় মহাব্যস্ত হৈ অফিচলৈ। তেওঁক হয়তো যোৱাহে দেখা যায়; পুনৰ দেখাৰ আৰু সৌভাগ্য নঘটে। হয়তো সেই মহাব্যস্ত ব্যক্তিজনে তেতিয়া মেনেজাৰ বা চেক্ৰেটাৰীৰ পিচ ফালে থিয় হৈ চোৱাৰত ধৰি কবলৈ একো কথা নাপাই লাহেকৈ চেক্ৰেটাৰীৰ কাণৰ কাষত সেমেনা-সেমেনি কৰি সুধিছে—

"তামোল খাব নেকি?"

এইবোৰ কাম কৰা ভলাণ্টিয়াৰৰ অৰ্থাৎ স্বেচ্ছাসেৱকৰ সংখ্যা অধিক, কিন্তু কাম নোহোৱা স্বেচ্ছাসেৱকৰ সংখ্যা ততোধিক।

ৰভাতলত জনতাৰ ঠেলা-হেঁচা। আগৰ বেঞ্চত বহিবৰ বাবে পিচৰ মানুহে হেঁচি গৈছে। এটা হুলস্থূল লাগি গৈছে; ছেগ বুজি তপৃকৈ বহি পৰিছে বুদ্ধিমানজনে।

কিছুমান স্বেচ্ছাসেৱকৰ হয়তো মহিলাৰ ফালে বেচি নজৰ। অনতিদূৰত থিয় হৈ ছোৱালী স্বেচ্ছা-সেৱিকাজনীকে হয়তো বৰ ব্যস্তভাৱে কৈছে—"বুজিছে মিচ চৌধাৰী, সেইফালে ভালকৈ চকু ৰাখিব।" গাভৰু স্বেচ্ছা-সেৱিকাই এবাৰ তেওঁৰ চকুলৈ চাই হাঁহি মাৰি উত্তৰ দিয়ে—"আপুনি নহলে মই অকলে নোৱাৰো মিষ্টাৰ হাজৰিকা।" তেওঁ হয়তো হাঁহি মাৰি সম্মতি জনাইছে—

"মই আপোনাক সহায় কৰিবলৈ পাৰ্যমানে চেষ্টা কৰিম।"

কৃতজ্ঞতাৰ দৃষ্টিৰে চাই হয়তো তাই কৈছে—"মইও আপোনাক আশা কৰো।" তাৰ পাচত মানুহ বহুৱাই দিয়াত দুয়োকো ব্যস্ত দেখা যায়। হঠাৎ দুয়ো কাষৰ-পৰা মানুহ বহুৱাই আহি ওচৰা-ওচৰি হয়। হাঁহি মাৰি দুয়ো দুয়োকো মুখলৈ চায়। দুয়ো অলপ হাঁহে। এনেতে দূৰৈৰপৰা হঠাৎ কেইটামান কাহৰ শব্দ আহে। দুয়ো হয়তো বহু আঁতৰত।

তিৰোতাৰ ফালে হয় জনতাৰ ভিৰ। গাঁৱত যাত্ৰাপাৰ্টি হ'লে হয় চেঙাৰৰ ব্যৱস্থা। তিৰোতাৰ কাৰণে আছুতীয়াকৈ বান্ধে চেঙাৰ। চেঙাৰৰ ভিতৰত থাকে নাৰীসকল। কিন্তু চেঙাৰৰ বাহিৰত পুৰুষৰ সংখ্যা হয় তিৰোতাতকৈয়ো অধিক।

হেঙাৰ জাগি ষাতে একো অনিষ্ট নহয় তাৰ বাবেই বোধহয় বাহিৰত থিয় হৈ থাকে ডেকা ল'ৰাৰ দল। বাহিৰ বেবৰ বিশ্বাস নাইতো—গতিকে মানুহবোৰ বেৰ।

চহৰৰ অভিনয় নাইবা বিচিত্ৰানুষ্ঠানত বাহিৰ গড় নাই—আছে চেয়াৰ বেঞ্চৰ পৰিপাটি শাৰী। স্ত্ৰী-পুৰুষৰ ব্যৱধানৰ বাবে দুয়ো দলৰ মাজেৰে থাকে একোটা বহল বাট। ইয়ে কৰে হেঙাৰৰ কাম। স্ত্ৰী-স্বাধীনতা তথা ব্যক্তি স্বাধীনতা স্বীকাৰ কৰা চহৰীয়া মুনিহ-তিৰোতাই কোনো ৰকমৰ আৰ-বেৰ বাধি নিজক ভদ্ৰৰ শাৰীৰপৰা নমাই আনিবলৈ ইচ্ছা নকৰে। সেয়েহে ইয়াত বেৰৰ বা হেঙাৰৰ প্ৰশ্ন উঠিব নোৱাৰে। অৱশ্যে ইয়াতো নাৰীৰ ফালটোত জনতাৰ সংখ্যা অধিক যেন অনুমান হয়। বোধহয় মুকলি ঠাইত মুকলি বতাহৰ আক্ৰমণৰপৰা তিৰোতাসকলক ৰক্ষা কৰিবৰ মানসেই ডেকা ল'ৰাসকলে দুৱৈত থিয় হৈ তেওঁলোকৰ কৰ্তব্য সমাধা কৰে। মাৰ্জিত আৰু ভদ্ৰ ৰুচি সম্পন্নতো,—স্বাভাৱিকতে তেওঁলোকৰ অনুকম্পা আছে মাতৃ জাতিৰ প্ৰতি।

শ্বো আৰম্ভ হ'ল। জনতা নিস্তব্ধ! মঞ্চত আলোক সম্পাত। ধীৰে ধীৰে চলিল যন্ত্ৰ-সঙ্গীত। সুৰৰ ঝঙ্কাৰ বিয়পি পৰিল চৌদিশে। মোহাবিষ্ট দৰ্শক মণ্ডলী। কোন সুৰ-সাগৰৰপৰা যেন ধীৰে ধীৰে ওলাই আহে সুৰৰ মূৰ্ছনা। স্তব্ধ জনতা, নিস্তব্ধ ঐক্যতান। পৰ্দা আঁতৰি যায় ধীৰে ধীৰে। মঞ্চত বিয়পি পৰিল নীলা পোহৰৰ ৰেখা। ক্ৰমে ক্ৰমে নামি আহিল যেন আলোক লহৰী এজনী স্বৰ্গৰ কিন্নৰী—নৃত্যৰতা সুন্দৰী সবিতা। সচকিত দুনয়ন, ৰোমাঞ্চিত তনুমন। নৃত্যৰ তালে তালে ফুটি উঠে যেন অপৰূপ ৰূপ মাধুৰিমা। কথক নৃত্যৰতা সবিতা বাস্তৱিক অসামান্য ৰূপহী। তবলাৰ বোলে বোলে দেহ ভঙ্গিমাৰে চলে অবিৰত নৃত্য। একীভূত নৃত্য-বাদ্য—তাল, মান, লয়। তবলাৰ চেৱে চেৱে ঝঙ্কাৰ উঠে যেন দেহৰ প্ৰতি অঙ্গ-প্ৰত্যঙ্গত। প্ৰাণ ঢালি নাচে সবিতা, মন ঢালি বজায় নবীনে। তবলাৰ বোল পৰে,—নূপুৰৰ ভাঙিমা চলে। নবীনৰ তবলাৰ জলদ ঝঙ্কাৰত নাচি উঠে মন। চকুই চকুই পৰে নবীন সবিতাৰ। ইঙ্গিতেৰে তুলি দিয়ে নবীনে সবিতাৰ অন্তৰত কবিতাৰ বান; আকুল আবেগময়ী হয় যুৱতী সবিতা। অন্তৰত হৃদয়তে জাগে অনুৰাগ; চাহনিয়ে দিয়ে তাৰ পূৰ্বাভাস। আনন্দমুখৰ হয় সবিতা—নবীন। ঘন ঘন দৃষ্টি বিনিময়। ৰোল উঠে জনতাৰ—
"বাঃ! বাঃ! বাঃ!!!"

কৰতালি পৰে বাৰে বাৰে—চপ্ ! চপ্ !! চপ্ !!!

বহু আঁতৰৰ পৰা আহে সুহুৰিৰ শব্দ—হু-ই-চ।

বিমুগ্ধ জনতা, বিমুগ্ধ কৰ্ম-কৰ্তা ; নৃত্য আৰু বাদ্যৰ অপূৰ্ব মিলন। নৃত্য চলে অবিৰাম।

জনতাৰ মাজত শৰৎ ভূঞা উপবিষ্ট এখনি মূল্যবান আসনত। নবীনৰ দ্বাৰা নিমন্ত্ৰিত, দলৰ দ্বাৰা অভ্যৰ্থিত। বিহু সন্মিলনৰ প্ৰত্যক্ষ নহলেও পৰোক্ষ কৰ্ম-কৰ্তা। সেয়েহে উপস্থিত সভামণ্ডপত ; উদ্বিগ্ন শৰৎ। সবিতাৰ নৃত্য কটাক্ষত ক্ষত-বিক্ষত মন। সবিতাই তাইৰ দেহৰ অঙ্গৰ প্ৰত্যেক ভাঁজতে যেন মূৰ্চ্ছনা আনিৰ ধৰিছে কলা-প্ৰাণ শৰতৰ কুসুম-কোমল হৃদয়খনি। উস্ কি জ্বালা, কি উত্তাপ! ইটো নৃত্য নোহে—মাথোঁ পুৰুষৰ প্ৰাণ হত্যাৰ নৱ-আয়োজন। নবীনৰ অনুৰোধ এৰাবপৰা হ'লে নিশ্চয় আজি নাহিলহেঁতেন শৰৎ এই স্থানলৈ। বন্ধুৰ একান্ত অনুৰোধ লঙ্ঘন কৰিব নোৱাৰি বিপাণ্ডত পৰিল। কিন্তু ই বন্ধুৰ নে শত্ৰুতা ? অনুৰোধ নে প্ৰতিশোধ ? উহু আৰু নোৱাৰে। অতীতৰ সমস্ত ঘটনা যেন প্ৰকট হৈ উঠে শৰতৰ সন্মুখত। "সবিতা—সবিতা! মোৰ সৌন্দৰ্য্য প্ৰতিমা" বুলি যেন আকোৱালি লব সবিতাক এনে ভাব আহে শৰতৰ! দুৰ্নিবাৰ ৰূপৰ আকৰ্ষণ, অদমনীয় প্ৰবৃত্তিৰ দুৰ্জ্জয় লালসা। মানুহৰ বিচাৰ বুদ্ধিক কৰে পঙ্গু, জ্ঞানক কৰে অন্ধ। ভুল কৰে মহাদেৱে, ভুল কৰে ঋষি বিশ্বামিত্ৰই। শৰৎ হ'ল সামান্য মানুহ। ভুলি যায় শিক্ষা-দীক্ষা, ভুলি যায় পদগৌৰৱ। ৰূপৰ মোহে কৰি তোলে মোহাবিষ্ট। অজেয় ৰূপ-তৃষ্ণা মানৱৰ। অন্তৰত জ্বলে কামনাৰ জুই, বাহিৰত শান্ত-শিষ্ট অনুৰঞ্জনকাৰী আধুনিক ভদ্ৰলোক। মৌনভাৱে চাই ৰ'ল এই ৰূপৰ প্ৰতিমাখনিলৈ অনিমেষ নয়নে। দৃষ্টিত ফুটি উঠিল আকুলতা ; মনত পৰিলক্ষিত হ'ল ব্যাকুলতা।

আনন্দ অধীৰা সবিতা। পুৰুষৰ চঞ্চলতা ধৰিবৰ বাবে নাৰীক সময় নালাগে। ক্ষন্তেকতে শৰতৰ দুৰ্বলতা ধৰি পেলালে সবিতাই। মুহুৰ্মুহু মাৰিলে তীক্ষ্ণ বাণ। বিকল কৰিলে বেচেৰাৰ প্ৰাণ। কি নিঠুৰা সবিতা। শৰতৰ বেদনা জানো নুবুজে অলপো ?

আহত বেচেৰা শৰৎ। জৰ্জ্জৰিত হ'ল সবিতাৰ নৃত্য কৌশলত।

কন্তেক পাচতে দৃষ্টি গ'ল ফিৰি ঘূৰি গ'ল প্ৰবীণৰ ফালে। কৰ্মকৰ্তা উৎসাহী ইঞ্জিনীয়াৰ প্ৰবীণ কলিতা। মণ্ডসজ্জা তাৰ অতি চমৎকাৰ। উপবিষ্ট অনতিদূৰত অধিষ্ঠিত এক চৌখিন চেয়াৰত। ধ্যানমগ্নযোগী—দৃষ্টি মাথোঁ সবিতাৰ ফালে। প্ৰতি পলে পলে যেন পান কৰিছে এই অনবদ্য ৰূপ। চকিতা সবিতা। দৃষ্টি পৰে হঠাতে এই নিৰ্ভেজাল ৰূপৰ পূজাৰীৰ প্ৰতি। চমকিত হৈ উঠে সবিতা। ইকি অকুণ্ঠ ৰূপৰ পূজা? বঙ্কিম ভ্ৰূযুগল কুঞ্চিত কৰি চঞ্চল চকুৰে মাৰিলে নয়নবাণ। কণ্ঠাগত হ'ক বেচেৰাৰ প্ৰাণ। এটি মাত্ৰ হস্তমুদ্ৰা নিক্ষেপত প্ৰবীণৰ প্ৰাণ যেন হৈ পৰিল বিকল। নিৰ্নিমেষ নয়নে চাই ৰ'ল এই মৰ্ত অপেশ্বৰী উৰ্বশীৰ প্ৰতি। জ্বলিল প্ৰবীণৰ হিয়াৰ তন্ত্ৰীত যেন বিদ্যুৎ প্ৰবাহ। কি নিৰ্দয়া সবিতা! পুৰুষক জ্বলাই পুৰি মাৰি কি সুখ পায় নাৰীয়ে? প্ৰবঞ্চিতৰ দাহ কেনে জ্বালাময় নুবুজে অকণো?

প্ৰবঞ্চিত ইতিমধ্যে হতভাগ্য প্ৰবীণ কলিতা। নৃত্য-ভঙ্গীমাৰে পুনু কিয় দিয়ে ব্যথা বাৰে বাৰে?

এটি নাৰী তিনিটা পুৰুষ। বঞ্চিত হ'ল বেচাৰা শৰৎ, প্ৰবঞ্চিত হ'ল হতভাগ্য প্ৰবীণ কলিতা; কিন্তু চতুৰ নবীন বঞ্চিত নে প্ৰবঞ্চিত? নবীন নহয় বঞ্চিত, নহয় প্ৰবঞ্চিত। ধুৰন্ধৰ নবীন হ'ল অজিত। অজেয় নবীন। নাৰীৰ দুৰ্নিবাৰ আকৰ্ষণত অবিচলিত চিত্ত লৈ খেলি আছে এক ছলনাৰ খেলা। নাজানো কাৰ হয় জয়, কাৰ পৰাজয়। সবিতাৰ নে নবীনৰ? আমি মাত্ৰ নিৰ্লিপ্ত দৰ্শক।

লাহে লাহে বাদ্য হ'ল ক্ষীণ, নৃত্য হ'ল মন্থৰ, আলোক সম্পাত হ'ল ছায়াবৃত। ক্ৰমে ক্ৰমে নৃত্যৰতা অপেশ্বৰী সবিতা, আন্ধাৰৰ বুকুত হ'ল লীন। কথক নৃত্যৰ হ'ল অৱসান। দৰ্শকবৃন্দৰ পৰা কৰতালিৰ জাউৰি ছুটিল। কৃতকাৰ্য্যতাৰ আনন্দত নবীন-সবিতা হৈ পৰিল আনন্দ আতুৰ।

"গ্ৰীণৰুম"ত প্ৰবেশ কৰি নমস্কাৰ প্ৰতিনমস্কাৰ কৰিলে দুয়ো দুয়োকো। তাৰে প্ৰশংসা স্তুতিৰ দেওনা পাৰ হৈ একেবাৰে কৰস্পৰ্শ, কৰমৰ্দনৰ পৰ্য্যায়লৈ উঠিলে। আজিহে যেন দুয়ো দুয়োকো চিনি পালে—দুয়োকো দুয়ো আবিস্কাৰ কৰিলে। আকৰ্ষিতা সবিতা কিন্তু স্থিৰ-নিশ্চল ৰ'ল নবীন অৰ্থ।

এনেভাৱে দৃশ্যৰ পিচত হ'ল দৃশ্য অভিনীত বিপুল কৃতকাৰ্য্যতাৰে। দৰ্শক-বৃন্দৰ প্ৰশংসাৰ বাণীয়ে ধ্বনিত কৰিলে চৌদিশে। অপূৰ্ব নৃত্য; অভিনয়ৰীতি

দৃশ্য। চামমানে যেন চকুৰ তৃপ্তি নপলায়। সাৰ্থক হ'ল বিচিত্ৰানুষ্ঠান; ধন্য হ'ল ৰভাতল; ধন্য হ'ল লতাশীল ফিল্ড—শত ধন্য প্ৰাগজ্যোতিষৰ বিহু সন্মিলন। নানা দৃশ্য, নানা গান চলিল; নানা জনৰ চলিল বিচিত্ৰ অভিনয় কৌশল! মুগ্ধ হ'ল দৰ্শক, তৃপ্ত হ'ল কৰ্মীবৃন্দ। তিনি ঘণ্টা জুৰি চলিল এই দৃশ্যাভিনয়। জয়ন্তী, বাসন্তী, পৰেশ, উমেশ, ৰেণু, ভানু দীনেশ, ভবেশ, মঞ্জু, বুলু, ধীৰেন বীৰেনৰ চলিল বিহু নাচ, নগানাচ, ঘোড়ানাচ, ওজাপালি, বৰগীত, আধুনিক গীত, দৃশ্যাভিনয়, সমূহীয়া গীত ইত্যাদি আৰু চলিল খেমতা, টুংৰি, কাৱালী, আচোৱাৰী আদি নানা বাদ্য, নানা গান। নাচে, বাদ্যে, গানে মুখৰিত মঞ্চ, চমকিত সভামণ্ডপ। এই বিহু, এই নাচ, এই গান, এই প্ৰাণ—সাঁচ ৰ'ল চিৰদিনলৈ।

ৰঙালি বিহু আহিল—গ'ল। কাৰবাৰ হিয়াত লাগিল বাঙলী খেয়ালি; কিন্তু কাৰবাৰ প্ৰাণ হ'ল তেজেৰে বাঙলী।

## ॥ বত্ৰিশ ॥

পিচদিনা বাতৰি কাকতত ডাঙৰ ডাঙৰ আখৰেৰে ওলাইছে ভেৰাইটি শো'ৰ কথা।

"অপূৰ্ব বিচিত্ৰানুষ্ঠান। অগণন জনতা। লতাশীল ফিল্ডত লোকে লোকাৰণ্য। গুৱাহাটীৰ শ্ৰেষ্ঠ শিল্পীবৃন্দৰ দ্বাৰা বিচিত্ৰানুষ্ঠান অনুষ্ঠিত" ইত্যাদি প্ৰশংসা-মুখৰ বাণীৰে বাতৰি কাকতৰ প্ৰথম পৃষ্ঠা পৰিপূৰ্ণ। নবীন-সবিতাৰ প্ৰশংসা উভৈনদী।

"মিচ সবিতা দাসৰ নৃত্য ভাৰতীয় সঙ্গীত জগতৰ অবিস্মৰণীয় ঘটনা। নৃত্যকলাৰ সাৰ্থক সাধনা। মিচ দাসৰপৰা জনমে বহু আশা কৰে। তাৰ উপৰি মিষ্টাৰ ধ্ৰুৱেশ্বৰৰ তবলাৰ বাজনা অতি প্ৰশংসনীয়। অনামীৰ সম্পাদকক হঠাতে এনেভাৱে দেখা পাব বুলি ৰাইজে ভবা নাছিল। প্ৰতিভাৰ শ্ৰেষ্ঠ পৰিচয় দিলে একক ক্ষেত্ৰত সম্পাদক ধ্ৰুৱেশ্বৰে। ধ্ৰুৱেশ্বৰ নাম সাৰ্থক হৈছে। বাস্তৱিক কলা বিশাৰদ—ললিত কলাৰ সকলো ক্ষেত্ৰতে প্ৰতিভাসম্পন্ন বুদ্ধি কৌশলী ধ্ৰুৱেশ্বৰ। সাহিত্যৰ লগে সঙ্গীত আৰু বাদ্যতো তেওঁৰ নিপুণ হাত। আমি তেওঁৰ বহুমুখী প্ৰতিভাৰ শলাগ নলৈ নোৱাৰো।

এইখিনি কথা পঢ়িয়ে আনন্দত সবিতাৰ মন নাচি উঠিল। কাকতখন জাপি-জুপি হাতত লৈ খোজ ললে নবীনৰ ভাবাঘৰ বুলি।

তেতিয়া প্ৰায় আঠ বাজিছে। সবিতা উপস্থিত নবীনৰ বাহত—হাতত বাতৰি কাকতখন। নবীন তেতিয়া আৰু ব্যস্ত অনামীৰ 'প্ৰুফ' চোৱাত। বিহু-সংখ্যা অনামী অতি শীঘ্ৰে উলিয়াব লাগে। সম্পাদকীয়খিনি ভাবি চিন্তি লিখিব লাগিব। ছবিবোৰ ধুনীয়া আৰু কাৰ্টুনবোৰ অৰ্থব্যঞ্জক নহলে অনামীৰ আকৰ্ষণ ক'ত থাকিব? ৰাইজৰপৰাই বাৰু সমাদৰ পাব কিয়? আজি-কালি 'অনামী' বেনামী নহয়—স্বনামী। তেওঁ বৰ ব্যস্ত। ইতিমধ্যে যে সবিতাই ৰুমত প্ৰৱেশ কৰি তেওঁৰ ফালে একান্ত দৃষ্টিৰে চাই আছে, তাৰ গম পোৱা নাই তেওঁ। তেওঁৰ এনে মন সংযোগ দেখি ধ্যান ভাঙিবলৈ মন নকৰি সবিতাই অতি সন্তৰ্পণে ভিতৰলৈ সোমাই গ'ল আৰু পাক ঘৰত প্ৰৱেশ কৰিলে। ৰন্ধন শালত গৈ দেখে যে বিগত ৰাত্ৰিৰ অৰ্ধ বিনিদ্ৰ ৰজনী উদ্‌যাপন কৰি বেচেৰা বান্ধনি ল'ৰা ৰাজেনে চাহৰ চোকাৰ কাষত বহি মূৰ টোপনিয়াই আছে। লুচি বেলা বেলনাডাল আৰু কাঁহীখনত আটাবোৰ অৰ্ধ মিশ্ৰিত অৱস্থাত যেন দাঁত নিকটাই পৰি আছে। দেখা পাই সবিতাৰ হাঁহি উঠিল। তাৰ চুলিত টান মাৰি দি হাঁহি ক'লে—"তোৰ চাহ লুচি আপুনা-আপুনি হয় নেকি ৰাজেন?" ৰাজেনে সাৰ পাই থকমককৈ মূৰ তুলি ওপৰলৈ নোচোৱাকৈ উত্তৰ দিলে—"নহয়, বাবু মই এতিয়াই তৈয়াৰ কৰিম। আপুনি বহক বাবু—।"

বাবু বুলি কোৱাত সবিতাৰ আৰু হাঁহি উঠিল। তৎক্ষণাৎ কৈ উঠিল—"হেৰ মূৰ্খ, কি বকিছ তই?"

সি ওপৰলৈ মূৰ তুলি চাই দেখে যে, সেইজন তাৰ বাবু নহয়—মালিকৰ জোৱানীহে। সি লাজত পৰি হাঁহি মাৰি ক'লে—"মই আমাৰ বাবু বুলি ভাবিছিলোঁ, চাৰ।"

"চাৰ" বুলি কোৱাত সবিতাৰ হাঁহি যোঁচহে হ'ল। তাৰ গালত এটা লাহেকৈ চৰ মাৰি দি ক'লে—"চাৰ নহয় চৰহে। হেৰ মূৰ্খ, তোক কোনে শিকাইছে জোৱানীক চাৰ বুলিবলৈ?"

তাৰ কাণত ধৰি মৰমৰ সুৰত ক'লে—"কৱ, বাইদেউ কৱ।"

সি হাঁহি মাৰি ভাইৰ মুখলৈ চাই ক'লে—"বাইদেউ।"

"কিয় তই টোপনিয়াই আছ ?"

"কালি আপোনালোকৰ থিয়েটাৰ চাবলৈ যোৱাত বহুত ৰাতিলৈ টোপনি নাই…।"

"সেইটো বুজা গৈছে। পিচে বাবুক চাহ দিবি কেতিয়া ?"

"এতিয়া দেখোঁ আঠ বাজি কুৰি মিনিট হ'ল।" তাই বাওঁ হাতত থকা ঘড়ী-টোলৈ চাই কয়।

"এতিয়াই হব।" বুলি কৈ সি খৰখৰ কৰি চাহত জাল দিয়ে। লুচি বেলা বেলনাখন আনি বেলিব ধৰে।

তাৰপৰা ঘূৰি গৈ সবিতাই নবীনৰ শয়ন কক্ষত প্ৰৱেশ কৰে। দেখিলে— গাৰুৰ খোলটো লেতেৰা হৈছে, বিচনাৰ চাদৰখন গোন্ধাইছে, আঠুৱাখনো মলিন হৈ গৈছে। তাই এবাৰ চকু ফুৰাই চাই এটা মিচিকিয়া হাঁহি মাৰিলে। মানুহজনৰ মুঠেই নজৰ নাই এইবোৰলৈ। তাই যেন মনতে ক'লে। তাৰ পাচত আঠুৱাখন খহাই পেলালে, বিচনাৰ চাদৰখন তুলি পেলালে, গাৰুৰ খোলটো এৰুৱাই আনিলে। গোটেই সোপাকে আনি মজিয়াত পেলাই দিলে। তাৰ পাচত টেবিলৰ ওচৰলৈ গৈ দেখিলে—সকলো বিশৃংখল। কিতাপ পত্ৰবোৰ যেনে তেনে ভাবে পৰি আছে। তাই পৰিপাটি কৰি সজাই থলে; ধূলি-মাকতিবোৰ জোকাৰি পেলালে। তাৰ পাচত ৰাজেনক মাতিলে—"ৰাজেন, এই ফালে আহচোন।" সবিতাৰ মাত শুনি ৰাজেন আহি তৎক্ষণাৎ উপস্থিত হ'ল—

"কি বাইদেও ?"

"এইবোৰ ধুবৰ ভাগেকে লৈ যা।"

সি কানি-কাপোৰবোৰ সামৰি লয়। সবিতাই প্ৰশ্ন কৰে—"অ' তই বাবুক চাহ দিলি নে ?"

"হয় বাইদেউ, এই মাত্ৰ দি আহিছোঁ।"

"তেন্তে মোৰ কাপ ক'ত ?" হাঁহি মাৰি সোধে তাই। একে ধৰণে উত্তৰ দিয়ে সি—"আপোনাৰ কাপ ইয়াতে দিওঁ।"

"চাহখিনি। পিচে বাপু, তই এইবোৰ লৈ এতিয়াই যা চোন।"

"বাৰু যাওঁ বাইদেউ।" সি কানি-কাপোৰবোৰ লৈ ধুবৰ ভাগেকে দান দিয়ে। তাৰ মন ভাল লাগি যায়। এনে ধুনীয়া ছোৱালী, তাতে ইমান ভালকৈ মাতিব

জানে ; এনে এজনীক সি বাইদেউ বুলিব পাৰিলে। ই কম গৌৰৱৰ কথা নহয় তাৰ পক্ষে। সি আনন্দমনে তাইৰ আদেশ পালন কৰে।

সি যোৱাত সবিতা ওলাই আহে। নবীনৰ ৰুমত সোমাই গৈ। নবীনে তৌতিয়া সোঁহাতেৰে ধৰি লুচিখনত কামোৰ মাৰিছে আৰু বাওঁ হাতেৰে চাহৰ কাপটো তুলি লৈ চাহ এঢোক পিবলৈ উদ্যোগ কৰিছে মাত্ৰ, এনেতে সবিতা গৈ উপস্থিত। কোনো ৰকমে তৎক্ষণাৎ চাহ এঢোক খাই হাঁহি মাৰি ক'লে—"ৰাতিৰ নৃত্যৰ জেৰ এই ৰাতিপুৱালৈকেও আছে নেকি ?"

"জেৰ জমা নাই, অৱশ্যে তহবিলৰ ঘৰত অঙ্ক আছে।"

"বাৰু, তহবিলৰ ব্যৱস্থা কৰা হ'ব। বহক এতিয়া।"

চেয়াৰ এখন আঙুলিয়াই দিয়ে। সবিতা বহে। নবীনে ৰাজেনক মাতে—

"ৰাজেন।"

"ৰাজেনক ধুবীৰ তালৈকে পঠাইছো।"

"বাঃ! মোৰ চাকৰৰ ওপৰত আদেশ জাৰি আৰম্ভ হলেই দেখিছো।" হাঁহি মাৰি ঠাট্টা কৰি ক'লে নবীনে। একে সুৰতে হাঁহি মাৰি সবিতাই উত্তৰ দিলে—

"চাকৰৰ ওপৰত আদেশ জাৰিতো তুচ্ছ কথা, স্বয়ং মালিকেই গা বচোৱা টান।"

"মালিকৰ ওপৰত তেনে শুভদৃষ্টি পৰাৰ আশা কম দেখিছো। তিমান ভাগ্য এই ভাৰাঘৰ নিবাসী মালিকৰ নাই ; পিচে এই প্ৰাতসতে ভাৰাঘৰত পদধূলি পৰিল কিয়......?"

"সুসংবাদ এটি দিবৰ বাবে। এই চাওক।" তাই ৰাতিৰ কাকতখন আগবঢ়াই দি আঙুলিয়াই দিয়ে। নবীনে চাহ এঢোক খাই লুচিত এটা কামোৰ মাৰি পঢ়ি যায়। মিচিকি মিচিকি হাঁহে নিজে নিজে। তাৰ পাচত চাহৰ পিয়লাটো আৰু প্লেটখন একাষৰীয়া কৰি থৈ তাইৰ ফালে চাই হাঁহি মাৰি কয়—

"ব্যৱসায়।"

"কি ব্যৱসায় ?"

"ৰাতিৰ কাকতৰ ব্যৱসায়ী বন্ধি।"

"কথাখিনিতো মিছা নহয়।"

"সঁচা হলেও কোৱা টান।"

"তাই ম্লান পৰি যায়। এটা উচ্ছ্বসিত প্ৰশংসা আৰু উৎসাহ পূৰ্ণ মন্তব্য পাব বুলি এই ৰাতিপুৱাতেই তাই ওলাইছিল। বৰ আশা কৰি আহিছিল; ভাবিছিল এই খবৰ পালে নবীনে বৰ আনন্দ পাব। কিন্তু ক'তা? বৰং পালে এটা তাচ্ছিল্যৰ ইঙ্গিত। শেন যেন হৈ আহি কেঁচা যেন হৈ বিমুখ হব লগা হোৱাত তাইৰ মনটো দমি গ'ল। মলিন মুখেৰে তাই উত্তৰ দিলে—

"আপুনি সদায় লোকৰ দোষহে দেখে।"

"আৰু আপুনি সদায় লোকৰ গুণহে দেখে।"

"কি মিছা বাতৰি দিলে বাৰু?"

"বাতৰি অৱশ্যে মিছা নহয়, কিন্তু অতিৰঞ্জিত।"

"কি অতিৰঞ্জিত হ'ল?"

"কালি ৰাতি তাত নৃত্য হোৱা নাছিল—হৈছিল নৃতত্ত্ব হে।"

"নিজে কৰি আপুনি নিজে পেংলাই কৰে?"

"নিজক ঠাট্টা কৰিবৰ যাৰ সাহস নাই, পৰক ঠাট্টা কৰাৰো তাৰ কোনো অধিকাৰ নাই। দোষ স্বীকাৰ কৰিবলৈ যাৰ সৎসাহস নাই, দোষ ধৰিবলৈ তাৰ দুঃসাহস থকাও অনুচিত।"

"ই জানো সমালোচনা নহয়?"

"সমালোচনা নহয়, বৰং কব পাৰে বিলোচনা বুলিহে।"

"বাৰু, ই জানো সঙ্গীত বিষয়ত আলাপ নহয়?"

"সঙ্গীতৰ আলাপ নহয়—সত্যৰ অপলাপহে।

"আপোনাৰ লগত কথা কোৱা অনুচিত।"

খন্তেক তাই নীৰৱ হয়। নবীনে বুজে তাইৰ অভিমান আৰু তাই কি বিচাৰি আহিছিল। এবাৰি প্ৰশংসাসূচক বাণী—এয়েতো? ই একো খৰচৰ কথা নহয়, কোনো ব্যয়বহুল দ্ৰব্যও নহয়। তাকে দিয়াত ইমান কাৰ্পণ্য কিয় নবীনৰ? তেন্তে তাইক নিৰুৎসাহ কৰি কিবা আনন্দ উপভোগ কৰিব বিচাৰে নেকি তেওঁ? হয়তো হবও পাৰে। বোধ হয় নেয়ে। সেই দোঁৰ কথাৰ পাক ঘূৰাই ক'লে—

"বাৰু, 'জনান্তিকে' যে আপোনাৰ আধুনিক কবিতা এটা দিয়া কথা আছিল, দিলে ক'তা?"

"মই আৰু 'জনান্তিক' নিলিখো।"

"তেন্তে কোনো নামী অৰ্থাৎ প্ৰখ্যাত আলোচনীয়ে আকৰ্ষণ কৰিছে হবলা ?"

"কতো নিলিখোঁ—বিখ্যাত, অখ্যাত একোতে আকৰ্ষণ নাই।"

"তেন্তে আকৰ্ষণৰ পাচত বিকৰ্ষণ ? নহলে নৃত্যৰ ৰঙ্কুতে লয় হ'ল নেকি সাহিত্য ?" নবীনে হাঁহি পাতল কৰি দিয়ে। সবিতায়ো হাঁহিবলৈ বাধ্য হয়। অলপকৈ হাঁহি কয়—"আধুনিক কবিতা আৰু মই নিলিখোঁ।"

"কি দোষ কৰিলে আধুনিক কবিতাই ?"

"দোষ একো নাই, বহুতে ইয়াক আদৰ নকৰে।"

"কিন্তু সেই একুলি বহুতে ইয়াক কদৰো নকৰে।"

"আধুনিক কবিতাক পুৰণিৰ ভক্তসকলে কাব্যৰস হত্যাকাৰী তৰোৱাল যেন বিবেচনা কৰে।"

"অৱশ্যে অনুমানটো অমূলক নহয়। আধুনিক কবিতাৰ ৰূপ পুৰণিৰ ভক্তসকলৰ মনত তীক্ষ্ণ-তৰোৱালৰ দৰে ভয়াবহ। আধুনিকা সকলৰ তীব্ৰ ৰূপ যেনেকৈ চফল ডেকাসকলৰ বাবে জোঙাল ডেগাৰৰ দৰে—এবাৰ বুকুত সোমালে ধৰফৰ কৰি মৰে, তেনেকৈ আধুনিক কবিতাৰ স্বৰূপটো পুৰণিৰ ভক্তসকলৰ চকুতপৰা মাত্ৰেই তেওঁসবৰ প্ৰাণ বিদীৰ্ণ হৈ যায়। ডেকা ল'ৰাৰ গুৰ নষ্ট কৰাৰ বাবে আধুনিকা ৰূপহীৰ ৰূপ যেনে কাৰ্যকৰী, আধুনিক কবিতাৰ ৰূপো পুৰণিৰ ভক্তসকলৰ কাব্য-ৰস নষ্ট কৰাৰ বাবে তেনে ফলদায়ক।"

কথাৰ ছলতে নবীনে সমালোচনা কৰিলে আধুনিক কবিতাক, অতীত-পূজাৰী-বৃন্দক, ৰসজ্ঞ সমাজক আৰু লগতে পৰোক্ষভাৱে খোঁচা মাৰিলে সবিতাৰ বৰ্তমান চলতি বজাৰত কিনা আধুনিক ৰূপসজ্জাক। বুদ্ধিমতী সবিতাৰ বুজিবলৈ একো বাকী নাথাকিল। পেটে পেটে তাইৰ খং উঠিল ; কিন্তু এই অভদ্ৰটোৰ লগত একো তৰ্ক নকৰি মনে মনে ৰ'ল। নবীনে এবাৰ তাইৰ ফালে কেৰাহিকৈ চাই মিচিকিয়া হাঁহি মাৰি সুধিলে—"কথাবোৰ আপোনাৰ মনঃপূত নহ'ল কিজানি ? অৱশ্যে কথাবোৰ অপ্ৰিয় সত্য।"

"সেয়া হ'লে প্ৰেম নহলেও ক্ষতি নাই। পিছে 'অনামী' কিমান আগ বাঢ়িছে ?"

"প্ৰায় শেষ। কবিতা ভাগত, বিশেষকৈ আধুনিক কবিতাৰ শিতানত দুই এটা কবিতা দিলেই খতম। বাৰু, আপুনি তেন্তে কবিতাটি লিখিছে নেকি ?" কয়

অনুনয়ৰ সুৰত কৈ নবীনে সবিতাৰ চকুলৈ চায়। এনে আন্তৰিকতাপূৰ্ণ দৃষ্টিত সবিতাৰ খং মাৰ গ'ল। শান্তসুৰে লাহেকৈ ক'লে—

"লিখা আছে; অলপ অচৰপ হাত ফুৰাব লাগিব আকৌ। আজি ৰাতি যাৰু চেষ্টা কৰিম। এতিয়া যাওঁহে।"

"ৰব। যাব, ৰব। কিয় আহিছিল নকলে যে?"

"অ' বুজিছো; তাৰ মানে এনেয়ে ফুৰিব আহিলে আপুনি বেয়া পায় দেখিছো; যাবু আৰু নাহোঁ।"

হাতযোৰ কৰি হাঁহি মাৰি নবীনে কয়—"মোক ভুল নবুজিব সবিতা দেৱী। মিনতি কৰিছো, খং নকৰিব। আপোনাক মোৰ বৰ ভাল লাগে দেখিহে ঠাট্টা কৰো...।"

সবিতাই ভিতৰি ভিতৰি খুচি হৈ যায়। মিচিককৈ হাঁহি মাৰি কয়—"হলেও আপোনাক ভয় লাগে; আপুনি মানৱ বিদ্বেষী।"

"গোটেই মিছা। মই মানৱ বিদ্বেষী নহয়—বৰং মানৱ প্ৰেমীহে। মই মানুহক ভাল পাওঁ।"

"আপোনাৰ কথা গোটেই মিছা। আপুনি মানুহক ভাল নাপায়, বিশেষকৈ এই সবিতাক।"

এবাৰ সবিতাৰ চকুলৈ মৰমসনা দৃষ্টিৰে চাই বৰ আবেগভৰে কৈ উঠিল—"আপুনি তেন্তে মোক খং কৰিলে? মই স্ফূৰ্তিহে কৰিছিলো...।" মিচিকিয়া হাঁহি মাৰি নবীনৰ চকুলৈ চাই সবিতাই হঠাতে কৈ পেলালে—"আপোনাক খং কৰিবৰ ক্ষমতা বোধহয় সবিতাৰ কোনো দিনে নহব।" অকস্মাতে কথাষাৰ কৈ তাই চিন্তা কৰিলে কি কথানো ক'লে। অলপ চিন্তা কৰি বৰ লাজময়ীয়া ভাৱৰ হোৱা যেন অনুভৱ কৰি তাই অলপ লাজ লাজ বোধ কৰিলে আৰু তলমুখ কৰিলে। কথাৰ উমা বুজি নবীনে আবেগমিশ্ৰিত কণ্ঠে ক'লে—"আপোনাৰ এই স্নেহ যেন আকাশৰ সবিতাৰ দৰে চিৰ-উজ্জ্বল আৰু চিৰ-বৰ্তমান হৈ ৰয় তাকেহে কামনা কৰো সবিতাদেৱী।"

নবীনে সবিতাৰ চকুলৈ চাই থাকে নীৰৱভাৱে। সবিতা আবেগময়ী হৈ উঠে। অলপ আগতে তৰ্ক মনোভাব উদয় হোৱা চিত্তৰ ফলত যেন নীলকণ্ঠৰ দৰে

নিমিষতে গিলি খে নবীনে সবিতাৰ মনত আত্মভোলা ভোলানাথ হৈ পৰিল। আদৰেৰে তাহেঁকে ক'লে—"আচ্ছা বৰ্মণ, আপুনি মোৰ তালে কিয় নাবায় ?"

"সময়ে নাই মিচ দাস, নেদেখিছেনে মোৰ কিমান কাম।"

"আজি গধূলি সঙ্গীত কলেজলৈ যোৱাৰ আগতে এবাৰ মোৰ তালে চাপিব। দুয়ো একেলগে যাম। যাব নে?" সজল, আকুল দৃষ্টিৰে চায় নবীনলৈ। আনন্দেৰে উত্তৰ দিয়ে নবীনে—"নিশ্চয়। আপোনাৰ কথা পেলাবলৈ মোৰ সাহস নাই।"

"তেন্তে নমস্কাৰ মিষ্টাৰ বৰ্মণ! মই এতিয়া যাওঁ।" তাই থিয় হৈ নমস্কাৰ কৰে। নবীনে তাইলৈ চাই প্ৰতিনমস্কাৰ দিয়ে—"নমস্কাৰ মিচ দাস। এইখন আপোনাৰ কাকত।"

সবিতাই বাতৰি কাকতখন লৈ ওলাই আহে। নবীনো ওলাই আহে। নবীনে একান্ত দৃষ্টিৰে চাই থাকে এই আধুনিকা ৰূপহীৰ লয়লাস গতি। খোজত ফুটিছে যেন নৃত্যৰ ব্যঞ্জনা—হাঁহিত ফুলিছে হেন গোলাপৰ কলি, অতুলনীয় ৰূপ সবিতাৰ।

## ॥ তেত্রিশ ॥

নিতো গধূলি বেহেলা বা এচ্‌ৰাজ এখনকে হাতত লৈ গেটৰ কাষত থিয় হৈ থাকে সবিতা নবীনৰ প্ৰতীক্ষাত। মুখত মধুৰ হাঁহিটি লৈ উপস্থিত হয় বৰ্মণ। দুয়োৰো চকুৰ হয় মিলন; সম্বৰ্দ্ধনা জনায় ইজনে সিজনক মিচিকিয়া হাঁহিৰে। দুয়ো একেলগে যায় সঙ্গীত কলেজলৈ। দুয়ো একেলগেই ৰাতি আঠ বজাত ঘূৰি আহে ঘৰলৈ। সবিতা বয় ঘৰত, নবীন যায় ভাবাঘৰলৈ। কলেজত নাচে গায় সবিতাই; বাদ্য বজায় নবীনে। অন্তৰত প্ৰতিধ্বনি হয় বাৰে বাৰে তাৰ। দুয়ো যায়, দুয়ো আহে। ক্ৰমে বাঢ়ে আকৰ্ষণ।

আজি-কালি সময়ে অসময়ে আহে সবিতা নবীনৰ বাহালৈ। যেতিয়াই তেতিয়াই উপস্থিত হয় নবীনেও সবিতাৰ ঘৰত। অবাধ মিলন—অবাধ চলন ফুৰণ সবিতা নবীনৰ। কোনো বাধা নাই, কোনো দ্বিধা নাই। প্ৰীতিৰ বান্ধন ক্ৰমে দৃঢ়ীভূত হয়।

লক্ষ্য কৰে ইঞ্জিনীয়াৰে, লক্ষ্য কৰে ডক্টৰে, বৰ্‌ডেওঁ। মাকৰ মনতো জাগে সন্দেহৰ ভাব। অতি আধুনিকা সবিতাৰ গতি বন্ধ কৰিবৰ সাহস কিন্তু নাই কাৰো।

পিতাকে নজৰ কৰে নবীনক। এবা ভাল ল'ৰা। বুদ্ধি আছে, উপাৰ্জন সক্ষম, সমাজতত প্ৰতিষ্ঠিত আপোন প্ৰতিভাৰে। উপযুক্ত—অতি উপযুক্ত পাত্ৰ সবিতাৰ। যদি সবিতাৰ মত হয় তেন্তে···। কিন্তু তাইৰ মত নাথাকিবৰতো কোনো কথা নাই; নিজেই বন্ধু আবিষ্কাৰ কৰি আনিছে। প্ৰমাণ বহুত। এবা গান মাত্ৰ উপলক্ষ্য—প্ৰাণ-আতুৰ দুয়ো পক্ষ। সুনিশ্চিত সিদ্ধান্ত পিতাকৰ। বাবু, চেষ্টা কৰি চোৱা যাওক। বুদ্ধি পাঙে গিৰীশ বাসে।

চিন্তাক্লিষ্ট আজি আধুনিকা কন্যাৰ ধনীক পিতা।

গধূলিৰ পাতল আন্ধাৰ। নৱ-বস্ত্ৰ পৰিধানা সবিতা সুন্দৰী। হাতত বেহেলা মুখত প্ৰতীক্ষাৰ উৎকণ্ঠা। এতিয়াও নাহিল নবীন। আশ্চৰ্য্য। ঘূৰি চায় ৰাস্তাৰ ফালে উৎসুক নয়নে। কিন্তু কি অদ্ভুত বিধিৰ বিধি! হঠাতে প্ৰবীণৰ আগমন। নবীনক চাওঁতে প্ৰবীণ ওলাল। কেঁচু খান্দোতে সাপ ওলাল। কোট পেণ্ট পিন্ধি সাজি-কাচি ওলাই আহিছে প্ৰবীণ। তেন্তে সবিতাকে উদ্দেশ্য কৰি আহিছে নেকি প্ৰবীণ কলিতা? সন্ধিয়াৰ এই মৌন আবেশ, প্ৰকৃতিৰ স্নিগ্ধ পৰিবেশ আৰু তাৰ বুকুত সবিতাৰ অপৰূপ বেশ। তেন্তে কি এই ৰূপ উপভোগ্য প্ৰবীণ কলিতাৰ? মন উৎক্ষিপ্ত হৈ উঠে সবিতাৰ। গোবৰুৱাই লব পদুমৰ গন্ধ? দৃষ্টি ফিৰাই আনে তাই। পিচ মুখ দি ওলোটাফালে চায়। কি আচৰিত! হঠাৎ চকুত পৰে নবীনক। ভৰিত চেণ্ডেল, গাত গৰম কোট, মুখত চিগাৰেট। চকুত এটা দুষ্ট হাঁহি। হঠাতে সবিতাক এনে অভিসাৰিকা ৰূপত দেখি বিমুগ্ধ হৈ গ'ল নবীন। বাস্তৱিক বিধাতাৰ সাৰ্থক সৃষ্টি—নাৰীৰ সৌন্দৰ্য্য। লাহে লাহে ওচৰ চাপে নবীন, আগুৱাই যায় সবিতা। স্তব্ধ নবীন। নিমাত-নিটাল। একেথৰে চাই ৰয় এই অপৰূপা ৰমণীৰ অতুলনীয় ৰূপৰাশি। নয়ন কোণত ভ্ৰূকুটি-কুটিল দৃষ্টি লৈ নবীনকে উদ্দেশ্য কৰি কয় সবিতাই—"নিশ্চল হ'ল যে? 'লাইক এ পেইনটেড্‌ চিপ অন এ পেইনটেড্‌ ওচেন' হ'ল কিয় তৎক্ষণাৎ?"

"এই কল্পনাতীত ৰূপ দেখি। 'ফেয়াৰ এজ এ ষ্টাৰ হোৱেন অ'নলী ওৱান ইজ চাইনিং ইন দি স্কাই'ৰ দৰে মন বিজ্ৰ্মকাৰী সৌন্দৰ্য্য দেখি। বাস্তৱিক আপোনাৰ ৰূপৰ তুলনা নাই। দেৱী নে মানবী আপুনি?"

"স্তুতিবাদী কবিৰ স্তৱস্তুতি এৰি বিশ্বনিন্দক সমালোচকৰ দৃষ্টিৰে চাওক—যৌৱন, মই দেৱী নহয়—মানৱী, সৃষ্টিৰ নগণ্যা শ্ৰীমতী সবিতা দাস। বলক, আপোনাক চাওঁতে চাওঁতে আমনি লাগিল।

"তাৰ বাবে মই নিজকে শত ধন্যবাদ দিওঁ ; কাৰণ মই মহা ভাগ্যবান। বলক।"

গেটৰ দুৱাৰ বন্ধ কৰি আগবাঢ়ে সবিতা। নবীনে পিচ লয়। কিন্তু সন্মুখত সমুপস্থিত প্ৰবীণ কলিতা। ওচৰ পায়ে নমস্কাৰ কৰিলে প্ৰবীণে ; প্ৰতিনমস্কাৰ কৰিলে সবিতাই ; হাত যোৰ কৰিলে নবীনে।

"কলৈ যায়।" সবিতাই প্ৰশ্ন কৰে।

"আপোনাৰ তালৈকেই।" উত্তৰ দিয়ে প্ৰবীণে।

"আমি যাম সঙ্গীত কলেজলৈ।" খপহকৈ উত্তৰ দিয়ে নবীনে। তপৃকৈ যেন সোমাই গ'ল এপাট জোঙাল শেল প্ৰবীণৰ বুকুৰে। সঙ্গীত কলেজ ? সবিতা যাব সম্পাদক ধুৰন্ধৰৰ সৈতে সঙ্গীত কলেজলৈ ? সহ্য কৰিব নোৱাৰে প্ৰবীণে। বক্ৰ চকু বিস্ফাৰিত কৰি চায় প্ৰবীণে নবীনৰ ফালে। তৎক্ষণাৎ বুজি উঠে তীক্ষ্ণধী নবীনে। ঈৰ্ষাৰ জ্বালা প্ৰবীণৰ। হাঁহি উঠে নবীনৰ। দ্বিতীয় বাণ নিক্ষেপ কৰিলে ততালিকে।

"মোৰ বৰ গৰম লাগিছে ; কোটটো যাবু তোমাৰ দুমত থৈ আহাগৈ।" কোটটো সোলোকাই সবিতাৰ হাতত দিয়ে। আচৰিত হৈ যায় সবিতা। অকস্মাতে 'তুমি' সম্বোধন ? উত্তেজিত হৈ উঠে প্ৰবীণ—ইকি আশ্চৰ্য্য মিলন ! মন তাৰ সেমেকি যায়। তৎক্ষণাৎ কাষৰ কাটি আঁতৰি যায়। প্ৰবীণে কৈ উঠে—"মই যাওঁ তেন্তে ?"

"যাওক তেনেহলে।" উত্তৰ দিয়ে সবিতাই কোনো জড়তা নোহোৱাকৈ। তাচ্ছিল্যৰ হাঁহি এটা মাৰি নবীনে প্ৰবীণৰ ফালে চাই কয়—"তোমাৰ দুমত থৈ আহিবা, আহোঁতে মই লৈ যাম।"

আন্ধাৰৰ বুকুতে এটা মিচিকিয়া হাঁহি মাৰি সবিতাই এবাৰ নবীনৰ মুখলৈ চালে আৰু কোটটো লৈ ঘৰলৈ সোমাই গ'ল। ইতিমধ্যে প্ৰবীণে নীৰৱে গেট খুলি সোমাই পৰিছে ; সবিতাই সেই খোলা গেটেৰেই গ'ল প্ৰবীণৰ পিচে পিচে। নীৰৱে ঘৰত প্ৰবেশ কৰে প্ৰবীণ কলিতা ; নীৰৱে অনুসৰণ কৰে ৰূপহী সবিতা আৰু নীৰৱে তোৰণ বাৰত থিয় হৈ ৰয় নবীন শৰ্মা—অজ্ঞাত দুৰ্বোধ্য কবিতা। ভিতৰত

সোমাই পিচফালৰ পৰাই সবিতাই প্ৰবীণক কয়—আপুনি বহক, আমি কলেজলৈ যাব লাগে। আজি বহুত পলম হ'ল" কথাষাৰ কৈয়েই তাই ভিতৰলৈ সোমাই যায়। ৰুমৰ দুৱাৰ খুলি কোটটো থৈ দিয়ে তাইৰ কাপোৰ থোৱা আলনাত। তাৰ পাচত দৰ্জাখন বন্ধ কৰি ওলাই আহে। পৰ্টিকত আহি দেখে চিন্তাক্লিষ্ট বেদনাহত প্ৰবীণ বহি আছে বেতৰ চকী এখনত। আন্ধাৰ ক্ৰমে ঘনীভূত হৈ আহিব ধৰিছে। সবিতাই তৎক্ষণাৎ 'চুইচ'টো টিপি দিয়ে। লাইট জ্বলি উঠে। পোহৰৰ প্ৰথম প্ৰয়াসতে জিলিকি উঠে প্ৰবীণৰ বেদনাহত মুখখানি। হাঁহি মাৰি সবিতাই নমস্কাৰ কৰে—"নমস্কাৰ কলিতা! কথা হবৰ মোৰ সময় নাই; তেখেতে ৰাস্তাত মোক অপেক্ষা কৰি আছে—বেজাৰ পাব।" তাই দ্ৰুতপদে বাহিৰ হৈ আহে। নিশ্চল হৈ সি চাই থাকে।

এৰা, বেজাৰ পাব! সি যেন মনতে কৈ উঠে। মই জানো বেজাৰ নাপাওঁ? ৰাস্তাত অপেক্ষা কৰি আছে! মই যে ঘৰত বহি অপেক্ষা কৰিছোঁ? তাৰ প্ৰশ্ন জাগে। তাৰ মনত পৰে সিদিনাৰ ভেৰাইটি শ্বো'ৰ কথা! নবীনে বায়, সবিতাই নাচে। কি আনন্দ! কি স্ফূৰ্তি!! দুয়ো যেন মছগুল প্ৰাণৰ তৃপ্তিত। কাৰোবাৰ হৃদয়ত অমৃত পৰশ লাগে, কাৰোবাৰ অন্তৰত হুলে বিন্ধে। সেই কথাতো নবুজে পাষাণী সবিতাই। সিদিনা মাৰিছে শেল, আজি আকৌ বহুৱালে সুতীক্ষ্ম ছুৰিকা। বেচাৰা প্ৰবীণ!"

সবিতা, নবীন। দুয়ো যায় সঙ্গীত কলেজলৈ। মৌন দুয়ো। দুয়ো চিন্তা কৰে নিজৰ নিজৰ কথা। নবীন ভাবে—ঔষধে ক্ৰিয়া কৰিলেনে নাই? সবিতাই ভাবে—ইমান ক্ৰিয়াশীল এই ঔষধ?

এৰা, ক্ৰিয়াশীল। অদ্ভুত ক্ৰিয়াশীল এই ঔষধ আৰু অদ্ভুত বৈদ্য নবীন। নবীনৰ কাষ চাপে সবিতা। লাহেকৈ কাণৰ কাষলৈ মুখখন নি সৰুকৈ কয়—

"বেচাৰা কলিতাই মনত বৰ আঘাত পালে।"

"পৰৰ আঘাতৰ খবৰ লবৰ আমাৰ সময় নাই। প্ৰয়োজনো নাই।"

"নিষ্ঠুৰ!" নবীনৰ মুখৰ ফালে চাই কয় সবিতাই। নবীনে সবিতালৈ চাই উত্তৰ দিয়ে—

"দয়াৱতী হৈ পুৰি মৰা তাতকৈ বেচি নিষ্ঠুৰতাৰ কাম।"

"চগা আহি নিজে পুৰি মৰিলে জুইৰ দোষ নাই।"

"আৰু চগা পুৰি মৰিলে জুইৰো একো ক্ষতিৰ নাই।"

"কিন্তু জুইত ঘিউ ঢালি আকৌ জ্বলন্ত কৰাত চগা বেচিকৈ হে মৰে।"

"ইফালে কিন্তু লাভ হয় জুইৰ হে। ঘিউও পোৰে, চগাও মৰে।"

কিছুপৰ দুয়ো নীৰৱ ভাবে খোজ কাঢ়ে। দেখে—কলেজৰ দুৱাৰমুখ পাৰ হয় এতিয়া; তাকে দেখি নবীনে কৈ উঠে—"এয়া কলেজ এৰিম এতিয়া। সবিতাই নীৰৱে সোমাই যায় পিচে পিচে। নবীনে খোজ লয়।

## ॥ চৌত্রিশ ॥

আদৰ আৰু অভিমান তিৰোতা জাতিৰ প্ৰকৃতিতে নিহিত আছে। ভায়েক-ভনীয়েকক কৰে আদৰ; ককায়েক, বায়েকক কৰে অভিমান ছোৱালী কালত; বিবাহিত জীৱনত আদৰ কৰে দেৱৰেকক, ননদক, অভিমান কৰে গিৰীয়েকক, জায়েকক। পৰিণত বয়সত আদৰ কৰে সন্তানক, অভিমান কৰে শহুৰেকক। বৃদ্ধা বয়সত আদৰ কৰে নাতিনীয়েকক, অভিমান কৰে পুতেক, বোৱাৰীয়েকক। আদৰ আৰু অভিমান—তিৰোতাৰ স্বভাৱগত সম্পত্তি।

সবিতায়ো অভিমান কৰে বৰুণক, অভিমান কৰে অৰুণক। আজি ইবিধ, কালি সিবিধ। বিধে বিধে দৰকাৰ, দিনে দিনে অভিমান আৰু প্ৰতিদিনে দৰ্কাৰ পূৰণ। ভাগ্যৱতী সহোদৰা উপাৰ্জনক্ষম সহোদৰৰ লাগ বুলিলেই বস্তু হাজিৰ তৎক্ষণাতে।

কন্যাগত-প্ৰাণ পিতা। জীয়েকৰ ইচ্ছাই যেন নিজৰ ইচ্ছা। কোনো কামতে বাধা নিদিয়ে, কোনো বস্তু কিনিবলৈ হাক নিদিয়ে। সবিতাই যেন ঘৰৰ মালিক। স্নেহময়ী মাতৃ। দুটি ল'ৰা, এটি ছোৱালী; ভাতে নুমলীয়া। শেহতীয়া সন্তানলৈ স্বাভাৱিক আদৰ অধিক। তাতে হ'ল সবিতা গুণৱতী, বিদুষী কন্যা। মাকৰ মৰম বাঢ়নী পানীৰ দৰে দিনে দিনে বাঢ়ে।

ঘৰখন যেন সবিতাৰ ইঙ্গিততে পৰিচালিত হয়। সবিতা যেন গৃহলক্ষ্মী। সকলোৱে আদৰ কৰে, ভয় কৰে, সন্মানো কৰে। নিজ ব্যক্তিত্ব গঢ়ি উঠে সবিতাৰ।

স্বাধীন মনা সবিতা। ক্রমে ক্রমে গৃহকর্তীৰ পৰ্য্যায়ত পৰে। চাকৰ-বাকৰে ভয় কৰে, মিতিৰ-কুটুমে খাতিৰ কৰে, অপৰিচিত আগন্তুকে সম্মান কৰে।

সবিতাৰ চিন্তা হয় পক্ক, মন হয় বিবেচনাযুক্ত, স্বভাব হৈ আহে ধীৰ। লাহে লাহে সবিতাৰ শৰীৰ আৰু মনত ফুটি উঠে গাম্ভীৰ্য্য।

ঈৰ্ষা জাগে প্ৰবীণৰ নবীনৰ ওপৰত। ঈৰ্ষাই গৈ শেষত হিংসাত পৰিণত হয়। সি ভাবে—নবীনেই তাৰ এনে নিৰ্মম বিচ্ছেদৰ মূল। সি মূলোৎপাটন কৰিব। সবিতাৰ প্ৰণয়ৰপৰা নবীনে বঞ্চিত কৰিছে তাক। তেওঁৰ প্ৰৰোচনাতে সবিতাই পৰিত্যাগ কৰিলে প্ৰবীণক, নহলে একেলগে চিনেমা চোৱা, একেলগে পাৰ্কলৈ ফুৰিব যোৱা প্ৰবীণক বাৰু কিয় ত্যাগ কৰিব সবিতাই? তাৰ প্ৰশ্ন জাগে। নিশ্চিত সিদ্ধান্তত উপনীত হয় প্ৰবীণ। ওৰে ৰাতি তাৰ টোপনি নাই। সিদিনা—'ভেৰাইটী শো' দেখুৱাৰ দিনাও নাছিল তাৰ টোপনি এই কথাকে ভাবি। সেই দিনা সি সান্ত্বনা লভিছিল থিয়েটাৰ বুলি—অভিনয় বুলি। কিন্তু আজি? আজি হুবহু বাস্তৱ। প্ৰকৃত সত্য। তাৰ আগতে 'তুমি' বুলি সম্বোধন কৰি বৈণীয়েকক দিয়াৰ ঘৰে হুকুম দিছে কোট চোলাটো থৱলৈ। সি নিজ চকুৰে দেখিছে—নিজ কাণেৰে শুনিছে। এনেস্থলত সি সহ্য কৰে কেনেকৈ? তাৰ প্ৰেমৰ পথত কণ্টক একমাত্ৰ নবীন বৰ্মণ—'অনামী'ৰ সম্পাদক ধুৰন্ধৰ। আজিহে সি তাৰ আচল শত্ৰু আবিষ্কাৰ কৰিলে। সি প্ৰতিশোধ লব—নিৰ্মম ভাবে সি প্ৰতিশোধ লব তাৰ প্ৰেমৰ প্ৰতিদ্বন্দ্বীৰ। সি নবীনক ঘাইল কৰিব—টকা খৰচ কৰি গুণ্ডা লগাই দিব। আলোচনীৰ সম্পাদক, সাহিত্যিক দেশৰ মুখপাত্ৰ, সমাজৰ আগ আসনৰ ব্যক্তি নবীন। হওক, তথাপি তেওঁ আজি হীন, নীচ। সামান্যা ছোৱালী এজনীৰ প্ৰেমত পৰে—অইনৰ আশা ছেদ কৰে। সি তেওঁক ক্ষমা নকৰে—ক্ষমা কৰিব নোৱাৰে। আজিৰপৰা প্ৰবীন হল নবীনৰ মাৰাত্মক শত্ৰু। তাৰ টোপনি নাই—টোপনি নধৰে। ধৰফৰ চট্ফট কৰি আছে বিচনাত—যেন জুয়ে পোৰা মানুহহে।

ইফালে বহু ৰাতিলৈ টোপনি নাই নবীনৰ। চিন্তা—সবিতাৰ চিন্তা। কেনে ভাবে বা ললে কথাটো সবিতাই তাকে ভাবিয়ে অস্থিৰ নবীন। ই যে অভিনয়; কিন্তু যদি সত্য বুলি ধৰি লয় সবিতাই? তেতিয়া মিলিব অনৰ্থ, আৰু যদি সত্য বুলি নধৰি অভিনয়ৰ ঘৰে অলীক বুলি ভাবে, তেন্তে সমস্ত আয়োজন হব ব্যৰ্থ। নবীনৰ ইমান চেষ্টা হব নিষ্ফল। দুয়ো ফালে বিপদ। সত্য

বুলি ধৰিলেও বিপদ আৰু অসত্য বুলি ভাবিলেও বিপদ। মহা সঙ্কটত পৰিল নবীন। ভাবি ভাবি একো স্থিৰ সিদ্ধান্তত উপনীত হব নোৱাৰে নবীনে। শেষত স্থিৰ কৰিলে—তথাপি এটা বিপজ্জনক খেলাকে খেলি চাব তেওঁ। ভাবাখেল—হয়তো জিকিব নতু ধ্বংস হৈ যাব। কিন্তু তথাপি কাপুৰুষৰ দৰে পৃষ্ঠভঙ্গ নিদিয়ে। ভাবি ভাৰি এটা বুদ্ধি উলিয়ালে। সবিতাৰ মনৰ ক্ৰিয়া চোৱাৰ উদ্দেশ্যে ৰাতিপুৱাতে যাব তাইৰ তালৈকে কোট চোলাটো অনা ছেলু উলিয়াই।

অন্যফালে সবিতা। নিদ্ৰাহীন দুনয়ন। প্ৰতিবাৰে ৰোমাঞ্চিত হৈ উঠে দেহ। ই কি অঘটন, কি অদ্ভুত কাণ্ড! তেন্তে তেওঁ আকৃষ্ট? ই কি অনুৰাগ? তেনে হলে মোৰ কিবা দুৰ্বলতাৰ চেলু ললে নেকি? মোৰ মনলৈ জানো দুৰ্বলতা আহিছে? মোৰ অনুৰাগ জন্মিছে নেকি? ক'তা মোৰ মনত দেখো একো চিন ধৰিব নোৱাৰো? বাৰে বাৰে শৰতৰ মুখখনিহে দেখোঁ আগত ভাহি উঠে। তেন্তে কি হৈছে মোৰ? প্ৰশ্ন জাগে সবিতাৰ, বেচেৰীয়ে ধৰিব নোৱাৰে নিজৰ মনক। নিজৰ মুখখন নিজে নেদেখাৰ দৰে তাইয়ো তাইৰ মনৰ ক্ৰিয়া ধৰিব নোৱাৰে। অজ্ঞাতে অৱচেতন মনৰ মাজত কেতিয়া আহি অনুৰাগ ঠাই দখল কৰি বহিল তাৰ গমকে নাপালে বেচেৰীয়ে। এয়েতো মানৱ মন। নিজৰ অজ্ঞাতে হয়তো কাৰো-বাক ভাল পাই পেলোৱা যায়। সচেতন মনৰ বিবেক প্ৰহৰীৰ নিৰ্মম চেকনিৰ ভয়ত হয়তো সেই ভাব দমি যায়—কিন্তু নমৰে। দুবৰি বনৰ শুকান ঠাবিৰ গাঁঠিৰ মাজতো তাৰ জীউ লুকাই থকাৰ দৰে অৱচেতন মনৰ তলদেশত হয়তো সি লুকাই থাকে; সময় আৰু সুবিধা পালে ভুমুকি মাৰে আমাৰ অজ্ঞাতেই। সবিতাৰো হল একে দশা। নিজৰ অজানিতে হয়তো বহু কথা বহু ঘটনা হৈ গৈছে। সেয়েহে 'তুমি' বোলাৰ লগে লগে শৰীৰ ৰোমাঞ্চিত হৈ পৰিছিল; কিন্তু বিবেকৰ তাড়নাত পৰি শেষত ধীৰ ভাৱে কাম কৰিবলৈ বাধ্য হৈছিল। সবিতাই নবীনক ভাল নাপায় সচা, কিন্তু সেই বুলি বেয়াও নাপায়; বৰং নিজৰ মনৰ মানুহজনৰ বন্ধু হিচাপে পছন্দহে কৰে। তেন্তে তাৰ বাবেই কিবা হ'ল নেকি? তাই নিজে নিজে প্ৰশ্ন কৰে। প্ৰশ্ন আছে—উত্তৰ নাহে; সমস্যা আছে—সমাধানৰ উপায় নাই। নানা ফালৰপৰা নবীনৰ কথাকে ভাবে তাই। নবীনক কেন্দ্ৰ কৰিয়ে তাই চিন্তাৰ ঐককেন্দ্ৰিক বৃত্ত তৈয়াৰ কৰে। একো সিদ্ধান্ত কৰিব নোৱাৰে তাই।

দুৰ্জ্ঞেয় মনৰাজ্যত ৰহস্য অপাৰ। অনন্ত বিশ্বৰ প্ৰকৃত ৰহস্য অদ্ভুত।

## ॥ পঁয়ত্ৰিশ ॥

ৰাতিপুৱাতে আহি হাজিৰ হল নবীন সবিতাহঁতৰ ঘৰত। চিগাৰেট এটা হুপি হুপি গৈছে নবীন। মুখত সন্দেহৰ ছাঁয়া, চকুত ভয়ৰ দৃষ্টি, যেন সচকিত শৰপহু। সবিতাৰ ৰুমৰ দুৱাৰ কাষত থিয় হ'লগৈ।

এইমাত্ৰ উঠিছে সবিতা। ঢৌ খেলোৱা কৃষ্ণবৰ্ণ চুলিডাৰি আউল-বাউল অসংযত অলকা দুদোলমান আহি কপালত পৰিছে। ললাটৰ কুঙ্কুম তিলক ম্লান—অৰ্ধ-জ্যোতিৰ্বিশিষ্ট। বঙ্কিম ভ্ৰূযুগলৰ অঙ্কিত ৰেখাই মৃগ-নয়ন যুগল কৰি তুলিছে অপৰূপ। সদ্যোত্থিতা গাভৰুৰ প্ৰাতঃ শয্যাত্যাগ স্বপ্নবিলাস প্ৰায়। নিদ্ৰাৰ আমেজত ঢুলঢুল আঁখি দুটি। দুই গণ্ড বিৰূপ যেন বৈ পৰে যৌৱনৰ উদাত্ত সঙ্গীত। অধৰত জিলিকি উঠে মেঘাবৃত সন্ধিয়াৰ ক্ষীণ ৰবিৰ হেঙুলিয়া বোল, অবিন্যস্ত কেশ, অসংযত পৰিবেশ। মনত নিদ্ৰাৰ আবেশ, দেহত অলসতাৰ প্ৰলেপ! লাহেকৈ অঠিৰাখন দাঙি থৈ 'স্লিপাৰ'যোৰ ভৰিত সুমাই লৈ ধলংপলংকৈ দুৱাৰ ওচৰলৈ আহি খিলিটো খুলি দি দুৱাৰখন মেলি দিয়ে। হঠাত চকুত পৰে সন্মুখত দণ্ডায়মান স্বয়ং সম্পাদক ধূৰন্ধৰ। চকুত চকু পৰি মিচিকিয়া হাঁহি মাৰি নমস্কাৰ জনায় নবীনে। লাজ আৰু আনন্দত চমকিত হৈ উঠে সবিতা। ই কি অদ্ভুত! সম্পাদক ধূৰন্ধৰ প্ৰাতসতে উপস্থিত! খোজ ফিৰাই আনে সবিতাই। হাঁহি মাৰি প্ৰতি-নমস্কাৰ কৰি আহ্বান কৰে ভিতৰলৈ।

"এই প্ৰাতসতে?"

হাতৰ ঘড়ীটোলৈ এবাৰ চাই কয় নবীনে—"এতিয়া আমাৰ ইয়াত সাত বাজিছে। আজিকালি ছয় বজাতে ৰাতি পুৱায়। গতিকে এতিয়া প্ৰাতসতে নাই। বোধহয় আমাৰ পশ্চিমে কেইটামান প্ৰাছিমা এবাই গলেহে ৰাতিপুৱাক লগ পোৱা যাব। তাৰ মানে কাণ্ড্যানত এতিয়া ৰাতিপুৱাক লগ ধৰিব পৰা যাব।" হাঁহি মাৰে নবীনে। নবীনৰ মুখলৈ চাই হাঁহি কয় সবিতাই—"আৰু কেইটামান ডিগ্ৰী পূবে অৰ্থাৎ জাপান মানত এতিয়ামানে দুপৰীয়াকে লগপোৱা যাব নিশ্চয়। তাত বোধহয় এতিয়া আঠটামান বাজিছে গৈ। গতিকে জাপানৰ লোকেতো টাইম-মতে কৰ গলে যাই একেবাৰে এজেহ্ৰোৰ লিখিতছে পৰিম।"

"এলেহুৱা নহয়—ভদ্ৰলোকৰ শাৰীত অৰ্থাৎ অফিচৰ বৰ বাবুৰ শাৰীতহে পৰিব।" হাঁহি মাৰি সবিতাই কয়—"বহক আপুনি। মই বাহিৰৰপৰা আহোঁ। পাচতো তৰ্ক যুদ্ধ কৰিম।"

"বাৰু অপেক্ষা কৰিলোঁ প্ৰতিদ্বন্দ্বীক।"

সবিতা ওলাই যায়; নবীনে চকীখনত বহি পৰে। কিছুসময়ৰ পাচত 'বাথৰুম'ৰপৰা ফিৰি আহিল সবিতা। তাই আহি এখন চেয়াৰৰ হাত দুখনত হাত দি হেলনীয়া হৈ নবীনৰ ফালে চাই হাঁহি হাঁহি সুধিলে—

"কোটৰ মায়া? ইমানেই মোহ?"

"নিশ্চয়। মইতো মায়া-মোহ ত্যাগি যোগী হোৱা নাই যে কোটৰ প্ৰতি মায়া নাথাকিব।"

"মাজে মাজে আপোনাৰ কথাবোৰৰপৰা অনুমান হয়, আপুনি যেন পৰমহংসৰ দৰে নিৰ্বিকাৰ।"

"মই পৰমহংস তৰমহংস নহয়—বৰং কব পাৰোঁ, মই পৰম বক। তাৰ মানে হংস মধ্যে বক যথা, আপোনালোকৰ মধ্যে ময়ো তথা, আৰু গোটেই ফাঁকি মোৰ কথা।"

নবীনে কৈ কৈ হাঁহে। সবিতাই হাঁহি হাঁহি শুনে। তাৰ পাচত প্ৰশ্ন কৰে—

"মোৰ ইয়াত থাকিলে হেৰাবলৈ সন্দেহ নেকি?"

"নহয়। ইয়াত কোট নেহেৰায়, কিন্তু…।"

"কিন্তু কি?"

"মানুহ হেৰাবৰ ভয়।"

"হেৰাব পাৰে, একো আচৰিত নহয়। বিশেষকৈ ডেকা মানুহ… ।"

কথাবাৰ কৈয়ে নবীনে সবিতাৰ মুখলৈ চায়। সবিতায়ো ডেওঁৰ ফালে চায়। সবিতাৰ চকুত ফুটি উঠে নাৰীৰ অনন্ত কালৰ চিকাৰীৰ আকুতি, নবীনৰ চকুত ফুটে পুৰুষৰ আবহমান কালৰ মৃগ-পছুৰ নিঃসহায় মিনতি। নাৰীৰ ইঙ্গিতে পুৰুষৰ চিন্তা শক্তি কৰে বিকল, নাৰীৰ চিকাৰী দৃষ্টিত পুৰুষ হয় চঞ্চল। ই যে চিৰন্তন ৰীতি বিধাতাৰ এই বাণ—দৃষ্টিহীন সৃষ্টিবান প্ৰাণী জগতৰ।

সবিতাই যেন গ্ৰাস কৰিব নবীনক। নিৰুপায় জালবদ্ধ হৰিণ সদৃশ নবীন। কিন্তু নবীন নহয় মৃগ-পশু—নবীন হ'ল সিংহ শিশু। নিজ বাহুবলে মায়াজাল

ছিন্ন-ভিন্ন কৰি নিজক হেলাৰঙে মুক্ত কৰিব পাৰে। সবিতাৰ অব্যক্ত তীক্ষ্ণবাণ ব্যৰ্থ কৰিবৰ প্ৰয়াসেৰে হাঁহি মাৰি ক'লে—"আপুনি বেজাৰ পালে নেকি? মই মানুহজন ভদ্ৰ যদিও জিভাখনক ভদ্ৰ কৰিব পৰা নাই। ভাৰতৰ তৃতীয় পঞ্চবাৰ্ষিক পৰিকল্পনাত এইটোকো এটা 'প্ৰজেক্ট' হিচাবে লবলৈ ভাৰত গৱৰ্ণমেন্টক অনুৰোধ কৰি চাব লাগিব। সম্প্ৰতি এইবাৰলৈ আপুনি ক্ষমা কৰক।"

কথা শুনি সবিতাই ওঁঠত কামোৰ মাৰিও হাঁহি বাধিব নোৱাৰি খিলখিলকৈ হাঁহি কৈ উঠিল—"তৃতীয় পঞ্চবাৰ্ষিক পৰিকল্পনাত ভাৰত চৰকাৰে জিহ্বা উন্নয়ন প্ৰজেক্ট' লওক; তাত আমাৰে লাভ, পিচে কালি পুৱা 'আপুনি' গধূলি 'তুমি' আৰু আজি পুৱাই যেতিয়া 'আপুনি' সম্বোধন পাইছোঁ, গধূলিলৈ বোধহয় 'তুমি' পাবৰ আশা আছে নিশ্চয়?"

"অৱশ্যে।"

"কাৰণ?"

"কাৰণ?—প্ৰভাতত গগন আলোকি উদিত হয় দিনমণি সবিতা চকুত লৈ উত্তপ্ত কিৰণ।-তেতিয়া ভয় হয়; সেইবাবে কৰে নমস্কাৰ; আৰু সন্ধিয়াৰ আকাশত ম্লান ৰশ্মি লৈ অস্ত যায় আলোক আকৰ সবিতা মুখত লৈ সন্ধ্যাৰ আন্ধাৰ—তেতিয়া পুনো হয়; সেই বাবে কৰে চেনেহ—আদৰ।"

"আপোনাৰ কবিত্ব, সাহিত্য বাদ দিয়ক। মই নহওঁ আকাশৰ সবিতা—মই পৃথিৱীৰ মানৱী সবিতা। তাইৰ নাই উদয়, নাই অস্ত।"

"তেন্তে কেৱল জীৱনৰ গতি পথত ভ্ৰমি ভ্ৰমি থাই মৰে বাবে বাবে অনাহক কষ্ট?"

এনেতে বাহিৰৰ পৰা চাকৰ ল'ৰাজনে মাত দিয়ে—"চাহ আনিছো বাইদেউ।"

"লৈ আহ।" সবিতাই তাক মাতে। সি সোমাই আহি চাহলুচি দি যায়। সবিতাই চাহৰ কাপ আৰু লুচিৰ প্লেটখন নবীনৰ আগত দি চাকৰ ল'ৰাজনক কয়—"যা, আৰু একাপ মোলৈ আনগৈ।" সি যায়। সবিতাই নবীনক কয়—"চাহ খাওক।"

"সেই কাপো আহক। অকলে চাহ খোৱাত আনন্দ নাই।"

"কিন্তু অকলে চিগাৰেট খোৱাত?"

"আৰাম আছে।" নবীন হাঁহে। সবিতাৰো হাঁহি উঠে। এনেতে চাকৰজনে চাহ দি যায়। দুয়ো একেলগে চাহ খাবলৈ আৰম্ভ কৰে। চাহ খাই নবীনে কয়—"মই যাব লাগে। অনামীৰ প্ৰবন্ধবোৰ চাব আছে।"

"যাওক গৈ। মইতো ৰাখিব নোখোজোঁ। ৰব তেন্তে।" তাই উঠি গৈ আলনাৰপৰা কোটটো আনি নবীনৰ গাত পেলাই দিয়ে।

"নিয়ক আপোনাৰ সম্পত্তি। ইয়াক ৰাখি সবিতাই তাইৰ ৰুম ধন্য নকৰে।" হাঁহি মাৰি ঠাট্টা কৰে।

"হ'লেও মোৰ কোটৰ স্পৰ্শত কৃতাৰ্থ হ'ল এই ৰুমৰ আলনা।"

"বাঃ ইমানেই কোটৰ মূল্য ?"

"মূল্য নহয়—মহিমা।"

কোটটো হাতত পেলাই লৈ হাঁহি মাৰি নবীন উঠে। সবিতায়ো সন্তম হয়। নবীনে সন্মুখত থকা ডাঙৰ আয়নাখনত নিজৰ চেহেৰাটো এবাৰ চাই লয়। কোটটো গাত সুমাই লৈ বুটাম মাৰিব ধৰে আইনাত চাই চাই। পিচফালে থিয় দি চাই থাকে সবিতাই। আয়নাত দুয়োৰো প্ৰতিবিম্ব পৰে। প্ৰতিবিম্ব দেখি দুয়ো হাঁহি উঠে। নবীনে দেখে কোটটো পিন্ধাত বেচ মজা দেখা হৈছে তেওঁক। চেহেৰাখনো মজবুত। নিজৰ চেহাৰা ভাল দেখিলে সকলোৰে মনত আনন্দ লাগে। নবীনৰ সুখ লাগিল। সবিতাই দেখিলে তাইৰ ঘনকৃষ্ণ চুলি কোছা অবিন্যস্ত হৈ কান্ধৰ দুইকাষে বাগৰি গৈছে। মুখত ম্লান মধুৰ চেহেৰা। কানি-কাপোৰ শৃঙ্খলাহীন। ব্লাউজৰ মাজৰ বুটামটো মুক্ত অৱস্থাত। চাদৰখন বাওঁ কান্ধত অনাদৃত ভাবে পৰি আছে। তাই তৎক্ষণাৎ চাদৰখন ভালকৈ ললে। চুলিখিনি ওপৰলৈ তুলি লৈ পিঠিৰ ফালে পেলাই দিলে। কাণৰ কাষৰ অবাধ্য চুলি কেইডালি কাণৰ ওপৰেৰে মেৰিয়াই ললে। তাইৰ এনে কেশবিন্যাস দেখি নবীনে হাঁহি দিলে—"ই কেশবিন্যাস নে কেশ-ক্লেশ ?".

লাজত ৰঙা পৰি হাঁহি মাৰি আঁতৰি গ'ল সবিতা। নবীনে পিচ মুখ দি ফিৰি আহি ক'লে—"তেন্তে এতিয়া মোৰ প্ৰস্থান হওক ?"

"আৰু কোন অঙ্কত প্ৰবেশ হব।"

"আবেলিৰ চতুৰ্থ অঙ্কৰ গধূলি দৃশ্যত।"

"ভাল বাৰু। কিন্তু হিৰণ্যকশিপুৰ বধৰ সময়ত যাতে প্ৰৱেশ নকৰে।'

"ভয় নাই, কলিত বিশেষকৈ কুৰি শতিকাৰ এটমিক যুগত নৰসিংহৰ আবিৰ্ভাৱ নহয়—হাইড্ৰোজেন বোমৰহে সম্ভৱ।"

"বাবু, হাইড্ৰোজেন বোম বন্ধ কৰিবৰ বাবে ইউ. এন. ও. ত প্ৰস্তাৱ লোৱা হৈছে।"

"পুনৰাতে বেজাৰ দিয়া বাবে বেজাৰ নাপায় যেন।"

"বেজাৰ পালেও কাৰো আগত নকওঁ বাবু।" তাই হাঁহি দিয়ে। নধীনেও হাঁহে। নবীন ওলাই আহিল এটা নমস্কাৰ কৰি; প্ৰতি নমস্কাৰ কৰি আগবঢ়াই থলে সবিতাই। ধীৰে ধীৰে নিষ্ক্ৰান্ত হ'ল সম্পাদক ধুৰন্ধৰ।

## ॥ ছয়ত্ৰিশ ॥

চিঠি লৈ সোমাই আহে পিয়নজন। চিঠি দি সি গুচি যায়। চিঠিখন খুলি লয় সবিতাই। শৰতৰ চিঠি। সবিতাৰ গা শিয়ৰি উঠিল। খৰধৰ কৰি পঢ়িবলৈ আৰম্ভ কৰিলে।

শৰতে লিখিছে—

মৰমৰ সবিতা,

মোৰ হিয়াভৰা শ্ৰদ্ধা আৰু স্নেহ গ্ৰহণ কৰিবা। জীৱনত এটা বৰ ডাঙৰ ভুল কৰিবৰ বাবে আগবাঢ়িছিলোঁ; কিন্তু সৌভাগ্যবশতঃ তুমি মোক ৰক্ষা কৰিলা। আজি মই চিন্তা কৰি চাই দেখিছোঁ যে, মানুহ বহুত ক্ষেত্ৰতে প্ৰকৃতিৰ দাস। যুক্তিৰ ধাৰেৰে প্ৰকৃত সিদ্ধান্তত উপনীত হোৱা দুৰূহ বেপাৰ। মোৰ ভুল ধৰা পৰিছে। মই তোমাৰ ওচৰত ক্ষমা চাইছোঁ সবিতা।

তোমাক তাচ্ছিল্য বা উপলুঙা কৰাৰ মূলতে আছিল মোৰ বুজাৰ ভুল। মই তোমাক ভুল বুজিছিলোঁ। এতিয়া জানিলোঁ তোমাৰ ভুল নহয়—ভুল মোৰে। মোক ক্ষমা কৰা সবিতা।

তেজপুৰৰ হুৰ লগা বিয়া মই বন্ধ কৰিছোঁ। পিতাই বৰ্তমান সম্মত হৈছে। এই সুযোগতে আমাৰ কাম আমি সমাধা কৰি লোৱা যুগুত হব বুলি মই ভাবোঁ।

অতি সোনকালে তোমাৰ সুপৰামৰ্শ দি মোলৈ লিখিবা বুলি আশা কৰিলো। আৰু নিলিখোঁ।

মোৰ মৰমৰ সবিতা, মোৰ আজি পুৰণি দিনৰ কথা মনত পৰিছে। সেই পাৰ্ক সেই কাছাৰীঘাট, সেই চিনেমা হল, সেই ফুলনিৰ মধুৰ স্মৃতি বিজড়িত দিনবোৰলৈ আজি মোৰ মনত পৰিছে; আজি আকৌ তোমাৰ পগলা শৰৎদাক সামৰি লোৱা সবিতা। আজি মোৰ ভিতৰৰ পগলা কবিজন জাগি উঠিছে। তাক তুমি শীতল পৰশ দি শান্ত-সজীৱ কৰি তোলা। সবি, মোৰ মৰমৰ সবি। মোৰ অন্তৰ তুমি বুজা, মোক আৰু ভুলত নেপেলাবা। মোৰ হৃদয়ে আজি বলিয়াৰ দৰে তোমাক বিচাৰি ফুৰিছে সবি আৰু নিলিখোঁ। লিখিব নোৱাৰোঁ।

ইতি—

তোমাৰ চেনেহৰ

—শৰৎদা

চিঠি পঢ়ি সবিতা হৈ গ'ল অভিভূতা। শৰৎদা ?

মৰমৰ শৰৎদা ? এবা অতি মৰমৰ শৰৎদা। শৰতৰ হৃদয় আকাশ জুৰি সবিতাৰ উজ্জ্বল কিৰণ পৰিব্যাপ্ত। শৰতৰ কি কাতৰ অনুৰোধ; হৃদয়ৰ সৈতে হৃদয়ৰ কি মধুৰ বিনিময়। পত্ৰেৰে বুজাইছে অন্তৰৰ সকলো কথা—সমস্ত মৰ্মব্যথা। অন্তৰ উজাৰ কৰি যেন বিলাই দিছে তেওঁৰ নিখুঁত ভালপোৱা। তাই বাৰে বাৰে পঢ়ে আকুল হৈ। তাৰ পাচত গৈ বহে বিচনাত। আনন্দ আৰু বিষাদে যেন একেলগে আহি হেঁচি ধৰে। মনত জাগে পুলকৰ বান, দেহত উঠে আনন্দৰ শিহৰণ। বাৰে বাৰে চায়, বাৰে বাৰে ভাবে। চিন্তা কৰে—বহুপৰ চিন্তা কৰে। ক্ৰমে ক্ৰমে শৰতৰ ছবি হৃদয় আকাশত জিলিকি উঠে। তাৰ পিচ মুহূৰ্তেতে হঠাতে তাইৰ মনত পৰে সেই আগৰ চিঠিখনৰ এটি নিৰ্মম বাক্য—"মই অনন্য পৰায়ণা নাৰীকে চাওঁ, অন্যাসক্তা ৰমণীৰ বাবে মোৰ জীৱনৰ দ্বাৰ বন্ধ।" ধীৰে ধীৰে খঙৰ উদ্ৰেক হয়। লাহে লাহে মাৰ যায় শৰতৰ ছবি হৃদয় ফলিত। তাইৰ খং উঠে। ইমান অহঙ্কাৰ ? তেন্তে কিয় আজি আকৌ ক্ষমা প্ৰাৰ্থনা ? ছলনা আকৌ ছলনা ? ছলনাময় পুৰুষ ! পুৰুষৰ বিশ্বাস নাই। অন্ততঃ সবিতাই আকৌ কোনো পুৰুষকে বিশ্বাস নকৰে। আজি আৰু তাই ক্ষমা কৰিব পৰা অৱস্থাত নাই। তাইৰ ঘৃণা আহে। বাঃ ৰামচন্দ্ৰ। সীতা শান্তি বিচাৰিছে জীৱনৰ

সঙ্গিনী কৰিবলৈ। কুৰি শতিকাত বিচাৰিছে সত্য যুগৰ নাৰী। কাণ্ডজ্ঞান হীন। জগতৰ ক্ৰমবিকাশ আৰু জীৱনৰ ক্ৰমোন্নতিৰ লগে লগে যে, আচাৰ পদ্ধতিৰো পৰিবৰ্তন হয় তাৰ জ্ঞান কিয় নাই বাপু? বিবৰ্তন আৰু পৰিবৰ্তন যে অঙ্গাঙ্গী-ভূত ভাৱে জড়িত তাৰ জ্ঞান ফেৰা নাই কিয়? আজিকালি কুৰি শতিকাৰ লক্ষ্মণ যেনেকৈ বৌৱেক সীতাৰ মুখ যেখাৰ ভয়ত ওলোটা ফালে চাই কথা নকয়, বৰং বৌৱেকৰ মুখলৈ ঘনে ঘনে চাই হাঁহি উঠা কথাহে কয়। পঞ্চবটী আশ্ৰমত ধনুৰ গুণেৰে আঁক দি অকলে এৰি নাযায়, কলমেৰে আঁক মাৰি চিঠি লিখি থৈ যায়। আধুনিক ৰামচন্দ্ৰয়ো ঘৈণীয়েক সীতাক লৈ অকল লক্ষ্মণৰ লগত বনবাসলৈ নাযায় —বৰং বান্ধৱীসকলক লৈ বন্ধুবৰ্গৰ সৈতে বনভোজলৈহে যায়। সেই ৰামো নাই, সেই অযোধ্যাও নাই, সেই সত্য যুগো নাই, সেই বনবাসো নাই। আধুনিকা সীতাৰ কোনো ৰাৱণৰ দ্বাৰা লাঞ্ছিতা হোৱাৰ আশঙ্কাও নাই; বৰং সন্মানিতা হোৱাৰহে সুযোগ আছে। আজিকালি তেনে বৰ্বৰ ৰাৱণো নাই, আৰু তেনে কম বুদ্ধিৰ সীতাও নাই। মানুহৰ বুদ্ধিবৃত্তিৰ উৎকৰ্ষতাৰ লগে লগে যে চাল-চলনৰো পৰিবৰ্তন ঘটিছে তাৰ জ্ঞান নাই কিয় এই পাশ্চাত্য শিক্ষা প্ৰাপ্ত ভদ্ৰলোকৰ? দেশ, কাল, পাত্ৰৰ জ্ঞান নাই কিয়? বাস্তৱিক বৰ্বৰ 'টুপিয়ে'ই ঠিক। ধুৰন্ধৰে এনেয়ে 'গাধা' নাম দিয়া নাই। বেচেৰাৰ ল'ৰালি দেখি পুতৌ হয়। তাইৰ চিন্তা ক্ৰমে অন্য ফালে গতি কৰে। লাহে লাহে তাইৰ সন্মুখত ভাহি উঠে সম্পাদক ধুৰন্ধৰৰ ছবিটো। ক্ৰমে ঘনীভূত হৈ আহে। শৰতৰ চিন্তা ধীৰে ধীৰে নাইকিয়া হৈ যায়। বিস্মৃতিৰ কোনোবা অন্ধকাৰ গুহাত হয়তো লোপ পাব শৰতৰ ছবি। তাই খৰধৰ কৰি কাগজ কলম লৈ লিখিবলৈ আৰম্ভ কৰে—

মাননীয় ভুঞাদেৱ,

আপোনাৰ চিঠি পাই কৃতজ্ঞ হলোঁ। ইমান দিনৰ মূৰত আদালতৰ কেচ আৰু ফাইলৰ মাজত সোমাই থাকি হঠাতে মোলৈ মনত পৰাত নথৈ সুখী হলোঁ। আপোনাৰ শুভ কামনা কৰিলোঁ।

আপুনি কি ভুল কৰিবলৈ ওলাইছিল আৰু মই কেনেকৈ ৰক্ষা কৰিলোঁ তাক বুজা নগ'ল। মই কিহৰ কথা কৰিব লাগে? মোৰ কি জগৰ লগাইছে? মোৰ সুপৰামৰ্শ কিহত লাগে? যদি কিবাত লাগে, তেন্তে দিব পাৰোঁ—

আপুনি সোনকালে তেজপুৰত বিয়া কৰাওক। আপোনাৰ বয়সৰ দাবীক অস্বীকাৰ কৰা নাযায়। পুৰণি দিনৰ কথা বাদ দিয়ক। "অতীত মৰাহি গ'ল, মনৰপৰাই তাক কৰা বিসৰ্জন" এই ফাঁকি বোধহয় এই কাৰণেই লিখিছিল। অতীতৰ কথা এৰি দিয়ক। নিজক পগলা বুলি লিখিছে। যদি পগলা হৈছে; তেন্তে কাছাৰীঘৰ এৰি পগলা ফাটেকলৈকে যাওক গৈ। আপুনি তেজপুৰতে আছে, গতিকে একো কষ্ট নহব, দুয়োবিধ তেজপুৰতে। তেতিয়া নিজৰ, দেশৰ আৰু দহৰ উপকাৰ হব।

মোৰ শীতল পৰশেৰে জীপ লোৱা কথা শুনিলে ভবিষ্যতে হাকিমনীয়ে খুচি নহব যেন অনুমান হয়। বৰ আবেগপ্ৰবণ নহব; লোকৰ মোকৰ্দ্দমা বিচাৰ কৰা মানুহ। মই যে আপোনাৰ অন্তৰ বুজোঁ তাক আপুনি স্বীকাৰ কৰিছে; সেই-বাবে মই খোলাকৈ কৈ দিলোঁ—সবিতাই বিচাৰে একমাত্ৰ তাইৰ ভাল পোৱা জনকহে। সম্পত্তি নাইবা সুবিধা ভাল পোৱাজনক সবিতাই কেতিয়াও ভাল নাপায়। তাই চায় পুৰুষৰ মন—ধন নহয়, মানো নহয়। তাই চায় জীৱন সঙ্গিনী হবলৈহে—খেলাৰ বঙ্গিণী হবলৈ নহয়। আৰু নাই। নমস্কাৰ।

ইতি—

আপোনাৰ

শ্ৰীমতী সবিতা দাস।

চিঠিখন লিখি উঠি লেফাফাত ভৰাই লৈ শিৰোনামা লিখি লেটাৰ বক্সত পেলাই দি আহে। নিজে গৰ্ব অনুভৱ কৰে তাই। আজি বুজিলে—বিজয়িনী সবিতা। পুৰুষৰ গৰ্ব চুৰমাৰ কৰি দিলে তাই। আনন্দত মতলীয়া হৈ নিজে নিজে গুণ-গুণকৈ এটা গানৰ দুই শাৰীমান গাই যায়।

কাছাৰীৰপৰা আহি শ্ৰান্তদেহে শৰতে চকীখনত ঢলি পৰে মানসিক পৰিশ্ৰমৰ ক্লান্তি বহু সময়লৈ আঁতৰ নহয়। ওবে দিন মানসিক পৰিশ্ৰম কৰি শৰৎ ভাগৰি পৰিছে। টেবুলৰ ওপৰত থকা চিঠিবোৰ দুই এখন লাৰি-চাৰি চায়। এখনৰ ওপৰত সবিতাৰ আখৰ দেখি চমকি উঠিল। মন পুলকিত, শৰীৰ ৰোমাঞ্চিত হৈ পৰে। আবেগত খোঁকি-বাখোঁ লাগে অন্তৰ। শৰীৰৰ ভাগৰ ক্ষন্তেকতে কৰবালৈ গ'ল। চিঠিখন অতি সন্তৰ্পণে খুলি ললে শৰতে। মনে মনে পঢ়ি গ'ল। একবাৰ দুবাৰ—তিনিবাৰ পঢ়ে। তেওঁ বৰ আবেগেৰে চিঠি খুলিছিল। সেই আবেগ

কন্তেকতে নাইকিয়া হৈ গ'ল। চিঠিৰ ভাষাই তেওঁৰ মন ভাঙি পেলালে। অন্তৰ সেমেকি যায়—দেহ হৈ যায় শীতল। ই প্ৰতিশোধ নে খেলা? সবিতাই অভিমান কৰিছে নে ইতিকিং কৰিছে? সচাকৈ সবিতাই তেওঁক ত্যাগ কৰিলে নেকি? কিয়? কিয় ত্যাগ কৰিলে তেওঁক তেওঁৰ প্ৰাণৰ সবিয়ে? তেওঁৰ ভুল? এৰা, শৰতৰে ভুল। ভুল। ভুল বুজি যি কথাৰে তেওঁ সবিতাৰ হৃদয় চুৰমাৰ কৰি দিছিল, আজি তাৰে প্ৰতিশোধ। সবিতাই ক্ষমা কৰা নাই, নতুবা বিশ্বাস কৰা নাই।

সিদিনা ভেৰাইটিশ্বোৰ দিনা সবিতাই তেওঁৰ ফালে চাই নৃত্যৰ যি অভিনয় মুদ্ৰা সঞ্চালন কৰিছিল ই মাত্ৰ তাইৰ নৃত্য—সত্য নহয়। নৃত্যকে সত্য ভাবি শৰতে ভুল কৰিলে নেকি? তেওঁৰ কাৰণে সবিতাৰ নৃত্য আৰাধনা—ই যে তাইৰ প্ৰকৃতি, স্বভাৱৰ বিকল্প সাধনা। ভাব আহে, ভাব যায়—দিয়াত গুজৰি গুমৰি মৰে চিন্তা। দুৰ্বলতা। এক দুৰ্বল মুহূৰ্তত দুৰ্বল চিন্তাই আগুৰি পেলালে মন। আবেগ দমাব নোৱাৰি লিখিলে চিঠি। ছিঃ ভুল কৰিলে। নিজক ইমান সৰু কৰিলে সামান্যা ছোৱালী এজনীৰ ওচৰত! লাজ লাগিল তেওঁৰ। ধিক্কাৰ লাগিল মনত, বিকাৰ লাগিল প্ৰাণত। নিজক কৰিলে হেয়—আত্মমৰ্য্যাদা কৰিলে ক্ষুণ্ণ। বেয়া লাগিল শৰতৰ। চিঠিখন সামৰি থলে। মেঘাচ্ছন্ন হ'ল যেন আজি শৰতৰ নিৰ্মল হৃদয়-আকাশ; শোকাচ্ছন্ন হ'ল মন।

যেতিয়া সবিতাই তেওঁক বিচাৰিছিল, তেতিয়া তাইক দিলে ঠেলি; যেতিয়া তেওঁ বিচাৰিলে সবিতাক, তেতিয়া সবিতাই কলে নালাগে বুলি। এয়ে হ'ল শৰতৰ বেদনা মৰ্মভেদী, এয়ে হ'ল সবিতাৰ নিৰ্মম ট্ৰেজেডী।

শৰতৰ অন্তৰত অঙ্কুৰিত হ'ল এক মৰ্মভেদী যাতনা; ৰচিত হ'ল এখনি হৃদয় বিদাৰক ইতিহাস।

॥ সাতত্ৰিশ ॥

অসম বিখ্যাত—চাহৰ নিমিত্তে, কিন্তু কুখ্যাত বানপানীৰ নিমিত্তে, গৰা খহনীয়াৰ নিমিত্তে; ভূমিকম্পৰ নিমিত্তে। প্ৰতি বছৰে চাহ হয় ৰপ্তানি, দেশ-বিদেশে আৰু প্ৰতি বছৰে বানপানী হয় আমদানী চহৰে-নগৰে, গাঁৱে-ভূঁয়ে। চৰকাৰৰ বাজেটত প্ৰতি বছৰে ডাঙৰ অঙ্ক বহে আয়ৰ ঘৰত চাহৰ বাবে, আৰু বৃজন অঙ্ক বহে খৰচৰ ঘৰত বানপানীৰ বাবে। নিত্য নৈমিত্তিক ঘটনা, নিত্য নৈসৰ্গিক বিপদৰ অৱতাৰণা।

বান আহে, বান যায়—অসমক কৰি যায় জৰ্লা-কলা; এই বিপদৰ সৈতে অসমীয়া মানুহ চিৰাভ্যস্ত। বিধিৰ এই যে এক নিকৰুণ বিধান।

মনচুন বলে। পাহাৰত ঠেকা খায়। বৰষুণ নামে। ব্ৰহ্মপুত্ৰত বান আহে। কঁপিলী ওফন্দি উঠে, বেকীৰ দলং ভাগে, পাগলাদিয়াই গাঁৱৰ মাজেৰে গতি কৰে। অসম জুৰি আৰ্তনাদ উঠে, হাহাকাৰ লাগে। ঘৰৰ ভেটি ডুবে, গৰু ছাগলী মৰে, মানুহ লঘোন পৰে। চৰকাৰৰ চেষ্টা চলে। আলি বান্ধে, মথাউৰি মাৰে। অপচেষ্টা। চৰকাৰৰ সমস্ত চেষ্টা, উদ্যোগ ব্যৰ্থ কৰি বান-বাৰিষাই কৰে তীব্ৰ অভিযোগ। তথাপি মানুহ কৰে দুৰ্বাৰ চেষ্টা। চৰকাৰে চাউল বিলায়, খাদ্য-দ্ৰব্যৰ যোগান ধৰে। ৰাইজে নখ জোকাৰে নদী বয়। এমুঠি দুমুঠি চাউল, এক অনা, দু অনা পইচা। চাউল উঠে মোনে মোনে; টকা উঠে হেজাৰে হেজাৰে। ডেকা ল'ৰা ওলায়, গাভৰু ছোৱালী ওলায় নিপীড়িতৰ সহায়ৰ বাবে স্ব-ইচ্ছাৰে। ডেকা যায়, ডেকেৰী যায়, বুঢ়ায়ো টঙালি বান্ধি ওলায়। যুঁজ চলে মানুহৰ প্ৰকৃতিৰ সৈতে। চৰকাৰ আৰু ৰাইজৰ সমূহীয়া চেষ্টাত বানবিধ্বস্ত অঞ্চলত সাহায্যৰ কাম চলে। বহু মৰে—বহু বাচে। চেষ্টাৰ অন্ত নাই—কষ্টৰ সীমা নাই। প্ৰপীড়িতৰ দুৰ্গতি, স্বেচ্ছাসেৱকৰ অসীম কষ্ট। শদিয়াত বানপানী! পৰ্বতত কাছ কণী। পৰ্বতো ডুবে, সাগৰো শুকায়। আচৰিত কালৰ গতি।

প্ৰকৃতিৰ নিষ্ঠুৰ নিষ্পেষণত নিঃসহায় সকলৰ উদ্ধাৰৰ বাবে মনো-বেদনাত প্ৰপীড়িত শৰৎ ওলাল শদিয়া অঞ্চলে—প্ৰতিকাৰৰ বাবে খাদ্য-দ্ৰব্য, টকা-পইচা, কানি-কাপোৰ, ঔষধ-পাতি সমন্বিতে। লগত বহুত কৰ্মচাৰী, অনেক স্বেচ্ছাসেৱক।

খুচি হয় শৰৎ। ব্যৰ্থতাৰ বুকুত বাহি মন মাৰি নিজক ধ্বংস কৰাতকৈ পৰৰ বাবে জীৱন উচৰ্গা কৰাত তৃপ্তি আছে, জীৱনৰ নতুন সোৱাদ আছে। এৰা ; ই তেওঁৰ আত্মতৃপ্তিৰ অভিনৱ উপায়। বিধিয়ে যেন স্ব-ইচ্ছাই পঠাই দিলে এই নতুন ব্যৱস্থা। বিধাতাৰ মতলব বুজা টান।

দিন নাই, ৰাতি নাই—কাম, মাথোঁ কাম। শৰতৰ নাই বিৰাম, নাই আৰাম। অবিশ্ৰান্ত কৰ্ম-সাগৰত নিমজ্জিত হ'ল আজি শৰতৰ মন। তলে পানী ওপৰে পানী। পানীৰে প্লাবিত অঞ্চল। চাৰিওফালে নিপীড়িতৰ আৰ্তনাদ, নাৰীৰ কৰুণ বিননি। ডাক্তৰ কম্পাউণ্ডাৰৰ দল আহে ঔষধ পত্ৰ লৈ, স্বেচ্ছাসেৱকৰ দল আহে খাদ্য-দ্ৰব্য লৈ। নাৱে নাৱে চাউল আহে, নানাৰকম কানি-কাপোৰ আহে, খাদ্যদ্ৰব্য বিতৰণ কৰে, বেমাৰীকে শুশ্ৰুষা কৰে, আৰ্ত-পীড়িতক ৰক্ষা কৰে। শৰতে নিজক পাহৰি যায় অবিৰাম কৰ্ম স্ৰোতত। এই সকলোবোৰ অভিনৱ যেন লাগে। কৰ্মৰ মাজতে যেন অভিনৱ দেখে। কৰ্মতেই মানৱৰ পৰিতৃপ্তি, কৰ্মতেই পুৰুষৰ পৰম শান্তি।

বাতৰি কাকতত ডাঙৰ ডাঙৰ আখৰেৰে ওলাই—'বান প্ৰপীড়িত শদিয়া'। 'ওভাৰ ফ্লাডেৰ বিভাৰ পাগলাদিয়া' ; 'কপিলীৰ গৰাহত নগাঁও,' 'বেঁকী নদীৰ দলং ভাগিছে' ইত্যাদি। খবৰৰ পিচত খবৰ কাকতৰ পিচত কাকত ওলাইছে ; ভয়াবহ বাতৰিয়ে আতঙ্কৰ সৃষ্টি কৰিছে মানুহৰ মনত, লগতে বিক্ৰি বাঢ়িছে বাতৰি কাকতৰ।

নানা ঠাইত সভা-সমিতি বহে। চহৰে-নগৰে, গাঁৱে-ভুঁয়ে ডাঙৰ ডাঙৰ ৰাজনৈতিক নেতাসকলে বক্তৃতাৰ ফুলজাৰি মাৰিছে। বান-পীড়িতৰ দুঃখ-দৈন্য বিমোচনৰ বাবে ৰাইজৰপৰা অৰ্থ সাহায্য বিচাৰিছে। চমৎকাৰ মনোমোহিনী বাণী। বান-পীড়িতৰ সাহায্যৰ অজুহাত দেখুৱাই অৰ্জন কৰিছে জনপ্ৰিয়তা ৰাজনৈতিক নেতাসকলে। সস্তা জনপ্ৰিয়তা। বানপানী আহে। ই যেন নাটকীয় ঘটনা—কাকো কৰে সৰ্বস্বান্ত, কাকো কৰে জনপ্ৰিয়। কাৰো হয় দুৰ্যোগ,—কাৰো মিলে সুযোগ। এনেভাৱে বানে আহি প্ৰতি বছৰে কাকো কৰি যায় অন্তম দৰিদ্ৰ আৰু কাকো পাতি যায় জননায়ক—দেশহিতৈষী পুৰুষ।

গাঁওবাসীয়ে দান কৰে ধান, চহৰবাসীয়ে দান কৰে গান। থিয়েটাৰ হয়, 'চেৰেটী শো' হয়। বান-পীড়িতৰ সহায়ৰ বাবে চহৰত চলে 'চেৰেটী শো'। সাহায্য সমিতি গঠিত হয়। টকা উঠে। নতুন নতুন নামেৰে গঠিত হয় নতুন নতুন

দল। ডেকা ল'ৰা-ছোৱালীৰ দল নামে। স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰীৰ খদম-দম উলাহ-মালহ চলে। নানা অনুষ্ঠানৰ জৰিয়তে নানা নামেৰে হয় থিয়েটাৰৰ দল গঠন।

গুৱাহাটী চহৰ। মহানগৰীৰ মহা উত্তেজনা। ঘৰে ঘৰে বাতৰি কাকত পঢ়ে, ঘৰে ঘৰে আলোচনা চলে—ফাঁচী বজাৰৰ মহাজনসকলৰ আলোচনা চলে—মালৰ নাটনি হব, গতিকে দাম বাঢ়িব। মাল মজুত ৰাখিব লাগে। বান-বিধ্বস্ত অঞ্চললৈ চৰকাৰে মাল পঠাব। দুই পইচা এই ছেগতে ধৰি লব লাগিব। বানপানী হৈ একৰকম বক্ষা। কোনোৱে মৰে পেটৰ জ্বালাত, কোনোৱে কৰে দুই পইচা লাভৰ আশাত। পানবজাৰৰ কাপোৰৰ দোকানীয়ে কাপোৰৰ দাম বঢ়ায়।

জামাতুল্লাৰ আগৰ চ'কটোত ৰেডিও শুনিবৰ বাবে গধূলি কলেজৰ ল'ৰা জমে। আলোচনা চলে—স্বেচ্ছাসেৱক হৈ শদিয়ালৈ যাব। যায় যাব প্ৰাণ তথাপি বিপদ-গ্ৰস্তসকলক উদ্ধাৰ কৰা কৰ্তব্য। ডেকা তেজৰ পিৰপিৰণি উঠে। নিস্বাৰ্থ ছাত্ৰ-মনৰ স্বাভাৱিক উক্তি; সৰল আৰু নিষ্পাপ অন্তৰৰ স্বতস্ফূৰ্ত বাণী। কলেজত ল'ৰা-ছোৱালীৰ আলোচনা হয়। দলে দলে যোগ দিয়ে স্বেচ্ছাসেৱকৰ দলত। উজান বজাৰৰ নাট্য মন্দিৰত আলোচনা চলে—নাট্য-সমিতিৰ দ্বাৰা চেৰিটি শ্বোৰ ব্যৱস্থা কৰিব লাগে পীড়িতসকলৰ সাহায্যৰ বাবে। নাট্যকাৰ, অভিনেতা, অভিনেত্ৰীৰ জনাজট লাগে। নাটক বাছে, অভিনেতা-অভিনেত্ৰী নিৰ্বাচন কৰে। নাটকৰ আখৰা চলে।

সবিতাহঁতেও তৈয়াৰ কৰিলে এটি দল। দেশৰ এনে দুৰ্যোগত এনেয়ে বহি থাকিব নোৱাৰে তেওঁলোকে। শক্তি অনুযায় দেশবাসীক সহায় কৰা কৰ্তব্য বুলি বিবেচনা কৰে। সেয়েহে সবিতাহঁতে 'নৱনাট্য সমিতি' নাম দি গঠিত কৰিলে এটা দল। সম্পাদিকা হ'ল স্বয়ং সবিতা দেৱী। দলে দলে আহি যোগ দিলে, ডেকা-গাভৰুৱে, উচ্চশিক্ষিত লোকৰ হ'ল সমাৱেশ। সমিতিৰ গাম্ভীৰ্য্য বাঢ়িল।

জয়ন্তী, বাসন্তী, আৰতি, উৎপলা, নীৰলা, সৰলা, ৰেণু, ভানু, মঞ্জু, কুঞ্জ আদিয়ে যোগ দিয়ে; নীৰেন, ধীৰেন, বীৰেন, সুৰেন, দীনেশ, উমেশ, পৰেশ, সুৰেশ আদিয়ে যোগ দিয়ে; আৰু যোগ দিয়ে এই গ্ৰহবোৰৰ উপগ্ৰহবোৰে; যোগ দিয়ে তাৰকা-সকলৰ আকৰ্ষণত গ্ৰহবোৰে। সবিতাৰ সৌৰ জগতত অলেখ গ্ৰহ, উপগ্ৰহ। বুধৰ দৰে অতি ক্ষুদ্ৰ প্ৰবীণ অতি ওচৰত। তাৰ পৰিভ্ৰমণ কাল অতি অলপ দিন। নেপ-চুনৰ দৰে শৰতৰ কক্ষপথ বহু আঁতৰত। পৰিভ্ৰমণ কাল বহু দিনৰ মূৰত। এইজন

দৃষ্টিৰ বহু আঁতৰত, উদয়ৰ সম্ভাৱনা নাই। কিন্তু নবীনৰ? নবীন গ্ৰহ নহয়— ধূমকেতু। অতি ওচৰত হ'লেও তাক সূৰ্য্যই আকৰ্ষণ কৰিব নোৱাৰে। ধূমকেতু-বোৰ সৌৰ জগতৰ বাহিৰৰ। কক্ষপথ অতি দূৰ। আপোন ইচ্ছাত মাজে মাজে আহি দৃষ্টিগোচৰ হয়। উজ্জ্বলভাৱে দেখা যায় আৰু নিৰ্মমভাৱে সূৰ্য্যৰ আকৰ্ষণ প্ৰত্যাখ্যান কৰি গুচি যায় কোনোবা অজান দেশলৈ। ই মাত্ৰ সৌৰজগতত বিশৃংখল তাৰ সৃষ্টি কৰে আৰু মাজে মাজে একোটা আলোড়ন তুলিবলৈ চায় সৌৰ জগতত। সূৰ্য্যৰ আকৰ্ষণৰ বাহিৰ; সেইবোৰে অতি ওচৰত থকা সত্বেও সবিতাই আকৰ্ষণ কৰিব পৰা নাই নবীনক। তাৰ কাৰণে মনে মনে ক্ষুন্ন হয় সবিতা।

নাটক লাগে। নবনাট্য সমিতিক আধুনিক নাটক লাগে—অভিনয় কৰিবলৈ। সম্পাদিকা সবিতাই নাটক বিচাৰে। মিটিঙত তাই প্ৰস্তাৱ দিয়ে—"হাতে লিখা অৱস্থাত থকা নাটক কৰিব পাৰিলে সুবিধা হয়—।" তাই আৰু কয়—"নাটকখন সৰু হব লাগিব যাতে ডেৰঘণ্টা দুঘণ্টাৰ ভিতৰতে শেষ হয়।" কিন্তু নাটক দিব কোনে? সকলো নিমাত। জয়ন্তীয়ে উঠি কয়—সম্পাদক ধুৰন্ধৰে ইচ্ছা কৰিলে উপযুক্ত নাটক লিখি দিব পাৰে। তেখেতক অনুৰোধ কৰা বেয়া নহয়।" জয়ন্তী আকৰ্ষিতা নবীনৰ প্ৰতি। আঠাইশৰ ডেওনা পাৰ হৈয়ো নাৰীৰ যৌৱন অটুট ৰাখিবলৈ কৰা তাইৰ দুৰ্বাৰ সাধনাক নেওচি গালৰ হনু উঠি আৰু চকুৰ কোটৰ দুটি বহি যদিও তাইক তৰুণীৰ শাৰীৰপৰা নমাই দিবলৈ সময় আৰু স্বাস্থ্যই যৎপৰোনাস্তি চেষ্টা কৰিছে; তথাপি মূল্যৱান প্ৰসাধনে তাক পৰাস্ত কৰিবলৈ প্ৰাণপণে যত্ন কৰি আছে। তাৰ ফলতে তাই আজিও অধিক সংখ্যক ডেকা ল'ৰাৰ কবিতাৰ বিভাৱ-উদ্দীপনা আৰু আলম্বন যোগাবলৈ সক্ষম হৈ আছে। নবীনৰ প্ৰতি আকৰ্ষণ বোধ হয় তাইৰ সম বয়সৰে বাবী বুলি অনুমান হয়। অৱশ্যে সাহিত্যৰ প্ৰতি তাইৰ অনুৰাগো নিচেই উলাই কৰিব পৰা বিধৰ নহয়। মানসিক স্বাচ্ছন্দ্যৰ বাবে সাহিত্য-কে তাই অবলম্বন হিচাবে লৈছে। ইফালে সদ্য-যৌৱনা মঞ্জুৱে মনে মনে চিন্তা কৰে এই চতুৰ ধুৰন্ধৰক হাত কৰিবলৈ। যোৱাশীপ্ৰিয় নবীনৰ দৃষ্টি চকুৰ আঁৰাতত থেকেৰী মঞ্জু ইতিমধ্যে কিছু পৰিমাণে বাহিৰ হৈ গৈছে। এই মানসিক দ্বন্দ্বাত্মক আজি বিছুৰিনৰপৰা বেহ বাৰুকৈয়ে চলি আছে। একালে জয়ন্তী, আনকালে মঞ্জু মাজতে নবীন। জয়ন্তী আৰু মঞ্জুৰে টান আৰু বাৰখনত নবীন হৈছে বলী। সাধাৰণ বলী হ'লে এই দুই বীৰাঙ্গনাৰ হাতত কাহানিবাই হিচিঙাদি ছোৱাল

হ'লহেঁতেন। কিন্তু নবীন হ'ল ওডালৰ জৰী—অতিপাত টান; সহজে নিছিগে। নাজানো জৰীয়ে ছিগে নে তাইহঁতৰ হাতে কাটে।

জয়ন্তীক মঞ্জুৱে ঈৰ্ষা কৰে। সেয়েহে নবীনৰ নাম প্ৰস্তাৱ কৰাত তাই মাৰিলে খোঁচা—"ভিতৰি ভিতৰি যদি এনে সু-খবৰ কৰোঁতা আছে, তেন্তে আমাৰে ভাগ্য ভাল। জয়ন্তী দেৱীয়ে আমাক নাটকখন দিব বুলি আমি ধৰি লব পাৰোঁ।" কথাষাৰ কৈয়ে মঞ্জুৱে অঙ্কিত ভ্ৰূযুগল কুঞ্চিত কৰি কেৰাহিকৈ দৃষ্টি কৰে জয়ন্তীলৈ। কথাৰ খোঁচা বুজিব পাৰি মঞ্জুৰ উপগ্ৰহ পৰেশে হাততালি বজাই সমৰ্থন কৰিলে—"নিশ্চয়, নিশ্চয়!" স্ত্ৰী-পুৰুষ সকলো কেইজনেই জয়ন্তীৰ ফালে নজৰ কৰিলে। জয়ন্তী ৰঙা পৰি উঠিল। জয়ন্তীৰ এনে সঙ্কটাপন্ন অৱস্থা দেখি সবিতাই বিপদৰ পৰা উদ্ধাৰ কৰিবৰ হেতুকে কৈ উঠিল—"তেখেতৰ বাহিৰে ইমান কম দিনৰ ভিতৰত আইনে নাটক দিব নোৱাৰিব বুলি মোৰো বিশ্বাস। গতিকে অকল জয়ন্তীয়ে নহয়—আমি সকলোকেইজনীয়ে তেখেতৰ তালৈ গৈ অনুৰোধ কৰা উচিত। তেখেত যব অহঙ্কাৰী মানুহ, দুই এজনৰ কথা গ্ৰাহ্যকে নকৰিব।"

সবিতাৰ কথাত সকলোকেইজনী নীৰৱ হ'ল। সবিতাৰ কথাৰ ওপৰত প্ৰতিবাদ নচলে কাৰো। সেই দেখি 'মৌনং সম্মতি লক্ষণং' কৰি সকলোটিয়ে মত দিলে। তাৰ পাচত দলৰ নিয়ম-কানুনৰ বিষয়ে আলোচনা চলিল।

## ॥ আঠত্ৰিশ ॥

সন্ধিয়ালৈ উপস্থিত সবিতাহঁত নবীনৰ বাহাত। দেখা পাই নবীনে হাঁহি মাৰি নমস্কাৰ কৰি ক'লে—"নমস্কাৰ! আজি দেখোঁ সমস্ত সৌৰ জগতখনেই লৰি আহিছে? মহাপ্ৰলয় বোধহয় অতি সন্নিকট?"

"অৱশ্যে প্ৰলয়ৰে সম্ভাৱনা; কাৰণ উচ্ছৃঙ্খল ধূমকেতুৰ আকৰ্ষণত বিচ্ছৃঙ্খল সৌৰজগতৰ গ্ৰহমণ্ডলী।" হাঁহি মাৰি উত্তৰ দিয়ে সবিতাই। ইতিমধ্যে সকলোকেইজনীয়ে প্ৰতিনমস্কাৰ জনায় নবীনক পৰম উলাহেৰে। নবীনে হাঁহি আগবাঢ়ি আহি কয়—"আহক ভিতৰলৈ।" সকলোৱে মুখৰ ভিতৰত সোমায়। চকী, বেঞ্চ, বিচনা, মুঢ়া আদিত বহিবলৈ নিৰ্দেশ দিয়ে নবীনে। জনে জনে যথাস্থানত

উপবেশন কৰে। নবীনে অনামীৰ প্ৰবন্ধবোৰ সামৰি থৈ হাঁহি মাৰি নাটকীয় ভঙ্গীৰে সোধে—"পিচ আজ্ঞা হওক।"

কথা শুনি গোটেই কেইজনীয়ে খিলখিল কৰি হাঁহি দিয়ে। সবিতাই হাঁহি হাঁহি কয়—"নাটকীয় ভঙ্গীৰে কথা ক'লে নহব—নাটক দিব লাগিব।"

"নাটক ?"

"হয়।"

"কি নাটক ?"

"আধুনিক নাটক। খুব চুটি।"

"কাৰ বাবে ?"

"নবনাট্য সমিতিৰ বাবে। সেই বাবে দলে বলে আহিছোঁ।"

"কিহৰ কাৰণে ?"

"বান-পীড়িতসকলৰ সাহায্যৰ কাৰণে।"

"কিমান আধুনিক নাটক আছে, তাৰে এখন কৰক। মই কি কম ?"

"আপোনাৰ লিখাহে আমাক লাগে।" মজুৰে মিচিকিয়া হাঁহি মাৰি অঞ্জনা শোভিত ধুনীয়া চকু দুটাৰে এটা টিপ মাৰি কয় নবীনলৈ চায়। তাই যেন তেওঁক গ্ৰাসহে কৰিব—এনে দেখা গ'ল। নবীনে তাইৰ চকুলৈ চাই এটা দুষ্ট হাঁহি মাৰি কয়—"মই নাটক, গল্প, উপন্যাস, একো নিলিখো ? কবিতাহে লিখোঁ।"

"কিয় নিলিখে ?" প্ৰশ্ন কৰে জয়ন্তীয়ে।

"এইবোৰ লিখিলে তিৰোতাৰ কথা লিখিব লাগে।"

"লিখিলে কি হয় ?"

"লিখিলে কবিতাৰ সাধনা নহয়—নাৰীৰ সাধনাহে হয়।"

"কাৰণ ?"

"কাৰণ তেওঁলোকৰ ভিতৰত এফাঁকিও কবিতা বিচাৰি পোৱা নাযায়।"

"কিয় ?" সবিতাই প্ৰশ্ন কৰে।

"ছোৱালীবোৰতো গদ্যময় নহব বৰং একদম গদ্যময়।"

"আপুনি ভুল বুজিছে। নাৰীয়েতো কবিতা।"—সবিতাই কয়।

"নাৰীক লৈ কবিতা লিখা যায় সঁচা ; কিন্তু নাৰী কবিতা নহয়। নাৰীদেহৰ ৰূপ আহৰণ কৰা যায় হয় ; কিন্তু নাৰী স্বয়ং ৰূপ নহয়।"

"শিল্পী, কবি, সাহিত্যিক, গায়ক যিয়ে নহওক সকলোৱে নাৰীৰ দাস। সেই-বোৰ সাধনা কৰা মানে নাৰীৰ ৰূপৰ ধ্যান কৰা আৰু নাৰীৰ দাস হোৱা। গতিকে কবিতা লিখিলেও তাৰপৰা নিস্কৃতি পোৱা টান।"

"অৱশ্যে কিছুমান কবি সাহিত্যিক আছে যিয়ে কেৱল নাৰীৰ ৰূপৰ উলঙ্গ বৰ্ণনাহে কৰে। তেওঁলোকে ভাবি নাচায় যে, তেওঁলোকৰ ৰচনা যেতিয়া তেওঁলোকৰ জীয়েক-পুতেকহঁতে পঢ়িব, তেতিয়া সিহঁতে পিতাকৰ ওপৰত কি ধাৰণা পোষণ কৰিব। তেওঁলোক নিৰ্লজ্জ। তেওঁলোকৰ মানসিক বেমাৰ উপজিছে। 'ফিমেল কমপ্লেক্স' বোলা মানসিক বেমাৰটোৱে তেওঁলোক আক্ৰান্ত। বেছিভাগ প্ৰেমৰ কবি আৰু গল্প লিখকৰে এই বেমাৰ আছে।"

"আৰু আপুনিও জেনেহলে তাৰপৰা হাত সাৰিব পৰা নাই। মোৰ মতে ভাব-প্ৰৱণ মানুহবোৰ সকলোৱে কম-বেছি পৰিমাণে মানসিক বেমাৰী। ইয়াৰপৰা আপোনাৰো ৰক্ষা নাই, মোৰো ৰক্ষা নাই। তাৰ বাবেই আপুনি কবিতা লিখে, প্ৰবন্ধ লিখে। এতিয়া ফাঁকি দিলে কিয় চলিব?"

"এই বাজে কথাবোৰ বন্ধ কৰক। বৰ্মণ, আমাক এখন নাটক লিখি দিব নে নিদিয়ে কওক।" অভিমানৰ সুৰত কৈ উঠে বাসন্তীয়ে।

"ভেজিটেবুলচ খাই খাই মূৰত ভেজিটেবুলচ গজিছে আছে—আচল ঘিউ নাই। গতিকে এই ভেজিটেবুলৰ মগজেৰে কি নাটক লিখিম? ডালডাৰ ব্ৰেইনডাল। গতিকে নতুন উদ্ভাৱনী শক্তিৰ পৰিচয় দিম কিহেৰে? কি লিখিম?" কথা শুনি সকলোটিয়ে খিলখিলকৈ হাঁহি উঠিল। সবিতাই গম্ভীৰভাৱে ক'লে "আপুনি এখন নাটক চাৰিদিনমানৰ ভিতৰতে যেনেতেনে লিখি দিব লাগিবই। 'চেৰিটি শ্বো' কৰিবই লাগিব। দেশৰ এনে দুৰ্দিনত বিপদগ্ৰস্ত ভাই-ভনীসকলক সহায় কৰিব নোৱাৰিলে দেশৰ প্ৰতি, দেশবাসীৰ প্ৰতি অন্যায় কৰা হব। কিমান ধনী মানুহে যে সহায় কৰিব ধৰিছে...! কিমান টকা যে দান দিছে!! তেনেস্থলত আমি যৎ-সামান্য দিব পাৰিলেও দেশৰ জনগণৰ প্ৰতি কৰ্তব্য পালন কৰা বুলি সান্ত্বনা লভিব পাৰো।"

"একালে গৰীবক শোষণ কৰি আজি'হে সম্পদ, আনকালে তাকে দান কৰিছে দুখীয়া বিপদগ্ৰস্তসকলক। শোষণ আৰু বিতৰণ। মাজতে নাম অৰ্জন। দাতা দানীৰ দেশত নাম জাহিৰ কৰিছে। জগতব্যাপী দানীৰ খ্যাতি অৰ্জন কৰিছে।

যাৰ পৰা ঠগাই আনিছে, তাকেই আকৌ ফিৰাই দিছে। মাজত যশস্যা লাভ কৰিছে, সন্মান আদায় কৰিছে। ধন্য তেওঁলোকৰ চালাকি!"

"তাৰ মানে দানকৰ্তাসকল ঠগ, প্ৰবঞ্চক?"

"কাৰো কাৰো মতে দাতাকৰ্ণ আৰু কাৰো কাৰো মতে শোষণকাৰী ধনী।"

"তেনহলে ধনীয়ে দান কৰা ভুল; কাৰণ দান কৰা মানে নিজক শোষণকাৰী বুলি প্ৰমাণ কৰাহে হব। গতিকে কোনে দান কৰিব?"

"দান কৰা ভুল নহয়—কৰ্তব্য। সিহঁতে দান কৰিবলৈ বাধ্য। দান কৰিলে সিহঁতৰ পুণ্য নহয়; বৰং পাপ নকৰাৰ পৰা ৰক্ষাহে পায়।"

"পাপৰপৰা ৰক্ষা পোৱাটোকেতো পুণ্য বোলে।"

"কেতিয়াও নহয়। পাপৰপৰা ত্ৰাণ পোৱা আৰু পুণ্য অৰ্জ্জন কৰা একে নহয়। ধাৰ নলগা হলেই জমা থকা নহয়; ধাৰো নাথাকিব পাৰে আৰু জমাও নহব পাৰে। তেওঁলোক ঠিক সেই অৱস্থাতহে থাকিব তেতিয়া। কিন্তু যদি দান নকৰে তেন্তে পাপ হব।"

"ধনীয়ে দান নকৰিলে কিয় পাপ হয়?"

"মহাত্মা গান্ধীয়ে উত্তৰ দিব। প্ৰয়োজনতকৈ অধিক ৰখাবিলাকেই চোৰ। ধনীয়ে প্ৰয়োজনতকৈ অধিক ৰাখে; গতিকে ধনীবিলাক চোৰ। সেইবাবে চোৰে বস্তুবোৰ ফিৰাই নিদিলে চিত্ৰগুপ্তৰ খাতাত পাপ লিখা হব। পুণ্য অৰ্জা দূৰৰ কথা; পাপৰপৰা ৰেহাই পাবৰ বাবেই ধনীয়ে দান কৰা দৰকাৰ।"

"এনে কথা শুনিলে খণ্ডতে কোনো ধনীয়ে দান নকৰিব।"

"আৰু তেতিয়া ৰাগতে চিত্ৰগুপ্তয়ো দুগুণ পাপ লিখিব। আৰু কি লোকচান?"

"এই কুৰি শতিকাত হাইড্ৰোজেন বোমাৰ যুগত, কৃত্ৰিম উপগ্ৰহ আৱিষ্কাৰৰ যুগত আপোনাৰ এই তাহানিকালৰ চিত্ৰগুপ্ত বিশ্বাস নকৰে কোনোৱে। এই গাঁজা-খোৰ ধৰ্মৰ ভয় আৰু অন্ধবিশ্বাস আজি আৰু কোনো মানুহে বিশ্বাস নকৰে। এই বিজ্ঞানৰ যুগত সেইবোৰ অচল।"

"এই বিজ্ঞানৰ যুগত সেইবোৰ অচল নে আচল? বিজ্ঞান মানেতো বিশেষৰূপে জ্ঞান। মানুহৰ বিশেষ ৰূপে জ্ঞান হোৱাৰ কাৰণেই এই বৈজ্ঞানিক যুগত অন্ধবিশ্বাস-আঁতৰাই প্ৰকৃত সত্যৰ ওচৰ চাপিবৰ বাবে এখোপ আগ বাঢ়িবলৈ সক্ষম হৈছে। সেই

যেতিয়া মানুহে বাস্তৱ সত্যক লুকুৱাই ৰাখিব খোজে তেতিয়া শিল্পীয়ে কল্পনাৰে সেই সত্য আৱিষ্কাৰ কৰিবৰ বাবে প্ৰয়াস পাইছে।”

“বুজা গ'ল আমাৰ ভাগ্যত নাটক নিমিলিব।” বৰ বিৰক্ত হৈ কয় জয়ন্তীয়ে।

“বোধহয় বেজাৰ পালে এইবোৰ বলকাৰ বাবে, নহয় নে ?”

“বেজাৰ অৱশ্যে পাইছো, কিন্তু নাটকখন পালে বেজাৰ নাপাই আনন্দ পাম।”

“বাৰু কি বিষয়ৰ নাটক লাগে ?”

“বান-পীড়িতসকলৰ দুখ-দুৰ্গতিৰ হুবহু চিত্ৰ।” আৱতিয়ে কয়।

“মইতো বান-পীড়িত অঞ্চললৈ যোৱা নাই—গুৱাহাটীতে আছো গতিকে প্ৰকৃত অভিজ্ঞতা নললে কি লিখিম ?”

“তেন্তে অলপ আগতে যে কৈছিল চিত্ৰগুপ্তৰ কথা, তাকেকে জানো গৈছিল ?” সবিতাই পুনৰ জব্দ কৰে নবীনক। হাঁহি মাৰি মাৰি কয় নবীনে—“বাস্তৱিক আপোনাৰ ওচৰত মই হাৰ মানিছো সবিতা দেৱী। সচাকৈ আপুনি তৰ্ক বিশাৰদা।”

“কল্পনাৰে কৱিয়ে ৰচে স্বৰ্গৰ নন্দন কানন।”

“অৱশ্যে। বাৰু চেষ্টা কৰি চাম।”

‘নিশ্চয় ! নিশ্চয় !! আমাকো তাকেই লাগে।” সকলোটিয়ে কৈ উঠে। লিপ্-ষ্টিক ৰঞ্জিত ৰঙলী ওঁঠৰ কোণত বক্ৰ হাঁহি লৈ মঞ্জুৱে সঁহাৰি দিয়ে—

“নায়কৰ অভিনয় স্বয়ং নাট্যকাৰে কৰিব লাগিব কিন্তু ; মনত ৰাখিব।” কথা শুনি সকলোটিয়ে হাঁহি দিয়ে। সবিতাই এবাৰ কেৰাহিকৈ মঞ্জুৰ ফালে চাই লাহেকৈ ঠাট্টা কৰে—“আৰু নায়িকাৰ এক্টিং কৰিব আমাৰ স্বয়ং মঞ্জু চৌধুৰীয়ে।”

“নিশ্চয় ! নিশ্চয় !!” হাত চাপৰি বজাই সমৰ্থন কৰে জয়ন্তীয়ে। জয়ন্তীৰ অৰ্থপূৰ্ণ ইংগিতত হাঁহি উঠে সকলোটিয়ে। মঞ্জু হঠাতে বৰ অপ্ৰস্তুত হৈ পৰে। গাল-মুখ ৰঙা পৰি উঠে। লাজ আৰু অপমানত তাইৰ উপস্থিত বুদ্ধি লোপ পায়। কবলৈ একো কথা বিচাৰি নাপাই বৰ বিপাঙত পৰে। অৱস্থাৰ এনে বিপৰ্যয় আৰু মঞ্জুৰ এনে সংকটাপন্ন অৱস্থা দেখি নবীনে হাঁহি মাৰি সেংলাই কৰি কৈ অৱস্থাটো পাতল কৰি তোলে—“মই এক্টিং কৰিব লাগিলে, মোৰ পছন্দ মতেহে মই ‘এক্‌ট্ৰেচ’ বাছি লম ; কাৰণ যাৰে তাৰে লগত মোৰ ‘ফিলিং’ অহা টান।”

ডেওঁৰ শুহুতীয়া কথা আৰু ব্যঙ্গ-ভঙ্গী দেখি সকলোৱে হাঁহি উঠিল। মঞ্জুৱো

হাঁহিবলৈ বাধ্য হ'ল। এনেতে আৰতিয়ে ক'লে—"তেন্তে আমি এতিয়া উঠিব পাৰোঁ। আমাৰ সৌভাগ্য যে, নাটক আৰু নায়ক দুয়োবিধ আজি আমাৰ মিলিল।"

"নিশ্চয়। নিশ্চয়!!" সকলোটিয়ে হাত তালি দি হাঁহি মাৰি থিয় হ'ল আৰু যাবৰ বাবে সাজু হ'ল। "এতিয়া আমি যাওঁ। নমস্কাৰ মিস্টাৰ বৰ্মণ।" বাসন্তীয়ে সকলোৰে হৈ কৈ উঠে আৰু সকলোকেইজনীয়ে হাতযোৰ কৰি নমস্কাৰ কৰে।

"নমস্কাৰ।" নবীনে হাতযোৰ কৰি প্ৰতি নমস্কাৰ কৰে।

"তহঁত যা। মই অলপ পলমে গৈছোঁ।" সবিতাই মঞ্জুহঁতক কয়। সবিতাৰ বাহিৰে বাকীবিলাক ওলাই গ'ল। সবিতা বহি থ'ল।

ৰুমৰ ভিতৰত সবিতা আৰু নবীন। আৰতিহঁত যোৱাত সবিতাই নবীনক প্ৰশ্ন কৰিলে—"আশ্চৰ্য্য আকৰ্ষণ আপোনাৰ। জয়ন্তী আৰু মঞ্জু দুয়ো বৰ বেয়াভাৱে আকৰ্ষিত হৈছে। আপুনি গম পাইছে নে নাই?"

"বেৰোমিটাৰত পাৰা বেচিকৈ উঠিলে বতৰৰ লক্ষণ কব পৰা যায়।"

"তেন্তে আপোনাৰ প্ৰণয়-মিটাৰটোৰ ডিগ্ৰী ওপৰলৈ উঠিছে বোধহয়।"

"গম পোৱা গৈছে। বতৰ বেয়া হব।"

"কেনে?"

"ধুমুহা আহিব—শিলাবৃষ্টিৰো সম্ভৱ।"

"চাব কিন্তু বৰষৈচিলাই উৰাই নিনিলেই ৰক্ষা।"

"নিলেও আপত্তি নাই—বিহুমাৰি থাকিম।"

নবীনে হাঁহে। সবিতায়ো হাঁহে। হাঁহি হাঁহি দুয়ো আৰাম কৰি বহি লয়। তাৰ পাচত সবিতাই কৌশল কৰি নবীনৰ মন টিপি চায়—"পিচে কেনে দেখিলে মঞ্জু চৌধুৰীক?"

"ধুনিয়া চেহেৰা—সচাকৈ সুন্দৰী।"

"চেহেৰাখনি সচাকৈ তাইক স্ব-ইচ্ছাৰেই যেন ভগৱানে দি পঠাইছে।"

"এৰা। বেছ কামত আহিব।"

"কি কামত?"

"ডেকা ল'ৰাৰ মগজ নষ্ট কৰা কামত। এই ধুনীয়া দেহ ভেলাৰখনেৰে বহুত ল'ৰাক কবাই কৰিব পাৰিব। এবাৰ এই ৰূপৰ ভেলাৰখন মনেৰে সোমালে বেচেৰা-

হঁত ধৰফৰাই মৰিব। দেশৰ কিমান সম্পদশালী মূৰ নষ্ট কৰিব তাৰ অন্ত নহ'ব। মগজুৰ জন্ম হোৱা নাই—আবিৰ্ভাৱ। দেশৰ ভাল ভাল মগজ নষ্ট কৰিবলৈ স্বয়ং ভগৱানে তাইক তিলোত্তমা সাজি পঠাইছে।"

"ইতিমধ্যে তেনে এটা মগজ নষ্ট হলেই হব পায় ?"

সবিতাই যে নবীনক ইঙ্গিত কৰিছে তাক বুজিলে নবীনে। সেইবোধ পাতল হাঁহি এটা মাৰি ক'লে—"ঘোলা ডিমা উমনি দিলে ফল নহয়। ইতিমধ্যে ডিম ঘোলা হৈছে। তাৰ উপৰি ভালডা খোৱা ব্ৰেইন নষ্ট নহয়।"

"হয় নেকি ? বাবু!" নবীনৰ খোচা বুজিলে সবিতাই। হাঁহি মাৰি দেওঁৰ ফালে চাই ক'লে—"বুজা গ'ল, ভিজিটৌৰলচৰ মগজত সুবুদ্ধি নাই—কুবুদ্ধিহে আছে। এতিয়া উঠিলো। কিন্তু মোক হ'লে এই কামটোত সকলো প্ৰকাৰে সহায় কৰিব লাগিব।"

"তাৰ মানে ভাৰাঘৰৰ মালিকাৰ আদেশ ?" হাঁহি হাঁহি প্ৰশ্ন কৰে নবীনে।

হাঁহি মাৰি উত্তৰ দিয়ে সবিতাই—"অকল আদেশ নহয়—দাবী।"

"আচ্ছা চেষ্টাত থাকিম।"

"তেন্তে নমস্কাৰ। এতিয়া উঠিলো মিষ্টাৰ ধুৰন্ধৰ।"

"নমস্কাৰ মিচ. ভাৰাঘৰৰ মালিকা।"

হাঁহি মাৰি দুয়ো নমস্কাৰ কৰে।

সবিতাই হাঁহি মাৰি প্ৰস্থান কৰে।

## ॥ উনচল্লিশ ॥

ৰাতিপুৱাতে বহিছে নবীন লিখাটেবিলৰ কাষৰ চেয়াৰত। নাটক লিখিব। কিন্তু ক'তা ? ভাব যেখো একো নাহে। বহুপৰ থাঁহ থাকে কলমডালৰ আগটো ওঁঠত লগাই। বানপানী প্ৰপীড়িতৰ বেদনাকে লৈ ৰচিব নাটক। নাটক মানে নাটিকাহে। আধুনিক যুগত নাটক সৃষ্টি নহয়—হয় নাটিকা। উপন্যাসৰ ঠাইত উপন্যাসিকা ; কাব্যৰ ঠাইত কবিতা। গতিকে নাটিকা লিখিব লাগিব। কিন্তু ভাব নাহে। বাৰে বাৰে মন সংযোগ—ধ্যান ; বাৰে বাৰে মন অসংযত—ধ্যানভঙ্গ। আঠোটা বাজিল, তথাপি এটা আঁক মাৰিব নোৱাৰিলে। কিয়

হৈ কলমডাল টেবুলৰ ওপৰত থৈ ওলাই আহিল নবীন। ওলাই আহিয়েই দেখিলে সন্মুখত উপস্থিত পিয়নজন।

"বাবু চিঠি এখন আছে।"

"দিয়া।"

পিয়নে চিঠিখন দিয়ে আৰু গুচি যায়। নবীনে চিঠিখন হাতত লৈ পুনৰ ভিতৰলৈ সোমাই যায়। চেয়াৰত বহি নবীনে চিঠিখন খুলি লৈ পঢ়িব ধৰে।

প্ৰিয় ধুৰন্ধৰ,

তোৰ খবৰ নাপাই বৰ দুখিত। কিয় তই মোলৈ একো নিলিখ? মই দেখিছো সকলোৰেপৰা পৰিত্যক্ত হৈ পৰিলো। এই চিঠিৰ পিছতো যদি উত্তৰ নাপাওঁ, তেন্তে মই খং কৰিম।

অ' এটা কথা। মই বৰ্তমান শিবিৰাত। বানবিধ্বস্ত অঞ্চলত আহি প্ৰৱেশ কৰিছো। আমি বহুত চৰকাৰী চাকৰিয়াল আৰু স্বেচ্ছাসেৱকে ইয়াত চাউল, ঔষধ, কানি-কাপোৰ আদি বিলাব ধৰিছো।

সঁচাকৈ ভাই, প্ৰকৃতিৰ কি নিষ্ঠুৰ ব্যৱহাৰ! চাৰিওফালে বিশাল পানী। ঘৰ-দুৱাৰ সকলোবোৰ গৈছে। মানুহে ঘৰৰ মুখত নাইবা গছৰ ওপৰত আশ্ৰয় লৈছে। আমি নাৱেৰে গৈ চাউল-পাতি দিছো। কিন্তু খোৱাৰ একো ব্যৱস্থা নাই। চাউলবোৰ পানীত তিয়াই চোবাই চোবাই খাই কোনো ৰকমে জীয়াই আছে কিছুমানে। কিমান মৰিছে তাৰ অন্ত নাই। গৰু, ছাগলী, বয়-বস্তু সকলোবোৰ উটি গৈছে। আনকি নিজৰ ল'ৰা-ছোৱালী ভাই-ভনী কলৈ গৈ ক'ত মৰিছে তাৰ খৱৰ পোৱা নাই। কি নিদাৰুণ দৃশ্য! দেখিলে চকুলো আহে। আজিহে মই বুজিলো ভাই, আমাৰ জীৱন সঁচাকৈ তুচ্ছ। প্ৰকৃতিৰ হাতত আমাৰ প্ৰাণ যে কিমান নিঃসহায়—কিমান ক্ষুদ্ৰ!

ইয়াত কাম কৰাত অতিপাত কষ্ট। তথাপি মই বৰ আনন্দ পাইছো। নিঃসহায়সকলক সহায় কৰি আনন্দ পোৱা যায়। নিজৰ সকলো দুখ কষ্ট ভুলি যাব লাগে।

বান্ধৱ, তই জান যে মোৰ জীৱনত 'ট্ৰেজেডী' আৰম্ভ হৈছে। বহুত কথা আছিল···। পাছত কম বাৰু। মাত্ৰতে এইটো জানিবি যে মোৰ সোণৰ স্বপ্ন ব্যৰ্থ হৈছে—সকলো আশা মৰীচিকা হৈছে। সঁচা কথা কবলৈ গলে পাৰ্থিৱতাই

মোক পৰিত্যাগ কৰিছে। তেওঁ চিঠিৰে মোক উপহাস কৰিছে। মই অলপতে গুৱাহাটীলৈ যাম, তেওঁলোক সকলো কথা খুলি কম। তই জান যে মই বৰ উত্তেজনা প্ৰৱণ। জীৱনৰ এনে নিদাৰুণ জ্বালা নিবাৰণৰ বাবে আজি মই আশ্ৰয় লৈছোঁ এই জনসেৱাৰ কামত। সবিতাক মই নাপালোঁ সচা, কিন্তু শত শত সবিতাক যাতে ৰক্ষা কৰিব পাৰোঁ তাৰে চেষ্টাতে মই আত্মনিয়োগ কৰিছোঁ। হেজাৰ হেজাৰ ব্যৰ্থহৃদয় শৰতৰ মিলন পথ যাতে সুগম কৰি দিব পাৰোঁ, তাৰ সাধনাতে মই মন নিয়োজিত কৰিছোঁ।

হিয়াত বাজিছে মোৰ বিননিৰ সুৰ
বিষাদে আৱৰি ধৰে মন ;
বিৰহৰ চিতাজুই জ্বলি জীৱনত
হতাশত কৰিছে মগন।

মৰম ল'বি। চিঠি দিবি। মই মোক ভুলিবৰ বাবে চেষ্টা কৰিছোঁ। জীৱনৰ ঘাত-প্ৰতিঘাতে মোৰ মন উদাস কৰি তুলিছে। নিঃসঙ্গ—বৰ নিঃসঙ্গ যেন অনুভৱ হৈছে নিজক। তোৰ সান্নিধ্য মোৰ বাবে বৰ আৱশ্যকীয় হৈ উঠিছে। ইতি

তোৰ
—শৰৎ—

চিঠিখন পঢ়ি বৰ দুখ লাগিল নবীনৰ। কবি শৰৎ—হাকিম শৰৎ আজি হ'ল বিৰহী শৰৎ—পগলা শৰৎ। বিধিৰ বিপাক। জীৱন বাস্তৱিক বিচিত্ৰময়। জয়-পৰাজয়, লাভ-লোকচান, উত্থান-পতন কাৰ কেতিয়া কেনেকৈ হয়, কোনেও কব নোৱাৰে। হয়তো শৰতে নোৱাৰে—হয়তো সবিতাই নোৱাৰে—আনকি ভাগ্য গণনাকাৰী কোনো দৈৱজ্ঞয়ো কব নোৱাৰে। বহুপৰ চিন্তা কৰি থাকি এবাৰ হাঁহি মাৰি উঠিল নবীনে যেন আৰ্কিমিডিচেহে জলজোখ আবিষ্কাৰ কৰিলে। মিচিকৈ হাঁহি এটা মাৰি নবীনে চিঠিখন জাপি থৈ দিলে। তেওঁ পালে। নাটকৰ আচল সামগ্ৰী যেন আবিষ্কাৰ কৰিলে। তেওঁ লিখিব। নাটক লিখিব। এৰা, নাটক লিখিব। নাটক লিখিবলৈ সুন্দৰ কাহিনীয়ে যেন আহি তেওঁৰ কল্পনাত খেলা কৰিব ধৰিছে। তেওঁ ৰচনা কৰিব নব-নাট্য সমিতিৰ বাবে এক অভিনৱ নাটক যাৰ কাহিনীয়ে মুগ্ধ কৰিব জনতাক, বিমুগ্ধ কৰিব অভিনেতা, অভিনেত্ৰীক আৰু প্ৰলুব্ধ কৰিব জুবিলৰ সম্পাদিকা আৰু সবিতা দেৱীক। আনন্দ মনেৰে বহি তেওঁ পুনৰ

কলম তুলি ল'লে। লাহেকৈ এটা চিগাৰেট জ্বলাই লৈ আস্তে আস্তে হুপি দি লিখিবলৈ আৰম্ভ কৰিলে নাটকৰ কাহিনী—

গভীৰ ভালপোৱা মাধৱ আৰু মাধৱীৰ মাজত। কিন্তু দুয়োৰো দুই পিতা হ'ল প্ৰতিবন্ধক দুয়োৰো মিলন পথত। দুই পিতাকৰ চলিল অন্তৰ্দ্বন্দ্ব—প্ৰতিযোগিতা। মাধৱৰ পিতাকে পুত্ৰেকৰ বাবে বন্দোবস্ত কৰিলে এম. এল. এ এজনৰ ছোৱালী। তাকে দেখি মাধৱীৰ পিতাকেও সংগ্ৰহ কৰি আনিলে যাদৱক উচ্চপদৰ লোভ দেখুৱাই। ইতিমধ্যে মাধৱৰ ওপৰত ভুল বুজি মাধৱীয়ে কৰিলে মাধৱক অপমান। ইয়াতে হ'ল মাধৱ-মাধৱীৰ ভিতৰত মনোমালিন্য। যাদৱ আহিল মাধৱীৰ ওচৰ চাপি। মাধৱীয়ে সম্বৰ্ধনা জনালে; কিন্তু প্ৰাণঢলা নহয়, বাহ্যিক ব্যৱহাৰত। ক্ৰমে ক্ৰমে চলিল নকল প্ৰণয়। মাধৱৰ ওপৰত ঈৰ্ষা জন্মিল মাধৱীৰ। প্ৰতিশোধৰ মানসেৰে যাদৱক ব্যৱহাৰ কৰিলে তাই নিজৰ উদ্দেশ্য সাধনৰ হাতিয়াৰ হিচাবে। মাধৱৰ ওপৰত প্ৰতিশোধ লবৰ বাবেই মাধৱৰ সাক্ষাততে অভিনন্দন জনালে মাধৱীয়ে যাদৱক। মাধৱ হৈ উঠিল ক্ষিপ্ত। ক্ৰমে বাঢ়ি গ'ল ব্যৱধান দুই প্ৰেমিক-প্ৰেমিকাৰ মাজত। মাধৱ হৈ পৰিল বিকল—মাধৱী হৈ গ'ল নকল। সেইদেখি নকল মাধৱীয়ে আৰম্ভ কৰিলে নকল প্ৰণয় যাদৱৰ সৈতে। প্ৰবঞ্চিত হ'ল হতভাগ্য যাদৱ। ইফালে ক্ৰমে ক্ৰমে মাধৱৰ মন হৈ উঠিল তিক্ত, অৱসাদগ্ৰস্ত। ব্যৰ্থ প্ৰেমৰ বিষম জ্বালাত মাধৱ হৈ পৰিল নিস্পৃহ। জীৱনৰ ওপৰত হেৰুৱাই পেলালে আস্থা। বিৰহ-বেদনাত আতুৰ হৈ শেষত জীৱনৰ পথ হেৰুৱাই পেলালে। ইফালে মাধৱী আৰু যাদৱৰ খেলা চলি থাকিল অবিৰামভাৱে। তাকে দেখি মাধৱৰ বন্ধু উদ্ধৱে মাধৱীৰ গতিবিধি কৰিলে লক্ষ্য। কূটবুদ্ধি-বিশাৰদ উদ্ধৱৰ কৌশলত পৰি নিজৰ অজানিতেই মাধৱী অনুৰাগী হৈ পৰিল উদ্ধৱৰ প্ৰতি। যাদৱ ওফৰি পৰিল—। উদ্ধৱৰ মনস্তাত্ত্বিক খেলা চলিল মাধৱীৰ মনৰ ওপৰত। চতুৰ উদ্ধৱৰ কৌশলত পৰি মাধৱী হৈ পৰিল কিংকৰ্তব্যবিমূঢ়া' উদ্ধৱৰ মনস্তাত্ত্বিক কৌশলত পৰি অজানিতে মাধৱক ভুলিবলৈ চেষ্টা কৰিলে, যাদৱক প্ৰতাৰণা কৰিলে; কিন্তু উদ্ধৱৰ মেৰপাকত সোমাই পৰিল। এনেতে হঠাতে আহিল বিপুল বাৰিষা। কেনে-ফোটোকাৰে নাচি আহিল নৈ-নদী। বিৰাট বানপানীত সকলোবোৰ উটি গ'ল, চাৰিওফালে হাহাকাৰ। উটি গ'ল ঘৰ-বাৰী, উটি গ'ল ধন-বস্তু, উটি গ'ল গৰু-ছাগলী

আৰু ধৰচীয়া জন্তুবোৰ ; আনকি বানৰ কোবাল সোঁতত উটি গ'ল ল'ৰা-ছোৱালী, মানুহ-তিৰোতা। এনে সঙ্কটময় অৱস্থাত এটি গুৰুতৰ ভুল কৰিলে বিৰহী মাধৱে। মাধৱীৰ চিন্তাত আকুল মাধৱে নাৱৰ ওপৰত বহি মাধৱীৰ চিন্তাতে তন্ময় হৈ আছিল। সন্মুখতে দেখা পালে একোছা চুলি পানীৰ মাজত। তাৰ ভ্ৰম হ'ল। মাধৱীৰ চুলি বুলি তাৰ ধাৰণা হ'ল। চিন্তা কৰাৰ লগে লগে তাৰ গা শিয়ঁৰি উঠিল। নিজক পাহৰি গ'ল সি। তাৰ প্ৰাণৰ মাধৱীৰ এনে অৱস্থা দেখি তাৰ গাত তৎ নাইকিয়া হ'ল। 'মাধৱী' 'মোৰ প্ৰাণৰ মাধৱী' বুলি চিঞৰ মাৰি সি পানীত জাপ দি পৰিল আৰু চুলিকোছাত খাপ্‌মাৰি ধৰিলে। কিন্তু বিধিৰ কি নিদাৰুণ বিধান। খন্তেকতে বাৰিষাৰ উদ্ভ্ৰান্ত ধলে তাক উটুৱাই লৈ গ'ল ক'ৰবাৰ অজান দেশলৈ। ওচৰৰ নাৱৰীয়াই বহু চেষ্টা কৰিও তাৰ একো শুংসূত্ৰ উলিয়াব নোৱাৰিলে। এনেকৈয়ে ৰাক্ষসী বানপানীয়ে গ্ৰাস কৰিলে জীৱ জন্তু; মানুহ-দুনুহ। নষ্ট কৰিলে ঘৰ-বস্তু, সা-সম্পত্তি আৰু নিপাত কৰিলে এক সবল প্ৰেমিকৰ ধৰ্ষণী জীৱন। এই ৰাক্ষসী বানৰ বুকুত জাহ গ'ল শত শত নৰ-নাৰী, শত শত প্ৰেমিক-প্ৰেমিকা অকালতে—অবাৱতে। নিষ্ঠুৰ বাৰিষা—নিৰ্মম বাৰিষা।

এই কাহিনীকে লৈ নবীনে ৰচনা কৰিব এখনি ক্ষুদ্ৰ নাটিকা।

॥ চল্লিশ ॥

কিছুদিন পাচৰ কথা। নবীনে নাটিকা ৰচনা কৰিলে। নাটিকাৰ নাম দিলে 'ব্যৰ্থ পৰিণতি'। নাটিকাখন লিখি উঠি ভালদৰে পঢ়ি চালে নবীনে। তাৰ পাচত এদিন গধূলি সবিতাহঁতৰ ঘৰত প্ৰৱেশ কৰিলে। দুটগধূলিতে নবীনৰ উপস্থিতি দেখি সবিতাৰ মাকে মুকলিমনা মাতেৰে সম্বোধন কৰিলে—"বোপা নবীন, আজি-কালি যেখোন তুমি আমাৰঘৰলৈ আহিবই এৰিলা? কিবা বেয়া পাইছা নেকি?"

হাঁহি মাৰি নবীনে উত্তৰ দিলে—"নহয় খুৰীদেউ, আজি-কালি মোৰ সময়ে নিদিয়ে। লিখা-পঢ়াত ব্যস্ত আছোঁ, গতিকে…।"

"লেখা পঢ়াতো সদায়ে থাকে তোমাৰ। বাদ দিয়া।"

পৰ্টিকখন বেঞ্চখনত ৰাখি দিলে। নবীন বহে। সবিতাৰ মাকেও বহে আহি সেই বেঞ্চখনতে। ইতিমধ্যে ইলেকট্ৰিক লাইটটো জ্বলাই দিলে সবিতাৰ মাকে। পোহৰৰ স্ফুৰ্ত দুয়োৰে মুখ উজ্জ্বল হৈ উঠে। সবিতাৰ মাকে হাঁহি মাৰি কয়— "তুমি আহিবলৈ এৰা দেখি মই ভাবিছিলোঁ যে সবিতাৰ লগত খোৱাখুৱি কিবা লাগিছেই। যি হে পাগলী তাই, কেতিয়া কি হ'ব একো পাত্তা নাই।"

হাঁহি মাৰি কয় নবীনে—"সবিতা যদি পাগলী, তেন্তে মই পগলা খুৰীদেউ। গতিকে পাগলীৰ কথাত খং কৰিলে পগলাৰ কথাতো খং কৰিব। সেইবাবে দুয়োৰো কটাকটি গৈ থাকিব খং নকৰা নকৰি।"

"তোমাৰো কথাবোৰ শুনিলেই হাঁহি উঠে।' "

এনেতে বাহিৰৰ কৰবাৰপৰা আহি সোমাই আহে সবিতা; তাইৰ হাতত এসোপা কিতাপ। পৰ্টিক'তে মাক আৰু নবীনক দেখি হাঁহি মাৰি কৈ উঠে— "আজি এই ফুট গধূলিতে ধুৰন্ধৰৰ প্ৰবেশ যে? আমাৰ পৰম সৌভাগ্য দেখিছোঁ। কিয়বা আহিলে আজি?"

সবিতাই থিয় হৈ এবাৰ মাকৰ ফালে চাই ললে আৰু তাৰ পাছত নবীনৰ ফালে চাই ক'লে। নবীনে হাঁহি মাৰি সবিতালৈ চাই উত্তৰ দিলে—"সৌভাগ্য দান কৰিবলৈকেই অহা হ'ল।"

সবিতাৰ মাকে হাঁহি মাৰি থিয় হৈ ক'লে—"বেছ মিলিছা তোমালোক দুয়ো। মুখ দুখন সমান—পৰশু কুঠাৰ।"

পৰশু-কুঠাৰ নহয় খুৰীদেউ। মোৰখন "চেভেন ও ক্লোক ব্লেড্'হে।"

"আৰু মোৰখন?" প্ৰশ্ন কৰে সবিতাই।

"আপোনাৰখন বেজৰ। মোৰ 'ব্লেড'খন নহলে আপুনি নিষ্ক্ৰিয়।" উত্তৰ দিলে নবীনে। হাঁহি উঠে সবিতা; হাঁহি উঠে মাকে।

"তোমালোক বহা। মই যাওঁ, ধূপ-ধুনা জ্বলাবৰ সময় হৈছে।" কথাষাৰ কৈয়ে মাকে ভিতৰ সোমাই যায়। সবিতাই নবীনৰ গাৰ কাষতে বহি লয়—

"চাওঁ, নাটকখন?"

"নাটক ক'ত দেখিলে?"

"মই কিয় বা তোমালোকক থাকোঁ নেকি? কেতিয়া কোন [illegible] যে মই নাটকখন চাই আছিলোঁ তাৰ [illegible] সাপ্তাহিক [illegible]? চাওঁ দিয়া।"

তাই ঘাওঁহাতেৰে নিজৰ কিতাপৰেল লৈ লোহাতখন আগবঢ়াই দিয়ে। নবীনে হাঁহি মাৰি কয়—"নিয়ক আপোনাৰ নাটিকা।"

নবীনে 'ব্যৰ্থ পৰিণতি'খন হাতত দিয়ে। সবিতাই পৰম আহ্লাদেৰে হাতত লৈ হাঁহি মাৰে—"ধন্যবাদ ?"

"ধন্য বৰ্তমান বাদ দিয়ক, পঢ়ি উঠাৰ পাচত যোগ দিলে নথৈ দুঃচি হ'ম। মই নবহোঁ, মোৰ কাম আছে। উঠিলোঁ।" নবীন উঠিল। সবিতাই কৈ উঠিল—

"এনেকৈ যাব নোৱাৰে। চাহ-তাহ নোখোৱাকৈ কিয় যাবলৈ দিম ? আহক ভিতৰলৈ। মাৰ ওচৰত বহি আজি দুয়ো গল্প কৰি চাহ খাম।"

তাই উঠি গৈ নবীনক হাতত ধৰি ভিতৰলৈ লৈ যায়। বাধ্য হৈ সোমাই যায় নবীন সবিতাৰ পিছে পিছে।

ৰাতি ভোটআ দহোটা বাজিছে। খাই বৈ উঠি সবিতাই বিছনাত দীঘল দি পৰি হাতত লৈছে 'ব্যৰ্থ পৰিণতি'খন। নাটিকাখন পাই তাই বৰ আনন্দিতা। অহা কালিৰ পৰাই 'ৰিহাৰচেল' দিব লাগিব বুলি তাই চিন্তা কৰে আৰু সেই বাবেই নাটিকাখন এবাৰ ভালদৰে পঢ়ি চাব। তাই বৰ মন দি পঢ়ি যায়—তাই প্ৰথম দৃশ্যটো উলিয়াই লয়।

# ব্যৰ্থ-পৰিণতি

## ১ম দৃশ্য

( ফুলনিৰ মাজ। নানা বৰণৰ ফুল ফুলি আছে। ওচৰতে পুখুৰীটো। পুখুৰীটোৰ দুই ফালে দুখন বেঞ্চ মানুহ বহিবলৈ। তাৰে এখনত মাধৱ আৰু মাধৱীক বহি কথা পাতি থকা দেখা যায়। বসন্ত কাল। ফুলৰ সৌৰভ, মলয়াৰ মৃদু পৰশন। দুয়োৰো দেহ-মন মিলনাতুৰ। মধুৰ আলাপন দুয়োৰো মাজত। )

মাধৱী—( মাধৱৰ চকুলৈ আকুল দৃষ্টিৰে চাই প্ৰশ্ন কৰে ) যাক প্ৰাণতকৈও ভাল পোৱা যায় তেওঁক কি বুলি সম্বোধন কৰিছিল পুৰণি সংস্কৃত নাটকত ?

মাধৱ—( হাঁহি মাৰি ) 'প্ৰিয়তম' বুলি।

মাধৱী—বাঃ কি চমৎকাৰ ভাষা !

মাধৱ—( মাধৱীৰ থুতৰিটোত ধৰি জোকাৰি দি ) আৰু যাক হিয়া উজাৰি প্ৰাণ সঁপি দিয়ে, সেইজনাক কি বুলি সম্বোধন কৰিছিল সংস্কৃত নাটকত ?

মাধৱী—( চতুৰ দৃষ্টিৰে চাই লেনিয়া সুৰেৰে )—প্ৰি—য়—ত—মে'। ( মাধৱে লাহেকৈ চৰ এটা মাৰি দিয়ে মাধৱীৰ গালত। দুয়োৱে হাঁহি উঠে। লাহে লাহে মাধৱী মাধৱৰ বুকুত ঢলি পৰে। মাধৱে বুকুত সাৱটি লয়। ধীৰে ধীৰে ক'লা কাপোৰ নামি আহে। )

পঢ়ি সবিতাৰ ভাল লাগি যায়। দৃশ্যটো চুটি, কিন্তু আকৰ্ষণীয় হব; তাই ভাবে। ইয়াত লাইট সেটিজিয়া বৰঙৰ দিব লাগিব। নীলা লাইট পেলাই পুখুৰীৰ পানী দেখুৱাব লাগিব; আচ্ছা। তাই চিন্তা কৰে। তাৰ পাচত দ্বিতীয় দৃশ্য পঢ়ে—

## ২য় দৃশ্য

( কথা পাতি মাধৱৰ পিতাক নৰেন আৰু মাধৱীৰ পিতাক বীৰেনৰ প্ৰৱেশ। )

নৰেন—মোৰ খোলা কথা দাস, টকা নহলে মই আপোনাৰ ছোৱালী মোৰ ল'ৰাক বিয়া কৰাব নোৱাৰো।

বীৰেন—মোৰো খোলা কথা চৌধুৰী, টকা দি মই মোৰ ছোৱালী বিয়া নিদিওঁ।

কিন্তু আপুনি জানে চৌধুৰী, আপুনি আজি মোৰ বাবে ইমানখিনি উঠাইছে। মই সুবিধা নিদিলে আপুনি 'প্ৰেভিঙ'ৰ দোকানত ইমান ব্লেক মাৰ্কেট কৰিব নোৱাৰিলেহেঁতেন আৰু আজি ইমান টকিয়াল অৱস্থাও কৰিব নোৱাৰিলেহেঁতেন। আপোনাৰ ঘৰ-বাৰী নহ'লহেঁতেন।

নৰেন—আৰু আপুনিও জনা উচিত যে, মই ভোটটো নিদিলে আপুনি সাধাৰণ ইন্‌স্পেক্টৰ এজন হৈ মটৰগাড়ী কিনিব নোৱাৰিলেহেঁতেন। আপুনি এইটো মনত ৰখা উচিত।

ধীৰেন—এয়ে যি ক'লে কৈছে, আকৌ এনে কথা নকব। আপোনাৰ দৰে নিমখহাৰাম মানুহৰ ঘৰলৈ মোৰ ছোৱালী নিদিওঁ।

নৰেন—আৰু আপোনাৰ দৰে অকৃতজ্ঞ মানুহৰ ছোৱালীও বিয়া নকৰাওঁ।

ধীৰেন—আপুনি নিনিলে মোৰ ছোৱালী পৰি নাথাকে। ময়ো এটি ল'ৰা পাম।

নৰেন—ময়ো এজনী ছোৱালী পাম। আপোনাৰ ছোৱালী নহ'লে মোৰ ল'ৰা পৰি নাথাকে বৰং মোৰ ল'ৰাক আপোনাৰ ছোৱালীতকৈ আগতে বিয়া কৰাই দিম। আপুনি চাই থাকিব।

ধীৰেন—বাৰু দেখা যাব। ময়ো দেখিম, আপোনাৰ ল'ৰাতকৈ মোৰ ছোৱালী আগতে বিয়া দিব পাৰো নে নোৱাৰো।

নৰেন—আচ্চা দেখা যাব কাৰ হাৰ হয়, কাৰ জিত হয়।

## পট পৰিৱৰ্তন

(ধীৰেনৰ ড্ৰয়িং ৰুম। সুসজ্জিত কোঠাত 'ধীৰেন দাস আৰু ৰাঘৱ কলিতা বহি কথাপাতি থাকে। কোঠাত মূল্যবান আচবাব পত্ৰ। দুয়ো মুখামুখিকৈ বহি কথা-পতা দেখা যায়।)

ৰাঘৱ—কেৰাণীৰ পোষ্টটো দিলে অৱশ্যে আপোনাৰ কথাবাৰ ভাবি চাব পাৰো চাৰ।

ধীৰেন—মোৰ কথাত সন্মত হ'লে কালিয়ে তোমাক মই 'এপইণ্টমেণ্ট' দিম। তুমি ৰাজি আছা?

ৰাঘৱ—আছো চাৰ। কিন্তু আপোনাৰ ছোৱালী ধীৰ···।

## ॥ একচল্লিশ ॥

বাতিপুৱাতে সবিতা উপস্থিত নবীনৰ বাহাত। বোকুমোকালিতে হাঁহিৰ হোৱা দেখি নবীনে মনে মনে হাঁহিলে। সবিতাৰ চকুত নিদ্ৰাহীনতাৰ চিন ; মুখত অজলাৰ আৰু ক্লান্তিৰ দাগ ; অযত্ন পালিত চুলিটাৰিয়ে উদ্বেগৰ স্পষ্ট ইঙ্গিত প্ৰকাশ কৰিছে। জিজ্ঞাসু মনত অধীৰ দ্ৰুত খেলা কৰাৰ চিহ্ন বুজা যায় তাইৰ উগুল-থুগুল কণ্ঠস্বৰত। নবীনে নিজে নিজে বুজিলে—'ইনজেকচনে' কাম কৰিছে বোধহয়। সেইখনটো নাটক নহয়—তাইৰ বেমাৰৰ 'ইনজেকচন'। ঔষধে গুণ দিলে বৈদ্যৰ আনন্দ। নবীনেও হাঁহি মাৰি চকী এখন আগ বঢ়াই দি ক'লে—"সুপ্ৰভাত, বহক।" সবিতাই এটা ম্লান হাঁহি মাৰি বহি পৰে চকীখনত। ওচৰৰ খনত বহি হাঁহি মাৰি নবীনে—সোধে—"নাটক পছন্দ হ'লনে ?"

"অনিবাৰ্য্য। আপোনাৰ লিখা বাস্তৱিকে বৰ মৰ্মস্পৰ্শী।"

"বাস্তৱ ঘটনাৰে ৰূপায়িত কাহিনী সাধাৰণত হৃদয়স্পৰ্শী হয়েই।"

সবিতাই চকু দুটি ডাঙৰ কৰি মেলি দি চমকিত হৈ সোধে—"তেন্তে কাহিনী সত্য ?"

"সত্য নহয়—কিন্তু বাস্তৱ।"

"বাস্তৱেইতো সত্য ; অবাস্তৱ কল্পনা সত্য হব নোৱাৰে। চমৎকাৰ কাহিনী। "বিয়েলী বিউটিফুল।" পাচে এক্‌টিং কৰিব নে নকৰে ?"

"আপুনি কৰিলে মই কৰিব পাৰো।"

"মোৰ ইচ্ছা নাই।

"তেন্তে নায়িকা মাধৱীৰ পাৰ্ট কোনে কৰিব ?"

"মজুৱে।"

"আৰু নায়ক মাধৱৰ ?"

"স্বয়ং নাট্যকাৰে।"

"নহয়। তৌতয়া হ'লে পৰেশে কৰিব লাগিব।"

"তাৰ মানে মোক নায়িকা নাপালে আপুনি নায়ক নহয় ?"

"নাট্যকাৰে নায়ক হব লাগিলে সম্পাদিকাই নায়িকা হবই লাগিব।"

"অৱশ্যে মোৰো এটা ইচ্ছা আছিল কিন্তু মোৰা ৰাতিৰপৰা সেই ইচ্ছা নাইকিয়া হৈছে।"

"কিয় ?"

"মানুহৰ সকলো কথাকে প্ৰকাশ নকৰে কোনোৱে। বাৰু, আজি সোনকালে যাব। পাৰ্ট বিলাব লাগিব। সেই কাৰণেই মই আহিছো।"

"বাৰু। চেষ্টা কৰিম।"

"এটা কথা সুধিব লগা আছিল আপোনাক। অৱশ্যে কথাটো অবান্তৰ।"

"কওক কি কথা।"

"আপোনাৰ বন্ধু হাকিম বাবু আজি-কালি ক'ত আছে ?"

"শদিয়াত।"

"শদিয়াত কিয় ? তাত দেখো বানপানী হৈছে ?"

"সেই কাৰণেইতো গৈছে।" এটা ক্ষীণ হাঁহি মাৰি সবিতাই কয়—

"তেন্তে সচাকৈ আপোনাৰ নাটকৰ কাহিনী সত্য নেকি ?"

"সত্য হ'লেও এইটো জনা উচিত যে কাহিনী সদায় কাহিনী। কল্পনা সদায় কল্পনা—তাত বাস্তৱতা থাকে—প্ৰকৃত সত্য নাথাকিবও পাৰে।"

"অৱশ্যে। বাৰু এতিয়া মই যাওঁ, আপুনি সোনকালে যাব। নমস্কাৰ।"

"নমস্কাৰ।"

সবিতা উঠে। বাহিৰ হৈ আহে। পিচে পিচে আহে নবীন। সবিতাক চিন্তামগ্ন দেখা যায়। তাইৰ অন্তৰত যেন কিবা ভয়, কিবা আশঙ্কাই আহি হঠাতে বাহ সাজিলে। বিষণ্ণ বদনে তাই ঘৰলৈ ফিৰিল। তাই সন্দেহ কৰিলে—যদি নাটকৰ শেষৰ দৃশ্যটো বাস্তৱত পৰিণত হয়। উস্! তাই আৰু সহ্য কৰিব নোৱাৰে। বেগাই খোজ লয় ঘৰলৈ।

সিদিনাৰেপৰা হাস্যময়ী সবিতাৰ অন্তৰত বেদনাৰ তিক্ত শোকে বাহ ললে। আশঙ্কা আৰু সন্দেহৰ ধোঁৱাই সমস্ত মন যেন আচ্ছন্ন কৰি আনিব ধৰিলে। কোনে জানে কেতিয়া কি হয়······!

সবিতাৰ জীৱনত যেন নতুন অধ্যায় ৰচনা হবৰ সূচনা হ'ল।

## ॥ বিয়াল্লিশ ॥

সবিতাহঁতৰ ঘৰতে নৱনাট্য সমিতিৰ মিটিং বহিছে। জয়ন্তী, বাসন্তী, মঞ্জু আদি-হঁত আহিছে ; পৰেশ, উমেশ, ধীৰেন, বীৰেনহঁত আহিছে। আনকি নাট্যকাৰ স্বয়ং ধুৰন্ধৰ নবীনো উপস্থিত। সবিতা গহীন হৈ বহি আছে। গাত কোনো অলঙ্কাৰ নাই, আনকি কাপোৰ কানিবোৰো বেলেগ। বগা মেখেলা, বগা পাটৰ ব্লাউজটো ; বগা বিহাখনো। আজি যেন সবিতাক শুক্লা সৰস্বতী যেন দেখি। মুখত গভীৰ ভাব, গাত অলঙ্কাৰ বৰ্জিত গৌৰবসন, মুখৰ মুক্তকেশ পৃষ্ঠদেশত উন্মুক্ত। ধুনীয়া চকীখনত বহি আছে। কাষতে বহিছে জয়ন্তী, অন্যকাষে মঞ্জু। মঞ্জুৰ ঠিক পিচতে পৰেশক দেখা যায়। উমেশে কুঞ্জৰপৰা অলপ নিলগত বহিছে কিয় বুজা নগ'ল। মিটিং আৰম্ভ হ'ল। পাৰ্ট ভাগ হব আজি। লাহে লাহে ইজনে সিজনে কোৱাকুই আৰম্ভ কৰিলে। মাধৱীৰ পাৰ্ট দিয়া হ'ল মঞ্জু চৌধুৰীক আৰু মাধৱৰ পাৰ্ট দিয়া হ'ল পৰেশক। সকলোটিয়ে হাত তালি দি সমৰ্থন কৰিলে। জয়ন্তী আৰু সবিতাই চোৱাচুই কৰি মিচিকিয়া হাঁহি মাৰি দিলে। ভাল তালত পৰিছে বাপেকে ; যতে বাঘৰ ভয় ততে ৰাতি হয়। মঞ্জুৱে আপত্তি কৰিলে। তাই পৰেশৰ লগত একটিং কৰিব নোখোজে। যদিও সি তাইৰ পিচে পিচে ফুৰে আৰু পকেটৰ পইচা কেইটা শৰাধ কৰে তাইৰ প্ৰসাধন সামগ্ৰীত তথাপি তাই তাক পেটে পেটে ভাল নাপায়। মাধৱীৰ পাৰ্ট কৰোঁতে মাধৱৰ বুকুৰ মাজত সোমাব লাগে, প্ৰিয়তম শব্দ উচ্চাৰণ কৰিব লাগে ; ইত্যাদি কথাবোৰ থকাৰ বাবে তাই আপত্তি কৰিলে—"মই নোৱাৰো ভাই।"

সবিতাই সুধিলে—"কিয় নোৱাৰা ?"

"মই যাৰে তাৰে লগত পাৰ্ট কৰিব নোৱাৰিম। মই নিজে নাজানো গতিকে ভাল অভিনেতা একজনৰ লগত কৰ পাৰিলেহে যদি কিবা কৰিব পাৰো।"

"তোৰ পছন্দ মতে বাছি ল ভাই।"

"স্বয়ং নাট্যকাৰে নায়কৰ ভাৰ উদ্ধাৰ কৰিব নোৱাৰিলে আইনে আনো পাৰে ?"

"তেনেহ'লে নাট্যকাৰ সকলো ঠাইতে গৈ আনো নায়কৰ ভূমিকাত অভিনয় কৰি ফুৰে ?" বুলি অলপ প্ৰতিবাদ কৰি কৈ উঠিল জয়ন্তীয়ে। নবীনৰ লগত সদায়ই

একে লগে নায়ক-নায়িকাৰ ভাওৰ অভিনয় কৰা কথা জয়ন্তীয়ে সহ্য কৰিব নোৱাৰে। সেই দেখি তাচ্ছিল্য কৰি প্ৰশ্ন কৰিলে। খণ্ডতে উচাৎ মাৰি উঠি আহি মঞ্জুই পাৰ্টটো আনি সবিতাৰ হাতত দি ক'লে—"মই একো পাৰ্ট নকওঁ। ধৰ ভাই। মই ভলতো নাই। ইমান অপমান।" মঞ্জুৰ ঘটনাটো বৰ বেয়া যেন দেখা গ'ল। সবিতা অবাক হৈ গ'ল। সকলোৱে জয়ন্তীক পেটে পেটে বেয়া পালে। অৱস্থাৰ এনে বিপৰ্য্যয় দেখি নবীনে লাহেকৈ ক'লে—"যদি মই নহলে নহয় বুলি আপোনা-লোকৰ ধাৰণা হয় তেন্তে ময়ে কৰিম মাধৱৰ অভিনয়।"

তেওঁৰ কথাত সকলোটিয়ে হাত চাপৰি দিলে। সবিতাই উঠি গৈ মঞ্জুক পাৰ্টটো ঘূৰাই দিলে। নবীনৰ লগত পাৰ্ট কৰলৈ মঞ্জুৰ বৰ ইচ্ছা আছিল যদিও তাই লাজতে কৈ উঠিল—"মই পাৰ্ট কৰ নোৱাৰো ভাই।" মঞ্জুৰ ব্যৱহাৰত সকলোৱে অপ্ৰতিভ হৈ গ'ল। সবিতাই জয়ন্তীক দিলে—"ল' ভাই, তই কৰি।"

পেটে পেটে ইচ্ছা আছিল জয়ন্তীৰ নবীনক নায়ক পাতি নিজক নায়িকা সজাব-লৈ কিন্তু ঘটনাৰ এনে ওলোটা ধাৰ বোৱাৰ বাবে মনৰ ইচ্ছা দমন কৰি কবলৈ বাধ্য হ'ল—"মৰো সচা কথা এটাহে কৈছো। সেই বুলি মই কৰ লাগিব নে? তহঁতে যদি আকৌ মোকে জধ কৰ তেন্তে মই ইয়াত নাথাকো। মই উঠিলো।"

জয়ন্তীয়ে অভিমান কৰি যাবলৈ ওলাল। তাকে দেখি সবিতাই জয়ন্তীক গাত ধৰি বহুৱাই দি ক'লে—"কোনেও কাজিয়া কৰিব নালাগে। নকওঁ বুলিছিলো যদিও ময়ে বাৰু কম মাধৱীৰ পাৰ্ট।"

"বেছ্ বেছ্ চমৎকাৰ হব।" সকলোৱে হাত চাপৰি বজাই সমৰ্থন কৰে। "তাৰ পাচত বাকীবোৰ?" প্ৰশ্ন কৰে বাসন্তিয়ে। "বাকীৰ ভিতৰত টান পাৰ্ট যাদৱৰ আৰু উদ্ধৱৰ। যাদৱৰ পাৰ্ট কৰিব মিষ্টাৰ প্ৰবীণ কলিকাই আৰু উদ্ধৱৰ পাৰ্ট কৰ মিষ্টাৰ পৰেশ বৰুৱাই।" গম্ভীৰভাৱে কয় নবীনে। সকলোৱে হাত তালি দি সমৰ্থন কৰে।

তাৰ পিচত বাকীবোৰ পাৰ্ট ভগাই উঠি থিয়েটাৰৰ আলোচনা কৰে তেওঁলোকে।

## ॥ তিয়াল্লিশ ॥

বিহাৰ্চেল কৰোঁতে নবীনে ধৰিব পাৰিছে যে সবিতা মাজে মাজে অন্যমনস্কা হৈ পৰে। কেতিয়াবা কেতিয়াবা কথাৰ ছলতে সুধি পেলায় শৰতৰ কথা।

চাৰিদিন পিচৰ কথা। নাটকৰ শেষ দৃশ্য। অতি কৰুণ দৃশ্য—হৃদয় বিদাৰক; হিয়া আকুহি আনে। এই দৃশ্যটো দেখি সমস্ত অভিনেতা অভিনেত্ৰীয়ে কাহ পাৰি জিন যোৱাৰ দৰে নিটাল নিস্তব্ধ হৈ চাই ৰ'ল। কাৰো মুখত মাত বোল নাই। সবিতা বিস্মিতা, অভিভূতা। তাইৰ দুচকু বাষ্পাকুল। শ্ৰেষ্ঠ অভিনেতা নবীনৰ নিখুঁত কথন ভঙ্গী আৰু মনোমুগ্ধকৰ কলা-কৌশলেৰে এই দৃশ্যটো আৰু আকৰ্ষণীয় কৰি তুলিলে। প্ৰাণ ঢালি দিলে নবীনে। নায়ক মাধৱৰ ভূমিকাত স্বয়ং নাট্যকাৰ নবীন। 'মাধৱী' 'মোৰ প্ৰাণৰ মাধৱী' বুলি আকুল হৈ চিঞৰি যেতিয়া মাধৱে পানীত জাপ দি পৰিল, তেতিয়া সবিতাই আৰু সহ্য কৰিব নোৱাৰিলো। কথমপি নিজৰ ভদ্ৰতা ৰক্ষা কৰি বহা ঠাইৰপৰা উঠি আহি বাহিৰত থিয় হ'ল। দুচকু তেতিয়া তাই ৰুমালেৰে ঢাকি ধৰিছে। তালিমৰ শেষত যাবৰ বেলিকা নবীনক দুখোভ্ৰমান আগবঢ়াই থবলৈ আহিল তাই। নবীনৰ গাৰ ওচৰলৈ আহি কাতৰ সুৰত ক'লে—"শেষ দৃশ্যটো অতি কৰুণ হৈছে মিণ্টাৰ বৰ্মণ। আপুনি বৰ মৰ্মস্পৰ্শীভাবে দেখুৱাইছে এই দৃশ্যটো। মোৰ বৰ দুখ লাগে। ইচ্ বেচেৰা মাধৱ! বৰ বেয়া লাগে তেওঁৰ কথা ভাবি।"

হাঁহি মাৰি উত্তৰ দিয়ে নবীনে—"ভয় নাই, বাস্তৱত তেনে হবৰ সম্ভাৱনা নাই।"

নবীনৰ ইঙ্গিত বুজে সবিতাই। তাইৰ গাটো জিকাৰ খাই উঠে। সিমানবাৰ শৰতৰ কথা মনত পৰে সিমানবাৰ তাইৰ অন্তৰত অনিশ্চিত আশংকা এটাই আহি হঠাতে খুন্দা মাৰি যায়। নবীনৰ ইঙ্গিতপূৰ্ণ উক্তিত সবিতাই হঠাতে চমকি উঠিল। কিন্তু পিচ মুহূৰ্ততে নিজক আবিষ্কাৰ কৰি তাই লজ্জিত হ'ল। লাজতে মেহীন মাৰি কৈ উঠিল—যাওক, আপুনি সদায়......।"

নবীনে সবিতাৰ অন্তৰৰ ভাব ধৰি পেলালে।

এনেভাৱে চলে আখৰা। এনেভাৱে আগবাঢ়ে নৱনাট্য সমিতিয়ে দিবলগীয়া অনুষ্ঠানৰ আয়োজনত।

* * * *

ৰাতি খাই বৈ উঠি নবীনে এখন টেলিগ্ৰাম লিখে শৰৎলৈ "চিৰিয়াচ মেটাৰ। কাম চুন।" নৱনাট্য সমিতিৰ থিয়েটাৰৰ দিনা যাতে উপস্থিত থাকিব পাৰে তাৰ বাবে টেলিগ্ৰাম কৰি পঠালে। ৰাতিপুৱাতে গৈ টেলিগ্ৰাম কৰি ৰাহিৰে ৰাহিৰে নবীন সবিতাহঁতৰ ঘৰলৈ গ'ল।

ৰাতিপুৱাতে নবীনক অহা দেখি সবিতাই হাঁহি মাৰি সুধিলে—

"ৰাতি বাৰু কেতিয়া পুৱাল ?"

"সবিতাৰ যেতিয়া উদয় হ'ল।"

"সবিতা এতিয়াও ৰূমৰ ভিতৰতে—উদয় হোৱা নাই।"

তাই ওলাই আহি নবীনক বহিব দি নিজে মুখ ধুবলৈ গ'ল। নবীন বহি ৰ'ল। সবিতাই ফিৰি আহি নবীনৰ ওচৰত বহি হাঁহি মাৰি সুধিলে—

"কিবা জৰুৰী সকাম আছে নেকি ?"

"হয়। মই আজি ঘৰলৈ যাম।"

"আৰু মাত্ৰ পাঁচ দিন আছে থিয়েটাৰলৈ। এতিয়া যদি আপুনি নাথাকে তেন্তে 'ৰিহাৰচেল' চলিব কিৰূপে ?"

"মোৰ সকলোবোৰ দৃশ্য হৈ গৈছে। যোৱা কালি শেষ দৃশ্যটোৰ হৈ গ'ল। আপুনি বাকীবোৰ ঠিক কৰি লব। মই নগ'লে নহয়।"

"কিবা বেয়া খবৰ আহিছে নেকি ?" সবিতাই ব্যস্ত হৈ সোধে।

"বেয়া নহয় বৰং সুখবৰ।"

"কি ?"

"সুখবৰ আৰু কি হব ? ইমান দিনৰ মূৰত আকৌ যেতিয়া অভিনয় কৰিবলৈ ওলালো তেতিয়া আৰু নিজৰ মানুহক দেখুৱাবৰহে মন।" হাঁহে নবীনে। হাঁহি মাৰি সবিতাই সোধে—"তাৰ মানে ঘৰৰপৰা কাৰবাক আনিব ?"

"তেনেই মতলব।" হাঁহি হাঁহি মূৰ দুপিয়াই নবীনে।

"হাঁহি হাঁহি কয় সবিতাই—"মাকক কিন্তু নানিব। আনিলেই মই বৰ লাজত পৰি মৰিম।"

"হয় নেকি ? বাৰু কোনো কথা নাই। পিছে মোৰ দুই এদিন পলম হব কিন্তু। আপুনি চলাব। মই উঠোঁহে।"

"বৰ। চাহ নোখোৱাকৈ ক'লৈ যাব? বহক।"

সবিতা তৎক্ষণাৎ উঠি যায়। কিছুপৰ পাচত দুকাপ চাহ আৰু দুখন মিঠাইৰ প্লেট আনি নবীনৰ ওচৰৰ টেবিলৰ ওপৰত থৈ ক'লে—"চাহ খাওক।" সবিতা বহে। দুয়ো চাহ খায়।

তেতিয়া প্ৰায় আঠ বাজিছে। নবীনক খৰধৰকৈ কানি-কাপোৰ সলাই চুটকেচটো হাতত লৈ ষ্টেচনলৈ খোজ ললে।

## ॥ চৌচল্লিশ ॥

অভিনয়ৰ দিন যিমানে ওচৰ চাপি আহিছে তিমানে সবিতাৰ মনত উদ্বিগ্নতা বাঢ়ি আহিছে। তাইৰ ঘনে ঘনে মনত পৰে পৰেশৰ তালৈ। ছিঃ! কি নিদাৰুণ চিঠিৰে কটুবাক্য প্ৰয়োগ কৰি তেওঁৰ হৃদয় চুৰমাৰ কৰি দিছে তাই। তাইৰ অনুতাপ আহে। ঘৃণাত নাক কোঁচাই এদিন যি শৰতক নিৰ্মম পত্ৰেৰে হৃদয় ভাঙি দিছিল, সেই ঘৃণাই আকৌ পৰিণত হ'ল ভাল পোৱাত। ঘৃণাৰ ওলোটা ফালত বাস কৰে ভালপোৱা! তাই শৰতক ভাল পাবলৈ নতুনকৈ আৰম্ভ কৰে। কিন্তু শৰতক জানো লগ আৰু পাব? যদি নাটকৰ নায়কৰ দৰে তেওঁ বিৰহ জ্বালা নিবাৰণ কৰিবলৈ আশ্ৰয় লৈছে পানীৰ, তেন্তে? তাইৰ প্ৰশ্ন জাগে। গা শিয়ৰি উঠে। ক্ৰমে ক্ৰমে মন বিমৰ্ষ হৈ পৰে। বহু চিন্তাই পাচত আকৌ এটি নতুন যেন মনৰ পৰ্দাত খেলা কৰিব ধৰে। এইটো নবীনৰ ছবি! কি যে দুৰ্নিবাৰ আকৰ্ষণ এই যুৱকজনৰ। অশান্ত মনৰ আশ্ৰয় নবীন। তাইৰ মৰহি যোৱা ভাবক যেন পুনৰ সঞ্জীৱিত কৰি তুলিছে নবীনে। শৰতে জ্বলালে সবিতাৰ অন্তৰত প্ৰণয়ৰ প্ৰদীপ; নবীনে যেন সাৰ গোবৰ দি জীয়াই ৰাখিব ধৰিছে। তেন্তে আৱশ্যকতা কাৰ বেছি? গুৰুত্বও কাৰ অধিক? শৰতৰ নে নবীনৰ? দোদুল্যমান অৱস্থাত সবিতা। একফালে টানে শৰতে—আনফালে টানে নবীনে। 'টাগ অব ৱাৰ' খেলা চলিছে সবিতাৰ অন্তৰত। চঞ্চল, অস্থিৰ হাস্যময়ী সবিতা যেন ক্ৰমে ক্ৰমে বিষাদময়ী চিন্তা গম্ভীৰা সবিতাত পৰিণত হৈছে। মনৰ ভিতৰত তাইৰ তুমুল সংগ্ৰাম।

● ● ● ●

বিয়াখন সবিতাহঁতৰ নওলামুখত এৰি নবীন সোমাই আহিল তেওঁৰ বাহালৈকে পিচে পিচে এজনী তিৰোতা আৰু এটি ল'ৰা। তিনিও সোমাই গৈছে। দোতালাৰ ওপৰৰপৰাই চকুত পৰিল সবিতাৰ। নবীনৰ পিচে পিচে গৈছে এজনী তিৰোতা আৰু এটি ল'ৰা। তেওঁ তেন্তে বোৱেৰক আনিলে থিয়েটাৰ দেখুৱাবলৈ? তাই প্ৰশ্ন কৰে নিজে নিজে। তাই তৎক্ষণাৎ নামি আহে। খিৰিকীৰে চালে তিৰোতাৰ ফালে। ধুনিয়া তিৰোতা। হাতে বোৱা বগা চাদৰ মেখেলা পিন্ধি ল'ৰাজনৰ হাতত ধৰি লাহে লাহে গৈ আছে গলি বাস্তাটোৰে। ভৰিত এযোৰা সাধাৰণ চেন্ডেল। খোপাটো ডাঙৰ। মূৰত ওৰণি নাই। দূৰৈৰপৰা ছোৱালী যেন দেখি। তেন্তে নবীনৰ ভনীয়েক নেকি? সেই ল'ৰাজন কোন? তেওঁৰ ভদায়েকৰ ল'ৰা। প্ৰশ্ন জাগে সবিতাৰ দেখা পোৱালৈকে চালে তেওঁলোকক সবিতাই।

ঘৰ পায়ে পাবলে এবাৰ চাৰিওফালে চাই ল'লে। ভাৰাঘৰ। গুৱাহাটী যেন চহৰৰ ভাৰঘৰ। কিন্তু চাৰিওফালে অবত্নৰ চিহ্ন পৰিলক্ষিত। তেওঁৰ মনত পৰিল নবীনে কোৱা কথা এবাৰ—"গুৱাহাটীৰ ভাৰাঘৰ মালিকসকলে কেৱল জানে মাহৰ মূৰত ভাৰা আদায় কৰিবলৈহে—মাহৰ আবৰ্জণিতে যে ঘৰৰ মেৰামতি কৰি থকাৰ সুবিধা কৰি দিব লাগে তেনে কাণ্ডজ্ঞান সিহঁতৰ নাই।"

এবা! আহি তাকেই দেখিলে পাবলে। ঘৰটো সৰু, পাকঘৰটো আৰু সৰু, ওচৰতে পাইখানা; কাষতে পানীৰ পাইপটো। তাৰ কাষৰে প্ৰস্ৰাৱ কৰা ঠাইখিনি। পাকঘৰ, পাইখানা, প্ৰস্ৰাৱ কৰা ঠাই আৰু কাষেৰে আবৰ্জনা বৈ যোৱা নলাটোৰ গন্ধই লগ লাগি এটা নতুন ধৰণৰ গন্ধৰ সৃষ্টি কৰিছে। নতুনকৈ অহা গাঁৱলীয়া মানুহৰ বাবে এই নতুন গন্ধই নতুন ধৰণে বমি অহাত সহায় কৰিব নিশ্চয়, তাত সন্দেহ অকণো নাই; কিন্তু পাৱলে নতুন নহয় আৰু একেবাৰে গাঁৱলীয়া চহৰ নেদেখা বিধৰ নহয়। এইবোৰৰ লগত আগৰেপৰা পৰিচয় আছে। সেয়েহে তেওঁ নিজক ইয়াৰ লগত খাপ খুৱাই লব পাৰিছিল।

নবীনৰ ঘৰত প্ৰৱেশ কৰি কানি-কাপোৰবোৰ সলাই ললে তেওঁ। ইতিমধ্যে বামুণীয়ে ল'ৰাজনে গা পা ধোৱাৰ ব্যৱস্থা কৰি দিলে; কাৰণ ভোজৰা প্ৰায় বাৰটা বাজিছে। কানি-কাপৰবোৰ সলাই পাৱলে গা-পা ধুলে। নবীনে শৌচাচাৰ কৰি আহি গা ধুই ললে। গা-পা ধুই আহি তেওঁলোক খাবলৈ বহিল।

খাই বৈ উঠি পাৱলে দেৱী বহিছে ৰূমৰ মজত। কাষতে দিৰ হৈ আছে

ল'ৰাজন। পাৰুলে তালপাতৰ বিচনীখনেৰে লাহে লাহে বিচি আছে, কাৰণ তেতিয়া গৰম। জহকালি। বেতৰ চেয়াৰখনত আৰামকৈ বহি ল'ৰাজনৰ মুৰ পিহি আছে। পাৰুলক দেখাত সাইলাখ গাভৰু ছোৱালী যেন দেখি। বগা ধুনীয়া মুখখনি। দীঘল ক'লা চেলাউঁৰিৰে মনোমোহা চকু দুটি। কপালত ৰঙা সেন্দুৰৰ ফোঁট। কিচ্‌কিচীয়া ক'লা চুলিটাৰি তপিনাত পৰা। চেয়াৰৰ বাহিৰলৈ মেলি দিছে শুকাবলৈ খুলি। উঠন বুকু, লাহি ককালখন। স্বাভাৱিক ৰঙাভ ওঁঠ দুটি তামোল খাই আৰু ৰঙাভ দেখা গৈছে। তল ওঁঠৰ তলত বাওঁফালে এটা ক'লা তিল আছে যেন থিয়েটাৰত অভিনেত্ৰীয়ে লোৱা 'বিউটিস্পট' হে। এনে ৰূপ আৰু এনে বেশত দুপৰীয়া খাই বৈ উঠি তেওঁ আৰাম কৰি বহিছে মাথো, এনেতে দেখা গ'ল এজনী ছোৱালীয়ে আহি নমস্কাৰ কৰি ভিতৰ সোমাই আহিল। তাই সবিতা। তেতিয়াৰে পৰা এই তিৰোতাজনীৰ ওপৰত তাইৰ এটা কৌতূহল জন্মিছে —কোন এওঁ? সবিতাই নমস্কাৰ কৰাত পাৰুলেও নমস্কাৰ কৰি বহিব দিলে সম্মুখৰ চেয়াৰখনত। সবিতা বহিল। দুয়ো মুখামুখি। মাজতে টেবিলখন। সবিতাই এবাৰ পাৰুলৰ মুখৰ ফালে চাই স্তম্ভিত হৈ গ'ল। কি অপৰূপ সুন্দৰী এই নাৰী। পাউডাৰ নাই, 'লিপষ্টিক' নাই, আনকি বজাৰৰ কোনো পণ্যৰূপ-সামগ্ৰীৰ আভাস নাই এওঁৰ শৰীৰত, অথচ ইমান ৰূপহী দেখা গৈছে। সচাকৈ ৰূপ-ৱতী নাৰী। সবিতাৰ ঈৰ্ষা জাগে। পাৰুলৰ এনে গাভৰু সদৃশ্য ৰূপ দেখি তাইৰ ধাৰণা হ'ল যে এইজনী নিশ্চয় নবীনৰ ভনীয়েক।

"আপোনাক দেখি বৰ ভাল লাগিল। মোৰ নাম সবিতা দাস। সৌটো আমাৰ ঘৰ।" তাই ঘৰটো আঙুলিয়াই দিয়ে।

"আপুনি সবিতা দাস? প্ৰশ্ন কৰে পাৰুলে।

"হয়। মোৰ নামেই সবিতা দাস। মোৰ নাম আপুনি আগেয়ে শুনিছিল নেকি?"

"কিয় নুশুনিম? 'অনামী'ত সদায় আপোনাৰ আধুনিক কবিতা পঢ়াই নহয়। আপোনাক দেখি বৰ ভাল লাগিল। এজনী আধুনিক কবিৰ লগত সাক্ষাৎ হ'ল; মোৰ পক্ষে বৰ সৌভাগ্যৰ কথা।"

"গৌৰৱ দান কৰিবলগা গুণ বা [illegible] মোৰ পক্ষে এতিয়াও কোনো যোগ্যতা নাই। সিহঁতক লাজ নিদিব।"

"আপোনালোকে অহা কালি থিয়েটাৰ কৰিব, নহয় নে ?"

"হয়। সেই বাবেই আহিছে নেকি ?" হাঁহি মাৰি প্ৰশ্ন কৰে সবিতাই।

"অকল থিয়েটাৰ নহয়—আপোনাকো দেখা কৰিবৰ বাবেই আহিছোঁ।"

পাৰুলৰ এই আষাৰ কথাত সবিতাৰ কাণ দুখন ৰঙা পৰি উঠিল। তেন্তে নবীনে তাইৰ বিষয়ে কিবা কৈছে নেকি ? যদি কৈছে তেন্তে আৰু লাজৰ পৰিসীমা নৰব। যদি তেওঁৰ লগত ঘটা ঘটনাবোৰ এখেতক জনাইছে তেন্তে ? তাইৰ আকৌ লাজ লাগিল। তাই তলমুৱা হৈ ইফালে সিফালে চাব ধৰিলে। এনেতে পাৰুলৰ কাষত বহি থকা ল'ৰাজনে কৈ উঠিল—"কালি থিয়েটাৰ হব আই ?"

"এৰা। কালি গধূলিৰপৰা হব।"

সবিতাই বিস্ময়াভিভূতা হৈ একেথৰে চায় বয় পাৰুলৰ মুখলৈ। এওঁ তেন্তে নবীনৰ ভনীয়েক নহয়—বোৱেক হে। আচৰিত! ইমান ডাঙৰ হৈছে ল'ৰা তথাপি গাভৰু সদৃশ চেহেৰা! কি অপূৰ্ব স্বাস্থ্য! চমকিত হৈ উঠে সবিতা। ব্যগ্ৰভাবে সোধে—"এইজন আপোনাৰ ল'ৰা।"

"হয়। মোৰেই ল'ৰা।"

সবিতাই এবাৰ মাকৰ ফালে আৰু এবাৰ ল'ৰাজনৰ ফালে চাব ধৰিলে, তাকে দেখি পাৰুল দেৱীয়ে সুধিলে—"কিয় সুধিলে ?"

"সচাকৈয়ে আপোনাৰ চেহেৰাটো বৰ লোভনীয়। ইমান সুন্দৰ আপোনাৰ স্বাস্থ্য আৰু এনে মনোমোহা আপোনাৰ দেহৰ গঠন দেখি মোৰ ঈৰ্ষা হয়।" হাঁহি মাৰি কয় সবিতাই।

"কিয় ?"

"নিজতকৈ ৰূপৱতীজনক নাৰীয়ে সদায় ঈৰ্ষাৰ চকুৰে চায়। বাস্তৱতে আপোনাক দেখি মোৰ ঈৰ্ষা কৰিবৰ মন যায়।" খোলা হাঁহি এটা মাৰি সবিতাই খোলাভাৱে কয় কথাবোৰ। এনে দিলখোলা কথাত পাৰুলৰ বৰ ভাল লাগি যায় সবিতালৈ। আপোন আপোন যেন বোধ হয় এক মুহূৰ্তৰ ভিতৰতে। হাঁহি মাৰি সৰলভাৱে উত্তৰ দিলে পাৰুলদেৱীয়ে—"অনেকে মোক বহুতে গাভৰু ছোৱালী বুলি ভুল কৰে; বিশেষকৈ যুৱক ওৰণিখন নললে। মই যে এটি সন্তানৰ মাক এই কথা বহুতে স্বীকাৰ কৰিবই নোখোজে।"

"নিশ্চয় ! সচাকৈ মযো ভুল কৰিছিলো।"

এনেতে 'চুটপেন্ট' পৰিহিত ডেকা এজন আহি হঠাতে দুৱাৰ মুখত উপস্থিত হ'ল। পাৰুলৰ সন্মুখত থিয় হৈ নমস্কাৰ কৰি হাঁহি মাৰি কৈ উঠিল—

"আৰে, বৌ যেখোন ?"

"আই ঔ, শৰৎ চোন। আহা ভিতৰলৈ, বহাহি।"

পাৰুল দেৱীয়ে উঠি গৈ শৰতৰ হাতৰপৰা চুটকেচটো লৈ আহিল। শৰতক আনি চেয়াৰখনত বহুৱাই দিলে। শৰৎ বহিল। পাৰুলে চুটকেচটো থৈ আহিল। হঠাতে শৰতক দেখি সবিতা চমকিত হৈ গ'ল। ই কি অদ্ভুত কাণ্ড। যাক লৈ তাইৰ দুশ্চিন্তাৰ অন্ত নাই, সেই শৰৎ আহি সন্মুখতে উপস্থিত। লাজ, আনন্দ আৰু আবেগত সবিতাৰ অন্তৰ থোকিবাথো লাগিল। শৰতেও অকস্মাতে এনে এটা অৱস্থাত পৰিব বুলি ভবা নাছিল। তেওঁ হতবাক হৈ গ'ল। ইকি ৰহস্য !

সবিতাই এবাৰ শৰতলৈ চালে ? দুয়োৰে চকুৱে চকুৱে পৰিল। সবিতাৰ চকুত অন্তহীন প্ৰশ্ন ; শৰতৰ চকুত ভয় বিহ্বল চাৱনি। তথাপি বুকুত অদম্য হুস্তীৰ বল বান্ধি শৰতে দুই হাত তুলি নমস্কাৰ কৰিলে—"নমস্কাৰ সবিতা দেৱী।" তেজ ৰঙা বোলটিৰ দৰে ৰঙা চিঙা পৰি উঠিল সবিতা। তলমুৱা হৈ ক্ষীণ কণ্ঠে কথমপি জনালে—"নমস্কাৰ।"

এনেতে পাৰুল পুনৰ সোমাই আহিল। পাৰুলক দেখি শৰতে যেন ৰক্ষা পালে। প্ৰশ্ন কৰিলে—পিচে কেতিয়া আহিলা নবৌ ?"

"আজি দুপৰীয়াৰ আগে আগে। তুমি আহিব বুলি ককায়েৰাই মোক কৈছিল।"

"হয় নেকি ? বাৰু, এতিয়া সেই ধুৰন্ধৰটো ক'ত ?"

এনেতে নবীন সোমাই আহি হাঁহি মাৰি কৈ উঠিল—"চিগাৰেট হাতে এজা ধুৰন্ধৰৰ প্ৰৱেশ।"

নবীনৰ ব্যঙ্গোক্তিত দুয়ো হাঁহি উঠিল। সবিতা কিন্তু তথ হৈয়ে ৰ'ল। কি কাণ্ড, কি ষড়যন্ত্ৰ এওঁলোকৰ তাই একো ধৰিব নোৱাৰিলে। তেন্তে কিবা মতলব কৰি এইবোৰ কৰিছে নেকি নবীনে ? কি ধুৰন্ধৰ লোক এওঁ। তাইৰ মনত প্ৰশ্ন জাগে। নবীনৰ ফালে তীক্ষ্ম দৃষ্টিৰে চায় সবিতাই। নবীনে এবাৰ সবিতাৰ ফালে চাই লয় কেৰাহিকৈ। তাৰ পাচত চিগাৰেটটো অকলাই দিয়াচলাই কাঠীডাল

ধলি মাৰি পেলাই দি চিগাৰেটটো হুপিব ধৰে আৰু চিগাৰেটৰ বাকচটো দিয়াচলাইৰ সৈতে টেবিলৰ ওপৰত শৰতৰ সন্মুখত থৈ কৈ উঠে—“অতিথি সৎকাৰ গ্ৰহণ কৰা।”

শৰতে কৈ উঠে—“তোৰ অতিথি হ’লোনে? টেলিগ্ৰাম কৰি মাতি পঠাইছ জৰুৰী সকাম বুলি, আৰু এতিয়া কৰিছ অতিথি? কিয় বাৰু টেলিগ্ৰাম কৰিছিলি?”

“বিশেষ জৰুৰী সকাম নহ’লে জানো কোনোবাই টেলিগ্ৰাম কৰে?”

“কি জৰুৰী সকাম ক’ সোনকালে।”

“কম বাৰু, বহ। ধৰি ল’ তই এখন থিয়েটাৰ কৰিছ, তেতিয়া মই নাচালে জানো তই ভাল পাবি?”

“তোৰ ঠাট্টা এৰি দে। আচল কথা ক’। তোৰ থিয়েটাৰখন চাবৰ বাবে মই সুদূৰ শদিয়াৰপৰা লৰি আহিবৰ দৰকাৰ নাই। দেশৰ মানুহ মৰিব ধৰিছে বানপানীৰ উৎপাতত আৰু তই মৰিছ গান-বাজনাৰ উৎপাতত? এই দুৰ্যোগৰ দিনত আমোদৰ সময় নহয়। তাই জান, তই মোৰ কিমান ক্ষতি কৰিলি, দেশৰ কিমান ক্ষতি কৰিলি? তই জনা বুজা মানুহ হৈও……।”

শৰতে গম্ভীৰ আৰু উত্তেজনাৰ সুৰত কথাবোৰ কৈ যায় যেন তেওঁ কোনোবা মিটিঙত বক্তৃতাহে কৰিছে। স্তব্ধ হৈ শুনি যায় পাৰুলে; অবাক হৈ শুনি থাকে সবিতাই। নবীনে কিন্তু মুৰ দুপিয়াই হাঁহি হাঁহি চিগাৰেট হুপি হুপি কৈ যায় —“তোৰ ক্ষতি কৰা নাই, আৰু দেশৰো ক্ষতি কৰা নাই; বৰং দেশৰ উপকাৰ কৰিবলৈ হে যত্ন কৰিছোঁ, তোৰ সুবিধা কৰিবলৈ যত্ন কৰিছোঁ।

এনেতে পাৰুল উঠি পাকঘৰলৈ যায় চাহ আনিবৰ বাবে।

শৰতে একে সুৰতে সোধে—“মোৰ সুবিধা তই কৰি দিব নালাগে, কেৱল দেশৰ কি উপকাৰ কৰিবলৈ যত্ন কৰিছ তাৰ খবৰহে দেচোন?”

“প্ৰথমতে ধৰ, থিয়েটাৰ—অৰ্থাৎ ‘চেৰিটী শ্বো’ কৰিম। যি টকা উঠিব সেইবোৰ বানপীড়িত অঞ্চললৈ সহায়ৰ বাবে দান কৰিম। তাৰ পাচত…।”

“তাৰ পাচত নালাগে আৰু। দেশৰ হেজাৰ হেজাৰ মানুহ মৰিব ধৰিছে বানৰ উৎপাতত আৰু তহঁতে মৰিব ধৰিছ গানৰ নিচাত?” “শৰতৰ এনে অভিজ্ঞাপূৰ্ণ কথাত সবিতাৰ গা বেজবেজাই গ’ল; প্ৰতিবাদ কৰিবৰ মন আছিল কিন্তু নকৰিলে। মনে মনে শুনি থাকিল। এনেতে নবীনে হাঁহি মাৰি ক’লে—“বুজিলো, দেশৰ

বানপানী নিবাৰণৰ বাবে বেছ চেষ্টা কৰিছ, কিন্তু মনত যাৰ বানপানী আহিছে তাক নিবাৰণৰ কি ব্যৱস্থা কৰিছ ?"

এই প্ৰশ্নত সবিতা সজাগ হৈ উঠিল। শৰতৰ মুখলৈ একেথৰে চাই থাকিল। শৰতো থমকি ৰ'ল। নবীনে লাহে লাহে ক'লে—"খং নকৰিবি। পাচত মই কম।"

এনেতে চাহ লৈ পাৰুল হাজিৰ হ'ল। সকলোৰে আগত চাহৰ কাপ থলে আৰু খাবলৈ ইঙ্গিত দিলে। "বৰ ভাগৰ লাগিছে চাগৈ, তুমি অলপ জিৰণি লোৱা শৰৎ। মই সোৱা বিচনাখন তৈয়াৰ কৰি দিছোঁ।" ওচৰৰ ৰুমৰ দুৱাৰখন খুলি সুসজ্জিত বিচনাখন দেখুৱাই দিয়ে পাৰুলে।

"মই বাহিৰে বাহিৰে আহিছোঁ নবৌ ; ঘৰলৈ যোৱাই নাই।"

"মই মুখ দেখিয়েই বুজিছোঁ। সেইবাবে বাজেনক ভাত বান্ধিবলৈ দিছোঁ। তুমি গা-পা ধুই বিশ্ৰাম লোৱা মানে ভাত হবই। মই 'বাথৰুম'ত পানী যোগাৰ কৰি থৈ আহিছোঁ।"

"বহুত ধন্যবাদ নবৌ।" শৰতে চাহ খাবলৈ ধৰে।

"আৰু বহুত আচ্ছা বিবিজান!" নবীনেও একাপ তুলি লৈ পাৰুলক ঠাট্টা কৰে। পাৰুলে হাঁহি মাৰি কেৰাহিকৈ চাই সবিতাক ইঙ্গিত কৰে। নবীনে সবিতাক কয়—"তুমিও খোৱা সবিতা।"

নবীনৰ তুমি সম্বোধনত সবিতা অবাক হৈ গ'ল। তাইৰ মনত পৰিল সেইদিনাৰ কথা—বিদিনা প্ৰবীণৰ সন্মুখত 'তুমি' সম্বোধন কৰি কোট চোলা থবলৈ দি বেচেৰা প্ৰবীণৰ অন্তৰ জ্বলাই মাৰিছিল। আজিও কিজানি শৰতৰ সন্মুখত সেই একে অস্ত্ৰকে ব্যৱহাৰ কৰি শৰতকো দগ্ধ কৰিব চাইছে ? কোনে জানে এওঁৰ মতলব কি! সবিতা অপ্ৰস্তুত হৈ পৰে। তাইৰ উঠি যাবলৈ ইচ্ছা হয়; কিন্তু এনে অৱস্থাত গ'লে নিজৰ দুৰ্বলতাৰ পৰিচয় দিয়া হব; তাকে ভাবি তাই বহি ৰ'ল আৰু চাহ কাপ তুলি লৈ এঢোক খাই ললে। এনেতে ভিতৰৰ পৰা যোৰি আহি লʼৰাজনে সুধিলে—

"কোন দিনা থিয়েটাৰ হব পিতা ?"

"অহা কালি।" উত্তৰ দিয়ে নবীনে।

আন্ধাৰ ৰাতি বাহিৰলৈ ওলাবৰ বাবে দুৱাৰ খোপৰাওঁতে হঠাতে সেই দুৱাৰৰ খিলিটোতে কপালত খুন্দা খাই আঘাত পোৱাৰ দৰে সবিতায়ো তৎক্ষণাৎ মনত খুন্দা খাই আঘাত পাই ওপৰলৈ মুখ কৰি নবীনক প্ৰশ্ন কৰিলে—"কি আচৰিত। এইজন আপোনাৰ ল'ৰা ?"

"মোৰ বুলিনো কম কেনেকৈ ; তোমালোকৰে গোলাম।" হাঁহে নবীনে।

"আপুনি বিবাহিত ?"

খিলখিলকৈ হাঁহি কয় নবীনে—"অকল বিবাহিতেই নহয়—এটি ল'ৰাৰ বাপেকো।"

"তেন্তে ইমান দিনে মোক কোৱা নাই কিয় ?"

"বাৰু, ইমান দিনে মোক সোধা নাই কিয় ?

"ওস্ কি অদ্ভুত লোক আপুনি··· !"

সবিতা অতিপাত আচৰিত হৈ যায়। তাইৰ মগজত যেন তড়িৎ-আঘাত হয়। এনে মেনটেল চক্' অৰ্থাৎ মনৰ আঘাত তাই সহ্য কৰিব নোৱাৰা হ'ল। আগৰপৰা তাইৰ মনৰ ওপৰত কেবাটাও আঘাত লাগি আহিছে। আঘাতৰ ওপৰত আঘাত লাগি তাইৰ মনৰ সচেতনতা ক্ৰমে ক্ৰমে অৱশ হৈ যাব ধৰে। লাহে লাহে তাইৰ হাতৰপৰা চাহৰ কাপটো টেবিলত সৰি পৰিল। ঠুংকৈ শব্দ হৈ চাহবোৰ ছিটিক গ'ল চাৰিওফালে। ওচৰতে বহি থকা শৰতৰ কানি-কাপোৰত পৰি নষ্ট হৈ গ'ল। কাষত থিয় হৈ থকা নবীনৰ গাতো আহি কেইটোপামান পৰিল। শৰৎ আৰু নবীন আচৰিত হৈ থিয় হৈ উঠিল। শব্দ শুনি পাৰুলে দৌৰি আহি এই কাণ্ড দেখিলে। চাওঁতে চাওঁতে সবিতা ঢলি পৰিল চেয়াৰত। অৱশ দেহ আৰু অস্থিৰ মনৰ হেঁচাত তাই মূৰ্ছা পৰিল। তাকে দেখি পাৰুল উদ্বিগ্ন হৈ পৰিল আৰু দৌৰিগৈ তৎক্ষণাৎ সবিতাক খাপ মাৰি ধৰিলে। সবিতাক সাৱটি লৈ কপালত হাত দি পাৰুলে সুধিলে লাহেকৈ—"কি হ'ল আপোনাৰ ?"

খেহ খেহীয়া মাতেৰে সবিতাই উত্তৰ দিলে—"মোৰ মূৰ ঘূৰাইছে। পাৰুলৰ গাত সবিতাই মূৰ আউজাই ঢলি পৰিল। পাৰুলে বৰ উদ্বিগ্ন হৈ নবীনক ক'লে—"চাওকচোন কি হ'ল।"

নবীনে তৎক্ষণাৎ গৈ সবিতাৰ হাতত ধৰি নাড়ী পৰীক্ষা কৰি কয়—"তুমি পানী আনাগৈ তৎক্ষণাৎ।"

নবীনে সবিতাৰ গাত ধৰিলে। পাৰুল দৌৰি গ'ল পানী আনিবলৈ। এনে অভাৱনীয় কাণ্ড দেখি শৰৎ হতবাক হৈ বহি ৰ'ল।

তাকে দেখি নবীনে শৰতৰ হুকুম কৰে—"কি চাইছ, ধৰ, লৈ গৈ তোৰ ঘৰে তৈয়াৰ কৰা বিচনাত শুৱাই দে গৈ।"

যন্ত্ৰ চালিতৰ দৰে শৰৎ সবিতাৰ ওচৰ পালেগৈ। আলফুলকৈ সবিতাৰ গাত ধৰি পথালি কোলাকৈ দাঙি নি বিচনাখনত শুৱাই থলে। এনেতে পানী লৈ আহিল নবীনৰ ঘৈণীয়েক পাৰুল দেৱীয়ে। সবিতাৰ মুখত পানী জাপিব ধৰিলে পাৰুল দেৱীয়ে। তালপাতৰ বিচনীখনেৰে বিচিব ধৰিলে শৰতে।

কিছু সময় পানী চলাৰ পাচত সবিতাৰ মূৰ্চ্ছা ভঙ্গ হ'ল। লাহে লাহে চকু দুটা মেলি তাই দেখে যে মুখত অলপ অলপ পানী দি আছে পাৰুল দেৱীয়ে, বিচনাৰ অলপ দূৰত ল'ৰা বীৰেনক কোলাত লৈ থিয় হৈ আছে নবীনে আৰু মূৰ শিতানত বহি বিচনীৰে বিচি দি আছে শৰতে।

সবিতাই লাহেকৈ চকু মেলি চোৱাত নবীনে সুধিলে—"কেনে পাইছা?" ক্ষীণ কণ্ঠে কৃতজ্ঞ দৃষ্টিৰে চাই উত্তৰ দিয়ে সবিতাই—"অলপ ভাল পাইছো।"

নবীনে পাৰুলৰ ওচৰলৈ আহি তেওঁৰ গাত ধৰি ক'লে—

"এতিয়া আমি ইয়াৰপৰা যাওঁ, বলা পাৰুল। আমি আৰু ইয়াত থকা সমীচীন নহয়। আমাৰ কাম শেষ।"

বীৰেনক কোলাত লৈ পাৰুলৰ হাতত টান মাৰি আনে নবীনে। হাঁহি মাৰি শৰতক কয়—"সাধু, এতিয়া তোৰ মালিক চমজাই ল'।"

হাঁহি মাৰি গিৰীয়েক ঘৈণীয়েক বাহিৰ হৈ আহে। শৰতে সবিতাৰ কাষত বহি বিচি থাকে। সবিতাই এবাৰ শৰতৰ চকুলৈ আবেগসনা চাহনিৰে চাই কয়—"মোক ক্ষমা কৰক। মই বৰ ডাঙৰ ভুল কৰিছিলো।"

শৰতে সবিতাৰ কপালত মৰমেৰে হাত বুলাই দি কোমল সুৰত কৈ উঠে—"ভুল মানুহেই কৰে আৰু মানুহেই তাক শুধৰাই লয়।"

শৰতৰ হাতখন খামুচি ধৰি বৰ করুণভাৱে ক'লে—"মোক ক্ষমা কৰিব পাৰিব?"

আবেগেৰে সবিতাৰ মূৰটো কোলালৈ চপাই আনি মৰমেৰে চুলিখিনিত হাত বুলাই কয় শৰতে—"সেৱাতে সবিতাৰ উজ্জ্বল আলোক সমালিকতাৰে ক্ষীণ হ'লেও

হীন নহয়। ভাববাচ্ছন্ন হ'লেও সবিতা নহয় কলুষিতা. সবিতা চিব উজ্জ্বল, চিব নির্মল। শবতব আকাশত মেঘমুক্ত সবিতাব উজ্জ্বল কিবণ পবিব্যাপ্ত দশোদিশে। আকাশব সবিতা নহব অৱহেলিত—পৃথিৱীব মোব এই সবিতাও নহয় অনাদৃত।"

শবতে সবিতাব মুখলৈ চাই বয়। সবিতাই শবতব চকুলৈ চাই ক্রমে ক্রমে তেওঁৰ কোলাত মূৰ গুঁজি দুবাহুৰে তেওঁক কঁকালত সাবটি

তৃপ্তত তাইৰ চকু মুদ খাই আহে।

বাহিৰত তোতিয়া এচেৰেঙা মিঠা বঁদৰ জিলিঙনি পবে।

—ঃ শেষ ঃ—

# গৰাখহনীয়া

ব্ৰহ্মপুত্ৰৰ পাৰতে কাঠেৰে সজা সৰু চাংঘৰটো। মাত্ৰ একোঠা খোটালি। কাঠৰ গোলা। তলত শালকাঠবোৰ পৰি আছে। কাষতে কলাকাঠ, খুঁটা আদি দম হৈ পৰি আছে। ওচৰতে বাকলি-বোৰৰ দমটো। গ্ৰাহকবোৰে নানাৰকমৰ কাঠ চাব খুজিছে; কৰ-তীয়াই ওচৰতে কাঠ ফালি আছে। অভয় মহাজনে গ্ৰাহকবোৰক কাঠ দেখুৱাই দি দৰদাম ঠিক কৰি দি আছে। পুতেক অৰেণে চাংবাংলাটোত সোমাই চকীত বহি কিবা হিচাপ কৰি আছে। কাঠৰে হিচাব বোধ হয়। এনেতে এজন আদহীয়া ধৰণৰ মানুহে আহি অৰেণৰ পিতাক অভয় চৌধুৰীক কলে "মহাজন বাবু, মোক ঘাটৰ ভাৰাখিনি দিয়ক। মই কালিও আহি আপোনাক লগ নাপালো।" তেওঁৰ কথা শুনি অভয় চৌধুৰীয়ে কলে "আপোনাক আৰু কি ঘাটৰ ভাৰা লাগেছে। গবৰ্ণমেণ্টৰ পৰা কিনি লোৱা "ব্লকৰ" কাঠখিনি মোৰ দোকানৰ আগত বিক্ৰি কৰিছো; মই আকৌ কি ভাৰা দিব লাগে। আমি নতুন মানুহ দেখি আপোনালোক পুৰণিবৰীয়া মানুহে যি ইচ্ছা তাকে কৰিব বিচাৰাতে? কোন ঘাটৰ ভাড়া?

"আপোনাৰ [illegible] এই বাটটো মোৰ পট্টাৰ মাটি। এই [illegible] [illegible] [illegible] [illegible] [illegible] আপোনাৰ [illegible] [illegible] মোৰ [illegible] [illegible] বিক্ৰি কৰিছে। [illegible] [illegible] [illegible] [illegible] [illegible] [illegible]।"

[illegible]

"ৰচিদ বহী চহী মোৰ নাই। আমাৰ মাটি আৰু দুৰলৈ আছিল। নদীয়ে খহাই নিয়াৰ বাবে এতিয়া চাৰিভাগৰ এভাগো নাই। এতিয়া আমি আমাৰ পট্টাৰ মাটিৰ মাজেৰে ঘাট কাটি দি খাজনা স্বৰূপে দুই টকাকৈ লোৱা কৰিছো। এই ব্যৱস্থা আমাৰ ইয়াত সকলো ঘাটতে। ৰচিদ চচিদ দিয়া দস্তুৰ আমাৰ নাই।"

"খাজনা লবলৈ গৱৰ্ণমেণ্টৰ পৰা কিবা পাছ আছে নেকি?"

"পাছ চাচ নাজানো। আমাৰ নদীপৰীয়া মানুহবোৰৰ এই নিয়মেই।"

"এই নিয়ম আমি মানিব নোৱাৰো। চৰকাৰক দিছো এতিয়া অইন মানুহকো দিব লাগিল নে? মই দিব নোৱাৰো।" তেওঁ দৃঢ় ভাবে কথাখিনি কয়। আদহীয়া মানুহজনৰ খং উঠিল। আজি ইমান দিনে তেওঁ কত কিমান টকা আদায় কৰি আহিছে। এইটো তেওঁৰ ব্যৱসায়ৰ দৰে হৈছে। গতিকে ব্যৱসায়ত বাধা পৰাত তেওঁৰ খং উঠিল। "ছয় সাত মাইল দূৰৰ পৰা অহা মানুহ এওঁ, হেৰ সিদিনা আহি বহিছে। চিনা নাই গোপাল মজুমদাৰ কি বস্তু। এনে চৰে টকা বাহিৰ কৰিম বাপেকে। ইমান কথা?" তেওঁ খঙতে জ্বলি উঠে। চকু মুখ ৰঙা পৰি উঠে। ওখ, বলী, ক'লা মানুহজনৰ মাস্তুলবোৰ টনটনীয়া হৈ উঠে। এই হাতেৰেই কত মানুহক ঠাণ্ডা কৰি আহিছে গোপালে তাৰ সীমা সংখ্যা নাই। আজিও ইচ্ছা কৰা হলে পাৰে এবাৰ চিনাই দিবলৈ এখোন। কিছুপৰ নীৰৱ হোৱাৰ পিছত তেওঁ চকু পকাই কৈ উঠিল—"টকা দিবা নে নিদিবা?" তেওঁৰ এই বজ্ৰ গম্ভীৰ স্বৰত চাংঘৰত উঠি হিচাব কৰি থকা ভবেশৰ চমক ভাঙিল। পিচমুখেদি চোৱা মাত্ৰে চকুত পৰিল এজন ডাঙৰ, দীঘল, বলীমানুহৰ সৈতে পিতাকৰ তৰ্কাতৰ্কি লাগিছে। সি নামি আহিবলৈ যো-যা কৰিলে। ইফালে গোপালৰ তেনে কঠুৱা কথা শুনি অভয় চৌধুৰীৰ খং উঠিল। তেওঁ চকুৰঙা কৰি কৈ দিলে "ভালে ভালে আঁতৰ হ ইয়াৰ পৰা। কুকুৰৰ দৰে খেং খেং কৰি নাথাকিবি। যা আঁতৰি যা।" অভয়ৰ কথা শুনি গোপাল জ্বলন্ত

অগ্নিত ঘৃতাহুতি দিয়াৰ দৰে ভমক্ কৈ জ্বলি উঠিল আৰু চকু-পচাৰতে অভয় চৌধুৰীৰ চুলিকোচাত খাপ মাৰি ধৰি মাৰিলে এক চৰ। চৰ খাই চৌধুৰী বাগৰি গৈ কালাকাঠৰ ওপৰত পৰিল। দেখা পায়ে ভবেশে বিদ্যুৎ সঞ্চাৰে গৈ পিতাকক তুলি আনিলে। ক্ষন্তে-কতে এটা হুলস্থুল লাগি পৰিল। মজদুৰ, মহৰি, কৰতীয়া আদি সকলোৱে 'ধৰ', 'ধৰ', 'মাৰ', মাৰ মাৰ কৰি চাৰিওফালৰ পৰা গোপা-লক আগুৰি ধৰিলে। কৰতীয়া কেইজনমানে গোপালক ধৰি বগৰাই পেলালে আৰু ক্ষন্তেকৰ ভিতৰতে কৰতীয়া, মহৰি, মজদুৰ সকলোৱে কিল ভুকু মাৰি তেওঁৰ প্ৰাণান্ত কৰিবৰ উপক্ৰম কৰিলে। কেৱল 'মাৰ' 'মাৰ' শব্দহে। হুলস্থুল, গণ্ডগোল, ঠেলা হেঁচা, হৈ চৈ লাগি পৰিল। হেন সময়তে পিতাকক তুলি আনি ভাল ঠাই এডোখৰত বহুৱাই ভবেশ বায়ুবেগে মানুহবিলাকক হেঁচি ঠেলি ভিতৰ সোমাই গ'ল আৰু গোপালক তুলি ধৰিলে। তেওঁ চিঞঁৰি চিঞঁৰি ক'লে—"নামাৰিবা: নামাৰিবা। তোমালোক আঁতৰ হোৱা। মানুহ মৰি যাব। নামাৰিবা।" তথাপি মানুহে গোপালক মাৰিব এৰা নাই। দুই চাৰিটা কিল, ভুকু ভবেশৰ গাতো পৰিল। তথাপি সি তাক ভ্ৰুক্ষেপ নকৰি গোপালক তুলি আনিলে আৰু মানুহ বিলাকক ধমক্ দিলে—"তোমালোকে মোক মাৰিবলৈ আহিছা নেকি?" তেওঁৰ কথাত মানুহবোৰ শান্ত হ'ল। তাৰ পিচত দেখা গ'ল ভবেশৰ নাকত তেজ ওলাইছে। কাৰবাৰ ভুকুত তাৰ নাক ভাঙিছে। তেজ বব ধৰিছে। মানুহ বিলাকে "কি হ'ল, কি হ'ল, কি হ'ল" বুলি গৈ আগুৰি ধৰিলে। সি ক'লে "একো হোৱা নাই। তোমালোকে মোৰ নাকটো ভাঙিলা।"

"ইচ্ ইচ্, ৰাম-ৰাম" বুলি মানুহবিলাকে অনুতাপ কৰিব ধৰিলে। ভবেশে কলে—"এতিয়া দুখ কৰি দেখুৱাব নালাগে। কেৱল পিতাক আৰু এওঁক অলপ শুশ্ৰূষা কৰা। তোমালোক সকলো-কৈও অধম হৈ গৈছা। বিচাৰ নাই, শোধাব নাই কোনো মানুহে

মাৰ। ইয়ো কিবা মানুহৰ কামনে? খোৱা পানী আনাগৈ।" তাৰ কথাত সকলোৱে জলমুৰাহৈ পানী ছনি আনি অভয় চৌধুৰীক শুশ্রূষা কৰিব ধৰিলে। কাঠৰ ওপৰত পৰি তেওঁৰ মূৰত অলপ জখম হৈ গৈছে। মানুহ বিলাকে বৰ তৎপৰতাৰে শুশ্রূষা কৰি তেওঁক সুস্থ কৰি তুলিলে আৰু চাং ঘৰৰ বিছনালৈ লৈ গল। ইফালে ভবেশে গোপালক শুশ্রূষা কৰি কৰতীয়া কেইজনৰ দ্বাৰায় সেই চাং ঘৰত থকা তাৰ বিচনালৈ নিয়ালে। বিছনা দুখনৰ এখনত অভয় চৌধুৰী আৰু আন খনত গোপাল মজুমদাৰ। চৌধুৰীয়ে আগেয়ে জ্ঞান পাইছিল কিন্তু গোপালৰ তেতিয়ালৈকে চেতনা অহা নাছিল। কিছু সময় পাচত গোপালৰো চেতনা আহিল আৰু তেওঁ চকু মেলি চাই ভবেশক দেখি সুধিলে—"মই ক'ত আছো?"

"আপুনি মোৰ বিছনাত আছে। একো ভয় নাই। অলপ শোৱক।"

"এই জন কোন?" কাষৰ বিছনাত শুই থকা অভয় চৌধুৰীক আঙুলিয়াই সুধিলে।

"সেইজন মোৰ পিতা—যাৰ লগত আপোনাৰ কাজিয়া লাগিছিল।"

"মোক ইয়াৰ পৰা লৈ বলা। মই নাথাকো।"

"কিছু সময় পিছত আপুনি নিজেই যাব পাৰিব। এতিয়া শোৱক। মই ডাক্তৰক খবৰ দিছো। এতিয়াই আহি পাব।"

অভয় চৌধুৰী সাৰে আছিল। সেইজন গোপাল বুলি জানি তেওঁৰ আৰু সহ্য নহল। খঙতে কৈ উঠিল—"কোনে ইয়াক ইয়ালৈ আনিছে? দূৰ কৰ, দূৰ কৰ ইয়াক এই মুহূৰ্ত্তে। এই পাষণ্ডক মই মোৰ ঘৰত শুৱাই ৰাখিম? নে, নে লৈ যা। এতিয়াই এই কুকুৰক বাহিৰ কৰি দে মোৰ ঘৰৰ পৰা। ই মোৰ পৰম শত্রু।" তেওঁৰ এনে অশ্রাব্য গালি শুনি গোপালৰ উত্তেজনা আহিল। তেওঁ কলমলকৈ উঠি বাহিৰলৈ ওলাল। তাকে দেখি ভবেশে হাতত ধৰি শুৱাইদি থৰথৰ সুৰত কলে—"আৰু অলপ সময় থকা।" [illegible]

আহিবৰ সময় হৈছে। আপোনাৰ বুকুত আঘাট হৈছে; শুইব।" ভবেশৰ কথা শুনি পিতাকে ধমক দি কৈ উঠিল—"চুপ ভবেশ! কুপুত্ৰ, গাখীৰ খুৱাই সাপ পুহিব আহিছ? মোৰ ইমান অপমান দেখিও তোৰ লাজ নালাগিলনে? খেদ, খেদি দে ইয়াক ইয়াৰ পৰা এই মুহূৰ্ত্তে।"

এই কটুক্তি শুনি গোপালে মৰণান্তিক বেজাৰ প্যালে। তেওঁ থপহ কৰি বিচনাৰ পৰা উঠি খোজ ললে। ভবেশে বাধা দিছিল। তেওঁ কলে—"এৰি দিয়া মোক। মই যাও।"· এই বুলি কৈ তেওঁ অভয়ৰ ফালে এবাৰ কটাক্ষপাত কৰি নামি আহিল থৰক্ বৰক্ কৰি। অভয়ে এটা উপেক্ষাৰ হাঁহি মাৰি তেওঁৰ যোৱা ফালে চাই থাকিল। গোপাল পৰিব বুলি ভাবি ভবেশে গাত ধৰি নিব খোজোঁতে পিচফালৰ পৰা পিতাকে গুৰু গম্ভীৰ গৰ্জ্জনেৰে কৈ উঠিল—"খবৰদাৰ। সেই ফালে গলে মজা পাবি ভাল দৰে। বেটা বৰ দয়ালু ওলাইছে, মহানুভব ওলাইছে। বাপেৰক যে অপমান কৰিলে তাৰ কি প্ৰতিকাৰ কৰিলি কুলাঙ্গাৰ? এখোজো নাগুৰাবি।" বাপেৰৰ এনে ধমকনি শুনি ভবেশে শিল পৰা কপৌৰ দৰে থিতাতে ৰল।

কাঠৰ গোলাত এনে হৈ চৈ হোৱাত গোপালৰ ঘৰতো হুলস্থুল লাগি পৰিল। কিন্তু খবৰ লবলৈ যাওঁতা কোনো মানুহ নাই, কাৰণ গোপাল অকলশৰীয়া মানুহ। ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীহঁত, গতিকে তেওঁৰ ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীহঁতে নঙলা মুখতে কান্দি কাটি বৈ আছিল। তেওঁক থৰক্ বৰক্ কৰি যোৱা দেখি বাটৰ পৰাই ঘৈণীয়েকে হাতত ধৰি আগ বঢ়াই লৈ গ'ল। চোতাল পালতহে তেওঁলোকৰ যেন জীউ আহিল। কান্দি কাটি সকলো কেইটিয়ে হুৱা-দুৱা লগাই আছিল।" তেওঁ গৈ পোৱাত অলপ নিজম পৰিল। ঘৈণীয়েকে তেওঁক ভিতৰলৈ নি "বিছনাত" শুৱাই থৈ শুশ্ৰূষা কৰিব খুজিলে। অনুতপ্তা

মচি জখমবোৰ চাই তেওঁ কলে—"কিয় গৈছিল কাজিয়া কৰিবলৈ ? সিহঁতৰ ইমান মানুহ আছে, ইকালে ধনী মানুহ। আমি ছুখীয়া নিৰ্ব্বলী মানুহ। মাৰি কাটি ব্ৰহ্মপুত্ৰত উটাই দিলেও মাতোতা নাই। হাতীৰ লগত মাখিয়ে যুঁজিলে কি ফল পাব ? উঃহ ইমান বিলৈ কৰিলে .. .. ........ .. ।"

এয়ে কাজিয়াৰ সূত্ৰপাত। আজি এবছৰ হ'ল তেওঁলোকৰ ভিতৰত মাত-বোল, অহা-যোৱা নাই।

ৰাতি পুৱাইছে। পূবে ধলফাট দিছে। আকাশ ফৰকাল। পূবপিনে বগামেঘৰ ৰেখা কেইটামান জিলিকি উঠিছে। আকাশেৰে ছুই এটি নিশাচৰ পখী উৰি গৈ হাবিত আশ্ৰয় লৈছে। শৰৎকাল। নানা ধৰণৰ পখীৰ আগমন। পশ্চিম আকাশৰ তৰাটিৰ ক্ষীণ ৰশ্মিখিনি এতিয়াও বাকী। তলত নিয়ৰৰ কণিকাবোৰে ছুবৰিৰ আগত পৰি মুকুতাৰ দৰে জিলিকি উঠিছে। লাহে লাহে দিনমণিযে সোণালী ৰথত চৰি ভুমুকি মাৰিছে। পূৱা আকাশত হেঙুলী কিৰণ পৰিছে। বগামেঘৰ ফাঁকে ফাঁকে বাঙলি সুকযৰ সোণালী কিৰণ চৌদিশে বিয়পি পৰিছে। ৰ'দৰ ৰশ্মিত নিয়ৰৰ কণিকাবোৰ তিৰবিৰ কৰি জলিৰ ধৰিছে। বিশাল ব্ৰহ্মপুত্ৰ নদ। সুগভীৰ সলিল ৰাশি। সোঁতত উটি আহিছে ছুই এডাল কাঠ আৰু লকসুৰা জ'াজি। তাতে ৰবিৰ কিৰণ পৰি কি মনোমোহা হৈ উঠিছে। কি অপৰূপ দৃশ্য !

ভবেশে খিড়িকীখন খুলি ব্ৰহ্মপুত্ৰৰ ফালে চকু দিলে। ব্ৰহ্মপুত্ৰৰ পাৰতে সিহঁতৰ সেই চাং ঘৰটোত সি থাকে। পূবৰ ফালে চকু পৰাত তাৰ মনত নতুন আনন্দ লাগিল। টোপনিৰ আবেশ নাইকিয়া হৈ গ'ল। ব্ৰহ্মপুত্ৰৰ পানীত পৰা সুকযৰ ৰশ্মিৰ ফালে চাই থাকোতে সি তন্ময় লাগি ৰ'ল। কি চমৎকাৰ দৃশ্য। সিপাৰৰ শোৱালকুছিৰ পাহাৰৰ সেউজীয়াখিনি তাৰ চকুত পৰিল। খব লাগি সি চাই ৰল। পূবলৈ চালে নীলাচল, আইগাধুৰী আদি পাহাৰ দেখা যায়। পৰ্ব্বতৰ শিখত ৰ'দৰ ৰশ্মি পৰি সিজোপনৰ দেখা হৈছে।

প্ৰকৃতিৰ এই বিনন্দীয়া ৰূপত তাৰ যৌৱন উদবেলিত চিত্ত আকুল হৈ উঠিল। আনন্দৰ শিহৰণে তাৰ দেহমন ৰোমাঞ্চিত কৰি তুলিলে। একেথৰে সি চাই ৰ'ল সিপাৰলৈ: দূৰলৈ—আৰু দূৰলৈ ....।

"টপং"কৈ এটা শব্দ হ'ল তাৰ ঘৰৰ কাষতে থকা সেই ঘাটটোত। সি চক্ খাই উঠিল। দেখিলে যে ব্ৰহ্মপুত্ৰৰ পানীত কোনোবাই গা ধুইছে। কোনোবাই ডুব মাৰিছে। পাৰত কলহ আৰু কাপোৰ। সি চাই থাকিল। অলপ পৰ পিচতে পানীৰ মাজত এজনী তিৰোতা মানুহ দেখা গ'ল। আৰু কোনো নাই এই জনশূন্য নিজম পুৱাতে কোনে গা ধুলে ? সি অপলকনেত্ৰে চাই ৰ'ল। ক্ষন্তেক পিচতে তিৰোতা এগৰাকীয়ে পানীৰ মাজৰ পৰা উঠি আহি পাৰত থিয় হৈ কাপোৰ সলালে। সি তেতিয়াহে জানিলে যে এই জনী তিৰোতা নহয় —গাভৰু ছোৱালীহে। তাই কাপোৰ কানি সলাই চুলি কোচা খোলাকৈ মেলি কাপোৰেৰে আচুৰিব ধৰিলে। দীঘল, কলা চুলিটাৰি প্ৰায় টপিনাত পৰিছে গৈ। নিদ্ৰালু চকু দুটিত এতিয়াও টোপনিৰ আমেজৰ ক্ষীণচিহ্ন বিদ্যমান। আধামচা যোৱা সেন্দুৰৰ ফোটটি বহল হৈ পৰিছে। চুলিখিনি আচুৰি লৈ কলহত পানী ভৰাই কাষত কলহ লৈ পাৰত ভৰি দিছে তাই; ঠিক এনে সময়তে হঠাতে তাইৰ চকুযুৰি সেই কাঠৰ ঘৰৰ ফালে গল। তাইৰ চকুত পৰিল খোলা খিড়িকীৰে মুখ উলিয়াই এজন ডেকাই অনিমেষ নয়নে তাইলৈ চাই আছে। তাই চোৱাত সিও চালে। দুয়োৰো চকুৱে চকুৱে পৰিল। তাৰ চকুত আকুল আবেগময় দৃষ্টি আৰু তাইৰ চকুত আত্ম সমৰ্পণৰ মৌন আবেদন। সি থিয় হৈছে খিড়িকীৰ ওচৰত আৰু তাই আছে পানীৰ জুৱলিত—এখন ভৰি পানীত আৰু আনখন পাৰত। বোধহয় উঠো বুলি প্ৰয়াস কৰিছিল হবলা ! কিন্তু নোৱাৰিলে। তাইৰ মুখ মণ্ডলেৰে ক্ষীণ অথচ মধুৰ হাঁহি এটা বাগৰি গল। তাৰ ক্ষন্তেক পিচতে বোধ হয় বিহঁতৰ পৰাজিত চকু দুহালিৰ সন্ধি স্থাপন হৈ গল। ধ্যানবন্তা হৈ তাৰ, কাষেৰে তাই আৰুবাৰ ভৰি পানীলৈ বুলিব ধৰোতে তাই শিহৰি

খালে। কাৰৰ পৰা কলহটো ছিটিকি গৈ ভাঙি চুৰমাৰ হৈ গল। তাইৰ লাজ লাগিল। ভবেশে মিচিক্ কৈ এটা হাঁহি মাৰি দিলে। তাই পাৰত উঠি হাঁহো নাহোকৈ কলহৰ ফালে চাই তাৰ ফালে মুখ কৰিলে। তাৰ চকুত তৃপ্তিৰ হাঁহি। তাৰ মনত পৰিল দ্বাপৰৰ ৰাধাকৃষ্ণলৈ আৰু মনত পৰিল বৈষ্ণৱ কবিৰ "কলসী ভাঙিলা অনু-ৰাগে" বোলা গীত ফাকিলৈ। গাভৰুৱে লাহে লাহে খালি হাতে ঘৰলৈ ফিৰিল। ভবেশে খিড়িকীৰে মুখ উলিয়াই তাইৰ ফালে চাই থাকিল। তায়ো তাৰ ফালে চাই মৃদু হাঁহি মাৰি আঁতৰি গল। সি মনে মনে কলে "আজি সুপ্ৰভাত"। তাৰ মনত অপাৰ আনন্দ। কিন্তু ক্ষন্তেকতে তাৰ আনন্দ উজ্বল মুখখনি মলিন দেখা গল; কাৰণ গাভৰু গৰাকী গৈ গোপালৰ ঘৰত সোমাল। বাট-ঘৰৰ দৰ্জাখন হাতেৰে ধৰি মাৰিৰ খোজোতে তাইৰ চকুত পৰিল সেই ডেকা জনে নিনিমেষ নয়নে বৰ করুণ ভাবে চাই আছে তাইৰ ফালে। তাই তাৰ চকুলৈ চালে তাৰ চকুত হতাশৰ ৰেখা, তাইৰ চকুত বেদনাৰ চিহ্ন। তাৰ বুজিবলৈ বাকী নাথাকিল যে এইজনী গোপাল মজুমদাৰৰ ডাঙৰ জীয়েক। সি আগতে জনা নাছিল; এতিয়া জানিব পাৰি তাৰ এটা হতাশৰ হুমুনিয়াহ আহিল। কিন্তু কি কৰিব? এবাৰ যাক প্ৰাণ বিলোৱা হয় তাক আৰু ফিৰাব নোৱাৰি। সংসাৰত অনেক বস্তু আছে; কিন্তু নিজৰ মনৰ জোখাৰে পোৱা নাযায়। যাক মনৰ জোখাৰে পোৱা যায় বা পছন্দ হয় তাক লাভ কৰিব নোৱাৰি। এয়েটো জটিল জগত। কথাবোৰ ভাবি চুয়োৰো বেয়া লাগি যায়। এটা করুণ আবেদন লৈ তাই জপনাখন বন্ধ কৰি দিলে। সি ঠৰহৈ সেইফালে চাই থাকে।

ভেতিয়া প্ৰায় সাতোটা বাজিছে। সুৰুযৰ ৰশ্মি প্ৰসৰ হৈ আহিছে।

১৯৫৪ চনত অসমত বিৰাট বানপানী। বান বাৰিষা। ডিব্ৰুগড়, শদিয়া, নগাওঁ, পলাশবাৰী, গোৱালপাৰা, ধুবুৰি, আদি অসমৰ সমগ্ৰ চহৰতে পানী উপচি পৰিছে। এটা এটা কৰি একে

লেঠাৰিকৈ তিনিটা বানপানী আহে। দ-বাম একাকাৰ কৰি, নগাৰ গাওঁ তল কৰি বান বাৰিবাৰ উদভ্ৰান্ত ঢলে গোটেই অসমক উটাই নিবৰ উপক্ৰম কৰিছে। পানী পানী-পানী কেৱল পানী। হাহাকাৰ হাহাকাৰ চাৰিও ফালে আৰ্ত্তনাদ। ৰেল লাইন তল গৈছে ৰেল বন্ধ হৈছে। মটৰ লাইন ভাঙি মটৰ বন্ধ হৈছে। চলাচল বন্ধ। য'ৰে মানুহ ত'তে ৰৈছে। চৰকাৰৰ খৰকাচুটি হেৰাইছে। কত মানুহ, গৰু উটি-বুৰি গল তাৰ লেখ-জোখ নাই! কত খাবলৈ নাপাই মৰিল তাৰ ইয়ত্তা নাই। প্ৰকৃতিৰ তাণ্ডৱনৃত্য। ডিব্ৰুগড় আৰু পলাশবাৰী টাউনত গৰাখহনীয়া আৰম্ভ হৈছে।

## পলাশবাৰী টাউন

ৰাতিৰ পৰা গৰাখহনীয়া আৰম্ভ হৈছে। লাহে লাহে খহাই আহিছে। ৰাতি পুৱাৰ পৰা বেছি হৈছে। একোটা গৰাখহনীয়াত একোটা ঘৰ খহি পৰি ব্ৰহ্মপুত্ৰত ভাঁহি গৈছে। তামোল, নাৰিকল আদি গছ গিৰ্ গিৰ্ কৰি খহি পৰি উটি গৈছে। ডাঙৰ ডাঙৰ গছবোৰ গিৰিম্ কৰি ব্ৰহ্মপুত্ৰৰ বুকুত খহি পৰিছে আৰু পলকতে প্ৰৱল সোঁতত উটি গৈ বহুদূৰ পাইছে গৈ। ক্ৰমে গৰাখহনীয়া প্ৰৱল হৈ আহিছে। মানুহৰ মনত আতঙ্কৰ সৃষ্টি হৈছে। জুমে জুমে মানুহ গৈ নদীৰ পাৰ ভৰি পৰিছে; সকলোৰে মনত উঃ আঃ শব্দ। সকলো হতাশ—সকলোৰে অন্তৰ কান্দি উঠিছে। যিবিলাকৰ ঘৰ-বাৰী খহাই নিছে সিবিলাকৰ ল'ৰা-তিৰোতাৰ আৰ্তনাদত ওচৰত চাই থকা মানুহবো চকুলো আহিছে। চাৰিওফালে ক্ৰন্দনৰ ৰোল উঠিছে। যিবিলাকৰ ঘৰ-বাৰী গৈছে তেওঁলোকে দক্ষিণ ট্ৰাঙ্ক ৰোডলৈ লৰি আহিছে আৰু যেয়ে যেনেকৈ পাৰে একোখন চালিৰ বাহ্যুৰ কাষত তুলি লৈ ল'ৰা-তিৰোতাক সুমুৱাই থৈছে। ল'ৰা-তিৰোতাই কান্দিছে, ডেকা বুঢ়াই কান্দিছে। কেৱল ক্ৰন্দনৰ ৰোল, কেৱল আৰ্তনাদৰ ধ্বনি। যিবিলাকৰ ঘৰ-বাৰী বোৱা নাই, যাৰবাৰ, আগৰ, বাকী আছে—তেওঁলোকে কান্দি-কাটি নিজৰ, আপোনাৰ, ছি-পাৱে আৰু

বৈ লৈ গৈ মটৰ লাইনত থৈ মূৰে কপালে হাত দি কান্দি আছিল। মানুহৰ অৱস্থা দেখিলে সহ্য নহয়। লাজ-চৰম, মান-অপমান একো নাই— সকলোৱে একাকাৰ হৈ গৈছে। জীয়াৰী-বোৱাৰীৰ আৰ্ত্তনাদ, ল'ৰা-ছোৱালীৰ ক্রন্দনত বোল লাগি উঠিছে যেন আজি প্রলয়ৰ দিনহে মিলিল। ডাঙৰ ডাঙৰ দোকানবোৰ খহি পৰিছে। কাঠবোৰ উটি গৈছে। গৰুৰ গাড়ী, মহৰ গাড়ী, মটৰ গাড়ীৰে যি পাৰে তাকে লৈ যিয়ে যেনেকৈ পাৰে কঢ়িয়াইছে। কাৰো কালে চাবৰ কাৰো অৱসৰ নাই; কেৱল হৰ্, হৰ্, শব্দ, মৰ্, মৰ্, শব্দ আৰু ঘৰ ভাঙি নিয়াৰ জন্জন্ শব্দ। আজি আৰু আপোন পৰৰ বিচাৰ নাই। সকলো সমান। পৰস্পৰে পৰস্পৰক সহায় কৰিছে। আপদৰ দিনত সাপে বেঙে, বাঘে গৰুৱে একেলগে বাস কৰাৰ দৰে আজি এই নিদান কালত কাৰো কতো শত্রুতা নাই। বোধ হয় মহাপ্রলয়ৰ দিনাও মানুহৰ এনেকৈ মিলন হব হবলা। ভয়তে কাৰো তত্ নাই।

দিনৰ পিচত দিন গৈ আহিছে: গৰাখহনীয়াৰ কোব চৰি আহিছে। জৈন মন্দিৰ ব্রহ্মপুত্রই সাম্নটি ললে। মাৰোৱাৰী সকলৰ হাহাকাৰৰ বোল উঠিল। কত মাৰোৱাৰীৰ দোকান, কিমান কাঠৰ গোলা, কিমান মানুহৰ বস্তি মাটি ঘৰ নদীৰ বুকুত লয় পালে, তাৰ অন্ত নাই। চৰকাৰৰ কৰ্মচাৰী হতবাক হৈ গ'ল। ভাৰতৰ প্রধানমন্ত্রী পণ্ডিত জৱহৰলাল নেহেৰুৱে নিজে আহি পৰিদৰ্শন কৰি বৰ খেদ কৰিলে। অসমৰ মুখ্যমন্ত্রী বিষ্ণুৰাম মেধি কিংকৰ্ত্তব্য বিমূঢ় হৈ পৰিল। কোনো প্রতিকাৰ নাই-চেষ্টাৰ কোনো বাট নাই। স্বয়ং ব্রহ্মপুত্রই যেন আজি হাজাৰ হাজাৰ বছৰ পিছত মানুহৰ পাপৰ বোজা সহ্য কৰিব নোৱাৰি নিজে মহাকালৰ মূৰ্ত্তি ধাৰণ কৰি ধুই নিব বিচাৰিছে।

· পলাশবাৰী—গৰাখহনীয়া—১৯৫৪ চন। শতাব্দীৰ বুকুত বাঙলি দাগেৰে লেখা ৰব।

তেতিয়া বেলা প্রায় তিনিটা বাজিছে। অভয় চৌধুৰীৰ কাঠৰ গোলা খাওঁ খাওঁ অৱস্থাত। অবেশে নদীয়ে কাঠবোৰ দি ঘটাৰ

লেঠা'ৰ সিপাৰত দ'মাৰ ধৰিছে। কিন্তু কিমান নিব? অন্তেকৰ ভিতৰতে অনেক কাঠ উটি গল। অভয় চৌধুৰীয়ে ইফালে সিফালে ইবিধ সিবিধ মটৰত তুলি দি মজদুৰবিলাকক দিগ্‌ দি থাকোঁতে তেওঁ-লোকৰ চাংঘৰটি লাহেকৈ ঢলি পৰিল। চৌধুৰীয়ে ঘৰটিৰ ফালে লৰ মাৰিলে, কাৰণ পুৰাতে আধা দামতে বিক্ৰী কৰা কাঠৰ দাম বাবদ নগদ ৬০০০ টকাৰ নোটেৰে সৈতে কাঠৰ বাকচটো ঘৰটিৰ ভিতৰতে আছিল। আৰু দুই মিনিট পিছত তেওঁ টকাখিনি লৈ গৈ ঘৰত থৈ অহা কথা আছিল। কিন্তু এই দুই মিনিট আগতে এনে মাৰাত্মক কাণ্ড ঘটিব বুলি তেওঁৰ ধাৰণা নাছিল। ঘৰটো পানীত পৰি ভাঙি ছিঙি ভাঁহি গ'ল। অভয় মহাজনে "বাপাইত ঔ, মই সমূলি মৰিলো" বুলি চিঞৰ মাৰি দিলে। মানুহবোৰে তেওঁৰ ফালে চাই ঘটনা দেখি হায় হায় কৰিব ধৰিলে। ভৰেশ নাই। লৰিৰে কাঠ খহলৈ গৈছে। মজদুৰবিলাকো নাই। পাৰত আছে চাবলৈ অহা মানুহবোৰ আৰু ঘৰ ভাঙিব ধৰা মানুহবোৰ। তেওঁ চিয়ঁৰি কলে—"মোৰ সৰ্ব্বস্ব গ'ল বোপাহত। টকা ৬০০০ হেজাৰ আৰু খাতাপত্ৰ সকলো ভাঁহি গ'ল।" অলপ চাই দেখিলে যে টকা আৰু খাতাপত্ৰ থোৱা কাঠৰ বাকচটো ভাঁহি উঠিছে আৰু ধাৰৰ কোবত উটি গৈ আছে। দেখা পাই অভয় চৌধুৰীয়ে চিঞৰি কৰলৈ ধৰিলে "সেইটো বোপা-ইত, সেইটো। উঃ কি কৰিম। হায় হায়! নাওখন ক'ত?" বুলি কৈ তেওঁ গৈ এজে জাপে নাৱত উঠিল। নাৱত উঠি তেওঁ চিঞৰি মাৰিলে "কোন আছা আহা মোৰ বোপাইত। নাও খন লোৱা। হায় হায় মই নাও বাবও নাজানো; নহলে...... ।" তেওঁ চিঞৰি কান্দি উঠিল। ইফালে বস্তিৰ সকলোবোৰ নাৰিকল, তামোল আদি খহাই নিয়াত গোপালে মূৰে কপালে হাত দি কান্দি আছে। ল'ৰা-ছোৱালীবোৰে সকলোৱে কান্দি কাটি অস্থিৰ। সকলো নিলে। একিজা বাৰী মাত্ৰো থকা ৰবটিছে। গধূলীলৈ তাকো খুৱা ধৰিব। হায় হায় অভয়ৰ চিঞৰ গোপালৰ কাণত পৰিল। 'তেওঁ মুখ তুলি চোৱে

যে অভয় মহাজনে নাৱত উঠি মাতি আছে, কিন্তু কোনোৱে নাৱলৈ যোৱা নাই। তেওঁ আগ পিচ একে নুগুণি লব মাৰিলে আৰু একে- জাপে গৈ নৱত উঠিল। বঠাপাট হাতত লৈ নাৱঁৰ কৰিত বহি নাও চলায় দিলে। অভয় চৌধুৰীয়ে নাৱৰ মাজত থিয় হৈ আঙুলিৰে বাকচটো আঙুলিয়াই গ'ল। সেইমতে গোপালে নাও বাই থাকিল। নাও বৰ জোৰেৰে মাৰিলে। তেওঁলোকে প্ৰায় দেৰ মাইল মান ভটী- য়াই গৈ বাকচটো ধৰিলে। অভয়ে কক্ বক কৈ বাকচটো নাৱত তুলিলে আৰু এটা নিশ্বাস এৰিলে। তেতিয়াহে তেওঁৰ চুৰ্ত্তি আহিল। ইকালে নাও কোনে বাই আনিছে তাৰ হিচাব তেওঁ ৰখা নাছিল। নাৱত কোন আছিল তাক চিনিবলৈ তেওঁৰ অৱসৰ নাছিল। তাৰ উপৰি আবেলি পৰত পশ্চিমমূৱা হৈ নাও বাওঁতে গোপালৰ মুখত সূৰ্যৰ ৰশ্মি পৰি চিনিব নোৱাৰা হৈছে। বাকচটো তুলি লৈ মহৰী- জনে নাওঁ বাই অহা বুলি ভাবি অভয় মহাজনে কৈ উঠিল -"আজি তুমি ৰক্ষা কৰিলা মহৰী বাপ। তুমি মোৰ পৰম বন্ধু।" গোপালে লাহেকৈ মাত দিলে—"এদিন কিন্তু মই পৰমশত্ৰু বুলিহে কৈছিল।" গোপালৰ কণ্ঠস্বৰ বুজি ভালকৈ নিৰীক্ষণ কৰি অভয়ে চিনি পালে যে এইজন তেওঁৰ পুৰণা শত্ৰু গোপালহে। তেওঁ থত্‌মত খালে। কি আচৰিত!

তাকে দেখি গোপালে লাহেকৈ এটা হাঁহি মাৰি কলে—"সি যি কি নহওক" আপোনাৰ সম্পত্তিখিনি বাচিল। বলক, এতিয়া উজাই যাওঁ। আমি গৈ পাওঁমানে ৰাতি সাতোটা বাজিব।" গোপালৰ কথাত অভয়ে একো নামাতিলে। তেওঁ লাজত পৰিল, গতিকে একো নামাতি মনে মনে বল। বাকচটোৰ কাষতে বহি অভয়ে গোপালৰ বিষয়ে ভাবিব ধৰিলে। কি আচৰিত? যিয়ে এদিন পৰম শত্ৰু আছিল আজি সিয়ে পৰম মিত্ৰ হল। যিয়ে এদিন কিবা বাগৰ বশবৰ্ত্তী হৈ অপমান কৰিছিল সিয়ে আজি প্ৰেমৰ বশবৰ্ত্তী হৈ, কৰ্ত্তব্যৰ বশবৰ্ত্তী হৈ তেওঁকে ৰক্ষা কৰিছে। কি বিচিত্ৰ চৰিত্ৰ মানুহৰ। আইকে

মানুহৰ চৰিত্ৰ ধৰা বৰ কঠিন। এদিন যাক পৰ বুলি ভবা হয়, আনদিনা সিয়ে হৈ উঠে প্ৰাণৰ আপোন। এনেবোৰ চিন্তাই অভয়ক অভিভূত কৰি তুলিলে। ইতিমধ্যে গোপালে নাও উজাই নিছে। দুয়ো নীৰৱ। শ্ৰদ্ধাত অভয়ৰ মূৰ দোঁ খাই আছিল। কিন্তু লাজতে একো ক'ব নোৱাৰিলে। মনে মনে গোপালক প্ৰশংসা কৰি কৃতজ্ঞতা জ্ঞাপন কৰিলে। গোপালে হলে একো সম্ভেদ নাপালে। নাও উজাই আহি থাকিল।

ইফালে কাঠ থৈ আহি ভবেশে দেখে যে তাৰ চাংঘৰ গৈছে আৰু লগতে অনেক কাঠ উটি গৈছে। সি ম্ৰিয়মান হৈ পৰিল। তাৰ পিছত সি পিতাকৰ খবৰ কৰিলে। পিতাক নাই। সি হুলস্থুল লগাই দিলে পিতাকক বিচাৰি। হেন সময়তে "গিৰিম" কৰি গোপালহঁতৰ ঘৰটো ব্ৰহ্মপুত্ৰত পৰি উটি গ'ল। গোপালৰ ল'ৰা-ছোৱালী তিনিটা আৰু ঘৈণীয়েকে হুৰাওবাৰে কান্দিব ধৰিলে। গোপাল যোৱাৰ কথা ঘৈণীয়েকে কব নোৱাৰে পতিকে কৰবাত ওচৰতে থকা বুলি ভাবি ল'ৰাটোক চিঞৰি মাতিব দিলে। সি পাৰে মানে চিঞৰিলে কিন্তু পিতাকৰ খবৰ নাই। তেতিয়া কান্দোনৰ ধ্বনি বেছি হল। গোপালৰ ঘৈণীয়েকে বিচাৰিছে গিৰীয়েকক আৰু ভবেশে বিচাৰিছে পিতাকক। তেতিয়া গধূলি হৈছে। ইফালে থাকিবলৈ ঠাই নাই আনফালে গিৰীয়েক নাই। তাৰ উপৰি ৰাতি হৈ আহিল। লগত আছে সৰু ল'ৰা আৰু গাভৰু ছোৱালী। গোপালৰ ঘৈণীয়েকৰ ধাতু উৰি গ'ল। কি কৰে এতিয়া? কলৈ যায়? গিৰীয়েকৰ বা কি হ'ল, ক'ত গ'ল? তেওঁৰ কাতৰ ক্ৰন্দনত বৰ নোৱাৰি পিতাকৰ চিন্তা কাষ্ঠি কৰি থৈ ভবেশে দৌৰি গৈ তেওঁলোকৰ চোতাল উঠিল। তেতিয়াও গৰাখহনীয়া চলিয়ে আছে। কেনে-কোটোকাথে ভৰা ব্ৰহ্মপুত্ৰৰ উত্তাল তৰঙ্গই নাচিয়ে আছে। ল'ৰা-ছোৱালীবিলাক পেপুৱা লাগিছে। তাকে দেখি ভবেশে থৈ তেওঁৰ কাষত থিয় হৈ শান্তনাৰ সুৰত কলে—"একো ভয় নকৰিব। আহক মোৰ লগত। মোৰ ককাইদেউ বহি

থাকক আহি। তেখেত আহিলে যি হয় কৰা যাব।" গোপালৰ ঘৈণীয়েকে কান্দি কান্দি কলে—"তেওঁ যে কলৈ গল একো কব নোৱাৰিলে। বোপা ? কি হল কব নোৱাৰেঁ। উস্ ভগৱান! আমাৰ কি গতি হব প্ৰভু ?" ৰিহাৰ আঁচলেৰে চকুলো মচি তেওঁ ফেকুৰি উঠিল। ভবেশে কলে—"আমাৰ পিতাও নাই দেখো কলৈ গল কব নোৱাৰেঁ। বোধহয় তেওঁলোক কৰবাত কিবা কৰাত ব্যস্ত হৈ আছে হবলা।' এনেতে মহৰীজনে আহি কলে "আমাৰ মহাজন বাবু আৰু এওঁলোকৰ পিতাক দুয়ো নাবেৰে বাকচ এটা ধৰিবৰ বাবে গৈছে।" মহৰীজনৰ কথা শুনি সকলোৰে আচৰিত হল। এই ভৰা ব্ৰহ্মপুত্ৰত এনে দুৰ্য্যোগৰ দিনত গৈছে নাৱেৰে ? তেওঁ-লোকৰ মুখৰ মাত যেন বন্ধ হৈ গ'ল। সকলো অবাক। বহুত পৰৰ পিচত গোপালৰ ঘৈণীয়েকে কলে—"দয়া কৰি ল'ৰা-ছোৱালী কেইজনক নিৰাপদ ঠাইলৈ নিয়া বোপা। মই কাবৌ কৰিছোঁ। উস ভগৱান! জানো আজি কপালত কি লিখিছা। হায় হায়। মোৰ এনেহে কপাল আছিলনে ?"

"আপুনি নাকান্দিব। তেওঁলোক আহিব, ভয় নাই। এতিয়া সকলো কেইজনে মোৰ লৰিখনলৈ বলক।"

"ইহঁতক নিয়া বোপা। মই তেওঁলৈ বাট চাম। হে হৰি !" তেওঁৰ কথাৰ দ্বিৰুক্তি নকৰি ভবেশে লক্ষ্মীহঁতৰ ওচৰলৈ আহিল। গোপালৰ ডাঙৰ জীয়েক লক্ষ্মী। ভাই ভায়েক মদন আৰু ভনীয়েক আৰতিক হাতত ধৰি ওচৰতে থিয় হৈ আছিল। ভবেশক দেখি তাই লাজতে তলমুৰ কৰিলে। ভবেশে ওচৰলৈ গৈ লাহেকৈ ক'লে—"বলা মোৰ লগত"। লক্ষ্মীয়ে এবাৰ কেৰাহিকৈ ভবেশৰ ফালে চাই ললে। তাইৰ মনত তেতিয়া উথল পুথল ভাব। আজি এই মহা সঙ্কটৰ সময়ত, আহিছে তাইৰ মনৰ মানুহজন তাইৰ বিপদৰ পৰা উদ্ধাৰ কৰিবলৈ। কি বুলিনো কৃতজ্ঞতা প্ৰকাশ কৰে তাই। নিৰ্ব্বাক ভাবে তাই তলমুৰা হৈ বল। ভবেশে কলে "আহা মোৰ তালৈকে"। তাই তাক অনুসৰণ কৰিলে। লগতে ভায়েক আৰু ভনীয়েক হাল। মাকে পিতাকক অপেক্ষা কৰি থাকিল।

তেতিয়া গাঢ় অন্ধকাৰে জগত ঢাকি ধৰিছে। কাকো কতো চিনিবৰ উপায় নাই। কেৱল গৰাখহনীয়াৰ গিৰিম্ গিৰিম্ শব্দ মাথো কাণত পৰে। আৰু কাণত পৰে ঘৰবোৰ ভাঙি নিয়াৰ জনুজননিৰ শব্দ। ভবেশৰ পিছে পিছে গৈ লক্ষ্মীহঁত লৰীত উঠিল। আগৰ 'ছিটত" তিনিওকে বহিব দি ড্ৰাইভাৰৰ "ছিটত" নিজে বহি ভবেশে লাহেকৈ লক্ষ্মীক সুধিলে "পিতাৰলৈ বাট চালা নেকি?" "হয়"। তাই উত্তৰ দি তাৰ মুখলৈ চায় অসহায়ৰ দৰে। ৰাস্তাৰ লাইটৰ পোহৰ পৰে তেওঁলোকৰ মুখত। ভবেশে মৰমসনা দৃষ্টিৰে এবাৰ চাই লাহেকৈ কলে—"তোমালোক অলপ বহা। মই পিতাক অলপ চাই আহোঁ"।

"আপুনি দূৰলৈ নাযাব"।

"ভয় নকৰিবা। মই ওচৰতে আছো"।

সি মটৰৰ পৰা নামি দুখোজমান আগুৱাই যায়। পুতেকৰ মাত বুজিব পাৰি পাৰৰ ওচৰলৈ অহা অভয়ে নিৰ্ভয়মনে মাত লগালে—

"এইটো ভবেশ নেকি অ।"

"হয় পিতা।"

"আগবাঢ়ি আহি বাকচটো লৈ যা আহি।"

নাৱৰ কাষলৈ গৈ ভবেশে গোপালক লক্ষ কৰি কলে—"আপোনাৰ ঘাটত নাওখন লগাই দিয়ক।" ভবেশে কৈছিল নাওঁখন ঘাতে গোপালৰ চোতালত লগায় কিন্তু গোপালে তেওঁৰ পুৰণি ঘাটৰ কথা বুলি ভাবি এটা হুমুনিয়াহ কাঢ়ি কলে—"আজি আৰু মোৰ ঘাট নাই বোপা।" তেওঁৰ কথাত এটা হেৰাই যোৱাৰ বেদনা। তাকে শুনি অভয়েও কৈ উঠিল—"এৰা, আজি আৰু আগৰ ঘাট নাই।" তেওঁৰ কথাতো এটা অতীত ইতিহাসৰ কৰুণ স্মৃতি। কথাবাৰে যে দুয়োজনকে বিন্ধিছে তাক বেছ ভালকৈ অনুমান কৰিব পাৰি। ভবেশৰ মনতো অতীতৰ কৰুণ অথচ মৰ্মস্পৰ্শী স্মৃতিটো জাগি উঠিল। এৰা এই ঘাটৰ বাবেই এদিন মৰামৰি কাজিয়া হৈ যাব ধৰিছিল। এই ঘাটতে এদিন অতীত

হাতৰ পৰা কলহ স্খলকি পৰি চুৰমাৰ হৈ গৈছিল। যাবজ্জীৱনতে এই ঘাটৰ স্মৃতি তাৰ জীৱন ব্যাপি ৰৈ যাব। ব্ৰহ্মপুত্ৰৰ ঘাট। এদিন তেওঁৰ ইচ্ছা আছিল ৰাখিছিল, আজি ইচ্ছা নাই ধ্বংস কৰিলে। কিন্তু এই ঘাটৰ স্মৃতিৰ শলিতা জ্বালিক ব্ৰহ্মপুত্ৰই নিৰ্ব্বাপিত কৰিব নোৱাৰে। চাই থাকোতে থাকোতে ভবেশৰ ওচৰত আহি নাও লাগিল। নাৰত উঠি বাপেকৰ ইঙ্গিত মতে সি বাকচটো লৈ আহিল। অভয় আৰু গোপালে নাৱৰ পৰা উঠি আহি বামত উঠিল। ইমান সময়ে দুয়ো একো কথা কোৱা নাছিল, কেৱল নিজৰ নিজৰ মনতে কথাবোৰ পাগুলি আছিল। লাজ আৰু আনন্দত দুয়োৰো হিয়া পৰিপূৰ্ণ। যেতিয়া ভবেশে বাকচটো লৈ মটৰলৈ যাবলৈ ওলাল তেতিয়া পিতাকে ক'লে—"এওঁলোক আটাইকেইজনকে তই আমাৰ ঘৰলৈ লৈ যা।" গোপালে বাধা দি ক'লে—"নালাগে নালাগে বোপা। তুমি যোৱা। মোৰ ঘৰ যে গৈছে তাক দেখিছো। এতিয়া ঘৰৰ আটাই কেইজনক যে বাবা ব্ৰহ্মপুত্ৰই নিকাৰ ভুঞ্জিবলৈ এৰি গৈছে তাক মই বিশ্বাস কৰা নাই। হায় হায়! মোৰ কপাল। মোৰ সম্পত্তি, ল'ৰাছোৱালীবোৰ সোপাকে হেৰুৱালো উঃ।" গোপালে কপালত এটা ভুকুৱাই কান্দি বহি পৰিল। তাকে দেখি বৈৰাগীয়েকে দৌৰি আহি হাতত ধৰি ক'লে—"কিয় কান্দিছে? সিইঁত দেখোন সোপাৰ মটৰত পথূলিৰ পৰাই আছে। কান্দে কিয়? বাবা ব্ৰহ্মপুত্ৰই দয়া কৰি প্ৰাণী কেইটিক ৰাখি থৈ গৈছে। এতিয়া নিবিনাব।" বৈৰাগীয়েকৰ কথা শুনি তেওঁ ধৰ্-মৰ্ কৈ উঠি আকুল হৈ সুধিলে—"তুমি আছা? মোৰ বাচাইঁত আছে?"

"আছে।"

উঃ ৰাম! বৰ ৰক্ষা কৰিলা বাবা ব্ৰহ্মপুত্ৰ। তোমাৰ সোঁতে আহিল সম্পত্তিলৈ তাকে নিলা। প্ৰাণী কেইটিক যে বচাই ৰাখিলা তাৰ বাবে তোমাক নমস্কাৰ কৰিছো বাবা। ব্ৰহ্মাৰ নন্দন[illegible]

বুলি এটা সেৰা কৰিলে ব্ৰহ্মপুত্ৰক উদ্দেশ্য কৰি। তাৰ পিচত আকৌ সুধিলে—"লক্ষ্মীৰ মাক। সিহঁত ক'ত আছে বুলি কলা?"

ওচৰতে ভবেশ থিয় হৈ আছিল। সি টপৰাই উত্তৰ দিলে—"মোৰ মটৰত ৰাখিছো আহক।" ইফালে পিতাকৰ মাত শুনি ল'ৰা-ছোৱালী কেইটি আহি পিতাকৰ ওচৰ পালে। সিহঁতক পাই গোপালে সাৰটি ধৰি চুমা খালে! কিছু পৰৰ পিচত অভয় চৌধুৰীয়ে কলে "কি কৰা ভবেশ, এওঁলোকক লৈ যা আমাৰ ঘৰলৈ। থকামেলাৰ ভাল বন্দবস্ত কৰিবি; চাবি যাতে অলপো কষ্ট নাপায়। মই অলপ পিচতে গৈছো যা কিছু কানি-কাপোৰ কিনি লৈ।" চৌধুৰীৰ কথা শুনি গোপাল মজুমদাৰে কৈ উঠে—"নাই, আমি নাযাওঁ। ইয়াতে কিবা কৰি থাকিম। তুমি যোৱাগৈ বোপা। অদৃষ্টত যি আছে সেয়ে হ'ব। কপালৰ লিখন কোনে খণ্ডাব? তুমি যোৱা। মই মোৰ ডাঙৰ ছোৱালী এজনীক লৈ লোকৰ ঘৰলৈ যাব নোৱাৰো।" তেওঁৰ কথাত ভবেশ মলিন হৈ গ'ল। লক্ষ্মীয়ে তল মুৰা হৈ ৰ'ল। লক্ষ্মীৰ মাকে অন্যফালে চাই ৰ'ল। তেতিয়া মাৰোৱাৰী দোকান এখনৰ পৰা লাইটৰ পোহৰ আহি তেওঁলোকৰ মুখত পৰিছে। সকলোকে দেখা পোৱা হৈছে। লাইটৰ পোহৰত সকলোৰে মুখবোৰ চাই লৈ অভয় চৌধুৰীয়ে গোপালৰ ঘৈণীয়েকৰ ওচৰলৈ আহি খপহ্ কৰি কৈ উঠিল—"তোমালোক মটৰত উঠাগৈ। লোকৰ ঘৰ? কোনে জানে কিজানি লোকৰ ঘৰে নিজৰ ঘৰ হয়, ছোৱালীৰ পক্ষে পিতাকৰ ঘৰ নিজৰ নে শহুৰেকৰ ঘৰ নিজৰ? আহা আইটি লক্ষ্মী। থাওক আহা পিতাকাই অকলে অকলে।" এই বুলি কৈ চৌধুৰীয়ে লক্ষ্মীক হাতেৰে আঁকোৱালি লৈ গৈ মটৰত নি বহুৱালে। পিতাক আৰু লক্ষ্মী আগবাঢ়ি যাওঁতে ভবেশে গৈ মদন আৰু আৰতিক দুই হাতেৰে ধৰি টানি মাৰি কলে—"আহা আমিও যাওঁ আহা মটৰা-হ'ত?" তেওঁলোক [illegible] গোপালৰ ঘৈণীয়েকে [illegible] চাই [illegible] মাৰি কলে—"[illegible]

কৰিলে আৰু চলিবনে ? বলক এতিয়া।” এবাৰ ভবেশৰ ফালে চাই কলে—“বোপা।”

“আহক” বুলি হ'াহি মাৰি ভবেশে কয় আৰু লাজতে তলমুৰ হৈ মটৰলৈ গুচি যায়। তেতিয়া গোপালৰ ঘৈণীয়েকে পুনৰ গিৰীয়েকক কয়—“আহক, মিছাকৈ দেৰি কৰি লাভ নাই।”

গোপালৰ অন্তৰত আনন্দ লাগিছে। যেন ধ্বংসৰ বুকুত সৃষ্টিৰ আনন্দ; হেৰুৱাৰ মাজত পোৱাৰ আনন্দ। ব্ৰহ্মপুত্ৰৰ ফালে চাই মনে মনে তেওঁ এটা সেৱা কৰিলে। তেওঁৰ ওঁঠৰ কোণত হ'াহিৰ ৰেখা খিৰিকি উঠিল। সেই হ'াহিত আছিল প্ৰাণ উজাৰ কৰা ভাল-পোৱা, অন্তৰ আকুল কৰা আবিলতা। ব্ৰহ্মপুত্ৰৰ ফালে একে থৰে চাই বল তেওঁ। অন্তৰত চলিছে অভয় চৌধুৰীৰ সেই ফ'াকি কথা—“ছোৱালীৰ পক্ষে পিতাকৰ ঘৰ নিজৰ নে শহুৰেকৰ ঘৰ নিজৰ।” এৰা এয়েতো। আজি যি আপোন, কালি সি পৰ। আজি যি শত্ৰু, কালি সি মিত্ৰ। জগতৰ খেলা বিচিত্ৰময়। এনে ভাবে চিন্তাজগতত ডুব গৈ থাকোতে মটৰৰ পৰা অভয় চৌধুৰীয়ে কোৱা শুনিলে—“সেই ঘাটৰ কথা আৰু ভাবি লাভ নাই। সেই ঘাট আজি আৰু নাই ; কি চাইছে ?” অভয় চৌধুৰীয়ে ভাবিলে যে গোপাল মজুম-দাৰে তেওঁৰ ঘাটটো ধ্বংসলৈহে যোৱা শাৰে চিন্তা কৰি আছে। কিন্তু গোপালৰ চিন্তা তাত নাছিল। হঠাতে এই আধাৰ কথা শুনি গোপালৰ চিন্তাৰ সেঁাত অন্যফালে ঢাল খালে। বাৰে বাৰে তেওঁৰ কাণত যেন ধ্বনিত হ'ব ধৰিলে—“সেই ঘাট আজি আৰু নাই।” এৰা, সেই ঘাট আজি আৰু নাই। আছে মাথোঁ তাৰ অমৰ স্মৃতি আৰু আছে ভুলিব চেষ্টা কৰা অথচ ভুলিব নোৱাৰা এটা অতীত ইতিহাস। “আজি আৰু সেই ঘাট নাই।” বুলি মুখেৰে গুণ গুণাই কৈ গোপালে মটৰৰ ফালে খোজ ললে। পিচে পিচে গ'ল ঘৈণীয়েক।

তেতিয়া ৰাতি প্ৰায় নটা বাজিছে। ৰাতিৰ অন্ধকাৰ। গৰা খহনীয়া চলিয়ে আছে। গিৰিম্ গিৰিম্ কৰি গৰ খহি আছে। হুৰ্ হুৰ্ কৰি গহ-গছনি ভাঙি পৰিয়ে আছে। ব্ৰহ্মপুত্ৰৰ বুকুত উত্তাল তৰঙ্গ চলিয়ে আছে।

# "লাভৰ" কাৰবাৰ

ইংৰাজীত "লাভ" অৰ্থাৎ অসমীয়াত যাক প্ৰেম বুলি কয় সেই প্ৰেমৰ বা "লাভ"ৰ কাৰবাৰত তিৰোতাৰে সদায় লাভ—পুৰুষৰ সদায় লোকচান, সদায় ক্ষতি। তাহানিৰ এটা ঘটনাৰ পৰা এই কথা-ফাঁকিৰ বিষয়ে মোৰ বেচ বিশ্বাস জন্মিছে।

দুৰ্গাপূজাৰ মহা আড়ম্বৰ চলিছে। দেশজুৰি এই দুৰ্গাপূজাৰ আনন্দ উৎসৱ। বঙ্গদেশত ইয়াৰ কোব এখোপ চৰা। অসমতো ইয়াৰ প্ৰসাৰণ হ'ব ধৰিছে। ল'ৰা-বুঢ়া, ডেকা-ডেকেৰী সকলোৱে নতুন কানি-কাপোৰ কিনি নতুন হবৰ চেষ্টা কৰিছে। এই কাপোৰ কিনাত তিৰোতা জাতিটো অলপ চোকা। নিজক ধুনীয়া কৰি তুলি-বলৈ তিৰোতাৰ ইমান হাবিয়াস কিয়? নিজৰ ৰূপ নিজে চাই উপ-ভোগ কৰিবৰ বাবেনে অইনক দেখুৱাই দুআষাৰ বাঃ বাঃ পাবৰ বাবে? আমি নাজানো। তেওঁলোকৰ মনত কি আছে তেওঁলোকেহে জানে। সি যি কি নহওক, নিজক সজাই-পৰাই লোৱাত এটা আত্মতৃপ্তিও আছে আৰু অইনৰ বিশেষকৈ পুৰুষৰ মন আকৰ্ষণ কৰি চকুৰ চোকা হানৰ খোচা খোৱাত অ---অচৰপ মজাও আছে। অৱশ্যে ইয়াক দোষৰ কথা বুলি কলে ভুল হ'ব; কাৰণ সৌন্দৰ্য্য চৰ্চ্চা আৰু ৰূপৰ পূজা দুয়োটাই মানৱ প্ৰাণৰ চিৰন্তন ধৰ্ম। তিৰোতাৰ কথা যে এনেভাৱে লিখিলে মোক কোনো তিৰোতাই গুণাই নেদিব তাক জানো, কিন্তু কি কৰিম? ই যে চিৰসত্য। মই নিৰুপায়। তাৰ বাবে মই অনু-বোধ কৰিছো যেন মোৰ গল্পটো কোনো তিৰোতাই নপঢ়ে। মই মতা মানুহৰ বাবেহে লিখিছো। অৱশ্যে তিৰোতাক মই শ্ৰদ্ধা, ভক্তি, পূজা কৰো। ব্যক্তিগত জীৱনত তিৰোতাৰ পক্ষপাতিত্ব কথা মতে মোৰ

দুই এজন বন্ধুৱে তিৰোতা সেকৰা বুলি কৰলৈও লাজ নকৰে। মই কিয়, কবলৈ গলে আমি সমস্ত হিন্দু জাতিটোৱে, তিৰি পূজা কৰা জাতি। সেইবুলি তিৰোতা সেকৰা হমনে? চোৱা, বাবা ভোলানাথ বোলে ত্ৰৈলোক্যৰ ঈশ্বৰ, পিচে আই ভগৱতীয়ে উঠ বুলিলেই উঠে আৰু বহ বুলিলেই বহে। তেওঁ যেনিবা শিৱ, আমি জীৱ। সৰস্বতীৰ কালেনো কি চাবা? ছাত্ৰজীৱনত যে কিমানবাৰ দণ্ডৱৎ দি “বিদ্যাং দেহি বিদ্যাং দেহি” কৰি পেটৰ চাল উলটাইছো তাৰ ইয়ত্তা নাই। আন-কালে আই লক্ষ্মীৰ শ্ৰীপাদপদ্মতো পেটুৱা মহাজন কেইজনে পুৱা-গধূলি কিমানবাৰ ধূপ-ধূনা দি ধোঁৱাৰ অত্যাচাৰত বেচেৰী গোসাঁনীৰ চকুৰ পানী উলিয়ায় তাৰ ঠিকেই নাই। এই ভগৱতীকে কোৱা বা সৰস্বতীকে কোৱা নাইবা লক্ষ্মীকে কোৱা সকলো তিৰোতা। দেৱতাৰ তিৰোতা। এই সকলকে আমি হিন্দু জাতিটোৱে পূজা কৰো। হিন্দু কিয় নিজৰ ঘৰত যে তিৰোতাক পূজা নকৰিলে কি অৱস্থা হয় তাক আন ধৰ্মী বিলাকেও অলপ গম পাইছে নিশ্চয়। অসমীয়াত এটা কথা আছে বোলে “ৰজাৰ দণ্ডিত কটা যায়, তিৰিৰ দণ্ডিত পইতা খায়।” ঘৰৰজনীক সন্তুষ্ট কৰি ৰাখিব নোৱাৰিলে যে পইতা ভাতে গতি হয় তাৰ সোৱাদ বোধহয় আমাৰ পুৰুষ ভায়াসকলে অলপ অলপ পাইছে। ঘৰৰ গোসাঁনীসকলক সন্তুষ্ট কৰি ৰখাটো অতি দৰ্কাৰ।

এই দৰ্কাৰৰ বাবেই পূজাৰ আগদিনাখন নতুন কাপোৰযোৰ কিনি ঘৈণীয়েকক সাজ-পাৰ কৰি মাকহঁতৰ ঘৰলৈ যাবৰ দিহা কৰি দিয়াত পঁয়ষষ্ঠি টকীয়া কেৰাণী ওৰফে অফিচ এচিচ্‌টেণ্ট মিষ্টাৰ দাসৰ নগদ আঠৈকুৰি ৰূপ খৰচ হ'ল। কি কৰিব বেচেৰা দাসটোৱে? ঘৰৰ ভগৱতী সন্তুষ্টা নহলে জানো পূজামণ্ডপৰ যণ্ডিৰ ভগৱতী সন্তুষ্টা হ'ব?

কাপোৰ-কানি পিন্ধি উৰি সাইলাখ অপেচৰীজনী হৈ আহি গৃহিণীয়ে দাসক কলে—“দুৰ্বা-ছোৱালী তিনিটিক চাব। মই চুলি নতে খুৰি আহিম। চাঁকত ভাত বাঢ়ি দিব। আজিকালি ভাই বাঢ়িব নলগা হৈছে।” আঠ-ন বছৰ বয়স হ'ল, এতিয়াও ভাত [illegible]

টাকে ৰাখিব নোৱাৰিবনে? বাপুকণক স্কুললৈ যাব নিদি ৰমেশক ৰাখি থাকিব দিব। মই পৰহিলৈ আহি পাম। নগলে পিতাই বং কৰিব। নিজৰ ঘৰৰে পূজা, নগলে বেয়া পাব, নহলে এই গুৱাহাটী এৰি মই যাবলৈ ওলাওঁনে?” অলপ টলকা মাৰি গিৰীয়েকৰ মুখৰ ফালে চাই পুনৰ সুধিলে—“ক'ত আপোনাৰ বন্ধু শৰ্মা? এতিয়াও আহিয়ে নাপালে যে? গাড়ীৰ সময় হৈ আহিল—কি কৰে?” সৰু পুতেক ৰমেশক কোলাত লৈ মিষ্টাৰ দাসে চোতালত টহল দি আছিল। ঘৈণীয়েকৰ কথা শুনি মাত লগালে—“তেখেত কামৰ মানুহ॥ অলপ দেৰি হবও পাৰে। বাক চাওঁচোন অলপ সময়। নহলে কিবা এটা কৰিব লাগিব। তেখেত আহিম বুলি কৈছে যেতিয়া আহিবই।” এই বুলি কৈ দাসে বাটৰ ফালে ডিঙিমেলি চোৱাৰ লগে লগে শৰ্মাক দেখা পাই কৈ উঠিল—“সোৱা, তেখেত আহিলেই।” ঘৈণীয়েকেও শৰ্মাৰ ফালে চালে। শৰ্মাই হাঁহি মাৰি কলে—“বেজাৰ পালে হবলা? মোৰ দেৰি হৈ গ'ল। বাক আপুনি ওলাইছেনে?” তেওঁ প্ৰশ্ন কৰি সোমাই আহি চোতালত থিয় দিলে। দাসৰ ঘৈণীয়েকে হাঁহি মাৰি চেয়াৰখন আগবঢ়াই দি তেওঁক বহিবলৈ কৈ কলে “মই কেতিয়াবাই ওলাই আছোঁ। আপুনি নাহিব বুলি ভয়ে হৈছিল। বাক ভালেই হ'ল। বলক এতিয়া আৰু দেৰি নকৰো।” গিৰিয়েকৰ ফালে চাই কলে—“বাওঁ তেন্তে। বলক শৰ্মা।” তেওঁ স্কাৰ্ফখন ভালকৈ মেৰিয়াই লৈ আগবাঢ়ি গ'ল। শৰ্মায়ো খোজ ললে। দাসে পিছে পিছে অলপ আগবাঢ়ি গৈ কলে—“একো বেজাৰ নাপাব শৰ্মা। মন্ত্ৰে গলোহেঁতেন। পিচে মোৰ অফিচৰ বহুত কাম আছে। সেই দেখি যাব নোৱাৰিলোঁ।” দাসৰ শেষৰ কথাখিনিলৈ ভাবিলে হাঁহি উঠে। অফিচৰ কামৰ বাবে যাব নোৱাৰিলে নে টকাৰ বাবে যাব নোৱাৰিলে? সপৰিয়ালে শহুৰৰ ঘৰৰ পূজাৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ তেওঁৰ “মণিৰাম” কেনো আছেনে? তাকে লৈক মেণুয়াইতে কামৰ চেষ্টু। শেহে বুদ্ধি এই নিয়ন্ত্ৰিত শ্ৰেণীৰ। নিজক সুযোগ বাঢ়ি বল ধৰাৰে তাল ৰাখি কাৰে এইলোকে।

শৰ্মাহঁত গ'লগৈ। তেওঁলোক আহি গাড়ীত উঠিল। গাড়ীত শৰ্মা বহিছে, কাষতে দাসৰ ঘৈণীয়েক। নিচেই কাষতে। গাতে গা লগাকৈ বহিছে তেওঁ। দেখি শৰ্মাৰ মনটো জিকাৰ খাই উঠিল। যদি এই দৃশ্য কোনোবা পৰিচিত মানুহে দেখে, তেন্তে কি ভাবিব? ভাগ্যে ঘৈণীয়েকে দেখা নাপালে, নহলে... ...। এনেয়ে দাসৰ ঘৈণী-য়েকৰ এটা সুনাম আছে "আপ টু ডেট্" বুলি। তাতে আজি পূজাৰ আনন্দ। ঘৈণীয়েকে দেখা পাওক দূৰৰ কথা শুনিলেও যে ছুআবাৰ তিতা-কেঁহাৰ সোৱাদ নিদিব তাৰ কি ঠিক? তাৰ উপৰি চিনাপৰিচিত মানুহে দেখিলে লাজত পৰিব; কাৰণ তেওঁ "এডভান্স" হলেও শৰ্মা মান্ধাতাৰ আজোককাক। শৰ্মাৰ মনটো টেঙা লাগি উঠিল। উঠি গৈ ক'ৰবাত বহিবৰহে মন গ'ল। খিৰিকিৰ ওচৰত বৰ ভাল ঠাই এডোখৰত বহিছিল বেচেৰাই। কিন্তু কি দুৰ্ভাগ্য দাসৰ ঘৈণীয়েকে তেওঁৰ গাতে গা লগাকৈ বহিল। নতুন কাপোৰ যোৰা আৰু চুলিৰ পৰিপাট্যই ভৰাত থকা মানুহৰ মন আকৰ্ষণ নকৰাকৈ থকা নাই। তাতে চুলিত দিয়া তেলৰ তীব্ৰ মধুৰ গন্ধে ভৰাটোকে যেন আমোদিত কৰি তুলিছে। ইফালে তেওঁৰ ৰূপটোও লোভনীয়। যদিও তিনিটা ল'ৰা-ছোৱালীৰ মাক তথাপি তেওঁক ছোৱালী যেন দেখি। তাতে আজি সাজি-কাচি আচল ছোৱালীজনী হৈ আহিছে। মানুহে কথাতে কয় বোলে পিন্ধি-উৰি ওলালে বান্দ-ৰীও সুন্দৰীজনী হৈ উঠে। তাতে তেওঁ ইফালে ৰেখিৰলৈয়ো ধুনীয়া। তাতে আকৌ প্ৰসাধন কৰি ওলাইছে। বুকুখনত কাপোৰখন আঁটি বান্ধিছে। কঁকালটো সৰু কৰি তুলিছে। কপালৰ সেন্দুৰৰ ফোঁটটি সৰুকৈ লৈছে। চুলিখিনি বেণী গুঠি লৈ ভাঁজ কৰি আনি আগমূৰত বান্ধিছে। মূৰত ওৰণি নাই। ওঠৰ কোণত হাঁহি লাগিয়ে আছে। বোধহয় ওঁঠৰ লিপষ্টিকৰ দাগো আছে। চকুত আমেজ-ভৰা চাৱনি, মুখত হাঁহো হাঁহো ভাব। এবাৰ চালে পুনৰ চাবলৈ মানুহৰ লোভটো জাগে। ভৰাৰ প্ৰায় মানুহেই একেবাৰ কেৰাহিকৈ চকু ঘূৰাইছে।

শৰ্মাৰ কাষত বহা বাবে সকলোৱে শৰ্মাৰ "বুলি ভাবি নিঃসন্দেহে আছে। অৰণ্যে চেঙেৰা ধৰণৰ দুই এজন ডেকাৰ অনৰ্থক কাহো যে দুই এটা নোলাইছে এনে নহয়। ডবাটোত এটা গহীন গহীন ভাব। অৱস্থাটো কল্পনা কৰি শৰ্মাৰ মনটো সঙ্কুচিত হৈ গ'ল। তেওঁ তাৰ পৰা লৰি পলাব পাৰিলে ৰক্ষা পোৱা যেন পালে। কিন্তু কি কৰিব, তেওঁ নিৰুপায়। গুৱাহাটীৰ পৰা পাণ্ডুলৈ এইখিনি বাটকে তেওঁ অনেক যোজন যেন জ্ঞান কৰিলে। কেতিয়ানো পাণ্ডু পায়, কেতিয়ানো পাণ্ডু পায় এনে উদ্বিগ্ন ভাব হ'ল, তেওঁৰ। এইখিনি সময় যেন নাযায় নুপুৱায়। তেওঁৰ শৰীৰত ঘাম বাহিৰ হৈ গ'ল। লাজ আৰু সঙ্কোচত এই মতা মানুহটোৰ শৰীৰ ঘামি গ'ল। তেওঁ নীৰৱে বাহিৰৰ ফালে চাই গ'ল। কিন্তু দাসৰ ছৈণীয়েক? তেওঁ নিশঙ্ক হৃদয়া, হৰ্ষোৎফুল্লমনা। কোনো দ্বিধা নাই, কোনো শঙ্কা নাই —যেন উন্মুক্ত পছোৱাৰ দৰে বাধাহীন, দ্বিধাহীন। ইমান ওচৰত বহিছে অথচ শৰ্মাৰ হৃদয়ৰ ভাব তেওঁ বুজা নাই। শৰ্মা যেন অনেক যোজন দূৰতহে আছে। শৰ্মাৰ মনত হৈছে কেৱল কেতিয়া পাণ্ডু পায়, কেতিয়া পাণ্ডু পায! পাণ্ডু কিমান দূৰ?

শৰ্মাৰ মনৰ ভাবত খেলিমেলি লগাই দি তেওঁ মাত দি উঠিল—"আপুনি একো কথা নকয় কিয়? বাহিৰৰ ফালে যেনে ভাবে চাইছে, মোৰ সন্দেহ হৈছে, চাব, কিন্তু কবিতা নিলিখিব। মই এই কবিতাৰ অত্যাচাৰ সহ্য কৰিব নোৱাৰো।" তেওঁ হাঁহে খিল্‌খিল্‌কৈ। শৰ্মাই কয়—"কবিতাৰ কচৰৎ অৰণ্যে সকলে কৰিছিলো। কিন্তু আজিকালি মই নীৰৱ কবি হৈ পৰিছো।" তেওঁৰ ওঁঠৰ কোণতো হাঁহিৰ ৰেখা। হাঁহি হাঁহি তেওঁ কয়—"হে নীৰৱ কবি, কথা কওক, কথা কওক, গদ্যত কথা আৰম্ভ কৰক।" তেওঁৰ ব্যঙ্গোক্তিত জবাব মানুহে হাঁহি দিলে। শৰ্মাৰ মুখ ৰঙা পৰি উঠিল। তেওঁ কি ৰখিল। তেওঁ কলে—"মোৰ ভাল লগা নাই; মূৰটো অলপ কামুৰিছে। অনুগ্ৰহ কৰি অলপ মনে মনে থাকক।"

ডবাৰ মানুহবোৰে তেওঁলোকৰ কথা শুনে। উৎকৰ্ণ হৈ অপেক্ষা কৰিলে কি সমিধাননো আগে এই আধুনিকাৰ মুখৰ পৰা। তেওঁ শৰ্মাৰ আৰু ওচৰলৈ আহি বৰ ব্যগ্ৰ হৈ সুধিলে—"বৰ অসুখ কৰিছে নে কি আপোনাৰ? ঔষধ-পাতিও নাই, কি কৰা যাব তেন্তে?" তেওঁৰ মাত আবেগ সনা, দৃষ্টি অপলক, অন্তৰত উম্মতা। ভাল কৰিবলৈ যাওঁতে অৱস্থাটো আৰু জটিল হৈ হে উঠিল। শৰ্মা নিৰুপায় হ'ল। কি কৰে? তেওঁ কিন্তু শৰ্মাৰ মুখৰ ফালে অপলক দৃষ্টিৰে চাই ৰ'ল। ডবাৰ মানুহবোৰেও শৰ্মাৰ ফালে চালে তেওঁ নিতান্ত নিৰুপায় হৈ কলে—"এনেয়ে ভাল হৈ যাব। একো ভয় নাই। পাণ্ডু‌ত গৈ একাপ গৰম চাহ খালে ভাল পাম।" তেওঁ কিবা কব ধৰিছিল, এনেতে ৰেলৰ হুইচেল দিলে পাণ্ডু পালে। গাড়ী থামিল। তেওঁলোক নামি আহিবলৈ যো-যা কৰিলে। তেওঁলোক নামি আহিল। দুয়ো গৈ জাহাজত উঠিল। দাসৰ ঘৈণীয়েকে ওপৰলৈ উঠি গ'ল আৰু কলে—"আপুনি একাপ চাহ খাওক, মই ওপৰলৈ যাওঁ। আপুনি আহিব।" বৰ মৰমসনা মাতেৰে তেওঁ কয়। শৰ্মাই "বাৰু" বুলি শলাগি জাহাজৰ ভিতৰত থকা চাহ দোকানখনলৈ (কেন্টিন) গৈ মিছা কথাটো সঁচা বুলি প্ৰমাণ কৰিম বুলি একাপ চাহ হাতত তুলি ললে। ইতিমধ্যে তেওঁ গৈ ওপৰ উঠিল আৰু এখন চেয়াৰত বহি পৰিল। শৰ্মাই তলতে টহল দি থাকিল, ওপৰলৈ যাবলৈ ইচ্ছা নকৰিলে।

নাৰীৰ এটা ৰূপ আছে—যি ৰূপ ফুটি উঠে ঠিক দুই তিনিটি সন্তানৰ মাক হলেহে। মুখৰ গঢ় হয় গাঢ় কিন্তু কোমল; তীব্ৰ কিন্তু তাৰময় হয় চকুহালি; খোজত চঞ্চলতা নাথাকে, থাকে কিন্তু [illegible]। কণ্ঠস্বৰত নাথাকে আবেগ, থাকে মৃদু কম্পন। বক্ষতত নাথাকে প্ৰগলভতা, থাকে অবাধিত গতি। এক অপূৰ্ব মাধুৰিমাই [illegible] উদ্ভাসিত কৰি তোলে। নাৰীৰ এই ৰূপত মোহ থাকে। যুগে যুগে নাৰীৰ এই চিৰন্তনী [illegible] মুগ্ধ হৈ [illegible]

কৰি আহিছে। এয়ে মহাকাব্য সৃষ্টিৰ প্ৰধান উৎস! সীতা, দ্ৰৌপদী, হেলেন, ক্লিওপেট্ৰাৰ ৰূপে জগতত অমৰ মহাকাব্যৰ সৃষ্টি কৰিছে; এই ৰূপ উপেক্ষাৰ বস্তু নহয়। ইয়াক অস্বীকাৰ কৰা নাযায়।

ওপৰত বহি যেতিয়া তেওঁ শৰ্মাৰ বাবে অপেক্ষা কৰি থাকে ঠিক তেনে সময়তে তেওঁৰ কাষত আহি এজন চেমনীয়া ডেকা-ল'ৰা লাহেকৈ বহি পৰিলহি। ল'ৰাজনৰ বয়স প্ৰায় বিশ-বাইশৰ ভিতৰত্ হ'ব। নাকৰ তলত হিট্‌লাৰী গোঁফ, চুলিবিলাক ওপৰলৈ চোচা, মুখত স্নো কি পাউদাৰৰ লেপ। নাক্‌টো জোঙা, দুই কাণপাহীৰ চুলি অলপ তললৈকে ৰাখিছে। গা পাতল। ওখ। গাৰ বৰণ মিঠা। চট্‌ৰটীয়া ধৰণৰ ল'ৰা। মুখতকৈ চকুদুটিয়ে অলপ বেছি কথা কয়! চঞ্চল চকু। তৰল মতি, অস্থিৰ গতি। চকুত লজ্জাতাৰ বিনিময়ত নিৰ্লজ্জতাৰ পৰিমাণ অধিক বুলি অনুমান হয়। বহুত দিন যে চহৰত বাস কৰিছে তাৰ সাক্ষী নাই; কিন্তু স্কুল-কলেজত যে পঢ়ে তাৰ প্ৰমাণ আছে পোছাক-পৰিচ্ছদ আৰু কথা-বতৰাৰ ভঙ্গীত। অনুমান হয় যেন নতুনকৈ অহা "ফিল্ম" এখনো এতিয় হাতৰ পৰা সাৰি যাব পৰা নাই। যৌৱনৰ প্ৰথম ধাকাত গা চম্ভালি ৰখা সহজ নহয়। যৌৱনৰ উন্মাদ পবনে কাৰ যে কিমান তিয়াৰ আঁচল উৰুৱাই নি খালে-ডোঙে পেলায় তাৰ সীমা-সংখ্যা নাই। যৌৱনৰ এই বতাহছাটিত উৰি যুৱা যায়, কিন্তু দুৰ্ভাগ্য, ইয়াকহে থৈ যাব নোৱাৰি। এই দোষ অৱশ্যে মানুহৰ নহয়—বিধিৰ। তেওঁ প্ৰেম দিছে, পাত্ৰ দিয়া নাই; কামনা দিছে, পৰিতৃপ্তি দিয়া নাই; মিলন দিছে, কিন্তু পিচতে ৰাখি থৈছে বিৰহ। নোপোৱাত আসক্তি দিছে কিন্তু পোৱাত বিৰক্তিও দিছে। ভুল কৰিবৰ সুবিধা দিছে কিন্তু ভাল কৰিবৰ অধিকাৰ দিয়া নাই।

চেমনীয়া ডেকা ল'ৰা। কল্পনাৰ পৰিসৰ তাৰ সীমাহীন। সৌন্দৰ্য্যই তাৰ আগত অহৰ্নিশে খেলা কৰে। ৰূপ-সাধনাত তাৰ চিত্ত [illegible]; বুদ্ধিৰ চঞ্চলতা তাত আছে কিন্তু নীতিগভীৰতা [illegible] নাই।

জুইত জাপ দিয়া কৰিগুৰ স্বভাৱ, কিন্তু তাক দহন কৰা যে অগ্নিৰ ধৰ্ম তাক সি নাজানে।

তেওঁ বহি আছে। সি কেৰাহিকৈ একেবাৰে চিনেমাৰ চাৰ-নিৰে তেওঁৰ ফালে চায়। তেওঁ চালেই ব্ৰহ্মপুত্ৰৰ ফালে মুখ ঘূৰাই গুণগুণাই চিনেমাৰ এটা গানৰ দুই ফাঁকিমান গায়। এনেকৈ কেইবা-বাৰো দুয়োৰো চকুৰে-চকুৰে পৰে। তেওঁ তাৰ দুৰ্বলতাৰ সন্ধেদ পায়। মনে মনে এটি হাঁহি মাৰে। ইচ্ছা হয় এবাৰ তাক বান্দৰ নচুৱা দিবলৈ। বাস্তৱতে কামকলা অভিজ্ঞা নাৰীৰ ওচৰত বহুত সময়ত পুৰুষ জাতিটো পুতলাপ্ৰায় হৈ উঠে। তাৰ অৱস্থাও তেনেই হ'ল। সি ঘূৰি ঘূৰি তেওঁৰ ফালে চোৱাত তেওঁ এবাৰ মিচিককৈ হাঁহি মাৰি তলমুৰা হ'ল। তাৰ অন্তৰেৰে বিজুলী প্ৰবাহ চলি গ'ল। ছলনাময়ী নাৰীৰ ছলনা বুজিবলৈ তাৰ শক্তি নহ'ল। হঠাতে সি "বাণবিদ্ধ বিহঙ্গপ্ৰায়" হৈ পৰিল। নিভৃতে সেই ছলনাময়ী নাৰীৰ ওচৰত সমৰ্পণ কৰিলে, সি তেওঁৰ ফালে চাই ৰ'ল। তেওঁ পুনৰ এটা হাঁহি মাৰি পিচমুখ দিলে। তাৰ মাতিবলৈ প্ৰবল আগ্ৰহ জন্মিল কিন্তু মাতে কেনেকৈ? কি সূত্ৰ উলিয়ায়! সি একো ভাবি নাপায়; কেৱল মৰিচিকামুগ্ধ হৰিণৰ দৰে ৰূপমুগ্ধ হৈ চাই থাকিল। সি যি বয়সত ভৰি দিছে সেই বয়সটো হৈছে কেতিয়া ধৰো, কাক ধৰো কৰি থকা চিনা জোকৰ দৰে। কেতিয়া প্ৰেমত পৰো, কাৰ প্ৰেমত পৰো কৰি থকা বয়স। তেনে অৱস্থাত কিবা এটা অৱলম্বন পালেই চিনা জোকে খপ্‌কৈ ধৰাৰ দৰে এই সুবিধা পোৱা মাত্ৰে পাত্ৰাপাত্ৰ বিচাৰ নকৰি খপহ কৰি সিয়ো ধৰি পেলালে। জ্বৰ জোখা যন্ত্ৰ 'থাৰমোমিটাৰ"ৰ দৰে যদি আবেগ জোখা যন্ত্ৰ কিবা মিটাৰ-চিটাৰ থাকিলহেঁতেন তেন্তে কিমান ডিগ্ৰী উঠিছিল তাক নিশ্চয় ধৰিব পৰা গ'লহেঁতেন। কিন্তু দুৰ্ভাগ্য এইবোৰ নাই, আজিও কোনো বিজ্ঞানীকে আৱিষ্কাৰ নকৰিলে।

'লাহে লাহে দুয়োৰো দৃষ্টি বিনিময় হ'ল। তেওঁ মিচিককৈ

হাঁহি মাৰি সুধিলে—“আপুনি কলৈ যাব ?” সি উত্তৰ দিলে সাউৎ-কৰে—“ধুবুৰীলৈ ।” তাৰ পিচত সি সুধিলে—“আপুনি কলৈ যাব ?” “ময়ো সেই গাড়ীতে যাম । ভাল হ’ল এজন সঙ্গী পালোঁ ।” তেওঁৰ এই মৌসনা কথাত তাৰ যে কিমান আনন্দ লাগিল ! একেগাড়ীতে যাব । তাৰ উপৰি যাবৰ বাবে সঙ্গী কৰিলে । বাঃ কি মজাৰ কথা । সি তেওঁৰ ওচৰলৈ আহি কলে—“বলক বাক, ভালে হ’ল ।” এনেতে জাহাজ এৰিলে । জাহাজ আহি আমিনগাওঁ পালে । যাত্ৰী-বোৰ নামিবলৈ ধৰিলে । তেওঁ চুটকেচ্‌টো লৈ ৰেলিঙৰে তললৈ নামিব ধৰিছে এনেতে সি লাহেকৈ কলে—“চুটকেচ্‌টো মোক দিয়ক । আপুনি নামি যাওক ।” হাঁহি মাৰি তেওঁ তাৰ হাতত চুটকেচ্‌টো দি ৰেলিঙেৰে নামি আহিল । তেওঁৰ কাষে কাষে সি চুটকেচ্‌টো লৈ নামি আহিছে । শৰ্মাই দেখিলে যে পাইজামা, চেণ্ডেল পিন্ধা, দেখনিয়াৰ ডেকা ল’ৰা এজনৰ সৈতে তেওঁ গৈ ৰেলত উঠিল । শৰ্মা পিচ পৰি ৰ’ল, জানোচা তেওঁৰ কোনোবা সম্পৰ্কীয় লোক, নিব-লৈকে আহিছিল, এতিয়া লগ পালে । শৰ্মাক দেখি তেওঁ কলে—“শৰ্মা আহি থাকক । মই এওঁৰে সৈতে গৈ এটা ডবাত উঠি লওঁ ।” শৰ্মাই পেটে পেটে অলপ ভাল পালে । যিয়েই নহওক, কোনো ৰকমে এওঁৰ হাত এৰাব পাৰিলে ৰক্ষা । নিবলৈ আহিছে যেতিয়া ভালেই হ’ল ।

শৰ্মা পিচৰ ডবাটোত উঠিল । তেওঁ আৰু ল’ৰাজনে গৈ তাৰে কাষৰ ডবাটোত উঠিল কাৰণ শৰ্মাই উঠাটো আছিল তৃতীয় শ্ৰেণীৰ অৰ্থাৎ গান্ধীজীৰ ক্লাচ । সেই কাৰণে তাৰে কাষতে থকা ‘ইণ্টাৰ-ক্লাচ’ ডবাটোত গৈ এওঁলোক উঠিলহি । উঠিয়ে ল’ৰাজনে বিচনা পাৰিলে কাৰণ ধুবুৰীলৈ যাব যেতিয়া বহুত দূৰ যাব লাগিব ।

যেতিয়া সূৰ্য্য অস্ত গৈ আন্ধাৰ নামিছে । ল’ৰাজনৰ আদেশ-ক্ৰমে তেওঁ তাৰ বিচনাত বহিল । হাঁহি মাৰি কলে “আপোনাৰ বিচনাখন বৰ ধুনীয়া হৈছে । ভবলৈকে মন যায় ।” হাঁহি মাৰি সি

কলে—"তৰব বাবেই তৈয়াৰ কৰা হৈছে। সংব্যৱহাৰ কৰক।" হুয়ো হ'াহে। এনেতে গাড়ীৰ হুইচেল হ'ল। ঘচ্ ঘচ্ কৰি ৰেল চলিল। বঙালী বিলাকৰ হেঁচাত গাড়ীত বিৰাজিও সোমাব নোৱাৰি। দুৰ্গাপূজাৰ বাবে তেওঁলোক দলে দলে বঙ্গদেশলৈ লৰ ধৰিছে। শৰ্মাই মানুহৰ হেঁচাৰ বাবে ঠাই নেপাই থিয় হৈ গ'ল। কিন্তু তেওঁ? তেওঁ বেচ আৰামেৰে শুই গ'ল তাৰ বিছনাত। ল'ৰাজন ফিট-ফাট। তাৰ চলন-ফুৰণ দেখি আৰু ডাবি-ধমকনিত বঙালীবিলাক চুপ্ চাপ্ হৈ আছে। সিও আভিজাত্য বজাই ৰাখি এখন ইংৰাজী বাতৰি কাকত কিনি লৈ তেওঁৰ মূৰশিতানত বহি গভীৰ মনোযোগেৰে পঢ়ি গৈছে। নাজানো তাৰ চকু বাতৰি কাকতৰ আখৰত আছে নে তেওঁৰ ধুনীয়া মুখখনৰ ওপৰত আছে; কিন্তু এইটো জানো যে তাৰ মন বাতৰিৰ ঘটনাৰাশিত নাই—আছে তেওঁৰ ৰূপ সাধনাতহে।

গাড়ী চলি গৈছে। সি বাতৰি কাকত পঢ়ি গৈছে। তেওঁ শুই গৈছে। কিছু সময় দুয়ো নীৰৱ। তাৰ পিচত এবাৰ তেওঁ কৈ উঠিল—"মোৰ মূৰটো বৰকৈ বিষাব ধৰিছে।" সি আথে বেথে কৈ উঠিল—"তেন্তে কি কৰিলে আপুনি ভাল পাব? কমলা খাব নেকি?"

"নাই নাখাওঁ।"

"নহয়, খাওক। ভাল পাব।" সি তৎক্ষণাৎ তাৰ বেগৰ পৰা চাৰিটামান কমলা উলিয়াই দিয়ে। নাখাওঁ নাখাওঁ কৰি সোপাকে তেওঁ গলাধঃকৰণ কৰিলে। হেন সময়তে হঠাতে গাড়ীৰ লাইট নুমাই গ'ল। তেওঁ কৈ উঠে—"আজিকালি সকলোকালে বেয়া হৈছে। কি পচা গাড়ী এইখন। লাইট নুমাই যায়।" তেতিয়া ৰাতি হৈ আহিছে। আন্ধাৰ হ'ল কোঠাটো। কাকো ক'তো চিনি নোপোৱা হ'ল। মাজে মাজে চিগাৰেটৰ আৰু বিড়ীৰ জুই আৰু দিয়াচলাইৰ জুইত কোনো ৰকমে মানুহ থকাৰ উমান পায়। আন্ধাৰ। কেৱল আন্ধাৰ। গাড়ী কিন্তু চলিয়ে থাকিল। লাহে লাহে বৰষুণো আহিল। [illegible] বৰষুণ টান হ'ল। কেৱল বৰষুণৰ শব্দহে কাণত [illegible] [illegible]

ক'তো মাত কাণত নপৰে। হো হো কৰি বৰষুণ যেন [illegible] কাণেৰেহে পৰিছে : কি দুৰ্য্যোগৰ বতৰ আজি! কিছু সময়ৰ পিছত দাসৰ ঘৈণীয়েকে কেঁকাই উঠিল—"উঃ!" সি উদ্বিগ্নভাৱে সুধিলে—"বৰকৈ বিষাইছে নে কি?" সি তেওঁৰ কাণৰ কাষলৈ মুখখন নি কয়—"হয়। উঃ!" তেওঁ উত্তৰ দিয়ে। সি চঞ্চল হৈ কৈ উঠে—"তেন্তে কি কৰা যায়? কি কৰিলে আপুনি ভাল পাব?"

"মোৰ এনে ৰকম মূৰৰ বিষ আগে-পিচেও হয়। কেৱল এটা কাম কৰিলে মই আৰাম পাওঁ। পিচে আজি সেই কাম নহব।"

"কিয় নহব? কওকচোন বাৰু। কিজানি মষে পাৰো"।

"আপুনি পাৰে........। কিন্তু....।"

"কিন্তু কি? কওক। যি কৰিব লাগে মই তাকে কৰিম।"

"আপুনি পাৰিব নে? নাই নালাগে, মই আপোনাক আমনি নিদিওঁ।"

"নহয় কওক। মই কৰিম।"

"মোৰ কুমত লাহে লাহে টিপি দিলে ভাল পাওঁ। পিছে আজি...। আপোনাক বেজাৰ নকৰোঁ, থাওক।"

"বেজাৰ? কিহৰ বেজাৰ? মই বেজাৰ-নাপাওঁ। চাওঁ বাৰু।"

এই বুলি সি বাতৰি কাকতখন থৈ তেওঁৰ মূৰটো ওচৰলৈকে আনি দুই হাতেৰে কুম দুটাত লাহে লাহে বৰ আৱেগেৰে পিহি দিব ধৰিলে। কোঠাটো আন্ধাৰ। কাকো ক'তো নেদেখি। এই অন্ধকাৰৰ বুকুত বহি এক পুৰুষে এক নাৰীৰ পৰিচৰ্য্যা কৰিছে। ধীৰে ধীৰে তাৰ হাত দুখনি কোমল চুলিৰ ওপৰেৰে বাগৰি গ'ল। চকু দুটা মুদি সেই ৰমণীয়ে তৃপ্তি অনুভৱ কৰিলে। কিন্তু এই তৃপ্তি কিহৰ? আৰাম নে ছলনাৰ? মূৰৰ বিষ নে প্ৰতাৰণা। আমি বুজিবলৈ টান পাইছোঁ। নাজানো ই আকৌ কি খেলা। তাৰ কিন্তু অন্তৰত আৱেগৰ বান আহিছে। [illegible] সি নিজকে পাহৰি গৈছে। উঃ কি মধুৰ পৰশ! কি [illegible] নাৰীৰ [illegible]

গাড়ী আহি ৰঙীয়া জংচনত ৰ'ল। টিকট চেকাৰ আহি ভবাত সোমাল। টৰ্চ লাইটৰ পোহৰত তেওঁ টিকটবোৰ চেক কৰি যাব ধৰিলে। চেকাৰ সোমোৱাত দাসৰ ঘৈণীয়েকে লাহেকৈ উঠি বহি কলে—"ইস্, আমিতো টিকট কৰিব নোৱাৰিলো। মানুহৰ ইমান হেঁচা মানুহৰ ভিৰৰ বাবে টিকট কৰিব নোৱাৰি আজিকালি। এতিয়া কি কৰা যায়?" চেকাৰ আহি কাষ পালে ডেকাজনে কলে—"এতিয়াও চেকাৰ বাবুৰপৰা ললে চলিব। দুয়োৰো কাৰণে বাক দুখন ইণ্টাৰ ক্লাচৰ টিকট কৰা যাওক। নহয়নে?"

"হয়। বাক, আমাক দুখন ইণ্টাৰ ক্লাচৰ টিকট দিয়কচোন বাবু। আমিনগাঁৱত মানুহৰ ভিৰৰ বাবে কাটিবকে নোৱাৰিলো।" তেওঁ চেকাৰৰ ফালে চায়। চেকাৰে টৰ্চ লাইটেৰে এবাৰ চাই লয় আৰু ভদ্ৰমহিলা বুলি জানি ভদ্ৰভাবে লাহেকৈ কলে—"কলৈ দিম?" ডেকাজনে টপৰাই মাত লগালে—"ধুবুৰীলৈ দিয়ক।"

"কেইখন?" "দুখন"

চেকাৰে দুখন টিকট লিখি দাসৰ ঘৈণীয়েকৰ হাতত দিলে। তেওঁ ভাবিলে যে তেওঁলোক দুয়োজন দম্পতি আন্ধাৰ আৰু পোহৰৰ দোমোজাত। তেওঁ ডেকাজনৰ বয়স ধৰিব নোৱাৰিলে। দাসৰ ঘৈণীয়েকে টিকট দুখন লৈ ডেকাজনক কলে—"মোৰ চুটকেচটো দিয়কচোন। তাত টকা আছে। টকা দিওঁ। বাহিৰত মোৰ টকা নাই।"

ডেকাজনে টপৰাই কৈ উঠিল—"কিয়? মোৰ বাহিৰত টকা আছে নহয়, মঞে দিম।" এইবুলি সি দহটকীয়া নোটখন চেকাৰৰ ফালে আগবঢ়াই দিলে। চেকাৰে টিকটৰ পইচাখিনি ৰাখি বাকীখিনি ঘূৰাই দিলে। চেকাৰ বাহিৰ হৈ আহিল।

ইতিমধ্যে গাড়ীৰ হুইচেল পৰিল আৰু গাড়ী চলিল। ইয়াত লাইট জ্বাল কৰিলে হবলা, এইবাৰ লাইট জ্বলি সকলো পোহৰ হৈ উঠিল। সকলোৰে মুখ দেখা হ'ল। মানুহৰ মনত আনন্দ লাগিছিল। ভাব লাগিল এই বুলি যেন যে কোনো আহি সকলোকে

দেখা হ'ল। ভাল লাগিল এইবুলি যে যি জাল পাতিছিল সেই জালত মাছ লাগিল। কাৰ্য্য সিদ্ধি—বিনাপইচাই টিকট লাভ। কিন্তু ডেকাজনৰ মনত? তাৰ মনত খং, উঃ কোনে জ্বলালে এই লাইটবোৰ? তাৰ কি সুখৰ সপোন আধাআধি দেখোতে ভাঙি দিলে। তাৰ ইচ্ছা হয় যেন সি এই মুহূৰ্ত্তে সমস্ত পোহৰ নাশ কৰি জগতময় অন্ধকাৰ কৰি তুলিব। কিন্তু বেচেৰা নিৰুপায়। কাৰণ এইটো তাৰ আয়ত্তৰ বাহিৰ। গাড়ী চলি থাকিল। বৰষুণ নাইকিয়া হৈ গ'ল। সি তেওঁক সুধিলে- "মূৰৰ বিষ ভালপালেনে?"

"হয়। এতিয়া কমি আহিছে। বোধহয় সোনকালে নাই-কিয়া হ'ব।" গাড়ী আহি নলবাৰী পাবৰ হৈছে। লাহে লাহে গতিবেগ মন্থৰ হৈ আহিছে। সি লাহেকৈ তেওঁৰ গাৰ কাষলৈ চাপি আহে। টিকট কৰিছে যেতিয়া দুয়ো একেভাবে ওবে ৰাতি বহুত দূৰ বাট যাব লাগিব। আবেগত উৎফুল্ল হৈ সি তেওঁৰ ওচৰ চাপি আহে। সি লাহেকৈ সোধে—"আপোনাৰ কিন্তু মই একো পৰিচয় পোৱা নাই। কওকচোন আপোনাৰ পৰিচয়?"

"কিয়? পৰিচয়েৰে কি কৰিব?"

"একো নকৰোঁ। কিন্তু কেতিয়াবা মনত পৰিলে এখন কাৰ্ডকে পঠাব পাৰিম। তাৰ উপৰি পৰিচয় নাপালে মানুহক পাহৰি যোৱা যায়।"

তেওঁ তাৰ মুখলৈ চাই মিচিকৈ হাঁহি মাৰি কলে—"মই আপোনাক এনে পৰিচয় দিম, যাৰ স্মৃতি আপুনি জীৱনব্যাপী পাহৰিব নোৱাৰে। বাক কওকচোন, মোক আপুনি পাহৰিব পাৰিবনে?"

"কেতিয়াও নাপাহৰো। জীৱনত মই আপোনাক পাহৰিব নোৱাৰিম। আপোনাৰ স্মৃতি মোৰ জীৱনব্যাপী হৈ যাব। তথাপি ভৱিষ্যতৰ বাবে দৰ্কাৰ।"

"আজিৰে যি আশ্বাস দিলে। তাকে মই ধৰকলোঁ, [illegible] ভৱিষ্যতৰ কথা [illegible]। বৰ্ত্তমানৰ বোজাকে কঢ়িয়াওক; ভৱিষ্যতৰ

বোজা দাঙিবলৈ বাকী নকৰিব। বৰ্ত্তমানতকৈ ভৱিষ্যতৰ বোজা বহুত বেছি গধুৰ।"

"তথাপি আপুনি পৰিচয়ৰ চিনস্বৰূপে কিবা এটি দিয়ক।"

"বাক অলপ অপেক্ষা কৰক। মই আপোনাক জীৱনত পাহৰিব নোৱাৰা চিন এটি দিম! আপুনি ল'ব?"

নিশ্চয়। শতবাৰ। আপোনাৰ পৰিচয় চিহ্ন মই মোৰ বুকুৰ মাজত চিৰদিন ৰাখিম।"

তেওঁ হ'াহে। সি তেওঁৰ ফালে চাই ৰয় আকুল দৃষ্টিৰে মনৰ আশাত।

এনেকৈ কথা কৈ থাকোতে গাড়ী আহি নলবাৰী ষ্টেচন পালে। যাত্ৰীবোৰৰ উঠ-নমা লাগি পৰিল। ঠেলা হেঁচা, হাই উৰুমি, গণ্ড-গোল লাগি পৰিছে ষ্টেচনত। দাসৰ বৈণীয়েক থকা ডবাৰ মানুহো উঠা-নমা কৰিব ধৰিলে। এই ছেগতে দাসৰ বৈণীয়েকে চুটকেচ্‌টো হাতত লৈ লাহেকৈ নামি আহিল। ল'ৰাজনে কিছুমান মজদুৰ আৰু বঙালীক ধমক দি নিজৰ বিছনা ৰক্ষা কৰাত লাগি পৰিছে। দাসৰ বৈণীয়েক নমা একো গমকে নাপালে মানুহৰ হেঁচা-ঠেলাৰ বাবে। তেওঁ আহি 'প্লেটফৰ্ম'ত থিয় হ'ল। হেন সময়তে শৰ্মায়ো নামি আহিল তেওঁৰ ডবাৰপৰা। দাসৰ বৈণীয়েকক দেখা পাই ওচৰলৈ গৈ ক'লে—"আপুনি নামিছে?"

"হয়।" "লগত অহা ল'ৰাজন ক'ত?" "তেওঁ ইয়াত নানামে, ধুবুৰীলৈকে যাব।" "আপোনাৰ কি হয়?" "মোৰ অন্য একো নহয় 'ভাতাৰ'। বেচ 'ভাতৰ' খেল' এখেল মাৰিলোঁ।" এইবুলি কৈ তেওঁ খিল্‌-খিল্‌কৈ হাঁহি দিলে। শৰ্মাই অপ্ৰস্তুত হৈ থিয় দি ৰ'ল। কি আচৰিত তিৰোতা এওঁ!

এক মিনিট পিছতে গাড়ীৰ ঘণ্টা পৰিল আৰু গাড়ী চলিল। ডেকাজনে নিজৰ বিছনাত বহি তেওঁক চালে, কিন্তু ডবাৰ ভিতৰত ক'তো দেখা নাপালে। গাড়ী চলি গ'ল। সি ভয়ানুৰ [illegible] ফুটাই আহি প্লেটফৰ্মলৈ চালে। দাসৰ বৈণীয়েক শৰ্মাৰ [illegible]

হৈ থাকিবলৈ চাই আছে। তাৰ চকুত পৰাত সি চিঞৰি উঠিল। "বেগাই আহক। ভাত কিয় আছে? গাড়ী গ'ল।" তাৰ কণ্ঠস্বৰত উদ্বিগ্নতা। তেওঁ মিচিককৈ হাঁহি মাৰি কলে—"আপুনি যাওঁকগৈ। মই ইয়াতে নামিব লাগে। বেজাৰ নেপাব। আপুনি বোধহয় মোক জীৱনত নাপাহৰে। মোৰ এই স্মৃতিচিহ্ন আপোনাৰ বুকুৰ মাজত চিৰদিন নৰবনে? এয়ে মোৰ আপোনাক দিব লগা স্মৃতি-চিহ্ন। আপুনি কেতিয়াও নাপাহৰে যেন। নমস্কাৰ।" এইবুলি কৈ তেওঁ তাৰ চকুলৈ চাই মিচিকৃকৰি হাঁহি মাৰি দিলে। তাৰ কিন্তু খঙে চুলিব আগ পালে। ইচ্ছা হ'ল যেন সি তেওঁক আহি গালত ঠাচ্-ঠাচ্কৈ কেইটামান চৰ বহুৱাই দিব। সি নামিবলৈ চেষ্টা কৰে যাতে তাৰ টিকট ছুটা সি যোৰ কৰি নিব পাৰে। কিন্তু নোৱাৰে। গাড়ীৰ গতিবেগ খৰ হয়। সি ক্ৰোধত উন্মত্ত হৈ চকু থিয়কৈ তেওঁৰ ফালে চাই ৰয়। লাইটৰ পোহৰত তাৰ চকু ছুটা হীৰা জিলিকা দিছে; মুখমণ্ডলত উত্তেজনা আৰু খঙৰ প্ৰতিচ্ছবি; যেন জুইৰ ফিৰিঙতিহে ওলাইছে তাৰ চকুৰ পৰা। দাঁত কৰমৰাই সি কিবা কব খোজোতে গাড়ী তেওঁৰ সন্মুখেৰে পাৰ হৈ গ'ল। সি অদৃশ্য হৈ পৰিল। দাসৰ পিনে চাই তেওঁ এটা উপহাসৰ হাঁহি মাৰিলে। তাকে দেখি তেওঁ সুধিলে—"কি চাই হাঁহিলে?" "পুৰুষৰ ৰং চাই। ইহঁতে ভাবে আমি যেন এটা খেলাৰ পুতলাহে। মজাপালি পালে নহয়। বাচাক বান্দৰ নচুৱা জিলোঁ। মোৰ লগত কৰে সি চিনেমাৰ 'লাভমেকিং' চিনাই দিলো ভালকৈ মাকক। শৰ্মাৰ বেয়া লাগিল। হাজাৰ হলেও তেওঁ সেই একে পুৰুষ জাতিৰ। "পথে নাৰী বিবৰ্জিতা" বুলি সংস্কৃতত যি পঢ়িছিল এই ফাঁকিৰ অৰ্থ আজিহে শৰ্মাই উপলব্ধি কৰিলে। তেইনলৈ আহি শৰ্মাই কলে—"কথা কিন্তু মকিল হ'ল; কাৰণ মই টিকট কৰিবলৈ নহল ন'হয়।" হাঁহি মাৰি তেওঁ কলে—"একো 'ভয়' নাই। মোৰ হাতত "ইণ্টাৰ ক্লাচৰ" ছুখন টিকট আছে। আহক আপুনি নিশ্চিন্ত মনে।" [illegible]

পিছে পিছে আহিল শৰ্মা। টিকট দুখন দি দুয়ো বাহিৰ হৈ আহিল। তেতিয়া বাতি দহোটা বাজিছে। শৰ্মাই নিজে নিজে যেন কৈ উঠিল— "আধুনিকাসকলৰ পৰা আঁতৰত থকা নিতান্ত উচিত। এওঁলোকৰ মায়া বুজা কঠিন।"

হৈছনৰ বাহিৰত আহি তেওঁ কয়—"অহাখিনি বেছ আৰামতে আহিলোঁ শৰ্মা।" শৰ্মাই একো নেমাতিলে, কেৱল ভাবিলে কি বিচিত্ৰ চৰিত্ৰ এই ৰমণীৰ। পুৰুষক বান্দৰ নচুৱাই আন পুৰুষৰ আগত কৈ গৰ্ব অনুভৱ কৰিছে। ভাবি চোৱা নাই যে শৰ্মাও পুৰুষৰ ভিতৰৰে এজন। এই কাহিনী শুনি ভাল পাব নে বেয়া পাব চিন্তা কৰিবৰ বোধহয় তেওঁৰ দৰ্কাৰ নাই, নতুবা ইচ্ছাও নাই। এটা তিক্ততা আৰু অস্বস্তিৰ ভাব মনত লৈ খোজ লৈছে। পিচে পিচে দাসৰ বৈণীয়েক।

# শ্ৰেণীহীন সমাজ

"সীতা উদ্ধাৰ অকল শ্ৰীৰামচন্দ্ৰৰ দ্বাৰাই হোৱা নাছিল চৌধুৰী ! হনুমান, সুগ্ৰীৱ, নল, নীল, জাম্বুৱান, বিভীষণ আদিৰো তাত অংশ আছে। ভাৰতত উদ্ধাৰ অকল মুষ্টিমেয় কেইজনমানৰ দ্বাৰাই হোৱা নাই— জনসাধাৰণৰো তাত ভাগ আছে। কিন্তু দুখৰ বিষয় আজি জনসাধাৰণৰ বিনিময়ত আৰ্জিত স্বাধীনতাৰ কেইজনমানে সুবিধা ভোগ কৰিব ধৰিছে। ডাঙৰ বিষয়-বাব, ডাঙৰ লাইচেন্স আদি জনসাধাৰণে আশা নাপায়— পায় কোনে তাক নকলেও হ'ব। ৰামচন্দ্ৰই বান্দৰৰ নাইবা ৰাক্ষসৰ প্ৰতি অকৃতজ্ঞ হোৱাহেঁতেন সুগ্ৰীৱ নাইবা বিভীষণৰ সলনি লক্ষ্মণকে ক'ৰবাত ৰজা পাতি থলেহঁতেন। কিন্তু তেওঁ তাকে নকৰিলে। আমাৰ দুৰ্ভাগ্য, আমি বহুমণিক হেৰুৱালো, কি কৰিবি চৌধুৰী !"

মাষ্টৰ বৰাই কয় বন্ধু হৰিচৰণ চৌধুৰীক। চৌধুৰীয়ে হেনো দুবাৰো চব্‌ডেপুটিৰ প্ৰতিযোগিতা পৰীক্ষা দিলে কিন্তু তেওঁৰ চব্‌ডেপুটি হোৱা ভাগ্যত নঘটিল। বৰ্ত্তমান ঘৰতে থাকি এম. এ. পৰীক্ষা দিবা বুলি মনস্থ কৰিছে। আজি এপাক তেওঁলোকৰ কালে আহিছে ফুৰিবলৈ। মাষ্টৰ বৰাৰ ঘৰ বৰ নিজ্জাল। ঘৰটোৰ থেৰৰ উকথা চাল, বৰষুণ আহিলেই পৰিত্যাজ্য। পাকঘৰটো, ঢেঁকীঘৰটো আৰু খলা-ঘৰটো—এয়ে ঘৰ। মাহতো তিনিজন ছিচোপত আৰু ঘৰো তিনিটা বেছিলাপত অৰ্থাৎ ছিচোপত চ'ৰাৰ এটা লাগিছিল; কিন্তু নাই। বলাতিৰ ছিচোপ কৰিলে হোৱালীকে নাপায়, তথাপি কিবা আত্মৰ বলত তাকে লিৰজ্যানন্দ উপাধিটোৰ বলত কোনো-মতে বিবাহক পাইছে। ৰাৰাণ্ডাতে ভুৰৰ পুৰণা সাজিৰ উক্কা-লিকাসীহঁতে বাঁহতিনাঠোন ঠৈ থিয় ঠৈ আছে। তাতে এখনত চৌধুৰী আৰু আনখনত বৰা। দুটাই কোনোবাৰ আহিলে [illegible] [illegible]

কথা-বতৰা হৈ এতিয়া দেশৰ কথালৈকে আগবাঢ়িছে। আলোচনাৰ বস জমি উঠিছে বঢ়িয়াকৈ। ববাব কথাক চৌধুৰীয়ে কৈ উঠিল—

“নহয় ববা, সহ্যৰো এটা সীমা আছে। তোৰ আগতে যেতিয়া অযোগ্য কেইজনমানে সুবিধা ভোগ কৰিব আৰু তোৰ যোগ্যতা থাকিও একো সুবিধা নাপাবি তেতিয়া সহ্য কৰিব নোৱাৰি। বুজিছনে, এই যে চাকৰি-বাকৰিবোৰ ওলাইছে, তাৰ কথা অদ্ভুত। আগতে নিযুক্ত, পিছত বাতৰিত জাননী।”

“হবই, গীতাত স্বয়ং শ্রীকৃষ্ণই অৰ্জ্জুনক কৈছিল—“হে সখি তুমি মিনিও মাথোন তোৰা ৰথৰ সাৰথি, আগে মই বধিম সবাকো।” স্বায়ং ভগৱানে যেতিয়া ব্লেকমাৰ্কেট কৰিলে আমি নৰ-মনিষৰ আৰু কি ? খং কৰিলে কি হ’ব ! চাকৰিৰ কথা যে কৈছা তাত যোগ্যতা লাগে। যোগ্যতা লাগে চাকৰি পোৱাৰ—কবাৰু নহয়। পৰৰ মন যোগাই চাকৰি লাভ কৰাও এটা যোগ্যতাৰে পৰিচয় তায়া। যিহঁতৰ নিশ্চয় যোগ্যতা আছে, নহলে পাব কিয় ? তোৰ মোৰ সেই কেৰা নাই দেখিয়েতো এনে বিলৈ।”

“মই কিন্তু কলেজত থাকোতে সংসাৰখন এনেকুৱা বুলি কল্পনাও কৰা নাছিলোঁ ভাই ! কি স্বাৰ্থপৰ জগতখন !”

“একে কথা ভাই, তাহানি কলেজত থাকোঁতে কিমান নবীন কল্পনা কৰিলোঁ তাৰ লেখ-জোখ নাই। দেশৰ কাম কৰিম, জন-সাধাৰণৰ হিতৰ বাবে প্ৰাণ উচৰ্গা কৰিম ! অন্যায় আতৰ কৰি জগতত শান্তিৰ ৰাজ্য প্ৰতিষ্ঠা কৰিম। কত কিমান কল্পনা আছিল তেতিয়া। কিন্তু এতিয়া ? এতিয়া বাস্তৱ জীৱনত দেখিছোঁ সেইবোৰ মিছা—সুৱা, কল্পনা। ৰবিঠাকুৰে এটি গল্পত কোনোৰ দৰে “মেথৰীনিও হইলাম না, গেৰীবোম্বিও হইলাম না, হইলাম একটা ভাঙা বুলেৰ মেকেন-বাইৰে।” ৰবিঠাকুৰৰ কথা একেবাৰে সঁচা ভাই। ঠাকুৰে যদি এইকালৰ এতিয়া দেখিলেহেঁতেন তেন্তে নিশ্চয় মই কলোতহেঁতেন যে তেওঁ, মোৰ জীৱনী লিখিছে, গল্প [illegible]। [illegible] ভাই থাকঁতে হাইবুৰুটোৰ [illegible]

অমিলৰ ক্ষেত্ৰত মই চেকেন মাষ্টৰ নহয় হলে'। ক্লাছমাষ্টৰ; তফাৎ এইটোৱেই। বাকীবোৰ গোটেই মিলে।"

"মোৰ কিন্তু বৰ খং উঠে ৰবা, এই অন্যায়বোৰ দেখিলে। পিছে আজিৰ মিটিংখনৰ সভাপতি কোন? এক নম্বৰ ধুৰন্ধৰ। মিটিঙত বক্তৃতাৰ ফুলজাৰি মাৰে আৰু কামৰ বেলিকা ফুটুকাৰ ফেন সোপা। হেৰ, সিদিনালৈ সি আছিল ব্লেকমাৰ্কেটিয়াৰ, আজি সি হ'ল ৰাইজৰ প্ৰতিনিধি। ৰাইজৰ মাজত আছিল সিদিনা জুইত খেৰ দিয়া আজি সিয়ে দেশ-সেৱকজন হৈ আহিছে সভাপতিত্ব কৰিবলৈ। তাৰ উপৰি অকলে আহিলে নহয়, লগত একেবাৰে "পাৰ্ব্বতী সহিতে ভোলানাথ, কাৰ্ত্তিক, গণেশ" যৈণীয়েক, ল'ৰা-ছোৱালী সোপাকে আনিছে—যেন সিহঁতৰ ঘৰখনেই দেশ-সেৱকৰ দল।"

'ভাগ্য, ভাই ভাগ্য। সকলো ভাগ্যৰ খেলা। কেঞাৰ গদীত বহি ঠেঙত সাতোটি সেৱা কৰাজন হ'ল আজি এম,এল,এ; সত্যা-গ্ৰহীক গুলী কৰা দাৰোগা হ'ল আজি ডি-এচ-পি, এচ,পি আদি। ইয়াকে বোলে নচিব। আক্ষেপ কৰিলে কি হ'ব? পিচে মিটিঙলৈ যাবৰ সময় হ'লনে?"

হাতৰ ঘড়ীটোৰ ফালে চাই চৌধুৰীয়ে ক'লে—"চাৰি বাজিলেই। মিটিঙৰ সময় দুই বজা। ভাৰতীয় নিয়মানুবৰ্ত্তিতা মতে ছুটাত নবহিলেও চাৰিটাত বহিবৰ নিশ্চয় থল আছে। ব'ল, এবাৰ দেশৰ উন্নতিকে কৰি আহোঁ যাক।"

"ৰাক ব'ল। পিচে ৰচোন, তই অলপ বহ, মই ভিতৰৰ পৰা আহোঁ।" ৰবাই ভিতৰ সোমাই যায়; চৌধুৰী বহি থাকে। ৰবাই পোনে পোনে যৈণীয়েকৰ বিছনাৰ কাষলৈ যায় আৰু কয় —"হেৰা, শুনিছা, মই মিটিঙৰ পৰা আহোঁ। তোমাক কিবা লাগিলে যত্ন ক'ৰা। মই বেগেতে আহিম। অ' বহু, এইকালে আহচোন।" বহু আহে। ৰবাই তাক কয়—"তই মোৰোৰ কাষত থাক, কিবা লাগিলে দিবি, মই বেগেতে আহিম।" বহু বৌৱেকৰ বিছনাৰ কাষত বহে। ৰবাই গৈ উলু [illegible]

চায়। বৈণীয়েক অতিকৈ ক্ষীণাই গৈছে। আজি সাত আঠ দিন ভাত নাই, ইফালে টকাৰ অভাৱত ভাল পথ্যও দিব পৰা নাই আৰু ডাক্তৰকো দেখুৱাব পৰা নাই। ডাক্তৰখানাৰ পৰা কুইনাইন আনি খুৱাইছে, জ্বৰ কিন্তু এৰা নাই। মেলেৰিয়া নহয়, টাইফয়েড্ কি কিবা অন্য ধৰণৰ বুলিয়ে বৰাই সন্দেহ কৰিছে; কিন্তু কি কৰিব, চিকিৎসা কৰিবলৈ বাক টকা ক'ত? বৈণীয়েকৰ ফালে চাওঁতে বৈণীয়েকে শেহাই শেহাই ক'লে—"যাওক, কিন্তু সোনকালে আহিব। গধূলি হলেই, গধূলিৰ পৰা মোৰ জ্বৰ বেচিকৈ আহে। ইফালে যদু ল'ৰা মানুহ, সি কি কৰিব।" বৰাই কানি-কাপোৰ জাপি দি যদুক কিবাকিবি দিহা দি বাহিৰ হৈ আহে। আহোঁতে বৈণীয়েকৰ ফালে চালে—ক্ষীণ মুখ, চকু দুটা গাঁতলৈ সোমাই গৈছে—মুখত জেউতি নাই। তেওঁৰ গাটো চিৰিংকৈ উঠে। তথাপি নিজক সংযত কৰি ওলাই আহে। যদুৱে মাত লগায় —"সোনকালে আহিবি দাদা, মোৰ ভয় লাগে।" বৌয়েকে চকু দুটা যোপা কৰি শেহাই শেহাই কৈ উঠে—"মনে মনে থাক। পাচতে মাত লগাইছ। কি ভয় লাগে মই নাছোঁ" বৰাই ইতস্ততঃ কৰে। এনেতে বাহিৰৰ পৰা চৌধুৰীয়ে মাত লগায়,—"বৰা, আহক, সময় নাই।" বৰা ওলাই আহে। দুয়ো মিটিঙলৈ খোজ লয়।

বিপুল জনতা। এনেয়ে নগৰৰ পৰা সভাপতি আনিলে মানুহ ভৰি পৰে। তাতে সভাপতি স্বয়ং সপৰিয়ালে উপস্থিত। সভা-মণ্ডপ লোকে লোকাৰণ্য; বিৰ দিও বাট পাবলৈ নাই। সভাপতিৰ ওচৰতে তেওঁৰ পৰিয়াল আৰু ল'ৰা-ছোৱালীহাল। সেইবুলি অৱশ্যে যাত্ৰা-পাৰ্টিৰ ৰজা-ৰাণীৰ দৰে নহলেও গোটেই আয়োজন হোৱা নাই। লাহে লাহে সভাৰ কাম আৰম্ভ হ'ল: বিপুল হৰ্ষধ্বনিৰে সভাপতি বৰণ কৰা হ'ল। সভাপতিয়ে আসন গ্ৰহণ কৰি সভাৰ কাম আৰম্ভ কৰিলে। চেক্ৰেটাৰীৰ কাৰ্য্য-বিৱৰণী পঢ়াৰ পিচত সভাপতিৰ অভিভাষণ আৰম্ভ হ'ল। সভাপতিয়ে থিয় হৈ [illegible] সম্বোধন কৰিলে—"[illegible] ৰাইজ, মোক [illegible] গ্ৰহণ [illegible] [illegible]

কৰ্মাত বাইজৰ মাজৰ পৰা কৰতালি দিয়ে। তাৰ পাচতে লাহে লাহে তেওঁ বক্তৃতা আৰম্ভ কৰে। তেওঁ কৈ যায়—"আজি দেশত যি সমস্যাৰ সৃষ্টি হৈছে তাক সমাধান কৰাটো আমাৰ কৰ্ত্তব্য। আমাৰ আজি আচল সমস্যা কি ক'ব পাৰেনে বাৰু? আমাৰ আজি আচল সমস্যা হৈছে শ্ৰেণী-সংগ্ৰাম।

শ্ৰেণী-সংগ্ৰামৰ অন্ত পেলাই এখন শ্ৰেণীহীন সমাজ গঠন কৰাই আমাৰ উদ্দেশ্য। আমাক আজি লাগে শ্ৰেণীহীন সমাজ ব্যৱস্থা। কিয়নো শ্ৰেণীহীন সমাজতহে মানুহে জীৱনত অধিক সুখ-শান্তি ভোগ কৰিব পাৰে। গতিকে ৰাইজৰ সুখ-শান্তিৰ বাবে আমি যি সংগ্ৰাম চলাইছোঁ তাক আপোনালোকে জয়যুক্ত কৰি তোলক। আপোনালোকে সহযোগ কৰক। আজি জগতত যি শাসন আৰু শোষণ চলিছে তাক দূৰ কৰিব লাগিলে আমি ঐক্যবদ্ধ হৈ সংগ্ৰাম কৰিব লাগিব। আমি ৰাজনৈতিক স্বাধীনতা পাইছোঁ, কিন্তু অৰ্থনৈতিক স্বাধীনতা আমি এতিয়াও পোৱা নাই; সেয়েহে আমাৰ দেশৰ অৱস্থাৰ একো পৰিবৰ্ত্তন হোৱা নাই। অৰ্থনৈতিক স্বাধীনতা নহলে ৰাজনৈতিক স্বাধীনতাৰ একো অৰ্থ নাথাকে। গতিকে এই অৰ্থনৈতিক স্বাধীনতা আনিবৰ বাবে আমি যুঁজ কৰিব লাগিব। দুখীয়া খেতিয়ক আৰু বনুৱাই আজি খাবলৈ পাব লাগিব। মাটিৰ মালিকে হালুৱাক মাটি দিব লাগিব, কল-কাৰখানাৰ মালিকসকলে বনুৱাক সুবিধা দিব লাগিব কাৰণ এইবোৰ সমাজৰ বস্তু; তেওঁলোকৰ কাৰো এইবোৰ ব্যক্তিগত সম্পত্তি হ'ব নোৱাৰে। এইবোৰ জনসাধাৰণৰ। আজি ৰাইজেই ৰজা।" ৰাইজৰ মাজৰপৰা হাততালি আহে। সভাপতিৰ উত্তেজনা দুগুণে বাঢ়ে। বৈণীয়েকে গৌৰব অনুভৱ কৰে; দ'বা-হোৱাৰী হাতে কৌতুহলী দৃষ্টিৰে ৰাইজৰ কালে এবাৰ আৰু পিতাকৰ কালে এবাৰ চাইছে। সভাৰ মাজত জয়, জয়, ধ্বনি উঠে। সভাপতিয়ে লাহে লাহে কৈ যায়—"ধনী-দুখীয়া, উচ্চ নীচ, শত্রু মিত্ৰ [illegible] ভেদ-ভাব পৰিহাৰ কৰি [illegible] শ্ৰেণীহীন সমাজ [illegible] [illegible] লাগিব, [illegible] [illegible]

সুবিধাবাদীৰ দল নেথাকিব''। নানা উত্তেজনাপূৰ্ণ বক্তৃতা দি বাইজৰ মন মুহি পেলালে। ৰাইজে পাহৰি গ'ল যে তেওঁ যে দুই হেজাৰ বিঘা মাটিৰ মালিক অভয় মহাজনৰ পুত্ৰ। ইলেকচনৰ সময়ত মুঠিয়ে মুঠিয়ে ধন বিলাই নিজৰ ৰায়তক ধমকি দি মুঠিয়ে মুঠিয়ে ভোট আদায় কৰি নিৰ্ব্বাচনত জয়যুক্ত হোৱা কথা ৰাইজে পাহৰি গ'ল। ৪২'ৰ স্বাধীনতাৰ গণ-আন্দোলনত এওঁৰেই বৃটিছৰ গোৱেন্দাগিৰি কৰিছিল, সেই কথা কাৰো মনত নপৰিল। হাতচাপৰিৰ জাউৰি উঠিল। মুখত কোৱা এটা আৰু কামত কৰা যে অন্য এটা কথা তাক ভাবিয়েই নাচালে। কিন্তু তাৰে ভিতৰবে এজনে এই কথা পাহৰা নাছিল আৰু সেই জনেই হ'ল মাষ্টাৰ ৰবা। তেওঁ লাহেকৈ থিয় হৈ কলে —"সভাপতি মহাশয়, মোৰ এটা প্ৰশ্ন কৰিব লগীয়া আছে, যদি অনুমতি দিয়ে ?" তেওঁৰ কথাত সভা নিতাল মাৰিলে। "কওক কি প্ৰশ্ন আছে, কোনো বাধা নাই" সভাপতিয়ে কয়। ৰবাই ক'লে— "আপুনি যে কৈছে খেতিৰ মালিক খেতিয়ক আৰু কাৰখানাৰ মালিক বনুৱা তেনেহলে প্ৰথমতে আপোনাৰ দুইহেজাৰ বিঘা মাটিকে সকলো ৰায়তৰ মাজত ভগাই দিয়া হওক। কাৰণ উপদেশতকৈ আৰ্হি ভাল। আপোনাৰ কি মত ?" হঠাতে এনে প্ৰশ্ন ৰাইজৰ পৰা আহিব বুলি তেওঁ ভবাই নাছিল। তেওঁ অপ্ৰস্তুত হৈ গ'ল। ৰাইজে ব্যগ্ৰ হৈ চাই ৰ'ল কি উত্তৰ দিয়ে! অলপ পৰ পিচতে তেওঁ কলে—"মাটি মোৰ নহয়— পিতাৰ। গতিকে মই দিয়কৈ কোন ? তেওঁৰ মাটি বিলাই দিয়কৈ মোৰ কি অধিকাৰ আছে ?"

ৰবা—"তেন্তে তেওঁৰ টকা খৰচ কৰি পঢ়া-শুনা কৰিবলৈ আপোনাৰ কি অধিকাৰ আছিল ?"

—"ই মোৰ উত্তৰাধিকাৰৰ দাবী।" সভাপতিৰ জিভৰি জিভৰি খং উঠে। ৰবাই কয়—"খৰচ কৰিবৰ সময়ত উত্তৰাধিকাৰ, দিয়া দিবৰ পৰত একো নহয়। ই কেনে কথা ?" [illegible] কিন্তু দিয়াৰ বেলিকা ?" সভাপতিৰ খং উঠে। [illegible]

হুকুম দিয়ে “তুমি মনে মনে থাকা, মই তোমাক নিষেধ কৰিছোঁ। মিছামিছি তৰ্ক নকৰিবা। তুমি একো নাজানা।”

বাইজৰ মাজত হৈ-চৈ উঠে ; নানাজনৰ নানা মত। হুলস্থূলৰ সৃষ্টি হ’ল। ৰবা ৰহি পৰিল। সভাপতিয়ে হাত ডাঙি গণ্ডগোল দমাবলৈ চিঞৰিবলৈ ধৰিলে। বাইজৰ মাজত এবাৰ যি গণ্ডগোল উঠিল সি আৰু মাৰ নগল। গণ্ডগোল বাঢ়ি গ’ল ; কাৰো মাত কতো নুশুনি। কেৱল চিঞৰ—বাখৰ। সভাপতিৰ ল’ৰা-ছোৱালীৰ পেপুৱা লাগিল। এক মুহূৰ্ত্তৰ ভিতৰতে ওলট-পালট হৈ গ’ল। ৰবাৰ কথা অনেক মানুহে সমৰ্থন কৰিলে। সকলোৱে কুৰাকুই কৰি ঠেলা হেচা লগাই দিলে। বহুত সময় পিছত অলপ শাম কাটিল। ইফালে গধূলি হ’ল। এনেতে পশ্চিমফালৰ পৰা মেঘৰ গাজনি আহিল। লাহে লাহে বতাহৰ আগ মেলিলে। বহুত আগৰে পৰা মেঘ উঠিছিল কিন্তু গণ্ডগোলৰ কাৰণে কোনেও একো গমকে পোৱা নাছিল ; এতিয়া গণ্ডগোল মাৰ যোৱাত গম পালে। লাহে লাহে বতাহ বলিল, ৰথমুণ পৰিল। চাওঁতে চাওঁতে মেঘে আকাশ ওন্দোলাই পেলালে। বতাহ-ৰথমুণ ক্ৰমে বেচি হৈ আহিল। লাইট লৈ মানুহ আহিব নোৱাৰিলে। সভাপতিয়ে ছেগ চাই সভা ভঙ্গ কৰি দি ল’ৰা-ছোৱালী হাতৰ হাতত ধৰি চেক্ৰেটাৰীৰ ঘৰলৈ লৰ দিলে। ইতিমধ্যে বাটতে ৰথমুণ টানকৈ আহিল। ঘৈণীয়েক অলপ বেচি শকত আছিল, বাটত পিছল খাই পৰি গ’ল। কোনোমতে তেওঁলোকে গৈ চেক্ৰেটাৰীৰ ঘৰ পালেগৈ। মানুহবোৰ ছিৰাছিহি ভাগি গ’ল। তিতি-বুৰি আহি তেওঁলোকে চেক্ৰেটাৰীৰ ঘৰত কানি-কাপোৰ সলাই মেলি দিলে। নতুন নগৰকৈ চেক্ৰেটাৰীয়ে বিছনা যোগাৰ কৰি দিলে। ছয়, সাত জন মানুহে তেওঁক শুশ্ৰূষা কৰিব ধৰিলে। লাহে লাহে হুছিৰ যোগাড় চাহ-জলপান আহিল।

এনে খুৱাই-উঠি সভাপতিয়ে চেক্ৰেটাৰীক ক’লে “চেক্ৰেটাৰী বাবু, আজি আৰু আগে... বাঢ়ি ...আঠ বজাত ট্ৰেইন। এতিয়া

প্ৰায় সাত বাজিল ; কিন্তু আপুনি আমাৰ সোনাকণৰ মাকক এবাৰ ডাক্তৰক দেখুৱাব। তেওঁ বেয়াকৈ তিতিছে। নিউমোনিয়া হৈ যাব পাৰে। গতিকে আপুনি এতিয়াই গৈ চৰকাৰী ডাক্তৰক লৈ আহকগৈ। দেৰি নকৰিব, আমি আধাঘন্টাতকৈ বেছি সময় ৰ'ব নোৱাৰোঁ।" সভাপতিৰ কথা শুনি চেক্ৰেটাৰীয়ে শুশ্ৰূষাৰ ভাৰ মেম্বৰ কেইজনক গতাই দি ডাক্তৰখানালৈ গ'ল।

ইফালে মাষ্টৰ আৰু চৌধুৰীয়ে দৌৰি গৈ কোনোমতে মাষ্টৰৰ ঘৰ পালে। কিন্তু ঘটনা দেখি দুয়ো হতবুদ্ধি হৈ গ'ল। বতাহত ভাঙৰ ঘৰৰ চাল এখন উৰি গৈছে। বেমাৰী ঘৈণীয়েকৰ কাষত বহি বহুৱে কান্দি আছে। সি তিতি-বুৰি ভিজা মেকুৰী যেন হৈ আছে। বৰষুণৰ পানী পৰি বেমাৰীৰ বিছনাপত্ৰ তিতি গৈছে আৰু বেমাৰীৰ মাত বোল নাইকিয়া হৈ গৈছে। বেমাৰীৰ গা বৰফৰ দৰে চেঁচা। বহুৰ গাটো চেঁচা পৰি গৈছে। ঘৈণীয়েকৰ অৱস্থা দেখি বৰাই বিবুদ্ধি হৈ থিয় হৈ চাই ৰ'ল। কি কৰা উচিত, মগজত নেখেলালে। তাকে দেখি চৌধুৰীয়ে বেমাৰীৰ শুশ্ৰূষা কৰিলে আৰু কলে—

বৰ অস্থিৰ নহবি বৰা, বেমাৰী বাচি আছে। বৰ এওঁক মই চাই লওঁ। তই সিঘৰলৈ যা বহু। বৰা খৰচোন।" তেওঁৰ আদেশ মতে যন্ত্ৰ-চালিতৰ দৰে গৈ বৰাই ঘৈণীয়েকক ডাঙি দুয়ো ধৰি চোঁকী ঘৰটোলৈ আনিলে। তাত নি শুৱাই দি দুই একুৰা ধৰি বেমাৰীৰ গাত গৰম সেক দিলে। কিছু সময় পিচত চৌধুৰীয়ে কলে—

'বৰা, চাই থাকিলে নহব। ডাক্তৰখানালৈ গৈ চৰকাৰী ডাক্তৰক লৈ আহ ; মই ইয়াত আছোঁ। খুব তাৰাতাৰি। ৰখ এই দহটো টকা।" চৌধুৰীয়ে দহটকীয়া নোটখন জেপৰ পৰা উলিয়াই দিলে। বৰাই নোটখন লৈ চৌধুৰীৰ আদেশমতে ডাক্তৰখানালৈ লৰ দিলে। বিপদ কালত ধৈৰ্য্য হেৰায়। তেওঁ গৈ ডাক্তৰক মাত দিলে। ডাক্তৰ ওলাই আহে। বৰাই একে উশাহে সকলো বিৱৰি কৈ টকা দহোটা টেবুলৰ ওপৰত থৈ ক'লে—"অনুকম্পাং বকৰু সাল. ৰাইলে জেন সাৰী

নাশ হ'ব।" তেওঁৰ উদ্বিগ্নতা দেখি ডাক্তৰ খৰখৰকৈ ওলাল আৰু বেগটো লৈ আহিল। তেওঁলোক দুয়ো ডাক্তৰখানাৰ বাৰাণ্ডাৰ পৰা নামিছে মাত্র এনেতে চেক্রেটাৰী আহি ওলাল আৰু কলে—'ডাক্তৰ বাবু, এই মুহূর্ত্তে মোৰ তালৈ যাব লাগে। সভাপতি এম. এল, এৰ বৈণীয়েকে ৰৰবুণ জাকত তিতিলে। আপোনাক এই মুহূর্ত্তে যাবলৈ কৈছে। পলম নকৰিব।" চেক্রেটাৰী আহি দুয়োবো আগত থিয় হ'ল। বৰাক দেখি চেক্রেটাৰীৰ খং উঠিল—"এৰে' মিটিং নষ্ট কৰি পেলালে।" তেওঁ যেন শত্রু এনে ভাব। ডাক্তৰে ক'লে—"মই যে বৰাৰ তালৈ ওলাইছো। তেওঁৰ বৈণীয়েকৰ জৰ, তাতে বতাহ বা লাগি ডং নাই-কিয়া হৈছে। আপুনি অলপ ৰহক, মই তৎক্ষণাৎ আহিম।"

চেক্রেটাৰী—"নহয় ডাক্তৰ বাবু, আগতে আমাৰ তালৈ যাব লাগে। তেওঁলোকে আঠ বজাৰ গাড়ীত যাবই লাগিব। আগে মোৰ তালৈ বলক, পিচত যদি খুচি তালৈ যাব। নহলে সভাপতিয়ে মোৰ ওপৰত খং কৰিব।

বৰা—তালৈকে পিচত গলে আপোনাক খংহে কৰিব কিন্তু মোৰ তালৈ পিচত গলে বেমাৰী খতম হ'ব। কোনটো ডাঙৰ চেক্রেটাৰী বাবু?"

চেক্রেটাৰী—"আপোনাৰ কাৰণে আপোনাৰ তিৰোতা ডাঙৰ কিন্তু মোৰ কাৰণে তেখেতে খং কৰা ডাঙৰ। নিজৰ কাৰণে যিটো দৰ্কাৰ সেইটোৱেই ডাঙৰ।"

ডাক্তৰ মহাচিন্তাত পৰিল। ডাঙৰ মানুহৰ কথা, যদি কিবা জৰৰ লাগে তেন্তে চাকৰিটোলৈ টনাটনি। কি কৰে এতিয়া। মাতিব আগে আহিছে আৰু বেমাৰীবো শেষ অৱস্থা, গতিকে তালৈকে যোৱাটো নিতান্ত উচিত। ইফালে ডাঙৰ মানুহৰ আহ্বান—জৰৰ লাগিলে চাকৰি যাব—একালে মুমূর্ষু ৰোগী আৰু আনকালে ডাঙৰ মানুহ। একালে মানৱতাৰ দাবী আনফালে চাকৰিৰ মায়া। কোনটো [illegible]—কোনটো কর্ত্তব্য এবো থিৰ কৰিব নোৱাৰিলে তেওঁ। কোনটো [illegible] তেওঁ। [illegible]

আকুল হৈ উঠিল—"ডাক্তৰ বাবু মই কাকুতি কৰিছোঁ, মোৰ বেমাৰী-জনীৰ অৱস্থা এতিয়ামানে চাগৈ কি হৈছে তাক ভগৱানেহে জানে। মোৰ শেষ অনুৰোধ, সোনকালে বলক।"

ডাক্তৰে চেক্রেটাৰীৰ ফালে চালে। চেক্রেটাৰীয়ে খং অন্তৰেৰে ক'লে—"নিজৰ বাবে চিন্তা কৰিব ডাক্তৰ বাবু! মই আছিলোঁ। মোৰ গাত দোষ নাই।" চেক্রেটাৰীয়ে খং কৰি গুচি গ'ল। ডাক্তৰে অলপ সময় চিন্তা কৰিলে আৰু গৈ থকা চেক্রেটাৰীক চিঞৰি মাত দিলে—"চেক্রেটাৰী বাবু, চেক্রেটাৰী বাবু।" চেক্রেটাৰীয়ে পিচ মুখ দি চালে। ডাক্তৰে ক'লে—"আহকচোন এইফালে, খং নকৰিব।" চেক্রেটাৰী ফিৰি আহিল। ডাক্তৰে বেগটো বাওঁহাতত লৈ সোঁহাতেৰে টেবুলৰ পৰা দহটকীয়া নোটখন লৈ ববাৰ হাতত গুজি দিলে আৰু ক'লে—"ববা, আপুনি যাওঁক, তাৰ পৰা মই বাহিৰে বাহিৰে আপোনাৰ তাতলৈকে যাম। দেখিলেই নহয়, মই কি কৰিম। হাজাৰ হলেও তেওঁলোক ডাঙৰ মানুহ। আপুনি যাওকগৈ, মই আহিলো।"

ডাক্তৰ গ'লগৈ। আগত চেক্রেটাৰী পিচে পিচে ডাক্তৰ। ববাই অবাক হৈ দহটকীয়া নোটখন হাতত লৈ তেওঁলোক যোৱা ফালে ৰ'লাগি চাই ৰ'ল!

বিষন্নমনে ববা ঘৰলৈ ফিৰিল। ঘৰ পাই দেখে যে চৌধুৰীয়ে মূৰে-কপালে হাত দি তলমূৰা হৈ বহি আছে; আৰু সৰুই ৰোগীৰ ওচৰত বহি হুৰাওবাৰে কান্দি আছে। ববাৰ আৰু বুজিবলৈ বাকী নাথাকিল। বেগাই বৈণীয়েকৰ ওচৰলৈ আহি দুহাতেৰে বৈণীয়েকৰ মুখখন দুহিখৰি চিঞৰি মাৰি দিলে—"উহ! মোৰ মৰমৰ ভনী! মই অহাৰ আগতে তুমি মোক এৰি গলা। উহ! ভগৱান!"

শ্ৰেণীহীন সমাজৰে ইয়ো এটা ৰূপ হ'বলা? ●

# এইখন আমাৰ সমাজ

দেশখন খালে ; এই চৰকাৰী কৰ্মচাৰীসকলেই দেশখন খালে। ভেঁটি খাই দেশখন নষ্ট কৰিলে। আমাৰ চৰকাৰ ভেঁটিখোৰ চৰকাৰহে হৈছে। আজিকালি সামান্য এটা কামৰ বাবে অফিচলৈ গ'লেই কৰ্মচাৰীক ভেঁটি দিব লাগে, ভেঁটি নিদিলে একো কাম নহয়। চৰকাৰৰ কৰ্মচাৰীসকলক দৰমহানো কিয় দিছে ? বাইজৰপৰা উপৰি পাওনালৈয়ে দেখো সিহঁত চলিব পাৰে ; দৰমহা দিয়ে কিয় ? দেশখন খালে। ভাৰতে স্বাধীনতা পালে নে কৰ্মচাৰীয়ে ভেটি খাবলৈ স্বাধীনতা পালে ? ৰাম ! ৰাম ! দেশখন নষ্ট হ'ল। আৰু সহ্য কৰিব নোৱাৰা হৈছোঁ। তুমি কি কোৱা বোপা জগন্নাথ"—ঘনকান্ত মহাজনে প্ৰশ্ন কৰে।

—মইনো কি কম খুৰাদেউ। সঁচাকৈ আমাৰ দেশখন অসৎ কৰ্মচাৰী কিছুমানে নষ্ট কৰিলে। ৰাজভঁৰালৰ ধন আজিকালি ৰাইজৰ ধন। এই ধন অপচয় কৰিব ধৰিছে ৰাজকৰ্মচাৰীয়ে আৰু ৰাইজৰপৰাও অসৎ উপায়ে ধন লব ধৰিছে। নেদেখিছে একোজন সামান্য দৰমহা পোৱা লোকে কেনেকৈ অট্টালিকা সাজিব ধৰিছে ? আমাৰ সমাজখন বৰ বেয়া হ'ল খুৰা। ভেঁটি খোৱা যেনে অপকৰ্ম, ভেঁটি দিয়াও তেনে অপকৰ্ম ; অথচ আমাৰ মানুহে সেই অপকৰ্ম সদায় কৰি যাব ধৰিছে। দৈনন্দিন কাম-কাজৰ মাজতো অন্যায়-অধৰ্ম চলিছে খুৰা, দেশ বেয়াৰ কালে যাব ধৰিছে—আমাৰ সমাজৰ দোষত। আমাৰ সমাজত ভেঁটিখোৰ হ'লেও ধনী হলে লোকে সন্মান কৰে। এয়ে আমাৰ সমাজৰ ডাঙৰ অপৰাধ। এই অপৰাধী সমাজে কি ন্যায় বিচাৰে খুৰা ? আজিকালি সকলো লোকে অপৰাধী, অপকৰ্মকাৰী হ'ল। দেখিলে বৰ দুখ লাগে খুৰা"—জগন্নাথে উত্তৰ দিলে।

—"এৰা পাম, সমাজখন নষ্ট হৈ গ'ল। সমুখতে অন্যায়-অত্যাচাৰ [illegible] মতা-মানুহ কোনো নোহোৱা হ'ল। হায় ! হায় !" আমাৰ [illegible] ?" [illegible]

অলপ ভলকা মাৰি আকৌ কয়—“থাক বহা বোপা, চাহ খোৱা।”

জগন্নাথ মাষ্টৰ আৰু ঘনকান্ত মহাজনে মহাজনৰ বাৰান্দাত বহি কথা-বতৰা হৈ আছে। দুয়োৰো আগত চাহ-লুচি দি যায়। দুয়ো খাই কথা পাতি থাকে। দেশৰ কথা। সাধাৰণতঃ গাঁৱত হাইস্কুলৰ শিক্ষকৰ বাহিৰে আন শিক্ষিত মানুহ, অন্ততঃ ডিগ্ৰীধাৰী লোক নাথাকে—টাউন-চহৰত চাকৰি-বাকৰি কৰি থাকে। গতিকে দেশ আৰু সমাজৰ বিষয়ে আলোচনা হ'ব লাগিলে গাঁৱৰ মানুহে হাইস্কুলৰ শিক্ষকৰ লগতে হ'ব লগা হয়। জগন্নাথ দাস আৰু ঘনকান্ত মহাজনৰ মাজু ল'ৰা ধীৰেণ কলিতা সহপাঠী বন্ধু আছিল হাইস্কুলত। গতিকে জগন্নাথে ধীৰেণহঁতৰ ইয়ালৈ আহি কথা বতৰা হয়। ধীৰেণ আজিকালি অ'ভাৰচিয়াৰ। জগন্নাথে এম. এ. পাছ কৰি গাঁৱৰে হাইস্কুলখনত শিক্ষকতা কৰিছে। ঘনকান্ত কলিতাই আগতে খেতি-বাতি কৰিছিল, এতিয়া ডাঙৰ পুতেক জিতেন গুৱাহাটীৰ ডি, চি, অফিচত অফিচ এচিষ্টেণ্ট্ আৰু মাজু পুতেক ধীৰেণ অ'ভাৰচিয়াৰ হোৱাত টকা-পইচা উভৈনদী হৈছে। সৰু পুতেকে ইঞ্জিনিয়াৰিং পঢ়ে। দুখীয়া হৈ থাকোঁতে তেওঁক মানুহে মেটলু বুলি মাতিছিল, এতিয়া পুতেকহঁতে টকা-পইচা আৰ্জি ধনী হোৱাত লোকে ঘনকান্ত মহাজন বুলি মাতে। ঘৰ পকা কৰিছে। চাৰিওফালে ইটাৰ বেৰ দিছে চৌহদত। দেখাত এঘৰ ধনী মানুহ। বহু টকাও ধাৰলৈ দিছে। সুত বাবদ বহু টকা পায়। আজিকালি মেটলু ওৰফে ঘনকান্ত মহাজন গাঁৱৰ মেলুৱৈ। গতিকে দেশৰ কথা দুয়োৰে আলোচনা কৰা মানুহ আছিলেই যাতে লোকে তেওঁক জনা-বুজা লোক বুলি জ্ঞান কৰে তাৰে চেষ্টা কৰে।

দুয়ো চাহ খাই উঠিল। বুঢ়াই দেশৰ কথা এৰি [illegible] মেল আৰম্ভ কৰিলে। জগন্নাথক সুধিলে—“বোপা জগন্নাথ, তোমাৰ [illegible] কেনে হৈছে এতিয়া? দৰমহাৰ টকাৰে খাবলৈ, [illegible]?”

দৰমহাৰ টকাৰে কোনোমতে চলিছোঁ [illegible]। বুঢ়াই [illegible] কৰি কোনোমতে [illegible] খাই [illegible]

নাই ; কাৰণ আমি কম দৰমহাৰ চাকৰিয়াল, জানেই দেখো ।"

"দৰমহানো কিমান পোৱা ?"

"দুই হাজাৰ ।"

—দৰমহা দেখো বহু বেছি । আমাৰ খীবেনে দৰমহা সকলোখিনি মিলি ন-শমানহে পায় । পিছে তোমাৰ কিবা বাহিৰা পইচা আছে নে নাই ?"

মাষ্টৰৰ আকৌ বাহিৰা পইচা কি থাকিব খুৰা ? টিউচন্ কৰিলে অলপ পাব পাৰি ; কিন্তু মোৰ সময়ে নুকুলায় । তাৰ উপৰি গাঁৱত টিউচন প্যাবলৈ নাই ; পালেও খুব কম পইচা দিয়ে । দিবনো ক'ৰপৰা ? ল'ৰা-ছোৱালীৰ মাচুলখিনিকে যোগাৰ কৰিব নোৱাৰে গৃহস্থই । আজিকালি গাঁৱৰ মানুহৰ অৱস্থা দেখিছেই দেখো ? গতিকে বাহিৰা একো নাই ।

– "মই টিউচন কৰা পইচাৰ কথা কোৱা নাই, কাৰণ ঘৰত দৈ ল'ৰা পঢ়াব লাগিলে কি বাহিৰা পইচা হ'ল : ইটো পাৰিশ্ৰমিকহে ? মই কৈছোঁ—কিবা উপৰি পাওনা আছে নে নাই ।"

"ভেটিৰ কথা কৈছে নেকি ?"

—"হয় ।"

—মাষ্টৰৰ আকৌ ভেটি কি ?

—ভেটি খোৱা চাকৰি কৰিব নোৱাৰিলে আজিকালি চলিবা কি ৰকমে ? শিক্ষক চাকৰিত ভেটি নাই দেখি মাষ্টৰসকল দুখীয়া । দৰমহা বেছি দিলে কি হ'ব ? বাহিৰা দুপইচা নাথাকিলে কোনেও আজিকালি চলিবা ৰকমে চলিব নোৱাৰে । তোমাৰ চাকৰিটো একো ভাল নহয় । এম, এ, পাছ কৰি তাতকৈ যদি থাকিলেকে নোপোৱা ; তেনেহলে ইমান ডাঙৰ ডিগ্ৰী কিয় লাগে হে বাপু ? আমাৰ খীবেন অ'ভাৰছিয়াৰ, বিদ্যা কম, দৰমহাও কম ; কিন্তু লেখেপিছা বাহিৰা পইচা কিমান পায় ? তোমাৰ [illegible] [illegible] এবেলাৰ [illegible] এদিনতে পায় । [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] [illegible]

দৰে অফিচ এচিষ্টেণ্ট হোৱাগৈ। সি মেট্রিক পাছ কৰি কেৰাণী হৈ আজি কিমান টকা আৰ্জে! দৰমহা কম, তোমাতকৈ বহু কম; কিন্তু ঘৰলৈ প্ৰতিমাহে তোমাৰ দৰমহাৰ দুগুণ টকা আনে। তুমি কি ভাল চাকৰি কৰিছা? এই চাকৰি এৰি দিয়া বোপা। তুমি চহৰত গৈ বেলেগ চাকৰি কৰাগৈ—য'ত দুপইচা বাহিৰা পোৱা হয়। মিছামিছি ইয়াত এই চাকৰি কৰি জীৱনটো নষ্ট নকৰিবা। আজিকালি টকা-পইচা নহলে কি মানুহ বোলাবা? মাষ্টৰী চাকৰি একো ভাল নহয়—পইচা নাই।"

—মাষ্টাৰী চাকৰিত পইচা নহলেও শান্তি আছে খুবা। মই চাকৰি কৰি ভেঁটি খাব নোৱাৰিম। ইয়াক মই ঘিণ কৰোঁ।

—ভেঁটি খাব নোৱাৰিলে ধন ঘটিবা কি ৰূপে? আৰু ধন নহলে সমাজে তোমাক খাতিৰ কৰিব কিয়? তুমি ঘিণ কৰিলে কি হ'ব? আজিকালি সমাজ এনে ৰকমে চলিছে ই। তুমি সময়ৰ লগত খোজ মিলাব নোৱাৰিলে নিজে পিছ পৰিবা।

—হলেও মোৰ এটা আদৰ্শ আছে খুবা।

—থৈ দিয়া তোমাৰ আদৰ্শ। আদৰ্শনো এটা কি বস্তু? যেতিয়া যেনে সুযোগ আছে, তাক গ্ৰহণ কৰিব লাগে। তাকে কৰিব নোৱাৰিলে তোমাক কোনে ধন হাতত তুলি দিব। ভুল কৰিছা বোপা, এই আদৰ্শ-তাদৰ্শ বাদ দি এই চাকৰি এৰি তুমি এটি সুবিধাজনক চাকৰি কৰাগৈ। তোমাৰ বিদ্যাও অধিক। সুবিধাৰ চাকৰি এটি পাবা [illegible]। আজিকালি আমাৰ বীৰেনৰ তলৰ মহৰিসকলেই যোলে হাজাৰ-পাঁচশ টকা উপাৰ্জন কৰে। গতিকে তুমি এটা মহৰিৰ যোগ্যও নোহোৱা নে।

অমল আগতে আপুনিয়ে যেয়ো ভেঁটি খোৱা কথা বেয়া বুলি কৈছিল খুৰা; এতিয়া আপুনিয়ে সমৰ্থন কৰিছে নে?

—এই যেনেকৈ কৰাছে কৈছোঁ [illegible] কথা [illegible]। [illegible] মানুহে [illegible] নহলে চলিব [illegible]

নিজৰ কথা সম্পূৰ্ণ বেলেগ। মই তোমাক সৎ উপদেশ দিছোঁ। তোমাৰ লগত একেলগে মেট্ৰিক পাছ কৰা বন্ধুই কিমান ধন আৰ্জিব ধৰিছে আৰু তুমি কিমান আৰ্জিছা এবাৰ বিজনি কৰি চাইছা নে? গতিকে মোৰ কথা শুনা, তুমি শিক্ষকতা বাদ দি অন্য চাকৰি কৰাগৈ।

—বাৰু দেখা যাওক কি হয়। এতিয়া মই উঠোঁহে খুৰা।

—অ, তামোল খালা নে?

—হয়, খালোঁ খুৰা।

—ভাল বাৰু, আহি থাকিবা। তোমাৰ লগত কথা হ'লে ভাল লাগে। পিছে তুমি চাকৰি এটাৰ চেষ্টা কৰা।

—চাওঁচোন বাৰু। এতিয়া উঠোঁহে।

জগন্নাথ উঠিল। মহাজনে এটা তাচ্ছিল্যৰ হাঁহি মাৰিলে—খাবলৈ নাপোৱা মাষ্টৰ। ইহঁতৰো বোলে কিবা আদৰ্শ আছে হাঃ হাঃ!

অন্তৰত গম্ভীৰ বেদনা লৈ উলটিল জগন্নাথ। মনত হতাশতাৰ আহিল—এইখনে আমাৰ সমাজ। সকলোৱে দেশৰ অন্যায়-অত্যাচাৰৰ বিৰুদ্ধে কয়; কিন্তু প্ৰতিজনে নিজে হলে তাতে লিপ্ত। সমাজৰ অন্যায়ৰ বিৰুদ্ধে আঙুলিয়াই দিয়া সকলেই দেখো সমাজৰ অন্যায় কৰে অধিক। তেনেহলে এই সমাজখন শুদ্ধ হ'ব নে কোনোবা দিনা?

মাষ্টৰৰ মনত বিৰাট প্ৰশ্ন—এইখনে আমাৰ সমাজ!

পিচদিনা খাতিপুৰা ধীৰেণ ঘৰলৈ আহিছে। পিতাকৰ হাতত টকা পাচ হেজাৰ দি কলে—"আজিকালি অফিচত বৰ অসুবিধা হৈছে পিতা। গড়কাপ্তানি বিভাগৰ ওপৰত চিৰেজিৰ বৰকৈ চকু পৰিছে। আমাৰ ইঞ্জিনিয়াৰ চাহাবক নিলম্বিত কৰিছে মিছা বিল গুটী কৰি টকা খোৱা বাবে। আমাৰ ওপৰতো লেনচকু। এতিয়া আগৰ দৰে ভেটি পোৱা বা লোৱা বিপজ্জনক হৈছে। গতিকে নিজৰ কথাই তিনি এতিয়াৰ পৰা পাচ হেজাৰকৈ দিব "[illegible]—[illegible] মানৰ [illegible] কৰি।

মই কলে জানো মানিব? মই কম, কিন্তু নামানিব। মহা সমস্যা হ'ল। নিদিলেও মৰণ, দিলেও মৰণ। দেশত কিযে এটা অৰাজকতা আহি পৰিছে। মহা সঙ্কট। এনেভাবে মাহে মাহে পাচ হেজাৰকৈ দিব লাগিলে দেখো ঘৰৰ সকলো সম্পত্তি শেষ হব। কি কৰা যাব ভাবিয়ে পাৰ পোৱা নাই।" মহাজনে পুতেকৰ পৰা টকাৰ বাণ্ডিলটো লৈ ঘৰৰ ভিতৰ সোমাল। পুতেকেও পাকঘৰলৈ গৈ চাহ খালে।

গধূলি মহাজনৰ ঘৰলৈ মাষ্টৰ আহিল. মহাজনে আনদিনৰ দৰে মৰম কৰি বহিব দিলে।

তেতিয়া গধূলিৰ আন্ধাৰ নামি আহিছে। এনেতে এখন মটৰ চাইকেলত উঠি দুজন ডেকাল'ৰাই আহি মহাজনৰ চৰাঘৰত সোমাল। মহাজনে দুয়োকো বহিব কলে—"বহা।"

"সোনকাল কৰক। আজি পাচ তাৰিখ পালে।"

"হব। হব। অলপ বহা; মই আনিছো।" মহাজন ঘৰৰ ভিতৰ সোমাল আৰু টকাৰ বাণ্ডিলটো আনি ডেকাজনৰ হাতত দি কলে—"পাচ আছে। এইবাৰৰ পৰা পাচ দিব নোৱাৰিম; দুইহে দিব পাৰিম। ধীৰেণৰ হাত বন্ধ হৈ গৈছে। গতিকে দুই কৰিহে দিব পাৰিম।"

ডেকাজনে চকুপকাই কলে—"নহব। পাচ দিবই লাগিব। কিজানি তিনিমাহ পিচৰ পৰা দহকৈহে দিব লাগিব। ওপৰৰ অৰ্ডাৰ।"

"নাপালে কেনেকৈ দিম?"

"ঘৰৰ সম্পত্তিৰ পৰা দিব লাগিব। আমি একো নুবুজো।"

এইবুলি কৈ ডেকা দুজন উঠি গ'ল আৰু মটৰ চাইকেলত উঠি অদৃশ্য হৈ পৰিল। সিহঁত দুজন যোৱাৰ পিচত মাষ্টৰে সুধিলে—

"এওঁলোক কোন খুৰা?"

বৰ বিৰক্তিৰে কলে—"এই কোন হব আৰু, কি এটা সংগঠন অন্যায়ৰে মাহে মাহে আমি টকা দি থাকিব লাগে।"

"কি সংগঠন ?"

"কব নোৱাৰো বোপা। কিবাবোলে দেশৰ কামত লাগিছে। টকা দিব লাগে। নাজানো দেশৰ কি কামত টকা লাগে। দেশৰ কামতে খৰচ কৰে নে নিজৰ ঘৰৰ কামতে খৰচ কৰে কেনেকৈ জানিম।"

"তেনেহলে নিদিব। যদি টকা কিহত খৰচ কৰে তাকো কব নোৱাৰে তেন্তে নিদিব।"

"বাপৰে বাপ। নিদিলে ৰক্ষা আছে জানো ? গুলীয়াই মাৰিব। দিবই লাগিব। ইহঁতৰ ভয়ত আমাৰ টোপনি নাই। সুখেৰে এমুঠি ভাত খাব নোৱাৰো। মাহে মাহে পাচ হেজাৰকৈ টকা দিব লাগে। কি অন্যায় দাবী। কিন্তু আমি নিৰুপায়। ভয়তে সকলোৱে দিয়ে।"

"এবাৰ নিদিবচোন কি কৰে চাওঁ ?"

"দেখা নাই, দিনে দিনে কিমান মানুহ মাৰি আছে। আমাৰো একে গতি হব।"

"দেশৰ মহা সমস্যা হৈছে। দেশ সন্ত্ৰাসবাদত নিমজ্জিত হৈছে। ভৱিষ্যৎ অন্ধকাৰ। ডেকা ল'ৰাসকল বিপথে পৰিচালিত হ'ল।"

"এইবোৰৰ কাৰণে আমাৰ সমাজেই দায়ী। আজি সমাজৰ সকলোশ্ৰেণীৰ মানুহে টকামুখী হৈছে। ভেঁটি-ভুটা খাই অন্যায়কৈ ধন ঘটাতো একো বেয়া কাম বুলি নাভাবে। ফলত সমাজত দুৰ্নীতিয়ে সকলোকে গ্ৰাস কৰিছে। তাৰ বাবে ডেকাসকলৰ এচামে দুৰ্নীতিৰ বিৰুদ্ধে দুৰ্নীতিকে আৰম্ভ কৰিছে। ধমক দি, জোৰ-জুলুম কৰি বন্দুক দেখুৱাই ধন আদায় কৰিব ধৰিছে।"

"ইয়াৰ শেষ কেতিয়া হব বোপা ?"

"যেতিয়া সকলো মানুহে দুৰ্নীতি নকৰিম বুলি শপত খাই সুনীতিত চলিব তেতিয়াহে এই বিলাক দুৰ্নীতি আঁতৰি যাব।"

"বোধহয় আমাৰ জীৱিত কালত ই বন্ধ নহব বোপা। আমি অশান্তিতে জীৱনপাত কৰিব লাগিব।" এইবুলি কৈ মহাজনে এটা দীঘল হুমুনিয়াহ কাঢ়িলে। তেওঁৰ চকুৰে দুধাৰি চকুলো বৈ আহিলে।

মাষ্টৰে বেজাৰ মনেৰে কলে, "দুখ কৰিলে কি হব খুৰা। আজি দেশ দুৰ্নীতিত লিপ্ত। গতিকে কাৰো কতো সুখ-শান্তি নাই। পাপৰ পৰিণাম ভোগ কৰিবই লাগিব।"

মাষ্টৰে লাহে লাহে উঠি আহিল আৰু মহাজনে বাটলৈ আহি আগবঢ়াই থলে। শেষত কলে—"তুমিয়ে ভাল কৰিলা বোপা, ভেঁটি-ভুটা নোখোৱা চাকৰি কৰি নিৰাপদে থাকিব পাৰিছা। মোৰ ল'ৰাছুজনৰ বাবে বৰ ভয় হৈছে। লোকৰ টকা আনি লোকক দিব লগা হৈছে; নিজৰ কি লাভ? কেৱল অশান্তিহে।"

মাষ্টৰে নামাতিলে। তেওঁৰ বেজাৰো লাগিল আৰু আনন্দও লাগিল।

# এইজন আমাৰ নেতা

ৰাজহুৱা মিটিঙত জননেতা গৰাকীয়ে বক্তৃতা দিছে—“সমাজবাদী সমাজে আমাৰ লক্ষ্য। আমি এনে এখন সমাজ ৰচনা কৰিম—য'ত নাই শোষণ, য'ত নাই উৎপীড়ন আৰু যিখন সমাজত নাই—ধনী-দুখীয়া, উচ্চ-নীচ আদিৰ ভেদভাৱ। আমি আমাৰ মাজৰ পৰা লাভখোৰ, চোৰাং বেপাৰীসকলক বাহিৰ কৰি উলিয়াই আনি খোলা ৰাস্তাত সকলোৰে আগত সিহঁতৰ দুষ্কাৰ্য্যৰ প্ৰায়শ্চিত্ত কৰাম বেত্ৰাঘাতেৰে। সিহঁতক আমি ৰাজহুৱাভাৱে অপমান কৰিম আৰু সিহঁতৰ অন্যায়ভাৱে উপাৰ্জ্জন কৰা ধন কাঢ়ি আনি শোষিত, নিষ্পেষিত, অৰ্দ্ধাহাৰী লোকক বিলাই দিম।”

ৰাইজৰ হাততালি পৰে। জননেতা গৰাকীয়ে দুগুণ উৎসাহেৰে পুনৰ কবলৈ ধৰে—“ৰাইজসকল! আপোনালোকে নিশ্চয়কৈ জানিব, আমি সমাজবাদী সমাজ গঠন কৰিমেই। আমি দুখীয়া-নিছলাকো নিজৰ নিম্নতম চাহিদাখিনি পূৰণৰ সুযোগ দিমেই। আপোনালোকৰ ভিতৰত যিসকল দৰিদ্ৰ জনতাক শোষণ কৰি লাখপতি, কোটিপতি হৈ সুখ-আৰামেৰে সংসাৰ উপভোগ কৰি আছিছে; তেওঁলোকৰ অৱস্থাও আপোনালোকৰ পৰ্য্যায়ত পেলাম। কেৱল আপোনালোকে আমাক সহায় কৰক, আমাৰ লগত হাত মিলাওক; আমাৰ দলক ভোট দি নিৰ্ব্বাচনত জয়যুক্ত কৰক। আমি চৰকাৰ গঠন কৰিব পাৰিলে নিশ্চয় জানিব—আমি আমাৰ প্ৰতিশ্ৰুতি ৰক্ষা কৰিম আৰু আমাৰ সমাজৰ মাজৰ উচ্চ-নীচৰ ব্যৱধান নাইকিয়া কৰি পেলাম। জনগণে আমাক সমৰ্থন কৰা মানে জনগণকে সমৰ্থন কৰা আৰু আমাৰ জয় মানে ৰাইজৰ জয়। (ৰাইজৰ হাততালি) এই ৰাইজক প্ৰতিশ্ৰুতি দিছো যে—এই নিৰ্ব্বাচনত [illegible] আপোনালোকৰ [illegible] জয়ী [illegible] [illegible]

আপোনালোকৰ সমস্ত অভাৱ-অভিযোগ পূৰণ কৰিম। আমাৰ মাজৰপৰা গৰীব জনতাৰ কলিজাৰ তেজ শুহিখোৱা লাভ-খোৰ চোৰাং বেপাৰী আৰু শোষণকাৰী ধনীক শ্ৰেণীক নিৰ্ম্মূল কৰি ৰামৰাজ্য প্ৰতিষ্ঠা কৰিম। সমাজবাদী সমাজেই ৰামৰাজ্যৰ আদৰ্শৰ সমাজ। আমি সমাজবাদ প্ৰতিষ্ঠা কৰিম। আপোনালোকে আমাক ভোট দিয়ক। মোক ভোট দি জয়যুক্ত কৰক; দেখিব—আপোনালোকৰ আগত কৰা প্ৰতিজ্ঞা মই আখৰে আখৰে পালন কৰিম। মোৰ জয়ে দৰিদ্ৰ জনতাৰ জয় বুলি ভাবিব। মই জয়ী হৈ চৰকাৰ গঠন কৰিব পাৰিলে আপোনালোকে ধনীসকলৰ লিষ্ট কৰি মোৰ ওচৰত দাখিল কৰিব আৰু মই সেই সকলৰ সমস্ত সম্পত্তি ৰাজেয়াপ্ত কৰি সিহঁতক পথৰ ভিক্ষাৰী বনাম। গতিকে ৰাইজ, মোক ভোট দি জয়যুক্ত কৰি আপোনালোকৰ সেৱা কৰিবৰ বাবে সুযোগ দিয়ক।"

ৰাইজৰ জয়ধ্বনি। নেতা গৰাকীয়ে ৰাইজক সেৱা কৰি কয়,—"শ্ৰদ্ধেয় ৰাইজ! মই আৰু বেছি পলম কৰিব নোৱাৰিম; বহুত মিটিং আছে। অনেক লোকে মোৰ বাবে অপেক্ষা কৰি আছে। মই তেখেতসকলকো দেখা কৰিব লাগিব। গতিকে আজিৰ বাবে আপোনা-লোকৰপৰা বিদায় লবহে বিচাৰিছোঁ— ক্ষমা কৰে যেন।"

নেতা গৰাকীয়ে হাতযোৰকৈ নমস্কাৰ কৰি মিটিঙৰ পৰা বিদায় লৈ গাড়ীৰ ওচৰলৈ আহিল আৰু গাড়ীত উঠি পুনৰ নমস্কাৰ জনালে। ৰাইজৰ মাজৰ পৰা বহুত উপনেতা মটৰৰ কাষলৈ আহি হঁাহি হঁাহি প্ৰতি নমস্কাৰ জনাই বিদায় দিলে। নেতা গৰাকীয়ে মটৰ চলি যোৱাৰ লগে লগে কপালৰ ওপৰত দুহাত বান্ধি নমস্কাৰ কৰিয়ে গৈ থাকিল। নিৰ্ব্বাচনৰ সময়ত প্ৰাৰ্থীসকলৰ দুহাতত যেন পেকিং গজাল মাৰি হাত দুখন হাতযোৰ কৰি কপালৰ ওচৰতহে থয়; কাৰণ তেওঁলোকক হাতযোৰ কৰি থকাহে প্ৰায়ে দেখা যায়। ভাৰতৰ সাধাৰণ নিৰ্ব্বাচনত প্ৰাৰ্থী হৈ নামি গাৱেঁ-ভূঁয়ে নেতাসকলে মিটিং কৰি বক্তৃতা দি ফুৰে। আজিও একবাৰী বিশিষ্ট সমাজ নেতা আৰু বলীৰ ৰাজনৈতিক জুলুক

মাজহুৱা মিটিং কৰি বক্তৃতা কৰি গ'ল। বাইজৰ মাজত তেওঁৰ বক্তৃতাই নানা ক্ৰিয়া-প্ৰতিক্ৰিয়া কৰিলে।

* * *

বাতিপুৰাতে নেতা গবাকীৰ ঘৰত উপস্থিত হ'ল কিষাণমল। তেওঁৰ ডাঙৰ কাৰবাৰ। গেলামালৰ দোকান আছে। বৰ ধনী মানুহ। কিষাণমলক দেখি নেতা গবাকীয়ে নমস্কাৰ জনালে—"প্ৰাতঃ নমস্কাৰ মহাজন বাবু।

প্ৰতি নমস্কাৰ কৰিলে মহাজনে—"ৰাম ৰাম চাৰ।"

—"আহক বহক।"

মহাজন বহে। বকৰাই হাঁহি মাৰি বহি সোধে—"বাতিপুৱাতে যে ওলাল?"

—মনত বৰ দুখ লাগিছে আহিলোঁ। চাৰ।

—কি দুখ? কিবা হ'ল নেকি?

—কিনো হ'ব। যোৱাকালি আপোনাৰ বক্তৃতাই মোক বৰ চিন্তিত কৰিলে চাৰ।

—কি চিন্তিত কৰিলে?

—আপুনি কোৱামতে যদি ধনীসকলক আপোনালোকে সম্পত্তি বাজেয়াপ্ত কৰি পথৰ ভিকাৰী কৰে; তেন্তে আমি কি কৰিম চাৰ? মোৰ বাতি টোপনিয়েই অহা নাই।

—হাঃ হাঃ, ইয়ো এটা কথা নে?"—হাঁহি হাঁহি নেতা গবাকীয়ে কয়।—"মই মিটিঙৰ বক্তৃতাহে দিছোঁ। বক্তৃতা দিয়া বেলেগ কথা আৰু কাম কৰা এটা বেলেগ কথা। সমাজৰ মানুহৰ মনঃপুত কথা মিটিঙত কবই লাগিব; তেহে ভোট দিব। তাৰ পিছত সেইমতে কাম কৰিলে মোক সমাজে টকা দিবনে? মোৰ ইলেকচন চলাই দিব নে? টকা নহলে জানো ইলেকচনত জয়ী হব পাৰি? সমাজেতো টকা দি সহায় কৰিব নোৱাৰে; এবং নানা অনুষ্ঠানৰ নামত মই মোৰ পৰা টকা দিয়া নাইনে? মোক সহায় কৰিব লাগিলে আপোনালোকৰ দৰে ধনী মানুহে

সহায় কৰিব লাগিব। গতিকে মই ধনী মানুহসকলক উচ্ছেদ কৰি নিঃসহায় হ'ম নে? আপুনি নিশ্চিন্ত থাকক। সেইটো আমাৰ থিয়ৰিহে, প্ৰেক্‌টিকেল নহয়; বৰং প্ৰেক্‌টিকেলত তাৰ বিপৰীত ৰূপহে দেখা পাব। আপুনি একো চিন্তা নকৰিব। মই আপোনালোকক ৰক্ষা কৰিম যদি আপোনালোকে মোক ইলেক্‌চনত সহায় কৰে।"

—তেন্তে সমাজবাদ কেনেকৈ প্ৰতিষ্ঠা কৰিব?"—হাঁহি মাৰি সোধে মহাজনে।

—সমাজক বাদ দি সমাজবাদ তৈয়াৰ কৰিম। সমাজবাদনো এটা কি বস্তু? আমি কেইজনমান নেতাই যি কওঁ আৰু যি ব্যাখ্যা দিওঁ সেয়ে সমাজবাদ হ'ব। সমাজে কি বুজে? আপুনি ভয় নকৰিব।"—নেতা গৰাকীয়ে হাঁহি হাঁহি বুজাই দিয়ে।

"আপুনি যোৱাকালি তেনে বক্তৃতা কৰা বাবে মোৰ বৰ ভয় হৈছিল। আপোনাৰ দৰে ৰাজনৈতিক পুৰুষ এজনে যি কয় সেয়ে হয়; গতিকে ভয়ৰ নিশ্চয় কাৰণ আছে।"

"একো ভয় নাই। অৱশ্যে এটা কথাত ভয় আছে। ইলেক্‌চনত মই জয়ী হ'ব নোৱাৰিলে চৰকাৰ গঠন কৰিব নোৱাৰিম আৰু তেতিয়া আমাৰ বিৰোধী দলে চৰকাৰ গঠন কৰিলে কিন্তু আমি সমাজবাদৰ দোহাই দি ধনীক শ্ৰেণীক মৰিমূৰ কৰিমেই; কাৰণ তেতিয়াহে অহাবাৰ আমি ভোট পাম। সেই দেখি এইবাৰ আমাক সহায় কৰক; নহ'লে আমাৰো পৰাজয় আৰু আপোনালোকৰো বিপদ।"

মহাজনে অলপ সকাহ পোৱা যেন পাই মাত লগালে—"কিদৰে আমি আপোনাক সহায় কৰিব পাৰোঁ কওক?"

—টকাৰে। টকাৰ শকত পুঁজি এটা পালে আমি নিৰ্বাচন চলাব পাৰিম। গতিকে আমাক টকা দি সহায় কৰক।

—কিমান টকা লাগে?

[illegible]

এজনৰ ইলেক্চন বৰ টান হয়। গতিকে একোজন মন্ত্ৰীয়ে প্ৰায় লাখ টকা খৰচ কৰিব লাগে। এম-এল-এ হলেও আজিকালি পঞ্চাছ হাজাৰমান খৰচ কৰিব লাগে। তেনেস্থলত মন্ত্ৰীৰ ক্ষেত্ৰত নিশ্চয় তাৰ দুগুণ হবই। আজিকালি টকা নিদিলে মানুহে ভোট নিদিয়ে। অনুষ্ঠানৰ নামত টকা বিলাব নোৱাৰিলে ভোট নাপায়।

—বিছ হাজাৰ বা পঁচিছ হাজাৰ টকা আপোনাক দিয়াত একো আপত্তি নাই চাৰ। পিছে........

—পিছে কি?

—ইলেক্চনত জয়ী হৈ আপুনি মন্ত্ৰী হলে মোৰ পইচাখিনি উঠাই লোৱাৰ সুযোগ এটা দিব লাগিব চাৰ।"—হাত মোহাৰি মোহাৰি অনুনয়ৰ সুৰত কয়।

অতি আগ্ৰহেৰে নেতা গৰাকীয়ে সোধে—"কেনে সুযোগ?"

—এই ধৰক, চেনি বা মিঠাতেলৰ কথাকে কওঁ চাৰ। চেনি, মিঠাতেলৰ দাম বেচিকৈ লোৱাত অন্ততঃ এমাহমান সুবিধা দিব লাগিব চাৰ।

এমাহ নোৱাৰিম; কাৰণ বাইজৰ বৰ আপত্তি হ'ব। অৱশ্যে এপখ সময় দিব পাৰিম। চেনি, মিঠাতেলৰ দাম পোন্ধৰ দিন বেছিকৈ উঠালেই আপোনাৰ টকা উঠিও বহু লাভ হ'ব; আমিও এনকুৱাৰী কমিচন বহুৱাই অনুসন্ধান কৰোঁতে লেহেম কৰি কোনো ৰকম পোন্ধৰ দিন পাৰ কৰি দিব পাৰিম। বাইজৰ ওচৰত যাতে আমি ধৰা নপৰোঁ; তাকো দিহা কৰিব লাগিব নিশ্চয়। গতিকে পোন্ধৰ দিন সময় দিম। আপোনালোকেও ৰেলগাড়ী বন্ধ হোৱা বা তেনে কোনো এটা কাৰণ উপস্থিত হলেহে সুযোগটো গ্ৰহণ কৰিব। স্বাভাৱিক সময়ত তেনেকৈ বস্তুৰ দাম বেছি নকৰিব। তেতিয়া আমি মানুহৰ সমালোচনাৰ হাত সাৰিব নোৱাৰিম।"

—হয় চাৰ। এনেহে মিলেহ হ'ব।

—তেন্তে, এতিয়া টকাখিনি কেতিয়া দিব? দেখিলেই, মই বহু বাবু উ... ইলেক্চন দিছি কৰি মোৰ ... পৰা নাই।

নহলে মানুহৰ মন ঘুৰিব। মই যিমানে বক্তৃতা নকৰো টকা দিব নোৱাৰিলে ভোট হ'লে নিদিব। গতিকে টকাখিনি অতি সোনকালে দি দিয়ক।

—হ'ব চাৰ দিম। পিছে দুদিনমান পলম হ'ব।

—পলম নকৰিব। জানেই নহয় ওস্তাদৰ মাৰ শেষ ৰাতি আৰু মই কওঁ যে ইলেক্‌চনৰ মাৰ আগ ৰাতি অৰ্থাৎ নিৰ্বাচনৰ আগ-দিনা ৰাতি। নিৰ্বাচনৰ আগদিনা ৰাতি টকা বিলাব পাৰিলে ৰাতিপুৱা ভোট পায়, নোৱাৰিলে নাপায়। গতিকে মোক অতি সোকালে দিয়ক।

—হ'ব চাৰ। এতিয়া মই উঠোঁহে। এতিয়াহে মোৰ চিন্তা আঁতৰিল।

—একো চিন্তা নাই। মই থকাত একো ভয় নাই। মোৰ মিটিঙৰ কথা বেলেগ আৰু ঘৰৰ কথা বেলেগ। মোৰ কোৱা কথা বেলেগ আৰু কৰা কাম বেলেগ। তেনে নকৰিলে নেতাগিৰি কৰিব নোৱাৰি। আপুনি নিচিন্ত মনে যাওঁকগৈ।"

মহাজন উঠিল। নেতা গৰাকীয়ে হাঁহি হাঁহি বিদায় দিলে। মহাজনে মনে মনে কৈ গ'ল—"চৰ চালা ধনৰ দাস।"

নেতাজনে মনে মনে ভাবিলে—"বক্তৃতাই বেছ কাম দিলে। আমাৰ সমাজবাদ ৰচনাৰ সুন্দৰ নমুনা।"

# মেলুৰৈ

মানুহজন গাঁৱৰ মেলুৰৈ। গাঁৱৰ প্ৰায়ভাগ বাদ-বিসম্বাদ, চোৰ, জুৱাচুৰি আদি মেলত এইগৰাকী মেলুৰৈক দেখা যায়। গাঁৱৰ মানুহে এইজন মেলুৰৈক পেটে পেটে ঘিণ কৰে; কিন্তু আগত একো কব নোৱাৰে;—কাৰণ মানুহজনে বুদ্ধি-কৌশল কৰি অনেক বিপদত পেলাব পাৰে। তেওঁক মানুহে ভাল পায় কাৰণে মেলত প্ৰতিবাদ নকৰা নহয়; বৰং মানুহজনৰ অসুৰ প্ৰকৃতিৰ কাৰণে বিপদ ঘটাবৰ ভয়তহে মানি চলে। চোৰ, ডকাইত, বদ্‌মাচ প্ৰকৃতিৰ মানুহবিলাকে তেওঁৰ সাহসতে সমাজবিৰোধী কামবোৰ কৰি ফুৰিবলৈ একো ভয় নকৰে। এওঁলোকৰ তেওঁৰ লগত বন্দবস্ত আছে; চুৰি হোৱা মালৰ কিছু অংশ তেওঁক দিব লাগিব। চোৰৰ বস্তু কম দামত বখা নাইবা আধা দামত ৰাখি বিক্ৰী কৰা তেওঁৰ ব্যৱসায়ৰ ভিতৰত। এই ব্যৱসায় কৰিয়ে তেওঁ ধনী হৈছে। এখন দোকানো দিছে—গেলামালৰ। দেখাত সভা-শুৱনি আমহীয়া লোক। সকলোৱে সমীহ কৰি চলে। গাঁৱৰ মেল-মিটিঙত তেওঁৰ ৰায়ে শেষ ৰায়;—সৰ্বোচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশৰ ৰায়ৰ দৰে।

সিদিনা ৰাতি এঘাৰমান বজাত দোকানৰ ভিতৰ কোঠালিটোত ভেকা মানুহ দুজন মাতি নি কিবা আলোচনা কৰি আছে। মেলুৰৈ মহাজনে ক'লে—"চাৰি বস্তা তামোল দিব পাৰিলে মই দুয়োকো দুখ টকা দিম কালিলৈ ৰাতিপুৱাতে। আজি ৰাতিৰ ভিতৰতে আনি মোক দোকানৰ ভিতৰত দিব লাগিব। পাৰিবি?"

মানুহ দুজনৰ মাজৰপৰা আৰু মাই মাত লগালে—"ৰাতিপুৱাৰ আগে আগে আনি দিব লাগিব? বৰ মস্কিল নহ'ব জেন পাইছোঁ?"

মহাজনে মাত লগালে—কিয়?

[illegible]—[illegible] তামোল নাই কাৰো ৰাৰীতে।

[illegible]

কথা হ'ব। তামোল কাৰ বাৰীত আছে মই বিচাৰিম। পিছে অলপ আগধন......

মহাজনে হাঁহি মাৰি কলে—আগধন নিলে যে আধা দামত দিব লাগিব তাক জান নে নাই?

মতি—জানো: তথাপি আজি মোৰ টকাৰ ইমান দৰ্কাৰ হৈছে যে, যি লোকচানে নহওক মোক টকা লাগে। নহ'লে ল'ৰা-তিৰোতা শুকাই মৰিব।

মহাজন—বাৰু লৈ যোৱা আজি এই এশ টকা।

মহাজনে চন্দুকৰ পৰা উলিয়াই এশ টকা তাৰ হাতত গণি দিলে। টকা পাই হৰ্ষচিত্তে ছুয়ো মহাজনক আশ্বাস দি বিদায় মাগিলে! মহাজনে জানে যে ইয়াঁতে টকা নাথায়; যেনেতেনে বস্তু দিব।

পিছ দিনা ৰাতিপুৱাৰ আগ মুহূৰ্ত্ততে ছুয়ো আহি চাৰি বস্তা তামোল দি গ'ল। মহাজনে খৰধৰ কৰি তামোলৰ বস্তা চাৰিটা ভিতৰ সুমুৱাই থৈ হ'াহি মাৰি ছুয়োকো বিদায় দিলে। ইয়'ত ছুয়ো কামখিনি সমাধা কৰি গুচি গ'ল। মহাজনৰ মনত পৰম আনন্দ। এৰাতিৰ ভিতৰতে এশ টকা লাভ।

লাহে লাহে বেলি হৈ আহিল। মহাজনৰ আকৌ বেলি হোৱাতহে শৌচ কৰিব লাগে। প্ৰায় দহোটামান বজাত তামোলবাৰীলৈ শৌচ কৰিবলৈ ওলাল মহাজন—হাতত পানীৰ ঘটী। বাৰীৰ ভিতৰ সোমাই শৌচ কৰিব ধৰিছে; এনেতে ওচৰত হঠাত তামোল কেইটামান দেখা পালে। শৌচ কৰি উঠি তেওঁ তামোল কেইটা লক্ষ্য কৰি তামোলৰ গছবিলাকৰ ফালে নজৰ কৰিলে; দেখিলে গছ ভৰি ভৰি লাগি থকা তামোল গছ কেইজোপাত এটাও তামোল নাই। তালৈকে লক্ষ্য কৰি বুজিব পাৰিলে যে, তামোলবোৰ চোৰে চুৰ কৰি লৈ গৈছে। তেওঁৰ মুখ যেন আন্ধাৰ কৰি আনিলে। শৌচ কৰা ঘটিটো হাতত লৈ তামোল 'লেটুচিয়াৰ' তলাই কৰবালি খোজ কাঢ়ি [illegible] সুমালে।

দোকানত আছি সেই তামোলবোৰ বস্তাৰ তামোলৰ লগত মিলাই দেখে যে সেইবোৰ একে গছৰ তামোল। মহাজনৰ আৰু বুজিবলৈ বাকী নাথাকিল যে তামোল তেওঁৰে বাৰীৰ। খঙত তেওঁৰ মুখ গৰম হৈ উঠিল। মুখেৰে ভোৰ-ভোৰাই গালি পাৰি তামোলৰ বস্তা চাবিটা জাঁৰ কৰি থলে।

—চালা কুকুৰ চোৰহঁতে আৰু চুৰ কৰিবলৈ ঠাই নাপালে। মোৰ বাৰীখনতহে চুৰ কৰিব পাৰিলে। আজি আহক, বাপেকে এশিকনি দিম কুকুৰহঁতক।

আবেলি চোৰ দুজনক মাতি আনি দোকানৰ ভিতৰ কোঠালিত তামোল চাৰি বস্তাৰ কাষত বহুৱাই লৈ মহাজনে ধমকনিৰ সুৰত কলে —তহঁতে আৰু চুৰ কৰিবৰ ঠাই নাপালি? মোৰে বাৰীৰ তামোল-বিলাক আনি মোকে দিছ? তহঁত ইমান বদ্‌মাচ্‌?

আবদুল্লা—গাৱঁত কাৰো গছত তামোল নাই খুবা, সেইকে আপোনাৰ বাৰীৰপৰাই আনিব লগা হ'ল।

মহাজন—তামোল নাই নানিবি; সেইবুলি মোৰে চুৰ কৰিবি নে? এই জানো নিয়ম?

মতি—চুৰ যেতিয়া কৰা হয়, তেতিয়া আৰু আনৰ বা আপোনাৰ কি প্ৰশ্ন থাকিব পাৰে পেহা? য'তে বস্তু থাকে তাৰে পৰা আনিব লাগে, এয়ে চোৰৰ নিয়ম।

মহাজন—তহঁতৰ জানো এই কাম কৰা উচিত হৈছে?

মতি—উচিত হৈছে নে নাই কব নোৱাৰো। আপুনি মেলুৱে, আপুনিয়ে বিচাৰ কৰক।

—মোৰে বাৰীৰ তামোল, মোকে আনি দিছ আৰু মোৰেপৰাই টকা একশ লৈছ। কি চমৎকাৰ কথা। মোৰ টকাশ কিৰাই দে বেগতে।"—খঙত কলে মহাজনে।

এনে সময়তে মতিয়ে কলে—টকাশ কিৰাই পাব নে, নাপাব আপুনিয়ে বিবেচনা কৰক। আপুনি টকা দিছে, আমি বস্তু দিছো। এতিয়া টকা কিৰাই দিয়াৰ কি যুক্তি থাকিব পাৰে?

মহাজন—মোৰ টকা নিবি আৰু মোৰে বাৰীৰ ভাবোল চুৰ কৰি আনি মোকে বিকিবি। ই জানো বিচাৰ?

আবহুল্লা—আপুনি আমাৰ গাৱঁৰ প্ৰধান মেলুৱৈ, বিচাৰপতি। মেল মাতক; আমি ৰাইজৰ ওচৰত জবাব দিম।

মহাজন—মেল নামাতিলে টকা নিদিয়?

আবহুল্লা—মেলৰ বিচাৰত আমি দোষী হলেহে টকা দিব লাগিব, দোষী নহলে আমি পুৰস্কাৰহে পাম। আপুনি অনুগ্ৰহ কৰি মেল মাতক।

—"তহঁত চোৰহঁতে দেশখন খালি।" খঙেৰে কয় মহাজনে।

মতি- (একে ধৰণে খঙেৰে কয়) আৰু আপোনালোকৰ দৰে মেলুৱৈ সকলেই আমাক চোৰ বনালে আৰু চুৰ কৰিবলৈ নিয়োগ কৰিছে। মেলত সকলো কথা ৰাইজৰ আগত খুলি ক'ম; মেল মাতক।

মহাজনে খং আৰু ভয়ত কিংকৰ্ত্তব্য বিমূঢ় হয়। খং উঠিছে ইহঁতৰ অতপালি দেখি আৰু ভয় লাগিছে জানোচা তেওঁৰ সকলো গুমৰ ফাঁক কৰি দি সমাজৰ চকুত হেয় প্ৰতিপন্ন কৰে। ইয়াকে ভাবি তাৰাতাৰি খেদি পঠাবৰ বাবে কৈ উঠিল—টকা নিদিয় যদি ইয়াৰ পৰা আঁতৰি যা।

মতি—আমিতো আঁতৰি যামেই পেহা; পিছে অনুগ্ৰহ কৰি মেলখন মাতক—আপোনাৰ গুমৰ ফাঁক কৰি দিওঁ।

মহাজন—যা যা, গুচি যা ইয়াৰপৰা। মোক টকা নালাগে, মেলো নামতোঁ।

মহাজনে সিহঁতক বিদায় দিয়ে আৰু দোকানৰ গাদীত আহি বহে। তাকে দেখি আবহুল্লাই হাঁহি মাৰি কয়—"গুচিতো যামেই খুৰা; পিছে মেলখন মাতিলে কোন দোষী নিস্পত্তি হৈ যায়। গতিকে মেলখন মাতক।

মতি—আমাৰ গাৱঁৰ ডাঙৰ মেলৱৈ হৈ মেলক ভয় কৰে? বিচমিল্লাহ! এয়ে হ'ল আমাৰ গাৱঁৰ ডাঙৰ মানুহ।

এনেকৈ বাক্যবাণ হানি দুয়ো তকৰ আঁতৰি পৰে।

# দুখন ছবি

আওকণীয়া মনোভাব লৈ যেতিয়া নিজৰ দোষ ঢাকি ৰাখি সমাজত আদৰ্শৰ কথা কবলৈ যায়, তেতিয়াই আত্ম-প্ৰৱঞ্চনা কৰা হয় আৰু ইয়াতেই মানুহৰ আত্মিক পৰাজয় ঘটে; অথচ আমি দিনে-ৰাতি তাকেই কৰি আছোঁ।

সিদিনাৰ এটা সৰু ঘটনাই হেমন্তৰ মনৰ মাজত এটা বিৰাট আলোড়নৰ সৃষ্টি কৰিলে। ঘটনাটো অতি সামান্য। ঘটনাটো ঘটিছিল বিশ্ববিদ্যালয়ৰ হোষ্টেলত। হেমন্তই আবেলি শ্ৰেণীৰ পৰা আহি কানি-কাপোৰবোৰ সলাইছে মাত্ৰ এনেতে নৰেনে আহি হাঁহি হাঁহি তেওঁৰ হাতত ধৰি টান মাৰি কলে—হেমন্ত আহ কেন্টিনলৈ যাওঁ; আজি তোক খুব খুৱাম।

—"কি খুৱাবি?" হেমন্তই প্ৰশ্ন কৰে।

—চাহ, মিঠাই, মাংসৰ চোপ; যি লাগে তাকে পাবি।

—ইমান পইচানো তই ক'ত পালি?

—আজি স্কলাৰশ্বিপৰ টকা পালোঁ নহয়। পিছে ভাই, ধাৰ মাৰোঁতে চাৰিশ গ'ল, বাকী তিনিশহে আছে; সিও বোধহয় এই সপ্তাহতে শেষ হ'ব।

—সাতশৰ চাৰিশ গলেই, বাকী তিনিশহে আছে? পিছে বৃত্তিৰ টকা পালে যে ঘৰলৈ পাঁচশ টকা পঠোৱাৰ কথা আছিল গৰুহাল কিনিবৰ বাবে, কি কৰিলি?

—হালোৱা গৰুহাল কিনাৰ কাৰণে পিতাক পাঁচশ দি সহায় কৰা কথা আছিল; পিছে দেখিছোঁ—এই টকা দিব নোৱাৰিম। বৃত্তিৰ টকা মোৰ খৰচতে [illegible]।

—তোৰ টকাবিলাকৰ গৰুহাল কিনিব বুলি তোৰ [illegible] দিব

ঘৰ আশা কৰি আছে। মোৰ আগতো কৈছিল। গকহাল মৰাত এই শালি খেতিৰ বতবত খেতিখন কৰিব কি ৰূপে যদি তই টকা নিদিয়? ধাৰ-ঋণ কৰি তোক কোনো ৰকমে টকা দি আছে; বৃত্তিৰ টকাখিনি সহায় পাব বুলি ভাবিছে।

—মোৰ বৃত্তিৰ টকাখিনিৰেহে ঘৰ চলাব নে? মই যদি অনুসূচীত জাতিৰ ল'ৰা নহলে'হেঁতেন; তেন্তিয়া তোৰ দৰে বৃত্তি নাপালে কেনেকৈ চলিলে'হেঁতেন মোক কচোন? চৰকাৰে আমাক ছাত্ৰসকলক খৰচ কৰিবৰ কাৰণেহে বৃত্তি দিছে; ঘৰৰ কাৰণেতো দিয়া নাই।

—ঘৰৰ কাৰণে দিয়া নাই সঁচা; কিন্তু গৃহস্থই চলিব নোৱাৰিলে ল'ৰা পঢ়ায় কেনেকৈ? তোক যে মাহে মাহে টকা দিছে, কিতাপ কিনাত টকা দিছে; এইবোৰ পিতাৰাই ধাৰ কৰি আনিছে; নহলে মাটি-বাৰীহীন খেতিয়কে লোকৰ হাজিৰা হিচাপে হাল বাই যি দুইপচা পায়, তাৰেই কোনো ৰকমে ঘৰখনকে চলাব নোৱাৰে। এই কথা তই নিজেই দেখিছ। এতিয়া টকা পাই তই ইচ্ছামতে খৰচ কৰিলে হ'ব নে? তই শিক্ষিত ল'ৰা হৈ নুবুজিলে কোনে বুজাব? যা, তই নিজে খা গৈ; মই তোৰ চাহ নাখাওঁ।

হেমন্ত কলিতা আৰু নৰেন দাস ল'ৰা কালৰে বন্ধু। দুয়ো পাৰ'ৰ কলেজখনৰ পৰাই বি, এ, পাছ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ত পঢ়িছে। একে গাঁৱৰে ল'ৰা হোষ্টেলত থাকেও। হেমন্তৰ কথাত নৰেনে বেজাৰ পালে। তেওঁৰ আনন্দৰ দিনত যেন তেওঁৰ বন্ধুই সহযোগ কৰা নাই। এই চিন্তাই তেওঁৰ মনত অভিমানৰ ভাব আনিলে। গহীন আতেৰে কলে—বাৰু ঠিক আছে।

ইয়াৰ পিছত দুয়ো আঁতৰি পৰিল। মলিন মুখেৰে নৰেন গুচি গ'ল। ... হেমন্তৰ বেয়া লাগিল, কিন্তু তথাপি নৰেনক বিদায় দিলে। আজি কেইবছৰমানৰ পৰা হেমন্তই লক্ষ্য কৰিছে যে, নৰেনে ... এৰি গুৱাহাটীত ফিটফাট কৰিছে আৰু ... বুলি ... বাৰীৰ ... কৰিছে। ...

খৰচ যে বাঢ়িছে, তাক হেমন্তই লক্ষ্য কৰি আহিছে। নাৰীৰ লগত সম্পৰ্ক কৰিব লাগিলে টকাৰ শ্ৰাদ্ধ কৰিবই লাগিব। এইকথা হেমন্তই বুজে ; তাতে আকৌ বিশ্ববিদ্যালয়ৰ ছাত্ৰী। গতিকে খৰচৰ অংক যে গধূৰ হ'ব, তাত কোনো সন্দেহ নাই।

নবেন গ'ল নিজৰ কমলৈ। সন্ধ্যা সমাগত প্ৰায়। এই সন্ধ্যা-সমীৰণত উদ্বেলিত হৃদয় লৈ অভিসাৰিকাবেশীনী উপস্থিত কমলা শইকীয়া। নবেনৰ সমুখতে থিয় হৈ নবেনৰ মুখৰ আকৃতিত প্ৰকৃতি বিকৃতি যেন দেখি সন্ত্ৰষ্ট হ'ল। নবেনৰ আজি মলিন বদন, চিন্তাক্লিষ্ট মন। তেওঁ হাঁহি মাৰি মাত লগালে—"কিহে দাস, আজি কি হ'ল ? বৃত্তিৰ টকা পাই গম্ভীৰ হৈ গ'ল নেকি ?"

—"আহক, বহক শইকীয়া।" তেওঁ কমলাক বহিবলৈ দিলে।

কমলা বহিল আৰু নবেনৰ মুখৰ ফালে চাই কলে—"এটা বৰ জৰুৰী কাৰণত আপোনাৰ ওচৰলৈ আহিলোঁ দাস। আজি আপুনি ৰক্ষা নকৰিলে মোৰ লাজ-মান নাথাকিব।"

নবেনে ওচৰতে বহিল আৰু সুধিলে—"কি কাৰণ কওকচোন।

— মই যোৱা সপ্তাহতে সাইলনৰ শাৰীখন যে আনিছিলোঁ তাৰ দাম দুশ পঞ্চাছ টকা আজি গধূলিতে দিব লাগে ; কাৰণ যোৱাকালি দোকানীজনে মোক টকা সাধিছিল। মই আজি গধূলিতে দিম বুলি কৈছিলো। এতিয়া মোৰ হাতত মাত্ৰ পঞ্চাছ টকাহে আছে। বাকী দুশ টকা আপুনি যেনে-তেনে দিব লাগিব ; নহলে মোৰ সম্মান নৰব। তাৰে কাৰণে মই আহিছো।

নবেন আকৌ চিন্তান্বিত হ'ল। আকৌ নতুন সমস্যা আহিল। টকা আছে তিনিশ ; তাৰে দুশ টকা তেওঁৰ টেবেলীনৰ পেচ আৰু চোতাতে দিব লাগিব ; কাৰণ আজি দুমাহ আগতে বাকী কৰি আহিছিল। এতিয়া যদি কমলাক পোহোকৰ বাবে দুশ টকা দিব লগা হয় ; তেন্তে [illegible] টকা [illegible]। কি কৰা উচিত [illegible]

তাকে ভাবি একো ঠিক কৰিব পৰা নাই। একালে নিজৰ পোছাক; আনকালে প্ৰাণপ্ৰিয়াৰ পোছাক। কোনটো ছাব?

বহু চিন্তা কৰি থকা দেখি ৰমলাই নাৰীসুলভ চাতুৰীৰে মুখখন কান্দোনমুৱা কৰি লেনিয়া মাতেৰে কব ধৰিলে—"মোৰ ভুল হৈছে, মোৰতো খুজিবলৈ কোনো অধিকাৰ নাই; তেনেস্থলত মই মিছাকৈ খুজিলে কি হব? বাৰু আপুনি মোৰ কাৰণে চিন্তা কৰিব নালাগে। মই কাপোৰখন ফিৰাই দিম; আপুনি তথাপি এনেভাবে মুখখন ক'লা কৰি নাথাকিব। মইতো দাবী কৰা নাই আৰু দাবী কৰিবলৈনো মোৰ কি অধিকাৰ আছে?"

অধিকাৰৰ প্ৰশ্ন তোলাত নবেনৰ হিয়াখন বিদৰি গ'ল। ভেওঁ কথাষাৰত বাধাদান কৰি কৈ উঠিল—আপুনি তেনেকৈ নকব। মইতো আপোনাক দাবী কৰা বুলি ধৰা নাই। অৱশ্যে ভালপোৱাৰ দাবী মানুহে কৰিব পাৰে। মানুহেতো যাকে-তাকে টকা নোখোজে। প্ৰাণৰ টান থাকিলে দাবীৰ অধিকাৰ আছে। প্ৰাণৰ দাবী থাকিলেহে ধনৰ দাবী আছে। আপোনাৰ কিবা অধিকাৰ আছে বাবেইতো টকাৰ কথা কৈছে; নহলে মোক নকৈ আনকো কব পাৰিলেহেঁতেন;-- এই কথা মই বুজো। পিছে........

—মই বুজিছো আপোনাৰ অৱস্থা। আপোনাৰ পোছাক-যোৰ নোহোৱাকৈ মোক দিয়াতো উচিত নহব থাওক, মই অন্য ব্যৱস্থা কৰিম। আপুনি চিন্তা বাদ দিয়ক।

—থং নকৰিব; বহক! আমাক দুয়োকো সাজ-পাৰ লাগে; এতিয়া আপোনাৰ আৰু মোৰ মাজত কোনজনৰ সাজ-পাৰৰ নিতান্ত দৰকাৰ তাকে বাছি উলিয়াব লাগিব। মই দেখিছো ল'ৰাতকৈ ছোৱালীৰ সাজ-পাৰহে আটক-ধুনীয়া হোৱা দৰকাৰ। গতিকে মোৰ টেৰেলীনৰ-চাৰ্ট পেণ্টৰ অপেক্ষা আপোনাৰ নাইলনৰ শাৰীহে অধিক আৱশ্যকীয়। সেইবাবে টকা দুশ আপোনাক দিবই লাগিব।

এইবুলি কৈ ৰমলাক শান্ত কৰি তেওঁ বাৰুকচৰ ওচৰলৈ পৈ বাৰুক

খুলি টকা দুশ উলিয়াই আনি ৰমলাৰ হাতত গুজি দিলে। ৰমলাৰ পেটত ইচ্ছা থকা স্বত্বেও বাহিৰত শিষ্টাচাৰ দেখুৱাৰ চলেৰে কলে "নালাগে, আপুনি বেজাৰ নাপাব। মই অন্য ব্যৱস্থা কৰিব পাৰিম।"

"আপুনি কি কৰিব? আপুনি ৰাখক।"

—"নহয়, লওক. অভিমান নকৰিব; ছোৱালীয়ে দোকানীৰ পৰা কথা শুনা বৰ লজ্জাকৰ। মই মনত বৰ দুখ পাম আপোনাক কথা শুনালে। ধৰক।"

নৰেনে টকা দুশ গুজি দিয়ে; ৰমলাই লওঁ-নলওঁকৈ টকা দুশ লয়। অন্তৰত পৰম খুচি হৈ মুখত সৌজন্যবোধ দেখুৱাৰ চলেৰে মিচিক-মাছাকৈ হাঁহি মাৰি কলে—"আপোনাক অসুবিধাত পেলাই মোৰ বেয়া লাগিছে। উহ! আপুনি যে মোক কিমান ভালপায় আজিহে বুজিলো। ধন্যবাদ। বাৰু আহক, দুয়ো কাঁচিবজাৰলৈ যাওঁ একেলগে; ভাত টকাখিনি দোকানত দি দুয়ো চিনেমা চাম। আজি কিন্তু মইহে মোৰ টকাৰে আপোনাক চিনেমা দেখুৱাম। আপত্তি কৰিব নোৱাৰে।"

—"মই যাব নোৱাৰিম; কাৰণ আজি পিতা অহা কথা আছে। গতিকে আজি থাকক, কাইলৈ যাম। আজি আপুনি সোনকালে যাওক গৈ।"

পিতাকৰ নাম লোৱাত ৰমলা চমকি উঠিল আৰু খৰধৰ কৰি নমস্কাৰ কৰি কলে—'তেন্তে বিদায়হে এতিয়া। কাইলৈ গধুলি কিন্তু—

'বাৰু' বুলি কৈ নৰেনে ৰমলাক বিদায় দিলে। ৰমলাই হোষ্টেল এৰি যোৱাৰ সময়ত দুই-এজন ল'ৰাই ওপৰ মহলাৰপৰা দুই-চাৰিটা অৰ্থপূৰ্ণ কাঁহ মাৰিলে আৰু অৰ্থশূন্য গান আৰম্ভ কৰি দিলে। এই সন্ধ্যা সময়ত ডেকা ল'ৰাৰ হোষ্টেলত গাভৰু ছোৱালীৰ প্ৰৱেশ যে অনুচিত কাৰ্য্য তাক ৰমলাই উপলব্ধি কৰিব পাৰিলে। তেওঁ বৰ বেগাই খোজ ললে।

সন্ধ্যা সময়ত নিজৰ বিচনাত বাগৰি নৰেনে টেৰেলীনৰ লং পেণ্ট আৰু চাৰ্টৰ কথা চিন্তা কৰি আছে। টকাৰ চিন্তা। আজিৰ এই দুশৰ লৈকে ৰমলাৰ কাৰণেই প্ৰায় চাৰিশ টকা খৰচ হ'ল। এতিয়া

নিজৰ টেবেল্‌নৰ পোছাকযোবৰ ব্যৱস্থা কি কৰিব? আজিকালিৰ ভেকা ল'ৰা হিচাপে টেবেল্‌নৰ পোছাক নহলে বিশ্ববিদ্যালয়ৰ শিক্ষিত ল'ৰাৰ সঙ্গত বিশেষকৈ ছোৱালীসকলৰ সঙ্গত ফুৰা কেনে অশুৱনি দেখি তাকে ভাবি অসহ্য অনুভৱ কৰিলে; অথচ এতিয়া হাতত মাত্ৰ একশ টকাহে ৰ'ল। জমা-খৰচৰ হিচাব কৰি থাকোঁতে সময় পাৰ হৈ গ'ল। এনেতে বাহিৰত কোনোবা অহা গম পালে। বাহিৰ ওলাই আহি দেখিলে—পিতাক আহি হাজিৰ হৈছে।

পিতাকক দেখি পেটে পেটে বৰ খং উঠিল যদিও মুখত খং নেদেখুৱাই ভিতৰলৈ মাতি নি কমৰ ভিতৰত বহিব দিলে। পিতাকক হাত মুখ ধুবৰ বাবে পানী আনি দিলে। পিতাকে মুখ ধোৱাৰ পিছত চাহ আনি দিলে। পিতাকে চাহ খাই উঠাৰ লগে লগে দুয়োৰো ভিতৰত কথা আৰম্ভ হ'ল। নবেনে সুধিলে—"কিয় আহিলি পিতা?"

পিতাকে আৰম্ভ কৰিলে—"মই যে কৈছিলোঁ। হালোৱা গৰুহাল কিনাৰ কথা, তাৰে কাৰণে আহিলোঁ। পাঁচশমান টকা হলে এক ৰকম কাম চলা বিধৰ এহাল গৰু কোনো ৰকমে পোৱা যায়। আজি কালি গৰুৰ দাম, তাতে আকৌ এই খেতিৰ ভৰ বতৰ। গতিকে দাম বৰ বেছি উঠিছে। তোৰ জানো বৃত্তিৰ টকা পাইছ? মই আগতে কোৱামতে টকা পাঁচশ নিবলৈ আহিলোঁ।"

টকাৰ কথা কোৱাত নবেনৰ ভীষণ খং উঠিল। তেওঁ কলে—"মোৰ পৰা যে টকা বিচাৰিছ, মই কিবা চাকৰি কৰিছোঁ নেকি? পঢ়ি থকা ল'ৰাই ঘৰলৈ টকা দিয়ে নে ঘৰৰ পৰা টকা আনে?"

—"পঢ়া ল'ৰাক ঘৰৰপৰা দিবহে লাগে এই কথা মই জানো পিছে বোপা, ঘৰৰ অৱস্থাৰ কালে চাই তইহে ঘৰক সহায় কৰিব লগা হৈছে; নহলেনো মই তোক দিব এৰি তোৰ পৰা নিব আহো নে?

—"মই ক'ৰপৰা দিম?" বিৰক্তি কয় নবেনে।

—"তোৰ বৃত্তিৰ টকাৰ পৰা দে। পিছত মই তোক আকৌ ক'ৰবাৰপৰা আনি দিম।"

—বৃত্তিৰ টকা চৰকাৰে ছাত্ৰক নিজৰ খৰচৰ বাবে দিছে; ঘৰত খৰচ কৰিবলৈ দিয়া নাই।

—সেইটো জানো বোপা। তথাপি মই যে ঘৰ সংসাৰ চলাব নোৱাৰা হৈছোঁ; সেইবাবেহে কৈছোঁ। গৰুহাল কিনিব নোৱাৰিলে এইবাৰ ঘৰখন শুকাই মৰিব লাগিব। ভায়েৰা-ভনীয়েৰাহঁতক জীয়াই ৰাখিব লাগিলে তই সহায় কৰিবই লাগিব।

—ঘৰৰ চিন্তা তোৰ; তই চিন্তা কৰিবি। মই কিয় ভাবিম? মোৰ চিন্তা মই কৰিম আৰু তোৰ চিন্তা তই কৰিবি। মোৰ দায়িত্ব পঢ়া: তোৰ দায়িত্ব ঘৰ চলোৱা। গতিকে তোৰ দায়িত্ব তই পালন কৰ, মোৰ দায়িত্ব মই পালন কৰিম। তোৰ কথা মই ভাবিব নোৱাৰোঁ।

সেইটো সঁচা। পিছে মই নিৰুপায় হৈহে তোৰ ওচৰ চাপিছোঁ। তোক নাম লগাই দিওঁতে মায়েৰাৰ গহনাখিনি বন্ধকীত গ'ল। এতিয়া মাটিবাৰীহীন খেতিয়কক কোনে ঋণ দিব? ইফালে গৰু কিনিব নোৱাৰিলে ভায়েৰা-ভনীয়েৰাহঁতৰ গতি কি হ'ব ভাবি চাচোন।

—মোৰ ভাবিব লগা নাই। সন্তানৰ পিতৃ হলে দায়িত্ব লবই লাগিব; নহলে সন্তান জন্ম দিবই নালাগে। সন্তানক পোহ-পাল দিয়া পিতৃ-মাতৃৰ কৰ্তব্য, আনৰ নহয়। ভৱিষ্যতৰ কথা চিন্তা নকৰি সন্তান জন্ম দিলে এনে দশা হবই। তাৰ কাৰণে মই দায়ী নহয়। মই টকা দিব নোৱাৰোঁ। মোৰ টকা খৰচ হৈ গৈছে।

পুতেকৰ মুখত এনে অবাচ্য মাত শুনি পিতাকৰ অন্তৰ খং, দুখ আৰু ক্ষোভত জৰ্জৰিত হ'ল। তেওঁ ভবা নাছিল যে, তাঙৰ পুতেক শিক্ষিত ল'ৰা এজনে এনে নিৰ্লজ্য বাক্য প্ৰয়োগ কৰিব পাৰে। তেওঁ হতবাক হৈ তলমূৰ কৰি ৰ'ল। বেদনাৰে ভাৰাক্ৰান্ত মন এটি লৈ তেওঁ কলে—"তেনে-হলে মই শুদা হাতেই যাব লাগিব?" অলপ তলকা মাৰি তেওঁ সুধিলে—"হেমন্ত বোপা ক'ত থাকে মাতি আনচোন। মই তেওঁক মাত লগাই বাজিছে, গাড়ীতে, যাওঁ।"

ল'ৰাজনে অৱজ্ঞাৰে কৈ গ'ল—"আৰু কওঁ, মই আঁতৰি আছো।"

নৰেন ওলাই গ'ল হেমন্তৰ কমলৈ আৰু হেমন্তক মাতি আনিলে। হেমন্তই নমস্কাৰ কৰি সুধিলে—কেতিয়া আহিল খুৰা ?

হেমন্তই"তে তেওঁক খুৰা বুলি সম্বোধন কৰি মাতে যদিও একো লগা-ভগা নহয়। নৰেনৰ বাপেকে উত্তৰ দিলে—"ৰাতিপুৱাতে আহিলো। এতিয়াই যাম; গতিকে তোমাক মাত লগাই যাম বুলি ভাবিছোঁ। তুমি ভালে আছা নে বোপা ?"

—একৰকম ভাল খুৰা।

তাৰ পিছত দুয়ো ঘৰুৱা খবৰ-বাতৰি সুধি কথা-বতৰা হ'ল নৰেনৰ বাপেক পীতাম্বৰ যাবলৈ ওলাল। নৰেনে পিতাকক বিদায় দিলে। পীতাম্বৰৰ লগত হেমন্তও ওলাই আহিল। বাটত হেমন্তই পীতাম্বৰৰ মুখে নৰেনৰ ব্যৱহাৰৰ সমস্ত কথা শুনিলে। হোজা গাৱঁলীয়া কৃষক পিতৃজনক উচ্চশিক্ষিত পুত্ৰই কৰা ব্যৱহাৰত হেমন্তই মৰ্মান্তিক বেজাৰ পালে। তেওঁ অনুভৱ কৰিলে যে, এনে ৰকমৰ দুই এজন শিক্ষিত ডেকাৰ কুআচৰণৰ ফলতে সমস্ত ছাত্ৰ সমাজ তথা ডেকাদল সৰ্ব্বসাধাৰণৰ চকুত ঘৃণাৰ পাত্ৰ হয়। তেওঁৰ বৰ খং উঠিল নৰেনৰ ওপৰত। ইয়াৰ কি প্ৰতিকাৰ কৰা যায় তাকে ভাবি তেওঁ চিন্তান্বিত হ'ল। ছাত্ৰসমাজৰ কলঙ্ক আৰু উচ্চ শিক্ষিতৰ নীচাশ্মিকা ভাব দূৰ কৰিবৰ অভিপ্ৰায়েৰে তেওঁ পীতাম্বৰক কলে—"নৰেনে যে এনে ব্যৱহাৰ কৰিব তাক মই সপোনতো ভৰা নাছিলোঁ; বাৰু আহক খুৰা, মই এখন চিঠি লিখি দিওঁ আমাৰ পিতালৈ;—আপুনি লৈ যাওক।"

এইবুলি কৈ তেওঁ নিজৰ কমলৈ পীতাম্বৰক মাতি নি বহিব দি চিঠিখন লিখি দিলে পিতাকলৈ। চিঠিখনৰ লৈতে তেওঁ এশ টকা উলিয়াই পীতাম্বৰৰ হাতত দি কলে—"এই টকাশ লওক খুৰা, এইশ টকা আপোনাৰ বুলি কৈ আমাৰ পিতাৰ হাতত দিব আৰু আমাৰ গৰুহাল ভাৰাৰ বন্দৱস্ত কৰি আপুনি লৈ যাব। মই চিঠিত লিখিছোঁ গৰুহাল আপোনাক ভাৰাত দিবৰ বাবে। পিতাই মোৰ চিঠি পালে দি দিব। আপুনি গৰুহাল ভাৰাত লৈ খেতিখন কৰক।

এনেভাৱে বুজাই কৈ পীতাম্বৰক ষ্টেচনলৈ আগবঢ়াই নি গাড়ীত তুলি দিলে। ৰেলত উঠি পীতাম্বৰে হেমন্তক মূৰত ধৰি আশীৰ্ব্বাদ কৰিলে—"বোপা, কুশলে থাকা। তোমালোকৰ দৰে শিক্ষিত ল'ৰা আমাৰ গাঁৱত আৰু বাঢ়ক।"

ৰেল চলিল; সজল নয়নে পীতাম্বৰে হেমন্তক বিদায় দিলে। তেওঁৰ চকুত কৃতজ্ঞতাৰ চকুলো বিৰাজ কৰিলে। হেমন্ত নিৰ্ব্বাক নিশ্চল ভাৱে বৈ শেষত হোষ্টেললৈ ফিৰিল।

হেমন্তই কমৰ ভিতৰত প্ৰৱেশ কৰি দেখে যে তেওঁৰ বিচনাত বাগৰি আছে নবেন। হেমন্ত কম সোমোৱাৰ লগে লগে নবেনে মাত লগালে—"ইমানপৰে কলৈ গৈছিলি হেমন্ত?"

গম্ভীৰ স্বৰত উত্তৰ দিয়ে হেমন্তই—"খুৰাক আগবঢ়াই থবলৈ।"

—মতা মানুহকো জানো আগবঢ়াই থব লাগে?

—এনেবোৰ প্ৰশ্ন মোক নকৰিবি নবেন। পিতাৰাক তইহে আগবঢ়াই নি গাড়ীত তুলি দিয়া উচিত আছিল। তোৰ ব্যৱহাৰত মই অত্যন্ত দুখীত।

- মোৰ বৰ খং উঠিছিল ভাই। মোক টকা দিব ছাৰি মোৰ পৰা লবহে আহে। কি কাণ্ডজ্ঞানহীন লোক।

—আৰু তোৰ বৰ কাণ্ডজ্ঞান আছে,—ঘৰত খেতিখন পৰে; তই তাৰ প্ৰতি উদাসীন।

—খেতি কৰা মোৰ কৰ্ত্তব্য নহয়; পঢ়াহে মোৰ কাম। যাৰ যি কাম তাকে কৰিব লাগে। স্বধৰ্ম্মে নিধনং শ্ৰেয়ঃ পৰধৰ্ম্মো ভয়াবহঃ।

—অভিভাৱকক সহায় কৰা জানো ছাত্ৰৰ কৰ্ত্তব্য নহয়? দুখীয়া-খেতিয়ক পিতাৰাক তই ডাঙৰ ল'ৰাজনে সহায় নকৰিলে কোনে কৰিব? ভায়েৰা-ভনীয়েৰাইক যে শুকাই মৰিব।

—যিয়ে জন্ম দিয়ে সি পালনো কৰিব লাগে। তাৰ উপৰি পোহ-পাল দিব নোৱাৰিলে গাহৰীৰ দৰে এপাল ল'ৰা-ছোৱালী জন্ম দিয়াৰো কোনো অধিকাৰ নাই। পিতাৰ ল'ৰা-ছোৱালীবোৰকে মই পুহি

থাকিবৰ বাবে জন্ম ধৰা নাই। এই ধৰণৰ মানুহৰ কাৰণেই আমাৰ ভাৰতবৰ্ষত আজি ইমান খাদ্যাভাব হৈছে? এওঁলোক দায়িত্বজ্ঞানহীন। আমাৰ দেশ আৰু আমাৰ সমাজ এনেবোৰ কাৰণেই ৰসাতলে যাব ধৰিছে। এওঁলোক দেশ আৰু সমাজৰ অপৰাধী।

—কথা সংযত কৰ নবেন। তোৰ বক্তৃতা মই শুনো। উপদেশতকৈ আহিঁ ভাল; দায়িত্ববোধ আৰু শালীনতাবোধ থকা লোকে গুৰুজনক মুখৰ আগতে অবাচ্য মাত নামাতে। তই শিক্ষিতহে কিন্তু এতিয়াও ভদ্ৰ হ'ব পৰা নাই। স্থান, কাল আৰু পাত্ৰৰ জ্ঞান যাৰ নাই তাকে মূৰ্খ বুলি কয়। তই এটা উচ্চশিক্ষিত মূৰ্খ বুলিহে পৰিচয় দিব ধৰিছ। তোৰ কাহিনী গাঁৱে-ভূঁয়ে প্ৰচাৰ হলে আমি সমস্ত শিক্ষিত শ্ৰেণীটোৱে সমাজৰ গৰিহণাৰ পাত্ৰ হম। তই শিক্ষিত সমাজৰ ভয়ংকৰ ক্ষতি কৰিছ।

—আজিৰ সমাজৰ আদৰ্শ বদলিছে হেমন্ত। তই তাহানি যুগৰ মানুহ হৈ আছ। আজি দেশ আৰু সমাজৰ আদৰ্শ নিজৰ দায়িত্ব নিজে পালন কৰাহে; লোকৰ কান্ধত নিজৰ ভৱিষ্যৎ তুলি লৈ ফুৰা দিন আৰু নাই। সেইশ্ৰেণী লোকে শাস্তি পাবই।

—সমাজৰ আদৰ্শৰ কথা তই নকবি।' ভূতৰ মুখত ৰাম নাম। নিজৰ দোষ ঢাকি ৰাখি লোকৰ দোষ খুচৰিলে কোনো আদৰ্শবান নহয়; ই আত্ম-প্ৰৱঞ্চনাহে। মহানুভৱতা নাথাকিলে, মানৱত্ববোধ নাথাকিলে সকলো আদৰ্শ ফুটুকাৰ ফেন যেন হয়। ই আত্ম-গোপন আৰু আত্মিক পৰাজয়ৰ চিন। তই তাৰ জ্বলন্ত পটন্তৰ।"—বৰ বিৰক্তিৰ সুৰত কয় তেওঁ।

এনেভাবে দুয়োবো তৰ্ক চলি থাকোতে হোষ্টেলৰ খোৱাৰ ঘন্টি বাজিল। দুয়ো দুটা ভিন্ন মন আৰু মত লৈ উঠি গ'ল। ইফালে বেলৰ ভৰাৰ ভিতৰত বহি থকা পীতাম্বৰৰ মনত ছাত্ৰ সমাজৰ দুখনি ছবি জিলিকি উঠিল—নবেন আৰু হেমন্ত।

০০০

# ॥ ড্ৰাইভাৰ ॥

মানুহৰ জীৱনত দুৰ্ঘটনাবোৰ কেতিয়া কেনেকৈ হয় কোনেও কব নোৱাৰে। জীৱনৰ কোনো এক অশুভ ক্ষণত এনেবোৰ ঘটনা ঘটি যায়। নবেন দাসৰো আজি হঠাতে এনে দুৰ্ঘটনা এটি ঘটিল। ঘটনাটো ঘটিছিল পাহাৰখন পাৰ হৈ কেঁকুৰিটোৰ আগখিনিতে। মটৰ দুৰ্ঘটনা। অতি সাৱধানে গাৰী চলোৱা সত্বেও আজি এই অঘটনটো ঘটিল। তেওঁৰ গাড়ীয়ে হালোৱা গৰু এটা চেপিলে। গৰুটো মৰা নাই; কিন্তু ঠেং এখন ভাঙি গ'ল। হালোৱা গৰুৰ ঠেং ভাঙিলে অকৰ্মণ্য হয়। সেইবাবে ওচৰৰ গাঁৱৰ মানুহে তেওঁৰ মটৰখন আগুৰি ৰাখিলে আৰু সমাজ বহি তেওঁক দুশ টকা জৰিমনা কৰিলে। মিলিটাৰীৰ বিচাৰৰ দৰে তৎক্ষণাৎ মেল হ'ল আৰু ৰায় দিলে—নবেন ড্ৰাইভাৰে গৰুৰ মালিক শ্ৰীঅনন্ত বৰ্মনক দুশ টকা দিব লাগিব। তাৰে দুইকুৰি ৰাইজে ৰাখি বাকী আঠকুৰি গৰুৰ মালিকক দিয়া হ'ল। ভাগ্যে দৰমহাৰ আঢ়াইশ তেওঁৰ হাতত আছিল; তাৰে দুশ দিলে।

“সেই দৰমহা পোৱা দিনতে এনে ঘটনা ঘটিব পায় নে? বোধহয় এই মাহৰ দৰমহাখিনি এনেভাবে যাব লগাই আছিল।”—এইবুলি কৈ সান্ত্বনা দিলে কণ্ডাক্টৰে।

বেচেৰা নবেন! ঘৰত বৃদ্ধা মাতৃ, ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী তিনিটি। চৰকাৰৰ ঘৰত চাকৰি কৰি কোনোমতে পেট পুহি আছিল। এই মাহত বেচেৰাৰ আৰু হ'ব লগা পালি হ'ল। কাবুলীৰ ওচৰত হাতপাতি সুদৰ হাৰত সুদ পৰিশোধ কৰিব নোৱাৰি ভেটি-মাটি বিক্ৰী কৰি খাব লগা অৱস্থা আন আন অনপঢ়ীয়া মানুহৰ হোৱাৰ দৰে তেওঁৰো হ'ব। [illegible] ভাবি বেচেৰা নবেনে মূৰে-কপালে হাত দি বহি আছে।

এনেতে কণ্ডাক্টৰ অতুল শইকীয়াই হাতত ধৰি মাতিলে—"ভাবিলে কি হ'ব দাস উঠক, গাৰী চলাওক। আমাৰ আজি যিমান পলম হ'ল অকিচতো কৈফিয়ৎ দিব লাগিব। বলক সোনকালে, গাড়ীত উঠক। হোৱা কথা হৈ গ'ল, তাক ভাবি লাভ নাই।"

"এৰা, হোৱা কথা হৈ গৈছে, এতিয়া ভাবি থাকিলে কি হব? গাড়ী চলাওক. আমাৰ পলম হয়।" এজন যাত্ৰীয়ে কয়!

—টকা দি যে সাৰিলে তাৰ বাবেই ঈশ্বৰক ধন্যবাদ দিয়ক; নহলে আজি পৈতৃক দেহাটোৰো দুৰ্গতি হ'লহেঁতেন আমি নাথাকিলে! গাঁৱৰ মানুহৰ মতলব যেনে আছিল! আজি আক গুদাই নেৰিলেহেঁতেন। উহ! ৰাম ৰাম! কি ঠাই।" আন এজন যাত্ৰীয়ে কয় বাছত থকাবিলাকৰ মাজৰপৰা।

—"এৰা পায় আজি মতলব বৰ বেয়া আছিল। আমি নহলে মানুহবিলাকে ড্ৰাইভাৰক মাৰ-কিল সোধালেহেঁতেন।" অন্য এজনে হয়ভৰ দিয়ে।

ইফালে সিপক্ষৰ বাইজৰ মাজৰ পৰা কোনোবাই কৈ দিয়ে—"সোনকালে যোৱাই ভাল। এই খেতিৰ বতৰত হালোৱা গৰুৰ ঠেং ভাঙি টকা অলপ দিলেই হয় নে! অনন্ত শ্ৰ বা মৰা মানুহ বাবেহে; আমি হোৱা হলে উত্তম-মধ্যম দিহে এৰিলোঁহেঁতেন।"

এনেভাবে নানা জনে নানা মন্তব্য কৰিলে—ড্ৰাইভাৰক কেন্দ্ৰ কৰি। কণ্ডাক্টৰৰ পেটত খং উঠিছিল যদিও একো নকৈ ড্ৰাইভাৰক হাতত ধৰি টানি আনি মটৰত উঠি বহুৱাই দিলে। নৰেনে বিষন্নমনে মটৰত ষ্টিয়াৰিং ধৰিলে।

অনন্ত বৰ্মন আদহীয়া খেতিয়ক লোক যদিও দেখাত বুঢ়া যেন হৈছে বেধাবৰ হেঁচাত! হাঁপানী বেমাৰ। তেওঁ কোপাই-বোপাই ড্ৰাইভাৰক কলে—"মই মৰা মানুহ। মোৰ এনাজ খালে আন সাজ নাই; খেতিৰ এই ভৰ বতৰত মোৰ গৰুটোৰ ঠেং ভাঙি মোৰ মূৰত কোৰ মাৰি গলি। আঠকুৰি টকাত মই এনে এটা হালোৱা আজিৰ দিনত ক'ত

পাম ? মোক মাৰি থৈছে গলি ড্ৰাইভাৰ। মোৰ আজি ডাঙৰ ল'ৰা থকাহেঁতেন মই আজি এখুন্দা দিলোহেঁতেন। তইঁতৰ ইমান অত-পালি। মোৰ ল'ৰা-ছোৱালী ডাঙৰ হোৱা নাই বাবে আজি সাৰিলি যা; নহলে আজি তোক মই ভাল শিক্ষা দিলেঁাহেঁতেন।"

গৰুৰ মালিকৰ ইমান তিতা কথা শুনিও ড্ৰাইভাৰ মনে মনে তল-মূৰা হৈ ৰ'ল। তাকে দেখি কণ্ডাক্টৰে অলপ খং ভাবেই অনন্ত বৰ্মনক কলে—"যাওক যাওক, যি কৰিছে বাইজে কৰিছে; আপুনি আকৌ কি কৰিব বিচাৰে। আপুনিয়ে ৰাজ আলিত গৰু দৰব দিয়ে আৰু আপুনিয়ে ড্ৰাইভাৰক মাৰে নে? আজি আমি আপোনালোকৰ হাতত পৰিছোঁ কাৰণে লঘু পাপত গুৰু দণ্ড দিছে। আমিও কেতিয়াবা পালে সুদাই নেৰো নহয়। বামুণৰো এদিন বছৰাৰো এদিন।"

এনেতে সিপক্ষৰ মানুহৰ মাজৰ পৰা কেইজনমানে—'ইয়াক বেটাক ধৰ' বুলি গাড়ীৰ ওচৰলৈ আহিল। গাড়ীৰ ভিতৰৰ মানুহ কিছুমানে ওলোটাই গৰ্জি উঠিল, "সাৱধান! বহুত সহিছো বাইজ এখন বুলিছে; —নহলে আমি এনেয়ে বহি নাথাকিলোহেঁতেন। আপোনালোকেই ৰাজ আলিত গৰু দৰব দিব আৰু আপোনালোকেই দপ্‌দপাব? ৰাজ আলিত গৰু দৰব দিয়া নিয়ম আছে নেকি? তাতে ল'ৰাজনক বচাব যোৱাতহে এই দুৰ্ঘটনাটো ঘটিল। ড্ৰাইভাৰৰ গাত আচলতে দোষ নাই; আমি গাড়ীৰ পৰা দেখি আছোঁ। তথাপি এখন গাঁৱৰ বাইজ বুলি সন্মান কৰি একো মতা নাই, নহলে আমিও.... । জৰিমনা কৰাৰ পিছত বেয়া কথা কবলৈ কোন? বলক ড্ৰাইভাৰ।"

যাত্ৰীসকলৰ নিৰ্দ্দেশ পাই ড্ৰাইভাৰে মটৰ চলাই দিলে। আচলতে ড্ৰাইভাৰৰ দোষ হোৱা নাছিল। অনন্ত বৰ্মনৰ গৰু হাল আলিৰ দ'তিত খুঁটি মাৰি দৰব দি থৈছিল। পাৰী আহি পালে গুৱাহাটীৰ কালৰ পৰা। এনেতে গৰু এটা বাস্তাৰ মাজলৈ আহিল। সিফালৰ পৰা হঠাতে এটি ছয় বছৰীয়া ল'ৰাই গাড়ীৰ আগেৰে বাস্তা পাৰ হবলৈ চেষ্টা কৰিলে দৌৰি দৌৰি। ড্ৰাইভাৰে ল'ৰাজনক বচাবলৈ

যাওঁতে হঠাতে গৰুটোৰ গাত খুন্দা লাগিল। গৰুটো পৰি গ'ল আৰু মটৰৰ চকাত লাগি পিছ ঠেং এখন ভাঙি গ'ল। ওচৰত থকা মানুহৰ চিঞৰত গাঁৱৰ মানুহ আহি পালে আৰু বাছখন জব্দ কৰিলে। অৱশ্যে ড্ৰাইভাৰে বাছখন চলাই নিয়া হলে ধৰিব নোৱাৰিলেহেঁতেন। কণ্ডাক্টৰে ঘটনাৰ পৰিণতি কল্পনা কৰি বেল মাৰি দিছিল—গাড়ী চলাবলৈ; কিন্তু ড্ৰাইভাৰে গাড়ী নচলাই ৰাখি দিলে। তাৰ পিছত মানুহ গোট খালে আৰু তৰাতৰি বিচাৰ আৰম্ভ কৰি দিলে।

ল'ৰাজনক বচোৱাৰ কাৰণে ড্ৰাইভাৰে মনত এটা নিবিড় আনন্দ অনুভৱ কৰিলে। তেওঁ যেন আজি এটা মহৎ কামহে সমাধা কৰিলে। মনৰ উৎফুল্লতাত তেওঁ গাড়ীখন ৰাখি দিলে; কিন্তু হঠাতে গৰুটিৰ ঠেং ভঙাত মনত বৰ আঘাত পালে। তেওঁ তৎতালিকে গাড়ীৰপৰা নামি আহি গৰুটোক কাষৰ কৰি আনিলে। এই সুযোগতে মানুহ জমিবলৈ সময় আৰু সুবিধা হ'ল।

ড্ৰাইভাৰৰ মনত আজি মানসিক সংঘাত আৰম্ভ হ'ল। তেওঁ গাৰী চলাই গ'ল আৰু নিজৰ মনতে পাগুলিব ধৰিলে এইমাত্ৰ হৈ যোৱা ঘটনাটোৰ কথা। তেওঁৰ ভাব হ'ল যে তেৱেঁ দোষী; কাৰণ তেওঁ কিছু পৰিমাণে অন্যমনস্ক হৈ গাড়ী চলাইছিল। নহলে ইয়াতকৈয়ো অধিক জটিল পৰিস্থিতিতো তেওঁ নিৰাপদে গাড়ী চলাই নিছে'।

—এৰা, মই দোষী; মই কৰ্তব্যক অৱহেলা কৰিছোঁ। কিয় মই অন্য কথা ভাবি আছিলোঁ—যিহৰ কাৰণে মই কিছু আগতে গাড়ী কণ্ট্ৰোলত ৰাখিব নোৱাৰিলো? এৰা মোৰ দোষ হৈছে। মই চৰকাৰৰ যেনা কামৰ কথা ভাবিছো পিচে মোৰ ত্ৰুটিবোৰ চাবৰ কাৰণে ৰাজনৈতিক দলবিলাক আছে। আমি কৰ্মচাৰীয়ে চৰকাৰৰ নীতিৰ বিচাৰ কৰিবলৈ যোৱাতো উচিত হোৱা নাছিল। তাৰ ফলস্বৰূপে হ'ল এই দুৰ্ঘটনা। উঃ! মই আলোয়া গৰুটোৰ ঠেং ভাঙি পেলালোঁ। [illegible]

আঘাত কৰা হিন্দু মানুহৰ কিমান জগৰৰ কথা। মই হিন্দু হৈ গৰুৰ ঠেং ভাঙিলো! মোৰ বৰ পাপ হ'ল। পাপৰ প্ৰায়শ্চিত্ত মোৰ হৈছে অৰ্থদণ্ড। উহ! মই কি কুকৰ্ম কৰিলোঁ! হে ভগৱান! মোক ক্ষমা কৰা প্ৰভু। বেচেৰা মোৰে নিচিনা দুখীয়া খেতিয়ক। হালৰ ছালোৱা গৰুটো খোৰা কৰি থৈ মই তেওঁৰ খেতিখনকে নষ্ট কৰি পেলালোঁ। মোৰ চাকৰি, তেওঁৰ খেতি। মোৰ চাকৰি গ'লে যি অৱস্থা হ'ব তেওঁৰ খেতি নহলেও সেই একেই অৱস্থা হ'ব—ল'ৰা-ছোৱালী শুকাই মৰিব। মই বৰ অন্যায় কাম কৰিলোঁ।"

অনুতাপত ড্ৰাইভাৰৰ অন্তৰ দগ্ধ হৈ যাব ধৰিলে। নীৰৱে ভাবি ভাবি মটৰখন লাহে লাহে চলাই গৈ আছে। লাহে লাহে যোৱা দেখি বাছৰ যাত্ৰীসকলে চিঞৰিছে—"জোৰকৈ চলাওক ড্ৰাই-ভাৰ বাবু।" যাত্ৰীৰ চিঞৰত তেওঁৰ সম্বিত ঘূৰিল। দ্ৰুত গতিৰে মটৰ চলাব ধৰিলে। মটৰৰ গতিৰ লগত মনৰ গতিৰো বেগ বাঢ়িল। তেওঁৰ মনটোৱে পুনৰ ভাবিব ধৰিলে—কিয় মই ভাবিছিলোঁ পৰি-বহণ বিভাগৰ হিচাপ-পাতিৰ কথা? আদাৰ বেপাৰীয়ে জাহাজৰ খবৰ লোৱাৰ কি দৰকাৰ আছিল? ৰাতিপুৱাই বাতৰি কাকতখন পঢ়া-টোৱে দোষ হৈছিল। তাত হিচাপ দিছিল—আমাৰ পৰিবহন বিভাগৰ হিচাপ।

অসম ৰাজ্যিক পৰিবহণ বিভাগটো হ'ল চৰকাৰৰ এটা বিভাগীয় ব্যৱসায়িক অনুষ্ঠান। ১৯৪৮ চনতে এই বিভাগ খুলিলে যাতে ব্যক্তি-গত গাড়ীবিলাকৰ ভাৰাতকৈ যাত্ৰীক কম ভাৰাতে অনা-নিয়া কৰিব পাৰে। পিছেআজি কালি চৰকাৰী বাছৰ ভাৰা জানো কম? বৰং বেচৰকাৰী বাছৰ ভাৰাতকৈ অধিক। চৰকাৰে কথা আৰু কামৰ মিল ৰাখিব পৰা নাই। তাৰ উপৰি সমাজবাদী সমাজ গঢ়া গণতান্ত্ৰিক চৰকাৰ এনেদৰে লাভৰ কাৰবাৰ কৰে। চৰকাৰৰ উদ্দেশ্য মুনাফা কৰা নে সমাজক সুযোগ-সুবিধা দান কৰা? ব্যক্তিৰ কল্যাণমূলক কৰিব [illegible] কৰা নে গণতান্ত্ৰিক চৰকাৰৰ [illegible] [illegible] কৰা?

আৰম্ভণিতে পৰিবহন বিভাগৰ গাড়ী আছিল মাত্ৰ ১৬ খন বাছ। যোৱা একৈশ বছৰৰ ভিতৰত ইয়াৰ সংখ্যা হ'ল—৭৪৬ খন। তাৰে ৪৪০ খন বাছ; ২২৭ খন ট্ৰাক আৰু ভান ৭৯ খন কাৰ আৰু জীপ। প্ৰায় ৩, ০০০ কিলোমিটাৰ পথত যাত্ৰী কঢ়িয়ায় অথচ ১০,১০০ কিলো-মিটাৰ পথ সমগ্ৰ ৰাজ্যতে যাত্ৰী পৰিবহনৰ পথ। গতিকে তিনিভাগৰ এক অংশহে চৰকাৰী কৰিছে। বাকী তিনিভাগৰ দুই ভাগত বেচৰকাৰী ব্যক্তিগত মালিকসকলে চলায়।

ৰাজ্যিক পৰিবহনে বোলে দৈনিক ৩০,০০০ হাজাৰ যাত্ৰী কঢ়ি-যায়। তেন্তে প্ৰাইভেট পৰিবহনে ৬০,০০০ হাজাৰ যাত্ৰী অনা-নিয়া কৰে। ৰাজ্যিক পৰিবহনে বোলে ৪,০০০ মানুহক কৰ্মসংস্থান দিছে। গতিকে ব্যক্তিগত মালিকসকলে ৮,০০০ মানুহক কৰ্মসংস্থান দিছে নে? যোৱা ১৯৬৭ চনৰ মাৰ্চলৈ ইয়াৰ মূলধন আছিল বোলে ৪ কোটিতকৈও অধিক। ৰাজ্য চৰকাৰক ৯৯ লাখ টকাৰ সুত দিও বোলে প্ৰায় ৩ কোটি টকা লাভ কৰে। তেন্তে ব্যক্তিগত মালিকসকলৰ পকেটলৈ কিমান গ'ল? কমেও ৭ কোটিমান নহব নে? চৰকাৰৰ গাৰী ৭৪৬ খন; কিন্তু ব্যক্তিগত মালিকসকলৰ গাড়ী ১৯৬৮ চনৰ মাৰ্চলৈ ২৯,২৫৭ খন। তাৰে যাত্ৰী কঢ়িওৱা গাড়ী ৩,৫১৯ খন। চৰকাৰৰ যাত্ৰীবাহী গাড়ীৰ তুলনাত বেচৰকাৰী গাড়ীৰ সংখ্যা কিমান বেচি! ইমানবোৰ টকা কল্যাণকামী ৰাষ্ট্ৰ এখনৰ কাৰণে কিমান উপকাৰত আহিলহেঁতেন যদিহে সমস্ত গাড়ী চৰকাৰী কৰি গোটেই পথ চৰকাৰে ললেহেঁতেন! চৰকাৰে যাত্ৰীক ভাৰা কম কৰিও দিব পাৰিলে-হেঁতেন আৰু ব্যক্তিগত মালিকসকলৰ তলত কাম কৰা কৰ্মচাৰী সকলৰ চাকৰিৰ নিৰাপত্তাহীনতাও নাথাকিলহেঁতেন। চৰকাৰে এই-বোৰ কাম অতি সোনকালে নকৰে কিয়? এইবোৰ কথা চিন্তা কৰি থাকোঁতে হঠাতে আহি সেই দুৰ্ঘটনা হোৱা ঠাইখিনি পালোহি। অন্যমনস্ক হোৱা বাবে গাৰীৰ গতিবেগ আৰম্ভৰ ভিতৰত আনিব নোৱাৰিলে। তাৰ কাৰণেই এই দুৰ্ঘটনা। অনুতাপত মনোৰ মন

সেই পুখি যাব ধৰিলে। এতিয়া আৰু কোনো উপায় নাই। যি ঘটনা এবাৰ হৈ গ'ল তাক আৰু নোহোৱা কৰিব নোৱাৰি। অনুশোচনাত তেওঁৰ মন ক্ৰমে ক্ৰমে নিস্তেজ হৈ আছে। গাড়ী কিন্তু দ্ৰুত গতিৰে গৈ আছে।

ঘুমাহমান পিছৰ কথা। বৰপেটাৰ পৰা গুৱাহাটী অভিমুখে বাওনা হৈছে নৱেন দাস। গাড়ী জোৰেৰে চলাইছে। বাটত বোলে ক'ৰবাত মোবাইল কোর্ট বহিছে গাড়ী 'চেক' কৰাৰ কাৰণে। খবৰটো বৰপেটামুখী কেইবাখন গাড়ীৰ কেইবাজনো ড্ৰাইভাৰে কৈ কৈ গৈ আছে। মোবাইল কোর্ট বহিলে ড্ৰাইভাৰসকলে বেছ একতা দেখুৱায়। বাৰিষা বিপদৰ সময়ত সাপে-বেঙে একেলগে বাস কৰাৰ দৰে মোবাইল কোর্ট বহিলে সকলো ড্ৰাইভাৰ-কণ্ডাক্টৰ একলগ, এক-মন হয়; অথচ আন অৱস্থাত তেওঁলোকৰ প্ৰতিযোগিতা চায় কোনে। এখন গাড়ীয়ে আনখন গাড়ীক পিছ পেলাই যোৱাৰ প্ৰতি-যোগিতা কৰোঁতে ইমান গতিবেগ দিয়ে যে দুৰ্ঘটনাবিলাক হোৱাৰ ইয়ো এক প্ৰধান কাৰণ। চৰকাৰী বাছৰ ভিন্ন বেচৰকাৰী বাছবিলাকৰ ক্ষেত্ৰত ই দুগুণ চৰা। তাৰ কাৰণো আছে। আগৰ বাছখন অতিক্ৰম কৰি গৈ আগ হ'ব পাৰিলে আগত থকা যাত্ৰীক কঢ়িয়াই নিব পাৰে আৰু দুইপইচা লাভ কৰিব পাৰে। তাৰ কাৰণে প্ৰতিযোগিতা কৰাৰ দৰে দ্ৰুত গতিৰে গাড়ী চলায়। চৰকাৰী বাছৰ ক্ষেত্ৰত কিছু কম; তথাপি যাত্ৰীৰ উচতনিত আৰু কণ্ডাক্টৰৰ খেচ্‌খেচনিত কেতিয়াবা কেতিয়াবা তেনে কৰে।

আজিও বৰ বেগেৰে চলাইছে নৱেনে তেওঁৰ গাড়ী। কিন্তু আজিও তেওঁৰ মনত এটা চিন্তাই আলোড়ন তুলি আছে। বাতিপুৱাতে বাতৰি কাকত পঢ়ি তাৰে এটা খবৰকে লৈ মন তল-ওপৰ লাগিছে। বাতৰি কাকত পঢ়া ভাল; কিন্তু তাৰ খবৰকে লৈ মনত চিন্তাৰ কুৰুক্ষেত্ৰ আৰম্ভ হোৱা ভাল নহয়। উত্তেজনাশীল মানুহে বাতৰি কাকত পঢ়িলে উত্তেজনা বাঢ়ে। নৱেন উত্তেজনাশীল লোক। বাতৰিৰ

বাতৰিয়ে তেওঁৰ মনত উত্তেজনাৰ সৃষ্টি কৰিছে। উত্তেজনাবশতঃ গাড়ীৰ বেগ বাঢ়িছে। বাতৰিটো অইন একো নাছিল। অসমৰ জনসংখ্যাৰ এটা হিচাপ। এই হিচাপটো পঢ়িয়ে তেওঁৰ উত্তেজনা আহিছে। ড্ৰাইভাৰ হলেও দেশৰ খবৰ তেওঁ ৰাখে আৰু কোনো দলীয় ৰাজনীতিত যোগ নিদিলেও গণতান্ত্ৰিক দেশ এখনৰ নাগৰিক হিচাপে দেশৰ সামূহিক স্বাৰ্থত নিজৰ মতামত ব্যক্ত কৰিবৰ অধিকাৰ আৰু ইচ্ছা দুয়োটাই তেওঁৰ আছে। কোনো দলীয় ৰাজনীতিবিদৰ মতবাদৰ পাণ্ডা নহলেও তেওঁ নিজৰ ব্যক্তি স্বতন্ত্ৰতা ৰক্ষা কৰি বিচাৰ-বিবেচনাৰে মতামত দিব পৰা শক্তি আয়ত্ব কৰিছে। সেই দেখি কিছুমানে তেওঁক বামপন্থী বুলি সন্দেহো কৰে। আচলতে নৰেন দাস কোনো পন্থী নহয়—তেওঁ নিৰ্দ্দলীয় সৎ নাগৰিকহে।

আজিৰ খবৰটো আছিল অসমৰ জনসংখ্যা বৃদ্ধি লৈ। ১৯৫১ চনত অসমৰ জনসংখ্যা আছিল ৮৮ লাখ ৩১ হাজাৰ; ১৯৬১ চনত হয়গৈ ১ কোটি ১৮ লাখ ৭৩ হাজাৰ। শতকৰা ৩৪.৪৫ অংশ বৃদ্ধি হৈছে। ইয়াৰ কাৰণ অকল জন্ম হাৰ বৃদ্ধিয়ে নে? জন্মতকৈ বাহিৰৰ পৰা অহা মানুহৰ সংখ্যাহে অধিক হৈছে। জন্ম নিৰোধ কৰি অসমীয়া মানুহৰ সংখ্যা কম কৰিলে কি হ'ব; যদি বাহিৰৰপৰা এনেভাবে লানি নিচিগাকৈ লাখ লাখ অনা-অসমীয়া আহি নিগাজী হয়? তেতিয়া অসমীয়া মানুহৰ সংখ্যা কমিব; কিন্তু অসম দেশত মানুহ নকমে। ফলত অসমীয়া মানুহ সংখ্যালঘু হৈ গণতন্ত্ৰৰ নীতি অনুসৰি অনা-অসমীয়া সংখ্যা গৰিষ্ঠৰ চৰকাৰ গঠন হ'ব লাগিব। গতিকে অসমীয়া মানুহৰ পৰিয়াল পৰিকল্পনা কৰা মানে অসমীয়া মানুহক ৰাজনৈতিক সুবিধাৰ পৰা বঞ্চিত কৰাৰ পৰিকল্পনাহে হয়। ১৯৫১ চনৰ পিছত অসমলৈ পাকিস্থানী অনুপ্ৰবেশকাৰী আহিছে ৪ লাখ ৮৭ হাজাৰ। ই হ'ল চৰকাৰী হিচাপহে; বেচৰকাৰী হিচাপত যে ৭ লাখ অহা বুলি কম কৈ জানো কিয় হ'ব নোৱাৰে? কাৰণ [illegible] আজিকোপতি অনুপ্ৰবেশকাৰী আহিয়ে আছে। ১৯৬০ চনৰ [illegible]

হাজাৰ অহা বুলি চৰকাৰে স্বীকাৰ কৰিছে। ১৯৭৭ চনত বাংলাদেশৰ পৰা ( পূব পাকিস্থানৰ বৰ্ত্তমান নাম ) ৯০ লাখ হিন্দুৰ ৩০ লাখ লোক বাংলাদেশ এৰিছে আৰু তাৰ অধিক সংখ্যক লোক অসমৰ গোৱালপাৰা, কামৰূপ, নগাওঁ, দৰং আদি জিলাত প্ৰবেশ কৰিছে। অনা-অসমীয়া বাহিৰৰ লোক অসমলৈ অহাৰ ভিতৰত হ'ল—(১) চাহবাগিচাৰ বনুৱা (২) পূব বঙ্গৰ মুছলমান-পমুৱা আৰু হিন্দু ভগনীয়া (৩) নেপালৰ পৰা অহা নেপালী (৪) অসমৰ বাহিৰৰ ভাৰতৰ ভিতৰৰ অনা-অসমীয়া ব্যৱসায়ী, শিল্প-উদ্যোগ আৰু চাকৰি কৰিবলৈ অহা লোক (৫) ধোবা, নাপিত, মুচী, ৰিক্সাৱালা, ফেৰিৱালা, মাটিকটা লোক আদি অনা-অসমীয়া লোকসকল। ইমানবোৰ মানুহ নহাহেঁতেন অসমৰ জনসংখ্যা বৃদ্ধি ইমান নহ'লেহেঁতেন আৰু অসমীয়া মানুহবো খাদ্যদ্ৰব্যৰ ইমান নাটনি নহ'লহেঁতেন। তাৰ উপৰি ভাষা, সংস্কৃতিৰ ক্ষেত্ৰতো ইমান সমস্যাৰ সৃষ্টি নহ'লহেঁতেন। আজি অসমৰ নিবনুৱা সমস্যাই ভয়াবহ ৰূপ লোৱাৰ একমাত্ৰ কাৰণ—বহিৰাগতৰ আগমন।" নৰেনৰ পেটে পেটে বৰ খং উঠিছে—বাতিপুৱাতে বাতৰি কাকতৰ খবৰটো পঢ়ি। এইবোৰ হিচাপ দেখিলে অসমৰ শিক্ষিত নিবনুৱাৰ কথা বাদ দিলেও আন-বিলাকেও আপত্তি জনাব। কেন্দ্ৰীয় চৰকাৰে অসমক ভাৰতৰ এখন উপনিবেশ কৰি ৰখা বুলি যে বিৰোধী দলৰ নেতাবিলাকে কৈ থাকে ইয়ে তাৰ প্ৰমাণ। বৰ বেয়া হৈছে। অসমীয়া মানুহৰ ভৱিষ্যৎ। কথা ভাবি ভাবি নৰেনৰ মনত বিদ্ৰোহৰ ভাব জাগি উঠে।

গাড়ীৰ বেগ হঠাৎ কমি গ'ল। কাৰণটো আন একো নহয়; সেই ঠাইতে আগতে দুৰ্ঘটনা হোৱা ঠাইখনৰ ওচৰ পালে। বহুত মানুহ মৰা হৈ আছে। নৰেনে ভাবিলে, আজিও কোনোবা [illegible] হ'ল। কি কালিকা লগা ঠাই এইডোখৰ। কেউ [illegible] [illegible] ৰখাই দিলে। [illegible] সুধিলে—"কি হ'ল [illegible] [illegible]"

—"বহুত মানুহ গোট খাইছে, দেখোন……।" ড্ৰাইভাৰে কয়।
—"নাই আগৰ গাড়ীবিলাক ৰখা নাই। চলাই দিয়া।"

ড্ৰাইভাৰে চলাবলৈ আৰম্ভ কৰোঁতেই কেইজনমান মানুহ আহি ড্ৰাইভাৰৰ কাষ পালে আৰু বৰ অনুনয়ৰ সুৰত কলে—"ড্ৰাইভাৰ চাহাব, গাড়ী ৰাখক। আমাৰ এটা বৰ টান বেমাৰী আছে; আগৰ বাছ কেইখনে বেমাৰীটো নিনিলে। টেক্সি-চেক্সিও নাই। গুৱাহাটী মেডিকেল কলেজলৈ নিব লাগে তাৰাতাৰি। গাড়ী ৰাখক। বেমাৰীটো লৈ বলক।"

কণ্ডাক্টৰে বেল বজাই খঙেৰে কলে—"গাড়ী চলাই দিয়ক, চিট নাই; নিব নোৱাৰো।"

মানুহ কেইজনে কৰযোৰে কাকুতি কৰি কয়—'কণ্ডাক্টৰ বাবু! দয়া কৰক! বেমাৰীজন মৰিব; লৈ বলক।"

—আমি কি দয়া কৰিম? আমাক দয়া কৰিছিল নে? মনত আছে নে আজি দুমাহ আগৰ কথা? পকৰ ঠেং ভঙাত দুশ টকা জৰিমনা কৰিব পাৰিছিল, এতিয়া বেমাৰী নিব নোৱাৰে কিয় আপোনালোকে? এতিয়া আমাৰ সহায় লাগে?" মানুহ কেইজনক তেনেকৈ কৈ পুনৰ বেল বজাই গাড়ী যাবলৈ নিৰ্দেশ দিয়ে।

মানুহ দুজনমানে সেমেনা-সেমেনি কৰি কণ্ডাক্টৰৰ ধমক খাই ড্ৰাইভাৰৰ ওচৰলৈ আহিল—"ড্ৰাইভাৰ বাবু! আপুনি দয়া কৰক। বেমাৰীটো বচাওঁক; লৈ বলক। বেমাৰীটো আৰু মাত্ৰ এজন, এই দুজনক লৈ বলক; নহলে বেমাৰী আৰু নাবাচিব।"

—আমাৰ গাড়ীত বোলে চিত নাই; কেনেকৈ নিওঁ? এনেয়ে চৰকাৰী ভাতে আজি 'মোবাইল কোৰ্ট' বহিছে' বোলে বাতৰিত। বেছিকৈ যাত্ৰী নিলে মোৰ চাকৰি যাব।' মই কি কৰিম!

—নহয় বাবু! কিবা উপায় কৰক। আপুনি গাড়ীখন ৰাখিছে যেতিয়া, বেমাৰীটোক লৈ যাওক। আমি আপোনাক হাতজোৰ কৰি কৈছো।

—"গাড়ী ৰাখিয়েতো ভুল কৰিলে। চলাওক সোনকালে।" বাহৰ ভিতৰৰ পৰা যাত্ৰী কিছুমানে কয়।

—"চিন্ত নাই, ক'ত নিব? চলাক।" আন এজন যাত্ৰীয়ে কঠোৰ ভাৱে আদেশ কৰে।

নহয় বাবু! লৈ যাওক বেমাৰীটো। আপুনি নিনিলে বেমাৰী মৰিব নিশ্চয়। লৈ যাওক বাবু! কাবৌ কৰিছো বাবু।" বৰকৈ কাকুতি-মিনতি কৰি কব ধৰিলে বেমাৰীৰ সঙ্গ ল'ৰাজনে। তাৰে মাজৰেপৰা এজনে ক'লে—"ছিঃ আহা বন্ধুৰাম; ইমানবোৰ গাড়ীয়ে নিনিলে যেতিয়া, এওঁ নিব নে? সিদিনা এওঁকে দুশ টকা জৰিমনা কৰিছিল তইঁতৰ গৰুটোৰ ঠেং ভঙাত; এতিয়া তেওঁ নিব নে? তোমালোকৰ লাজ নালাগে নে? গুচি আহা।

এজনে কলে—"অনন্ত বৰ্মনৰ দিন বেয়া, এখনো গাড়ী নাৰাখিলে। এইখনটো তেওঁৰ শত্ৰুৰ গাড়ী বুলিয়ে কব পাৰি; কিয় নিব?"

অনন্ত বৰ্মনৰ নাম শোৱাত নৰেনৰ মনৰ উদবিগ্নতা বাঢ়ি গ'ল। কি হ'ল অনন্ত বৰ্মনৰ? যি অনন্ত বৰ্মনে তেওঁক সিদিনা তেনে তিতা কথা শুনাইছিল, সেই বৰ্মনৰ আজি কি হ'ল? মনৰ উদবিগ্নতা দমাব নোৱাৰি নৰেনে সুধিলে—"কি হৈছে অনন্ত বৰ্মনৰ?"

—আজি ৰাতিপুৱাতে নতুনকৈ কিনি অনা হালোৱাটোৱে খুচি বগৰাই দিয়ে। বৰ বেয়া ভাৱে পৰিল আৰু বেয়াকৈ আঘাত পালে। মাতবোল নাছিলেই; কেঁচা তিয়াৰ হুচ্ছম, তেতুকাপাতৰ বস আদি খুৱাই আৰু কিবাকিবি গাৱলীয়া চিকিৎসা কৰি কোনোৰকমে ভালকৈ অনা হৈছে। ওচৰত ডাক্তৰ, কবিৰাজ নাই। ৰাতিকে গুৱাহাটী মেডিকেল কলেজলৈ নিব পাৰিলে কিজানি বাচিবহেঁতেন; নহলে পিতা মৰিব। আপুনি দয়া কৰি লৈ যাওক বাবু।"—বন্ধুৰামে কয়।

[illegible] নিজৰ ল'ৰাৰ মুখত বেমাৰীৰ কথা শুনি [illegible]

[illegible] কলে—"[illegible]?"

'সোৱা'—বাস্তাৰ অলপ দূৰত মানুহে ধৰি থকা অৱস্থাত থকা অনন্ত বৰ্মনক দেখুৱাই দিয়ে বন্ধুবাৰে। ড্ৰাইভাৰে নম্ৰভাৱে কলে— "বেমাৰীক লৈ আহা।"—এইবুলি কৈ তেওঁ মটৰৰ ভিতৰলৈ সোমাই আহি মটৰৰ বাকৰ বাটটোত বেমাৰীক ৰাখিবলৈ নিৰ্দ্দেশ দিয়ে। ড্ৰাইভাৰৰ এনে অভাৱনীয় কাণ্ড দেখি সকলো অবাক হ'ল। গাড়ীৰ মানুহবিলাকো স্তব্ধ হ'ল। মানুহকেইজনে অনন্ত বৰ্মনক লাহে লাহে গাড়ীৰ ওচৰলৈ আনিলে। গাড়ীৰ ওচৰ পোৱাত নবেনে অনন্ত বৰ্মনৰ মুখলৈ চাই কলে—"উঠক।"

অনন্তই তেতিয়া চকু মেলিবপৰা হৈছিল। চকু মেলি চাই দেখে যে সেই ড্ৰাইভাৰ—যাক আজি দুমাহ আগতে তেওঁ বেয়া কথা শুনাইছিল আৰু দুশ টকা জৰিমনা কৰাইছিল। আজি সেই ড্ৰাইভাৰৰ ব্যৱহাৰ দেখি বৰ্মন হতবাক হ'ল। লাজ চৰমত তেওঁ চকু মুদি দিলে।

—"লাহে লাহে উঠক। উহ! বৰ আঘাত পাইছে।"—ড্ৰাইভাৰে সহানুভূতিৰে কয়। অনন্ত বৰ্মনে আৰু সহ্য কৰিব নোৱাৰিলে। সজল চকু দুটাৰে এবাৰ ড্ৰাইভাৰৰ ফালে অপলক দৃষ্টিৰে চাই যেন সহস্ৰ প্ৰণাম জনালে। নবেনেও তেওঁৰ হৃদয়ৰ আকুল আকুতিৰ সঙ্কেত পালে আৰু নিমিষতে চকু ফিৰাই আনি ক'লে,—"সোনকালে উঠক। পলম হৈছে। বাৰ লাগে।"

মানুহ কেইজনমানে বেমাৰীক ধৰি বাহৰ ভিতৰত তুলি দিলে। ড্ৰাইভাৰে নিজে বাহৰ বন্দৰস্ত কৰি দিলে। বাহত যাত্ৰী বেচি হোৱা বাবে আইন মতে দণ্ডনীয় হ'ব লাগিব জানি কণ্ডাক্টৰৰ পেটে পেটে খং উঠিল। তেওঁ কৈ উঠিল। "চিন্তা নাই। অভাৱ পেটেলাই নিলে যে কি হ'ব তাক জানে নে নাই। তাতে আকৌ আজিকালি 'মোবাইল কোৰ্ট' আছে। আজি চাকৰি খতম হ'ব জানিবা।"

কণ্ডাক্টৰৰ কথাত ড্ৰাইভাৰে একেবাৰ হাঁহি কৈ উঠিল—"বেমাৰীক নিলে দোষ আছেনে? বাৰু; কিন্তু [illegible]

যাব, এই কথা ভাবিছা নে নাই ?"

—"কিন্তু আইন সদায় আইন। আইনে এইবোৰ নামানে।" কণ্ডাক্টৰে কৈ উঠে।

ড্ৰাইভাৰে বেমাৰীক ভাল ৰকমে সুবিধা কৰি দি কবলৈ ধৰে,— "আইন মানুহৰ কাৰণহে, আইনৰ কাৰণে মানুহ নহয়। তাৰ উপৰি জীৱন এটিতকৈ চাকৰি এটি ডাঙৰ নহয়। চাকৰি যোৱাক মই ভয় নকৰো।"—ড্ৰাইভাৰে বেগেৰে গৈ নিজৰ চিত্তত বহে আৰু জোৰেৰে মটৰ চলাই দিয়ে। মানুহবোৰে একো কব নোৱাৰিলে। সকলোৱে বিস্ময়ত অভিভূত হৈ পৰিল।

তেতিয়া মাখোন অনন্ত বৰ্মনৰ দুগালেদি দুধাৰী চকুলো বাগৰি যোৱা দেখা গ'ল।

• • •

# নাৰীৰ মন

—অ' বোপা ৰমেশ আহিছা? আহা বোপা। ঘৰৰ পৰা আহিলা নে কৰবাৰ পৰা আহিছা বোপা?

—ঘৰৰপৰা আহিলো খুৰী। ৰাতিপুৱাতে আহি এতিয়া এই মহটা বজাৰতহে আহি গুৱাহাটী পালোঁ। আজি বাছখনে বৰ দিগদাৰ দিছে খুৰী।

—বাছৰ দিগদাৰ প্ৰায়ে হয়। গাঁৱৰপৰা আহোতে আমাৰো হৈছিল। বাৰু হাত ভৰি ধোৱা বোপা, বৰ গৰম লাগিছে তোমাৰ।

—খুৰীয়েকে ৰমেশক পানী দিয়ে। সি হাত-ভৰি ধুই লয়। খুৰীয়েকে বৰ মৰম কৰি তাক মাতে,—তুমি চাহ খাবা নে ভাত খাবা বোপা? কাছাৰীৰ সময় হৈছে; খুৰায়েৰাই এতিয়াই যাব। তুমিও ভাতকে খাই লোৱা বোপা. মোৰ ভাত হৈছে।

—হয় খুৰী, মই ভাতকে খাম।

খুৰীয়েকে বৰ আথে বেথে তাক আদৰ জনালে যেন বহু দিনৰ মূৰত মৰমৰ ল'ৰাজনহে আহি ঘৰ পাইছে। খুৰীয়েকৰ মধুৰ ব্যৱহাৰ আৰু মিঠা মাতত তাৰ মৰম আকলুৱা মনটি যেন উদবাউল হৈ উঠিল। কিছু সময় পিছত খুৰীয়েকে তাক ভাত খাবলৈ মাতিলে, —বোপা ৰমেশ, আহা বোপা, ভাত খোৱাহি।

ৰমেশ পাক ঘৰলৈ যায়। পাক ঘৰত ৰমেশে খাবলৈ বহিল। খুৰীয়েকে যথেষ্ট আঞ্জা ভৰকাৰী দিছে। ভজামাছ দিছে।

—একো বস্তু নাই বোপা। আজি বজাৰলৈ যোৱা নহ'ল। ভাল ভাতকে খোৱা বোপা।

—ইমানবোৰ আঞ্জা মাছ থকাতো একো নাই বুলি কৈছে খুৰী? আমাৰ ঘৰত সকাম-নিকামত হলেও ইমান আঞ্জা নাথাকে।— খোৱা বোপা।

এনেকৈ খুৰাক আহি, ভলায় আৰু সাহি খোৱা ভাতৰ কাৰবাৰ

ওচৰত বহে। খুৰীয়েকে বস্ত্ৰ-বেহানি ঠিকমতে দিয়ে। ভাতৰ পাত্তত বহি খুৰাকে সোধে, "কেতিয়া আহিছ ৰমেশ?"

-অলপ আগতে আহিলোঁ খুৰা।

অলপ টলকা মাৰি ডুগৰাহমান ভাত খাই খুৰাকে পুনৰ সোধে, "কিয় আহিলি?"

– পিতাই পঠাই দিলে ; মোৰ কলেজত নাম লগোৱাৰ বিষয়ে কি কৰিব লাগে সুধি যাবলৈ।

খুৰীয়েকে আনন্দ প্ৰকাশ কৰি সুধিলে, "তুমি মেট্ৰিক পাছ কৰিলা বোপা?"

—হয় খুৰী, এইবাৰ পাছ কৰিলোঁ।

বৰ সুখৰ খবৰ দিলা বোপা ; বৰ সুখ পালোঁ।

কোন বিভাগ পাইছ? —খুৰাকে সোধে।

দ্বিতীয় বিভাগ। ৰমেশে উত্তৰ দিয়ে।

—ককাইদেৱে কিয় পঠালে মোৰ ওচৰলৈ?

—মই কলেজত পঢ়িব লাগে নে নালাগে… …

—"কলেজত নপঢ়ি কি কৰিবা? কলেজত পঢ়িবই লাগিব। আমাৰ বংশৰ গৌৰৱ হব। তুমি পঢ়িবই লাগিব। তাকো খুৰায়েৰাক সুধিব লাগিছে নে? ময়ে কৈছোঁ তুমি কলেজত পঢ়িবই লাগিব।" খুৰীয়েকে টপৰাই মাত লগায়।

কলেজত নাম লগাব লাগিলে টকা লাগিব খুৰী। পিতাৰ টকা নাই ; গতিকে খুৰাৰ ওচৰলৈ পঠাইছে।

—পঠাবতো। খুৰায়েৰাই নিদিলে পিতেৰাই কেনেকৈ দিব। খেতিয়ক মানুহ। যোৱাবেলি তাতে খেতি-বাতি বানপানীয়ে নিলে ; গতিকেই পিতেৰাই তোমালোক ল'ৰা-ছোৱালী ছয়জনক যে কিমান কষ্ট কৰি ডাঙৰ কৰিব লগা হৈছে। উহ ৰাম! যেজনা মানুহ গৰাকীৰ দুখৰ পাৰাকুল নাইকিয়া হৈছে। তাতে তোমাৰ মাৰা গৈছে জিৰোৱা।

লদায় কেটেৰা-জেঙেৰা মাত। মাৰাৰ কথা মনত পৰিলে এতিয়াও মোৰ খং উঠে। সুদা কথাতনো মই গুৱাহাটীলৈ আহিছোঁ নে?

খোৱা তোমাৰ সেইবোৰ কথা।—ভেকাহি মাৰি গিৰিয়েকে কয় আৰু ভজামাছ এডোখৰ কামোৰ মাৰে। ঘৈণীয়েকৰ খং উঠে। গোমোঠা মুখেৰে কয়,—সেই জনীৰ দোষৰ কথা কলেই জিকাৰ খাই উঠে। বৰ গুণৰ মাণিক বৌয়েক জনী; একাষাৰ কলেই সহ্য নহয়।

—মনে মনে থাকা।—তাৰ পিছত ৰমেশক সোধে, "কলেজত নাম লগোৱাত কিমান টকা লাগিব?"

একশমান টকা হলে ·····

খুৰীয়েকে কৈ উঠে,—একশ টকাৰে কেনেকৈ হব বোপা? আমাৰ দীপালীহঁতে কলেজত নাম লগোৱাত প্ৰায় তিনিশ টকা গৈছে। কানি-কাপোৰ, জোতা-মোজা, আন বয়-বস্তু আদি কিনা আৰু নাম লগোৱাৰ উপৰি কিতাপ-পত্ৰ কিনাত কিমান যে খৰচ লাগে। কমেও পাঁচশ টকা লাগিব। তুমিতো বোপা একশ টকাৰে কেনেকৈ মিলাবা মই ভাবি পোৱা নাই। কমেও পাঁচশ টকা লাগিব।

পাঁচশতো লাগেই, পিছে দিম কৰ পৰা? আৰু দিমেই বা কিয়? মোক পঢ়া অৱস্থাত সি একো সহায় কৰা নাই। পিতাৰ দিনৰ মাটি চাৰিবিঘা বেচি কোনোমতে পঢ়িছোঁ। সি যিকি নহওক, কেৱল ঘৰৰ সকাম-নিকামকে আদি কৰি ল'ৰা পঢ়ালৈকে মই খৰচ দিব লাগে; তাৰ উপৰি কানি-কাপোৰতো আছেই।

—নিদিলে কেনেকৈ হব? খেতিয়ক মানুহ; বতৰৰ ওপৰত নিৰ্ভৰ কৰি চলিব লাগে। বতৰ বেয়া হলে খেতিক নিৰ্ভৰ কৰিব নোৱাৰে; তেতিয়া ভায়েকৰ ওপৰত নিৰ্ভৰ নকৰি কাৰ ওপৰত কৰিব? তাতে ভায়েক উকীল। লোকে কি কব?

তেওঁ গিৰীয়েকক ধমক দিয়ে আৰু ৰমেশৰ কালে লক্ষ্য কৰে। ৰমেশে খুৰীয়েকৰ স্নেহৰ সন্ধান পাই বিগলিত হৈ যায়। সি কৃতজ্ঞ হৈ ভাত খাই থাকে। এনেতে খুড়াকে উকীলে কয়,—এতিয়া [illegible]

দিব লাগে। পিছে পিতাৰ দিনৰ খেতিৰ মাটি বেচিবৰ সময়ত হলে মোক সোধা নহ'ল। তাৰ স্বভাৱ মই জানো। চিলা আদা পালে সকলোৱে একামোৰ মাৰে। অলপ টকা মাৰি সোধে,—তোৰ এডমিচনৰ তাৰিখ কেতিয়া?

—শেষ তাৰিখ অহা কালি খুৰা

—বেমাৰী তুলসীৰ শুৰিলৈ নিবৰ সময়তহে ডাক্তৰ বিচাৰিছে। বুৰ্বক।—তেওঁ খাই বৈ উঠি যায় আৰু কৈ যায়,—খাই উঠি মোৰ কমলৈ আহিবি; মই কাছাৰীক যাবৰ সময় হৈছে।

বৈণীয়েকে ভোৰভোৰাই ৰকে আৰু ৰমেশক ভালৰি বোলায়,—"খোৱা বোপা ৰমেশ। এই মানুহজনৰ লগত মোৰ বৰ জুলুম। যেতিয়া যি মগজুত খেলে তাকে কৰে। আপোন পৰ একো নাই। নিজৰ ককায়েকৰ ল'ৰা নিজৰ ল'ৰাৰ দৰে আৰু সেই দেখি সমান দায়িত্ব আছে। এইখিনি কথাকো মই উকীল এজনক শিকাব লাগেনে বোপা? উহ হৰি! কি মানুহৰ লগত মই বাস কৰিব লগা হৈছো!—বৰ আপচোচৰ সুৰত কয় তেওঁ।"

ৰমেশে খাই বৈ উঠি আছে। তাৰ পিছত খুৰাকৰ কমলৈ ভয়ে ভয়ে সোমাই যায়। খুৰাকে নেকটাইডাল ঠিক কৰি মাৰি আছে। সি প্ৰৱেশ কৰাত খুৰাকে গম্ভীৰ হৈ সুধিলে—কেতিয়া যাবি?

—আজিয়ে যাব পাৰিলে ভাল।

উকীলে পকেটৰপৰা চুশ টকা উলিয়াই তাৰ হাতত দি ক'লে,—যা এই চুশ লৈ যা। নাম লগোৱা আৰু কাপোৰ কিনাৰ বাবে দিলো। কিতাপৰ ব্যৱস্থা পিছত কৰা হ'ব।

সি টকাখিনি লৈ পকেটত ভৰাই থলে। তাৰ পিছফালে থিয় হৈ আছিল খুৰীয়েক। সি পিছ ঘূৰি দি খুৰীয়েকৰ ফালে চালে। খুৰীয়েকে বং ভাবে চাই চকু-মুখ ওফোলাই পেলাইছে। উকীলে বেগা পাই একো নকৈ ওলাই গ'ল। খুৰীয়েক বং ভাবে গিৰীয়েকৰ ফালে চাই ৰ'ল।

খুৰীয়েকৰ খং উঠা জানিলে ৰমেশে ; কিন্তু কিহত খং কৰিছে ধৰিব পৰা নাই। সি ভাবিলে যে খুৰীয়েকে পাঁচশ দিব কৈছিল, পিছে খুৰাকে দুশহে দিলে, সেই বাবে উকীলক খং কৰিছে। তাৰ প্ৰতি এনে স্নেহ দেখি তাৰ শ্ৰদ্ধা-ভক্তিত খুৰীয়েকৰ ওচৰত মূৰ দো-খাই গ'ল। তাৰ মনত খুৰীয়েক যেন সাক্ষাৎ লক্ষ্মীদেৱী। কিন্তু খুৰীয়েক জানা সঁচাকৈ স্নেহশীলা লক্ষ্মী স্বৰূপা ? এয়ে হ'ল প্ৰশ্ন।

খুৰাক যোৱাৰ পিছত ৰমেশে খুৰীয়েকৰ পৰা বিদায় লৈ যাবলৈ ওলাল আৰু খুৰীয়েকৰ পৰা বিদায় মাগিলে'—"মেয়ো এতিয়া যাওঁ খুৰী। কলেজত নাম লগাই আকৌ আহিম।"

—যোৱা বাচা। কি কৰিবা, দেখিলাই নহয়, খুৰায়েৰাৰ স্বভাৱ। মোৰ হাতত থকা হ'লে কিছু দিলোহেঁতেন, পিছে দীপালীক কাপোৰ আৰু অলংকাৰ কিনি দিওঁতেই শেষ হৈ গৈছে। কলেজত পঢ়া ছোৱালী এজনীক যে কেনে সাজ আৰু গহনা লাগে তাৰ ধাৰণা এই মানুহজনৰ নাই, কেৱল কেচ-কেচ, মকেল মকেল আৰু দুটা-মাত, কঠোৰ ব্যৱহাৰ। মই যে এই মানুহজনক কি কৰিম।—খং বিক্ষোভ আৰু অসন্তুষ্টিৰ সুৰত কয় তেওঁ। তাৰ পিছত মধুৰ ব্যৱহাৰেৰে বিদায় দিয়ে ৰমেশক।

আবেলি কাছাৰীৰ পৰা উকীল আহিছে। ঘৈণীয়েকে আন দিনা হাত-মুখ ধুবৰ পানী, গামোচা আদি যোগাৰ কৰি দিয়ে : তাৰ পিছত চাহ জলপান দি যায়। আজি কিন্তু একো আমঘুমেই নাই। তেওঁ আহি কাপোৰ-কানি সলাই থৈ নিজে গৈ পানী আনি মুখ ধুলে আৰু পাকঘৰলৈ গৈ মাত লগালে—চাহ হোৱা নাই ? মই আজি এখন মিটিঙলৈ যাব লাগে। চাহ সোনকালে দিয়া।

ঘৈণীয়েকে মুখ ওফোন্দাই, খঙৰ ভমকত ক'লে—চাহ কৰা নাই। দোকানত খাবলৈ গৈ।

—কিয় ? কি হ'ল তোমাৰ ?

—কিনো হব মোৰ ! যি আপোন সি আপোন। আমি কোন, আমি কেনেকৈ আপোন হম ?

—কি হল তোমাৰ ? ইমান খং কৰিছা যে ? ৰমেশক টকা দিয়াত বেয়া পালা হবলা ?

—বেয়া নাপাই ভাল পাম। নিজৰ ছোৱালীক দিব লাগিলে কেটুৰ-গেঠুৰ কৰিব আৰু লোকৰ ল'ৰাক দিব লাগিলে দানবীৰ দাতাকর্ণ ওলাব। সি খুজিছে একশ, উলিয়াই দিছে দুশ। আমাৰ যেন টকা থবৰ ঠাই নোহোৱা হৈছে।

—তুমি দেখো পাঁচশ দিব কৈছিলা, পিছে দুশ দিয়াতে খং উঠিল নে ?

—পাঁচশ কিয় পাঁচ হাজাৰো মই দিবলৈ কম, সেই বুলি দিব নে ? মই দিবলৈ কলেই দিব লাগে নেকি ?

—তুমিয়েতো ৰব মৰম কৰি দিবলৈ কৈছা। তোমাৰ মৰম দেখি মোৰ কিমান খং উঠিছিল জানা ? তুমিয়ে মিঠা মাত মাতি একশৰ থলত পাঁচশ দিবলৈ কৈছা।

—মই মিঠা—মাত মাতোঁ ; কিন্তু টকা নিদিওঁ। নিজে দুটা মাত মাতে ; অথচ টকা দিয়ে। দিয়েতো দিয়ে যিমান খোজে তাৰ দুগুণ দিয়ে। যাৰ আপোন তাৰ আপোন ! আমাৰ কথা কোনে মানিব ?"—তেওঁ খণ্ডত কৈ যায়।

—তুমি মিঠা-মাত মাতি টকা দিব কোৱা আৰু তুমিয়ে মোক খং কৰা ? আচৰিত চৰিত্ৰ তোমাৰ।

—টকা যেতিয়া মই নিদিওঁ মুখৰ মাত আৰাৰকে ভাল ৰকমে দিওঁ। মই মাত দিওঁ, আপুনি ধন দিয়ে। মিঠা-মাত আৰু মিঠা ব্যৱহাৰত ধন খৰচ সহজ। আপোনাৰ মুখত নীৰস কথা আৰু কঠোৰ ব্যৱহাৰ, অথচ পেটত সৰলতা আৰু কোমলতা ; এনেত ধন হানি। এনেকৈ ধনো খৰচ কৰে আৰু লোকৰগৰা আদৰো নাপায়। এই স্বভাৱ থাকিলে মোৰ গতি কি হ'ব জানিছো।

ঘৈণীয়েকৰ ভৰ্ৎ'নাত উকীল হতমুখ হৈ বয়। নাৰী চৰিত্ৰৰ আন ফালটিৰ খবৰ নাপায় বেচেৰা আইনজ্ঞ উকীল মহাশয়ে।

কিছুদিন পিছৰ কথা। উকীলৰ ঘৈণীয়েকে এখন চিঠি পাইছে তেওঁৰ ককায়েকৰ পুতেক জিতেনৰ পৰা। জিতেন হেনো আহিব পেহীয়েকৰ ঘৰলৈ টকাৰ সকামত। চিঠিৰ কথা গিৰিয়েকৰ আগত কোৱা নাই। নকয়। সময়ত কৌশল খটাব। গিৰিয়েক ঘৈণীয়েক দুয়ো বাহিৰৰ বাৰান্দাত বহি মেল কৰি আছে। মনে মনে কিন্তু ঘৈণীয়েকে অপেক্ষা কৰি আছে জিতেন কেতিয়া আহে।

চাৰিবটামান বজাত আহি ওলাল জিতেন। তাক দেখি উকীলে হাঁহি মাৰি মাত লগালে—জিতেন আহিলা ? ক'ৰ পৰা ওলালা ?

—ঘৰৰ পৰাই ওলালো পেহাদেউ।

—আহা আহা।—উকীলে মাতিলে। সি দুয়োৰো কাষলৈ আহিল আৰু পেহীয়েকক মাত লগালে—পেহীদেউ ! ভালে আছে ?

—ভালে নাথাকিলে ঘৰত পালাহেঁতেন ? ডাক্তৰখানাতহে পালা-হেঁতেন।—গোমোঠা মুখেৰে উত্তৰ দিয়ে। পেহীয়েকৰ কথা শুনি স্তম্ভিত হৈ যায়। কেনে হুঁটামাত আৰু কঠোৰ ব্যৱহাৰ ! আদৰ কৰি মাত এষাৰ দি বহিব কলেতো একো খৰচ নহ'লহেঁতেন। পেহীয়েকৰ ব্যৱহাৰত সেমেকি গ'ল জিতেন ! তাৰ মুখৰ হাঁহি নাইকিয়া হ'ল। তাৰ উদ্দেশ্যৰ কথা যেন সি প্ৰকাশ নকৰিব, এনে ভাৱ আহিল। তাৰ চিঠিৰ খবৰ সি সেই কাৰণে সুধিয়ালে। সি বুজিলে যে পেহীয়েকে নিশ্চয় টকা খোজাৰ বাবে বেয়া পাইছে। গতিকে সি সেমেনা-সেমেনি কৰি থিয় হৈ ৰ'ল। উকীলে হাঁহি মাৰি উঠিল আৰু ক'লে, —বহা জিতেন, মোৰ কাষলৈ বহা। তাক মাতি লৈ গ'ল আৰু বাবৰ সমস্ত ঘৈণীয়েকক কৈ গ'ল—আমাৰ কাৰণে চাহ আনিবা। আহা জিতেন।

মধুৰ ব্যৱহাৰ আৰু মিঠা মাতেৰে মাতি লৈ গ'ল উকীলে। ঘৈণীয়েকে খংজাৰে উত্তৰ দিলে—এই সন্ধিয়া পৰত কোনে জুইৰ

কাৰক যাব ? চাহ খাবৰ ইচ্ছা হৈছে যদি দোকানত খাই আহক গৈ।

তেওঁৰ উত্তৰ শুনি এওঁলোক দুয়ো তবধ মানিলে। জিতেনে সেমেনা-সেমেনি কৰি ক'লে—"আপুনি কষ্ট কৰিব নালাগে পেহীদেউ। মই মটৰ ষ্টেণ্ডৰ চাহ দোকানতে চাহ খাই আহিলো। লাগিলে পেহাদেউৰ কাৰণে দিব।" এনেভাৱে কৈ দুয়ো উকীলৰ কমত সোমাল। বৈণীয়েকে কিছু সময় পিছত উঠি গ'ল আৰু ক'ৰবালৈ ফুৰিবলৈ যোৱা বুলি ইঙ্গিত দি আঁতৰি গ'ল। উকীল আৰু জিতেনে বহু সময় মেল কৰিলে। উকীলে তাৰ আগমনৰ কাৰণ সুধিলে। সি কলে যে সি হেনো চাকৰি বিচাৰি ডিব্ৰুগড়ৰ ফালে যাব। তিনিবাৰো ফেল কৰি এতিয়া বয়সো বেচি হ'ল। আৰু ঘৰতো পিতাকে খৰচ নিদিয়ে; গতিকে নিজে চাকৰি কৰি জীৱিকা উলিয়াব। সেই বাবে আহিছে। কথাবাৰ শুনি উকীলে চিন্তা কৰিলে আৰু কলে,—"বাৰু মই আলোচনা কৰি চাও পেহীয়েৰাৰ লগত।"

গধুলি পাকঘৰত উকীল আৰু জিতেন বহিছে চাহ খাবলৈ। দীপালীয়ে বস্তু-বেহানি যতনাই দিছে মাকক। মাকে দুয়োকো চাহ খাবলৈ দিছে। চাহ খাই থাকোতে উকীলে উলিয়ালে,—"শুনিছা নে দীপালীৰ মাক। আমাৰ জীতেনে বোলে চাকৰি বিচাৰি ডিব্ৰুগড়লৈ যায়; কথাবাৰ মন কৰিছা নে ?"

ভেকাহি মাৰি বৈণীয়েকে কৈ উঠিল—"কোনোবাই চাকৰি বিচাৰি যায় নাইবা জহন্নামে যায় যাওঁক তাত আমাৰ কি ? যিয়ে যি কৰে তাকে কৰক। আমাৰ কৰ লগা কি আছে ?"

উকীলে হাঁহি মাৰি কলে,—"আমাৰ কৰ লগা একো নাই, পিছে দিব লগা আছে। , যাৰৰ বাবে তাক টকা দিব লাগিব। সেই বাবেহে হৈছে লেঠাটো।"

—আমি কাকো একো দিব নোৱাৰোঁ। নিজৰ ছোৱালীক একো দিব পৰা নাই, আৰু লোকক……

মোৰ কৰ লগাও নাই, দিব লগাও নাই। সি তিনিবাৰ মেট্ৰিক ফেল কৰিব আৰু এতিয়া সি কি চাকৰি পাব? কিমানে বি-এ, এম-এ, পাছ কৰি চাকৰি পোৱা নাই। তাতকৈ ঘৰতে ককাইদেউৰ লগত হাল—কোৰ বাই খাওক গৈ। দুখীয়া মানুহৰ ল'ৰা চাকৰি বিচাৰি ফুৰিলে হব নে?

—চাকৰি নাপালেতো খেতি কৰিবই, তথাপি চেষ্টা কৰি চোৱা ভাল।

—গুৱাহাটীলৈ সকলোৱে চাকৰি বিচাৰি আহে, এতিয়া সি গুৱাহাটীৰ পৰা ডিব্ৰুগড়লৈ চাকৰি বিচাৰি যাব নে? সেইবোৰ মিছা কথা; ই তাৰ ফন্দী। আজি কালিৰ ল'ৰা। আৰু যায় যাওক —আমি টকা দিব নোৱাৰো।

—ল'ৰা মানুহ, বহুবাৰ ফেল কৰিলে, এইবাৰ ক'ৰবাত কিবা এটা কৰিব পাৰিলে মতি গতি বদলিব। গতিকে এবাৰ ফুৰি মেলি অহা মই ভাল দেখো। তুমি কি কোৱা?

—মোৰ কব লগা একো নাই। সেইখন ঘৰত কোন মানুহ গুলাব? কোনে সিইঁতক সহায় কৰিব? মই একো আশা কৰা নাই। মিছামিছি জঞ্জালবোৰ নবঢ়াব।

—সি যেতিয়া পৰক আশা কৰি আহিছে, অলপ দিয়া ভাল হব। বাৰু জিতেন, কিমানখিনি হলে তোৰ চলিব?

—মইতো আগতে কৈছো যে চাৰিশমান লাগিব। যদি পাৰে দুশমানকে দিয়ক পেহা।

—দুশ কিয় দুই টকাও দিব নোৱাৰো। ইহঁত ধ্বংস হৈছে, ধ্বংস হৈ যাওক।

—থং নকৰিবা দীপালীৰ মাক। দুশ নালাগে এশ টকা দিওঁ; পিছত কি হয় দেখা যাব।

এনেভাবে চাহ মেলত কথা হৈ, চাহ খাই তেওঁলোক উঠাই আছিল।

বাঁতিপুৰা টকাশ দি উকীলে জিতেনক বিদায় দিলে। ঘৈণীয়েকে টকাশ দিয়াত তীক্ষ্ণ দৃষ্টিৰে চালে আৰু মুখখন এপাচিমান কৰি থাকিল। জিতেনে বুজিলে যে টকা দিয়া বাবে পেহীয়েকে বৰ বেয়া পাইছে। কিন্তু সিও কম ল'ৰা নহয়; ধাপ্পাবাজি কৰি যে এশ টকা সৰকাব পাৰিছে, এয়ে কৃতিত্ব। সি একো নামাতি টকাশ পেন্টৰ মোনাত ভৰাই ললে। তাত অধিক সময় বিলম্ব কৰিলে কথাৰ গতি বেগতিক হব পাৰে বুলি ভাবি সি তাৰাতাৰি বিদায় ললে। সি যোৱাত উকীলে ঘৈণীযেকক সুধিলে,—টকাশ দিয়াত বেয়া পালা নেকি?

—বেয়া নেপায় ভাল পাম নে?

আচৰ্য্য প্ৰকাশ কৰি উত্তৰ দিলে,—কিয় বেয়া পালা? তোমাৰ নিজৰ ককাযেৰাৰ ল'ৰা। তাক জানো কিবালে ভাল বুলিব।

— মোৰ নিজৰ ককাইৰ ল'ৰা বাবেতো বেয়া পাইছোঁ। সিনো কিয় ইয়ালৈ আহে। সিনে আপোনাৰ কি? নিজৰ ককায়েকৰ ল'ৰাক একশ খোজোতে ছশ দিব পাৰিছিল আৰু মোৰ ককাইৰ ল'ৰাই ছশ খোজোতে এশ দিলে। নিজৰ বাৰণে ৰমেশক খোজাতকৈ দুগুণ দিলে আৰু নিজৰ নহয় বাবে জিতেনক আধা দিলে। সিহঁত ইয়ালৈ অহাতকৈ মৰি নাযায় কিয়? মোৰ দুৰ্কপাল।—তেওঁ আক্ষেপৰ সুৰত কয় আৰু কান্দে।

উকীল হতভম্ব হয়। তেওঁ কয়,—তুমি দেখো তাক একপইচাও দিবলৈ মানা কৰিছিলা আৰু এতিয়া তুমিয়ে মোৰ ওচৰত খং কৰানে? মইতো এশ দিলোৱেই; তুমি দেখো একেবাৰে মানা কৰিছিলা? তুমি কি ধৰণৰ তিৰোতাহে?

—ছাগলী মৰিবৰ ছমাহ হয়, এতিয়াহে ছাগলী বেবায়। মোৰ লগত আজি কুৰি বছৰে গৃহস্থী কৰি আজিহে মোক চিনিব নোৱাৰা হ'ল? মোৰ কপাল বেয়া। মোৰ আই-ভাইক দিলে জলি যায় আৰু সিপিনে দিলে গা শাঁত পৰে।

তাৰ মানে তুমি না বুলি কলে হা আৰু হা বুলি কলে না বুজিব

লাগে নেকি ? মইতো ইমান দিনে তোমাৰ এই কথা লক্ষ্য কৰা নাছিলোঁ।

—আপুনি মকেলৰ সুবিধা অসুবিধাৰ কথা যেনেকৈ লক্ষ্য কৰে, মোৰ কথানো তেনেকৈ লক্ষ্য কৰিব নে ? তেনে ভাগ্য মোৰ আছে নে ? মোৰ চুৰ্কপাল।

এনেকৈ খং অভিমান আৰু আক্ৰোশৰ আতিশয্যত অস্থিৰ হৈ তেওঁ চকুলো মচি মচি আঁতৰি গ'ল। উকীলে শিলৰ মূৰ্ত্তিৰ দৰে নিশ্চল হৈ ওপৰৰ ফালে চাই কিবা ভাবি থাকিল। শেষত হুমুনিয়াহৰ সুৰত মুখৰ পৰা ওলাই আহিল—অজ্ঞেয় নাৰীৰ মন !

# ॥ এইজন আমাৰ ভোটাৰ ॥

প্ৰাপ্তবয়স্কৰ ভোটাধিকাৰ গণতন্ত্ৰৰ মূল ভেটি। ওঠৰ বছৰ বয়স হ'লে আমাৰ দেশত প্ৰাপ্তবয়স্ক বুলি গণ্য কৰা হয় আৰু সেইজন লোককহে ভোটাধিকাৰ দিয়া হয়। এই ভোটাৰসকলে নিৰ্ব্বাচনত বিভিন্ন দলৰ লোকক ভোট দি চৰকাৰ গঠন কৰাত অৰিহণা যোগায়। গতিকে একোজন ভোটাৰৰ গুৰুত্ব গণতন্ত্ৰত অতি শক্তিশালী। এই শক্তিৰ কথা বুজাই দিওঁতে বিভিন্ন নেতাই নানা কথাৰ অৱতাৰণা কৰি নিজৰ নিজৰ দল বা ব্যক্তিৰ বিষয়ে বৰ্ণনা কৰে আৰু ভোটাৰজনক নিজৰ পক্ষৰ কৰি লয়। ইয়াকে কয় 'ইলেক্‌চন কেন্‌ভাচ'। এই ইলেক্‌চন কেন্‌ভাচত নানা হৈ-চৈ লগাই দিয়ে নিৰ্ব্বাচনৰ আগ-ভোখৰত। এই খদম-দমতে আমাৰ কিছুমান চতুৰ ভোটাৰে চৰকাৰী বা বেচৰকাৰী দুয়ো পক্ষৰ দলৰ প্ৰাৰ্থীৰপৰা টকা পইচা লয় আৰু আমাৰ নিৰ্ব্বাচন বিষয়টোকে বিষময় কৰি তোলে। সেই বাবেই আজি ভাৰতৰ গণতন্ত্ৰ প্ৰহসনৰ লেখীয়া হৈছে?

ওস্তাদৰ মাৰ শেষ ৰাতি ; কিন্তু নিৰ্ব্বাচনৰ মাৰ আগৰাতি। অৰ্থাৎ ভাল গায়কৰ প্ৰতিভা বিকশিত হয় ৰাতিৰ শেষভাগত অৰ্থাৎ ওস্তাদ গায়কৰ তাল, মান, লয়, সুৰ আৰু কণ্ঠস্বৰৰ অপূৰ্ব সমাবেশ হয় ৰাতিৰ শেষ ভাগত। সাধাৰণ গায়কে প্ৰথমে ৰাতিৰ প্ৰথম ভাগত দুই-চাৰিটা সাধাৰণ গান গাই ক্ৰমে ক্ৰমে ৰাতি হয় মানে তেওঁৰ কণ্ঠস্বৰ ভগা হয় আৰু বেসুৰীয়া হয় ; আনফালে ওস্তাদ গায়কৰ ক্ষেত্ৰত ৰাতি হৈ আহে মানে তেওঁৰ কণ্ঠস্বৰ মধুৰৰপৰা মধুৰতৰ হৈ গৈ থাকে আৰু শেষ ৰাতিলৈ এনে মনোমুগ্ধকৰ হয়, যাৰ ৰাগিনী জালত শ্ৰোতাৰ হৃদয় ৰসসিক্ত কৰি চিত্ত আলোড়িত কৰি তোলে। ঠিক তেনেকৈ নিৰ্ব্বাচনৰ সময়তো আন দিনত কেন্‌ভাচ যেনে হৈ থাকে সেই কেন্‌ভাচতকৈ শতগুণে শক্তিশালী কেন্‌ভাচ চলে নিৰ্ব্বাচনৰ আগদিনাৰ ৰাতি। এই দিনা

আনকি সকলো কথা ওলট-পালট হৈ যায়। কোনে প্ৰকৃতপক্ষে কাৰ ফালে ভোট দিব তাৰ প্ৰকৃত নিৰ্ণয় হয় নিৰ্ব্বাচনৰ আগদিনা ৰাতিহে। সেই ৰাতিতে যিয়ে ভোটাৰক যি ভাবে নিজৰ পক্ষ কৰি লব পাৰে তাৰে জয় লাভ হয়। গতিকে এই আগদিনা ৰাতিয়ে হ'ল— নিৰ্ব্বাচনৰ শেষ ৰাতি।

সেই ৰাতিয়ে ৰাবমান বজাত ৰেচৰকাৰীদলৰ প্ৰাৰ্থীজন কেইজনমান সহকৰ্মী বন্ধুৰ লগত গৈ উপস্থিত হ'ল বিৰহু মেলুৰৈৰ ঘৰত। বিৰহুইঁতৰ ডাঙৰ পৰিয়াল দহজন ভোটাৰ। নিৰ্ব্বাচনৰ ক্ষেত্ৰত অধিক ভোটাৰ থকা পৰিয়ালৰ মূল্য অধিক। তাতে বিৰহু মুখীয়াল লোক; গাঁৱৰ প্ৰায়বোৰ মানুহে তেওঁক ভয় আৰু ভক্তি কৰে।

ৰেচৰকাৰী ৰাজনৈতিক দলৰ প্ৰাৰ্থীজন উপস্থিত হোৱাত বিৰহুৱে হাঁহি মাৰি ক'লে,—আহক আহক। মই বাট চায়ে আছিলোঁ। ৰাতি হ'ল দেখোন?

--হাঁহি মাৰি প্ৰাৰ্থীজনে ক'লে,- বিৰহু ককাই, মোৰ ঘুৰি ঘুৰি আহোঁতে পলম হ'ল। বেজাৰ নোপোৱা যেন ৰাতি হোৱাৰ বাবে। জানিছাই নহয় কালি ৰাতিপুৱাৰ পৰা ভোট আৰম্ভ হ'ব? এতিয়া মোৰ গতি কি কৰা?—বন্ধু কেইজনৰ লগত বহি হাঁহি মাৰি প্ৰাৰ্থীজনে ক'লে আৰু বিৰহুৱে হাঁহি মৰি সন্মুখৰ চিয়াৰখনতে বহি ক'লে—ৰাতি হ'ল, মই শুম বুলিয়ে ওলাইছিলো। পিছে আহি পালা তোমালোক। এতিয়া আৰু আমাৰ কথা একো নাই, কালি ভোট দিম। আমাৰ ঘৰৰ দহোটা ভোট আপুনি পাব, তাত সন্দেহ নাই। কিন্তু গাঁৱৰ বাকীবোৰৰ কথাহে কব নোৱাৰো; কাৰণ সকলোৱে মুখৰ আগত কয় দিম বুলি আৰু পিছ দিলেই কয়,—টকা নাপালে ভোট নিদিও। গতিকে বুজিব পাৰিছোঁ যে টকা নিদিলে ভোট পোৱা নাযাব। মই বৰ চিন্তিত।

প্ৰাৰ্থীজনৰ লগৰ এজনে মাত লগালে,— এই কথা আমি জানো। চৰকাৰী দলৰ লোকে টকা দি ভোট কিনিছে—চৰকাৰী টকাৰ

ইফাল-সিফাল কৰি ; কিন্তু আমি ক'ৰপৰা দিম ? আমাৰ দলৰ টকা নাই। যদি আপোনালোকে চৰকাৰী ধনৰ অপচয় নিবিচাৰে আৰু নিস্বাৰ্থ ভাবে দেশৰ সেৱা বিচাৰে ; তেন্তে বিনা পইচাই আমাক ভোট দি জয়যুক্ত কৰিব লাগিব।

বিৰহু—নিশ্চয়, নিশ্চয়। পিছে নিজৰ কথাহে জানো, লোকৰ কথাতো নাজানো। আপোনালোকে কোৱামতে মই নিজৰ ফালে ঠিক আছোঁ লোকৰ কথা নাজানো।

ইয়াৰ পিছত দলৰ লোক কেইজন বাহিৰলৈ ওলাই গ'ল আৰু কিবা কিবি ফুচ্‌ ফুচ মেল কৰি আহি ক'লে,—বাতি হ'ল ; প্ৰায় এটা বাজে। আপুনি ঠিক থাকক, আমাৰ ফালে আনকো আনিবৰ চেষ্টা কৰিব। সিহঁতক দিবৰ বাবে আমি আপোনাৰ হাতত এই দুশ টকা দি গলোঁ। আপুনি বুজায় বঢ়াই হাত কৰি লব। আমি যাওঁ। টকা গণি দিয়ে। বিৰহুৱে টকা লৈ কয়—মই পাৰোমানে চেষ্টা কৰিম।

তেওঁলোক উঠি যায়। বাতি তেতিয়া দুটামান বাজিছে। এনেতে চৰকাৰী দলৰ লোক প্ৰাৰ্থীজনৰ সৈতে আহি ঘৰৰ আগত হাজিৰ হ'ল। বিৰহুৱে হাঁহি মাৰি তেওঁলোকক আদৰি আনিলে। সকলোকে ড্ৰয়িং ৰুমত বহিব দিলে। প্ৰাৰ্থীজনে হাঁহি সুধিলে—বিৰহু ভাই, খবৰ কি ?

বিৰহুৱে হাঁহি মাৰি ক'লে—খবৰ গৰম হৈছে ভাই। সকলো ওলট-পালট। এইবাৰ গঞা বাইজে চৰকাৰৰ সলনি বিচাৰিছে। তেওঁলোকে বোলে নতুন চৰকাৰ বিচাৰে। গতিকে কথা বিষম।

—তুমি কি কলা ভেতিয়া ?

- মই ক'লো—বোলে নতুন চাউলৰ ভাত সোৱাদ ; কিন্তু ভাত নাবাচে আৰু পেটটো অসুখ হয়। নতুন চাউলৰ বোলে ভিটামিন বেচি গতিকে শক্তিশালী। পিছে মই কৈছো যে পুৰণি চাউলৰ ভাতহে যেমাৰীক দিবলৈ কয় কৰিৰাজে ; কাৰণ ই উপকাৰী।

আমাৰ বেমাৰী দেশত পুৰণি চৰকাৰহে দৰকাৰ।

—তুমি ঠিকেই কৈছা ভাই ; পিছে সিহঁতৰ মতলব কি ? আমাক, বিশেষকৈ মোক ভোট দিবনে নিদিয়ে ?

—মই ক'লো নহয় যে সিহঁতে এইবাৰ তোমালোকক ভোট নিদিব। অৱশ্যে এটা কথা।

—কথাটো বুজিছো। কথা মানে টকা ? নহয় জানো ?

হেঃ হেঃ কৈ হাঁহি মাৰি বিৰহুৱে কয়—বুজিছাই দেখোন, গতিকে ব্যৱস্থা কৰা। প্ৰাৰ্থীজনে হতাশৰ সুৰত ক'লে—সকলোতে মাত্ৰ এটা কথা—টকা। টকা দিলে ভোট দিব আৰু টকা নিদিলে ভোট নিদিব। কিমান টকা দিম ? প্ৰত্যেক ভোটাৰে ভোটৰ বিনিময়ত টকা বিচাৰিলে জানো শুদ্ধ নিৰ্ব্বাচন হয় ? আমি নিৰুপায়।

অলপ তলকা মাৰি বিৰহুৱে ক'লে—যেতিয়া যি ঢৌ উঠে সেই মতে নাও মেলিব লাগে। বতাহৰ বুকত ঢৌৰ কোবত নাও যাতে ডুবি নাযায় তাৰ বাবে গুৰিয়ালে ঢৌ চাই নাও মাৰিব লাগিবই। পৰিস্থিতিয়ে যি বিচাৰে তাকে দিব পাৰিলেহে কৃতকাৰ্য হ'ব পাৰি।

—এৰা কথাষাৰ মিছা নহয়। বাৰু, বিৰোধী পক্ষই কি কৰিছে ?

বিৰহুৱে একে উশাহে ক'লে—তেওঁলোক ওস্তাদ লোক। খেৰ চাই নাও দিছে। প্ৰত্যেক ভোটাৰক নগদ কুৰি টকাকৈ দিছে ;

—তেনেহলে আমি কি কৰিম ?

—ডবল দিলেহে ঘূৰিব।

—তাৰ মানে ৪০ টকাকৈ ?

—তাৰ কমত মঞ্জুৰ হব ক'ত ?

—বহুত হাজাৰ টকা লাগিব ভাই।

—বহুত হাজাৰ পাবাও নহয়—পাৰ হব পাৰিবলে ?

অলপ টলকা মাৰি সুধিলে, মোটা-মুটি ভাবে কিমানখিনি দিলে হব ?

—দুহেজাৰ টকাৰ কম হলে মই ওচৰ চাপিব নোৱাৰিম ; বিশেষ-

কৈ আজি কালি ডেকা ল'ৰাইতে লাইব্ৰেৰী, ক্লাব আদিৰ নামত এই নিৰ্ব্বাচনৰ সময়তে টকা আদায় কৰি লয়। —বিৰহুৱে কয়। এনেতে দলৰ এজনে কৈ উঠিল—ক্লাব আৰু লাইব্ৰেৰীৰ বাবে ডেকা-দলৰ হাতত দি দিছোঁ; এতিয়া ব্যক্তিগত ভাবে কি লব?

—ব্যক্তিগত ভাবে কলোৱেই নহয়।

এনেতে সহকৰ্মী দুজনমান ভিতৰলৈ সোমাই গ'ল আৰু বিৰহুৰ লগত গোপন আলোচনা কৰি কলে—আমি প্ৰায় ঘৰে ঘৰে দি আহিছোঁ। এতিয়া আপোনাৰ পাল। আপোনাৰ ঘৰৰ দহটা ভোটৰ বাবদ দুশ টকা দিলে হব নে নহয়?

বিৰহুৱে তেওঁৰ হাতত থকা টকা দুশ দেখুৱাই কলে—আপোনা-লোকে অহাৰ আগমুহূৰ্ত্ততে বিৰোধীদলৰ প্ৰাৰ্থীয়ে আহি এই দুশ দি গৈছেই—লাগিলে আৰু দিব; গতিকে ভাবি চাওক।

এওঁলোকে কিবাকিবি ফাচ্‌ফুচ মেল কৰি কৰি উঠি কলে—আমি ডবল দিলোঁ; ধৰক এই চাৰিশ। বিৰহুৰ হাতত দিয়ে। বিৰহুৱে হেহো-নেহোকৈ গণি লয়।

এওঁলোকে কয়,—কালি যদি ঠিক ভাবে ভোট দিয়াব পাৰে; তেন্তে পুৰস্কৃত কৰা হব।

ইয়াৰ পিছত ড্ৰয়িং ৰুমলৈ আহি প্ৰাৰ্থীজনক কলে—এতিয়া উঠক। কাম হৈ গৈছে। প্ৰাৰ্থীজনে হাতত ধৰি কলে—বিৰহুভাই, তুমি যেনে তেনে মোক জয়যুক্ত কৰি দিয়া; ইয়াৰ পিছত মই তোমাৰ ফালে চাম।

—মই পাৰ্য্যমানে চেষ্টা কৰিম। নিশ্চিন্ত থাকা, জয় অনিবাৰ্য। পিছে মোক পাহৰিলেহে⋯

—তোমাক কেনেকৈ পাহৰিম? মই অকৃতজ্ঞ নহওঁ। মোৰ কথা আৰু কামৰ মিল আছে, জানিবা।

পিছদিনা বাক্তিপুৰাৰ পৰা নিৰ্বাচন আৰম্ভ হ'ল। ভোটাৰসকলে ঠেলা-হেচা কৰি ভোট কেন্দ্ৰত গোট খাইছে। প্ৰাৰ্থীসকলে ভোট

কেন্দ্রবোৰ চাই ফুৰিছে মটৰেৰে আৰু বাটে-পথে, ভোট কেন্দ্ৰ আদিত য'তে লগ পাইছে ত'তে ভোটাৰ সকলক নমস্কাৰ জনাই গৈ আছে। নিৰ্বাচনৰ সময়ত প্ৰাৰ্থী সকলৰ হাত দুখন নিজৰ কপালৰ পৰা যেন নামিয়ে নাহে। নমস্কাৰ! নমস্কাৰ!! নমস্কাৰ!!! কেৱল নমস্কাৰ। হাত দুখন যেন লগ লগাই গজাল মাৰি হাতযোৰ কৈ ৰাখি কপালত ওলোমাইহে ৰাখিছে। অনুমান হয় যেন নিৰ্বাচনৰ সময়ত প্ৰাৰ্থীৰ হাত দুখন নমস্কাৰৰ বাবেহে তৈয়াৰী।

নিৰ্বাচনৰ পিছত মন্ত্ৰীসভা গঠনৰ কিছুদিন পলমে দেশত চৰকাৰে কামৰ আচনি কৰিছে। শিক্ষা বিভাগৰ মন্ত্ৰীয়ে ঘোষণা কৰিছে যে,— প্ৰাইমাৰী স্কুলৰ শিক্ষক নিযুক্তিৰ ক্ষেত্ৰত স্থানীয় এম, এল, এ সকলৰ পৰামৰ্শ অনুযায়ীহে বিভাগীয় কৰ্মচাৰীয়ে শিক্ষক নিযুক্তি দিব। নিৰ্দ্দেশ অনুযায়ী কাম!

বিৰহুৰ ঘৰৰ ল'ৰা দুজনৰ কামৰ নিযুক্তিৰ কাৰণে বিৰহুৱে স্থানীয় এম, এল, এৰ ঘৰত হাজিৰ হৈছে। এম, এল, এৰ ঘৰত মানুহৰ ভিৰ হৈছে। নানাজনে নানা কামৰ বাবে গৈছে বিৰহুৱে এম,এল এক লগ ধৰিলে। তেওঁ সুধিলে—কি সকামত আহিলা বিৰহু ভাই?

হাঁহি মাৰি বিৰহুৱে উত্তৰ দিলে—নিৰ্বাচনৰ সময়ত আমাৰ ঘৰে ঘৰে গৈছিলা, এতিয়া জয়লাভ কৰি এপাকো নামাৰা কিয়?

এম, এল, এ—নিৰ্বাচনৰ আগেয়ে মই গৈছিলো ৰাইজৰ ওচৰলৈ ভোটৰ কাৰণে আৰু নিৰ্বাচনৰ পিছত ৰাইজে মোৰ ওচৰলৈ আহক তাতৰ কাৰণে। সিবাৰ মই গৈছিলো; এইবাৰ তেওঁলোক আহক।

বিৰহু—বাৰু আমি ৰাইজেই আহিছো তোমাৰ ওচৰলৈ।

এম, এল, এ—বাৰু কোৱা, কিয় আহিলা?

—আমাৰ গাঁৱৰ ৰাস্তাটো নষ্ট হৈছে; বান্ধি দিব লাগে।

—তোমালোকে ক্লাব কৰা, লাইব্ৰেৰী কৰা ডেকাসকলক কোৱাগৈ ৰাস্তাটো ভাল কৰিবলৈ।

—তেওঁলোকে কিয় ভাল কৰিব?

—কিয় নকৰিব ? নিৰ্ব্বাচনৰ সময়ত প্ৰাৰ্থীৰ পৰা টকা আদায় কৰা মতলবত ক্লাব খুলি টকা লৈছিল। প্ৰাৰ্থীৰ টকা আদায় কৰাৰ বাবে ক্লাব নে ৰাইজৰ ৰাজহুৱা কাম কৰাৰ বাবে ক্লাব ? ডেকা ল'ৰাৰ কাম ৰাজহুৱা সেৱা নহয় ; ৰাজনৈতিক দলৰ পইচা আদায় কৰাহে নেকি ? ৰাইজৰ প্ৰতিনিধিৰ পইচা যিয়ে আদায় কৰে, ৰাজহুৱা কামো তেওঁলোকে কৰিব লাগে।

বিৰহু নিৰুত্তৰ। তাৰ পিছত অলপ তলকা মাৰি কলে— মোৰ ল'ৰা দুটাৰ শিক্ষকৰ চাকৰি দুটা কৰি দিব লাগে।

এম, এল, এ—টকা চাৰি হেজাৰ লৈ আহিবা।

বিৰহু—তুমি টকা লৈহে চাকৰি দিবা নেকি ?

এম. এল, এ—তুমিও টকা লৈহে ভোট দিছিলা। ভোট মই কিনি লৈছো ; গতিকে চাকৰিও তুমি কিনি লব লাগিব। মানুহে নিজে যি ব্যৱহাৰ কৰে, লোকৰ পৰাও তেনে ব্যৱহাৰকে পায়।

বিৰহু—ৰাইজৰ প্ৰতিনিধিয়ে ৰাজহুৱা কাম কৰিব লাগে।

এম, এল, এ—টকা দি কিনি পোৱা ভোটেৰে হোৱা প্ৰতিনিধিক ৰাইজৰ একো দাবী কৰিবৰ অধিকাৰ নাই। তুমি যোৱা, টকা আনা গৈ। মই এতিয়া দিছপুৰলৈ যাব লাগে।

# এয়েতো সংসাৰ

এটি সুখী পৰিয়াল। গিৰিয়েক ডিব্ৰুগড়ৰ এখন চাহ বাগিছাৰ কৰ্ম্মচাৰী। ঘৈণীয়েক বাগিছাৰ শিক্ষয়িত্ৰী। পুতেক জীয়েক এহাল। পুতেক ডাঙৰ। বাগিছা এখনৰ মেনেজাৰ। গুৱাহাটীত থাকে। বিয়া কৰাইছে। এজনী ছোৱালী হৈছে।

জীয়েকে এম, এ পাচ কৰি এজন ইঞ্জিনিয়াৰৰ লগত বিয়াত সোমাইছে। বোম্বেত চাকৰি কৰে ইঞ্জিনিয়াৰে। ল'ৰা দুটা হৈছে। এওঁৰো সুখৰ সংসাৰ বাহিৰৰ পৰা দেখাত, কিন্তু ভিতৰত? ইঞ্জিনিয়াৰ মদপী—যাক কয় গেলা মদাহী। টকা বহু উপাৰ্জন কৰে কিন্তু মদ আৰু মাগীত যথেষ্ট খৰচ হয়। বোম্বেৰ দেহপো-জীবিনী চিত্ৰতাৰকা সকলৰ এজনীৰ লগত নিবীড় সম্পৰ্ক। ঘৈণী-য়েকে জানে। ৰাতি প্ৰায় ঘৰত নাথাকেই। ক্লাৱতে কটায়। ঘৈণীয়েকে আপত্তি কৰিলে খুব মাৰধৰ কৰে ভদ্ৰলোকে। পশ্চিমীয়া ধৰণ কৰণ আৰু সংস্কৃতিৰ ভক্ত ইঞ্জিনিয়াৰ চাহাব। বৰ চেষ্টা কৰি, খৰচ কৰি বিয়া দিছিল জীয়েকক বাগানৰ কৰ্ম্মচাৰী মাধৱ বৰাই। সুশিক্ষিতা জীয়েক অনিতা বৰাক যৌতুক হিচাবে বহু সা-সম্পত্তি, সোণৰ গহনা, কানি-কাপোৰ, ফাৰ্ণিচাৰ আদি অনেক দিছিল যাতে জীয়েকে মনত কোনো অসন্তোষ নকৰে। ককায়েক যাদৱ বৰাই পঞ্চাচ হেজাৰ টকা দিছিল উপহাৰ হিচাবে ভনীয়েকক। ধনী বাপেকৰ বিদুষী দুহিতাই এনেভাবে সা-সম্পত্তি লৈ আহিছিল শহুৰৰ ঘৰলৈ। মানুহে দেখি তবধ মানিছিল। সমকক্ষ সকলে মাধৱ বৰাক ঈৰ্ষাৰ চকুৰে চাইছিল; শত্ৰু সকলে হিংসাত জৰ্জ্জৰিত হৈছিল আৰু মিত্ৰ সকলে ধন্য ধন্য বুলি প্ৰশংসা কৰিছিল। সেই হেন ছোৱালী অনিতাক বিয়াদি উলিয়াই দিয়াত মাক, বাপেক

আৰু ককায়েকে যে কিমান আনন্দ আৰু বেদনা পাইছিল তাক বৰ্ণনা কৰা সাধ্যাতীত।

প্ৰথম তিনিমাহমান উদ্ধৱ ফুকনে নিজক সংযত কৰি ৰাখিছিল, কিন্তু ঘৈণীয়েক সন্তান সম্ভৱা হোৱাৰ চাৰিমাহমান পিচৰ পৰাই তাৰ আগৰ স্বভাৱে পুনৰ মূৰ দাঙি উঠিল। ঘৈণীয়েকক অল্প অৱস্থাৰ চকুৰে চোৱা আৰম্ভ কৰিলেই। যথা সময়ত পুত্ৰ সন্তানটি লাভ কৰি কিছু সংযত হ'ল যদিও চৰিত্ৰৰ কোনো পৰিবৰ্ত্তন নহ'ল। এনেভাবে তিনিবছৰ কোনোমতে পাৰ হোৱাৰ পিচত আকৌ অনিতাৰ গা-বন্ধ হ'ল। এইবাৰ উদ্ধৱৰ উদ্ধতালি বাঢ়িল। চাওঁতে চাওঁতে উদ্ধৱে অনিতাৰ গাত হাত দিবলৈও সাহস কৰিলে। আনকি সন্তান প্ৰসৱ হোৱাৰ পিচৰ পৰাই অনিতাৰ ওপৰত মাৰধৰ আৰম্ভ কৰিলে। অতি নিৰ্লজ্জ ভাষাৰে গালিও আৰম্ভ কৰিলে। গিৰিয়েকৰ অত্যাচাৰৰ কাহিনী বৰ্ণণা কৰি অনিতাই ককায়েক যাদবলৈ চিঠি লিখিবলৈ ধৰিলে। চিঠি পঢ়ি যাদব ম্ৰিয়মান হল। উহঃ কি নিৰ্ম্মলোক। এজন উচ্চপদস্থ ইঞ্জিনিয়াৰ হৈয়ো তেওঁ ঘৈণীয়েকক মাৰধৰ কৰে, গালি শপনি পাৰে! যাদৱে চিঠিৰ কথা বাপেকক জনালে। বাপেকে অবাক হ'ল। চিঃ কি নিলাজ জোৱাই! ভদ্ৰলোক হৈ তিৰোতাৰ ওপৰত অত্যাচাৰ কৰে। তেওঁ গৈ কথাষাৰ ঘৈণীয়েকক কলে—

"হেৰা শুনিছানে?"

"কি?" ঘৈণীয়েকে প্ৰশ্ন কৰে।

"কিনো কম! আমাৰ অনিতাক বোলে জোৱায়ে গালি শপনি পাৰে আনকি মাৰধৰো কৰে হে।"

ঘৈণীয়েক বীণাই কথাষাৰ শাতল ভাৱে লৈ কৈ উঠিল—

"বোধহয় অনিতাই কিবা ডাঙৰ অপৰাধ কৰিছে নহলে জোৱায়ে এনেয়ে তাইক মাৰিছে?"

"অপৰাধ কৰিলেও ভদ্ৰলোক হৈ নাৰীৰ ওপৰত হাত তুলিব নালাগিছিল।"

"কোন পুৰুষেনো তিৰোতাক শাসন নকৰে?"

"তুমি তোমাৰ জোৱায়েৰাক অলপো দোষ দিবই নোখোজা"

"মোৰ জোৱাই ভাল, বেয়া হব লাগিলে বেটিহে বেয়া। জোৱাই সোণাযেন ল'ৰা। বিনাদোষত তাইক মৰা নাই। বেটি ভাল হলে জোঁৱায়ে মাৰধৰ কৰা কথা ককায়েকলৈ লিখেনে?"

"বৰ অসহ্য বোধ কৰিহে লিখিছে তাই। মই বৰ দুখ পাইছো যাদবৰ মাক। মোৰ অন্তৰত খুব বেজাৰ লাগিছে।"

"একো বেজাৰ নকৰিবা। গিৰিয়েক ঘৈণীয়েকৰ কাজিয়া ধানখেৰৰ জুই। আজি বেয়া, কালি ভাল, দিনত খং ৰাতি ৰং। এইবোৰ কথা নিজেই জানে দেখো।" তেওঁ হাঁহে।

"জানো যে বহ্বাৰম্ভে লঘু ক্ৰিয়া।"

"এৰা সংস্কৃতত আছেই দেখো—

অজাযুদ্ধে, ঋষীশ্ৰাদ্ধে

প্ৰভাতে মেঘাডম্বৰে

দাম্পত্যে কলহে চৈব

বহ্বাৰম্ভে লঘু ক্ৰিয়া।

ছাগলীৰ যুঁজত ছাগলী বহু ওপৰলৈ জাপ মাৰে কিন্তু লাহেকৈ সিং জোৰাৰে খুণ্ডা মাৰে। ঋষীসকলেও শিষ্যৰ দ্বাৰা ৰাতি পুৱাৰপৰা নানা যজ্ঞ সম্ভাৰ যোগাৰ কৰি আনি শেষত গধূলি তৎক্ষণাৎ হোমত অলাই দিয়ে। কেতিয়াবা কেতিয়াবা ৰাতি-পুৱা আকাশখন ঢাকি ধৰে মেঘে, বহুত বৰষুণ দিব বুলি ভবা হয়, কিন্তু শেষত দেখা যায় ছুটোপামান বৰষুণ দি নাইকীয়া হয়। দম্পতি অৰ্থাৎ গিৰিয়েক ঘৈণীয়েকৰ ভিতৰতো বৰ কাজিয়া হয়, কিন্তু শেষত আকৌ একেবাৰে নাইকীয়া হয়। দেখাত ভীষণ যেন দেখিলেও

কাৰ্য্যত সামান্ত হয়। সেই কাৰণেই আমাৰ অসমীয়াত কয় বোলে—তিৰি মৰমৰ দন, কুটুকাৰ ফেন।"

"আজিৰ যুগ বেলেগ। অতীত ভাৰতৰ ঐতিহ্য, পৰম্পৰা আৰু সংস্কৃতি আজি আৰু নাই। পশ্চিমীয়া সংস্কৃতিয়ে আজি ভাৰত চানি পেলাইছে। যদি হঠাতে দাইভোৰ্চ কৰি দিয়ে?"

"এ, থক, থক আপোনাৰ দাইভোৰ্চ। দাইভোৰ্চ কৰা সহজ নহয়। দুটাকৈ লৰ কুশ যেন ল'ৰা থাকোতে তাইক দাইভোৰ্চ কৰিব? তেওঁৰ সুখৰ সংসাৰখন ধ্বংস কৰিব নে?"

এনেতে বাহিৰত কোনোবাই মাতিলে। ৰৱা ওলাই আহিল।

*   *   *

কেইদিনমান পিচত বোম্বেৰ পৰা আকৌ এখন চিঠি আহিল যাদবলৈ। অনিতাই দিছে। তেওঁ লিখিছে—

"মৰমৰ ককাইদেউ, তোমাৰ চিঠি আৰু উপদেশমতে মই তেওঁৰ কোনো কামতে বা কথাতে হস্তক্ষেপ নকৰো আৰু পাৰ্য্যমানে তেওঁক সন্তুষ্ট কৰিবলৈ চাওঁ, কিন্তু মোৰ এই সহিষ্ণুতাক তেওঁ দুৰ্ব্বলতা বুলি ধৰি লৈছে আৰু আগতকৈ অধিক অত্যাচাৰহে আৰম্ভ কৰিছে। আজি এমাহে অত্যাচাৰ কৰাৰ ফলত মোৰ দেহ জুৰ্ণীয়া হৈ গৈছে। মোৰ শৰীৰত বিভিন্ন ঠাইত মাৰৰ কোবত ঘা হৈছে আৰু গা জ্বৰ জ্বৰ লাগি থকা হৈছে। ৰাতি যেতিয়া আহে তেতিয়াই ৰৱকৈ মদখাই আহে আৰু মোক খুব মাৰে। মাৰৰ কোবত ল'ৰা দুটি সাৰ পাই উঠি কান্দিব ধৰিলেহে মাৰিবলৈ এৰে। মই নিৰুপায় হৈছো ককাইদেউ; মোৰ কিবা ব্যৱস্থা কৰা। মোক তুমিলৈ বোৱাহি; নহলে মই মৰি যাম। ইতি

তোমাৰ মৰমৰ ভনী

শ্ৰীমতী অনিতা।

চিঠিখন পঢ়ি যাদৱে চকুলো টুকিলে। একমাত্ৰ ভনী অনিতা। অতি মৰমৰ ভনী অনিতাৰ এনে অসহনীয় যন্ত্ৰণাৰ খবৰ পাই যাদবৰ

হিয়া ভাঙি গ'ল। তেওঁ গুৱাহাটীৰ পৰা এখন চিঠি পঠালে ডিব্ৰুগড়ত থকা পিতাকলৈ আৰু উপদেশ সুধিলে। পিতাকে চিঠিখন পাই মৰ্মাহত হ'ল। মাকেও এইবাৰ একো উত্তৰ দিব নোৱাৰা হ'ল। পিচত পিতাক-মাকে আলোচনা কৰি চিঠি লিখিলে—"মৰমৰ বোপা,

তোমাৰ চিঠিখন পালো। অনিতাৰ চিঠিখনো দেখিলো। আমি ভাবি চাই সিদ্ধান্ত কৰিলো যে তাইক তুমি সাময়িক ভাবে লৈ আহা। জোঁৱাইক বুজাই কবা; যদি মান্তি নহয় তথাপি তাইক তুমি লৈ আহিবা। মদাপী জোৱাই। চুৰত আছে; তাইৰ কোনো আশ্ৰয় নাই। একো উপায় নাপালে তাই আত্মহত্যাও কৰিব পাৰে। নাতি ল'ৰাহালক এৰি আহিবা যাতে জোৱায়ে বিশ্বাস কৰে যে অনিতা দুদিন থাকিয়ে ঘূৰি যাব। সিহঁতদুটাক কবা যে দুইদিন থাকিয়ে মাৰা আহিব: তোমালোক দেউতাৰ লগতে থাকিবা; কাজিয়া নকৰিবা। কথাষাৰ বুজাই কবা ৰখা চাকৰজনকো। পিচত যি হয় কৰা যাব। কিজানি আঁতৰি থাকিলে মন বদলি কোমল হয়েই। মৰম লবা। আমাৰ আশীৰ্ব্বাদ থাকিল। ইতি

তোমাৰ দেউতা।

চিঠিখন পাই এটা সাহস পালে যাদৱে। এটা নৈতিক বল পালে মাক দেউতাকৰ নৈতিক সমৰ্থন থকা বাবে।

এসপ্তাহ পিচত যাদৱ বোম্বেলৈ যাওনা হ'ল। যৈণীয়েকক কৈ গ'ল যে তেওঁ এই সপ্তাহতে ঘূৰিব।

বোম্বেত গৈ অনিতাহঁতৰ ঘৰত উঠাৰ লগে লগে 'মামা', 'মামা' বুলি দৌৰি আহি ল'ৰাদুজনে তেওঁক সাবতি ধৰিলে। যাদৱে মৰমতে এজনক কোলাত তুলি ললে আৰু আনজনক হাতত ধৰি লৈ গ'ল। ভিতৰ সোমায়ে অনিতাক মাতিলে। ল'ৰাদুজনেও চিঞৰি চিঞৰি মাকক মাতিলে। মাত শুনি অনিতা বাহিৰ ওলাই আহিল আৰু ককায়েকক দেখি এটি ক্ষীণ হাঁহি মাৰি কলে—

"ককাইদেউ আহিছা আহা ভিতৰলৈ।"

তাই দৰ্জা খুলি ভিতৰলৈ গ'ল। এওঁলোকো সোমাল। ভিতৰত চোফাত বহি যাদৱে ভাগিনীয়েক দুজনক আপেল খাবলৈ দিলে। সিহঁতে জপিয়াই জপিয়াই আপেল খাবলৈ ধৰিলে। অনিতাই ককায়েকৰ সমূখত ঠিয়হৈ ৰল।

যাদৱে অনিতাৰ ফালে ভালকৈ নিৰিক্ষণ কৰি দেখিলে যে অনিতা শুকাই খিনাই জহি গৈছে। কপাল আৰু গালত মাৰৰ চিন কলা পৰি আছে। ইমান ধুনীয়া আৰু বগা ছোৱালীজনী বিশ্ৰী আৰু মলিন হৈ গৈছে। তাইৰ অৱস্থা দেখি যাদৱৰ হৃদয় বিদীৰ্ণ হৈ গ'ল। তেওঁৰ কোমল অন্তৰ দগ্ধ হৈ গ'ল। দুগালেদি দুধাৰী চকুলো বৈ গ'ল। তাকে দেখি অনিতাই চকুলো মচি ককায়েকৰ ফালে চাই কলে—"তুমি নাকান্দিবা ককাইদেউ। মই বৰ নোৱাৰিম। তুমি অহাত আজি মই স্বৰ্গ ঢুকি পোৱা যেন পাইছো তুমি বহা, মই চাহ কৰো।"

"তেওঁ ঘৰত আছেনে নাই ?"

"নাই। দিল্লীলৈ গৈছে। চাৰিদিনমান হব বোলে।"

"বাৰু।"

অনিতা ভিতৰ সোমাই গ'ল আৰু চাহ কৰিলে। চাহ লুচি আনি ককায়েকৰ আগত টেবিলত থৈ কলে—"চাহ খোৱা ককাইদেউ।

"হব বাৰু।"

যাদৱে চাহ খাব ধৰিলে।

ৰাতি ভাত খাবৰ সময়ত ভাগিনীয়েক দুজনৰ লগত যাদৱে ভাত খালে। সিহঁতে মোমায়েকক পাই বৰ আনন্দ পাইছে। ভাতখাই উঠি সিহঁত দুজন যেতিয়া শুই পৰিল তেতিয়া দুয়ো ভায়েক-ভনীয়েকে কথা বতৰা হব ধৰিলে।

অনিতাই সুধিলে—"এতিয়া কি কৰা যাব ককাইদেউ ? তেওঁ ঘৰত নাই। এই সুযোগতে ইহঁত দুটাক বাজেনৰ (ৰথা লʼৰা) ওচৰত থৈ যাম আৰু মোৰ ইকাষে বান্ধবীৰ(—মোৰ অন্তৰ বন্ধু) আৰুক

ইহঁতক চাবলৈ কম। আমাৰ মাক ভেলৰলৈ চিকিৎসাৰ বাবে আনি তাৰে হোস্পিটেলত ৰখা বুলি কৈ আমি দুদিনৰ বাবে ভেল্যৰলৈ যাম বুলি বুজাই কৈ দুয়ো গুচি যাম।”

তোমাৰ বুধিটো ঠিক। কিন্তু কি সতে ভাগিন দুজনক নিবাশ্রয় কৰি থৈ যাম; তাকে ভাবিছো। ইকালে উদ্ধব হয়তো দুইচাৰি দিন পলম কৰিবও পাৰে। মই বৰ চিন্তিত।”

“একো চিন্তা কৰিব নালাগে ককাইদেউ, আমি মাজে সময়ে এনেকৈ ইহঁতক এৰি দিল্লীলৈ গৈযে থাকো সিহঁতৰ অসুবিধা নহয়, সিহঁত এই বিষয়ত অভিজ্ঞ।”

“উদ্ধৱে আহি যদি তোমাক বিচাৰি নাপাই ইহঁতৰ ওপৰত অত্যাচাৰ কৰে?”

“ভেলৰলৈ বেমাৰী চাবলৈ যোৱাত খং নকৰিব নিশ্চয়।”

“তেনেহলে তাকেই কৰিব লাগিব ”

দুয়ো আলোচনা কৰি সিদ্ধান্ত কৰি ললে যে ৰাতিপুৱা আঠমান বজাত ভাতপানী খাই, ইহঁতকো খুৱাই চাকৰজনক কৈ আৰু কাষৰ-ঘৰতো কৈ দুয়ো দহবজাত ৰাওনা হব।

পিচদিনা সেই মতে দুয়ো ককায়েক ভনীয়েকে বোম্বেৰ পৰা ভেলৰলৈ আহিম বুলি কৈ গুৱাহাটী লৈহে আহিল।

গুৱাহাটীত অনিতাক বৰ মৰম কৰি ৰাখিলে বৌয়েকে। নাৰীয়েহে নাৰীৰ ওপৰত কৰা পুৰুষৰ অত্যাচাৰ ভালকৈ উপলব্ধি কৰিব পাৰে। খবৰ পাই মাক-বাপেকো ডিব্রুগড়ৰ পৰা গুৱাহাটীলৈ আহিল আৰু জীয়েকৰ অৱস্থা দেখি দুয়ো চকুলো টুকিলে। অনিতাৰ গাল, কপাল, হাতভৰি, পিঠি আদি বিভিন্ন স্থানত মাৰৰ আঘাত দেখা পালে। ছোৱালী জনী শুকাই খিনাই কলাপৰি গৈছে। মাকে গাত হাত ফুৰাই চকুলো মচি মচি কলে—মোৰ এনেহেন মৰমৰ ছোৱালীজনীৰ এনে খিলৈ কৰিছে। সি মানুহ নে পশু? তই আৰু তালৈ যাব নালাগে। এটা মদপীৰ লগত মাৰখাই থকাতকৈ ইয়াতে থাক।

মোৰ কিবা ধনৰ আকাল হৈছে নেকি? কোনে খাব আমাৰ ধন সম্পত্তি? নাতি ল'ৰা দুজনকো ইয়ালৈ আনিম।"

"ধৰা. এতিয়াই সকলো কথা নকবা। পিচত ভাবিচিন্তি কাম কৰিব লাগিব। ধৈৰ্য্য ধৰা।" বাপেকে কলে। তেওঁ আৰু কলে—

"মোৰ মৰমৰ ছোৱালীজনীৰ আজি এনে অৱস্থা! হায়! হায়! মোৰ কপাল! এই কাৰণেই জানো মই লক্ষ টকা আৰু সোণ ৰূপ যৌতুক দিছিলো?" বুঢ়াৰ চকুলো ওলাল।

দুখ নকৰিবা দেউতা। ই মোৰ ভাগ্যৰ লিখন।" চকুলো মচি অনিতাই বাপেকক সান্ত্বনা দিয়ে। এনেভাবে হাঁহি কন্দাৰ মাজেৰে দিন অতিবাহিত হ'ল। ইফালে উদ্ধৱে দুদিন পিচত ঘৰলৈ আহি চাকৰ ল'ৰাজনৰ পৰা জানিব পাৰিলে যে অনিতাৰ মাকক ডিব্ৰুগড়ৰ ডেলোৰলৈ চিকিৎসাৰ বাবে আনিছে ককায়েকে আৰু তেওঁ আহি অনিতাকো ডেলোবলৈ লৈ গৈছে মাকক দেখুৱাবলৈ। কথা শুনি উদ্ধৱ চিন্তিত হ'ল! তেওঁ মনতে থিৰ কৰিলে যে পিচদিনা তেওঁ শাহুৱেকৰ খবৰ লবলৈ ডেলোবলৈ যাব।

ৰাতি ভাতপানী খাই পুতেক দুজনক লগতলৈ শুই থাকিল। ৰাতিপুৱা চাহজলপান খায়ে ডেলোবলৈ আহিল আৰু হোস্পিটেলত শাহুৱেকৰ অনুসন্ধান কৰিলে। কিন্তু কতো তেওঁৰ খু-সূত্ৰ নাপালে। সেই নামৰ বেমাৰী ভাত নাই। ভাত বিচাৰি নাপাই তেওঁ ডিব্ৰুগড়লৈ আহিবলৈ মনস্থ কৰিলে জানোচা বেমাৰীক ঘিৰাইলৈ গ'ল। তাকে ভাবি তেওঁ ডিব্ৰুগড়লৈ আহিল।

ডিব্ৰুগড়ত আহি দেখে যে শহুৰেক আৰু শাহুৱেক ভালেই আছে। তাকে দেখি তেওঁ ভাবিলে যে ইয়াত নিশ্চয় কিবা ষড়যন্ত্ৰ আছে। বোধহয় তেওঁ বৈণীয়েকৰ ওপৰত কথা অত্যাচাৰৰ কথা এওঁলোকে গম পাইছে। ইয়াকে ভাবি তেওঁ ভয় খালে। বৰ খঙো উঠিল অনিতাৰ আৰু [illegible] ওপৰত। বিশেষকৈ যাদৱৰ ওপৰত ভীষণ খং উঠিল। [illegible] তেওঁ অনিতাক আনিব। [illegible]

হলেও তেওঁৰ স্বত্ব নাই। পিৰিয়েকৰ হে স্বত্ব থাকে ঘৈণীয়েকৰ ওপৰত। অত্যাচাৰ কৰাৰো অধিকাৰ আছে। এই সামন্তবাদী আৰু পুৰণি মৌলবাদী নীতি অনুসৰণ কৰি চলা উদ্ধৱে ক্রোধত উৰ্দ্ধবাহু হৈ উগ্রমূৰ্ত্তি ধাৰণ কৰিলে। বাগিয়াল বস্তু ব্যৱহাৰ কৰা মানুহৰ খং তৎক্ষণাৎ উঠে আৰু বিবেচনাহীন হৈ অপকৰ্ম কৰিবলৈ উদ্যত হয়। তাৰো মনোবৃত্তি তদ্রূপ হৈছে। তেওঁ হিতাহিত জ্ঞানশূন্য হৈ পৰিল। খন্তেক উগ্রমূৰ্ত্তি ধৰি ডিব্রুগড়ৰ পৰা আহি পিচদিনা আবেলি গুৱাহাটী পালে আৰু যাদৱৰ ঘৰৰ ওচৰলৈ আহি কোনেও নেদেখাকৈ চাই গ'ল। তাত অনিতা, বৌয়েক আৰু ককায়েকক হাঁহিমাতি আনন্দ কৰা দেখা পালে। তেওঁৰ গা জ্বলি গ'ল। খন্তেক মানুহজন কঁপিব ধৰিলে। কিন্তু তেওঁলোকে দেখা পাব বুলি ভাবি তৎক্ষণাৎ আঁতৰি আহিল।

ৰাতি প্রায় এটামান বজাত তেওঁ মদ খাই মাতাল হৈ আকৌ আহিল যাদৱৰ ঘৰলৈ। যাদৱ থকা কোঠাৰ দৰ্জাত চকিয়াই তেওঁ অবাচ্য ভাষাৰে গালি পাৰি মাতিব ধৰিলে। যাদৱ, ঘৈণীয়েক আৰু অনিতাই সাৰ পাই উঠিল। উদ্ধৱৰ মদাহী চণ্ডৰ মাত শুনি কোনেও দৰ্জা খুলি নিদিলে। উদ্ধৱে চিঞঁৰি চিঞঁৰি গালি পাৰি মাতিব ধৰিলে আৰু নিজৰ পৰিচয় দিলে। এওঁলোকে তেওঁক চিনি পালে আৰু ভয়ো খালে। সেইবাবে দৰ্জা খুলি নিদিলে। শেষত দৰ্জাত গুৰিয়াব ধৰিলে—"খোল, দৰ্জা খোল চালা যাদৱ গুণ্ডা। তোৰ ভনীয়েৰাক তই ভিৰি কৰি আনিছ নেকি চালা গুণ্ডা। দৰ্জা খুলি দে সোনকালে; নহলে আজি তোৰ কলিজা খাম বাপেকে।"

উদ্ধৱৰ এনে অশ্লীল গালি শুনি যাদৱৰ খং অসহ্য লাগিল। তেওঁ দৰ্জাৰ ওচৰলৈ আহিল। এনেতে ঘৈণীয়েক আৰু ভনীয়েকে এওঁক টানি আনিলে। কিন্তু গালি সহিব নোৱাৰি যাদৱে কলে—"তোমালোকৰ সেই কথা নোশোনোঁ; 'দৰ্জা খুলি তেওঁক ধৰিম।" এইবুলি [illegible] দৰ্জা খুলি দিলে আৰু [illegible]

আৰু ভনীয়েকৰ কাষৰ ৰুমত হেচি সুমাই দিলে। এওঁলোক দুয়ো ৰুমৰ ভিতৰ সোমোৱাত উদ্ধৱে যাদৱৰ ৰুমত প্ৰবেশ কৰিলে। যাদৱে কৈ উঠিল—"লাজ নেলাগেনে ভদ্ৰলোক হৈ এনে অবাচ্য মাত মাতিবলৈ? আহিছা ভালকৈ ভদ্ৰলোকৰ দৰে আহা—অসভ্যৰ দৰে গালি পাৰা কিয়?"

"গালি নাপাৰিম চালা গুণ্ডা। প্ৰেম কৰিবলৈ ভনীয়েৰ বোম্বেৰ পৰা আনিছ। আজি তোৰ মূৰ ভাঙিম।" এই বুলি কৈয়ে কাষত থকা চকীখন যাদৱৰ মূৰত মাৰি দিলে। চকীখনৰ আঘাত মূৰত লাগি যাদৱ পৰি গল আৰু মূৰ কাটি ধাৰাসাৰে তেজ বৰবলৈ ধৰিলে। মজিয়াত তেজৰ ডোঙা বান্ধিলে। এনে কাণ্ড দেখি উদ্ধৱে বেগাই বাহিৰ ওলাই লৰ মাৰিলে।

ইফালে শব্দ শুনি কাষৰ ৰুমত থকা অনিতা আৰু বৌয়েকে দৰ্জা খুলি যে দেখে ককায়েক যাদৱ মাটিত পৰি আছে। মূৰেৰে তেজ বৰ ধৰিছে। অনিতা আৰু বৌয়েকে বৰ ডাঙৰকৈ চিঞৰ মাৰি দিলে—'আইঐ কি হল ঐ। মোৰ ককাইদেউক মাৰিলে।" এইবুলি চিঞৰি চিঞৰি কান্দিব ধৰিলে আৰু যাদৱৰ মূৰত ধৰি জখম হোৱা ঠাইত হাত ফুৰাই "খালে ঐ খালে" বুলি আটাহ পাৰিব ধৰিলে বৌয়েকে যাদৱৰ ওপৰতে পৰি হুৰাওৱাকৈ কান্দিব ধৰিলে। এই কন্দোনত পিচৰ ৰুমত শুই থকা চাকৰজন উঠি আহিল। সি দেখিলে যে বাবু মজিয়াত তেজেৰে তুম্বলি হৈ পৰি আছে আৰু বৌনীয়েক, ভনীয়েকে তেওঁক সাবটি ধৰি কান্দি আছে। সি তৎক্ষণাৎ কাষৰ ঘৰৰ মানুহক খবৰ দিলে। অলপ সময় পিছতে চুবুৰীৰ বহুত মানুহ আহিল আৰু যাদৱৰ অৱস্থা দেখা পালে। ঘটনাৰ বিৱৰণী বৌনীয়েকৰ পৰা শুনি বাহিৰে জানিব পাৰিলে যে উদ্ধৱে যাদৱক মাৰিলে। তেওঁলোকে যাদৱক মেডিকেল কলেজলৈ লৈ গল। [illegible] তেওঁলোকৰ [illegible] যে হস্পিটেলৈ পোৱাৰ [illegible] যাদৱৰ [illegible]।

পিচদিনা হস্পিটেলৰ পৰা মৰনোত্তৰ পৰীক্ষা কৰি আনি যেতিয়া যাদৱৰ মৰাশ চোতালত থয় তেতিয়া মৰাশৰ বুকুত পৰি বৈণীয়েক আৰু ভনীয়েকে ঢাকুৰি ঢাকুৰি কান্দিব ধৰিলে। নিহৰ বুকুত নিজে ভুকুৱাই বিনাব ধৰিলে। তাকে দেখি চুবুৰীৰ মানুহে ছুয়োকো টানি টানি আনি নানা সান্ত্বনা-বাণী শুনালে। কিন্তু জ্বলন্ত অগ্নিত এচলুপানী কি কাম দিব! অন্তৰত শোকৰ দাৱানল যাৰ জ্বলে তাৰ কাৰণে সান্ত্বনা-বাণী নিষ্ফল। তেওঁলোক কোনেও শান্ত নহ'ল। শেষত অৱশ হৈ নিতত হ'ল। ইতিমধ্যে ক্রন্দনৰত পানী-কেচুৱা শেৱালীক চাকৰজনে কোলাত লৈ শুৱাই থলে। ঘৰ-খনত হুলস্থুল লাগি থাকিল।

ডিব্রুগড়লৈ—ফোন কৰা হৈছিল বাতিতেই। মাক-বাপেক নাহে মানে মৰা-শ চোতালতে ৰাখি থোৱা আছিল। আবেলি তিনিটামান বজাত মাক-বাপেক আহি পালে। যেতিয়া মাক-বাপেক আহি পালে তেতিয়া যে কি শোকাবহ দৃশ্যৰ অৱতাৰণা হ'ল তাক বৰ্ণনা কৰা অসাধ্য। শোকাকুল মাক-বাপেক ছুয়োজনে আহি পুতেকৰ বুকুত পৰি হিয়াঢাকুৰি কান্দিলে। কাৰো হাক-বচন, সান্ত্বনাবাণীয়ে একো কাম নিদিলে। মাকে মুখত চুমা খাই কব ধৰিলে—"মোৰ বুকুৰ কলিজা যাদৱ, মই তোৰ মাহু আহিছো বাচা। এবাৰ মোক এয়াৰ মাত দে 'মা' বুলি। এই মুখখনতে সকতে মই চুমা খাইছিলো, তই মুখখন আগুৱাই দিছিলি। আজিও আগুৱাই দে বাচা, মই শিখন গালতো এটা চুমা খাওঁ।" এই বুলি ঠেক বুঢ়ীয়ে চুমা খাব ধৰিলে। এই দৃশ্য অতি মৰ্মন্তুদ। সকলোৱে নয়নাশ্রু বিগলিত হৈছিল।

আনকালে মৰাশটোক সাবটি ধৰি বাপেকে কব ধৰিলে—"মোৰ একমাত্ৰ সন্তান তই যাদৱ! মোৰ প্ৰাণৰ ধন, তই সৰুতে পৰা মই তোক বুকুৰ মাজত ৰাখিছিলো, তই তোৰ মুখটো মোৰ বুকুৰ মাজত লুকাই কি শব্দ সাৱটি ধৰিছিলি, আজিও তোক মই সাৱটি ধৰিছো [illegible] তই মোৰ বুকুত মুখ গুজি [illegible] [illegible] মোৰ

মোৰ দিনটোৰ সুখ ভাগৰ আঁতৰি যাওঁক। আজি তই মোক নধৰা কিয় বাচা।" বুঢ়াই কান্দি কান্দি অস্থিৰ হৈ পৰে। এই দৃশ্য দেখি কোনো লোকে চকুলো মুটুকাকৈ থাকিব নোৱাৰিলে।

এনেতে অনিতা আৰু বোৱাৰীয়েকেও সংজ্ঞা ফিৰাই বাপেক মাকৰেক দেখি দুয়ো দৌৰি আহি মা-মা দেউতা-দেউতা বুলি দৌৰি আহি কাষতে পৰি কান্দিব ধৰিলে। বোৱাৰীয়েকে কলে—"মোৰ কি গতি হ'ব পিতা। মই হতভাগিনীৰ কপালৰ দোষত আপোনাৰ ল'ৰা ঢুকাল। মোক চিতাত তুলি একেলগে জলাই দিয়ক পিতা। মোক আৰু এই সংসাৰ নালাগে। মই শেৱালীক গতালো। আই, মোক পুতেকৰ লগতে নিয়ক।" নিজৰ কপালত চপৰিয়াই শাহুয়েকক কলে। আনফালে অনিতাই উচুপি উচুপি কব ধৰিলে—"দেউতা, মোৰ বাবেই মোৰ প্ৰাণৰ ককাইদেউ ইহ সংসাৰৰ পৰা বিদায় লব লগা হ'ল। মই পাপীয়সীক ৰক্ষা কৰিবলৈ যাওঁতেই মোৰ চেনেহৰ ককাইদেউৰ জীৱন গ'ল। মইনো আকৌ কিয় জীয়াই থাকো। মই ককাইদেউৰ লগতে যাম। সকৰে পৰা মোৰ সুখ-সুবিধাৰ কাৰণেই ককাইদেৱে যৎপৰোনাস্তি চেষ্টা কৰিছিল। এনেহেন ককাইদেউ নথকা পৃথিৱীত মই নাথাকো। মই একেলগে চিতাত উঠিম।" অতি গভীৰ কণ্ঠস্বৰেৰে বুঢ়াই কলে—"জগতত আৰু মোৰ কি থাকিল? মোৰ এটিয়ে বংশধৰ আছিল। আজিৰ পৰা মই নিৰ্ব্বংশ হলো। জগতত মোৰ বংশলতা শেষ হ'ল। আজিৰ পৰা মোৰ বংশৰ নামত চাকি জলাবলৈ কোনো নাথাকিল; আৰু জগতত মোৰ কি আছে? মই জীয়া বা মৰা একেই। মই কাৰ বাবে, কিহৰ কাৰণে জীয়াই থাকিম। মোৰ ইমান সম্পদ কাৰ হাতে এৰি যাম। মোৰ জীৱনেই নিৰ্ৰ্থক হ'ল। মোৰ জীৱন [illegible] ভাল [illegible] বুঢ়া [illegible]

গধুলিৰ লগে লগে আত্মীয় কুটুম্ব মানুহ আহি মৃতকক চাই ললে আৰু শেষত নৱগ্ৰহ শ্মশানলৈ মৰাশ লৈ গ'ল। শৱযাত্ৰা যে কিমান শোকাবহ তাক বৰ্ণাবৰ উপায় নাই।

কান্দিলে অন্তৰৰ শোকৰ মাত্ৰা কমি যায়। এওঁলোকবো কান্দোতে কান্দোতে শোকৰ গভীৰতা পাতলি গ'ল। দুদিন পিচত শোকৰ উচ্চাস কমি যোৱাত সকলোটি নিথৰ হৈছে। কাৰো মুখত যেন মাতবোল নাই। আত্মীয় মানুহে ঘৰৰ কাম কাজ কৰি আছে। মৃতকৰ প্ৰেত কৰ্মৰ বাবে যা-যোগাৰ কৰি থকা হৈছে। ইয়াৰ মাজতে সকলোটিয়ে একেলগে বহি আছে। নানাজনে নানা বুজনি দি আছে। কথা প্ৰসঙ্গত এজন মোমায়েকে কলে—"আমি ভাগিন জোৱাইৰ ওপৰত কেচ দিব লাগিব।" কেচৰ নাম শুনি দুজনে সিজনৰ মুখলৈ চোৱাচুই কৰিব ধৰিলে। বোৱাৰীয়েকৰ চকু তীব্ৰ হৈ উঠিল। মাধৱ ববাই উদাস দৃষ্টিৰে আকাশলৈ চালে, বৈনীয়েকৰ চকুৰে দুধাৰী চকুলো বৈ গ'ল। কিন্তু অনিতাৰ? তেওঁৰ চকুৱে নিঃসহায় অবলাৰ ভয় বিহ্বল চাহনিৰ ইঙ্গিত দিলে। কেচৰ নাম লোৱাত মাধৱে ভাবিলে কাৰ ওপৰত কেচ দিব? পুতেক আৰু জোৱায়েক সমান। গতিকে কেচ দিয়াত কোনো লাভ নাই। পুতেকক মাৰিলে কিন্তু জোৱাইয়েকক মাৰিলে জানো পুতেক ঘূৰি আহিবনে? তেওঁ কলে—বেটা মৰিল। জোৱাইৰ ওপৰত কেচ দি জোৱাইক ফাচি দিলে জানো বেটা ঘূৰিব? মৰাজন নিফিৰে; জীৱিতজনক মাৰো কিয়? প্ৰতিশোধৰ বাসনা মোৰ নাই। তেওঁ উদাস দৃষ্টিৰে ওপৰলৈ চাই কলে—ঈশ্বৰৰ ইচ্ছা পূৰ্ণ হওক।" মাধৱৰ বৈণীয়েকে কলে -"ই মোৰ অদৃষ্টৰ লিখন। পো আৰু জোৱাই একে। পো মৰিল; বোৱাৰী বিধবা [illegible] হব? নাই একমাত্ৰ [illegible]

"মোৰ কপালৰ সিন্দুৰ মচা গ'ল কিন্তু মই কাৰো কপালৰ সিন্দুৰ মচি নিদিওঁ। মোৰ বৈধব্য যোগ আছিল ক'ত এবাম।" তাৰ পিচত অনিতাই কলে—"কেচ দিয়ক বা নিদিয়ক, কেচে মোৰ মৰমৰ ককাইদেউক ঘূৰাই আনিব নোৱাৰে। কেচৰ ফলত মোৰ স্বামীৰ ফাচি হলেও মই সুখ নকৰো। মোৰ নখোৰ কপালৰ সিন্দুৰ মোৰ স্বামীয়ে মচি দিলে। মই তেওঁক কেতিয়াও ক্ষমা নকৰো। কিন্তু মোৰ ল'ৰা ছুটিৰ কি হব? কিজানি মোৰ ল'ৰা ছুটিক ইতিমধ্যে মাৰি পেলালে সেই মদপীটোৱে? মই যাব লাগিব। অতি সোণকালে যাব লাগিব"! তেওঁৰ মন বৰ উদ্‌বিগ্ন হৈ উঠিছে। এনেতে মোমায়েকে কলে -"আমি কেচ দিওঁ নাইবা নিদিওঁ, কেচ আপুনি হব। হত্যাজনিত কেচ চৰকাৰী হয়। আইনে কাকো ক্ষমা নকৰে। আইনমতে এই কেচ চৰকাৰেই চলাব। আমাৰ কথা আইনে কিয় শুনিব?" এই কথাত হঠাতে অনিতাৰ ভয় লাগিল। "এৰা; মাৰ্ডাৰ কেচ চৰকাৰীকেচ; চৰকাৰেই চলাব। তাৰ কোনো গত্যন্তৰ নাই।" তেওঁ চিন্তিত হৈ পৰে। মৰমৰ ককায়েকৰ মৃত্যু বেদনাতকৈও যেন মৰমৰ ল'ৰা ছুটিৰ জীৱনৰ নিৰাপত্তাৰ প্ৰশ্ন অধিক গুৰুত্বপূৰ্ণ। তেওঁ উদ্‌বিগ্ন হৈ উঠিল। কেচৰ ফলত গিৰিয়েকক জেললৈ পঠালে ল'ৰাছুটিৰ কি গতি হ'ব? ছুটা প্ৰতিকুল প্ৰশ্নই ছুইফালে মন টানিলে। এই মনৰ যুজখন সেই আবেলিৰ পৰা চলি থাকিল ৰাতি তিনিটা বজালৈ। কাম কাজবোৰ সমাপণ কৰি সকলোৱে যেতিয়া টোপনিত লালকাল হল, সেই অৱস্থাত অনিতাৰ মন দোদুল্যমান চিন্তাতৰঙ্গত প্ৰখৰ হৈ আছিল। তেওঁৰ মনৰ ভাৰসাম্য হেৰুৱাবৰ উপক্ৰম হল। শেষত ৰাতি তিনিটা বজাত হাতত চুটকেচটো লৈ মনে মনে বাহিৰলৈ ওলাই গ'ল।

ৰাতিপুৱা উঠি অনিতাক নেদেখি হুলস্থূল লাগিল। অনিতাৰ কি হ'ল? কলৈ গ'ল? [illegible] গ'লনে [illegible] [illegible] দিলে। সকলোৱে বিচাৰি চলাথ কৰিলে কিন্তু কোনেও [illegible] উদিশ [illegible]। [illegible] [illegible] [illegible] [illegible]।

বহুতৰ সন্দেহ হ'ল কিন্তানি পিৰিয়েকে কৰবাৰ পৰা আহি মাত্তি নি মাৰি পেলালে, কাৰণ ককায়েকৰ হত্যাৰ কেচৰ সাখী কৰ ভেও। তাকে ভাবি শেষত বোম্বেলৈ ফোন কৰা হ'ল।

পিচদিনা ৰাতি ফোনৰ উত্তৰ আহিল—অনিতা বোম্বেৰ ঘৰলৈ আহিছে। ল'ৰা ছুটিৰ ভাল।

আশ্চৰ্য্য ! অদ্ভুত মানুহৰ মন। এয়েতো সংসাৰ। বিপদৰ শেষ মুহূৰ্ত্ত ভাৰ্য্যা সদায় স্বামীৰ পক্ষত থাকে।

# বিধাতাৰ লিখন

সৃষ্টি শতিকাৰ প্ৰথমাৰ্দ্ধৰ কথা। সৃষ্টিকৰ্ত্তা ব্ৰহ্মাই কেইটামান মানবাত্মাক দেহদান কৰিলে। মানুহৰ দেহধাৰণ কৰি আত্মাকেইটাই শাৰীপাতি থিয় হৈ ব্ৰহ্মাক কলে— "হে সৃষ্টিকৰ্ত্তা প্ৰভু! আমাক সৃষ্টি কৰিলে, এতিয়া আমি কলৈ যাবলাগিব?"

ব্ৰহ্মাই কলে—"তোমালোকক মই পৃথিবীৰ এখন বিশাল দেশ ভাৰতবৰ্ষৰ এখন সৰু ৰাজ্য অসমলৈ পঠাম। এতিয়া তোমালোক সাজু হোৱা।" মানবাত্মা বিলাকে হাতযোৰ কৰি কলে—"আমি কি কৰিব লাগিব প্ৰভু?"

তোমালোকে যি ইচ্ছা তাকে কৰিব পাৰিবা। কিন্তু তোমালোকে খুজিব লাগিব।"

আত্মাবিলাকে ঠেলাহেচা কৰি আগবাঢ়ি গৈ ব্ৰহ্মাৰ ওচৰ পালে আৰু প্ৰত্যেকে নিজৰ নিজৰ প্ৰাৰ্থনাবোৰ চিঞঁৰি চিঞৰি কব ধৰিলে। তেওঁলোকৰ চিঞঁৰবাসৰ ইমান হুলস্থুলীয়া আছিল যে কাৰো মাত কোনেও শুনা হ'ল। স্বয়ং সৃষ্টিকৰ্ত্তাই নিজৰ সৃষ্টিৰ এনে উৎপাত দেখি সোঁহাতখন দাঙি কলে—"তোমালোকে নিচিঞঁৰিবা মই একো দিব নোৱাৰো। বিধাতাইহে তোমালোকক দিব পাৰিব। মই সৃষ্টি-কৰ্ত্তাহে-জন্মহে দিব পাৰো, আন একো কৰিব নোৱাৰো। বিধাতাইহে তোমালোকক দিব পাৰে। তোমালোক বিধাতাৰ ওচৰলৈ যোৱা আৰু নিজৰ নিজৰ নিবেদন জনোৱাগৈ। বাঞ্ছা কৰামতে পাবা।"

ব্ৰহ্মাৰ কথা শুনি তেওঁলোকে সুধিলে—"প্ৰভু! আমি কলৈ যাম আৰু কেনেকৈ যাম? বিধাতা ক'ত থাকে।"

ব্ৰহ্মাই কলে—"তোমালোকে কৈলৈ যাব লাগিব। তাত বিধাতা আছে। তেওঁ তোমালোকৰ কপালত লিখি দিব।" তোমালোকে [illegible] আৰু [illegible] লিখি [illegible]। তোমালোকে আৰ

ব্ৰহ্মলোকৰ পৰা শূন্যযানত যাব লাগিব। মোৰা মই যান ঠিক কৰি ৰাখিছো।"

ব্ৰহ্মাৰ কথামতে আত্মা বিলাকে শূন্যযানত উঠি বিধাতাৰ বৈকুণ্ঠত প্ৰবেশ কৰিলে।

বিধাতাই এদল আত্মাৰ কপালত তেওঁলোকৰ অভীষ্টবোৰ লিখি আছিল। হঠাৎ এইদল গৈ পোৱাত বহিবলৈ কলে। তেওঁলোক বহিল।

পূৰণি দলক কপালত লিখি দিয়াৰ পিচত নতুন দলক আহ্বান কৰিলে আৰু এটি এটিকৈ ওচৰলৈ মাতিলে। বাকীবোৰক দূৰলৈ যাবলৈ কলে। তেওঁলোক বহু আতৰি গ'ল যাতে কাৰো কথা কোনেও নাজানে আৰু কাৰো অভীষ্টৰ কথা কোনেও নুশুনে। বিধাতাই এজন এজনকৈ আহিবলৈ কোৱাত এজন আগবাঢ়ি গ'ল। তেওঁ গৈ পোৱাত বিধাতাই সুধিলে—"হে মানবাত্মা! তুমি কি বিচৰা? তোমাৰ অভিলাস কি কোৱা।"

মানবাত্মাটো'ৱে ক'ৰ যোৰে নমস্কাৰ কৰি আঠুকাঢ়ি সক সকৈ কলে—"হে বিধাতা। মোৰ নিবেদন শুনক।"

"কৈ যোৱা। মই লিখি যাম। তুমি যি বাঞ্ছা কৰা তাকে দিম।"

তেতিয়া মানবাত্মাটোৱে কলে—"হে প্ৰভু। মই যেন পৃথিবীত মন্ত্ৰী হব পাৰো।"

"অ তুমি দেখিছো বৰ আকাংখী আত্মা। বাৰু সেয়ে হব; কিন্তু তুমি কেইটামান বেয়া কথা আৰু বেয়া কাম কৰিব লাগিব যাৰ বাবে পৰলোকত তুমি পৰিণাম ভোগ কৰিব লাগিব। তুমি পাৰিবা?"

"পাৰিম প্ৰভু। মোৰ উদ্দেশ্যসাধনৰ বাবে মই সকলো কৰিবলৈ প্ৰস্তুত।"

"তুমি মিছা কথা ক'ব লাগিব, মানুহক ফাঁকি দিব লাগিব। মানুহৰ ধন আত্মসাৎ কৰিব লাগিব। আত্মীয় স্বজন বন্ধুবান্ধৱক পাহৰি: নিজৰ বাবে—কেৱল নিজৰ বাবে স্বাৰ্থৰ চিন্তা কৰিব লাগিব।

সমাজৰ চকুত ধূলিমাখি মহানুভৱতা দেখুৱাই সমাজক তুহি তুহি খাব লাগিব। এনেবোৰ পাপ কাম কৰিবলৈ তুমি পাৰিবা ?"

"পাৰিম প্ৰভু! মোৰ উদ্দেশ্য সাধনৰ বাবে মই সকলো কৰিব পাৰিম।"

বিধাতাই হাঁহি মাৰি কলে—"তথাস্তু বাক তুমি মোৰ ওচৰ চাপা; মই কপালত লিখি দিওঁ। উপযুক্ত সময় হলে- কুৰিশতিকাৰ শেষ ভাগত তুমি মন্ত্ৰী হবা। তোমাক অসমত জন্ম দিবলৈ হুকুম কৰা হৈছে।" তেওঁ ওলাই অহাত তেওঁৰ পিচৰ জনে লগ পালে আৰু লাহেকৈ সুধিলে "কি কলে?"

"মন্ত্ৰী হম বুলি কলে।"

দ্বিতীয়জনে বিধাতাৰ ওচৰ চাপিল। বিধাতাই আহ্বান কৰিলে - "আহা। তোমাৰ অভিষ্টৰ কথা কোৱা। মানবাত্মাটোৱে হাতযোৰ কৰি কলে—"হে প্ৰভু। মই যেন প্ৰধান মন্ত্ৰী হব পাৰো"। বিধাতাই হাঁহি মাৰি কলে—"প্ৰধান মন্ত্ৰী হবা কেনেকৈ? তোমালোকৰ এই কোটাটো" অসমলৈ হে প্ৰেৰণ কৰিছে; অসম ভাৰতৰ এখন ৰাজ্যহে: গতিকে প্ৰধানমন্ত্ৰী হবা কেনেকৈ? অৱশ্যে মুখ্যমন্ত্ৰী হব পাৰিবা।"

"তেনেহলে মোক মুখ্যমন্ত্ৰীকে কৰি দিয়ক প্ৰভু!"

"তুমি পৰম ভ্ৰষ্টাচাৰী হব লাগিব। তুমি এক নম্বৰ মিছলীয়া আৰু কাৰ্টীবাজ হব লাগিব। জনসাধাৰণক ভাল কাম কৰিম বুলি কৈ বেয়াকামহে কৰিব লাগিব। আটাইতকৈ মিছলীয়া আৰু কাঢ়িবাজ হব নোৱাৰিলে মুখ্যমন্ত্ৰী হব নোৱাৰিবা। তুমি ৰাজভাণ্ডাৰ লুটিব লাগিব। অসৎ, গুণ্ডা, চোৰ ডকাইতক হাতত ৰাখি নানাধৰণে জনগণক শোষণ আৰু শাসন কৰিব লাগিব। ধনীসকলক গৰীবৰ পৰা ধন লুটাত সহায় কৰিব লাগিব। নিজৰ গাদি ৰক্ষাৰ কাৰণে সকলোধৰণৰ নীচ কাম কৰিবলৈও কুণ্ঠাবোধ কৰিব নালাগিব যাৰ ফলত পৰকালত তোমাৰ পৰিণাম অতি ভয়াবহ হব। এইবোৰ কৰিব পাৰিবা?

"পাৰিম প্ৰভু। মুখ্যমন্ত্ৰী হোৱাৰ বাবে মই যি কোনো কামকে কৰিব পাৰিম।"

"হে পৰম দুৰাকাংখী আত্মা! যোৱা, তোমাৰ দুৰাকাংখা পূৰণ কৰাগৈ।"

বিধাতাই এটা কুটিল হাঁহি মাৰি তাৰ কপালত লিখি দিলে—"কুৰিশতিকাৰ শেষ ভাগত অসমত গৈ তুমি মুখ্যমন্ত্ৰী হ'বা—

আত্মাটোৱে হাঁহি মাৰি ওলাই গ'ল।

তাৰ পিচত এজন এজনকৈ আত্মাবিলাক বিধাতাৰ ওচৰলৈ আহি নিজৰ নিজৰ অভিলাসৰ কথা কৈ কপালত লিখাই ললে।

এদল আছিল। ৰাজনৈতিক দালালৰ দল। তেওঁলোকে ৰাজনীতি কৰি ক্ষমতা দখল কৰি অনায়াসলব্ধ ধন, মান লাভ কৰিবলৈ ইচ্ছা কৰা দল। বিধাতাই তেওঁলোককো লিখি দিলে। অন্যদল আছিল ঠিকাদাৰৰ দল। কাম নকৰাকৈ অফিচতে বিল পাচ কৰি ইঞ্জিনিয়াৰৰ লগত তবো অৰ্দ্ধং মোবো অৰ্দ্ধং কৰি টকা অৰ্জা দল। বিধাতাই তাকো 'তথাস্তু' বুলি লিখিলে। আন এটা দল আছিল ৰাজকৰ্ম্মচাৰীৰ দল। ভেটি খাই ধন উপাৰ্জ্জন কৰা দল। দৰমহাৰ টকা ৰাছিবে ৰাছিবে বেঙ্কত জমা দি উপঢৌকনৰ ধনেৰে গৃহস্থী চলোৱা দল : আনকি তেতিয় টকাৰে মাটিবাৰী, ঘৰদুৱাৰ, গাড়ীমটৰ কিনি লাহবিলাহত জীৱন কটোৱা দল। তাকো বিধাতাই 'তথাস্তু' বুলি লিখি দিলে।

অন্য এটা দল আছিল কাৰবাৰী আৰু বেপাৰীৰ দল। দেশৰ প্ৰাকৃতিক দুৰ্যোগত জনসাধাৰণক সহায় কৰক চাবি জনসাধাৰণৰ পৰা অধিক দাম আদায় কৰি ধনী হোৱা দল। তাকো প্ৰভুৱে 'তথাস্তু' বুলি লিখি দিলে।'

পিচৰ এটা দল আছিল ডাক্তৰ, ইঞ্জিনিয়াৰৰ দল। পাচ কৰি উঠিয়ে চাকৰি কৰি পাচ বছৰৰ ভিতৰতে মাটি ঘৰ (বিল্ডিং) আৰু মটৰগাড়ী কৰি নিজৰ নিজৰ কৰ্ত্তব্য পালন বুলি প্ৰচাৰ দিয়া হ'ল। জনসাধাৰণৰ কল্যান কৰিম বুলি কৈ নিজৰ কল্যান সাধন কৰাৰ দল।

বিধাতাই হাঁহি মাৰি 'তথাস্তু' বুলি কৈ লিখি দিলে। তাৰ পিচত আছিল ধাৰ্ম্মিকৰ দল। তেওঁলোকে নানা ধৰ্মৰ গুৰু হৈ আপামৰ জনসাধাৰণক ধৰ্ম পথত চলাই মুক্তিৰ পথৰ সন্ধান দিব।

বিধাতাই হাঁহি মাৰি কলে—"তোমালোকে লোকক মুক্তিৰ পথৰ সন্ধান দিবা কিন্তু নিজৰ মুক্তি পথৰ সন্ধান কৰিব পাৰিবা নে?"

আত্মাবোৰে কলে "প্ৰভু! লোকৰ মুক্তিৰ সন্ধান দিম, নিজৰ মুক্তিৰ কথা নাভাবো। কেৱল ধৰ্মৰ নামত নিজৰ ধন, মান, যশ যাতে লাভ কৰিব পাৰো তাকে কৰিম।"

"পৰম পাপাত্মাৰ দল। তোমালোক অধম পাপী। তোমালোকৰ পথ নৰকৰ পথ। যদি পৰকালত নৰক আশা কৰা তেন্তে ধৰ্মগুৰু হব পাৰিবা। মন কৰিবা আনো। "পাপ হয় পুণ্য হয় যি হয় হব, আমাক তাকে দিয়ক। পৰকালত যি হয় হব', কিন্তু পৃথিবীত থকা কেইদিন মানুহৰ পৰা সেৱা ভক্তি পালেই হ'ল।"

"বাক সেয়ে হব"। এনেকৈ কৈ তেওঁলোকৰ কপালতো লিখি দিলে।

ইয়াৰ পিচত আছিল এটা কবি সাহিত্যিকৰ দল। বিধাতাই হাঁহি মাৰি কলে—'তোমালোকে সাহিত্যৰ সাধনা কৰিবলৈ বিছাৰিছা? ই বৰ কষ্টকৰ। নিজৰ সুখ স্বাচ্ছন্দ্য ত্যাগ কৰি মানুহৰ কল্যান সাধনৰ বাবে লিখিব লাগে। আগৰ কালত ঋষী, মুনি সকল তেনে সাধক আছিল। জনগণৰ কল্যানৰ কাৰণে নিজৰ জীৱনৰ সকলো সুখ আনন্দ ত্যাগ কৰি সাহিত্য সৃষ্টি কৰিছিল যাতে জন-গণৰ মঙ্গল সাধন হয়। তেনে ত্যাগী হব পাৰিবা?"

বুদ্ধিমান কেইটামানে আগ বাঢ়ি আহি কলে—"আমি তাকে কৰিম প্ৰভু! আমাক তাকে লিখি দিয়ক। আমাৰ লিখনিৰ দ্বাৰা যাতে মানুহে ন্যায়, সত্য আৰু জীৱনৰ মহৎ উপলব্ধি কৰিব পাৰে।"

"তথাস্তু! তোমালোকক তাকে দিলোঁ; কিন্তু সংসাৰত তোমালোকে সাংসাৰিক সুখ ভোগৰ পৰা বঞ্চিত হবা। [illegible]

তোমালোকৰ আদৰ্শ হ'ব।"

তেওঁলোকৰ সংখ্যা অতি তাকৰ আছিল। বিধাতাৰ লিখাত পলম নহ'ল।

তাৰ পিচত অন্য দল—সাংবাদিক, কবি, সাহিত্যিকৰ বৃহৎ দল আগবাঢ়ি আহিল। তেওঁলোকৰ সংখ্যা দেখি হাঁহি মাৰি বিধাতাই ক'লে—"তোমালোকো লিখকৰে দল নেকি?"

"হয় প্ৰভু! আমিও লিখকৰ দল।"

"তোমালোকক কি লিখি দিব লাগিব?"

"আমাক ত্যাগৰ কথা লিখি দিব নালাগে প্ৰভু! আমাক ভোগৰ কথাহে লিখি দিয়ক। আমি যেন ৰাজ অনুগ্ৰহ লাভ কৰি পুৰস্কাৰ পাই ধন-মান পাব পাৰো; পদ্ম বিভূষণ, পদ্মভূষণ, পদ্মশ্ৰী আদি উপাধি লাভ কৰি সমাজৰ পৰা মান লাভ কৰিব পাৰো। বিধাতাই হাঁহি মাৰি ক'লে—"তথাস্তু: পিচে এটা কথা—পৰকালত তোমালোকে কিন্তু হতশ্ৰী উপাধিহে পাব পাৰ আৰু তাৰ পৰিণতি কি হ'ব জানিছাই। তোমালোকক কুৰিশতিকাৰ শেষ ভাগত এইবোৰ লাভ কৰিবৰ সুবিধা দিয়া হ'ব। সাহিত্যিক সাংবাদিকৰ গোষ্ঠী হৈ পুৰস্কাৰৰ টো উঠিব। তেতিয়া তোমালোকে পাবা। অসময়তে তোমালোকক প্ৰেৰণ কৰা হৈছে"।

আনন্দমনে এই দল গুলাই অহাৰ পিচত আন এটি সাংস্কৃতিক দল বিধাতাৰ কোঠালীত প্ৰৱেশ কৰিলে। এওঁলোক গায়ক, বাদক, নৰ্ত্তক নৰ্ত্তকী। এওঁলোকক দেখি বিধাতাই সুধিলে—"তোমালোকক কি লাগে?"

"আমাক অইন একো নালাগে প্ৰভু! আমাক আনন্দ লাগে। আমি যেন আনন্দত কটাব পাৰো আৰু লোককো আনন্দ দিব পাৰো। তাৰে ব্যৱস্থা কৰি দিয়ক প্ৰভু।" বিধাতাই হাঁহি মাৰি ক'লে—"হে আনন্দাত্মা সকল! তোমালোকৰ মনকামনা পূৰণ কৰা হ'ব। এখন এজনকৈ যোৰ জনাই আহা আৰু কপালখন আগবঢ়াই দিয়া; মই লিখি দিওঁ। কিন্তু এটা কথা, [illegible] হৈ তোমালোকে

মানুহৰ পৰা আদৰ যত্ন পালেও ধন আৰু মান নাপাবও পাৰা।”

তেতিয়া তেওঁলোকে কৰযোৰে মিনতি জনাই কলে—“নহয় প্ৰভু! আমাক ধন আৰু মান পোৱাৰো ব্যৱস্থা কৰি দিয়ক।”

বিধাতাই অলপ ভাবি কলে—“তেনেহলে তোমালোকে কুৰিশতিকাৰ শেষ ভাগলৈ অপেক্ষা কৰিব লাগিব। পৃথিবীত যেতিয়া শ্ৰেয়ৰ আদৰ্শ লোপ পাব আৰু প্ৰেয়ৰ আদৰ্শহে সমাজত প্ৰচলিত হব তেতিয়াহে তোমালোকৰ অভিষ্ট পুৰণ হব। কুৰিশতিকাৰ মাজভাগৰ পৰা পৃথিবীত এই নীতি প্ৰচলিত হব। তোমালোকে তেতিয়া অসম মুলুকত জন্ম লবা। আদৰ্শহীন যুগত নীতিহীনৰ নীতি চলিব।” এনেকৈ কৈ কপালবোৰত লিখি দি বিধাতাই এই দলটোক বিদায় দিলে।

তাৰ পিচত আহিল এটি খেলুৱৈ দল। তেওঁলোকে আহি বিধাতাৰ ওচৰত কৰযোৰে মিনতি জনাই অভিষ্টৰ কথা ব্যক্ত কৰিলে। বিধাতাই সুধিলে—“তোমালোকে কি বিচৰা?”

তেওঁলোকে কলে—“আমাক খেলুৱৈ কৰি দিয়া প্ৰভু। আমি যেন খেলা-ধূলাত পাৰ্গত হৈ জগতত বিখ্যাত হৈ পৰো।”

বিধাতাই কলে—“তোমালোকৰ এইদল আত্মাক অসমত জন্ম লবলৈ নিৰ্দেশ দিয়া আছে। অসমত জন্ম ললে অসম বিখ্যাতহে হব পাৰিবা; বৰ যোৰ ভাৰতবিখ্যাত হবা; কিন্তু বিশ্ববিখ্যাত হব নোৱাৰিবা কাৰণ অসমৰ মানুহক ভাৰতৰ চৰকাৰে সিমান সুবিধা নিদিব। ভাৰত চৰকাৰৰ চৰকাৰীখেল বিভাগটো ৰাজনৈতিক স্বাৰ্থতহে চলিব—খেলৰ স্বাৰ্থত বা দেশৰ স্বাৰ্থত নচলিব। গতিকে বিশ্বৰ খেলত অংশ গ্ৰহন কৰিবলৈ সুযোগ নাপাবা। তোমালোকে অসম বিখ্যাত হব পাৰিবা; মই তাকে লিখি দিম। এজন এজনকৈ আগ বাঢ়ি আহা।”

বিধাতাৰ কথামতে তেওঁলোক এজন এজনকৈ আগবাঢ়ি গল। বিধাতাই তেওঁলোকক বিভিন্ন খেলত পাৰদৰ্শী হব বুলি লিখি দিলে।

বিধাতাৰ লিখনিত সন্তুষ্ট হৈ অতি হৃষ্টচিত্তে তেওঁলোক গুলাই আহিল।

ইয়াৰ পিচত অন্য এটা দল আগবাঢ়ি গল।

বিধাতাই সুধিলে—"তোমালোকে কি বিচৰা ?"

তেওঁলোকে হাতযোৰ কৰি কলে—"প্ৰভু! আমি মিস্ত্ৰি হবলৈ খোজো ?

"কিয় ?"

"ভাল ঘৰ-দুৱাৰ দেখিবলৈ সুন্দৰ। এই সুন্দৰ অট্টালিকা সাজিবলৈ আমাৰ ইচ্ছা।"

"বাৰু সেয়ে হব। কপালবোৰত লিখি দিয়াৰ পিচত কলে—"পিচে এটা কথা ; তোমালোকে লোকৰ ভাল ঘৰ অট্টালিকা সাজিব পাৰিবা কিন্তু তোমালোকৰ কোনোদিন ভাল ঘৰ-দুৱাৰ বা অট্টালিকা নহব।"

"কাৰণ কি প্ৰভু ?"

"খুব কম মানুহেই সুউপাৰ্জিত নিজৰ ধনেৰে অট্টালিকা সাজে : অধিক সংখ্যকে পাপৰ ধনেৰে অট্টালিকা সাজে। লোকক ঠগি অন্য ধন নাইবা অসৎ পথেৰে অৰ্জ্জা ধনেৰে বন্ধা অট্টালিকা পাপৰ আগাৰ। এই পাপৰ ধনেৰে বন্ধা অট্টালিকা তোমালোকৰ অৰ্থাৎ মিস্ত্ৰিৰ দ্বাৰাহে তৈয়াৰ হয়। গতিকে পাপৰ অৰ্দ্ধেক অংশ মিস্ত্ৰিৰ গাত পৰে। পাপীকহে সুবিধা কৰি দিয়ে। গতিকে সেই পাপৰ কাৰণে মিস্ত্ৰিক ভাল ঘৰত থাকিবলৈ দিয়া নহয়। পৃথিৱীলৈ গলে দেখিবা যে সকলো মিস্ত্ৰিৰে বাসৰ ঘৰ জৰাজীৰ্ণ অথচ সেই মিস্ত্ৰিয়ে লোকক অট্টালিকা সাজি দিয়ে।

আত্মাৰ দলটোৱে ম্ৰিয়মান হল। কিন্তু নিৰুপায়। একবাৰ যি কপালত লিখা হল তাক আৰু মচিব নোৱাৰে। অতি দুখেৰে তেওঁলোক গুলাই আহিল।

এইবাৰ আহিল আন এটি দল। বিধাতাই সুধিলে—"তোমা-লোকক কি লাগে ?"

"আমাক [illegible] কৰি দিয়ক প্ৰভু। আমি পৃথিৱীত [illegible]

খেতিবাতি কৰি ধৰণী শস্য "শ্যামলা কৰিম। নিজেও খাম আৰু লোককো খুৱাম। আমি মানুহৰ জীৱন ৰক্ষাৰ বাবে শস্য উৎপন্ন কৰিম।" বিধাতাই লিখি উঠি কলে—"ধন্য তোমালোক। বিধাতাই হাঁহিলে। তোমালোকে লোকক ভাল খুৱাব পাৰিবা কিন্তু নিজে ভাল খাবলৈ নাপাবা। ভালবস্তু উৎপন্ন কৰি ৰক্ষাবও বেচি আনক খুৱাবহে পাৰিবা নিজৰ ঘৰত ৰক্ষাবত বিক্ৰি নোহোৱা খিনি আনি খাব লাগিব। তোমালোকে খাবলৈ পাবা কিন্তু পিন্ধিবলৈ নাপাবা।"

বিধাতাৰ কথা শুনি খেতিয়কসকল হতাশাগ্ৰস্ত হল। তথাপি বিধাতাৰ লিখন মানিবই লাগিব কাৰণ তেওঁলোকেই মাগিছিল খেতিয়ক জীৱন।

ত'ৰ পিচত আহিল আনদল। বিধাতাই সুধিলে—"তোমালোকক কি লাগে?"

দলটোৱে কলে—"আমাক শ্ৰমিক কৰি দিয়ক প্ৰভু"

"শ্ৰমিক হবলৈ কিয় মন কৰিছা তোমালোক?"

"জগতৰ মানুহ বিলাকৰ সুখ আনন্দৰ কাৰণে আমি কাম নকৰিলে ধনী আৰু বিলাসী লগতে ৰাজনীতি কৰা শাৰীৰিক শ্ৰমহীন মানুহবিলাকৰ অৱস্থা অতি কষ্টকৰ হব। তেওঁলোকৰ কামবোৰ কোনে কৰিব? আৰু কামবোৰ নহলে জগতৰ মানুহৰ দুখকষ্ট কুলাই-পাচিৰে নধৰা হব। জগতৰ মঙ্গলৰ বাবেই আমি শ্ৰমিক হম প্ৰভু!"

"ধন্য তোমালোক! তথাস্তু। তোমালোকৰ কপালত তাকে লিখা হব।" বিধাতাই কপালত লিখি দিলে। তাৰ পিচত কলে—"পিচে এটা কথা শুনি যোৱা। তোমালোকে জগতৰ মঙ্গলৰ বাবে দৈহিক পৰিশ্ৰম কৰিবা সচা কিন্তু তোমালোকৰ পৰিশ্ৰমৰ ফল ভোগ কৰিব আনে— ধনিক, মহাজন, লগতে ৰাজনৈতিক লোক সকলে। তোমালোকে পৰৰ কাৰণেই জীৱনত শ্ৰম কৰিব লাগিব। তোমালোকক সেই বাবেই [illegible] কাপোৰে নাঢাকিব তোমালোক

যোৱা"। বিধাতাৰ পিচৰ কথাখিনি শুনি শ্ৰমিক আত্মাবিলাকে বিষন্নমনে আতৰি আহিল।

ইয়াৰ পিচত এদল উজ্জ্বল আত্মা আহি বিধাতাৰ ওচৰ চাপিল। বিধাতাই এবাৰ নিৰিক্ষণ কৰি তেওঁলোকক মাতিলে বিধাতাই সুধিলে—"হে উজ্জ্বল আত্মাবোৰ, তোমালোকক কি লাগে কোৱা?" উজ্জ্বল বুদ্ধিদীপ্ত নয়নেৰে এবাৰ বিধাতালৈ চাই এওঁলোকে উত্তৰ দিলে—"প্ৰভু। আমাক বিচাৰক কৰি দিয়ক।"

"বিচাৰক হব খোজা কিয়?"

"জগতত যিহেতু অনেক আত্মাই মানবদেহ ধাৰণ কৰিব সেই-হেতু মানুহে প্ৰবৃত্তিৰ বশবৰ্ত্তী হৈ দন হাই কাজিয়া কৰিবই। তেতিয়া ন্যায় বিচাৰ দিব নোৱাৰিলে জগতখন কেৱল অশান্তিৰ থলিহে হব। গতিকে আমি ন্যায় বিচাৰ কৰি জগতত শান্তি স্থাপন কৰিম" বিধাতাই পৰম সন্তোষিত হৈ কলে—'তথাস্তু।' তোমালোক অসমত জন্ম লব লাগিব। আহা প্ৰত্যেককে লিখি দিওঁ "এই বুলি কৈ বিধাতাই তেওঁলোকৰ কপালত লিখি দিলে। এইবাৰ আহিল এদল অতি তীক্ষ্ণ বুদ্ধিৰ চতুৰ আত্মাৰ দল। তেওঁলোকক দেখি বিধাতাই চিন্তা কৰিলে। ভাবিলে সৃষ্টি কৰ্ত্তাই এইদল বুদ্ধিমান আত্মাক মোৰ ওচৰলৈ পঠালে। নাজানো ইহঁতে কি খোজে এওঁলোকৰ দ্বাৰা জগতৰ মঙ্গল অমঙ্গল দুয়োটাই হব পাৰে। সেই ভাবি ধীৰে ধীৰে বিধাতাই সুধিলে—"হে মানবাত্মাবিলাক! তোমালোকে কি বিচাৰিছা মোক কোৱা; মই তোমালোকৰ কপালত লিখি দিওঁ।"

তেতিয়া সেই মানবাত্মা বিলাকে গহীনাই কলে—"প্ৰভু। আমাৰ আগত যোৱা মানবাত্মা সমূহে প্ৰত্যেকে নিজৰ নিজৰ অভি-ষ্টৰ কথা কলে আৰু আপুনি প্ৰত্যেককে লিখি পঠাই দিলে। এওঁলোকে গৈ ধৰাত জন্ম ললে নানাধৰণৰ কাজিয়া পেচাল লাগিবই। এই কথা আমাৰ আগৰ বিচাৰক চামে কলে। পিচে ভঙা দিয়া কেনেকৈ কাৰ দ্বাৰা নিৰ্ণয় কৰিব বিচাৰক সকলে? তেওঁলোকে

সত্যাসত্য নিৰ্ণয়ত নিশ্চয় অন্য একশ্ৰেণীৰ দৰ্কাৰ হব। বাদী বিবাদীৰ দোষ বিচাৰৰ বাবে বিচাৰকৰ আগত তৰ্ক কৰিবলৈ এদল লোকৰ দৰ্কাৰ হয় আৰু সেইদল লোককে উকিল বুলি কোৱা হয়। এই উকিল হবৰ বাবে আমাৰ ইচ্ছা আছে। আমাক উকিল কৰি দিয়ক।” বিধাতাই হাঁহি মাৰি কলে—“বৰ সুন্দৰ কথা কৈছা তোমালোকে। মই বৰ সন্তোষিত হৈছো। এতিয়া তোমালোকে এজন এজনকৈ আহা; মই কপালত লিখি দিওঁ।” এই বুলি কৈ বিধাতাই এজন এজনকৈ মাতি নি কপালত লিখি দিলে। অতি হৃষ্টচিত্তে উকিল বিলাকে বিদায় লবৰ পৰত সমবেত হৈ বিধাতাক নমস্কাৰ জনালে। বিধাতাই সেঁইহাতখন দাঙি অভয় দিলে। তাৰ পিচত কলে—

“উকিলসকল! তোমালোকে শুনা, মই এটা পৰম্পৰা নীতিৰ কথা কওঁ।” উকিল সকলে কানপাতি মনযোগেৰে শুনিলে। বিধাতাই কৈ গ’ল—

“তোমালোকে পৃথিবীৰ বিচাৰালয় বিলাকত ধৰ্মক সাক্ষী কৰি সত্যাসত্য নিৰ্ণয় কৰিবা। কোনো পক্ষপাতিত্য নকৰিবা। নিজৰ মোক্কেল হলেও দোষী হলে বচাবৰ চেষ্টা নকৰিবা, কাৰণ দোষীক বচালে সংসাৰত দোষ বাঢ়িব—পাপ বাঢ়িব। সত্য নিৰুপণ হোৱাৰ পিচত দোষীক শাস্তি বিহাত সহায় কৰিবা। ধনৰ লোভত পাপীক ৰক্ষা কৰি পাপ নবঢ়াবা। সেই পাপত তুমি লিপ্ত নহবা। বাদী বিবাদী দুয়ো পক্ষৰ পৰা তলে তলে ধন আদায় নকৰিবা। তেতিয়া বিচাৰ নিষ্ফল হব। দুয়ো পক্ষৰ ধন লৈ যি সকলে ‘কেচ’ নষ্ট কৰে তাৰ শাস্তি কি হয় শুনা”—এই বুলি কৈ বিধাতাই অলপ তলকা মাৰি পুনৰ কলে—“পৃথিবীত গৈ জন্মলৈ ডাঙৰ হলে দেখিবা কাছাৰী ঘৰ বিলাকৰ কাষত বৰ ডাঙৰ ডাঙৰ গছবোৰ আছে। এই গছবোৰত কলখোৱা বাদুলীবিলাক ওলোটাকৈ ওলমি থাকে। তললৈ মুখ কৰি এই বাদুলিবোৰে মানুহ চাই থাকে। এই বাদুলিবোৰ কোন জানানে? এই বাদুলীবোৰে হ’ল সেই নীতিহীন উকিলসকল। মৃত্যুৰ পিচত সেই উকিলসকলক বাদুলী হিচাবে সৃষ্টিকৰ্ত্তাই জন্ম দিয়ে; আৰু সেই ডাঙৰ গছবোৰ কোন জানানে, এই গছবোৰেই হ’ল তাহঁৰ ডাঙৰ পদবীৰ

জজ সকল—যিসকলে ভেটিখাই দোষীক বেহাই দিয়ে। সেই পাপী জজৰ ওপৰত ভৰ দিয়ে পাপী উকিলসকল বৈ থাকে। সেই পাপী জজৰ ডালত ওলমি ডাল পাতত বিষ্টা ত্যাগ কৰি ওলোটামুখহৈ ওলমি থাকে। বাদুলী মৰাৰ পিচত আৰু গছ মৰাৰ পিচত শেষত যমৰ ৰাজ্যত নৰকত স্থান পায়। গতিকে সাবধান হবা।"

এনেকৈ কৈ উকিল সকলক বিদায় দিলে। উকিলসকলে বিধাতাৰ এনে উক্তি শুনি ম্রিয়মান হ'ল। তেওঁলোকৰ ভাগ্যত কি কঠোৰ নিৰ্দ্দেশ অলিখিত ভাবে লিখা হ'ল। তেওঁলোক অতি সন্দিহানচিত্তে ধীৰে ধীৰে খোজ ললে

ইফালে বিধাতাই যমৰজাক মাতি পঠালে। কিছু সময় পিচত যমৰজাই আহি বিধাতাক নমস্কাৰ কৰি "কি আদেশ প্ৰভু" বুলি সুধিলে। বিধাতাই যমক আশীৰ্ব্বাদ কৰিলে আৰু কলে—"হে ধৰ্ম্মৰাজ। তোমাক মই মাতি পঠোৱাৰ কাৰণ আছে"

যমে সুধিলে—"কি কাৰণে মাতিলে প্ৰভু?"

বিধাতা—"তোমাৰ নৰকৰ পৰিসৰ কিমান বঢ়াইছা?"

যম—"মোৰা দশকত তিনিভাগৰ এভাগ বঢ়াইছো প্ৰভু; তথাপি পাপীক ৰাখিবৰ ঠাই নোহোৱা হৈছে।"

বিধাতা—"এই বেলি দুগুণ কৰিবা। এই বেলি সৃষ্টিকৰ্ত্তাই বহু মানবাত্মাক পৃথিৱীলৈ পঠাইছে। এবৈশ শতিকাৰ আৰম্ভণীৰ পৰা এই মানব দেহধাৰী বিলাক শতিকাৰ মাজ ভাগলৈ আহি শেষ হব। এওঁলোকৰ সংখ্যা অগণন। গতিকে একৈশ শতিকাৰ মধ্যভাগত নৰকৰ পৰিসৰ দুগুণ হবই লাগিব। এওঁলোকৰ অধিক সংখ্যকে নৰকলৈ নিশ্চয় আহিব লাগিব বুলি মোৰ ধাৰণা। তুমি গৈ নৰকৰ বিস্তৃত আচনি কৰাগৈ কাৰণ ইহঁতে পৃথিৱীত গৈ বহুত পাপৰ আচৰি কৰিব।"

যম—"যি আজ্ঞা প্ৰভু।"

ধৰ্ম্মৰাজ যম বিদায়লৈ গ'ল গৈ। বিধাতাই এটা কুটিল হাঁহি মাৰিলে—"মানবাত্মা! অধিক সংখ্যকে দুৰাত্মা। নৰক বহলাব লাগিল।"

সমাপ্ত

# সূচীপত্ৰ

# গল্পটো লিখা নহল

গল্প এটা লিখিম বুলি আজি বহুদিন ভাবি থাকোতেই গ'ল লিখিব নোৱাৰিলো মানসিক অস্থিৰতাৰ কাৰণে। এই অস্থিৰতাৰ কাৰণ আছিল মোৰ বাল্যকালৰ সহপাঠী বন্ধু কমল কলিতাৰ জীৱনৰ এটা নিকৰুণ অৱস্থা দেখি। আমাৰ গাওঁৰ কমলা মহাজন বোলা গেলামালৰ দোকানীজনৰ জীৱনৰ ভীষণ পৰিবৰ্ত্তন দেখিলো। কমলা কলিতাৰ নাম সকলোৰে মুখে মুখে আছিল। কমলা মহা-জনৰ লক্ষ টকাৰ দোকান। গাওঁৰ ভিতৰতে আঢ্যৱন্ত লোক আছিল তেওঁ, অথচ তেওঁৰ শেষ জীৱনত এটা বেলেগ চিন্তাধাৰাই গতি কৰিলে। মোৰ অসতৰ্ক মুহূৰ্ত্তৰ এটি সাধাৰণ কথাৰ পৰা তেওঁৰ জীৱনেই গতি সলালে। মই ভবাই নাছিলো যে একাষাৰ সাধাৰণ কথায়ো মানুহৰ অন্তৰত দাৰুণ আঘাত কৰিব পাৰে। তাৰ কাৰণে আজি মই অনুতপ্ত হৈছো—মোৰ চিত্তবিমৰ্ষ হৈছে। সেই বিমৰ্ষতাৰ কাৰণেই মই গল্পটো লিখিম বুলিও লিখিব পৰা নাই। মই বৰ দুখিত।

ঘটনাটো ঘটিছিল এনেভাৱে—মোৰ পুৰণা বন্ধু-বান্ধৱক দেখা কৰা অভ্যাস আছে। সিদিনা বাল্যবন্ধু কমলা মহাজনৰ দোকানলৈ গলো তেওঁক দেখা কৰিবলৈ। নানাজনে নানা কুট্‌চা বদনাম ৰটনা কৰিলেও কৃপণ, যখ আদি আখ্যা দিলেও এই অধ্যৱসায়ী মানুহজনক মই সদায় শ্ৰদ্ধা কৰি আহিছো। নিজৰ চেষ্টাত এই অতি দুখীয়া লৰাজনে ব্যৱসায় কৰি লক্ষপতি হৈছে; সমাজত বিশেষকৈ আমাৰ গাওঁৰ মানুহৰ মাজত ধনী বুলি খ্যাতি অৰ্জন কৰিছে। ঈৰ্ষা আৰু হিংসা বশতঃ বহুজনে বহু বদনাম ৰটনা কৰিলেও তেওঁ মানুহজন আচল কৃপণ নহয়; হাত্তটানহে তেওঁ। আত্মনিৰ্ভৰশীল আৰু পৰিশ্ৰমীহে, নিজৰ চেষ্টাতে মানুহ হৈছে।

সিদিনা আছিল গাওঁৰ সভাৰ আগৰ ৰবিবাৰটো। মই তেওঁৰ দোকানত উপস্থিত হলো। তেওঁ দোকানত নাছিল, ভিতৰলৈ কিবা খাবৰ বাবে সোমাই গৈছিল। চাকৰ দুজনে মাল বিক্ৰী কৰি আছে। সিহঁতে মোক বহিব দিলে। মই বহিলো। আহল-বহল ঘৰ, গদি-খন ফাটীবজাৰৰ মাৰোৱাৰী মহাজনৰ গদিৰ দৰে। চাৰিটা প্ৰকাণ্ড গাৰুৰ সৈতে ধবল বিচনাৰ চাদৰেৰে আবৃত সুন্দৰ কোমল বিচনা। মই তাত নবহি চিয়াৰত বহিলো।

মই ভিতৰফালে তেওঁৰ মাত শুনিলো। পাকঘৰৰ বাৰান্দাত ঘৈণীয়েকে চাউল বাচি আছিল। তেওঁৰ ঘৰ দোকানৰ লগত সংলগ্ন। তেওঁ ঘৈণীয়েকক সুধিলে—"কিয় চাউল বাচি আছা?" "চাউলত ধান, শিলগুটি আৰু তুঁহ মিহলি হৈ আছে। এই চাউল ৰান্ধিলে খাম কেনেকৈ?" ঘৈণীয়েকে উত্তৰ দিলে।

"আমি খোৱা জহা চাউলত শিলগুটি, ধান আৰু তুঁহ আছে?" তেওঁ আচৰিত হৈ প্ৰশ্ন কৰে। ঘৈণীয়েকে উত্তৰ দিয়ে "আমি খোৱা চাউল নহয়, চাকৰৰ বাবে অনা মোটা চাউল?" "মোটা চাউলত সেইবোৰ থাকেই, তাক বাচিলে কি হব?" "নাবাচিলে চাকৰ হ'ল বুলিনো খাব কেনেকৈ—চাকৰটো আমাৰ দৰে মানুহহে। আমি ভাল জহা চাউল খাওঁ, সিহঁতক মোটা কিটা দিওঁ, তাকো ধানে তুঁহে দিলে খাব কেনেকৈ?"

"এনেয়ে সিহঁতে এক'াহি এক'াহি খায়, তাতে আকৌ ধান তুঁহ চাফা কৰি দিলে ক'াহিয়ে-ক'াহিয়ে পেৰি পেৰি খাব। কিমান ৰান্ধিবা. কিমান দিবা? চাকৰক কোন মানুহে এনেকৈ খাব দিয়ে? সিহঁত এটায়ে আমাৰ দুজনৰ সমান খায়; ধান তুঁহ নহলে তিনিজনৰ সমান খাব

"খায় যেনেকৈ কামো কৰে তেনেকৈ। গুৰে দিলে বাচি দোকানখনত কিমান বস্তা দস্তা পৰা কৰে. তাৰ লেখ ৰাখিছেনে? কামকৰা মানুহক পেট ভৰাই খাব দিব লাগে জানো." তলকা মাৰি পুণৰ তেওঁ নাইকৈ সুধিলে—"এইবোৰনো কোনে মিহলায়?"

(২)

"কোনে মিহলাব ? হোলচেলৰ ব্যবসায় কৰা মহাজনে মিহলায়। সিহঁতে পঞ্জাব, হাৰিয়ানাৰ পৰা চাউল আনোতে মধ্যপ্ৰদেশ নে ৰাজস্থানৰ পৰা বগাচাউলৰ দৰে শিলগুটিও ৰেলত আনে আৰু গুৱাহাটীৰ গুদামত মানুহ লগাই চাউলত শিলগুটি মিহলায় বুলি মই শুনিছো। ইফালে ধানৰ মিলত বোলে প্ৰতি বিশ কুইন্টলত এক কুইন্টল ধান মিহলায়। চাউলৰ দাম ধানতে পায়। তেনেকৈহে ইমান লাভ কৰি ইমান ধনী হৈছে। চাউল কিয়, চিমেণ্টৰ বস্তাতো একপ্ৰকাৰ মাটি মিহলায়।

"অ' তাকে দেখিছে আমাৰ গুদামতো চিমেণ্টত কিবা কৰে ? এইবোৰ ভাল কাম নহয়। ৰাইজৰ অভিশাপ লাগে। এইবোৰ পাপ কাম।"

"আজিকালি এইবোৰ চলিছেই, অকল মইহে কৰোনে—সকলো কাৰবাৰীয়ে কৰে। কাৰবাৰত একো পাপ নাই।"

এনেতে দোকানৰ পৰা চাকৰ এজনে গৈ কয়— বাবু এজন মানুহ আহিছে। আপোনাক মাতিছে।"

"কৰপৰা আহিছে ?"

"গুৱাহাটীৰ পৰা।"

"থালে থালে। হল দে আৰু। যোগান বিভাগৰ ইন্‌চপেক্টৰ নিশ্চয়। কিছুৰ ওচৰত আছে কিন্তু বিছু যোৱাৰ পিচত কিয় আহিল ! তেওঁ চিন্তা কৰে। তাৰ পিচত কয় "কণ্ট্ৰোলৰ চাউল, চেনিৰ সেই ... ... মানে "। মুস্কিল হ'ল। কি কৰা যায়। আহিল আৰু দুইহাজাৰ নিবলৈ। কি হ'ব। বাক যা বহিবলৈ কগৈ. মই গৈছো।"

চাকৰজন যায়। মহাজনে কানি কাপোৰ পিন্ধি লয় তাগকৈ। এনেতে চাকৰজনে আহি পুনৰ কয়—"বাবু। চৰকাৰী মানুহ নহয়— বেলেগ ভদ্ৰলোক। "কি পিন্ধিছে— লংপেণ্ট, চার্ট, কোট নহয় জানো ?"

"নহয় বাবু— ধুতি পাঞ্জাবী।"

যোৱাকালি, কোনোবা আহিল আকৌ চান্দা বিচাৰি। কিমান চান্দা দিম। বিহুৰ চান্দা, গুৰুদেৱৰ তিথিৰ চান্দা, সৰস্বতী পূজাৰ

চান্দা, হোমৰ চান্দা, দেউলৰ চান্দা, ৰাজনৈতিক দলৰ চান্দা,, চান্দাহে চান্দা। চাত্ৰ সকলৰ ছান্দা আনকি কাৰোবাৰ কাৰোবাৰ পিকনিকৰো চান্দা দিব লাগিব যেন পাওঁ। যা বহিব দেগৈ, মই গৈছো।"

চাকৰজন যায়। মহাজনে বিৰক্তি সহকাৰে যাবলৈ ওলায়। ঘৈণীয়েকে কৈ উঠে—"গাখীৰখিনি খাই যাওঁক।"

"পিচত আহি খাম ৰবা। কোন আহিছে কি দি পাৰো খেদো। ইহঁতকতো চান্দা দিমেই অথচ পিচত মোকে কবহি, ধন-কুবেৰ, যখ। কৃপণ বুলি গালি পাৰিব। মই যেন সকলোকে হাজাৰ হাজাৰ টকা দান কৰি লাওলোৱা হ'ব লাগে।" তেওঁ দোকানলৈ সোমাই যায়। দোকানৰ ভিতৰত মোক চিয়াৰত বহি থকা দেখি হাঁহি মাৰি আনন্দতে কাষলৈ আহি হাতত ধৰি কৰমৰ্দন কৰি ক'লে—"ইচ্ ৰাম। তুমিহে ডেকা। মই কোনোবা বেলেগ বুলিহে ভাবিছিলো। বাৰু কেতিয়া আহিলা?"

"যোৱাকালি গধূলি।" "সভাৰ আগতে যে? সভালৈ থাকি যাবা নে নাই?" "অৱশ্যে থাকিব লাগিব। নিজৰ গাৰৰ, এই মহাসভাখনলৈ আহি নোচোৱাকৈ তৎক্ষণাৎ আঁতৰি যামনে?" 'তুমি তাত বহিছা কিয়? আহা গাদীলৈ।" তেওঁ মোক টানিব ধৰিলে গাদীলৈ। মই কলো- "হব কলিতা ইয়াতে চিয়াৰতে হ'ব।"

"কিয় গাদীলৈ আহিলে কি হয়?"

"আগৰ দিনত আমি সৰু থাকোতে দেখিছিলো—গুৱাহাটীৰ কাঁহ-বাচনৰ দোকানীসকলে কঁহাৰ সকলৰ পৰা বাচন তৈয়াৰ কৰি লৈ গৈ বছৰৰ মূৰত হিচাব দিয়া সময়ত প্ৰতিমোন কঁাহ-বাচনৰ বাবদ এক টকাকৈ গাদীচতকা (গছকা) বুলি টকা লৈছিল, অথচ কঁহাৰে মহাজনৰ গাদীত কোনো দিন বহাই নাছিল। দুইশ মোন কঁাহৰ বাচনত গাদী চতকা বাবদ ২০০ টকা এনেয়ে কাটি ৰাখিছিল। তেতিয়াৰ দিনত দুইশ টকা কম নাছিল। দুইশ টকাত ২৪০ মোন ধান পোৱা গৈছিল। মহাজনৰ লাভৰ উপৰিও এই দুইশ অন্য লাভ। এতিয়া তুমিও যদি মোৰ পৰা গাদী গচকা টকা দাবী

কৰা ? সেয়েহে গাদীত উঠা নাই।" মই হাঁহি কলো। তেওঁ হাঁহি মাৰি ক'লে—"তোমাক মই কেনেকৈ কম ডেকা। সৰুতে স্কুলত পঢ়োতে তোমাৰ বলখেলাৰ পইচা খুজি মই কিতাপ কিনিছিলো। আজিও তাৰ ধাৰ সুজিব নোৱাৰিলো।" তেওঁৰ কৃতজ্ঞতা দেখি মই মুগ্ধ হৈছিলো। বুজিলো ঐশ্বৰ্য্যই কমলা কলিতাক নিঃশেষ কৰি দিব পৰা নাই। এতিয়াও অন্তৰখনৰ এচুকত মহৎ গুণ এটা জীবিত হৈ আছে। মোৰ হৃদয় দ্ৰবীভূত হ'ল। গদীত উঠি কাষতে বহিলো।—এনেতে ডাঙৰ ল'ৰাজন আহিল। দেখাত স্বাস্থ্যবান, দেখনিয়াৰ যুবক, মোৰ চিনাত অলপ অসুবিধা হৈছিল, কিন্তু লাজতে মই নুসুধিলো। ল'ৰাজনৰ নাম জীৱন কলিতা। তেওঁ পিতাকক যেন আদেশৰ সুৰতে ক'লে—

"টকা আশী হাজাৰ দিয়া। মোৰ আগতে জমা দিয়া ত্ৰিশ হাজাৰ আছে। মাৰুতী গাড়ীত এক লাখ দহ হেজাৰ লাগিব।"

"এম্বেচদৰখন বেচিব পাৰিলেহে টকা দিব পাৰিম।"

"এম্বেচদৰখন বিক্ৰী কৰিহে গাড়ী কিনিম নেকি ? আমাৰ এটা "প্ৰেষ্টিজ" আছে।" "ইমান টকা তইঁতৰ চখত খৰচ কৰিলে কাৰবাৰ চলিবনে ?" "কাৰবাৰ চলিল বা নচলিল, মোক টকা লাগিবই আৰু মাৰুতী গাড়ী এখন কিনিমেই। অহাকালি মোক টকা দি দিবি— নহলে কথা বেয়া হ'ব।" এইবুলি কৈ তেওঁ খং কৰি ওলাই গ'ল। মোৰ উপস্থিতি লক্ষ্যই নকৰিলে। অপমানত তলমূৰ কৰিলো। কলিতা আৰু মই হতভম্ব হলো। আমি কিবা কোৱাৰ আগতে মাজু পুতেক অজিতেও আহি কৈ গ'ল—"পিতা অহা সপ্তাহত মই বোম্বেলৈ যাম ভ্ৰমণ কৰিবলৈ; টকা ছয় হেজাৰ দি দিবি।" কথা শুনায়ে ওলাই গ'ল। তেওঁ দুখমনে ক'লে—"দেখিলে ডেকা এওঁলোকৰ ব্যৱহাৰ। এই ৰকমে দাবি-ধমকি দি টকা লৈ গৈ অনৰ্থক খৰচ কৰে। মই বৰ নিঃসহায় হৈছো।"

"ডাঙৰ বোপাই কি কাম কৰে ?" মই প্ৰশ্ন কৰিলো।

"কি কৰিব আৰু; গাড়ী লৈ কলিকতা, দিল্লী মাৰি ফুৰে।

কিবা চিনেমা ব্যৱসায় কৰা বুলি কয়, কিন্তু মোক নকয়। সিহঁতে জানে কি ব্যৱসায় কৰে, কেতিয়াবা মোক ডুবাব। বিয়া-বাৰু নকৰে, ঘৰত নাথাকে; কেৱল হাজাৰ হাজাৰ টকা লৈ গৈ থাকে। দোকানখন দেৱলীয়া কৰিব যেন পাইছো। মই নাথাকিলে দোকান, কাৰবাৰ জহন্নামে যাব। মোৰ দুৰ্ভাগ্য।" বৰ দুখত কয় কলিতাই। মোৰ বৰ বেজাৰ লাগিল। তথাপি সুধিলো "মাজু ল'ৰাজনে কি কৰে?"

"তাৰ কাম ভ্ৰমণ কৰা, অসম, বঙ্গ, বিহাৰকে আদি কৰি সমস্ত ভাৰত ভ্ৰমি ফুৰে। পঢ়াশুনা নকৰে।'

"কি পঢ়িছিল?"

"ডাঙৰজন মেট্ৰিক ফেল আৰু মাজুজন বি. এ. ফেল। সৰু ল'ৰা কনকে কলেজত পঢ়ি আছে। ডাঙৰ দুজন অবাধ্য আৰু দুৰ্দান্ত—গোসাঁই-গুৰু নামানে অৱশ্যে সৰু ল'ৰাটো শান্ত আৰু পঢ়াতেও ভাল। সিয়ে ঘৰৰ ভিতৰত ভাল ল'ৰা।"

"তোমাৰ ছোৱালী আছেনে?"

"ছোৱালী এজনী আছে।"

"তেওঁ কি পঢ়ে?"

"মেট্ৰিক দুবাৰ ফেল কৰি আছে। পঢ়াত বেয়া; কিন্তু ধুনপেচ কি চাবা! যেন চিনেমাৰ চিত্ৰ-তাৰকাহে। মোৰ সংসাৰ বৰ দুখৰ ডেকা। ল'ৰা-ছোৱালীৰ পৰা মই একো সুখ নাপাও। কেৱল মাকৰ বাবেহে ভাত মুঠি খাই বাস কৰি আছো।—তেওঁ মোৰ লক্ষ্মী তিৰোতা। মোৰ মনত বৰ দুখ ডেকা। ধন-সম্পত্তি থাকিলেই মানুহ সুখী নহয়।'

"কথাবাৰ তুমি বহুত পলমে উপলব্ধি কৰিলা।"

টকা-পইচাৰ অভাৱ নহলে ল'ৰা ছোৱালীবিলাক বিপথগামী হোৱাৰ খুব সম্ভাৱনা। প্ৰয়োজনতকৈ অধিক ধন-সম্পত্তি মানুহে সন্তানক ভৱিষ্যৎ অপকৰ্মৰ পথ খুলি দিয়াহে।" "সেইবোৰ ভাবি লাভ নাই। যাৰ ভাগ্যত যি আছে সেয়ে হ'ব। সিহঁতে জানাৰ

কলৈত যে তোমাক লগ পালো। তুমি গাওঁৰ ঘৰলৈ আহি থাকা, বহুজনৰ ওচৰলৈও যোৱা, কিন্তু আজি কিমান বছৰ হ'ল তুমি মোৰ ওচৰলৈ নাহা। আজি যে কি ভাগ্যত আহিছা। আজি মোৰ ঘৰত এসাজ খাই যাব লাগিব। অ' কনকৰ মাক ( কনক সৰু ল'ৰাটোৰ নাম ) এইফালে আহাচোন আজি মোৰ ল'ৰাকালৰ পৰম বন্ধু ডেকা আহিছে।" দোকানৰ খিৰিকিৰে মুখ উলিয়াই পাকঘৰৰ ফালে চাই মাত লগালে। ঘৈণীয়েকে "ৰব গৈছো" বুলি কৈ পাক ঘৰৰ পৰা মাত লগালে আৰু ডাঙৰ ঘৰলৈ গৈ কানি-কাপোৰ সলাই দোকানলৈ আহি, মোক দেখি হাঁহি মাৰি ক'লে—"আজি কেইবা বছৰৰ মূৰত আমাৰ ঘৰলৈ আহিবলৈ কিয় মন কৰিলে। কিমানবাৰ আহি কিমানৰ ঘৰলৈ যায়, আমি শুনিয়ে থাকো, এখেতে সৰু কালৰ বন্ধু বুলিও কয় কিন্তু আমাৰ ফালে ভুমুকিয়ে নামাৰে। আজি আমাৰ কি ভাগ্য।"

"ধনী মানুহৰ ঘৰলৈ আহিবলৈ ভয় লাগে কাৰণে অহা নাই।" "ভয় লাগেনে ঘিণ লাগে তাকে বুজিবলৈহে টান লাগিছে।"

"এৰা, এওঁ আমাক ঘিণে কৰে যেন পাইছো।" কলিতাই ঘৈণীয়েকৰ লগত একে সুৰে সুৰ মিলায়। মই হাঁহি মাৰি কলো—"সমানে সমানে কৰিবা কাজ, হাৰিলে জিতিলে নাহিকে লাজ। সমানৰ মানুহ নহয় বাবে আহিবলৈ সমীহ কৰো। তাৰ উপৰি বলী নিৰ্বলী কিহৰ হুতাহুতি; ধনী-নিৰ্ধনী কিহৰ মাতা-মাতি। গতিকে মই নিৰ্ধনী মানুহে তোমালোকৰ দৰে ধনী মানুহৰ লগত হলি-গলি কৰিম কেনেকৈ? সেইবাবে অহা নাই।"

"আপুনি আকৌ মুখ মেলিব নালাগে।" অলপ তলকা মাৰি ক'লে—"আজি দুপৰীয়া কিন্তু ইয়াতে ভাত সাজ খাই যাব লাগিব। মই এতিয়াই ভাত বান্ধিম।"

"হয় হয় ডেকা, দুপৰীয়াৰ ভাতমুঠি মোৰ পঁজাতে হব লাগিব।" মই আৰু নেৰাই সন্মতি জনালো। দোকানত বহি অতীত-ভৱিষ্যতৰ অনেক কথা, আলোচনা-সমালোচনা কৰা হ'ল। সুখ-দুখৰ কথাপাতি পৰম

আনন্দ লাভ কৰিলো দুয়োজনে। যথাসময়ত দুয়ো ভাত খাবলৈ উঠিলো। দুয়ো ভাতৰ পাতত বহিছো। মাছ, মাংস, কণী তিনিও বিধৰে আমিষ আহাৰ, খাৰ, টেঙা আৰু দৈও অপৰ্য্যাপ্ত দিছে মোৰ পাতত। কলিতাৰ পাতত এবাঁ গাখীৰ এবাতি আৰু ভাত কেইটামান। মই ঘৈণীয়েকক সুধিলো -"কলিতাক ভাত-আঞ্জা দিয়া নাই কিয়?" হাঁহি মাৰি কলিতাই ক'লে—"মোৰ ভাগ্যত ভোগ নাই ডেকা। মোক ঈশ্বৰে ধন দিছে চাবলৈ, ভোগ কৰিবলৈ নহয়। তোমাক দিছে ভোগ কৰিবলৈ, তুমি খোৱা।

'কিয়"

"মোক গেষ্ট্ৰিক, দাইবেটিকচ (বহুমূত্ৰ), ব্লাডপ্ৰেচাৰ তিনিওবিধ ভাল বস্তুই লগ দিছে। আমিষ আহাৰ মাছ-মাংস, একো খাব নোৱাৰে'ৰেই আনকি ব্লাডপ্ৰেচাৰৰ কাৰণে নিমখো খাব নোৱাৰো, দাইবেটিকচৰ কাৰণে চেনি খাব নোৱাৰো, আলু, মূলা, গাজৰ আনকি মাটিৰ তলৰ কোনো বস্তু খাব নোৱাৰো। গেষ্ট্ৰিকৰ কাৰণে শাক-পাচলী, টেঙা, তিতা, ঘি, ডাল্ডা একো খাব নোৱাৰো। মোৰ খোৱা বন্ধ ডেকা। ঈশ্বৰে মোক ভোগ কৰিব দিয়া নাই। অৱশ্যে বেমাৰ ভোগ কৰিবলৈ দিছে।"

তেওঁৰ এনে বেদনাদায়ক কথা শুনি মোৰ বৰ বেজাৰ লাগিল। খোৱাৰ আনন্দ মোৰ নাইকিয়া হ'ল। [illegible]লগে খাবলৈ বহি মই মাছ-মাংসৰে পেট পূৰাই খাম আৰু [illegible] কাষতে বহি এজনে নিৰামিষ দূৰৰ কথা গাখীৰ-ভাতৰ বাহিৰে (চেনিও নাই) একো খাব নোৱাৰিব, এই কথা দেখি [illegible]ভাৱিকে মোৰ মন মৰি গ'ল। মই অলপ অলপ খাই উঠি আহিলো। কলিতাই ক'লে—'কিয় ভালকৈ নাখালে ডেকা?" ঘৈণীয়েকে কৈ উঠিল—"বোধহয় মোৰ ৰন্ধা ভাল হোৱা নাই।" মই কৈ উঠিলো—"ৰন্ধা বৰ সোৱাদ হৈছে, কিন্তু মোৰ ভোক নাই, আহাৰ সোৱাদ ভোকতহে।"

খাইবৈ দুয়ো আহি দোকানত বহিলো—তামোল-পাণ খাই অলপ কথা হলো। তেওঁ মোক ক'লে—জীৱনত বহুত কষ্ট কৰি এই টকা-

পইচা আৰ্জিলো ডেকা; কিন্তু মোৰ কোনো সাৰ্থকত নাছিল। সেয়ে মনটোত দুখ। যি ল'ৰা-ছোৱালীৰ বাবে বুকুৰ তেজ পানী কৰি ধন আৰ্জিলো, সেই ল'ৰা-ছোৱালী হ'ল মদাপী, ধোঁৱাখুলীয়া আৰু শ্ৰম বিমুখ. যি শৰীৰেৰে ধন আৰ্জিলো সেই শৰীৰ গ'ল জীৰ্ণশীৰ্ণ হৈ। তিনিটাকৈ ডাঙৰ বেমাৰ ভোগ কৰিছো কেৱল গাখীৰ এক কিলো আৰু এশ গ্ৰাম চাউলৰ ভাত দুই সাজত খাওঁ।"

'তুমি সংসাৰত দুভোগহে ভোগ কৰিলা কলিতা। কাৰ বাবে ধন আৰ্জিলা? যি সন্তানৰ বাবে আৰ্জিলা সিহঁত হৈ গ'ল বিপথ-গামী। তোমাৰ আৰ্জিত ধন সিহঁতে বৰ্দ্ধন কৰিব দূৰৰ কথা ৰক্ষণকে কৰিব নোৱাৰিব। সিহঁতৰ যি মতি গতি। যি দেহটোৰে ইমান ধন আৰ্জিলা সেই দেহে তাক গ্ৰহণ কৰাৰ ক্ষমতাকে হেৰুৱালে। তেন্তে তুমি কাৰবাবে, কিহৰবাবে ধন আৰ্জা? ধনৰ বাবে ধন আৰ্জাৰ কিবা সাৰ্থকতা আছেনে? মৰাৰ পিচত এই ধন সাথাকে আৰু থাকিলেও তুমি তাক চাবলৈ নাহা। ভোগ নকৰিলে ধন মিছা অকাৰণ। লোকক দেখুৱাই ফিতাহি মাৰিবলৈ ধন অৰ্জাৰ কোনো সাৰ্থকতা নাই বৰং লোকহিত সাধন কৰিব পাৰিলেহে ধন অৰ্জনৰ সাৰ্থকতা।

তুমি আৰু ধন অৰ্জাৰ কোনো সাৰ্থকতা নাই বুলি মই ভাবো।" দুয়োজনে কথা-বতৰা হৈ থাকোতে হঠাৎ তেওঁৰ মুখখন ক'লাপৰি গ'ল। মোৰ বৰ বেয়া লাগিল। নিজকে দোষী দোষী যেন লাগিল। বেচি কথা নকৈ মই ঘৈনীয়েক আৰু তেওঁক মাত লগাই বিমৰ্ষমনে ঘৰলৈ ফিৰিলো।

দুবছৰমান পিছৰ কথা। মই শুনিবলৈ পালো যে কমলা মহাজনে দোকান এৰি পেলাইছে। দোকানত তলা লগাইছে।

মোৰ বৰ কৌতুহল জন্মিল। গাৰলৈ গলো আৰু পোনে পোনে কলিতাৰ ঘৰ উঠিলো। উজ্জ্বল আঢ্যবন্ত এখনি ঘৰ নিষ্প্ৰাণ-নিষ্প্ৰভ হৈ পৰিছে যেন এৰাবাৰীহে। দোকান নাই, চাকৰ বাকৰ নাই, ল'ৰা-ছোৱালীৰ হাই-উৰমি নাই। নিতাল নিস্তব্ধ। বৰ দুখ

লাগিল। মই দোকানৰ ওচৰলৈ গৈ দেখিলো দোকানৰ আগফালে বাৰান্দা ছাগলীৰ লাদেৰে ভৰ্ত্তি। বেৰবোৰত ধূলি মাকতি ছাগলীৰ মূট। মই ভিতৰলৈ সোমাই গৈ মাত লগালো—"মিঃ কলিতা।" ভিতৰৰ পৰা কলিতাৰ ঘৈণীয়েকে ওলাই আহি অতি ক্ষীণ কণ্ঠস্বৰেৰে মোক মাত লগালে—"ডেকা আহিছে? আহক, আজি বহু দিন আপোনাৰ খবৰ লৈ আছিল। আহক ভিতৰলৈ।"

ক্ষীণকায়া, মলিনবস্ত্র পৰিহিতা কলিতানীক দেখি মই ম্রিয়মান হৈ গলো। তাৰ পিছত চোতাললৈ গৈ দেখিলো কলিতাই এটি ছাগলীৰ ঠেং এখনত বেণ্ডেজ কৰি আছে। মই অবাক হৈ গলো। কলিতাৰ শৰীৰ জীৰ্ণ-শীৰ্ণ হৈ গৈছে। মেদবহল পেশীসমূহৰ হাৰছাল ওলাই গৈছে। চকু কোটৰাগত। দাঢ়ি চুলি ভোবোকাৰ হৈ এনে দেখা হৈছে যে আগৰ মানুহজন বুলি কোনেও ক'ব নোৱাৰিব। মই ওচৰলৈ আহি মাত লগালো।

"কলিতা কি কৰি আছা?"

তেওঁ মূৰ তুলি এবাৰ মোৰ ফালে চাই ক্ষীণ হাঁহি মাৰিকলে—"অ' মিঃ ডেকা আহিছা, আহা-আহা, বহা। আজি বহুদিন মই তোমাৰ খবৰ লৈ আছিলো; আজি অহাত বৰ আনন্দ পালো।" মোক নি বাৰান্দাত বহুৱালে। দুয়ো বহিলো। ঘৈণীয়েকে পাকঘৰলৈ গ'ল। মই সুধিলো—"ছাগলীটোৰ কি হৈছে?"

"তাইৰ ঠেংখন কালি ভাঙি পেলাইছে মাজু ল'ৰাই।"

"কিয়?"

"মই তাক কিয় টকা নিদিও মদ খাবলৈ, সেইবাবে মোৰ গাখীৰ খোৱা ছাগলীটোৰ ঠেংখন কোবমাৰি ভাঙি পেলাইছে। এইজনীয়ে মোক জীয়াই ৰাখিছে। এককিলো গাখীৰ দিয়ে; মই তাকে খাই বাচি আছো। এতিয়া ঠেং ভাঙিলত তাইৰ গাখীৰ পাম কেনেকৈ? গাখীৰ নাপালে মই কি খাম? মই গাখীৰৰ বাহিৰে অন্য একো খাব নোৱাৰো; ডাক্তৰে মানা কৰি দিছে। তাৰ মূৰ খোৱা

বন্ধ হোৱা বাবে মোৰ গাখীৰ খোৱা বন্ধ কৰিছে।"

"তেওঁ এতিয়া কি কৰি আছে?"

"কাম কাজ একো নকৰে। মদখাই বাটে ঘাটে নবদমাস্ত বাগৰি থাকে।" কথা কওঁতে কলিতাক বৰ হতাশগ্ৰস্ত দেখা গৈছিল। মই সুধিলো— "ডাঙৰ ল'ৰাই কি কৰিছে?"

"শুনা নাই তুমি? যোৱাবেলিয়ে সি দিল্লীত ড্ৰাগচ খাই মৰি থাকিল।" তেওঁ এটা হুমুনিয়াহ কাঢ়িলে।

মোৰ বুকুভেদি যেন বিষাক্ত এপাট কাঁড়হে সোমাল। মোৰ কান্দোন আহিল। মোৰ চকু দুটা দেখি কলিতাই হুমুনিয়াহ এটি কাঢ়ি কলে— "দুখ নকৰিবা ডেকা অপকৰ্মৰ ফল সি পাইছে। মাক-বাপেকক ব্যৱসায় কৰা বুলি ফাকি দি সি সেই ফাকিতে মৰিল। দেশৰ অলপ মঙ্গল হ'ল। এতিয়া, এইজন কেতিয়া পাৰ হয়, তাৰ অপেক্ষাত আছো মই।" মই বৰ হতাশ হৈ গলো। তথাপি সুধিলো —"ছোৱালীজনী?"

"গুৱাহাটীৰ পৰা কোনোবা পাঞ্জাবীৰ লগত গুচি গৈছে। জঞ্জাল আঁতৰিছে।"

মই আৰু একো প্ৰশ্ন কৰিব নোৱাৰিলো। এনেতে বৈণীয়েকে দুয়োকো দুকাপ গাখীৰ আনি খাব দিলে। দুয়ো গাখীৰ খালো।

কলিতাই ক'লে "তোমাক মই বিচাৰিছিলো ডেকা। তোমাৰ কথাবাৰ সচা। দুবছৰ আগতে যে মোক কৈছিলা—"তুমি কাৰ বাবে, কিহৰ বাবে ধন আৰ্জা? ধনৰ বাবে ধন অৰ্জাৰ কিবা সাৰ্থকতা আছেনে? তুমি মৰাৰ পিছত এই ধন নাথাকে আৰু থাকিলেও তুমি তাক চাবলৈ নাহা। এৰা মই মৰাৰ পিছত এই ধন চাবলৈ নাহো আৰু বৰ্তমানে মই এই ধন ভোগ কৰিবলৈ অপাৰগ। গতিকে ইয়াক বঢ়াই কি হ'ব; এই ভাৱ আহিল তুমি যোৱাৰ পিছত আৰু তেতিয়াৰ পৰা মই দোকান বাদ দিলো। চাকৰ-নাকৰ এৰি দিলো। তুমি কোৱা কথা মোৰ গাত ধৰিলে। ল'ৰাৰ গতি মতি চাই বুজিলো বহুত আগতে ভুল কৰিলো; ল'ৰা-ছোৱালী অযত্নতে

গ'ল। গতিকে ধনৰ চিন্তা বাদ দি দিলো। ৰুগীয়া শৰীৰ লৈ সংসাৰত থকা দিন কেইটাত ছাগলীজনীৰ গাখীৰখিনি খায়ে থাকিম বুলি ভাবিছিলো : মোৰ কালি পাৰণ্ড সন্তানে তাকো মুদা মাৰিলে। মোৰ কপালত যে আৰু কিমান দুখ আছে তাক বিধাতাইহে জানে।"

এনেকৈ কৈ মানুহজন উদাস হৈ পৰিল। মোৰ বৰ বেয়া লাগিল। নিজকে দোষী দোষী লাগিল। মোৰ সামান্য কথাষাৰতে এইহেন মহাজন এজনৰ মনৰ এনে পৰিবৰ্ত্তন হল নে? তেওঁৰ ধনাকৰ্ষণ নাইকীয়া হ'ল? মই বৰ বিমৰ্ষ যেন হোৱা দেখি কলিতাই কলে— "মিঃ ডেকা। আমি দুয়ো সকতে সহপাঠী বন্ধু আছিলো। এতিয়া মই বন্ধু হিচাবে তোমাক এটা অনুৰোধ জনাও তুমি মোকলৈ এটা গল্প লিখিবা। মই পঢ়িম।

আজিও মোৰ সেই বন্ধুজনৰ কথা মনত পৰে; মনত পৰে তেওঁ কৰা অনুৰোধৰ কথা। কিন্তু আজিও মোৰ মনত দুখ—আজিলৈ মোৰ গল্পটো লিখা নহল।

---

# ভাগ্যৰ পৰিহাস

চমহলীয়া অট্টালিকাটো বৰ ডাঙৰ। সমুখৰ ফুলনিখন আহল-বহল। নানা ৰঙৰ ধুনীয়া ধুনীয়া ফুল ফুলি আছে। সমুখৰ লোহাৰ গেটখনৰ মুখতে চিপাহীজন বন্দুক লৈ পহৰাদি ৰৈ আছে এটা সাৱধানী অৱস্থাত।

এগৰাকী বৃদ্ধা মহিলা আৰু এজন কৈশোৰ বয়সৰ ডেকাই গেটৰ সমুখ পাই ভিতৰ সোমাই যাব ধৰোতে চিপাহীজনে বাধা দিলে "বৰ বাবুৰ হুকুম নহলে ভিতৰলৈ যাব নোৱাৰা।" বুঢ়ী আৰু ল'ৰাজন থমকি ৰল। বুঢ়ীয়ে ক'লে—"তোমালোকৰ বৰ বাবু মোৰ মামাৰ পুতেক ভাই হয়; এইজন মোৰ ল'ৰা মাধৱ বৰ্মন। তোমাৰ বৰ বাবু জগত বৰ্মন নহয়নে?" "হয়" চিপাহীয়ে মূৰ দুপিয়াই ক'লে। "তেনেহলে যাবলৈ দিয়া।" "বৰবাবুৰ ওচৰলৈ যোৱাত গেটপাচ লাগিব।" "কি গেটপাচ লাগে তুমিয়ে আনি দিয়া বোপা; মই বুঢ়ী মানুহ আৰু মোৰ ল'ৰাজনেও একো নাজানে।"

"মই গেট পাচ চোৱা মানুহ, গেট পাচ দিয়া মানুহ নহয়। আপুনি নিজে আনি লওঁক।"

"কি কৰিব লাগে আমি একো নাজানোযে"........।

"নাজানিলে উলটি যাওঁক।"

'আমি গাওঁৰ পৰা এই গুৱাহাটীলৈ ইমান কষ্ট কৰি খৰচ-পাতি কৰি আহিছো, মোৰ মামাৰ পুতেক ভাইজনক দেখা কৰিবলৈ; এতিয়া উলটি যামনে? আমাক যাবলৈ দিয়া বোপা।" বুঢ়ীয়ে সানুনয়ে কাতৰ অনুৰোধ কৰে। চিপাহীয়ে কৈ দিলে—"মই সেই-খোৰ বুজো। গেট পাচ নহলে মামেকৰ পুতেক ভায়েক হলেও যাব দিব নোৱাৰো।" চিপাহী আৰু বুঢ়ীৰ মাজৰ কথাখিনি শুনি বিৰক্তিয়ে মাধৱে ক'লে—"কথা কটাকটি কৰি একো লাভ নাই

আই ; আহ আমি গুচি যাওঁ।" "কিয় গুচি যাম : তাক লগ ধৰিবই লাগিব। তাক কৈ মিলি তোক এটা চাকৰি যোগাৰ কৰি দিব নোৱাৰিলে আমি জীয়াই থাকিম কি কৰি ? যাব নিদিলে ইয়াতে থিয় হৈ থাকিম ; ওলাই আহিলে লগ ধৰিম।" চিপাহীয়ে লাহেকৈ হাঁহি মাৰি ক'লে -"লাভ নহব। দহোটা বাজোতে চাৰ সোমাইছে, বাইদেউৰ লগত। কেতিয়া আহে ঠিক নাই।"

"নহওক ঠিক। আজি অফিচ ছুটীলৈ ৰখি থাকিম।" এই বুলি কৈ বুঢ়ীয়ে গেটৰ কাষতে বহি পৰিল। ল ৰাজনে কাষতে থিয় হৈ ৰ'ল।

এনেভাৱে এঘণ্টামান অপেক্ষা কৰিলে। বিৰক্ত হৈ পুতেকে ক'লে —"আমি যাওঁ বল আই। আৰু কিমান ৰখিম। আহিলে আমাক চিনিও নাপাব। ইমান ডাঙৰ অফিচাৰ মানুহ। মোকতো চিনি নাপায়ে ; কিজানি তোকো চিনি নাপায়, ইমান বছৰ গাওঁলৈ যোৱা নাই!"

"মোক চিনি নাপাব ? সি সৰু থাকোতে মা মা ঢুকায়। তাৰ পিচত মামীও ঢুকায়। তাৰ সেই আঠ বছৰ বয়সতে আমাৰ পিতাই তাক আমাৰ ঘৰলৈ আনি আমাৰ লগতে, নিজৰ ল'ৰাৰ দৰে লালন-পালন কৰিলে। স্কুল, কলেজত পঢ়ালে, ডাঙৰ মানুহ কৰিলে। মা-সম্পত্তি বিক্ৰী কৰি পিতাই তাক গুৱাহাটীত পঢ়ালে। তাৰ বাপেকৰ অৱস্থা একেবাৰে বেয়া আছিল; মাটিবাৰী একো নাছিল—হাজিৰা হাল বাইছিল। পিতাক মাক মৰাৰ পিচত আমাৰ ঘৰতে ৰাখিলে। মই তাক সেই আঠবছৰ বয়সৰ পৰাই কোলাত লৈ, বোকাত তুলি নিজৰ ভাইৰ দৰে মৰম চেনেহ কৰি ডাঙৰ কৰিলো। আমি তিনিজনী ভনীৰ বাহিৰে কোনো ভাই নথকাত সিয়ে আমাৰ ভাই আছিল ; সিও আমাক নিজৰ বায়েকৰ দৰে মৰম কৰিছিল। তাকো কোনো নাছিল। আমি বাই, ভনী, ভাই চাৰিও লগ হৈ কিমান আনন্দ কৰি কটাইছিলো। আজিও মনত পৰিলে মোৰ চকুলো আহে। মোৰ বিয়াত তাৰ কান্দোনত আমাৰ বাই ভনী, পিতা আইৰ চকুলোৰে বেয়া-নদী বৈ গৈছিল।

তাক বুকুত সাবটি ধৰি পাৰোমানে কান্দিছিলো। আজিও সেই কথা মনত পৰিলে মোৰ চকুলো ওলায়। সকতে এদিন সি নদীত পৰিছিল। মই ডুব মাৰি তুলি নলা হলে আজি তাক ক'ত পালো-হেঁতেন। এদিন পাকঘৰত তাক জুয়ে পোঁ হাতখন পুৰিছিল; মই তাক পন্ধৰ দিন ভাত খুৱাই দিছিলো। অলপ অসুখ হলেই সি মোক কাষত ৰাখিছিল। তাক মূৰ পিহি, গা পিহি হাত ভৰিত নহৰুক মিঠাতেলত ভাজি সেই তেল মালিচ কৰি দি শুৱাই থৈছিলো, আজিও মোৰ মনত পৰে। সেইবোৰ কথা তাৰ জানো মনত নাই। নিশ্চয় আছে।"

"আছে যদি আজি ইমান বছৰে আমাৰ খবৰ নললে কিয় ?"

"চাকৰি পোৱাৰ পিচত সি যোৰহাটৰ ছোৱালী বিয়া কৰায় আৰু ছুবাৰো ঘৰলৈ গৈছিল। তাৰ পিচত বেলেগ বেলেগ ঠাইত বদলি হোৱা বাবে গাৱঁলৈ যাব পৰা নাই বুলি কৈছিল। আমি ভনী তিনীজনী বিয়া হৈ যোৱাৰ পিচত আই পিতা ঢুকাল আৰু আমাৰ ভেটিত কোনো নথকা হোৱাত ঘৰ মাটিখিনি বিক্ৰী কৰি আমি ভগাই ললো। সিও আমাক মুকুলালে। মোৰ বাহিৰে অৱশ্যে ভনী ছুজনীৰ ভাল হৈছে—মোৰ হে লাওলোৰা অৱস্থা হল দেউতা মৰাৰ পিচৰ পৰা। তোক পঢ়াই মেট্ৰিক পাচ কৰাব যে পাৰিছো এইটো প্ৰভু ভগৱন্তৰহে দয়া। এতিয়া এটা চাকৰি পালে কোনোমতে ছবেলা ছমুঠি খাই জীয়াই থাকিব পাৰিম। ইশ্বৰে দিলে সি নিশ্চয় আমাক সহায় কৰিব। আজি সকলো কথা খুলি কম আৰু খাই-বৈ ছুয়োজন তাৰ ঘৰত গৈ এসাজ খাই বৈ থাকিম।"

বুঢ়ীয়ে অতীত জীৱনৰ এটা অধ্যায় অলপ সময়ৰ ভিতৰতে সমাপ্ত কৰিলে। বুঢ়ীৰ কথা চিপাহীজনেও শুনি আছিল। তাৰ বৰ কৌতুহল জন্মিল এই বুঢ়ী আৰু ল'ৰাজন ইমান আপোন মানুহ হোৱা সত্ত্বেও চাহাবে ইহঁতক এনেভাৱে ৰাখিছে। অন্ততঃ এটা সৰু পিয়ন চাকৰি দি এই ল'ৰাজনক বি ধৰণে ৰক্ষা কৰিব পাৰে। কৃতজ্ঞতা

স্বৰূপে চাকৰি এটি যোগাৰ কৰি দিয়া চাহাবৰ উচিত আছিল। তেওঁৰ হোজামনত এনেভাবেই খেলি গল।

বুঢ়ীয়ে চকু পচাৰতে অতীত ইতিহাসৰ এটি অধ্যায় সমাপ্ত কৰি ভাগকৰা হৈ পৰিল। আবেগ অনুভূতিয়ে বুঢ়ীৰ ভাগ্যত যথেষ্ট অৱি-হৃণা যোগালে। এটা হুমুনিয়াহ কাঢ়ি মোমায়েকৰ পুতেক ভায়েক ডাঙৰ অফিচাৰজনক অপেক্ষা কৰি থাকিল।

এঘণ্টামান পিচত এখন এম্বেচেদৰ গাড়ীত এগৰাকী ভদ্র মহিলাক লৈ বাবু যাবলৈ আহিল। গেটৰ সমুখ পোৱাত নিঃশব্দে লাহেকৈ চিপাহীয়ে গেট্ খন খুলি দিলে। তেওঁক দেখি বুঢ়িযে চিনি পাই খৰক বৰককৈ ওচৰলৈ গৈ হাঁহি মাৰি নাম কাঢ়ি মাতিলে—

'জগত। মই তোক লগ ধৰিম বুলি ডেৰঘণ্টামান ইয়াত ৰৈ আছো। তই মোক চিনিছনে?'' বুঢ়ীয়ে গাড়ীৰ কাষলৈ গৈ দৰ্জ্জাৰ আয়নাৰফাকেৰে মাত লগালে। জগত বৰ্মণে হঠাতে নিজৰ নাম কাঢ়ি মতা এগৰাকী বুঢ়ী দেখি অপ্রস্তুত হৈ গ'ল। অলপ পৰ বুঢ়ীৰ মুখলৈ চাই থাকিল। বুঢ়ীয়ে কলে 'মোক চিনা নাই? চিন হেৰাবও পাৰে, আজি বাৰ বছৰ মান তোৰ মোৰ দেখা দেখি নাই। মই তোৰ বাইদেউ কাঞ্চন মতী। চিনিছানে এতিয়া?'' বুঢ়ীয়ে নিজৰ নাম কৈ তেওঁৰ মুখলৈ চাই ৰল। বৰ্মণে এইবাৰ চিনিব পাৰিলে। কিন্তু বুঢ়া বায়েকৰ জৰা জীৰ্ণ চেহেৰা দেখি আৰু জীৰ্ণ-শীৰ্ণ মলিয়ন বস্ত্র দেখি ইত-স্তত: ভাব খেলিলে। ওচৰতে বহি আছে ঘৈণীয়েক আৰু গেটৰ কাষত থিয় হৈ আছে চিপাহীজন। তেওঁ বৰ লজ্জিত হ'ল। এনেহেন মলিয়ন বস্ত্র পৰিহিতা ভগ্নস্বাস্থ্যৰ অশিক্ষিতা গাৱঁলীয়া এগৰাকী তিৰোতাই তেওঁৰ নাম কাঢ়ি মতা দেখি বৰ ক্ষুণ্ণ হ'ল। হাজাৰ হলেও তেওঁ এজন উচ্চপদস্থ চাকৰিয়াল। তেওঁৰ এটা সন্মান আছে। হব পাৰে মোমায়েকৰ পুতেক ভায়েক, খাব পাৰে তেওঁলোকৰ ভাত তথাপি আজিৰ এই উন্নত অৱস্থাত বাজ চাকৰিয়াল এগৰাকীক তেওঁৰ ঘৈনীয়েকৰ সমুখতে এজন চিপাহীৰ আগত নাম কাঢ়ি মতাত বৰ অপমানিত বোধ কৰিলে। তেওঁৰ

আগত নাম কাঢ়ি মতাত বৰ অপমানিত বোধ কৰিলে। তেওঁৰ মুখ ক'লা পৰি গ'ল। অলপ কৰ্কশ সুৰত ক'লে—"কি হ'ল?"

"মই তোক লগ ধৰিবলৈ আহিছো।" পুতেকক দেখুৱাই ক'লে— "ই মোৰ একমাত্ৰ ল'ৰা: মেট্ৰিক পাছ কৰিছে; তাক এটা চাকৰি দিব লাগে।" এইবাৰ তেওঁৰ বৰ খং উঠিল; চকু থিৰ কৰি কৈ দিলে—"এনেকৈ বাটে-পথে চাকৰি নাপায়, ঘৰলৈ যোৱা।"

এই বুলি কৈ তেওঁ গাড়ী ষ্টাৰ্ট দিলে। বুঢ়ী হতবাক হৈ গ'ল। তেওঁৰ ফালে চাই ৰ'ল সজল নয়নে। জগত বৰ্মণে আগৰ ফালে চাই গাড়ী চলাবলৈ ষ্টিয়াৰিঙত ধৰোতে ঘৈণীয়েকে সুধিলে— "এওঁ কোন? তোমাক যে তই বুলি মাতিলে?"

'কোন হব, আমাৰ গাওঁৰ ঘৰত কাম-বন কৰিবলৈ ৰখা তিৰোতা। সৰুৰেপৰা আমাৰ ঘৰত থাকি আমাক "তই" বুলি সম্বোধন কৰি মাতিছিল সৰুকালিতে, এতিয়াও আগৰ দৰে ভাবি আছে।" এই-বুলি কৈ গাড়ী চলাই দিলে।

চিপাহীজনে আৰু পুতেক মাধৱে কাণ্ড দেখি তবধ মানিলে। বুঢ়ীৰ অৱস্থা তেতিয়া পুতৌ লগা। বৰ বিশ্বাস আৰু আশা কৰি আহিছিল, আৰু বৰ গৰ্ব কৰি কৈছিল—"কিয় নিচিনিব, মোৰ মামাৰ পুতেক ভাই হয়।"

এতিয়া?

লাজ অপমানত বুঢ়ী কাঞ্চনমতী নিথৰ হৈ ৰ'ল।

তেওঁৰ সোতোৰা গাল দুখনেৰে দুধাৰি চকুলো বৈ আহি মাটিত পৰিল।

উহ! ভাগ্যৰ কি পৰিহাস।

# প্ৰতিবিম্ব

সিদিনা মই বৰ বিব্ৰত অৱস্থাত পৰিছিলো। মোৰ ঘৰৰ ওচৰত বাস কৰা চৌধুৰীৰ এটা ঘৰুৱা সমস্যাই মোকো বিব্ৰত কৰিছিল।

ঘটনাটো আছিল চৌধুৰীৰ এগৰাকী জীয়েকক লৈ। চৌধুৰীৰ তিনিজনী জীয়েক আৰু এজন ল'ৰা। ল'ৰাজন ডাঙৰ আৰু তাৰ বয়স দহ বছৰমান হব। বৰ দুষ্ট। নাম তাৰ জগদীশ। ডাঙৰ ছোৱালীৰ বয়স সাত বছৰ মান—তাইৰ নাম প্ৰতিভা। সিদিনা চৌধুৰীয়ে তিনিটা কমলা টেঙা কিনি সিহঁতলৈ পঠাই দিছিল অফি-চৰ পৰা।

চাৰিজন ল'ৰা-ছোৱালীৰ মাজত তিনিটা কমলা। ভগোৱাটো বৰ জঞ্জাল। আকৌ ল'ৰাজন বৰদুষ্ট ; কমলা পৰিল তাৰ হাতত। সি চোতাললৈ ভনীয়েকহঁতক মাতি আনি প্ৰতিভাৰ হাতত দুটা কমলা দি নিজৰ বাবে এটা ৰাখি কলে—"এই দুটা তহঁত তিনিও ভগাই খা।"

"আমি তিনিটাৰ ভিতৰত দুটা ভগাই খাব লাগে আৰু তই অকলে এটা খাবি নেকি ? তেনেহলে ময়ো এটা খাম ; বাকীটো সিহঁত দুয়ো খাওঁক।"

"তহঁতে তিনিওজনে ভগাই খাবই লাগিব।"

"মই অকলে এটা খাম।"

"তই অকলে খাব নোৱাৰ।"

"কিয় ?"

"তইতো মোৰ আচল ভনী নহয়।"

তাই অবাক হৈ তাক প্ৰশ্ন কৰিলে—"মই তেন্তে কব ?"

"তই আমাৰ ঘৰৰ নহয়। গতিকে তই মোৰ সমান পাবি কেনেকৈ ?"

"মই যদি এই ঘৰৰ নহয় তেন্তে কব পৰা আছিলো।"

"মোৰ ভনী নথকাত পিতাই তোক চাংচাকিৰ পৰা আনিছে।"

"চাংচাৰিৰ কৰপৰা কেনেকৈ আনিলে?"

সি ইমান সুন্দৰ ভাৱে যিহি সুৰত তাইৰ কাষত বহি কলে— "পিতাই কৈছে, তেওঁ হেনো চাংচাৰিত কেম্প কৰি থকা বাংলা দেশৰ শৰণাৰ্থীৰ মাজৰ পৰা তোক আনিছে। তোৰ বাপেৰে মায়াৰে নাই,

"সচানে" ?

– তই ঘাত মাউৰা। কোনো নোহোৱা দেখি পিতাই লৈ আহিছে।"

"সচা!"

তই কাকো নকবি নহলে তোক সকলোৱে জোকাব।" তাৰ কথা কোৱাৰ ভঙ্গি ইমান গহীন আছিল যে তাই বিশ্বাস কৰিবলৈ বাধ্য হ'ল। তাইৰ মুখখন মলিন হৈ গ'ল ; সৰু ছোৱালীৰ সৰল অন্তৰ, ক্ষন্তেকতে দুচকুৰে দুধাৰী চকুলো বৈ আহিল। তাইৰ হাতত থকা কমলা টেঙা দুটা দুই ভনীয়েকৰ হাতত দি তাই গৈ বিচনাত শুই উচুপিব ধৰিলে।

ইফালে সি তেনেকৈ কৈ তাৰ হাতৰ কমলাটেঙাটো লৈ বাটৰ ওলাই আহি খালে আৰু খেলিবলৈ গুচি গ'ল।

মাকে পাকঘৰৰ পৰা আহি দেখে যে ডাঙৰ জীয়েক প্ৰতিভাই উচুপি আছে ; সৰু দুটিয়ে তাই কন্দা দেখি কমলা দুটা হাতত লৈ আছে। মাকে আহি সুধিলে--"তোৰ কি হৈছে প্ৰতিভা? কান্দিছ কিয়?' তাই কান্দি কান্দি উচুপি শুধিলে—"হয় নে আই ; মই বোলে তহঁতৰ নহয়—চাংচাৰিৰ পৰা আনিছে?"

"কোনে কলে তোক?"

"জগদীশে।"

"সি মিছাই কৈছে। কোনে তোক আনিব?"

"পিতাই—বোলে চাংচাৰিৰ পৰা বাংলাদেশী কেম্পৰ পৰা মোক আনিছে।"

"মিছা কথা। তই কাকো বিশ্বাস কৰা নে?

নাকান্দিবি। মিছাকৈ। উঠি আহ।

"মিছা নহয়। সি কিয় মিছা কথা কব?"

মাকে বাৰে বাৰে বুজায়; কিন্তু তাইৰ অন্তৰত এবাৰ যি কথা সোমাল সি দৃঢ় খোপনি পুতিলে। কোনো ৰকমে মাকে বুজাই শান্ত কৰাব নোবাৰিলে।

মহা মস্কিল কথা। তেওঁৰ মনত পৰিল আজি দুমাহ মান আগতে কথা প্ৰসঙ্গত গিৰিয়েকে কোৱা কথা। অসমত বিদেশী প্ৰশ্নলৈ উদ্ভৱ হোৱা বিদেশী বিতাৰণ আন্দোলনৰ প্ৰশ্ন লৈ দুয়োৰো মাজত আলোচনা হৈ আছিল। শিক্ষিতা মহিলা হিচাবে কেতিয়াবা গিৰিয়েকৰ লগত দেশৰ নানা কথা আলোচনা কৰে। সিদিনা ১৯৭১ চনত হোৱা বাংলাদেশৰ স্বাধীনতা যুদ্ধৰ কথা ওলাইছিল। পূব-পাকিস্তানৰ নেতা মজিবুৰ ৰহমানৰ নেতৃত্বত স্বাধীনতাৰ যুদ্ধ হয়। পশ্চিম পাকিস্তানৰ সামৰিক ৰাষ্ট্ৰপতি ইয়াহিয়াখানৰ কৱলৰ পৰা পূব-পাকিস্তানক ফালি আনি গণতান্ত্ৰিক ৰাষ্ট্ৰ কৰিবলৈ কেনেকৈ মজিবুৰে যুদ্ধ কৰিছিল আৰু ভাৰতৰ সহায় ভিক্ষা কৰি প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ পৰা সহাৰি পাইছিল তাৰ কথা বিৱৰি কলে। সেই যুদ্ধৰ পিচতে পূব পাকিস্তানৰ নাম বাংলাদেশ হয়। যুদ্ধৰ ফলত তাৰ পৰা বহু ভগনীয়া আহি ভাৰতত আশ্ৰয় লয়। এই ভগনীয়া শিবিৰ এটা চাংচাৰিটো পাতিছিল অৰু বন্ধু চৌধুৰীয়ে চৰকাৰী কৰ্মচাৰী হিচাবে ভগনীয়া সংস্থাপনৰ কামত তালৈ গৈছিল। সেই শিবিৰৰ মানুহৰ দুখৰ বিৱৰণ শুনি ঘৈণীয়েকে মৰ্মান্তিক বেজাৰ পালে—"মানৱতাৰ অপমান। মানুহ হৈ মানুহৰ ওপৰত কৰা অবৰ্ণনীয় পাষবিক অত্যাচাৰৰ কাহিনী শুনি তেওঁ মৰ্মান্তিক বেজাৰ পাইছিল। তেওঁ ম্ৰিয়মান হৈ গৈছিল সিদিনা।

এই কথা আলোচনা কৰি থাকোতে [illegible] মাকৰ কাষতে বহি আছিল আৰু সকলো শুনিছিল। আজি সুযোগ পাই সি প্ৰতিভাৰ ওপৰত প্ৰয়োগ কৰিলে। মহাভাৰতত অভিমন্যুই মাকৰ গৰ্ভতে চক্ৰব্যূহ ভেদ কৰা কথা বাপেক অৰ্জুনৰ মুখে শুনি আছিল

লাভ-কৰি মহাভাৰতৰ যুদ্ধৰ সময়ত প্ৰয়োগ কৰাৰ দৰে নিও কমলা গোৱা যুদ্ধক-প্ৰয়োগ কৰিলে। এতিয়া মাকে জীয়েকক শতবাৰ বুজায়ো পতিয়ন নিয়াব নোৱাৰি বৰ বিপাঙত পৰিল আৰু গিৰিয়েক অহাৰলৈ বাট চাই থাকিল।

প্ৰতিভা উচুপিয়ে থাকিল।

ঠিক সেই সময়তে চৌধুৰী অফিচৰ পৰা গৈ ঘৰ ওলাল। ঘৰ পাই জীয়েক পুতেকৰ কাণ্ড দেখি হতভম্ব হ'ল। তেওঁ জীয়েকক কিমান বুজালে; কিমান কি প্ৰলোভন দেখুৱালে; কিন্তু জীয়েক কতো সন্তুষ্ট নহয়। তাই কেৱল বাৰে বাৰে পিতাকক সোধে—"হয়নে পিতা, মই মোলে তইঁতৰ নহয়, তই হেনো মোক চাংচাবিৰ পৰা আনিছ?" চৌধুৰীয়ে প্ৰথমে হাঁহি উৰাই দিছিল; কিন্তু পিচত যেতিয়া জীয়েকক একোতে পতিয়ন নিব নোৱাৰিলে তেতিয়া মানুহজন নিৰুপায় হ'ল। ঘৈণীয়েকে চাহ দি গল; কিন্তু জীয়েকৰ ক্ৰন্দনৰত অৱস্থা দেখি চাহ খাবলৈ ইচ্ছা নগল। বহু বুজায়ো দুয়ো গিৰিয়েক ঘৈণীয়েকে তাইক শান্ত কৰিব নোৱাৰিলে। তাই উচুপি উচুপি কান্দি কান্দি চকু উখহাই পেলালে। তেওঁলোক নিৰুপায় হ'ল। ঘৈণীয়েকে কলে—"ডেকাক এবাৰ মাতি আনি কথাষাৰ জনাওঁক আৰু তাইক কেনেকৈ শান্ত কৰা যায় তাৰ ব্যৱস্থা সুধক।" সেই মৰ্মে তেওঁ মোৰ ওচৰলৈ আহিল আৰু ঘটনাৰ আদ্যপান্ত মোক জনালে। ময়ো হতবাক হৈ গলো। কি দুষ্ট ল'ৰা। এটি সাধাৰণ কথাৰ দ্বাৰা কেনেকৈ মাক পিতাকক হায়ৰাণ কৰি মাৰিব ধৰিছে।

তেওঁ মোক কলে—"আপুনি কিবা বুদ্ধি নকৰিলে মোৰ কোনো উপায় নাই ডেকা। আপুনি কিবা বুদ্ধি কৰি তাইক শান্ত কৰক নহলে ঘটনা বিষম হব।"

কোমল মনত কিমান সাধাৰণ কথায়ো বিষম আঘাত হানে। মই হাঁহি মাৰি চৌধুৰীক কলো "যাকবলক, চাওঁচোন আপোনাৰ ছোৱালীক কি ভূতে ধৰিছে।"

মই গৈ চৌধুৰীৰ ঘৰ পালো। ঘৈণীয়েকে মোক আগবঢ়াই

নি বহিবলৈ দি বৰ দুখ আৰু উদ্‌বিগ্নতাৰে মোৰ ফালে চাই কলে—কিবা এটা কৰি তাইক শান্ত কৰক; নহলে তাইৰ কিবা হৈ যাব পাৰে ডেকা। আমি নিৰুপায় হৈছো।'

মই তাইৰ ওচৰলৈ গলো আৰু বহুত বুজালো, তাই একোতে বিশ্বাস নকৰে। তাই কাকো বিশ্বাস নকৰে। বহুত বুজায়ো একো কৰিব নোৱাৰি মই চোতাললৈ ওলাই আহি চিয়াৰখনতে বহি ভাবিব ধৰিলো—

"কি কৰা যায়। মোৰ বিফলতা দেখি চৌধুৰীয়ে মহা চিন্তিত হৈ তলমূৰ কৰি বল। ঘৈণীয়েকে চকুলো টুকিলে "আপুনিয়ে যেতিয়া তাইক শান্ত কৰিব নোৱাৰিলে আৰু কোনে কৰিব? মোৰ কি দুৰ্কপাল। কি দুষ্ট ল'ৰা দিলে ঈশ্বৰে।"

তেওঁ মূৰে কপালে হাত দি বহি পৰিল। এই সৰল সহজ দম্পতিহালৰ এনে আকস্মিক আৰু অপ্ৰত্যাশিত দুখ দেখি মোৰ অন্তৰত গভীৰ বেদনা উপজিল। বহু সময় মই তলমূৰা হৈ ভাবিব ধৰিলো।

হঠাৎ মোৰ এটা উপস্থিত বুদ্ধি খেলালে। চৌধুৰীক মই কলো—"চৌধুৰী আপুনি এখন ডাঙৰ আইনা আনক।"

তেওঁ তৎক্ষণাৎ কৈ উঠিল—ড্ৰেচিং টেবিলৰ আইনা খনকে খহাই আনো?"

"বাৰু খহাব নালাগে, আমিয়ে আইনাৰ ওচৰলৈ যাম। বলক ড্ৰেচিং টেবুলৰ ওচৰলৈ।" মই তেওঁক হাতত ধৰি লৈ গলো আৰু ড্ৰেচিং টেবুলৰ আয়নাৰ সন্মুখত ঠিয় হৈ থাকিবলৈ কলো। তেওঁ তাতে ঠিয় হৈ বল। মই গৈ প্ৰতিভাক বিচনাৰ পৰা তুলি দাঙি আনি দেউতাকৰ কাষত ঠিয় কৰাই দিলো। বাপেক-জীয়েক দুয়ো আইনাৰ সন্মুখত ঠিয় হৈছে। মই প্ৰতিভাক সুধিলো—"প্ৰতিভা। তোমাৰ দেউতাৰাৰ মুখখন দেখিছানে?"

তাই উত্তৰ দিলে—"হয় দেখিছো।"

"তোমাৰ মুখখন দেখিছানে?"

"হয় দেখিছো।"

"দুয়োজনৰে মুখ একে যেন নেদেখিছানে? দুয়োখন মুখৰ মিল আছে নে?"

"আছে।"

"তুমি যদি দেউতাৰাৰ নিজৰ ছোৱালী নহয় তেন্তে দুয়োখন মুখৰ মিল থাকিব কিয়?"

তাই এবাৰ পিতাকৰ মুখ আৰু নিজৰ মুখৰ ফালে ভালকৈ চাই ললে। অলপ সময় তলকা মাৰি হাঁহিব ধৰিলে।

"এতিয়া বুজিছা?"

"বুজিছো।"

"কি বুজিছা?"

"বদমাচ জগদীশে মিছা কথা কৈছে।"

তাইৰ হাঁহি মুখৰ কথা ফাকিয়ে মাক বাপেকৰো হাঁহি তুলি দিলে।

—

# প্ৰতিবাদৰ কণ্ঠ ৰুদ্ধ আজি

সেইদিনা আছিল ১৯৯০ চনৰ নবেম্বৰ মাহৰ দহ তাৰিখ। সন্ত্ৰাসবাদৰ ভৰপক চলিছে পঞ্জাব, কাশ্মীৰ আৰু অসমত।

বৰপেটাৰ পৰা গুৱাহাটী অভিমুখে অহা বাচখনত সৰ্থেবাৰীৰ পৰা এজন বয়সীয়া লোক উঠি আহিছে। তেওঁৰ বয়স সত্তৰ বছৰৰ ওচৰাওচৰি হ'ব। বাচত মানুহ নধৰা হৈ আহিছে—বহুতে থিয় হৈ আহিছে। কোনো ৰকমে মানুহগৰাকীয়ে ভিৰৰ মাজতে আহি বাচৰ সোঁফালৰ চিটত বহি আহিছে। বেলি তেতিয়া গধূলিৰ হবিষত বহিবলৈ আগবাঢ়ি গৈছে।

বাচ আহি নলবাৰী পালে। হাজোলৈ অহা ৰাস্তাত বাচ ৰাখিলে। তাতে উঠিল এহাল নব-দম্পতি। ডেকাজন সুঠাম-সুশ্ৰী নহলেও গাৰ অঙ্গি ভঙ্গীত অনুমান কৰা যায় যে ডেকাজনৰ মৰামৰি কৰাত নিশ্চয় অভ্যাস আছে। গাভৰু গৰাকী (ঘৈণীয়েক) কিছু নৰম, লেহুকা। কোলাত এটা কেঁচুৱা। দুয়ো আহি বৈ থকা বাচখনত উঠিল। বাচৰ ভিতৰত উঠিয়ে ডেকাজনে গাড়ীৰ ভিতৰত বহি থকা এগৰাকী গাভৰুক ধমকৰ সুৰত আদেশ দিলে—"তুমি উঠা, এওঁ বহিব লাগে।" তেওঁ ঘৈণীয়েকক আঙুলিয়াই দেখুৱাই দিয়ে। গাভৰু দুগৰাকী এখন চিটত বহি আছিল; তেওঁলোক বৰপেটাৰ পৰা আহিছে। বৰপেটাৰ ছোৱালী নিৰ্ভীক। তেওঁ কৈ উঠিল—"মই কিয় উঠিম? বৰপেটাৰপৰা বহি আহিছো; গুৱাহাটীলৈ যাম।"

"তুমি উঠিবই লাগিব।"

"কিয়?"

"এওঁ বহিব লাগিব। ভালকৈ কৈছো উঠা।" তেওঁ খং ভাব দেখুৱাই কয়। গাভৰু গৰাকী সাহসিনী। তেওঁ বহিয়ে থাকিল—"মই নুঠো।"

ডেকাজনে তেওঁৰ ওচৰলৈ আহি ধমক দি ক'লে—"উঠা বুলি

কৈছো, উঠা। নহলে এতিয়াই টানি বাহিৰ কৰি দিম।"

কাণ্ড দেখি বাচত থকা আটাই মানুহে বিভূতি খালে। দুখৰ পৰা বহি অহাজনে উঠিব লাগে আৰু এতিয়াই অহাজনে বহিব লাগে। আচৰিত কথা। সকলো অবাক। ডেকাজনে ধৈণীয়েকক কৰ্কশ সুৰত ক'লে

"ভাইক তুলি দি তুমি বহা।"

ধৈণীয়েকে লাজ পাই থিয় হৈয়ে থাকিল। তেওঁ আকৌ ধমকনিৰ সুৰত কলে—' নবহা কিয় ."

"মই নবহো। মানুহৰ ওপৰত বহিব লাগে নেকি?"

দেখাত ছোৱালীজনী নম্র অ ক ভদ্র যেন অনুমান হ'ল। বোধ হয় অশিক্ষিতা গাৱঁলীয়া ছোৱালী। লাজকুৰীয়া বেচেৰী। তেওঁ লাজতে তলমূৰ হল। গিৰিয়কৰ এনে মুটা ব্যৱহাৰ দেখি বৰ লাজ পাইছে। এনেতে গিৰিয়েকে বৰ লম্ফ জম্ফ কৰি বহি থকা ছোৱালীজনীক কৰ ধৰিলে—"এতিয়াই বাহিৰ কৰি দিম, উঠ। উঠ।" ছোৱালীজনীৰ কাষত বহা ছোৱালীজনীয়ে কৈ উঠিল—"তেওঁক উঠিবলৈ কবৰ আপোনাৰ কি অধিকাৰ আছে? যদি উঠিব লাগে বাচৰ কণ্ডাক্টৰক কওক, উঠিব লাগিলে উঠাই দিব।"

"কণ্ডাক্টৰক কম? কোন কণ্ডক্টৰ সি। মই তাক সুধিম? উঠ। উঠ।"

"কিয় উঠিব?"

"তেনেহলে তুয়ে উঠ।"

"মই কিয় উঠিম? মুঠো।"

"টানি খাহিব কৰি নিদিলে মুঠা দেখিছো; বহ ডেঙ্গে টানি উলিয়াই দিও।"

"দেচোন চাও কেনেকৈ বাহিৰ কৰা ক'ব।" ছোৱালজনীয়ে কেৰ গাজিলে। ডেকাজনে চোচা ললে। সকলো অবাক হ'ল।

সকলোৱে ভয় পাইছে কাৰণ এই সময়ত সমগ্র ভাৰতবৰ্ষ আৰু অসমত সন্ত্ৰাসৰ ৰাজত্ব চলিছে। সন্ত্ৰাসবাদী সকলৰ ভয়ত সকলো

কম্পমান। এই সুযোগতে এচাম নকল সন্ত্রাসবাদী বাহিৰ হৈ সুযোগ গ্ৰহণ কৰিছে। তেওঁলোকে যেই সেই মানুহক ভীতি প্ৰদৰ্শন কৰি ধন লয়, ৰেল, মটৰত মানুহক ধমক দি বস্তু-বাহানি কাঢ়ি লয় আৰু বজাৰ বোৰত লুটপাত কৰে। এচাম ডেকা ল'ৰাই অফিচ আদালতত ধমক দি কাম আদায় কৰিবলৈ চায়, ঠিকা-ঠুকুলি ধমক দি লয়।

আজি কালি এটা শব্দ ওলাইছে– "দাদাগিৰি অৰ্থাৎ 'দাদাগিৰি' কৰি সকলোতে ধমক দি কাম আদায় কৰা। এই সকল সন্ত্রাসবাদী সকলৰ উৎপাতত গাওঁ, নগৰ কতো মানুহে শান্তিৰে থাকিব নোৱাৰা হৈছে। এই শ্ৰেণী নকল সন্ত্রাসবাদীয়ে দাদাগিৰি কৰিছে ধন সম্পদ জনসাধাৰণৰ পৰা লুটপাত কৰি অতি কম দিনতে ধনী হৈ পৰিবলৈ। এই সকলক ডকাইত বুলি কব পাৰি। দৰ্কাৰ হলে সিহঁতে পিষ্টল, বন্দুক বা বোমাও ব্যৱহাৰ কৰে আৰু মানুহ মাৰি হলেও ধন লুটে। চৰকাৰে এই শ্ৰেণী নকল সন্ত্রাসবাদীক বাধা দিব নোৱাৰা অৱস্থা হৈছে। দেশত ইহঁতৰ উপদ্ৰব দিনে দিনে বাঢ়ি আহিছে! এই দাদা সকলেই ৰেল মটৰ আদিত মানুহক ধমক দি চিট দখল কৰে; সুবিধা পালে মালবস্তুও লুট কৰে। এইচাম নকল সন্ত্রাসবাদী দাদাৰ উৎপাতত জনসাধাৰণৰ নিৰাপত্তাৰ অভাৱ ঘটিছে। কোন মুহূৰ্ত্তত ইহঁতে কাক কি কৰে তাৰ ঠিকনা নাই। এই ডেকাজনো নিশ্চয় এই দাদা শ্ৰেণীৰে লোক বুলি বাচৰ ভিতৰত থকা আটাই লোকে ধৰি লৈছে, নহলে হঠাতে এনে ব্যৱহাৰ কোনো ভাল মানুহে নকৰে। ইয়াকে ভাৱি সকলো ভীত, সন্ত্রস্ত। বাচত বহুত ডেকা মানুহ আছিল কিন্তু ভয়তে কোনেও একাবাৰ মাত নামাতিলে জানোচা নিজকে আক্ৰমণ কৰে? ইয়াকে ভাবি সকলো নীৰৱ। বয়োবৃদ্ধ সকলে বিশেষকৈ বৃদ্ধাসকলে বৰ অসহায়ৰ দৃষ্টিৰে ইজনীয়ে সিজনীৰ মুখলৈ চোৱা-চুই কৰিছে; ল'ৰা-ছোৱালীহঁতে ভয়তে মাকৰ মুখলৈ চাইছে। বাচত থকা কোনো লোকে এই অন্যায়ৰ প্ৰতিবাদ নকৰিলে। এই উদ্ধতৰ সমুচিত প্ৰতিবাদ জনাব নোৱাৰিলে। বাচৰ ভিতৰৰ সকলো মানুহ যেন ভীত-সন্ত্রস্ত—অসহায়। সৌৰ্য্যবীৰ্য্যশালী তাহানিৰ অসমীয়া

মানুহ যেন আজি নিস্তেজ, নিঃসহায়, নিৰ্বাক, নিচ্চল। সকলোৱে সন্দেহ কৰিছে এওঁ নিশ্চয় সন্ত্ৰাসবাদী নহলে বাচৰ ভিতৰত সোমায়ে নিজৰ তিৰোতাৰ সুবিধাৰ কাৰণে হঠাতে এনে অন্যায় আৰু অসৎ ব্যৱহাৰ কৰিব নোৱাৰে। সন্ত্ৰাসবাদী বুলি সন্দেহ কৰিয়ে কোনোৱে প্ৰতিবাদ নকৰিলে, কিজানি পিষ্টল চিষ্টল লগত লৈ আছিছে। গুলীৰ ভয়ত প্ৰতিবাদৰ কণ্ঠ আজি ৰুদ্ধ হৈ পৰিছে।

মহাভাৰতৰ কৌৰৱ সভাত দ্ৰৌপদীৰ বস্ত্ৰ হৰণত সকলো হতভম্ব, ভীত, সন্ত্ৰষ্ট হৈ অধোমুখে থকাৰ দৰে হৈছে। আনকি ভীষ্ম. দ্ৰোন, কৃপাচাৰ্য্যও নিৰ্বাক-নিস্পন্দ আছিল।

অন্যায়ৰ প্ৰতিবাদ কৰিবলৈ আজি কাৰো সাহস নাইকিয়া হ'ল। প্ৰতিবাদৰ কণ্ঠ ৰুদ্ধ আজি। যিয়ে মৰে মৰক নিজে বাচি যাব পাৰিলেই ৰক্ষা, এনে ভাব সকলোৰে মনত। কথাষাৰ ভাবি বৰ বেয়া লাগিল সেই গৰাকী বৃদ্ধৰ। সত্তৰৰ দেওনা পাৰ হোৱা বৃদ্ধই খঙত জ্বলি উঠিল। সেই উদ্ধত ডেকাজনৰ উদ্ধতালি বা দাদাগিৰি সহ্য নহল। তেওঁ দৃঢ় কণ্ঠে মাত লগালে—"ৰবা, তুমি আগ নাবাঢ়িবা। ছোৱালীৰ গাত হাত নিদিবা ; কথা বৰ বেয়া হব।" বুঢ়াৰ কথা শুনি ডেকাজনে চকু লাল কৰি কৈ উঠিল—"কি কথা বেয়া হব বুঢ়া চেকুৰা, এতিয়াই তোৰ মজাপালি দিম।" এইবাৰ তেওঁৰ ওচৰলৈ ডেকাই চোচা ললে। বুঢ়াই ভাবিলে যে কোনোবা ডেকা মানুহে নিশ্চয় মাত মাতিব। কিন্তু বৃথা। কোনেও নামাতিলে, বাধা নিদিলে। বুঢ়াৰ বৰ বেয়া লাগিল আৰু মানুহবিলাকৰ ওপৰত বৰ খং উঠিল ; কিন্তু কি কৰিব তেওঁ? খং উঠিলেও কাকো একো কব নোৱাৰে। নিৰুপায় হৈ পৰিল। বেয়াকৈ ক'লে ডেকা মানুহৰ "ইগো"'ত আঘাত কৰা হ'ব আৰু তেতিয়া পৰিস্থিতি আৰো বেয়াৰ ফালে ঢাল খাব। তাকে ভাবি বুঢ়াই ডেকাসকলৰ কাপুৰুষা-লিক ঢাকিবলৈ উপস্থিত বুদ্ধিৰে কৈ উঠিল—"তুমি মোক মাৰিব পাৰিবা, কিন্তু বাচত থকা ইমানবোৰ ডেকা মানুহে এনেয়ে নাথাকিব। বাচ চলি থোৱাৰ পিচত হাৰো পোৱাৰ আগতে আওহতীয়া ঠাইত

বাচ বখাই তোমালোক ছুয়োকো টানি নমাই দিব আৰু বাহিৰ আন্ধাৰত তোমালোকৰ কি অৱস্থা হব ভাবি চাইছানে? সেই মতলবতে কোনেও মত নাই। এওঁলোকৰ মতলব তুমি বুজি পোৱা নাই। মোক মাৰিব পাৰিবা কিন্তু তুমি নিজক বচাব নোৱাৰিবা। তোমাৰ নিজৰ ঠাই নলবাৰী এৰিলেই তোমাৰ গতি লাগিব।"

বুঢ়াৰ কথাত বাচৰ মানুহ বিলাকে এবাৰ বুঢ়াৰ ফালে আৰু এবাৰ ডেকাজনৰ ফালে চাব ধৰিলে। ডেকা সকলেও বুঢ়াৰ এই বুদ্ধিত এটা নতুন উপায় পালে। নিজৰ নিজৰ দুৰ্বলতা ঢাকিবলৈ ইজনে সিজনৰ মুখলৈ চাই বুঢ়াক চকু টিপিয়াই সমৰ্থন কৰিলে। ডেকাজনে তেওঁলোকৰ ফালে চাই এই দৃশ্য দেখা পালে আৰু ভয় পাই গল। বুঢ়াই ভাব দুৰ্বলতাৰ গম ধৰিব পাৰিলে আৰু এই অবাঞ্ছিত পৰিস্থিতিৰ হাত সাৰিবলৈ এটা নতুন বুদ্ধি উলিয়ালে। বুঢ়াই নিজৰ চিতৰ পৰা উঠি ক'লে—"তুমি মোক মাৰিলে মাৰা, কিন্তু মই তোমাক ভয় নকৰো মোক মাৰা, কিন্তু তুমি নাৰীৰ ওপৰত হাত নুতুলিবা। তেওঁ তোমাৰ ভনীয়েৰাৰ বয়সৰ—তোমাৰ ভনীৰ সদৃশ। ভনীয়েৰাক জানো তুমি তুলি দি অপমান কৰিবা ইমান মানুহৰ মাজত? তুমি মিছাকৈ খং কৰিছা; মই ঘটনা লক্ষ্য কৰি আছো। বেচেৰী ছোৱালী যুৱতী বৰপেটাৰ পৰাই আহিছে। তেনেস্থলত তোমাৰ উঠাই দিবৰ কি অধিকাৰ আছে? তোমাৰ ভৈণীয়েৰাৰ কাষলৈ ভনীয়েৰাক উঠাই দিবানে? তাকে নকৰি তুমি যদি মোক কলাহেঁতেন তেন্তে মই তাৰ ব্যৱস্থা কৰিব পাৰিলোহেঁতেন। এতিয়াও কোনো কথা নাই বোপা। মই ধৰি লৈছো তোমাৰ ভৈনীয়েৰা মোৰ ছোৱালী আৰু কেচুৱাটি মোৰ নাতিনী। মই নাতিনী ভনীক কি কৰিব লাগে জানো।" তাৰ পিচত ভৈনীয়েৰক ক'লে— "আইটি তুমি মোৰ চিতত বহা সহজে নাতিনীজনীয়ে বৰ কষ্ট পাব।"

এই বুলি কৈ বুঢ়াই চিতটো এৰি দি এজনীৰ হাতৰ ঠিয় দিলে। তিৰোতা গৰাকীয়ে বৰ লাজ পালে আৰু কলে—"দেউতা! আপুনি বহক, মই নবহো; ঠিয় হৈয়ে যাব পাৰিম।" এই যে বিজুলী বেগত

কৰিব গুলাইছে। "মই এতিয়াই নামি যাম।" তিৰোতা গৰাকীৰ সৰল আৰু ভদ্র ব্যৱহাৰত বুঢ়া আৰু বাচৰ মানুহখিনি বৰ মুগ্ধ হৈ গ'ল। গিৰিয়েকে সেমেনা [illegible] কৰি পিচমুখ দিলে। বুঢ়াই ক'লে "আইটি। তুমি বহিবই লাগিব নহলে মোৰ নাতিনীজনীয়ে বৰ কষ্ট পাব। তুমি ঠিয় হৈ যাব লাগিলে কেচুৱাটিক ধৰি ৰাখিবা কেনেকৈ? গতিকে তুমি বহা। মই ঠিয় হৈ যাব পাৰিম।" বুঢ়াই যোৰ কৰাত তেওঁ বহিল। বুঢ়া ঠিয় হৈ ৰল।

এনেতে সেই ছোৱালী দুজনীয়ে ঠিয় হৈ কলে—"আতা আমাৰ চিতত আপুনি বহক। আমি ঠিয় হৈ যাব পাৰিম।"

"নালাগে আইটিহঁত। তোমালোক বহা, মই ঠিয় হৈ যাব পাৰিম" মই মতা মানুহ।"

"নহয় আতা। আপুনি বুঢ়া মানুহ, বাচ চলিলে পৰি যাব পাৰে। আমি ডেকা ছোৱালী, ওপৰৰ হেণ্ডেলত ধৰিও ঠিয় হৈ যাব পাৰিম।" ছোৱালী দুজনী ঠিয় হৈ ৰোৱা দেখি বুঢ়াই আকৌ কলে—"তোমালোক বহা; মই ঠিয় হৈয়ে যাম।' এইবাৰ দুয়োজনীয়ে ঠিয় হৈ বৰ অনুৰোধৰ সুৰত কব ধৰিলে "আপুনি অনুগ্রহ কৰি বহককহি আতা। আমি মিনতি কৰিছোঁ। বুঢ়াই হাঁহি মাৰি ৰগৰ কৰি কলে—"তোমালোকে মোৰ ছোৱালীজনীকে বহিব নিদিলা; মই কিয় বহিম? বৰং মই জোঁৱাইৰ লগত একেলগে ঠিয় হৈয়ে যাম।" বুঢ়াৰ ৰগৰ দেখি বাচৰ আটাইবিলাক মানুহে গিৰ্জনি মাৰি হাঁহি দিলে—ছোৱালীদুজনীয়েও। বেচেৰা জোৱাই লাজতে তল-মুৰা হৈ আইতাবৰ চিটৰ কাষত থিয় হৈ ৰখিলে।

# ধিক্কাৰ

আজিকালি বাচত উঠা আৰু যোৱাতো এটি বৰ ডাঙৰ বিপদ হৈছে। হেচা ঠেলাৰ কাৰণে বাচ যাত্ৰা গুচি মৰণ যাত্ৰাহে যেন হৈছে। বাচখনৰ ভিতৰৰ 'চিট' বিলাকত বহা মানুহে ঠাহ খাই খাই ধৰাৰ পিচত মাজত ঠিয় হোৱা মানুহৰ ভিৰ কি চাবা যেন নিমখৰ বস্তাহে জাপি জাপি তুলি দিয়া হয়। যাত্ৰীৰে বাচ ভৰ্ত্তি হোৱাৰ পিচতো বাচৰোৱা ঠাইবোৰত বাচ ৰাখিলে বাচৰ হেণ্ডিমেন পোৱালিহঁতে চিঞৰ ধৰিব—আহক আহক খালি বাচ উঠক। "খালি" মানে দুটা অৰ্থ কৰিছে—হয় বাচখন খালি নহয় বেচি মানুহ উঠি বাচখনকে খালি, অৰ্থাৎ বাচখনকে নষ্ট কৰি পেলালি।

সিদিনা এনে ভীৰৰ মাজতে নলবাৰীত উঠিলে সদানন্দ পাঠকে। গুৱাহাটীলৈ আহিব। গতিকে আগতে হেচা ঠেলা কৰি আহি আগৰ বেৰখনত কোনোৰকমে এটি 'চিটত' বহিল। ৰক্ষা কোনোৰকমে।

ডেকা ল'ৰা এজন। দেখনিয়াৰ; ওঠৰ আগত হুঁাহিটো লাগি আছে। কানি কাপোৰ পৰিপাতি— ইষ্ট্ৰি কৰা লংপেণ্ট আৰু চাৰ্ট চুলিখিনি বাতি কাটৰ: নাকৰ আগত হিটলাৰী গোফ: থুতুৰীত লেনিনী দাৰী। দেখাত লহ পহীয়া—ওখ পাশ মজবুট শৰীৰ, চালে চকু ৰোৱা দেহৰ অৱয়ৱ। হাতত এখন আলোচনী লৈ পঢ়া চুতা কৰি গম্ভীৰ হৈ আছে যাতে ভদ্ৰলোকৰ সন্তান জ্ঞান কৰি কোনেও দিগদাৰ নিদিয়ে।

হেন সময়তে এগৰাকী আলৰ বুঢ়ীও উঠিল। বুঢ়ীজনী ক্ষীণ, কলা বৰণৰ, হাতত এডাল লাখুটি; কোনোমতে তাতে ভৰ দি হেচা ঠেলাৰ মাজেৰে উঠি আহিল। থৰক বৰক গা, কপা কপা মাত। বুঢ়ী মানুহজনী হেচাত চেপেতা হবৰ উপক্ৰম। একো উপায় নাপাই বুঢ়ীয়ে সদানন্দৰ ওচৰত ঠিয় হৈ কপা কপা মাতেৰে কলে—"বোপা, মোকো অলপ ঠাই দিয়া বহিবলৈ; মই পৰি যাম।" কথা শুনি

সদানন্দই এবাৰ বুঢ়ীৰ ফালে চাই নাক কোচাই কলে—"ঠাই নাই,—ঠাই নাই। পিচৰ বাচত উঠিবি বঢ়ী।"

নহয় বোপা। মোৰ ল'ৰানক মেডিকেল কলেজত থৈছে; মই এতিয়াই যাব লাগে. অলপ ঠাই দে বোপাই. ধৰ্ম্ম হব, ঈশ্বৰে তোমাৰ মঙ্গল কৰিব।"

"ঈশ্বৰে মঙ্গল কৰিব নালাগে, তইঁতে অমঙ্গল নকৰিলেই হ'ল। অলপ আতৰি যা মতা মানুহৰ গাৰ ওচৰলৈ তিৰোতা মানুহ আহিছ কিয়?"

"হেচাত ৰব নোৱাৰিহে তোমাৰ ওচৰ পাইছো বোপা। মোক অলপ বহিবলৈ ঠাই দিয়া।"

"ঠাই নাই বুঢ়ী, পিচলৈ যা।" এই বুলি কৈ সদানন্দ পাঠকে বুঢ়ীক পিচলৈ ঠেলি দিলে।

বাচখোৱা ঠাই ঘগ্ৰাপাৰ পালে। মানুহ নামিল যিমান উঠিল তাতকৈ বেচি। এইবাৰ হেচা আৰু বেচি হ'ল। সদানন্দই বৰ বিৰক্তি বোধ কৰিলে। এনেতে ভিৰৰ মাজেৰে এগৰাকী ধুনীয়া গাভৰু ছোৱালী উঠি আহিল। বাচখন এৰি দিলে। গাভৰু গৰাকীয়ে ধাক্কা খাই পিচুৱাই আহি সদানন্দৰ গাতে পৰিব ধৰিছিল, কোনো মতে ওপৰৰ মোৰ ৰেলিংডালত ধৰি নপৰাকৈ বৈ গ'ল। ধুনীয়া গাভৰু ছোৱালীৰ অসুবিধা দেখিলে সাধাৰণতঃ ডেকা ল'ৰাৰ মনত অলপ অনুকম্পা জাগে। সদানন্দও তাৰ ব্যতিক্ৰম নহয়। ই এটা ডেকা মনৰে দুৰ্ব্বলতা। তেওঁৰ কঠোৰ মন আৰু কৰ্কশ ভাষণ কোমল আৰু মোলায়েম হৈ পৰিল। অজানিতে মনৰ মাজত কিবা এটা আনন্দৰ ঢৌ খেলি গ'ল। তেওঁ মিচিকীয়া হাঁহি এটা মাৰি লক্ষৈ কলে—"অনুগ্ৰহ কৰি আপুনি ইয়াতে বহক।" এই বুলি কৈ তেওঁ নিজৰ "চিট"তো এৰি দি ঠিয় হ'ল। গাভৰু জনীয়ে নৰম সুৰত লাজ মিশ্ৰিত লেনিয়া সুৰত কলে—"নেলাগে, আপুনি মিছাকৈ মোৰ কাৰণে কষ্ট কৰিব নেলাগে; আপুনিয়ে বহক. মই ঠিয় হৈ যাব পাৰিম।"

"নহয় ; আপুনি হবক ; আপুনি ছোৱালী মানুহ ঠিয় হৈ যাব আৰু মই মতা মানুহে বহি যামনে ? তিৰোতাই ঠিয় হৈ যাব আৰু মতাই বহিবনে ? আপুনি বহক।" তেওঁ যোৰকৈ কলে এইবাৰ। তেওঁৰ কাষত বহা মতা মানুহজনে এবাৰ তেওঁৰ ফালে পোকোৱাকৈ চাই বাহিৰলৈ মুখ কৰিলে : মনতে বোধ হয় ভাবিলে—"অলপ আগতে বুঢ়ীজনীৰ ওচৰত এই সুমতি নাহিল কিয় দয়ালু মহাশয় কিন্তু একো নকলে : কেৱল কেৰাহিকৈ চাই থাকিল।

গাভৰু গৰাকীয়ে লাজ আৰু কৃতজ্ঞতা মিশ্ৰিত নয়নে এবাৰ তেওঁলৈ চাই বহি পৰিল। সদানন্দই কাষতে ঠিয় হৈ পুলকিত নয়নে নিৰীক্ষণ কৰি ৰল। তেওঁ যেন ত্যাগৰ আনন্দ উপভোগ কৰিছে। --বহা "চিট" ত্যাগ কৰা আনন্দ! এই ত্যাগ নিস্বাৰ্থ ত্যাগ নে? প্ৰশ্ন হয় নিজৰে।

গাড়ী আহি থাকিল। ৰজীয়া পালে তাতো মানুহৰ উঠা নমা ভিৰ। হেচা ঠেলা। সদানন্দই ওবে বাটে যেন আনন্দ লাভ কৰি আহিছে। এই হেন হেচা ঠেলাৰ পৰা এগৰাকী ধুনীয়া গাভৰুক ৰক্ষা কৰিছে- আনন্দ দিছে ; ইয়ে তেওঁৰ আনন্দ। এবাৰ সদানন্দই গাভৰুৰ ফালে চালে : গাভৰুৱে তেওঁৰ চকুলৈ চাই মিচিক্ কৰে হাঁহি মাৰি দিলে। সদানন্দৰ যেন শৰীৰত আনন্দৰ শিহৰন জাগিল। গাভৰুৰ মিঠা হাঁহিয়ে যুৱকৰ মনো মন্দিৰত আনন্দৰ হিল্লোল তোলে। গাৰীৰ জোকাৰণিত যেন এইবাৰ সদানন্দই বিৰক্তি বোধ কৰা নাই বৰং আনন্দহে লাভ কৰিছে। তেওঁ লাহেকৈ গাভৰুক সুধিলে— "আপুনি কলৈ যাব?"

"জালুকবাৰীলৈ।" মিচিকিয়াই হাঁহি গাভৰুৱে উত্তৰ দিলে।

"আপোনাৰ ঘৰ ক'ত?" সদানন্দই সোধে। গাভৰুৱে উত্তৰ দিলে "নলবাৰীত।"

"জালুকবাৰীত কি কৰে।"

"বিশ্ববিদ্যালয়ত নাম ভৰ্তি কৰিম আজি।"

"বিশ্ববিদ্যালয়ত পঢ়িব বুলি জানি সদানন্দৰ আৰু আনন্দ লাগিল।

কিবা যেন অৱচেতন মনৰ মাজৰ পৰা সুপ্ত আৰু গুপ্ত আকাঙ্ক্ষা এটাই সচেতন মনৰ উপৰিভাগলৈ উঠি আহিল। হিয়া মন হেন্দো-লিত হৈ উঠিল। চিত্ত উদ্‌বেলিত। প্ৰেম জনিত দুৰ্বলতাই তেওঁক আচ্ছন্ন কৰি তুলিলে।

পূৰ্বৰাগৰ আৰম্ভণি। মুখতকৈ চকুৰে বেছিকৈ কথা কব ধৰিলে। গাভৰুৰ কটাক্ষ চাহনিয়ে তেওঁৰ চিত্ত চাঞ্চল্য কৰাৰ উপক্ৰম। কৰিলে লাজ, আনন্দ আৰু আৱেগেৰে তেওঁ সৰুকৈ সুধিলে—"লগত কোনোবা আহিছেনে?"

কওঁ নকওঁকৈ গাভৰুৱে লাহেকৈ ক'লে—"আহিছে—।"

"কোন আহিছে?"

"....মানে....মানে....।"

"মানে মানে কি? কোন মানে মানে?"

"আমাৰ তেওঁ.. ....।"

"অৰ্থাৎ....?"

"অৰ্থাৎ মোৰ উপাধি বদল কৰি দিয়া মানুহজন... ।"

"উপাধি বদল কৰি দিয়া মানুহজন! অ' তেন্তে আপোনাৰ মিষ্টাৰ!

"হয়"

কথাষাৰ শুনি যেন সদানন্দৰ বজ্ৰাঘাত হ'ল। সদানন্দ নিৰানন্দ হৈ পৰিল। তেওঁৰ ইমান সময়ৰ মধুৰ কল্পনা চুৰমাৰ হৈ গল। মলিন মুখে তলমুৰা হৈ এবাৰ গাভৰুৰ ভৰি দুখনলৈ চাই ললে। দৰ্জাৰ ফাকেৰে বাহিৰলৈ দৃষ্টি নিক্ষেপ কৰি যেন এটা হুমুনিয়াহ কাঢ়িলে।

গাড়ী আহি জালুকবাৰী পালে। পিচফালৰ পৰা এজন ডেকা মানুহে আহি আগফালৰ দৰ্জাৰ সন্মুখলৈ আহি মাতিলে—"আহা। জালুকবাৰী পাইছো; নামি আহা।"

গাভৰু নামি আহিল আৰু এবাৰ এটা অৰ্থপূৰ্ণ হাঁহি মাৰি তেওঁৰ ফালে চাই গুচি গল।

সদানন্দই নিৰ্লিপ্ত ভাব এটা প্ৰকাশ কৰিলে। মতা-তিৰোতা-হাল গ'ল।

সদানন্দই বেজাৰত ম্ৰিয়মান হল। ছিঃ যাবৰ সময়ত এফাকি ধন্যবাদো নিদিলে। তেওঁৰ মনত ধিক্কাৰ আহিল—তাতকৈ বুঢ়ীজনীক চিত্তটো দিয়া হলে অন্ততঃ এটা আশীৰ্বাদকে পালোহেঁতেন

—

# উচুপনি

সিদিনাৰ আনন্দ উলাহৰ বিয়াখনতে বিমলাই মৰণান্তিক আঘাত পালে। কলেজৰ একালৰ সহপাঠিনী বান্ধৱী অৰুণাৰ পৰা তেওঁযে এনে ব্যৱহাৰ পাব তাক কল্পনাও কৰা নাছিল।

বিমলাৰ মাহীয়েকৰ জীয়েক স্নেহলতাৰ বিয়া আৰম্ভ হৈছিল গুৱাহাটীৰ শান্তিপুৰত। স্নেহলতাৰ বাপেক এজন ডাঙৰ অফিচাৰ— একজেকিউটিভ ইঞ্জিনিয়াৰ। স্নেহলতাৰ দৰাজনো এজন ইঞ্জিনিয়াৰ। বিমলাৰ গিৰিয়েক সেই অফিচৰে কেৰাণী) অফিচ সহায়ক। তেওঁ দুখীয়া কিন্তু শিক্ষিত ল'ৰা আছিল। স্নেহলতাৰ বাপেকৰ অনুগ্ৰহতে চাকৰিটো পাইছিল এটা চুক্তিত যে বাপমৰীয়া বিমলাক বিয়া কৰাব লাগিব। বিপুলে আপত্তি কৰা নাছিল কাৰণ আজিৰ দিনত চাকৰি এটা পাব লাগিলে কমেও দহহেজাৰ টকা ভেটি দিব লগা হয়, তাতে ছোৱালীজনী অৰ্থাৎ বিমলা শিক্ষিতা আৰু মাৰ্জ্জিতা ছোৱালী। তেওঁ বি. এ পাচ। তেওঁলোকৰ বৈবাহিক জীৱন সুখৰ।

কলেজত পঢ়ি থাকোতে বিমলা আৰু অৰুণা দুয়ো বান্ধৱী আছিল আৰু দুয়ো দুয়োকো বৰ ভাল পাইছিল। ধনীমানুহৰ জীয়ৰী হলেও অৰুণাই বিমলাক অৱজ্ঞা কৰা নাছিল। অৰুণাৰ বিয়া হৈছিল ইঞ্জিনিয়াৰ ললিত ভৰালীৰ লগত। তেওঁ চাকৰি কৰিছিল স্নেহলতাৰ বাপেকৰ অধীনত। ইঞ্জিনিয়াৰ হিচাবে ইঞ্জিনিয়াৰৰ পৰিয়ালৰ লোক-কহে তেওঁ পচন্দ কৰিছিল আৰু বিমলাৰ গিৰিয়েকৰ নিচিনা এজন সামান্য অফিচ সহায়কৰ চাকৰি কৰা মানুহৰ লগত চলি গলি নকৰিছিল লগতে ঘৈণীয়েককো। সেইবিলাক তলতীয়া কৰ্মচাৰীৰ ঘৈণীয়েকৰ লগত আপৰ দৰে মিলামিচা কৰা পচন্দ নকৰিছিল। অৱশ্যে অৰুণাৰো বিয়াৰ পিচত মতিগতি বদলি গৈছিল আৰু বিমলাৰ খবৰ বাতৰি লোৱাতো বাদ দিছিল।

সাধাৰণতে ছোৱালীবিলাকৰ বান্ধৱী থাকে বিয়াৰ আগলৈহে,

বিয়াৰ পিচত সেই বান্ধবী নাথাকে কাৰণ কাৰ বিয়া কাৰ লগত হয় তাৰ একো ঠিকনা নাই। পিতৃস্বত্তা প্ৰথাত স্ত্ৰীৰ পৰিচয় স্বামীৰ ওপৰতহে নিৰ্ভৰ কৰে। অশিক্ষিতা ছোৱালীৰো মাষ্টৰৰ লগত বিয়া হলে হয় মাষ্টৰণী, প্ৰফেচাৰৰ লগত হলে হয় প্ৰফেচাৰণী ডাক্তৰৰ লগত হলে হয় ডাক্তৰণী। উপাধিও বদলি যায় আৰু সন্মানৰো তাৰতম্য ঘটে। শিক্ষিতা বা অৰ্দ্ধশিক্ষিতা কোনোজনী হয় গণ্যমান্য-জনৰ পৰিবাৰ—সমাজৰ সন্মানৰ পাত্ৰী আৰু কোনোজনী শিক্ষিতা ছোৱালী হয় সাধাৰণ জনৰ স্ত্ৰী—সন্মানো সাধাৰণ। গতিকে তেওঁলোকৰ বন্ধুত্ব পিচত নাথাকে গৈ। বিমলা আৰু অৰুণাৰো সেয়েই ঘটিল।

বি, এ ফেল কৰাৰ পিচত ৰূপহী অৰুণাৰ বিয়া হয় ইঞ্জিনিয়াৰৰ লগত। বি, এ ফেল হলেও তেওঁ ইঞ্জিনিয়াৰৰ ঘৈণীয়েক—সমাজৰ সন্মানিতা আৰু বি, এ পাচ কৰিলেও বিমলা সাধাৰণ অফিচ সহায়কৰ ঘৈণীয়েক—সমাজৰ উপেক্ষিতা নাৰী—সন্মানৰ পাত্ৰী নহয়। ইয়ে আমাৰ সমাজৰ দৃষ্টি।

বিয়াৰ দিনা বিয়াঘৰত মানুহৰ বৰ ভিৰ। ধনী, ক্ষমতাশালী অফিচাৰৰ জীয়েকৰ বিয়া। ক'ত মন্ত্ৰী এম, এল, এ আৰু হাকিম উকিল আহিছে, কত ডাক্তৰ, ইঞ্জিনিয়াৰ আহিছে তাৰ লেখজোখ নাই। সস্ত্ৰীক আহিছে কতজনে নতুন নতুন গাড়ীমটৰ লৈ তাৰো হিচাব নাই। আধাকিলোমিটাৰ দূৰৈৰ পৰা গাড়ীৰ শাৰী। এনেহেন আৰম্বৰপূৰ্ণ এখন বিয়াত কাৰ খবৰ কোনে ৰাখে। তথাপি বিমলাই নিৰিক্ষণ কৰি আছে কেতিয়ানো বিয়ালৈ আহে, কেতিয়া তাইৰ লগত ইমান দিনৰ মূৰত দুআষাৰ সুখৰ দুখৰ কথা পাতিব পাৰে—তাৰে চিন্তাত আছে তাই। তাইৰ লগত কথা পাতিব পাৰিলে বিমলাৰ লগৰ কেৰাণীৰ ঘৈণীয়েক সকলে নিশ্চয় জানিব যে বিমলাৰো ডাঙৰ মানুহৰ লগত বিশেষকৈ ডাঙৰ অফিচাৰ, ইঞ্জিনিয়াৰৰ ঘৈণীয়েক-সকলৰ লগত সম্বন্ধ আছে। বিমলাৰ মূল্য কম নহয়। এই কথা প্ৰমাণ কৰি দেখুৱাবৰ কাৰণে বিমলা ৰৈ আছে বাটৰ মুখতে বাতে

অৰুণাক আগবঢ়াই আনি তেওঁৰ প্ৰভাবৰ পৰিচয় দিব পাৰে।

আবেলি তিনিটামান বজাত মানুহৰ ভীৰ আৰম্ভ হৈছে। বিমলাই বাটলৈ আহি ভিভি মেলি মেলি চাই আছে কেতিয়ানো অৰুণাহঁত আহি ওলায়। বিমলাৰ লগত তেওঁৰ ল'ৰাছুটিও আহিছে। বিমলাই সিহঁতক অৰুণাৰ লগত পৰিচয় কৰি দিবৰ ইচ্ছা কৰি লগতে ৰাখিছে।

শেষত বিমলাৰ ইচ্ছা পুৰণ হ'ল। অৰুণা আৰু গিৰিয়েক দুয়ো ল'ৰা-ছোৱালীহালৰ সৈতে মাৰুতী গাড়ীখন লৈ ওলালহি। গিৰিয়েকে গাড়ীৰ দৰ্জা খুলি দিয়াত অৰুণাই ল'ৰা-ছোৱালীহালক হাতত ধৰি নমাই আনিলে। তাকে দেখি বিমলাই দৌৰমাৰি গৈ তেওঁলোকৰ আগত ঠিয় হ'ল আৰু আথে বেথেকৈ আগ্ৰহেৰে ল'ৰা-ছোৱালীহালক মৰম যাচি হাঁহি মাৰি অৰুণাৰ গাতধৰি আৱদাৰৰ সুৰত কলে—"তুমি এতিয়াহে আহিলা অৰুণা তুমি আহিবা বুলি মই বাট চাই আছো। ইমান পলম কৰিলা কিয়?" বিমলাই অৰুণাৰ কান্ধত ধৰি প্ৰশ্ন কৰাত অৰুনাই বিমলাৰ হাতখন একৰাই দি অলপ আতৰি গৈ কলে -"এতিয়াও আগৰদৰে ভাৰি আছা নেকি? এতিয়া আৰু তাহানিৰ কলেজৰ কথা বহুত বেলেগ বিমলা। অফিচাৰ আৰু কেৰাণীৰ ঘৈণীয়েকৰ ভিতৰৰ তফাৎখিনি বুজিবলৈ চেষ্টা কৰা।"

তেওঁ কঠোৰ আৰু তাচ্ছিল্যৰ ভাৱত বিমলাক কৈ উঠি গিৰিয়েকক কলে—'গাড়ীখন সিফালে আতৰাই থোৱা নহলে কোনোবা লেতেৰা ল'ৰাই লেতেৰা হাতেৰে লাগি লেতেৰা কৰিব পাৰে।" এবাৰ বিমলাৰ ল'ৰা ছুটিৰ ফালে কটাক্ষপাত কৰি নিজৰ ল'ৰা-ছোৱালীহালৰ হাতত ধৰি বিয়াৰ ৰভাৰ ফালে খোজ ললে। গিৰিয়েকে অৰুণাৰ নিৰ্দ্দেশমতে গাড়ীখন নিৰাপদ ঠাইলৈ লৈ গ'ল, আৰু যাওঁতে এবাৰ বিমলাৰ ফালে কেৰাহিকৈ চাই গ'ল। এবাৰ মনতে হাঁহিলে—"বৰ স্পৰ্দ্ধা দেখিছো এজন সামান্য কেৰাণীৰ ঘৈণীয়েকৰ।"

বিমলাই শিলপৰা কপৌৰ দৰে তাতে বৈ থাকিল। ছুবৈৰ পৰা বিয়াঘৰলৈ অহা তিৰোতাই তেওঁলোকৰ ফালে বহুত আগৰে পৰা

লক্ষ্য কৰি আছিল, এই দৃশ্য দেখি তেওঁলোকে চকু টিপিয়াটিপি কৰি কʼলে—“বৰ বান্ধবী, পিচে কেনে পালি এতিয়া ? বলী নিৰ্ব্বলী কিহৰ হতাহতি, ধনী নিৰ্ধনী কিহৰ মতামতি এই যোঙ্গোনাফাকি যেন মনতে আওৰালে তেওঁলোকে। বিমলা লাজ অপমানত জৰ্জ্জৰিতা হৈ গল। আজি যেন তেওঁৰ ভৰিৰ তলৰ পৰা পৃথিবীখন বহুদূৰলৈ আতৰি গল। তেওঁৰ মূৰ আচন্দ্ৰাই কৰি আনিলে। তেওঁ মাটিত পৰি গʼল। ওচৰতে থকা তিৰোতামানুহ কেইগৰাকীয়ে তেওঁক দাঙি নি এটি কমৰ ভিতৰত এখন বিচনাত থলে। মূৰত তেলপানী দিলে। বহুসময় বিমলা অজ্ঞান হৈ থাকিল।

বহুসময় পিচত যেতিয়া তেও জ্ঞান পালে তেতিয়া দেখিলে যে তেওঁ কমৰ ভিতৰত এখন বিচনাত শুই আছে। কেইজনীমান বয়সীয়াল তিৰোতাই তেওঁৰ কাষত বহি আছে আৰু তেওঁৰ ওচৰত থিয় হৈ আছে তেওঁৰ লʼৰা ছুটি।

সম্পূৰ্ণ জ্ঞান অহাৰ পিচত তেওঁ চকু মেলি দেখিলে যে তেওঁৰ গিৰিয়েকে মূৰ শিতানত এখন চিয়াৰত বহি এখন তালপাতৰ বিচনিৰে তেওঁৰ মূৰত বিচি আছে। বিমলাৰ এটা হুমুনিয়াহ আহিল। এনেতে বাহিৰত বহুত তিৰোতাৰ কিবা কিবি কথা কাণত পৰিল বিমলাৰ। হঠাৎ এবাৰ কথা কাণত শেল সোমোৱা দিলে—“বিয়াৰ কামবন কৰি ফুৰা তিৰোতাৰ সাধাৰণতে এনেকৈ মূৰ ঘূৰেই। হয়াত ভাবিব লগা কি আছে।

এইষাৰ মাত অৰুণাৰ—তেওঁৰ বান্ধবীৰ।

“উহ। ভগবান।” বুলি এটি হুমুনিয়াহ কাঢ়ি গিৰিয়েকৰ ফালে চাই বিমলাই পিচফালে মুখ কৰিলে। এইষাৰ কথাই তেওঁৰ অন্তৰ দগ্ধ কৰিলে। গিৰিয়েকে তেওঁৰ অন্তৰৰ অপমানৰ গ্লানি অনুভৱ কৰিলে।

কিছু সময় পিচত গিৰিয়েকে বিমলাৰ উচুপনি শুনিবলৈ পালে।

---

# বেয়া এজনহে

ৰাস্তাৰে বাট বুলি যাওঁতে বৰ অসুবিধা হয় ছোৱালীবিলাকৰ কাৰণে। স্কুল বা কলেজলৈ যাওঁতে আৰু আহোতে ছোৱালীবিলাকে এনেভাবে শাৰীপাতি যায় যে ৰাস্তাটোৰে যেন মাছ মাৰোতে জাকৈ ঢাকিছে নিছে, এনে দেখা যায়। এজনী এজনীকৈ শাৰী পাতি সমস্ত ৰাস্তাটো আগুৰি পেলায়। আন মানুহ যাবলৈ বাট নাথাকে; পিচে পিচে যাব লগা হয়; মুখেৰে নকয় মানে বাট এৰি নিদিয়ে। বয়সীয়াল সকলৰ কাৰণে ই বৰ আমনিদায়ক। ছোৱালীবিলাকক আগৰ কবিসকলে পখিলাৰ লগত তুলনা কৰিছিল কিয় নাজানো, তেওঁলোকক চৰাইৰ লগতহে তুলনা কৰা ভাল। আকাশেৰে উৰি যাওঁতে চৰাই বিলাকহে জাকপাতি শাৰী হৈ উৰি যায়। ছোৱালী-সকলেও ৰাস্তাত জাক পাতি শাৰী হৈ যায়। ৰাস্তাৰে যে আন মানুহো যাব লাগিব এই কথ লৈ তেওঁলোকৰ কোনো ভ্ৰূক্ষেপ নাই। আমাৰ সমাজৰ বাবে ই বৰ লাজ লগা কথা। ৰাস্তাটো যে আগুৰি যায়, কাষেৰে শাৰীপাতি যাব নোৱাৰেনে? এইবোৰ কথা মানুহে ভাল নাপায় কাৰণ বৰ অসুবিধাহে পায়; ছোৱালীসকলে এই কথা নাভাবে কিয়?

সিদিনা কলেজ ছুটীৰ পিচত তেনে এটি আপত্তিজনক কথাই আৰম্ভ হল। এটা দুৰ্ঘটনাই সংঘটিত হৈ গ'ল। কলেজ ছুটীৰ পিচত ল'ৰা-ছোৱালী বিলাক ঘৰলৈ খোজ লৈছে। ছোৱালী ছয় গৰাকী, মানে ৰাস্তাৰে শাৰী পাতি গোটেই ৰাস্তাটো আগুৰি গৈ আছে যেন চৰাইৰহে জাক। এনেতে এজন বুঢ়া মানুহ আহি আহি তেওঁলোকৰ পিচ পালে। ছোৱালীসকলে লাহে লাহে খোজ কাঢ়ি কথা পাতি হাহি খিকিন্দালি কৰি আহি আছে। বহু সময় বুঢ়া-জনে পিচে পিচে আহিছে; কিন্তু তেওঁলোকক পাৰ হবলৈ কোনো পথ পোৱা নাই। মটৰ-গাড়ী হলেতো হৰ্ণকে দিব পাৰিলেহেঁতেন;

কিন্তু তেওঁ কি হূর্ণ দিব—খোজকাঢ়ি অহা মানুহ। বুঢ়াজনৰ বৰ বিৰক্তি ল্যাগিছে ছোৱালীহঁতৰ পিচে পিচে কইনা বুলন দি যোৱাত। ছোৱালীহঁতে পিচ মুখ দি নাচায়—কেৱল নিজৰ নিজৰ কথাকে কৈ লাহে লাহে বুলিয়ে আছে। বুঢ়াই এ:কো উপায় নেদেখি বাটৰ কাষেৰে গৰ-খাৰৈৰ পাৰেৰে যাবলৈ চেষ্টা কৰিলে।

এনেতে পিচ ফালৰ পৰা কলেজৰ ল'ৰা এজনে চাইকেলেৰে আহি তেওঁলোকৰ পিচফালে টিলিঙা বজাই দিলে। ছোৱালীহঁতে পিচমুখ দি চালে। ল'ৰাজন একে কলেজৰ ছাত্র। ৩য় বার্ষিকৰ: এওঁলোক দ্বিতীয় বার্ষিকৰ ছাত্রী। চিনা পৰিচয় আছে কাৰণ লৰাজন "পাইতাৰা" দিয়া লৰা। চাইকেলৰ হেণ্ডেলত ধৰি যি 'পজ'ত কথা কয় দেখিলে মানুহৰ হ'াহিয়ে উঠে; ছোৱালীহঁতে ফিচিঙা ফিচিঙি কৰি হ'াহে। বাচত গলেও বাচৰ হেণ্ডেলত ধৰি ওলমি যায়—মাজত বহিব নাপালেও ঠিয় হোৱা ঠাই থাকিলেও ভিতৰলৈ নাযায় বাচৰ দুৱাৰ মুখত ঠিয় হৈ বাহিৰলৈ হাত ভৰি মাৰি মাজে মাজে 'ষ্টাইল' দেখুৱায়। এইজাত লৰাই বাচত দর্জাৰ মুখত ভীৰ কৰি আন মানুহক ভিতৰত স্নুমুৰাত জুলুম কৰে। এই লৰাজনো এই শ্রেণীৰে তাক আৰু তাৰ লগত তিনিজন মান ল'ৰা দেখিলে ছোৱালীসকলে হ'াহে—ফিচিঙা ফিচিঙি কৰে—"দেখিছ বেটাৰ পাহতাৰা"। কিন্তু মুখ খুলি একো নকয়। সিওঁ এই-বিলাক কৰি কিবা বাহাদুৰি কৰা বুলি ভাবে। এই শ্রেণীক "পাই-তাৰা অর্থাৎ উতনুৰা লৰা" বুলি কব পাৰি। সি পাইতাৰা দেখুৱাই চাইকেলৰ হেণ্ডেলত ধৰি টিলিঙা বজাই দিয়াত ছোৱালীজাকে অলপ চাপি আহিল আৰু বুঢ়াৰ ফালে অলপ ফাক কৰি দিলে। সি সেই ফালেৰে চাইকেল সুমাই দিলে আৰু এটা কটাক্ষপাত কৰি ছোৱালীসকলৰ ফালে এনেভাবে চালে যেন সি তাইহঁতক এসিক-নিহে দিব। তাৰ চাৱনিত ছোৱালীহঁত থত মত খালে। সি চাইকেল খন অলপ 'ষ্টাইল্' কৰি চলাবৰ চেষ্টা কৰাত হঠাৎ কাষত থকা বুঢ়াজনৰ গাত খুন্দা লাগি বুঢ়াজন গৰ-খাৰৈত বাগৰি পৰিল আৰু

চাইকেলে সৈতে সিও গৰ-খাৰৈত পৰিল। তাৰ গাত বোকা চিটিকি পৰিল। ছোৱালীসকলে খিল-খিলাই হাঁহি দিলে আৰু বেগাই খোজ ললে। সি বৰ লাজ পালে। তাইহঁতে কোৱা কানত পৰিল— "পাইতাৰা ফাটিল।" তাৰ খং উঠিল আৰু তাইহঁতলৈ অগ্নি দৃষ্টি নিক্ষেপ কৰি চাইকেলখন গৰ-খাৰৈৰ পৰা ষোৰেৰে তুলি আনিলে। ইতিমধ্যে ছোৱালীজাক কিছুদূৰ আতৰি গৈছে। সি ৰাস্তাৰ কাষত চাইকেলখন ঠিয় কৰিলে। ছোৱালীহঁতক নাপাই বুঢ়াকে গালি ধৰিলে—"ষ্টুপিড বুঢ়া। কণা নেকি, চাইকেলো নেদেখা? কেনে মজ্জা পালি এতিয়া। এই মূৰ্খ বুঢ়াসকল নমৰে কিয়। ইহঁত দেশৰ আপদ—কেৱল খাই খাই দেশৰ বস্তু সাং কৰিব ধৰিছে একো কৰিব নোৱাৰে অপদাৰ্থ বুঢ়াহঁতে। মৰি নাযায় কিয় ইহঁত। দেশৰ মঙ্গল হলহেঁতেন।" তাৰ পিচত অলপ তলকামাৰি বুঢ়াক আকৌ বকিব ধৰিলে—"কণা বুঢ়া, দেখা নোপোৱা নেকি; চাইকেলখনকো মনিব নোৱাৰানে? মোৰ চৰ মাটি কৰি দিলি। এতিয়াই গৰ-খাৰৈত পুতি থব পাৰো চালা কণা বুঢ়া।" তাৰ কথা শুনি খাৰৈত পৰি বোকাৰে লুতুৰি-পুতুৰি হোৱা বুঢ়াই একো নকলে; কেৱল উহ আহ্ কৈ কেকাই কেকাই লাহে লাহে উঠিবলৈ চেষ্টা কৰিলে। নোচোৱা নিচিন্তাকৈ চাইকেলেৰে খুন্দিয়াই তেওঁকে খাৰৈত পেলাই দিলে আৰু তেওঁৰে দোষ হল। হায় হায়! আজিৰ ডেকালৰা। ন্যায় অন্যায় বিচাৰ ইহঁতৰ নাই—কেৱল নিজৰ কামটোহে শুদ্ধ বুলি ভাবে ইহঁতে। বুঢ়াই মুখ খুলি একো নকলে জানোচা সি গতিয়াই গৰ-খাৰৈত পুনৰ পেলাই দিয়ে। তাকে ভাবি তেওঁ একো নামাতিলে; কেবল নিজৰ কানি কাপোৰ বোকাৰে লুতুৰি পুতুৰি হোৱাত সেই বোকাবোৰ হাতেৰে গুচাব ধৰিলে। এনেতে সেই কলেজৰে তিনিজন ছাত্ৰ আহি সেইখিনি পালে। সিহঁতেও কলেজ ছুটিৰ পিচত ছোৱালীহঁতৰ কিছু পিচত আহি আছিল আৰু এই ঘটনা দেখি-ছিল। সিহঁতে আহি ইয়াৰ ওচৰ পালে। সি বুঢ়াক গালি পাৰি থকা দেখি ওচৰলৈ আহি এজনে তাৰ চাইকেলখনত ধৰিলে আৰু

কলে—'নৰেণ, তোৰ কাণ্ড আমি দেখি আছো। তয়ে বুঢ়াক গৰখাৰৈত পেলাই দিছ আৰু তয়ে আকৌ বুঢ়াক গালি পাৰিছ নন্‌চেন্‌চ্।" সি ফেৰ পাতি উঠিল "কাক নন্‌চেন্‌চ্ বুলিছ? এতিয়াই এক ঘুচাত নাক ভাঙি দিম।" সি হাত দাঙি এটা গুচা মাৰি দিলেই। নৰাজনে বৰ দুখ পালে। সিও তাক এক লাঠি মাৰি দিলে—"মৰ চালা কুকুৰ।" লাঠি খাই তাৰ চাইকেলখন আকৌ গৰ-খাৰৈত পৰি গল। নৰেনে তাক সাৰ্টত মাৰি ধৰি ৰাষ্টাত বগৰাই দিলে। তাকে দেখি বাকী দুজনেও আহি তাক ধৰিলে আৰু লাঠি, চৰ, ভুকু মাৰি এখন কুৰুক্ষেত্ৰ সমৰ লগাই দিলে। তিনিও ধৰি তাক ইমান মাৰিলে যে সি মৰিলো মৰিলো বুলি চিঞৰি দিলে। তিনিওৰো মাৰত সি কাহিল হৈ গল। কাণ্ড দেখি বুঢ়া বৰ মৰ্ম্মাহত হল আৰু থৰক বৰককৈ কোনোমতে খোজ কাঢ়ি আহি তিনিওকো বাৰণ কৰিলে—"হা হা কি কৰা বোপাহঁত তাক নামাৰিবা, তাক নামাৰিবা। তাতকৈ মোকে মাৰা। তাৰ দোষ নাই। দোষ মোৰহে। তাক এৰি দিয়া বোপাহঁত। উহ্। ৰাম ৰাম কি কাম কৰিলা তোমালোকে। বুঢ়াই কাতৰ সুৰত কৰলৈ ধৰিলে আৰু তিনিওকো একৰাই আনিলে।"

"সিয়ে বুঢ়া মানুহজনক চাইকেলেৰে খুন্দা মাৰি গৰখাৰৈত পেলাই দিব আৰু সিয়ে গালি পাৰিব। আমি এনে অন্যায় দেখি সহ্য কৰি থাকিম? নহব—ইয়াক আজি সেকা দিম।" সি আকৌ চোচা ললে। বুঢ়াই তাৰ হাতত ধৰি কাবৌ কৰি মানা কৰিলে। তেতিয়া আনজনে মাত লগালে-"আমি পিচে পিচে আহি সকলো দেখি আছো। ইয়াৰ শাস্তি আমি দিমেই।" "নহয় বোপা, তাক নামাৰিবা, মই কাবৌ কৰিছো। সি কিবা ভুল কৰিব পাৰে সেইবুলি তাক এনেকৈ নামাৰিবা বোপা। মই সহিব নোৱাৰিম। তাক আৰু নামাৰিবা; বেচেৰাই বৰ দুখ পাইছে।" আনজনে মাত লগালে— "ই বৰ দাদাগিৰি কৰি পাইভাৰা মাৰি থাকে, আজি তাৰ দাদাগিৰি কটাম আতা; আপুনি একো নামাতিব। মনে মনে থাকক।"

"তেনেহলে তুমি মোকে মাৰা বোপা।"

বুঢ়াই নৰেণক আৰু কৰি ধৰে আৰু নিজৰ বুকু পাতি দিয়ে। মাৰা মোক মাৰা। তোমালোক ডেকাল'ৰা মৰাতকৈ মই, বুঢ়া মৰাই ভাল।"

বঢ়াৰ কথাত সিজনে মাত লগালে—"আপোনাৰ কাৰণেই সি আজি বাচিলে আতা, নহলে আজি তাৰ আমি ভাল মজা পাৰলি দিলোহেঁতেন। বহুত দিন তাৰ বহু অত্যাচাৰ, অপমান আমি ছাত্ৰ সকলে সহ্য কৰিছো; এইবাৰ তাক ভাল শিক্ষা দিম। সি ভাবিছে যে দেশত আৰু অন্য ল'ৰা নাই- সিহে বৰ দাদা ওলাইছে। আজিৰ পৰা তই সাৱধান থাকিবি নৰেণ, তোক যদি দাঁত-মুখ ভাঙি নিদিওঁ আমিও কলেজত নপঢ়ো।"

আনজনে মাত লগালে 'তাক নামাত দেখি সি ভাবিছিল আমি তাক ভয় কৰি নামাতি আছো। আজিৰ পৰা তোৰ কি কৰো চাবি ছালা অসভ্য। কালিহে কলেজত আমি তোক কি কৰো।"

"হব বোপা হব, তাক আৰু গালি নাপাৰিবা। তাক যাবলৈ দিয়া বোপা। এই বয়সত নতুন তেজত উদ্ভাওালি কৰিলেও পিচত ভাল হ'ব। তোমালোকৰ গছৰ আগৰ সমান আয়ুস আছে। তোমালোক ভাল হবৰ বহুত দিন বৈ আছে। দেশখনৰ ভাল তোমালোকেই কৰিব লাগিব। মই ভাবিছিলো যে এচাম ডেকা-ল'ৰাই হত্যা, লুণ্ঠন, অপহৰণ আদি কৰি দেশখন ৰসাতলে নিবলৈ চেষ্টা কৰিছে। আজিহে বুজিব পাৰিলো যে কিছুমান অবুজ ল'ৰা ওলালেও বুজা ল'ৰাও ওলাব ধৰিছে। বেয়া এজনহে কিন্তু ভাল তিনিজনে আছে। আমাৰ দেশৰ চাৰিভাগৰ এভাগ ডেকা-ল'ৰাহে বিপথে গৈছে। তিনিভাগ এতিয়াও ভাল হৈয়ে আছে। আজি মোৰ বিশ্বাস হৈছে—দেশ ভাল হব। মোৰ আশা হৈছে।"

বুঢ়াৰ কথা শুনি ইহঁত তিনিও শান্ত হৈ পৰিল। নৰেণ তলমূৰ কৰি ৰল। ইহঁতে তাক চাইকেলখন দি ক'লে—"যা নৰেণ, আতাৰ কাৰণে তই আজি সাৰিলি। আতাৰ কথা শুনিলিনে? তোৰ লাজ

লগা নাইনে ? আতাক তই বগৰাই দিলি আৰু ওলোটাই গালিহে পাৰিলি ; কিন্তু আতাই তোৰ বাবেই খাটিলে। এই কথাই যেন তোক আচল জ্ঞান দিয়ে। যা এতিয়া।" এই বুলি কৈ সিংহতে তাক যাবলৈ দি বুঢ়াক ক'লে—"আতা ; আমাক বেয়া নাপাব, আমি অসহ্য বোধ কৰিহে এনেখন কৰিলো ; তাক মাৰিলো। এতিয়া আপুনি যাওক। "সিংহত গল। বুঢ়াই লাহে লাহে খোজ ললে। মনতে ভাবিলে—দেশৰ ল'ৰা সকলোবিলাক নষ্ট হোৱা নাই দেখিছো।"

———

# কাৰো শান্তি নাই

নেচনেল হাইৱেৰ ওপৰৰ চেক্‌গেটটোত ৰাতি আঠ বজাত দহখন লৰী একেলেঠাৰীকৈ ৰাখি পাঞ্জাৱী ড্ৰাইভাৰ কেইজন নামি আহিল আৰু প্ৰত্যেকে পাঁচ টকা কৈ দি টিকট লৈ গল। তেওঁলোকৰ ভিতৰৰ পুৰণি বয়সীয়াল ড্ৰাইভাৰজনে কলে—“ইয়াত চেক্‌গেটত পাঁচ টকাকৈ দিলো কিন্তু এক কিলোমিটাৰ আগৰ জালুকবাৰী থানাত (আউট পোষ্ট) ট্ৰেফিক পুলিচক প্ৰত্যেককে বিশ টকাকৈ দিব লাগিব, গতিকে প্ৰত্যেকে খুচুৰীয়া বিশ টকীয়া নোট হাতে হাতে ৰাখিবি যাতে তৎক্ষনাৎ দি বেগাই পাৰ হৈ যাব পাৰো নহলে ব্ৰহ্মপুত্ৰৰ শৰাইঘাট দলঙত ধৰিব লাগিলে পঞ্চাচ টকাকৈ ভৰিব লাগিব।”

তেওঁৰ কথা শুনি নতুন ড্ৰাইভাৰ ডেকা ল’ৰা উঠম সিঙে মাত লগালে—“ইয়াতে গেটত গেটপাচ লৈছো যেতিয়া আকৌ কি টকা দিব লাগে? মই টকা নিদিওঁ।”

“তোমাৰ এই ফুটনি নাথাটিব সিং। এইখন আসাম ৰাজ্য। ইয়াত পুলিচক সন্তুষ্ট কৰিব নোৱাৰিলে বিপদ আছে।”

এইবুলি কৈয়ে ড্ৰাইভাৰে গাড়ীত উঠিল।

লাহে লাহে সকলোৱে গাড়ী চলাই দিলে। অলপ পিচতে আহি জালুকবাৰীৰ থানাৰ চকটো পালে। ই এটা চাৰি আলি চক্। পূৰ-পশ্চিম নেচনেল হাইৱেৰ উত্তৰ-দক্ষিণ হাইৱেই কটা-কাটি কৰিছে। এইখিনি পোৱা মাত্ৰে আগত অহা বয়সীয়াল ড্ৰাইভাৰজনে গাড়ী লাহেকৈ ৰাখি আগবাঢ়ি আহি হাত পতা ট্ৰেফিক পুলিচজনক হাতৰ টিপতে কুৰিটকীয়া নোটখন দি পাৰ হৈ গল। আন কেইজনেও এজন এজনকৈ প্ৰত্যেকে দি গল আৰু চকটো পাৰ হৈ শৰাইঘাট দলঙলৈ গতি কৰিলে। শেষৰ ডেকা শিখ ড্ৰাইভাৰজনে টকা নিদিয়াকৈ যাবলৈ উদ্যত হল। বগা বস্ত্ৰ পৰিধান কৰা অন্য এজন ট্ৰেফিক পুলিছে হুইচেল বজাই গাড়ী ৰাখি দিলে। সি গাড়ী ৰাখিলে। তাক

ধমক দি টকা খুজিলে। সি একো পৰোৱা নকৰি স্পষ্ট ভাষাত ক'লে—"মোৰ গেটপাচ আছে, টকা কিয় দিম।" পুলিচ দুজনে ধমক দিলে। তাত চাৰিজনমান ট্ৰেফিক পুলিচ থাকে। বাকী দুজনে অন্যফালৰ গাড়ীৰ চিগনেল দি গাড়ী পাচ কৰি দি আছে। পদ্ধতি একেটাই। এই ড্ৰাইভাৰজনে টকা নিদিয়াত এজন পুলিচে তাৰ গাড়ীখন একাষৰীয়া কৰি থানাৰ আগলৈ লৈ গ'ল আৰু তাতে থাকিবলৈ হুকুম কৰিলে। থানাৰ পুলিচে সুধিলে—'কি হল? ট্ৰেফিক পুলিচজনে ক'লে—"গাড়ী ৰাখিবলৈ কোৱা সত্ত্বেও সি গাড়ী নাৰাখিলে; হুইচেল্ দিয়াতো সি মনা নাই; গতিকে তাৰ গাড়ী চেক কৰিব লাগিব।" পুলিচজনৰ কথা শুনি তাৰ খং উঠিল আৰু কৈ দিলে—"মিছা কথা। মোক টকা খুজিছিল, মই টকা নিদিয়াত ইয়ালৈ আনিছে।" তাৰ কথা শুনি ট্ৰেফিক পুলিচজনে তাক লাঠিৰে একোব মাৰি কলে—'মই টকা খুজিছো। চালা ড্ৰাইভাৰ? তই গাড়ী ৰাখিব কোৱা সত্ত্বেও গাড়ী নাৰাখি যাব ধৰিছিলি আৰু তয়ে মিছা কথা কৈছ· মৰ চালা।" আৰু এককোব। সি বৰ দুখ পালে। থানাৰ পুলিচজনে ঘটনা বুজে কাৰণ প্ৰতিদিনে এনে ঘটনা ঘটে। টকাৰ মামলা। গতিকে তেওঁ আঁতৰি থানাৰ বাৰান্দালৈ গল। ট্ৰেফিক পুলিচজনে ড্ৰাইভাৰক কলে—"তোৰ গাড়ীত নিশ্চয় কিবা চুৰি বস্তু আছে। তোক আজি ভাল মজা দিম। আৰু ইয়াতে।" এই বুলি কৈ তেওঁ আকৌ চকলৈ গল।

ইতিমধ্যে আৰু আঠখনমান গাড়ী পাৰ হৈ গৈছে আৰু আন তিনিজনমান পুলিছে সিহঁতৰ ব্যৱস্থা কৰিছে অৰ্থাৎ.........।

কিছুসময় পিছত দুজন ট্ৰেফিক পুলিচ আহিল আৰু এই শিখ ড্ৰাইভাৰজনক কলে—"চালা বদমাচ, হাৰামজাদা কৰবাৰ চুৰি মাল আনিছ। আজি মজা পাবি। কচোন কি আনিছ।"

"বদ আছে বাবু। বঙাইগাওঁ যাম।"

"অ বদ আছে? আচল বস্তু আনিছ চালা বদমাচ। কুব-লাৰা আনিছ?"

"গুৱাহাটীৰ পৰাই আনিছো। আগৰ গাড়ী কেইখনৰ লগৰে মই।"

"চালা চোৰ। চুৰি মাল আনিছ।"

"চুৰি মাল নহয় বাবু: ফাচি বজাৰৰ ভগবান আগৰৱালাৰ মাল বাবু।"

"তোৰ ভগবান আজি আমিহে। আজি তোৰ চোৰ কৰা মজা দিম। ধৰ ইয়াক।" এই বুলি কৈয়ে তাক মাৰিব ধৰিলে। মাৰৰ কোবত সি কান্দিব ধৰিলে। এনেতে থানাৰ পৰা দুজন পুলিচ আহি বাধা দি কলে—"নামাৰিব। তাৰ পৰা পাব লগা খিনি লৈ যাবলৈ দিয়ক।" আগে পিচে কি কাৰবাৰ চলি আছে তাক জানে এওঁলোকে। এজনে সুধিলে—"ই কিমান দিব লাগিব আপোনাৰ-লোকৰ নিয়মমতে?"

"এশ টকা দিব লাগিব আমাৰ নিয়মমতে। ট্ৰেফিকৰ হুইচেল নামানিলে এশ টকা জৰিমনা।"

"বাৰু সি দি দিব। আপোনালোকে নামাৰিব।" তাৰ পিচত তাৰ ফালে চাই কলে "সিংজী টকা একশ দি দে নহলে ওৰে ৰাতি ইয়াতে থাকিব লাগিব আৰু অহাকালি গাড়ী বন্ধ কৰি ৰাখিব। বহুত জুলুম হবি। গতিকে টকা দি খালাচ হৈ যা।"

বহুত কিবা কিবি বাঘ, ভালুক ওলোৱা কথা কৈ তাক সমস্ত কৰিলে আৰু সিও পুলিচৰ জুলুমৰ ভয়ত টকা শ দি খালাচ হৈ গল। যাবৰ সময়ত শুনা নুশুনাকৈ ভোৰভোৰাই গল "আসামত চব সন্ত্ৰাস-বাদী। ইয়াত পুলিচো সন্ত্ৰাসবাদী।"

গধুলি আঠ বজাৰ পৰা লৰীবোৰ খোলা হয় আৰু ওৰে ৰাতি শ শ লৰী পাৰ হৈ যায় লগতে শ শ টকা ট্ৰেফিক পুলিছে পায়। এই চাৰিজন পুলিচৰো পকেটত তেতিয়া কেইবা শ টকা সোমাইছে। ইতিমধ্যে ৮ বজাৰ পৰা ১২ টালৈ ইহঁতৰ "ডিউতি"।

বাৰ বজাৰ পিচত এওঁলোক গল আৰু আন চাৰিজন আহিল। যোৱাৰ সময়ত এওঁলোকৰ ওপৰৰ পুলিচ কৰ্ম্মচাৰীজনে আহি এওঁ-লোকক একাষৰীয়া কৰি মাতি নি কলে—"চাওঁ প্ৰত্যেকে কিমানকৈ

লৈছ ? এওঁলোকে ডুইশ, ডুইশ কৈ আঠশ টকা উলিয়াই দিলে। কাৰবীয়া কৈ ৰাখি থোৱা গাড়ীখনৰ টকা শ কিন্তু উলিয়াই নিদিলে।

অফিচাৰজনে কলে—"ৰাতি চাৰি ঘণ্টাত জালুকবাৰী চকত কোনোদিন ডেৰহাজাৰৰ কম হোৱা নাই। তোমালোকে যদি প্ৰত্যেকেই এনেকৈ টকা ৰাখা তেন্তে আমাৰ অফিচাৰসকলৰ ভাগত কি পৰিব ? টকা আৰু উলিয়াই দিয়া।

"আমাৰ হাতত আৰু নাই চাৰ।"

'মিছা কথা। টকা উলিযাই দিয়া নহলে তোমালোকক ইয়াত "ডিউটি" নিদিম। কিমানজনে এই চক্ত "ডিউটি" পাৱলৈ আমাক কিমান হাজাৰ টকা যাচি আছে নাজানানে ? কালিৰ পৰা তোমালোকৰ "ডিউত বদলাই দিম।"

অফিচাৰে খং কৰাত এওঁলোকৰ ভয় লাগিল। সচাকৈ এই এই চক্‌টোত ডিউতি পাবলৈ বহুতে বহু ধন দিবলৈ প্ৰস্তুত আছে। এওঁলোকৰ ভিতৰৰ ডুজনে এসপ্তাহমানাহ হল ইয়ালৈ অহা। এওঁলোকে নগদ চাৰি হেজাৰ টকাকৈ আগধন দি আহিছে ; গতিকে তৎক্ষনাৎ যাব লগা হলে টকা নুঠিবই। অন্ততঃ চাৰিবাহ থাকিব লাগিব। ইয়াত এবছৰ থাকিব পাৰিলে অফিচাৰ হব নালাগে। অফিচাৰৰ সমানে ধন উপাৰ্জন কৰিব পাৰি। গতিকে কলে—"আজি বিশেষ টকা নাপালো চাৰ ; আজি লৰী কম আহিছে। বোধহয় পিচৰাতিহে লৰীবোৰ আহিব। অলপ টকা ৰাখিলো চাৰ ; গোটেইখিনিকে দিব লগা হব। আপোনাক আৰু চাৰি শ টকা দিলো চাৰ আপত্তি নকৰিব।"

এই বুলি কৈ টকা চাৰিশ অফিচাৰক দি দিলে। টকা বাৰশ পাই অফিচাৰ গল। তেওঁ যোৱাত এওঁলোকে কোৱাকুই কৰিলে—"চালা অফিচাৰ। সিহঁতক গোটেইখিনিকে লাগে। আমি কিমান কষ্ট কৰি ৰাতি টকা আদায় কৰো আৰু সিহঁতক এনেয়ে সোপাকে দিব লাগে।" আনজনে কলে- "আজি মাত্ৰ ডুইশ ডুইশকৈ হে ৰখ। ৰখ জোকচান।" আনজনে মাত লগালে—"বোলাই আনিলে ভিৰি,

হাপাই হ'ল ওপৰতে গিৰি। চালা অফিচাৰ।" সিজনে ক'লে—"আমি কিমান কষ্ট কৰি খাতি আৰু ড্ৰাইভাৰক অন্যায় কৰি পালো দুশকৈ আৰু ইহঁত অফিচাৰ চাৰিজ্ঞনে ওপৰতে বিনা কষ্টে বাৰশ টকাৰ তিনি শকৈ ভাগত পাব। কি অন্যায়! কি অবিচাৰ! এইখন ৰাজ্য ৰসাতলে যাব—ইমান অন্যায় অধৰ্ম চলি থাকিলে দেশত কি শান্তি থাকিব, কি সুখ থাকিব?"

এৰা আজি দেশত অন্যায় সহ্য কৰাজনৰতো শান্তি নায়েই আনকি অন্যায় কৰাজনৰো শান্তি নাই।

কাৰো শান্তি নাই।

---

# এম, এল, এৰ নমুনা

সেয়া ১৯৮৩ চনৰ অবৈধ চৰকাৰৰ দিনৰ কথা। অসমত অসমীয়া ৰাইজে নিৰ্ব্বাচন বৰ্জন কৰিছিল আৰু নিৰ্ব্বাচনত অংশ গ্ৰহণ কৰা নাছিল। কিন্তু ৰাজনৈতিক দলসমূহে বিশেষতঃ সৰ্ব্বভাৰতীয় দলবিলাকে সংবিধানৰ দোহাই দি যোৰ পূৰ্বক নিৰ্ব্বাচন পাতিবলৈ ভাৰত চৰকাৰক টানি ধৰিছিল। অসমতো সৰ্ব্বভাৰতীয় সাতটা ৰাজনৈতিক দলৰ মৰ্চ্চা বা যোট বনাই নিৰ্ব্বাচনত নামিছিল। অসমীয়া ৰাইজে কিন্তু ভোট নিদিলে। প্ৰত্যেক সমষ্টিৰ পৰা মাত্ৰ .২ টাৰ পৰা ১৫০ টালৈ ভোট পাই বিধান সভাৰ সদস্য নিৰ্ব্বাচিত হৈছিল। ই এক প্ৰহসন—নিৰ্ব্বাচনৰ নামত প্ৰহসন হে আছিল। সেইবাবে চৰকাৰখনো প্ৰহসন চৰকাৰ হৈছিল। এই নিৰ্ব্বাচন বৰ্জনৰ কাৰণ আছিল বিদেশী নাগৰিকৰ দ্বাৰা নিৰ্ব্বাচিত চৰকাৰক ৰাইজে স্বীকৃতি নিদিয়ে; আমাৰ ৰাজনৈতিক ভাগ্য নিৰ্ণয় কৰিবলৈ দিয়া নহয়।

সেই সময়ত বিদেশী বিতাৰণ আন্দোলনৰ ভৰপক। ১৯৭৯ চনৰ পৰা ১৯৮৪ চনলৈ এই ছয় বছৰ পূৰ্ণোদ্দমে আন্দোলন চলিছিল। সদৌ অসম ছাত্ৰ সন্থা আৰু গণসংগ্ৰাম পৰিষদৰ নেতৃত্বত অসমত অভূতপূৰ্ব্ব গণ আন্দোলন চলিছিল আৰু অসমৰ পৰা বা ভাৰতৰ পৰা বিদেশী বিতাৰণ কৰিব লাগে বুলি ৰাইজে দাবী কৰিছিল। সেই সময়ৰ কংগ্ৰেছী (আই) অসম চৰকাৰ নাইবা আই কংগ্ৰেছী ভাৰত চৰকাৰে অসমীয়া ৰাইজৰ ন্যায্যদাবী মানিলোৱা নাছিল বৰং দুৰ্ঘোৰ নিৰ্য্যাতনহে কৰিছিল। অসমত অসমীয়া মানুহ ছয়শৰো অধিক শ্বহীদ হৈছিল। সেই সময়ৰ কথা।

বাৰটা বা পনৰটা ভোট পাই এবোটা বিধান সভাৰ সমষ্টিৰ পৰা এম, এল, এ নিৰ্ব্বাচিত হৈ (জনপ্ৰিয় প্ৰতিনিধি হৈ) অসমৰ ৰাজধানী দিচপুৰত তেতিয়া খলক লগাইছিল। চি আৰ,পিৰে পৰিবেষ্টিত

এম, এল, এ নাইবা মন্ত্রীসকল পুতলাৰ দৰে ভাৰত চৰকাৰৰ নিৰ্দ্দেশত চলিব লাগিছিল। মন্ত্রী, এম, এল, এ, সকলে ৰাইজৰ কাষলৈ যাব নোৱাৰিছিল মন্ত্রী সকলে ৰাইজৰ মাজলৈ যাব নোৱাৰিছিল ভয়তে। লগত ৰাইফল ধাৰী এজোৰ্দ্দজন চি, আৰ, পি পুলিচ লৈ কেতিয়াবা গাৱঁলৈ গলেও ৰাইজে দেখা নকৰিছিল। তেওঁলোকেও কাৰো ওচৰ নাচাপিছিল। দুই এজন নিজৰ দলৰ লগৰ মানুহক লগ ধৰিছিল। সিও অতি সংগোপনে। এনে অৱস্থাত একশ্রেণী দালালে চৰকাৰৰ পৰা বেচ ধন লুটিছিল। তেওঁলোকে মন্ত্রী এম, এল, এ সকলৰ লগ লাগি চৰকাৰী ধন লুট কৰাৰ উপৰিও ৰাইজৰ পৰাও দুর্নীতি কৰি ধন লুটিছিল। প্রত্যেক মন্ত্রী নাইবা এম, এল, এৰ দুই চাৰিজন হাতৰ মানুহ থাকে; তেওঁলোকেই ৰাইজ আৰু মন্ত্রীৰ মাজৰ লোক। বিয়াৰ ঘোটকৰ দৰে ৰাজনৈতিক দালাল। এওঁলোকে ঠিকা ঠাুলি চাকৰি বাকৰি দিম বুলি কৈ হয়তো পাঁচ হেজাৰ টকা লব আৰু তাৰে এহেজাৰ খাই বাকী চাৰি হাজাৰ মন্ত্রী নাইবা এম, এল এক দিব। মন্ত্রীসকলেও ৰাইজৰ পৰা এনেভাবে এই শ্রেণী লোকৰ সহায়ত দুপইছা ঘটে। ই সৰ্ব্বজন বিদিত প্রকাশ্য গোপন কথা। বাঘৰ লগত ফেউৰা থকাৰ দৰে এওঁলোকৰ লগতো দালাল থাকে। কব গলে এইসকল ফেউৰা। বাঘ যত ফেউৰা ত'ত আৰু মন্ত্রী যত দালালো ত'ত। বাঘৰ লগত ফেউৰা থকাৰ কাৰণ, বাঘে কিবা জন্তু মাৰি তেজ আৰু মাংস খাই আতৰি গলেই ফেউৰাই বাঘে এৰি থোৱা মাংসখিনি খায়। নিজে চিকাৰ কৰিব নালাগে। সেইবাবে বাঘৰ উচিষ্ট খোৱা ফেউৰাৰ দৰে মন্ত্রী এম, এল, এৰ এৰা খোৱা এই দালাল শ্রেণীৰ লোককো আমি ফেউৰা লোক বুলিব পাৰো। এওঁলোক পিন্ধন উৰণত ভদ্রলোক হলেও আচলতে ফেউৰা-লোকহে।

অবৈধ চৰকাৰৰ এম-এল-এ দাস ডাঙৰীয়া। এজন অৰ্দ্ধশিক্ষিত দোকানী মানুহ আছিল। সেই সময়ত কোনো ভাল মানুহে কোনো দলৰে টিকট বিচৰা নাছিল। তেওঁ আই কংগ্রেছৰ এম-এল-এ। তেওঁৰ

দালাল আছিল মিষ্টাৰ ৰতনলাল চৌধুৰী। অন্যজন এম এল,এ মিঃ তালুকদাৰ। এওঁ আছিল চি,পি,এম, দলৰ লোক। এওঁৰ দালাল আছিল অৰ্থাৎ ফেউৰা আছিল মিঃ বিজন চৰকাৰ। এই দুয়োজন এম,এল, এৰ সমষ্টি লগলগা। কিছুমান এনে গাওঁ আছে—যাক কোন জনৰ এলেকাত অৰ্থাৎ কোন সমষ্টিত পৰে তাক ধৰা বৰ কঠিন। সমষ্টিৰ মেপৰ সীমা সৰল ৰৈখিক নহয় বৰং নদীৰ দৰে বেঁকাহে। সেই লৈ দুয়ো এম-এল-এৰ লগত কেতিয়াবা জোট-পোট লাগে। প্ৰত্যেক এম-এল-এৰ বাবে ধনৰ বাবে একোটা কোটা ব্যৱস্থা থাকে নিজৰ সমষ্টিত খৰচ কৰাৰ বাবে। গতিকে নিজৰ সমষ্টিৰ বাবে ধাৰ্য্য কৰা টকা নিজে সেই সমষ্টিত খৰচ কৰে। তেনেদৰে নিজৰ সমষ্টিৰ মানুহকহে ঠিকা বা চাকৰি দিয়ে। সেইবাবে নিজৰ সমষ্টিৰ মানুহে দিয়া চাকৰিৰ বাবে উৎকোচ বা ভেটি গ্ৰহণ কৰা টকাৰো অইনে ভাগ নাপায়। সেই লৈ সিদিনা আমাৰ এম, এল, এ, মহাশয় দুজনৰ মাজত বেচ আমোদজনক এটা ঘটনা ঘটিছিল।

ঘটনাটো আছিল এজন প্ৰাইমাৰী শিক্ষকৰ টকাক লৈ। মিঃ দাস এম এল, এ, মহাশয়ক বিধান সভাৰ সদস্য সকলে একো নজনা বুলিয়ে ধৰি লৈছে আৰু তেওঁক ঠাট্টা কৰে মিঃ বেলবুং বুলি। মিঃ তালুকদাৰ এম-এল-এ মহোদয়ক সকলোৱে মিঃ কেঙেক বুলি মাতে। এওঁ ইমান চালাক যে কেঙেক জন্তুৰ দৰে বুদ্ধি কৰি ধন আদায় কৰিব জানে। কেঙেকুৱে বনৰ মাজৰ ৰাস্তাৰ বনৰ ওপৰত মুতি থয়, আন জন্তু সেই ৰাস্তাৰে আহিলে কেনেবাকৈ সি মুতি থোৱা বন চকুত লাগিলে অন্ধ হৈ পৰে। তেতিয়া সেই কণা জন্তুটোক বধ কৰি সি তাক খায়। মিঃ তালুকদাৰো তেনে বিধৰ লোক। ফান্দ পাতি পেচত পেলাই লোকৰ পৰা ধন আদায় কৰিব পাৰে। সিদিনা এই দুজনৰে গোলমাল লাগিল। মিঃ বেলবুং অৰ্থাৎ মিঃ দাসৰ বাবে তেওঁৰ ফেউৰা অৰ্থাৎ দালাল চৌধুৰীয়ে এজন মোক্কেল যোগাৰ কৰি আনিলে। তেওঁ প্ৰাইমাৰী স্কুলৰ শিক্ষক। চাক-ৰীৰ কাৰণে আহিছে। তেকাজনৰ ঘৰৰ অৱস্থা শোচনীয়। যেতিক

পাচ কৰি ট্ৰেইনিং পাচ কৰিছে। এটা প্ৰাইমাৰী স্কুলৰ শিক্ষকৰ চাকৰি লাগে। শিক্ষকৰ চাকৰিটো ললে কোনোমতে বেচে-ৰাই মাক আৰু ভনীয়েক দুজনীক পোহপাল দিব পাৰে। সেই কাৰণেই চাৰি বিঘা মাটি বিক্ৰী কৰি দহ হেজাৰ টকা লৈ আহিছে। মিঃ চৌধুৰীয়ে টকা দহ হেজাৰ গণি লৈ দিচপুৰত এম, এল, এ, হোষ্টেলৰ কোৱাৰ্টাৰত মিঃ দাসৰ ঘৰত ঠিয় দিলে। বেলবুং—দাস ভিতৰৰ পৰা ওলাই আহি ডেকাজনৰ সমুখত বহি সুধিলে—"তোমাক যে চাকৰি দিব লাগে তুমি জানো মোক মাননি দিছা?"

"হয় চাৰ, এখেতৰ হাতত দিছো।" চৌধুৰীক আঙুলিয়াই দেখুৱাই দিলে।

চৌধুৰীয়ে তপৰাই মাত লগালে "হয় চাৰ, এওঁৰ মননী লোৱা হৈছে। এয়া তাৰে টোপোলা।" এই বুলি কৈ চৌধুৰীয়ে টকাৰ টোপোলাটো এম, এল, এ,ৰ টেবুলত থলে। তেওঁ টকাৰ টোপোলাটো হাতত লৈ ক'লে—"তুমি এতিয়া যোৱা, অহা সপ্তাহত মই তোমাৰ চাকৰীৰ অৰ্ডাৰ কৰিম।" ল'ৰাজনে উঠি গল। এম, এল, এ-ই এটা হাঁহি মাৰি চৌধুৰীক সুধিলে—"কিমান?"

"দহ হেজাৰ চাৰ।"

"ঠিক আছে বাৰু।" এই বুলি কৈ টোপোলাটো খুলি টকাৰ বান্দিল দুটা চৌধুৰীক দি ক'লে—"নিয়া এই দুই হেজাৰ।" চৌধুৰীয়ে মিচিকিয়াই হাঁহি ক'লে—"মানে চাৰ.......।" বৰ কষ্ট কৰি।

"তেন্তে ধৰা আকৌ" বুলি কৈ আৰু এটা হাজাৰ টকাৰ বাণ্ডিল চৌধুৰীক দিলে। চৌধুৰীয়ে হাঁহি মাৰি তুলি ললে।" চৌধুৰী গললৈ। বাকীৰ সাত হাজাৰ আৰু ফেউবাৰ তিনি হেজাৰ। বাট ওলায়ে চৌধুৰীয়ে ল'ৰাজনক লগ পালে। সি তেওঁক বাটচাই আছিল। ল'ৰাজনক দেখি চৌধুৰীয়ে ক'লে— "এতিয়া? মই তোমাৰ পইচা এপইচাও নাৰাখিলো। সকলো দিছোনে নাই? মোক তুমি টকা খোৱা বুলি ধৰিবা বুলিয়ে মই তোমাৰ আগতে টোপো-লাটো দিছো।"

"হয় চাৰ মই দেখিছো, আপোনাক টকা খোৱা বুলি মই কেতিয়াও ভবা নাই। পিচে মোৰ চাকৰিটো সঁচাকৈ হবনে চাৰ ?"

"কিয় নহব ? এম, এল, এ চাহাবে তোমাৰ আগতে কৈছে নিজমুখেৰে। তোমাৰ চাকৰি অনিবাৰ্য্য।"

"হ'ব চাৰ। আপুনি মোক দয়া কৰিব।"

"নিশ্চয়, নিশ্চয়"

এনেকৈ কৈ দুয়ো দুইফালে গল।

এই দৃশ্য কিন্তু কাষৰ ঘৰৰ এম. এল এ, তালুকদাৰৰ দালালে দেখিলে। এজন ডেকাৰ লগত মিঃ চৌধুৰীয়ে কথা পাতিছে সৰু সৰুকৈ অতি গোপনে। তেওঁ জানিলে যে চৌধুৰীযে দাস বেলবুওৰ বাবে মোক্কেল যোগাৰ কৰিছে। তেওঁ তৎক্ষণাৎ ভিতৰলৈ সোমাই গল আৰু তালুকদাৰক জনালে। তালুকদাৰ কেঙেৰুটোবে তৎক্ষণাৎ তাৰিফ কৰিলে। তেওঁ চুট পিন্ধি ওলাল আৰু দাসৰ ঘৰলৈ সোমাই গল। দাসে তেতিয়া টকাৰ টোপোলাটো আলমাৰিত থৈ তালা মাৰিলেহে মাত্ৰ এনেতে বাহিৰত কাৰোবাৰ মাত শুনি ওলাই আহি ড্ৰইংৰুমত তালুকদাৰক দেখি হাঁহি মাৰি কলে—তালুকদাৰ আহিছে। আহক। এই বুলি কৈ সমুখৰ চিয়াৰখনত বহিব দিলে আৰু নিজেও অন্য এখনত বহিল। তাৰ পিচত হাঁহি মাৰি সুধিলে—"কিয় আহিল তালুকদাৰ ? কিবা কথা আছে নেকি ?"

"এৰা কথা অতি গুৰুতৰ কথা।"

"কি কথা ?"

"আপোনাৰ ঘৰলৈ অলপ অগতে কোন ল'ৰা আহিছিল।"

"মোৰ সমষ্টিৰ এখন সৰু গাওঁৰ পৰা এজন আহিছিল।"

"আপুনি তাক কি কলে ?"

"সি এটা পণ্ডিত চাক'ৰ বিচাৰিছে। মই চেষ্টা কৰিম বুলি কলো।"

"আপুনি মিশ্চয় মাল হাত কৰিলে।"

"অলপহে ।"

"কিন্তু এটা গুৰুতৰ অভিযোগৰ সমুখীন হব আপুনি ?"

"কি অভিযোগ ?"

"সি জানো আপোনাৰ সমষ্টিৰ ল'ৰা হয় ?

"হয়" বুলিয়েতো আহিছে।"

"সাধাৰণ মানুহে একো নাজানে। তেওঁ আপোনাৰ সমষ্টিৰ নহয় ? সি মোৰ সমষ্টিৰ। আজি কেইবা মাহ আগতে মোৰ ওচৰলৈ আহিছিল।"

"কৈনেকৈ হয়। সি মোৰ সমষ্টিৰ ।"

"কেনেকৈ জানিলে আপুনি ?"

"তাৰ খলিহামাৰি গাওঁখন মোৰ সমষ্টিৰ বেচামাৰিৰ ওচৰত।" "তেনেহলে মোৰ সমষ্টিত পৰে।"

"নহয়, সমষ্টিত কাষতেই থাকিলেই একে সমষ্টিত নপৰিবওঁ পাৰে। সমষ্টিৰ মেপখন তাৰ কিমান ভিতৰলৈ সোমাই গৈছে। আপোনাৰ ওপৰত মই মুখ্যমন্ত্ৰীৰ ওচৰত এই অভিযোগ দিম। আপুনি মোৰ মানুহজনক চাকৰি দিব ওলাইছে।

দাসে ভয় পালে। তালুকদাৰ গহিন হৈ কলে—সেই সময়ত মুখ্যমন্ত্ৰীক সহায় কৰিছিল চি, পি, এম, দলে গতিকে আই কংগ্ৰেছৰ মুখ্যমন্ত্ৰীয়ে নিশ্চয় চি, পি, এম, সদস্যৰ ফালে যাব। তেওঁলোকৰ মানুহ হলেও তেওঁক সমৰ্থন নকৰিব। তাকে ভাবি দাস নৰম হৈ পৰিছে। তালুকদাৰে তেওঁৰ মানসিক দুৰ্বলতাৰ সুযোগ ললে। তেওঁ এক প্ৰকাৰ ধৰ্মক দি কলে—"এইবাৰ দেখা হব দাস আপুনি কিমান পানীৰ মাছ।"

"আপুনি খং নকৰিব। ইয়াৰ এটা মীমাংসা কৰা হব।"

"কি মীমাংসা কৰিব ?"

"সি আপোনাৰ সমষ্টিৰ ... হব।" দাস ঘৰৰ ভিতৰলৈ সোমাই গ'ল আৰু আলমাৰিৰ পৰা টকাৰ টোপোলাটো লৈ আহি তালুকদাৰৰ সমুখত থৈ কলে—"আপুনি খং নকৰিব। যদি আপোনাৰ সমষ্টিত পৰে তেন্তে তেওঁক এই টোপোলাটো।" এই বুলি কৈ দাসে

টকাৰ টোপোলাটো তালুকদাৰৰ হাতত দিলে। তালুকদাৰে টকাৰ টোপোলাটো লৈ গহীন হৈ কলে—"এনে কাম আপুনি কেতিয়াও নকৰিব। মই আপোনাক সাৱধান কৰি দিলো।"

এনেকৈ ধমক দি টকাৰ টোপোলাটোলৈ তালুকদাৰ উঠিল। মনতে কিন্তু এটা কুটিল হাঁহি মাৰিলে।

তেওঁ গুচি গ'ল। দাসে তেওঁ যোৱা ফালে চাই ৰ'ল।

হায়! এম এল এৰ নমুনা!

---

# নিকা প্ৰশাসন

নতুনকৈ চৰকাৰ গঠন কৰা মন্ত্ৰীসভাই ৰাজ্যখনৰ শান্তি শৃঙ্খলাৰ বাবে মন দিবলৈ মনস্থ কৰিছে আৰু ৰাজ্যৰ ৰাজহ বৃদ্ধি কৰি নতুনকৈ ঘাটি বাজেট পৰিপুৰণৰ বাবে চেষ্টা কৰিছে। এইক্ষেত্ৰত কৃষি, আৰু বনবিভাগৰ ওপৰত অধিক নজৰ দিছে। নতুনকৈ ভাৰ লোৱা বনমন্ত্ৰীয়ে সেই কাৰণেই বন বিভাগৰ কৰ্মচাৰী সাল সলনি কৰিবৰ আয়োজন কৰিছে। একেৰাহে তিনিবছৰ একেটা অফিচতে চাকৰি কৰা কৰ্মচাৰী সকলক বদলিৰ নিৰ্দ্দেশ দিছে। সেই কাৰণে সমগ্ৰ ৰাজ্যখনতে বন বিভাগৰ কৰ্মচাৰীসকলৰ মাজত এটা বিৰাট অসন্তুষ্টিৰ ভাৱে বিৰাজ কৰিছে। তিনিবছৰ একেটা অফিচ বা একে-খন জঙ্গলতে কাম কৰিলে ভেটি ভুটা খোৱাত যথেষ্ট সুবিধা হয়। সংশ্লিষ্ট লোক সকলৰ লগত ঘনিষ্ঠ বন্ধুত্ব হলে দুৰ্নীতিত লিপ্ত হবলৈ বাধ্য হয়। মূলতঃ কোনো কৰ্মচাৰী বেয়া বা দুৰ্নীতি পৰায়ণ নহয়: কিন্তু এনে কিছুমান মানুহৰ পাল্লাত পৰে যে দুৰ্নীতি কৰিবলৈ তেওঁ-লোক বাধ্য হয়। হয়তো নিজৰ অজ্ঞতাৰ বাবে, নহয় ধনৰ লোভৰ বাবে। এই দুই কাৰণতে দুৰ্নীতিৰ পোহৰ মেলা হয়।

এইবাৰ বনমন্ত্ৰীয়ে এই দুৰ্নীতি মষিমূৰ কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিব বুলি প্ৰতিশ্ৰুতি দিছে। সেইমতেই বদ বদলৰ হুকুম কৰিছে। কৰ্মচাৰীসকলৰ মেন ত্ৰাসৰ সৃষ্টি হৈছে।

মন্ত্ৰী মহোদয়ে আন্দাৰ চেক্ৰেটাৰীক মাতি পঠালে। তেওঁ আহিল। দুয়োজনে অন্দৰ মহলত আলোচনা কৰিলে।

"মই বন বিভাগটো নিকা কৰিবলৈ মন কৰিছো বৰা, আপুনি এই বিষয়ত মোক সহায় কৰিব লাগে। এই বিভাগটোৰ বৰ বদনাম হৈছে। কি কৰিলে সংশোধন কৰিব পাৰিম তাৰ দিহা আপুনি মোক দিব লাগে বৰা।"

তেওঁ আন্দাৰ চেক্ৰেটৰী বৰাক কয়। বৰাই কিছু চিন্তা কৰি

লাহে লাহে কয়—"এই বিভাগটো নিকা কৰা বৰ জটিল চাৰ। আগৰ চৰকাৰ বিলাকে একেবাৰে নষ্ট কৰি থৈ গৈছে।" তাৰ পিচত অলপ তলকা মাৰি পুনৰ কলে—"কিছু নিকা কৰিব পৰা হব যদিহে আপুনি সাহসেৰে আগবাঢে।"

"মই নিশ্চয় সাহস কৰিম· কাৰণ বিভাগটো মোৰ হাতত। মই কাকো ভয় নকৰো।" মন্ত্ৰীয়ে উত্তৰ দিয়ে। বৰাই অলপ হাঁহি মাৰি কলে—"আপুনি আগবাঢিলে কৰ্মচাৰীসকলে আপোনাৰ বিৰুদ্ধে যাব চাৰ আৰু দালালইঁতৰ দ্বাৰা মুখ্যমন্ত্ৰীক কৈ আপোনাৰ হাতৰ পৰা বিভাগটো কাঢ়ি নিব। আগে পিচে তেনে কাৰবাৰখন ঘটি আহিছে চাৰ।"

"মুখ্যমন্ত্ৰীয়ে যদি মোৰ হাতৰ পৰা দপ্তৰটো কাঢ়ি লয় তেনে-হলেও মই খাতিৰ নকৰো। মই দুৰ্নীতিক প্ৰশ্ৰয় দিব নোৱাৰিম। আপুনি মোক কি কৰা উচিত হব তাকে কওঁক।"

বৰাই অলপ লজ্জিত আৰু শঙ্কিত হৈ কলে "বদ্‌বদল কৰা কাৰ্য্য যদিও বিপদসঙ্কুল তথাপি তাকে কৰাটো উচিত হব চাৰ।"

"তেনেহলে কামফেৰা আপুনি আৰম্ভ কৰক।"

"প্ৰথমে কোন ফালৰ পৰা আৰম্ভ কৰা ভাল হব চাৰ?"

"আপুনিহে জানে ক'ত ক'ত গোলমাল আছে। বেচি গোল-মাল থকা ঠাইতে আমি কাম আৰম্ভ কৰিব লাগিব।"

"তেনেহলে পশ্চিম ফালৰ পৰাই আৰম্ভ কৰা যাওক। পশ্চিম-ফালে গছ গছনি বেচি আছে; তাৰ উপৰি গাৰো পাহাৰৰ পৰাও চুৰি কাঠ আহে। এই অঞ্চলত একশ্ৰেণী দালালৰ সহায়ত বন বিভাগৰ গছ গছনি আজি প্ৰায় শেষ হৈয়ে গৈছে। এই চোৰ কৰি গছকটা আৰু চালান দিয়া লোক বেচি ভাগেই বাংলাদেশী লোক। ইহঁত ইমান পাকৈত চোৰ যে ধৰিবৰ কোনো উপায়ে নাই। মানুহ বিলাক অশিক্ষিত যদিও বৰ বুদ্ধিমান। আমাৰ কৰ্মচাৰীৰ চকুত ধুলি মাৰি ট্ৰাকে ট্ৰাকে কাঠ লৈ গৈ ব্ৰহ্মপুত্ৰত পেলায় আৰু নাৱেৰে বাংলাদেশলৈ চালান দিয়ে।"

"আমাৰ বনবিভাগৰ কৰ্মচাৰী জৰিত নাথাকিলে কেনেকৈ নিব?"

"আমাৰ কৰ্মচাৰীও লগ আছে চাৰ।"

"সেই বাবেই এই ঘুঘু কৰ্মচাৰীক বদলি কৰিব লাগে—একেবাৰে সুৰমা উপত্যকালৈ। আপুনি তাৰে ব্যৱস্থা কৰক। পিচত যি হয় দেখা যাব।"

এনেভাৱে আলোচনা কৰি দুয়ো উঠিল। বনমন্ত্ৰীৰ কথামতে কাম হ'ল। ধাম ধুম বদলিৰ হুকুম হ'ল বন কৰ্মচাৰীসকলৰ। ভয়ত সকলো ম্ৰিয়মান। নতুন মন্ত্ৰী একা চেকা, কাৰো হাক বচন নুশুনে নিজৰ মতে কাম কৰি যায়। এই বাৰ সেনৰ এজ্ঞাত।

দালাল সকলে মুখ্যমন্ত্ৰীক লগালে। মুখ্যমন্ত্ৰীয়ে কলে—দপ্তৰটো বুজি লৈছে হে কাম কাজ কি কৰে চোৱা যাওঁক; তাৰ পিচত ব্যৱস্থা হব।" দালাল সকল ফিৰিল বিষন্ন মনেৰে।

মহিম তালুকদাৰ নামনি অসমৰ এজন ডাঙৰ ঠিকাদাৰ—ফোৰেষ্ট বিভাগৰ। গোৱালপাৰা আৰু অবিভক্ত কামৰূপ জিলাৰ বনবিভাগৰ প্ৰায়বোৰ ডাঙৰ ঠিকা তেওঁৰে হাতত। তেওঁৰ হাতত কইবাজনো দালালো আছে এওঁলোকৰ দ্বাৰাই তেওঁ অফিচত সমস্ত কাম আদায় কৰে। ফোৰেষ্টাৰ, ৰেঞ্জাৰ ডি, এফ, ও আনকি স্বয়ং কনজাৰভেটৰ চাহাবো তেওঁৰ হাতৰ মুঠিত। মুঠিয়ে মুঠিয়ে টকা দলিয়াই সকলোকে হাত কৰি তেওঁ সমস্ত ঠিকা-ঠুকুলি লৈ লাখ লাখ টকা কৰিছে। ঘৰ মাটি বহু লাখ টকাৰ। এই ৰেঞ্জ অফিচৰ ৰেঞ্জাৰৰ বদলিৰ হুকুম অহাত তালুকদাৰ চিন্তিত হৈ পৰিল। এই ৰেঞ্জাৰ হাজৰিকাৰ পৰা তেওঁ চুৰ কৰি গছ কটা আৰু মেঘালয়ৰ পৰা চুৰ কৰি গছ অনা কাৰবাৰ কৰি লাখ-লাখ টকা কৰিছে আৰু হাজৰিকাকো বহু লাখ টকা ভেটি দি আধ্যৱস্ত কৰি তুলিছে। হাজৰিকাৰ বদলি মানে তালুকদাৰৰ ব্ৰহ্মতালুত ফেটি সাপে খোট মৰাৰ দৰে হ'ল। তেওঁ বৰ চিন্তিত হৈ ৰেঞ্জাৰ হাজৰিকাৰ বাসভৱনত গৈ তেওঁক লগ ধৰিলে। হাজৰিকাই বদলিৰ হুকুমটো পাই বজ্ৰপৰা মানুহৰ দৰে হৈছে। হাঁহি মাত বন্ধ হৈ গৈছে। তালুকদাৰক দেখি ভিতৰলৈ মাতি নি বহুৱাই বৰ দুখেৰে

কলে—"মোৰ খবৰটো শুনিছে নহয় তালুকদাৰ ?"

"হয় হাজৰিকা ; যোৱা কালি মই খবৰটো শুনিয়ে ৰাতি টোপনি অহা নাই। কি কাণ্ড কৰিলে এই নতুন মন্ত্ৰীজনে !"

"এতিয়া কি কৰা যায় তালুকদাৰ ?" হাজৰিকাই একান্তমনে তালুকদাৰৰ মুখলৈ চাই সুধিলে। তালুকদাৰে ক'লে—

"হতাশ নহব হাজৰিকা। বদলি ৰদ কৰিব লাগিব। যি কি উপায়ে নহওঁক বদলি ৰদ কৰিবই লাগিব। মই মানুহ লগাম। মন্ত্ৰীৰ দলৰ মানুহ মোৰ হাতত আছে। চেষ্টা কৰা যাব।"

"মই বৰ চিন্তিত।"

"আপুনি নিশ্চিন্ত থাকক, কেবল টকাৰ যোগাৰ ৰাখক।"

"কিমান টকাৰ দৰ্কাৰ হব অনুমান ?"

"আপুনি এতিয়া এক লাখ পঞ্চাশ হাজাৰ যোগাৰ ৰাখক বাকী খিনি মই যোগাৰ কৰিম। আন্দাৰ চেক্ৰেটৰীক পঞ্চাশ হাজাৰ আৰু মন্ত্ৰীক এক লাখ দিব পাৰিলে নিশ্চয় বদলি ৰোধ কৰিব পৰা যাব। মই কনজাৰভেটৰক চল্লিচ পঞ্চাশ হাজাৰ দিম।"

দুয়ো আলোচনা কৰি চাহ তাহ খাই উঠিল। পিচদিনা তালুকদাৰৰ দালালৰ দলটোক তালুকদাৰে নিয়োগ কৰিলে। তেওঁলোকে দহোটা-মান বজাত দিছপুৰলৈ গ'ল। আন্দাৰ চেক্ৰেটৰীক লগ ধৰি কথা হ'ল। দালাল চৌধুৰীয়ে ক'লে—"আগে পিচেও এনেকৈ বদলিৰ হুকুম ৰদ কৰা হৈছিল চাৰ। আপুনি যোৱা বেলি তেনে কাম কৰিছিল ; এইবাৰো কৰক চাৰ, মই পাৰ লগা খিনি আপোনাক দিম। তেওঁ আন্দাৰ চেক্ৰেটৰীৰ মুখলৈ চাই উত্তৰলৈ অপেক্ষা কৰিলে। আন্দাৰ চেক্ৰেটৰীয়ে কলে—"যোৱা বেলিৰ কথা বেলেগ আছিল। পুৰণা চৰকাৰ কিছু উদাৰ আছিল, এইবেলি নতুন চৰকাৰ বৰ কড়া। গতিকে কামটো বৰ জটিল হব।"

"সকলোৰে দুদিনৰ লৰাধৰা চাৰ ; শেষত সকলো ধনৰ কথা ধন দিলে সকলো উন্নতি যায়। আপুনি সন্মত হওক চাৰ ; মন্ত্ৰীৰ কথা ঠিকাদাৰ তালুকদাৰে কৰিব।"

তালুকদাৰ ঠিকাদাৰৰ নাম শুনি তেওঁ অলপ ভাবিলে—"মহিম তালুকদাৰ এলা পেচা ঠিকাদাৰ নহয়। যোৱাবেলি তেওঁ মন্ত্ৰীক পানী খুৱাই দিছে। অৱশ্যে এওঁ কৰিব নোৱাৰা কাম নাই। বাৰু চেষ্টা কৰিম। কিন্তু তাৰ বাবে ?"

"তাৰ বাবে মই আপোনাক এই বিশ হাজাৰ টকা দিলো চাৰ।"

"বিশ হাজাৰেৰে কি হব। মোক চল্লিচ হেজাৰ লাগিব।"

"আৰু দহহেজাৰ দিলো চাৰ ? আৰু নকব। আমি মন্ত্ৰীকো দিব লাগিব নহয়।" এই বুলি কৈ পকেটৰ পৰা নোটৰ বাণ্ডিল উলিয়াই দি দিলে। আন্দাৰ চেক্ৰেটৰীয়ে টকাখিনি লৈ উঠি কলে—"মন্ত্ৰীকো ঠিক কৰক গৈ, তেহে মই অৰ্ডাৰ বদলি কৰিব পাৰিম। ইয়াত বহুত লেঠা।"

"হব চাৰ। আমি মন্ত্ৰীক ঠিক কৰিম।"

এনেভাবে এওঁ উঠিল। আন্দাৰ চেক্ৰেটৰী টকাখিনি ঘৰত থৈ অফিচলৈ বাওনা হ'ল। দালালৰো কুৰি হেজাৰ বল।

পিচদিনা তালুকদাৰে মন্ত্ৰীৰ ঘৰ উঠিল। তালুকদাৰ পুৰণা ঠিকাদাৰ। অফিচ, আদালত, মন্ত্ৰী, বিষয়া সকলোৰে নাৰী নক্ষত্ৰ তেওঁৰ জনা আছে। সেইবাবে কোনো সঙ্কোচ ভাব মনত নাই। ঠিকাদাৰ পোনে পোনে মন্ত্ৰীৰ কোঠাত সোমাই গ'ল। মন্ত্ৰীয়ে হাঁহি মাৰি কলে— "কি খবৰ তালুকদাৰ বাবু ? আপোনাৰ ৰেলৰল্লিপাৰৰ ঠিকাটো হ'ল নে ?"

"হ'ল চাৰ। পিচে হলে কি হব, মোৰতো আচল মানুহজনক আপুনি বদলি কৰিদিলে। মই এতিয়া বহুত অসুবিধাত পৰিম চাৰ।"

"কি অসুবিধা হব ? অন্য এজন বেঞ্জাৰ পাব নহয়। তেৱে কাম কৰি দিব।"

"সকলোৱে সকলো কাম কৰিব নোৱাৰে চাৰ। নহলেতো ময়ো মন্ত্ৰী, এম, এল, এ হব পাৰিলোহেঁতেন।"

মন্ত্ৰীয়ে ইঙ্গিত বুজে। হাঁহি কয়—"তেন্তে কি কৰিব লাগে ? নিকা চৰকাৰ এখন কৰিব লাগিলে তেনে কৰিবই লাগিব।"

"আপুনি জানেই চাক। হাজৰিকাক ৰাখি দিয়ক চাৰ। তাৰ-

বাবে মই যি ভৰিব লাগে ভৰিম।"

মন্ত্ৰীয়ে হাঁহি মাৰি কয়—"কিমান ভৰিব পাৰিব?"

"পঞ্চাশ হেজাৰ।"

"মোক টকাৰ লোভ নেদেখুৱাব। মই ধন বিচৰা মানুহ নহয়। আপুনি যাব পাৰে।" তেওঁ কঠোৰ হয়। এনেতে ভিতৰৰ পৰা ঘৈণীয়েক ওলাই আহে আৰু মাত লগায়—"ঘৰলৈ অহা লক্ষীক ফিৰাব নালাগে।"

মন্ত্ৰীৰ ঘৈনীয়েকৰ কথা শুনি সাহ পাই তালুকদাৰে কৈ উঠিল—"মায়ে ঠিকেই কৈছে। ঘৰলৈ অহা লক্ষীক ফিৰাব নালাগে। আপুনি সন্মত হব লাগে চাৰ।"

"মোক তেনে কথা নকব তালুকদাৰ। মই উৎকোচ গ্ৰহণ নকৰো। এখন নিকা চৰকাৰ গঠন কৰিব লাগিলে তেনে কাম নহব। আপুনি উঠি যাওঁক।"

তালুকদাৰে সেমেনা সেমেনি কৰি উঠি গ'ল। আজিহে তেওঁ লগ পালে এনে এজন মানুহ যিয়ে উপযাচি ধন দিলেও গ্ৰহণ নকৰে। তেওঁ সাধুনে বুৰ্ব্বক একো ধৰিব নোৱাৰিলে তালুকদাৰে। তেওঁ জীৱনত আজিহে এনে মানুহ লগ পালে। সংসাৰত যে কিমান ধৰণৰ মানুহ আছে আজিহে তালুকদাৰে গম পালে। পৃথিৱীতসকলো মানুহ ধনৰ বশ নহয়। তেওঁ বাহিৰ ওলাই আহিল।

ইফালে মন্ত্ৰীৰ ঘৈণীয়েকে কঠোৰ ভাৱে মন্ত্ৰীক কৈ দিলে—"এতিয়া এনেকৈ ধনক অৱমাননা কৰি পিচত পোস্তাব লাগিব। পিচতহে গম পাব ধন কি বস্তু আৰু তাক লাভ কৰিব লাগিলে কিমান কষ্ট কৰিব লাগে। পঞ্চাশ হেজাৰ টকা। উহ! কিমান টকা।"

"তুমি ধন দেখি পাগল হৈছা কিয়? তিৰোতা ধনৰ বশ। তুমি ধন বিচাৰিছা কিন্তু দেশ চিনা নাই। দেশবাসীক চিনা নাই। দৰিদ্ৰ দেশখনত এই ধৰণৰ লোকেই সম্পদ লুট কৰিছে। মই ইহঁতক প্ৰশ্ৰয় দিব নোৱাৰো।"

মহিম ঠিকাদাৰ গুলী খোৱা বাঘৰদৰে হৈছে। খং অপমানত

উত্তেজিত হৈ মনতে প্ৰতিজ্ঞা কৰিছে—"এইবাৰ বনমন্ত্ৰীক মই গুচাইহে এৰিম ।"

পিচদিনা ৰাজনৈতিক কৰ্মীৰ এটা দল লৈ গৈ মুখ্যমন্ত্ৰীৰ বাসভৱন উঠিল। দলীয় কৰ্মীসহ ঠিকাদাৰ মহিম তালুকদাৰক দেখি মুখ্যমন্ত্ৰীয়ে মিচিকীয়া হাঁহি মাৰি বহিবলৈ কলে আৰু আগমনৰ কাৰণ সুধিলে।

দলীয় কৰ্মী ললিত ধুকনে কলে—"আমি এটা অতি দৰকাৰী সকামত আপোনাৰ ওচৰলৈ আহিছো।" ঠিকাদাৰক আঙুলিয়াই কয় "এখেতক আপুনি জানেই। এখেতৰ বন্ধু আৰু আমাৰ দলৰ অতি হিতৈষী লোক বেঞ্জাৰ শ্ৰীহাজৰিকাৰ বদলিৰ হুকুম হৈছে। এওঁ আমাৰ দলৰ কাৰণে নিৰ্ব্বাচনৰ সময়ত পঞ্চাশ হেজাৰ টকা আৰু চৰকাৰী গাড়ীখনেৰে সহায় কৰিছিল। এখেত তালুকদাৰেও লাখৰ ওচৰা-ওচৰি টকা দি আৰু মানুহ দুনুহ গাড়ী মটৰ দি সহায় কৰি আমাক আপোনাক জয়যুক্ত কৰি আনিছে। এতিয়া আমাৰ চৰকাৰ হোৱাৰ লগে লগে হাজৰিকাৰ বদলিৰ হুকুম হল আৰু তালুকদাৰৰ ঠিকাৰো মুদা মৰিল। গতিকে হাজৰিকাৰ বদলিৰ হুকুম বাতিল কৰিব লাগে। আমি যাৰ সহায়ত নিৰ্ব্বাচনত জিকিছো সেইলোকৰ অপকাৰ হব দিব নোৱাৰো। আপুনি বদলিৰ হুকুম বদ কৰক।" দলীয় কৰ্মীৰ কথা শুনি মুখ্যমন্ত্ৰীয়ে হাঁহি মাৰিকলে—"বনমন্ত্ৰীয়ে কামটো কৰিব পাৰে। তেওঁক ধৰক।"

তেতিয়া তালুকদাৰে মাত লগালে—"বনমন্ত্ৰীৰ ওচৰলৈ গৈছিলো চাৰ। পিচে ......।"

"পিচে কি ক'লে ?" মুখ্যমন্ত্ৰীয়ে উৎকণ্ঠাৰে উত্তৰলৈ বাট চালে।

ঠিকাদাৰে ইফাল সিফাল চাই কলে—"কি কম চাৰ; কবলৈ লাজ লাগে আৰু দুখ লাগে। তেখেতক লাগে

"কি লাগে ?"

"টকা লাগে চাৰ। মোটা অঙ্ক চাৰ ।"

"টকা লাগে ?" আচৰিত হৈ মুখ্যমন্ত্ৰী তেওঁৰ ফালে চাই ৰয়।

বাকী কেইজনেও কৈ উঠে—"হয়, তেওঁক টকা লাগে।"

"মই বিশ্বাস কৰিবলৈ টান পাইছো।"

"আমাকো বিশ্বাস কৰা নাই নেকি? দলীয় কৰ্ম্মী সকলে কয়। "তেওঁক টকা দিলে বেপাৰে টকা উলিয়াবই লাগিব আৰু টকা উলিয়াব লাগিলে চোৰাংকৈ গছ কাটিবই লাগিব চাৰ লগতে চোৰাং কাৰবাৰ কৰাত উৎসাহ যোগাবই লাগিব। দেশৰ বনজ সম্পদ এনেকৈ শেষ হৈ যাব ধৰিছে চাৰ। দেশত নিকা প্ৰশাসন এনেভাৱে নচলিব চাৰ। আপুনি এবাৰ ভাবি চাওক। নিকা প্ৰশাসন চলাব লাগিলে আপুনি এইবোৰ দুৰ্নীতি বন্ধ কৰিব লাগিবই। আমাৰ দৰে মানুহে বদনাম সহ্য কৰিব নোৱাৰো। হাজৰিকাৰ বদলিৰ হুকুম বাতিল কৰক আৰু বনমন্ত্ৰীক বন বিভাগৰ দপ্তৰৰ পৰা আঁতৰ কৰক। বন বিভাগক দুৰ্নীতিমুক্ত কৰক। আমি অলপতে স্মাৰক পত্ৰ যোগে সকলো কথা আপোনাক জনাম।"

তালুকদাৰৰ কথা আৰু দলীয় কৰ্মীৰ হুমকিত মুখ্যমন্ত্ৰী স্তব্ধ হৈ ৰল। কিছুপৰ চিন্তা কৰি কলে—"বাৰু মই বদলিৰ হুকুম বাতিল কৰিম। আপোনালোকে যাওঁক।"

এনেভাৱে আলোচনা কৰি মুখ্যমন্ত্ৰীয়ে তেওঁলোকক বিদায় দিলে। তেওঁলোকে অতি আনন্দিত হৈ ওলাই আহিল। তালুকদাৰে মনতে কলে—"এইবাৰ বনমন্ত্ৰীৰ পাল। মই তালুকদাৰক অপমান কৰে। দেখিম এওঁ কিমান ধৰ্ম্ম যুধিষ্ঠিৰ। এইবাৰ মোৰ পালাত হে পৰিছে।"

এই সংবাদ হাজৰিকাই পাই পৰম হৰিষত উল্লাসিত হৈ গধুলি ছয় বজাত তালুকদাৰৰ ঘৰ উঠিল।

এমাহ মান পলমে বাতৰি কাকতত দেখা গল নতুন চৰকাৰৰ মন্ত্ৰীদপ্তৰৰ স্থাল-সলনি ঘটিছে। বৰ্তমান বনমন্ত্ৰী আৰু শিক্ষা মন্ত্ৰীৰ দপ্তৰ সলনি কৰা হৈছে।

বনমন্ত্ৰীয়ে অবাক হৈ বাতৰি কাকতখন জপাই থলে।

——

# নিৰাপত্তা

ব্ৰহ্মপুত্ৰৰ পাৰ শিলেৰে বন্ধোৱা চাৰিলাখ টকাৰ ঠিকাটো পোৱাৰ পিচত বীৰেণ শইকীয়াই গড়কাপ্তানি মন্ত্ৰীক লগ ধৰিবৰ কাৰণে দিচ-পুৰলৈ লৰ ধৰিলে। মন্ত্ৰীৰ হুকুমমতে ঠিকাটো পালে, গতিকে মন্ত্ৰীৰ লগত লেনদেন খিনিৰ এটা ফয়চালা কৰিলেহে কামত নামিব পৰা যাব। সেইকাৰণে দিচপুৰলৈ খৰধৰ কৰি আহিছে। মন্ত্ৰী ডাঙৰীয়াই বা কি মূৰ্তি ধৰি আছে কোনে জানে; জানোচা লাখৰ ঘৰতে অঙ্ক পাতিছে? ভয়ে ভয়ে শইকীয়াই মন্ত্ৰীৰ কোঠাত সোমাই গল। মন্ত্ৰীৰ পালি পহৰীয়া সকলে শইকীয়াক চিনে; গতিকে মন্ত্ৰীক লগ ধৰাত তেওঁৰ কোনো দিগ্-দাৰ নাই। আন মানুহৰ দৰে গেটৰ মুখত তিনিঘণ্টা থিয় দিব লগা নহয়। দেখা মাত্ৰেই গেটৰ চকিদাৰে গেট খুলি দিয়ে। হাজাৰ হলেও ঠিকাদাৰ মন্ত্ৰীৰ মানুহ।

শইকীয়াই ভয়ে ভয়ে সোমাই গল। গড়কাপ্তানি মন্ত্ৰীয়ে তেওঁক ভিতৰৰ কমত বহিব কলে; কোঠাটো সৰু কিন্তু চাকচিকুণ। চোফাত বহিল শইকীয়া। চাহ-বিস্কুটৰ যোগান ধৰিলে মন্ত্ৰীৰ ঘৰত কাম কৰা ল'ৰাজনে।

কিছু সময়ৰ পিচত মন্ত্ৰী ডাঙৰীয়া কোঠাত প্ৰবেশ কৰিলে। গম্ভীৰ-ভাৱে বহি শইকীয়াক প্ৰশ্ন কৰিলে—"মইতো কামটো দিয়ে দিলো। এতিয়া। আপুনি মোৰ কি দিহা কৰিছে শইকীয়া?"

হাঁহি মাৰি শইকীয়াই উত্তৰ দিলে– 'আপোনাৰ দিহা নকৰিলে চলিবনে চাৰ! মই সেইকাৰণেই আহিছো।" এই বুলি কৈ শইকীয়াই নোটৰ বাণ্ডিল এটা উলিয়াই আগত দিলে।

"এই দহ হেজাৰ আজি মাননি হিচাবে দিলো চাৰ। কাম আৰম্ভ কৰাৰ পিচত বাকী বিল পালে বাকীখিনি দিম।" নোটৰ বাণ্ডিলটো জোনাত ভৰাই লৈ মন্ত্ৰী ডাঙৰীয়াই শইকীয়াক সুধিলে—"আৰু কিমান দিব?"

শইকীয়াই চিকিমিকিয়া হাঁহি এটা [illegible] ক'লে—"আপোনাৰ কথা

মতেহে হব চাৰ। পিচে এবাৰ মোৰ ফালে চাব চাৰ; যোৱাবেলি মোৰ প্ৰায় পনৰ হেজাৰ টকা লোকচান হৈছিল চাৰ, এইবেলি কি হয় নাজানো।"

"চাওক শইকীয়া কিমানজন ঠিকাদাৰ আহিল আৰু তেওঁলোকৰ বহুতৰ ৰেটো কম আছিল; মই আইন-কানুন নামানি আপোনাক দিছো গতিকে এবাৰ ভাবি চাব।

"মই ভাবিছো চাৰ। তথাপি এবাৰ মোৰ মুখলৈ চাই আপুনি অলপ দয়া কৰিব চাৰ।"

"আপুনি কিমান দিব বুলি ভাবিছে?"

'আপুনিয়ে কওক চাৰ।'

"চাৰিলাখ টকাৰ ঠিকা। মোক পঞ্চাশ হেজাৰ দিব লাগিব।"

শইকীয়াই চকুহুটা ডাঙৰ কৰি মেলি ওপৰলৈ চালে— আৰু মনতে এটা হুমুনিয়াহ কাঢ়িলে—"পঞ্চাশ হেজাৰ!' তেওঁ নীৰৱ হ'ল। মন্ত্ৰী ডাঙৰীয়াই ক'লে—"একো নামাতিলে যে শইকীয়া?"

"মাতিম কি চাৰ। মোৰ দেখো লাভে নহব পঞ্চাশ হেজাৰ।"

"চাৰি লাখ টকাৰ শিল ব্ৰহ্মপুত্ৰত পেলাওঁতে ছুই লাখ টকা আপোনাৰ লাভ হব। আপুনি ছুইলাখ টকাৰ শিলহে পেলাব?"

"ছুই লাখ টকাৰ পেলালে মোক জানো ইঞ্জিনিয়াৰে নধৰিব চাৰ তেওঁৰ কাৰণে কি ৰাখিম? তেওঁকো এটা মোটা অঙ্ক দিব লাগিব চাৰ, নহলে বিল পাচ কৰিব কিয়?

চাৰি লাখ টকাৰ শিল ব্ৰহ্মপুত্ৰত পেলাব লাগে। তাৰে ছুই লাখ পেলাই বাকী ছুই লাখ টকাৰ শিল ব্ৰহ্মপুত্ৰই উটাই নিয়া বুলি কৈ বিল পাচ কৰিব। সকলো ঠিকাদাৰে তাকেই কৰে। সেই ছুই লাখৰ মোক পঞ্চাশ হেজাৰ, ইঞ্জিনিয়াৰ, অভাৰচিয়াৰ আদিক পঞ্চাশ হেজাৰ দিলেও আপোনাৰ এক লাখ থাকিব। গতিকে নোৱাৰিব কিয়?"

"ছুই লাখ নহয় চাৰ, তিনিলাখ টকাৰ শিল পেলাব লাগিব। তেতিয়া এক লাখহে বব। সেই এক লাখৰ পঞ্চাশ হেজাৰ আপোনাক আৰু বাকী পঞ্চাশ হেজাৰ ইঞ্জিনিয়াৰক দিলে মোৰ কি থাকিব চাৰ?"

মন্ত্ৰী ডাঙৰীয়াই তৰ্জমা কৰি কিছু সময় নীৰৱ থাকি পিছত মাত লগালে—"বাকী মোক চল্লিশ হেজাৰ দিব। বাকীখিনি আপুনি মিলাই লব।"

"নহয় চাৰ, আপুনি ত্ৰিশ হেজাৰ লওক।"

"আপুনি এইখন কাম বজাৰ যেন পাইছে নেকি হ'।"

মন্ত্ৰীক খং উঠা দেখি শইকীয়াই হাঁহি মাৰি ক'লে—"নহয় চাৰ, আপুনি খং নকৰিব। মই আপোনাক চল্লিশ হেজাৰকে দিম চাৰ; কিন্তু মোক ৰানিং বিল দিওঁতে সোনকালে কৰিব।"

"সেইটো কথা মনত ৰাখিম। এতিয়া মই যাওঁ। বাহিৰত মানুহ বৈ আছে। আপুনি আজি যাওক।"

মন্ত্ৰী মহোদয় উঠিল। শইকীয়াও উঠিল।

বাটে বাটে শইকীয়াই ভাবি গৈছে—মন্ত্ৰীক চল্লিশ হেজাৰ দিব লাগিব। এতিয়া হাঞ্চানয়াৰে বা কি মাত ধাৰ আছে! ইহঁত সকলো ঘৰীয়াল—মুখ মেলি থাকে।

পিছদিনা গধূলি শইকীয়া ইঞ্জিনিয়াৰৰ ঘৰ উঠিল। তিনি-মহলীয়া অট্টালিকা—মোজেইক কৰা। ৰাজপ্ৰাসাদ যেন অট্টালিকা। ইঞ্জিনিয়াৰ চাহাবৰ। শইকীয়া ভিতৰ সোমায়ে মাত লগালে—"ইঞ্জিনিয়াৰ চাহাব ঘৰত আছেনে?"

তেওঁ ঘৰত আছিল। মাত শুনি বাহিৰলৈ ওলাই আহিল। শইকীয়াক দেখি হাঁহি মাৰি আগবঢ়াই নিলে—"আহক, আহক শইকীয়া ভিতৰলৈ আহক। মই অলপ আগতেহে আহি পাইছো।"

ভিতৰৰ কোঠাত দুয়ো বহিল। কিছু সময় পিছতে লুচি, কেক, ৰসগোল্লা, কালমোহন আদি মিঠাই সহ চাহৰ কাপ আহিল। দুয়ো কথা-বতৰা কৈ খাব ধৰিলে। আন কথাৰ লগতে ইঞ্জিনিয়াৰে শইকীয়াক সুধিলে—"শিল কি কি ব্যৱস্থা কৰিলা? শিলবিলাক অতি সোনকালে লাগিব। নহলে বানপানী হলে ৰাস্তা-ঘাট বন্ধ হৈ শিল আনিবই নোৱাৰিব।"

এই সপ্তাহৰ ভিতৰতে শিল পেলাম চাৰ। মই গাড়ী পঠাইছো

শিলৰ কোৱেৰিলৈ। দুই-এদিনতে শিলা পাৰিব। পিচে তাৰ আগতে এটা পাকা বন্দবস্ত কৰিবলৈহে মই আহিছো।"

"কি বন্দবস্ত কৰিব কৰক।"

ঠিকাদাৰে জেপত হাত ভৰাই এটা নোটৰ বাণ্ডিল উলিয়াই ইঞ্জিনিয়াৰৰ আগত থলে আৰু ক'লে—"আজি এই দহ হেজাৰ বহনি কৰিলো। ইয়াৰ পিচত ৰানিং বিল পালে ব্যৱস্থা কৰিম।"

"নোটৰ বাণ্ডিলটো জেপত ভৰাই ইঞ্জিনিয়াৰ ৰবীন চৌধুৰীয়ে ঠিকাদাৰক প্ৰশ্ন কৰিলে- "আৰু কিমান দিব বুলি ভাবিছে?"

"আপুনিয়ে কওক চাৰ।" তেওঁ ইঞ্জিনিয়াৰৰ কিমান থক আছে তাকে জুখিবলৈ বৈ থাকিল। গহীনভাৱে ইঞ্জিনিয়াৰে ক'লে—"আপুনি আৰু মোক যাঠি হেজাৰ টকা দিব লাগিব শইকীয়া।"

"বহুত ক'লে চাৰ। চাৰি লাখ টকাৰ শিলৰ ঠিকা এটাত আপোনাক যাঠি যোগ দহ অৰ্থাৎ সত্তৰ হেজাৰ টকা দিব লাগিলে মন্ত্ৰী আৰু এচ-ডি-ও, ওভাৰচিয়াৰ, মহৰি আদিক কি দিম চাৰ' চাৰি লাখ টকাৰ ঠিকাত এক লাখহে ৰব, সিও ব্ৰহ্মপুত্ৰৰ পাৰত শিলৰ বান্ধ দিয়া ঠিকা বাবেহে। তাৰে পঞ্চাশ হেজাৰ মই মন্ত্ৰী ডাঙৰীয়াক দিবই লাগিব বুলি কৈছে। তেতিয়া পঞ্চাশ হেজাৰ থাকিল। তাৰে পৰা আপোনাক সকলোকে দি মোৰ বাবেওতো অলপ ৰাখিব লাগিব চাৰ। গতিকে কম কৰি কওক তেহে মই সাতুৰিব পাৰিম।"

মন্ত্ৰীৰ বাদে আনক আৰু আপুনি দিব নালাগে, মই দিম। মোৰ তলৰ কৰ্মচাৰীক দিব লাগিব কাৰণে সত্তৰ হেজাৰৰ কথা কৈছো। চাওক এচ. ডি, ওক কমেও বিশ হাজাৰ, ওভাৰচিয়াৰক দহ হেজাৰ, মহৰিক পাঁচ হেজাৰ মুঠ পয়ত্ৰিশ হেজাৰ টকা মই দিব লাগিব। তেতিয়া মোৰ ভাগত ৰব পয়ত্ৰিশ হেজাৰ। তাৰে দহ হেজাৰ টকা মই কামৰ গাওঁৰ মুখীয়াল আৰু চীফ ইঞ্জিনিয়াৰক দিব লাগিব। তেতিয়া মোৰ ভাগত থাকিব পঁচিশ হেজাৰহে। গতিকে মই অধিক কোৱা নাই।"

"গাওঁৰ মুখীয়াল আৰু ছাত্ৰ নেতাক দিব নালাগে চাৰ। মন্ত্ৰী মন্ত্ৰীক দিম যেতিয়া মন্ত্ৰীয়ে গাওঁৰ দলীয় নেতাক দিব আৰু ছাত্ৰ নেতাক নিদিলেও চলিব। তেওঁলোক ঢোৰাসাপ, বিষ নাই। বাতৰি কাকতত কেইটামান বিবৃতি দিব আৰু চক্কাৰলৈ স্মাৰকপত্ৰ দিব,, আৰু কি? এইবোৰৰ কাৰ্য্যকৰি দিশ নাই। গতিকে আপুনি হিচাপটো অলপ কম কৰক চাৰ"

"আপুনি ছাত্ৰ নেতাৰ কথা কৈছে। অৱশ্যে তেওঁলোক ঢোৰা সাপহে, এই কথা সচা আৰু নিৰামিষো—টকা দাবী নকৰে। পিচে মই কৈছো সন্ত্ৰাসবাদী ছাত্ৰ নেতাৰ কথাহে তেওঁলোক ঢোৰাসাপ নহয়—ফেটিসাপ। বিষম বিষ—খোট মাৰিলেই মৃত্যু অনিবাৰ্য্য। এই ফেটিসাপক ধনন্তৰীৰ ঔষধ স্বৰূপে টকা দিব লাগিব। টকাও কম নহয়—একেবাৰে লাখৰ ঘৰত। গতিকে মোৰ 'ৰিস্ক' আছে। সেই ভাবিহে কৈছো।"

"তথাপি আপুনি কম কৰক চাৰ" শইকীয়াই হাতযোৰ কৰে।

ইঞ্জিনিয়াৰে অলপ গনি চাই লাহেকৈ কলে—"বাৰু। আপুনি মোক দহহেজাৰ কম দিব। মই বাকীবিলাক ঠিক কৰি দিম"

"নহয় চাৰ। আপুনি মুঠমাঠ পঞ্চাশ হেজাৰ কৰক। এই দহ হেজাৰ দিলো আৰু ৰানিং বিল পালেই বাকী চল্লিশ হেজাৰ দিম।"

ইঞ্জিনিয়াৰে গহীন হৈ কলে—"কোন দিনা বা মোক কেইলাখ দাবী কৰে তাৰ ঠিকনা নাই। মই মহা ভয়ত আছো।"

"তথাপি চাৰ এবাৰ মোৰ প্ৰতি ভাবক।"

"বাৰু দেখা যাওক।"

এনেভাবে বন্দবস্ত কৰি শইকীয়া উঠিল।

কেইদিনমান পিচত কাম আৰম্ভ হ'ল। শিলৰ লৰী আহি ব্ৰহ্মপুত্ৰপাৰত শিল পেলাবলৈ ধৰিলে। ব্ৰহ্মপুত্ৰৰ পাৰৰ পৰা শিল পেলাই পাৰবান্ধি আছে। প্ৰায় দুই লাখ মান টকাৰ শিল পৰাৰ পিছত ইঞ্জিনিয়াৰ-অভাৰচিয়াৰে আহি জুখি মাখি চালে। গাঁৱৰ বহুত মুখী-য়াল মানুহে আহি জোৰে নিজে চাবি লাখ টকাৰ শিল পৰা নাই।

ৰাখক ; মই ৰেজেষ্ট্ৰি কৰি দিওঁ। মোৰ কোনো আধ্যৰন্ত মিতিৰ কুটুম্বো নাই আৰু আন ধনী বন্ধুও নাই। আপুনিয়ে মোৰ ল'ৰা ছুটিক ৰক্ষা কৰিব লাগিব চাৰ। মই মিনতি কৰি কৈছো" এনেকৈ কৈ তেওঁ চকুলো মচিলে। ঠিকাদাৰৰ কালে করুণ দৃষ্টিৰে চাই ইঞ্জিনিয়াৰ চাহাবে এটা হুমুনিয়া কাঢ়িলে আৰু ওপৰলৈ মুখ কৰি কিছু সময় কিবা ভাবি থাকিল। তাকে দেখি ঠিকাদাৰে ঠোকাথুকি মাতেৰে কব ধৰিলে—
"মোক বচাওক চাৰ। মোৰ ঘৰমাটিৰ মূল্য অন্ততঃ চাৰিলাখ হব। গুৱাহাটীৰ বজাৰৰ ওচৰৰে মূল্যৱান মাটি ; আপোনাৰ লোকচান নহয় চাৰ বৰং লাভ হে হব।"

এটা হুমুনিয়াহ কাঢ়ি চাহাবে কলে— 'আপুনি বহক মই পৰিবাৰৰ ওচৰৰ পৰা আহো।'' এইবুলি কৈ তেওঁ ভিতৰলৈ উঠি গল। ঠিকাদাৰে এটা সেপ ঘুটি নিশ্বাস চাৰিলে। কিজানি ঈশ্বৰে মিলায়ে। বোধহয় ঘৈণীয়েকৰ লগত আলোচনা কৰিব। ঈশ্বৰে যেন ঘৈণীয়েকৰ মন ঘুৰাই দিয়ে আৰু ঘৰমাটিখিনি কিনিবলৈ সুমতি দিয়ে তাকে কামনা কৰি ভগবানৰ উদ্দেশ্য ওপৰলৈ হাত দুখন তুলি এটা সেৱা জনালে।

কিছুসময় পিচত চাহাব আহিল আৰু চিয়াৰত বহিল। হাতত এখন কাকত। এওঁ ভাবিলে যে ভাগ্য সুপ্ৰসন্ন। চাহেবে বায়নাপত্ৰৰ কাগজকে লৈ আহিছে। তেওঁ বৰ উৎকণ্ঠাৰে চাহাবৰ ফালে চাই থাকিল। চাহাবে এটা হুমুনিয়াহ কাঢ়ি কাকতখন শইকীয়াৰ হাতত দিলে। তেওঁ আথে-বেথে কাকতখন হাতত ললে। চাহাবে কলে—"পঢ়ি চাওক।"

শইকীয়াই কাগজখন পঢ়ি চালে—। এইখন এখন নোটিছ। তেওঁক দিয়া নটিছখনৰ দৰেই। একে সংগঠনৰ প্ৰায়াই যোৱা কালি যাতিখুৱা জাৰি কৰা হৈছে। দুয়োখন একে কেৱল ইয়াত টকাৰ সংখ্যা অধিক। তিনিমহলা অট্টালিকা হোৱা বাবে তিনি লাখ দাবী কৰা হৈছে। নটিছখন পঢ়ি শইকীয়া হতভম্ব হৈ পৰিল। কি কব কি নকব, কি কৰিব কি নকৰিব একো স্থিৰ কৰিব নোৱাৰি তেওঁ কপি কপি নোটিশখন ইঞ্জিনিয়াৰৰ হাতত দিলে। ইঞ্জিনিয়াৰে কলে—

আমি একে পথৰ যাত্ৰী শইকীয়া। আমাৰ আৰু ৰক্ষা নাই। আপোনাৰ ল'ৰা অপহৰণ কৰিব কিন্তু মোক মানুহজনকে অপহৰণ কৰিব। এতিয়া মই কি কৰিম? মোৰতো তিনিলাখ কিয় একলাখো টকা নাই। মোৰ মৰণ অনিবাৰ্য্য শইকীয়া। সিহঁতে মোক অপহৰণ কৰি নি বধ কৰিব, মই বুজি পাইছো। চৰকাৰেও মোক ৰক্ষা কৰিব নোৱাৰিব; অৱশ্যে মই আজি চৰকাৰক জনাম। নোটিশখনো দিম। মোৰ নিৰাপত্তাৰ ব্যৱস্থা চৰকাৰে কৰক।

"মই কি কৰিম চাৰ।"

"আপুনিও চৰকাৰক জনাওক আৰু নিৰাপত্তাৰ ব্যৱস্থা লওক।"

একেপথৰ যাত্ৰী দুয়ো। দুয়ো দুয়োৰে মুখলৈ চোৱাচুই কৰি ৰল। মনত ভাব—"কি কৰা উচিত হ'ব?"

সাতদিন পলমে বাতৰি কাকতত ডাঙৰ ডাঙৰ হৰফেৰে বাতৰি ওলাল—"গুৱাহাটীৰ মাজমজিযাৰ পৰা দুজন কৈশোৰ বয়সৰ ল'ৰা সন্ত্ৰাসবাদীৰ দ্বাৰা অপহৰণ আৰু ইঞ্জিনীয়াৰ ৰবীন চৌধুৰীক গুলিয়াই হত্যা।

চৌধুৰীৰ আৰক্ষীৰ হাতৰ পৰা ষ্টেনগান এটাও সন্ত্ৰাসবাদীয়ে কৰায়ত্ত কৰে আৰু কিশোৰ ল'ৰা দুজনৰ গাৰক্ষী দুজনক অচিনাক্ত দুৰ্বৃত্তই গুলিয়াই হত্যা কৰে।

দেশত জনসাধাৰণৰ জীৱন আৰু সম্পত্তিৰ নিৰাপত্তা চৰকাৰে দিব পৰা নাই। জীৱন আৰু সম্পত্তিৰ নিৰাপত্তা দিব নোৱাৰিলে চৰকাৰৰ গাদীত থকাৰ অধিকাৰ থাকেনে?

———

# উপলব্ধি

সেই সময়ত অসমৰ ৰাজধানী শ্বিলঙতে আছিল, গুৱাহাটীলৈ অহা নাছিল।

মহিম বৰা পুলিচ অফিচাৰ। তেওঁ ভদ্ৰ, শিক্ষিত আৰু দাৰ্শনিক প্ৰকৃতিৰ লোক তেওঁ কিন্তু বিজ্ঞানৰ স্নাতকহে আছিল। বিয়াৰ পিচদিনা বৰকইনা একেখন বাছ গাড়ীতে আহিল; টেক্সীত নাহিল ৰাইজৰ বিশেষকৈ গাওঁৰ ৰাইজৰ মানুহে কিটাহি মৰা পুলিচ অফিচাৰ বুলি যাতে নাভাৱে সেইভাবে বৰযাত্ৰী ৰাইজৰ লগতে আহিল আৰু কইনাকো লগত আনিলে বাচৰ আগফালে বৰ কইনা বহি আহিছে: কাষত বয়োবৃদ্ধ সকল, মাজত ডেকাসকল আৰু পিছখণ্ডত চেঙেলীয়া-লৰাইত আহিছে যাতে হাই টকমি কৰি স্ফুৰ্টি কৰি যাব পাৰে। ডাঙৰৰ আগত কথাবতৰা কোৱা আৰু হাঁহি ধেমালী কৰা বৰ লাজৰ কথা; সেইবাবে পিছখণ্ডত কিছুমানে বহিছে আৰু কিছুমানে ঠিয়হৈ আহিছে।

বাচ চলি গ'ল। ল'ৰাইঁতে হাঁহি তামচা কৰি গান গাব ধৰিলে। গানৰ মাত্ৰা ইমান চৰিল য কাৰোমাত কোনেও নুশুনা হ'ল। গান গালে, চাপৰি বজালে লগতে কিছুমানে বাচৰ দৰ্জা, খিৰিকি আদিতো বাজনা বজাব ধৰিলে বাচ যোৰেৰে চলাই দিলে ড্ৰাইভাৰে; সিইঁতেও বিহু গান আৰম্ভ কৰি দিলে। বিহুগানৰ লগত বিহুনাচ মাৰিব ধৰিলে বাচৰ ভিতৰতে। লৰাইঁতৰ উৎপাতত বয়সীয়ালসকল অতিষ্ট হৈ উঠিল তিৰোতাসকলে বিৰক্তি পালে আৰু গাভৰুছোৱালীবিলাকে লাজতে তলমূৰ কৰিব ধৰিলে। লৰাইঁতৰ লক্ষ্য কিন্তু গাভৰুইঁতৰ ওপৰত। সিইঁতে বেচি যোৰেৰে গাব আৰু বাজনা বজাব ধৰিলে।

ড্ৰাইভাৰে বৰ বিৰক্তি পালে; কিন্তু একো কব নোৱাৰে কাৰণ কাষতে বৰবেশী পুলিচ অফিচাৰ বহি আছে। বাট ভাল নহয়। গাৱলীয়া

ৰাষ্টা। তেওঁ যোৰেৰে চলাই দিলে। এনেতে ৰাষ্টাৰ কাষতে দৰথ (এৰল) দিয়া হালোৱা গৰু এটা হঠাৎ ৰাষ্টাৰ মাজলৈ আহিল। বাচৰ গণ্ডগোলত সি চক খাই দৌৰিবলৈ চেষ্টা কৰিলে। ড্ৰাইভাৰে ভালকৈ ষ্টিয়াৰিং ধৰিলে, 'কন্তু ব্ৰেকফেল হ' আৰু গাড়ীখন গৰুটোৰ ওপৰেৰে উঠি কেকুৰীটোৰ কাষৰ ডাঙৰ আইঁত গছজোপাত খুন্দা খাই খাৰৈত বাগৰি পৰিল। হঠাৎ দুৰ্ঘটনা ঘটি গ'ল। আনন্দত বিঘিনী।

মানুহবিলাক কোন কোনফালে চিতিকি পৰিল তাৰ ঠিকনা নাইকীয়া হ'ল। বাচখন কেইলুটিমান খাই কাটি হৈ পৰিছে। ভিতৰৰ মানুহৰ বহুতৰ খুন হ'ল। বৰকইনা চিতিকি আহি দুবৈত পৰিল। ড্ৰাইভাৰ পলাল। মতা-তিৰোতাৰ বহুত আঘাত হ'ল। বৰৰ ভৰি এখন ভাঙি গ'ল। মূৰতো আঘাত পালে। কইনাই মূৰত বৰ দুখ পালে আৰু মূৰ ফাটি তেজ ওলাবলৈ ধৰিলে। হঠাৎ হোৱা দুৰ্ঘটনাত ভীষণ চিঞঁৰ বাসৰ লাগিল। তেতিয়া ৰাতিপুৱা সাতটা বাজিছে। কাষৰ গাওঁৰ মানুহ আহি ভৰ পৰিল। মানুহবিলাকে খুন জখম হোৱা মানুহবিলাকক শুশ্ৰূষা কৰিব ধৰিলে। কিছুমানে বাচৰ ভিতৰৰ পৰা বহুত মানুহক টানি উলিয়ালে। ভীষণ হুলস্থুল লাগি পৰিল।

কিছুসময়ৰ পিছত বাচৰ ভিতৰৰ পৰা মানুহ বিলাকক বাহিৰ কৰি অনাত দেখা গ'ল যে দুজন ল'ৰা আৰু এগৰাকী বুঢ়ী মৰিছে। আনফালে বৰক দাঙি ধৰি এঘৰ মানুহৰ ঘৰলৈ নি বেণ্ডেজ কৰা হ'ল। তাৰউপৰি এখন গাড়ী আনি জখম হোৱা মানুহ বিলাকক গুৱাহাটী মেডিকেল কলেজলৈ নিয়া হ'ল; লগতে দৰা কইনাকো নিলে কিন্তু অতি পৰিতাপৰ কথা যে মূৰত আঘাত বেয়াকৈ হোৱাত কইনাজনী দেৰঘণ্টামান পিছত গুৱাহাটী মেডিকেল কলেজ পোৱাৰ আগতেই বাটতেই ঢুকাল।

এই দুৰ্ঘটনাৰ তিনিমাহমান পিচতহে বৰা সুস্থ হ'ল। তেওঁৰ ভৰি ভাল হ'ল কিন্তু মন ভাঙিল। বিয়াৰ কইনা ঘৰ নাপালে, বাটতে ঢুকাল। এই ঘটনাই বৰাৰ মনত বিষম আঘাত দিলে। তেওঁৰ

মানসিক জগতখন যেন ওলোট পালত হৈ গ'ল। তেওঁ কথা কম কয় আৰু সদায় ম্রিয়মান হৈ থাকে। ঘৰৰ আটাই মানুহে তেওঁক বৰ আদৰ যত্ন কৰে। সকলোৰে সহানুভূতি আছে তেওঁৰ ওপৰত। সকলোৱে বৰ দুখ কৰে। ইমান ভাল, সাধু মানুহজনৰ এনেকেন দশা হব লাগেনে! হায়! মানুহৰ ভাগ্য। ভালমানুহৰ হে বিপদ আপদ বেচি। বিধাতাৰ কি বিচাৰ!

পাচবছৰ পিচৰ কথা। বৰাৰ বন্ধু শইকীয়াই বৰ অনুৰোধ কৰিছে বৰাক দ্বিতীয়বাৰ বিয়া পাতিবলৈ। বৰাই মনত বৰ আঘাত পাইছে বিয়াৰ কইনা ঘৰ নোপাওঁতে বাটতে ঢুকোৱা দেখি আৰু সেইবাবে পুনৰবাৰ বিয়া কৰাবলৈ অসম্মতি প্ৰকাশ কৰিছে। শইকীয়াই বৰ যোৰ কৰিছে বিয়া কৰাবলৈ। ঘৰৰ আৰু গাৱঁৰ মানুহেও আজি পাচবছৰে বহু চেষ্টা কৰিও তেওঁক মান্তি কৰাব পৰা নাই। শইকীয়াই বৰাক বৰকৈ বুজনি দিছে, কিন্তু বৰা সন্মত হোৱা নাই।

"মই দেখিছো আপুনি বৰ আবেগ প্ৰৱন হৈ আছে। আপুনি দাৰ্শনিক চিন্তাধাৰাৰ লোক, আপোনাক মই কি বুজাম।

এবাৰ এটা দুৰ্ঘটনা হ'ল বুলিনো জীৱনত আপুনি তাকে ভাবিয়ে থাকিব নে? মানুহৰ জীৱনত বহুত ঘটনাই ঘটি থাকে। জীৱন থাকে মানে ঘটনা ঘটি থাকিব—জীৱন গলেহে মানুহৰ ঘটনাৰ অন্ত পৰিব। আপুনি পুলিচ অফিচাৰ মানুহ, অন্ততঃ বাস্তৱ অভিজ্ঞতাৰ ফালৰ পৰা আপুনি এইবোৰ বুজিব লাগিছিল। দেখিছেই দেখো, কিমান যোগ্য ব্যক্তি যোগ্যপদ পোৱা নাই, কত যোগ্যজনে প্ৰমোচন পোৱা নাই; তলৰজনে আহি ওপৰত অফিচাৰ হৈ বহিছে। কতজনৰ তিৰোতা মৰিছে, ল'ৰা-ছোৱালী মৰিছে, কিমানজনৰ আপোন মানুহ ঢুকাইছে তাক দেখিছেই দেখোন। গতিকে জন্ম মৃত্যুক লৈ চিন্তা কৰাৰ লাভ নাই। যাৰ যেতিয়া যি হব লাগে হবই। আপুনি মনস্থিৰ কৰি লওঁক। আপুনি বিয়া কৰাবই লাগিব।"

বৰাই বৰ দুখেৰে কলে—"মিঃ শইকীয়া, আপুনি মোৰ অৱস্থা বুজা নাই। আজি পাঁচ বছৰ আগে ঘৈণী ঢুকাল; ছোৱালীজনী

আই-পিতা দুয়োজন ঢুকাল। ভাইজন বেমাৰ ভুগী আছে। তাৰ ল'ৰা-তিৰোতাক ময়ে পোহপাল দিব লগা হৈছে। গাৱৰ ঘৰ মাটি সম্পত্তি সকলো তাক দিছিলো ভাই এজন কাৰণেই। বৰ্তমান সি পেটৰ বেমাৰী হৈ ল'ৰা ছুটা আৰু ভাইবোৱাৰীকে পুহিব নোৱাৰে। ময়ে ঘৰৰ যাবতীয় খৰচ দি থাকিব লাগে। মোকতো আপুনি জানেই অফিচাৰ হলেও ভেটি নাখাওঁ। গতিকে দৰমহাৰ পইচাৰে মই সেইখন ঘৰ পুহাৰ উপৰিও মোৰ নিজৰ খৰচ কৰিব লাগে। তাতে আকৌ মোৰ বেলি গুৱাহাটীত যাঠি হাজাৰ টকাৰে দুই কঠা মাটি কি-নিম বুলি পাঁচ হেজাৰ টকা বায়না দিছো মাটিখিনি কিনিব লাগিলে মোক আৰু পাঁচ বছৰমান সময় লাগিব। গতিকে মাটিখিনি কিনাৰ পিছতহে বিয়া পাতিব পাৰিম।"

'বিয়া নাপাতিলে মাটি কিনে কাৰ বাবে? ল'ৰা তিৰোতাৰ বাবেহে ঘৰমাটি ; ল'ৰা তিৰোতা নথকালোকে চৰকাৰী ঘৰত থাকিলেই চলিব। গতিকে মাটিৰ কথাও বাদদিয়ক।"

"মোৰ ল'ৰা তিৰোতা নাথাকিলেও মোৰ ভাইৰ ল'ৰা তিৰোতা আছে। সিহঁতৰ কাৰণে মই গুৱাহাটীত এডৰা মাটি দি যাব লাগিব যাতে সিহঁতে তাতে থাকিয়ে পঢ়াশুনা কৰি পেটৰ ভাত মোকলাব পাৰে। আপুনি জানে, মোৰ আৰু কোনো নাই। কিমান কষ্ট কৰি পিতাই মোক পঢ়াইছিল। কিন্তু আজি মোৰ আই পিতা গুচি গল ; কেবল ভাইটো আছে। বৰ কষ্ট কৰি পঢ়ি এইখিনি পাইছো। গতিকে ভতিজাহঁতৰ যাতে মোৰ দৰে কষ্ট নহয় তাৰবাবে মই চেষ্টা কৰিবই লাগিব।"

"চেষ্টা কৰক ; মাটি কিনক ; কিন্তু আপুনি বিয়াও কৰিব লাগিব। অবিবাহিত জীৱন নিৰৰ্থক।"

"এই চল্লিচ বছৰ বয়সত মই কাক বিয়া কৰাম? কোনে ছোৱালী দিব? মই প্ৰথমেই বয়স হোৱাত বিয়া পাতিছিলো। তেতিয়াই মোৰ পয়ত্ৰিছ বছৰ হৈছিল। এতিয়া মই চল্লিচ বছৰত সোমাইছো। গতিকে বিয়া নকৰাও।"

"আপুনি বিয়া পাতিব লাগিবই।"

"কত পাব ছোৱালী?"

"গুৱাহাটীতে দিম : নহলে এই শ্বিলঙতে ঠিক কৰিম।"

"সম্ভৱ নহব।"

"মই সম্ভৱ কৰিম। আপুনি কেৱল কথা দিয়ক।" কিছুসময় নীৰৱে থাকি তেওঁ কলে—"আপুনি যি ভাল দেখে তাকে কৰক।"

এনেকৈ ৰাতি আঠ বজাত দুই শ্বহুই শ্বিলঙৰ পুলিচ অফিচৰ ওচৰৰ পুলিচ অফিচাৰ বৰাৰ ঘৰত কথাবতৰা হ'ল।

কেইদিনমান পিচত শইকীয়াই আহি বৰাক জনালে—"বৰা, মই ছোৱালী ঠিক কৰিছো, আপুনি সাজু হওঁক।"

'কৰ ছোৱালী আৰু কাৰ ছোৱালী?"

"গুৱাহাটীৰে ইনকম টেক্স অফিচাৰ মাধৱ চৌধুৰীৰ সুমলীয়া কণ্যা শ্ৰীমতী লাৱণ্য চৌধুৰী। কটন কলেজৰ বি, এ ক্লাচৰ ছাত্ৰী।"

"কম বয়সৰ হব। দিব জানো?"

"চৌধুৰী মোৰ বন্ধু। মই সন্মত কৰিছো পিতাকে কৈছিল—বয়স বেচি হব দৰাৰ। তেতিয়া মাকে কৈছিল পুৰুষৰ বয়স নো কি? পুৰুষ বয়সীয়াল হলেও একো কথা নাই; কেৱল স্বাস্থ্যবান হব লাগে আৰু ধনী, মানী হব লাগে। ল'ৰাৰ আটাইখিনী আছে। গতিকে বিয়া দিয়াত আপত্তি কৰিব নালাগে। মাকৰ মন আছে। বাপেকেও শেষত মান্তি হৈছে।"

"ছোৱালীৰ?"

"থৈ দিয়ক ছোৱালীৰ মত। সৰু ছোৱালীয়ে কি বিবেচনা কৰিব পাৰে? বিশ বছৰীয়া এগৰাকী গাভৰুৱে জীৱন সম্পৰ্কে কি বুজিব। মাক বাপেকৰ কথাই হে কথা।"

"বাৰু।"

এনেভাবে বৰাৰ মত লৈ বিয়াৰ বাবে আগবাঢ়িল শইকীয়া।

* * * * *

এমাহ পিচত সুকলমে বিয়াৰ কাম সমাধা হৈ গ'ল। বিয়াৰ কইনা ঘৰলৈ আহিল। মানুহ কিছুমানে কোৱাকুই কৰিলে—"বৰকইনা

মিলা নাই। আন তিৰোতা মানুহ কিছুমানে কলে—বিধাতাৰ যোৰা। যাৰ যত যোৰা আছে তাতে বিয়া হব। বয়সনোকি কথা। পুৰুষতকৈ নাৰীহে আগে বুঢ়ী হয়। ইত্যাদি কথাবোৰ নানাজনে নানাধৰণে কলে।

"কইনাজনী বৰ ধুনীয়া ছোৱালী। অফিচাৰ কাৰণেহে মাক বাপেকে ইমান ধুনীয়া, ইমান সৰু ছোৱালী বয়সীয়াল এজন লোকলৈ দিলে। দেখাত বৰ কইনা যেন নালাগে—বাপেক জীয়েক যেন হে লাগে। ধন আৰু মানৰ লোভত বিয়াত বহিলে।" এজনী গাভৰু ছোৱালীয়ে কৈ উঠিল। কথাষাৰ কইনাৰ কাণত শেল সোমোৱা দিলে।

বিয়াৰ পিচৰ ফুলশয্যাৰ ৰাতি। বৰাই আহি কমত সোমাল। তেতিয়া শীতৰ আগজাননি ; তাতে শ্বিলং চহৰ। পাইন গছৰ পাতৰ মাজেৰে শিৰ শিৰ কৈ বতাহ বলি আছে। ইফালে ৰাতি হৈ আহে মানে পানী গোট মাৰি বৰফ হোৱা অৱস্থা হৈছে। বৰাই লেপখন লৈ বিচনাত বাগৰ দিলে. কইনা-বেশী লাৱন্যই ভয় সংকোচ আৰু ক্ষোভত কমৰ এচুকত ঠিয় হৈ আছিল। বৰাই মাত লগালে—"আহা। চুকৰ ওচৰত ঠিয় হৈ আছা কিয় ? ইমান ঠাণ্ডাত ঠিয় হৈ নাথাকিবা ; গোট মাৰি বৰফ হৈ যাবা।" তেওঁ ৰগৰ কৰি হাঁহে। লাবন্যই একো নামাতি পিচমুখ দিয়ে। বৰাই ভাবিলে যে সকলো ন ছোৱালী বোধ হয় এনে লাজকুৰীয়া হয়। গতিকে তেওঁ হাঁহি মাৰি কলে --"লাজ কৰিব নালাগে। আজি লাজ কৰিলে কি হব ; সদায়তো লাজ কৰিলে নচলিব। এদিন নিমাতীৰ মাত ওলাবই লাগিব। আহা ! কথা কোৱা ! তুমি নামাতা কিয় ?"

কইনা নিমাত। লাবন্য থিয় হৈয়ে থাকিল। বৰাই এইবাৰ নিজে উঠি গৈ লাবণ্যৰ হাতত ধৰি মৰমেৰে কলে—"সংসাৰ কৰিব লাগিলে লাজ, ভয় বাদ দিব লাগিব। গিৰিয়েক-ঘৈণীয়েকৰ ভিতৰত লাজ আৰু ভয় থাকিব নাপায় বৰং মৰম আৰু প্ৰীতিহে থাকিব লাগে। আহা বৰ জাৰ পৰিছে ; ৰাতি হলে ঠেৰেঙা লাগিব। লেপখন গাত লৈ শুই থাকা।"

এইবাৰ লাৱন্যৰ মাত ওলাল। ববাৰ হাতখন আঁতৰাই দি ক্ৰোধ মিশ্ৰিত কণ্ঠে কৈ উঠিল—"আপুনি মোক কিয় বিয়া কৰালে? মই আপোনাৰ জীয়েৰৰ তুল্য। ইমান বয়সীয়াল লোক এজনে কিয় মোৰ দৰে এজনী কম বয়সীয়া ছোৱালী বিয়া কৰালে! ইয়াৰ প্ৰতিফল আপুনি পাব।" এই বুলি কৈ তাই বিচনালৈ আহি লেপখন কাণে-মূৰে লৈ শুই পৰিল। ববা হতভম্ব হৈ ঠিয় হৈয়ে ৰল। মুখেৰে একো মাতিব নোৱাৰিলে। কইনাৰ এনে খং আৰু তিতা কথা শুনি তেওঁ শিলপৰা কপৌৰ দৰে ঠিতাতে ঠিয় হৈ ৰল। তেওঁ অবাক হৈ গ'ল নকইনাৰ এনে ধমক দেখি। বজ্ৰপৰা মানুহৰ দৰে তেওঁ বহু সময় ঠিয় হৈ ৰল আৰু শেষত দৰ্জাখন খুলি বাহিৰলৈ আহি বাৰান্দাৰ চিয়াৰত বহিল। বাহিৰত ভীষন ঠাণ্ডা পৰিছে। ভৰি হাতত কাইটে বিন্ধাৰ দৰে অসহ্য বেদনা অনুভৱ কৰিব ধৰিলে জাৰৰ কোবত। অসহ্য জাৰ বাহিৰত কিন্তু তেওঁৰ ভিতৰত? অন্তৰত গভীৰ বেদনাৰ নিৰ্ম্মম আঘাত। কলিজাটোত যেন বেজিৰে খুচি খুচি দিব ধৰিছে। হৃদয়ৰ এই আঘাত বৰ্ণনাতীত। তেওঁ বহু সময় এনেভাবে নিশ্চল হৈ বহি ৰল।

ইফালে লাৱন্যই দুখ, বেজাৰ, ক্ষোভ আৰু খঙত নিজক হেৰুৱাই পেলাইছে। লেপৰ তলত শুই কান্দি আছে। ফেকুৰী ফেকুৰী তাই অস্থিৰ হৈ পৰিছে। ববাই তাইৰ কান্দোন শুনিছে। নিৰ্ব্বাক নিশ্চল ভাবে শুনি আছে: কোনো ভাবাবেগ নাই—যেন অন্তৰখন শুকাই গোট মাৰিছে। জীৱনৰ প্ৰথম প্ৰেমোচ্ছাস বেদনাচ্ছাসত পৰিণত হলে মানুহৰ মন কেনে নিষ্ক্ৰীয় আৰু নিথৰ হয় তাক মাত্ৰ সেইজনেহে জানে। ববাৰ জীৱনত যেন বিধাতাই দুখকেই লিখিছিল। ফুলশয্যা আজি শৰশয্যা হ'ল। সমস্ত হৃদয়খন এই বেদনাক্লিষ্ট শৰত থকা-সৰকা হৈ পৰিল। বহুত সময় পিছত পুনৰ কমৰ ভিতৰ সোমাই দৰ্জা বন্ধ কৰি দি বিচনাত আহি বাগৰ দিলে আৰু লেপখন কাণে-মূৰে লৈ শুই পৰিল। দুই বৰ কইনা, গিৰিয়েক ঘৈণীয়েক একে বিচনাতে লগা লগিকৈ শুই পৰিছে। অতি ওচৰত দুটি দেহ কিন্তু মন দুটি বহু-

তুৰত—আকাশ আৰু পাতালৰ ব্যৱধানত। এটি মন গৌৰীশঙ্কৰ শৃঙ্গৰ উচ্চ শিখৰত আৰু আনটো মন যেন আটলাণ্টিক মহাসাগৰৰ অতল তলিত।

ফুলশয্যাৰ ৰাতি দুটি দেহৰ মিলন নহল; দুটি মনৰ মিলন নহল বৰং দুটি মনত দুটি ভিন্ন চিন্তাই বাহ ললে। লাবণ্যৰ মনত প্ৰতিশোধৰ ঘৃণনীয় চিন্তাই বাহ ললে আৰু ৰবাৰ মনত অপেক্ষা আৰু ধৈৰ্য্যৰ চিন্তাই খোপনি পুতিলে। তেওঁ মনতে স্থিৰ কৰিলে যি পৰ্য্যন্ত লাৱণ্যৰ মন আকৃষ্ট নহয় সেই পৰ্য্যন্ত তেওঁ কোনো দিন প্ৰেম নিবেদন নকৰে আৰু এই কোমলমতি বালিকাৰ মনত আঘাত নিদিয়ে। তেওঁ নিজক স্থিৰ ৰাখিলে যুধিষ্ঠিৰৰ দৰে।

তেওঁ দুখত নিমজ্জিত হ'ল। প্ৰথম বিয়াৰ পিচ দিনাই কন্যা ঢুকাল, দ্বিতীয়বিয়াৰ পিছত ফুলশয্যাৰ ৰাতিয়ে কইনাই তেওঁৰ চেনেহ প্ৰত্যাখান কৰিলে। উহ বিধিৰ কি নিৰ্ম্মম শাস্তি। হে মানুহৰ ভাগ্য! তুমি কি নিৰ্ম্মম!!

* * * * *

পিচদিনা ৰাতি পুৱাই উঠি আনদিনৰ দৰে ৰবাই নিজে নিজ-শেগ চিপ্তে অফিচলৈ ৰাওনা হ'ল।

দিন একেদৰে অতিবাহিত হব ধৰিলে। ৰান্ধনী ছোৱালীজনীয়ে ভাত ৰান্ধে আগৰ দৰে; তেওঁ খাই বৈ অফিচলৈ যায়। খাটিয়া আয়া গৰাকীয়ে কানিকাপোৰ ঠিক ঠাক কৰি দিয়ে আগৰ দৰেই; তেওঁ পিন্ধি উৰি যায়। চাকৰ ল'ৰাজনে বজাৰ সমাৰ কৰি দিয়ে। পূৰ্ব্ববৎ ঘৰখন চলে। লাবণ্যৰ যেন ইয়াত কোনো দায়ীত্বও নাই আৰু কৰ্ত্তৃত্বও নাই।

দিনৰ পিছত দিন বাগৰে। গতানুগতিক কামবোৰ চলি যায়। আৱশ্যক নহলে এবাৰ কথাও কাকো নকয়। ঘৰখন গোমোঠা। কাৰো কতো হাঁহি ধেমালি নাই। লাৱণ্য সৰু ছোৱালী বুলি ভাবি সকলোৱে কথা কম কয়। মিতিৰ ছোৱালী মিতিৰ ঘাৰ আছিলে যেনে ব্যৱহাৰ কৰে তাইকো এওঁলোকে তেনে ব্যৱহাৰ কৰে। লাবণ্যই

ঘৰখনত খাপ খাই মিলি যাব পৰা নাই। কিন্তু তাই বুৰ্ব্বক ছোৱালী নহয়, বুদ্ধিমতী। কেইমাহমান পিছত তাই খিলঙৰ হালচাল বুজি উঠিলে আৰু আন আন পুলিচ অফিচাৰৰ ঘৈণীয়েক সকলৰ লগত মিলি বজাৰ সমাৰে গৈ ফৰি অহা হ'ল। তেওঁলোকে এনেহেন কমবয়সীয়া ধুনীয়া গাভৰু এজনীক লগত লৈ ফুৰিবলৈ পাই নিজকে একোগৰাকী অভিজ্ঞা গৃহিনী আৰু কৰ্তৃত্বশীলা মহিলা বুলি জাহিৰ কৰিবলৈ সুযোগ ললে। নানা গৰাকীয়ে আহি লাবণ্যক ফুৰিবলৈ লৈ যায়।

এদিন গধূলী দুগৰাকী মহিলাই লাবণ্যক ক্লাবলৈ লৈ গল ক্লাবত উপস্থিত হোৱাত ধুনীয়া গাভৰু দেখি মতা-তিৰোতা, ডেকা গাভৰু সকলোৰে চকু তাইৰ ওপৰত পৰিল। তাই প্ৰথমে অপ্ৰস্তুত হৈছিল; পিচত নিজক চম্ভালী লবলৈ সক্ষম হল।

তায়ো গুৱাহাটীৰ ধনী মানুহ এজন 'ইনকামটেক্স' অফিচাৰৰ জীয়েক। বাপেকৰ লগত ক্লাবক যোৱা অভ্যাস আছে।

ক্লাবৰ পৰা ঘৰলৈ অহাৰ আগতে ক্লাবৰ বহুত মানুহে তেওঁৰ পৰিচয় ললে আৰু পুলিচ অফিচাৰ বৰাৰ ঘৈণীয়েক বুলি জানি সন্মান প্ৰদৰ্শন কৰিলে। আজি চাৰি মাহৰ মূৰত হঠাতে এনেকুৱা আদৰ সন্মান পাই লাবণ্যৰ মন আনন্দিত হল। তাই ক্লাবক আহিবলৈ মন কৰিয়ে থাকিল।

ঘৰত আজি তাইৰ মন ফৰকাল। আজি আয়াজনীকো মৰম কৰি মাতিলে; ৰান্ধনী ছোৱালীজনীকো মৰম কৰিলে। ৰাতি খাই বই উঠি বৰাৰ ভাতৰ কাঁহিখন নিজৰ কমলৈ নিজে আনিলে কাৰণ বৰা অফিচৰ পৰা অহা নাছিল। আজিকালি বৰাই অফিচতে অধিক সময় কটায়। খুব কম সময়হে ঘৰত থাকে। তাই ভাতৰ সাজখন নি দেখে যে বৰা আহি ঘৰ সোমাইছে। তাই লাহেকৈ কলে—

"ভাত ইয়ালৈকে আনিছো। অহাত ৰাতি হল দেখোন? এঘাৰটা বাজে এতিয়া।"

"আজি অফিচত বহুত কাম আছিল।" বৰাই শান্ত ভাৱে উত্তৰ

দিলে ; কিন্তু অনুমান কৰিলে যে আজি ঘৈণীয়েকজনীয়ে গৃহিনীৰ শাৰীত উঠিবলৈ চেষ্টা কৰিছে। ইযাৰ আচল কাৰণ কি তাকে ভাবি তেওঁ অলপ চিন্তা কৰিলে। তাৰ পিছত কানি-কাপোৰ সলাই বৰাই হাত মুখ ধুই ভাতৰ পাতত বহিল ঘৈণীয়েকে পানীৰ গ্লাচ আনি আগত দিলে। কাষত ঠিয় হৈ থাকিল কিবা লাগিব বুলি ভাবি। অপেক্ষাৰতা ঘৈণীয়েকৰ মুখলৈ চাই সুধিলে "কোনোবা আহিছিল নেকি ?"

"হয়, ডি,এচ,পি শৰ্মাৰ ঘৈণীয়েক আৰু উষা বাইদেউ আহিছিল।"

"কিয় ? কিবা সকাম আছিল নেকি ?"

"ক্লাবলৈ নিব আহিছিল।"

"গলা নেকি ?"

"হয়।"

তেওঁ ভাতখোৱা শেষ কৰি উঠি মুখ ধুই আহিল। ঘৈণীয়েকে গামোছাখন হাতত দিলে। তেওঁ মুখ মচিলে। তেওঁ অলপ শান্ত হৈ সুধিলে—'কেনে পালা ?"

"ভাল লাগিল। ডেন্স ভাল হৈছিল।" তেওঁ জানে যে তিৰোতাৰ মন পাতল। গান-নাচ দেখিলে মন আৰু পাতল হয়। সেয়েহে আজি ঘৈণীয়েকৰ মনৰ মেঘ কিছু আতৰিছে। তেওঁ খাই বই উঠি বিচনাত উঠিল। ঘৈণীয়েকে বাচনবৰ্ত্তন বিলাক ঠাকঠিক কৰি থৈ কানিকাপোৰ সলাই বিচনাত উঠিল।

সেইদিনা ৰাতিহে যেন তেওঁলোকৰ ফুলশয্যাৰ লগ্ন মিলিল। আজি চাৰিমাহৰ পিচতহে মধু যামিনী।

পিচদিনা দুপৰীয়া খাই বই যাবলৈ ওলোৱাৰ সময়ত ঘৈণীয়েকে কলে—"মধুলী সোনকালে আহিব। ক্লাবলৈ যাম।

"বাৰু।' বুলি কৈ মূৰ দপিয়াই হাঁহি মাৰি বৰা ওলাই গ'ল। নাৰীৰ মন বুজা টান। এই সৌহাৰ্দ্দৰ অন্তৰালত বা কি লুকাই আছে কোনে জানে।

মধুলী দুয়ো ক্লাবলৈ গ'ল। আজি কেইমাহৰ পিচত সস্ত্ৰীক আহি উপস্থিত হোৱাত বৰাক নানাজনে অভিনন্দন জনালে।

বলবীৰ সিং নামৰ পুলিচৰ লোকজনে আহি দুয়োকো নমস্কাৰ কৰিলে। বলবীৰ সিং তলতীয়া পুলিচ অফিচাৰ। বৰাই তেওঁক দৈৱেণীয়েকৰ লগত চিনাকি কৰি দিলে। বয়সত খুব কম কিন্তু কামত পাকৈত অফিচাৰ বলবীৰ সিং। দেখাত দেখনিয়াৰ। পাঞ্জাবী লোক। দাবি গোফ, ধুনীয়া, মুখৱয়ব সুন্দৰ, সুঠাম চেহেৰা, যৌৱনৰ ভৰা নৈ বৈ গৈছে দেহৰ ওপৰেদি। পচিশ চাবিছ বছৰৰ লোক, মনো-মুগদ্ধকৰ চাৱনি। লাৱণ্যৰ লাবন্যময়ী চেহেৰা দেখি সিঙৰ শৰীৰৰ ভিতৰেদি কিবা এটা নতুন তাৰিত প্ৰৱাহিত হৈ গ'ল। তাৰ চকু দুটাই যেন লাৱণ্যক বহু কথা কলে। লাৱণ্যৱতী লাৱণ্যই এই ভাষা বুজি পালে। চকুৰেই যেন উত্তৰ দিলে। ই হ'ল ডেকা ডেকেৰীৰ বয়সৰ আহ্বান।

নাচ গান চলিল। বলবীৰ সিঙে খুব ভালকৈ নাচিব জানে। সকলোৱে তাৰ ভাংৰা নাচ ভাল পায়। সি নাচিলে সকলোৱে বাহ বাহ দিলে। নাচ গানৰ পিচত মদ্যপান কৰি সকলোৱে ঘৰাঘৰি গ'ল। লাবণ্যহঁতো আহিল।

* * * * * *

এনেভাৱে বহুদিন পাৰ হৈ গ'ল। বৰাৰ জীৱনৰ গতিধাৰাও বদলি হল। তেওঁ ভাবিলে যে দৈৱেণীয়েকে অনুশোচনা কৰি ফিৰি আহিছে। তেওঁ তাইক মৰম কৰিব ধৰিলে। লাৱণ্যয়ো বাংঢালী হৈ উঠিল।

ক্লাবলৈ যোৱা তেওঁলোকৰ দৈনন্দিন কাম যেন হৈ উঠিল।

বলবীৰ সিং বৰা চাহাবৰ ঘৰলৈ ঘনকৈ অহা হ'ল। কেতিয়াবা বৰাই যোৱাত পলম হলে লাৱণ্যই সিঙৰ লগতে ক্লাবলৈ যায়।

ক্ৰমে ক্ৰমে সিঙৰ লগত লাৱণ্যৰ ঘনিষ্টতা বাঢ়ি গ'ল। এই ঘনিষ্টতাই দুয়োকো ভাব বিনিময় কৰাত সহায় কৰিলে। ক্ৰেগ বুজি দুয়ো খিলঙৰ "লেক"ৰ পাৰলৈ ফুৰিবলৈ যোৱা হ'ল। বৰাৰ অজ্ঞাতত দুয়ো লেকৰ পাৰত বহি অন্তৰৰ আবেগৰ কথা আৰম্ভ কৰিলে।

সুযোগ সন্ধানী নাৰীয়ে সুযোগ পালে আকাংক্ষা পূৰণ কৰি

নোলোৱাকৈ নাথাকে। লাৱণ্যয়ো তাকে কৰিলে।

প্ৰায় সমবয়সীয়া ডেকা ল'ৰা ছোৱালীক বিশ্বাস কৰিব নোৱাৰি। এবাৰ স্খলিত হলে তেওঁলোক আৰু ঘূৰি আহিব নোৱাৰে। ইহঁতৰো অৱস্থা তেনেই হ'ল। মহিম বৰা আৰু লাৱণ্য চৌধুৰী ওৰফে লাৱণ্য বৰা স্বামী স্ত্রী কিন্তু বলবীৰ সিং আৰু লাৱণ্য বৰা প্ৰেমিক প্ৰেমিকা হ'ল। পৰিস্থিতিয়ে গভীৰ ৰূপ ললে। বুবু বা বা কৈ সকলোৱে মুখে মুখে এই কথা প্ৰচাৰ হ'ল। বৰাই ক্লাবলৈ যোৱা বন্ধ কৰিলে। ঘৈণীয়েককো মানা কৰিলে; কিন্তু লাৱণ্যই গিৰিয়েকৰ কথা নামানিলে। আনকি আগতকৈ বেছিকৈহে যোৱা কৰিলে আৰু খোলা খুলি ভাবেই মদখোৱা আৰু নাচগান কৰা হ'ল ক্লাবৰ ভিতৰত।

সিদিনা ৰাতি বাৰ বজাত সিঙে তাইক ঘৰৰ ওচৰলৈ আগবঢ়াই থৈ গ'ল কাৰণ তাই বেছিকৈ মদ খাইছে। ঘৰ পোৱাত ঢলং পলংকৈ আহি ৰুমৰ দৰ্জাত চকা মাৰিলে। বৰা শুৱা নাছিল; দৰ্জা খুলি দিলে। তাই ভিতৰ সোমাল। বৰাই সুধিলে-"সিং গলনে?"

"কোন সিং। মই একো নাজানো।"

"তেন্তে তুমি কাৰ লগত আহিলা?"

"অকলে আহিলো"

"মিছা কথা নকৰা।"

"মিছা কথা কবলৈ মোৰ কি দৰ্কাৰ? মই কাক ভয় কৰি মিছা কম? মই কাকো ভয় নকৰো।"

"এৰা, তুমি কাকো ভয় নকৰা। তোমাৰ স্বামীকো যাতে ভয় নকৰা তেন্তে আৰু কাক ভয় কৰিবা?"

"হয় মই আপোনাক ভয় নকৰো।"

"কিন্তু মই কৈ দিছো, তুমি সিঙৰ লগত ফুৰা বন্ধ কৰা। বহু বদনাম হৈছে।"

"থৈ দিয়ক আপোনাৰ বদনাম। আপোনাক মই কি দিয়া নাই? জীৱন যৌৱন সব দিছো; ইয়াৰ পিচত আৰু কি বিচাৰিছে?

মোৰ স্বাধীনতাত হস্তক্ষেপ নকৰিব।"

"মই মোৰ বদনাম সহ্য কৰিম ? তোমাক মই সকলো স্বাধীনতা দিছো, কেবল এটা কথাত মই স্বাধীনতা দিব নোৱাৰিম।"

"কিহত নোৱাৰিব ?"

"পৰপুৰুষৰ সঙ্গ লাভত।"

"তেনেহ'লে মই কোনো পুৰুষৰে সঙ্গ নলম— আনকি আপোনাৰো।"

"তুমি শুই থাকা। মুখ বন্ধ কৰি শুই থাকা। আজিৰ পৰা তুমি মদো খাব নোৱাৰা।"

"হাঃ হাঃ মই মদ খাব নোৱাৰিম—মই কোনো পুৰুষৰে সঙ্গ নলম হাঃ হঃ।"

তাইৰ অস্থিৰ গতি দেখি বৰাই একো নকলে। পিচমুখ দি শুই থাকিল। তাই মজিয়াতে এখন কম্বল পাৰি শুই পৰিল।

ৰাতিপুৱাই উঠি কাৰো মাতবোল নাই। দুয়ো উঠি নিজৰ নিজৰ কামত গ'ল

কেইদিনমানৰ পিচৰ কথা। দুয়োৰে মাতবোল বন্ধ হোৱাত ঘৰখনৰ অৱস্থা বিয়াৰ পিচৰ অৱস্থাৰ দৰে গোমোঠা হ'ল। সকলো নিষ্প্ৰভ। তাইৰ বদনামৰ কথা চাকৰ বাকৰেও জানিছে। তাই বুজি পালে। তাইৰ ৰ'ৰ বেয়া লাগিল। নিজৰ সন্মান নষ্ট হলে কোনেও স্থিৰে থাকিব নোৱাৰে। তায়ো অস্থিৰ হৈ পৰিল। তাইৰ মনত পৰিল ফুলশয্যাৰ ৰাতি তাই গিৰিয়েকক কি কথা কৈছিল আৰু মনত কি প্ৰতিজ্ঞা কৰিছিল। "এই আপোনাৰ জীয়েকৰ তুল্য। ইমান বয়সীয়াল লোক এজনে কিয় মোৰ দৰে এজনী কমবয়সীয়া ছোৱালী বিয়া কৰালে ? ইয়াৰ প্ৰতিফল আপুনি পাব।" সেই প্ৰতিজ্ঞাৰ কথা তাইৰ মনত পৰিল। তাইৰ ভিতৰৰ হিংস্ৰ পশুটো জাগি উঠিল। তাই প্ৰতিশোধ লব ; নিৰ্ম্মম প্ৰতিশোধ।

তাই তেওঁক এদিন ৰাতি সুধিলে—"আপুনি মোক কিয় বিয়া কৰাইছিল ? তিৰোতা কৰিবলৈ নে চাকৰণি কৰিবলৈ বিয়া কৰাই-

ছিল? চাকৰণিৰ দৰে মোক শাসন কৰিছে।"

"মই তোমাক বিয়া কৰাইছিলো মোৰ গৃহিনী কৰিবলৈ আৰু মোৰ বংশ ৰক্ষা কৰিবলৈ।

"গৃহিনী কৰি বংশ ৰক্ষা কৰিবলৈহে মোক বিয়া কৰাইছিল?"

"এৰা গৃহিনী বা গৃহলক্ষ্মীৰূপে পাবলৈ বিয়া কৰাইছিলো, আৰু মোৰ বংশ ৰক্ষাৰ বাবে বিয়া কৰাইছিলো।

"সন্তান জন্মাবৰ বাবে?"

"এৰা, পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্য্যা। পুত্ৰ লাভৰ কাৰণেহে ভাৰ্য্যা বিয়া কৰোৱা হয়। তুমি মোৰ গৃহিনী বা গৃহলক্ষ্মী নহলা আৰু সন্তান জন্মও নিদিলা; গতিকে তোমাৰ প্ৰয়োজন কি? মোৰ আৰু তোমাক প্ৰয়োজন নহব। মই অতি সোনকালে তোমাক দাইভোৰ্চ কৰিম।"

এইবাৰ তাই একো নকলে। ভীষণ খং উঠিল। ড্ৰাইভোৰ্চ কৰিব! কৰক। যিমান সোণকালে কৰে সিমানে মঙ্গল।

কিন্তু! কিন্তু তাৰ পিচৰ অৱস্থা ? তাই আৰু ভাবিব নোৱাৰিলে।

পিচদিনা তাই 'লেকৰ' পাৰত সিংক লগ ধৰি সকলো কথা বিবৰি কলে। সিঙে এটা হাঁহি মাৰি ক'লে—"ডাইভোৰ্চ কৰিলে ভালে হ'ব; তুমি মোৰে হবা।'

"চিঃ তুমি তেনে কথা নকবা। তুমি মোৰ প্ৰেমিকহে—স্বামী নোহোৱা আৰু হবৰ যোগ্যতাও নাই।"

"তেন্তে তুমি মোক তোমাৰ উপভোগৰ কাৰণেহে ৰাখিছা?

"এৰা তুমি মোক উপভোগ কৰিব পাৰিবা। কিন্তু তুমি মোৰ গৰ্ভত সন্তান জন্ম দিব নোৱাৰিবা। তোমাৰ ঔৰষৰ সন্তান মই ধাৰণ নকৰো।"

"ইতিমধ্যে যদি সন্তান ধাৰণ কৰিছাহ কিজানিবা?"

"তোমাৰ কিয় মোৰ স্বামীৰ সন্তানো মই গৰ্ভত ধাৰণ কৰা নাই।"

"ই কেনেকৈ সম্ভৱ ?"

"আজি বিজ্ঞানৰ যুগত কিমান জন্ম নিৰোধৰ বস্তু ওলাইছে তুমি নাজানা ?"

"তুমি সাংঘাতিক নাৰী। বলা উঠা, ৰাতি হল; এই লেকৰ পাৰত থকা এতিয়া নিৰাপদ নহয়। বলা।"

দুয়ো উঠিল। বলবীৰ সিঙৰ মনত আজিহে খেলিলে যে এই ধুনীয়া গাভরু গৰাকী ফেটী সাপৰ দৰে ধুনীয়া আৰু বিষাক্তও। এওঁৰ পৰা নিৰাপদ দূৰত্বত থকাই মঙ্গল।

*　　　*　　　*

সিদিনা ৰাতি তাই বহুত ভাবি-চিন্তি সিদ্ধান্ত কৰিলে যে ৰঘাৰ ঔৰসত তাই সন্তান জন্ম দিব আৰু বংশ ৰক্ষা কৰিব।

ক্ৰমে তাই গিৰিয়েকৰ কথা শুনা তিৰোতা হিচাবে ৰঘাৰ কথা মনা হ'ল। ৰঘাক আকৌ হাত কৰিলে। তাইৰ কাৰ্য্য সিদ্ধিৰ কাৰণে তাই গিৰিয়েকক আকৌ ক্ৰিড়নক হিচাবে ব্যৱহাৰ কৰিব। ছলনাময়ী নাৰীৰ ছলনা পুলিচ অফিচাৰ ৰঘাই বুজিব নোৱাৰিলে। কিছুদিন পিছত তেওঁ আকৌ তাইৰ হাত হৈ গ'ল। নাৰীৰ কূট-কৌশলত পুৰুষ সদায় পৰাজিত। তেওঁ ভাবিলে ঘৈণীয়েকৰ সুমতি হ'ল; তেওঁৰ কথা আখৰে আখৰে মনা হল। ৰঘা তাইৰ ওপৰত সন্তুষ্ট হল। তায়ো বুজিলে যে ৰূপৱতী নাৰীৰ ৰূপৰ মোহেৰে সকলো পুৰুষকে মোহিত কৰি পুতলা বনাব পাৰি।

তিনিমাহমান পিচত দেখা গ'ল যে লাৱণ্য অন্তঃসত্ত্বা হৈছে। এনেয়ে লাৱণ্যবতী তাতে অন্তঃসত্ত্বাৰ তিনিমাহ পিচত আকৌ দুগুণে ৰূপৱতী হৈ লাৱণ্যময়ী হৈ উঠিছে। তাইৰ কোমল নিমজ গালত নতুন ৰক্তৰ সঞ্চাৰে দুগুণে জেউতি চৰাইছে। প্ৰতি অঙ্গ-প্ৰত্যঙ্গ হৈ পৰিছে—মসৃণ, নিমজ আৰু সৌন্দৰ্য্যময়। আগৰ উগ্ৰ তীব্ৰ ৰূপে যেন মোট সলাই নম্ৰ, গহীন ৰূপত পৰিণত হৈছে। মাজে মাজে গা-বমজনিত কাৰণত হোৱা বমিত অস্বস্তি পায় যদিও গিৰিয়েকৰ হাত-ফুৰণিয়ে গা-মন শীতল কৰি দিয়ে। হাজাৰ কঠোৰ হলেও তাই

নাৰী। নাৰীসুলভ দুৰ্বলতাই তাইকো কোমল কৰি তোলে।

সাতমাহমানৰ পিচৰ কথা। তাইৰ কামনাৰ তীব্ৰজ্বালা উপশমিত হব ধৰিছে। তাই আৰু সিঙৰ সান্নিধ্য বিচাৰি নাযায়। সিঙেও অন্তঃসত্তা ৰমণীৰ আলিঙ্গন বিচৰা নাই : কিন্তু মানসিক দুৰ্বলতা এটা তেওঁৰো আছি পৰে তাইৰ প্ৰতি। মৰম কৰি মূৰটো পিহিবৰ মন যায় ; কিন্তু বিফল। তাই তাক সেই সুযোগ নিদিয়ে।

কেইমাহমান পিচত নাচং হোমৰ পৰা তাই যেতিয়া ল'ৰাটোক কোলাত লৈ আহি গিৰিয়েকৰ ওচৰত তুলি ধৰে তেতিয়া ৰবাৰ আনন্দ চায় কোনে। সাথে-সেথে তাহক গাত ধৰি লাহে লাহে ধৰি আনি গাড়ীত তুলি কাষত বহি সাবতি ধৰি ল'ৰাটোৰ ফালে চাই চাই পৰম তৃপ্তি লাভ কৰিলে। সন্তান পিতৃ চিত্তৰ আনন্দৰ প্ৰধান কাৰণ। পিতৃৰ কাৰণে তৃপ্তিৰ বস্তু একমাত্ৰ সন্তান। সন্তানহীনে এই আনন্দক অনুভৱ কৰিব নোৱাৰে।

ছয়মাহ মান পলমে লাৱণ্য পুনৰ সুস্থ হৈ উঠিল। ল'ৰাজন চালুকীয়া হৈছে। মৰম লগা হৈছে। সকলোৱে ধুনীয়া ল'ৰাজন দেখি একোটা চুমা খায়। বাপেকেও চুমা খায় কিন্তু এটা সন্দেহ থাকে মনত —ই জানো মোৰ ঔৰসজাত সন্তান ? অলপ ডাঙৰ হলেহে জানিম।” তথাপি সান্তনা লভে কাৰণ যাৰ মাটি তাৰ খেতি।

*            *            *

লাৱণ্যাই সুস্থ হৈ আকৌ আগৰ স্বভাৱ ললে। তাই আকৌ সিঙক বিচৰা হ'ল। আকৌ দুয়োৰো মিলন হব ধৰিলে। এই-বাৰ কিন্তু শগুনে পাখা ঢাকি শ খাবলৈ আৰম্ভ কৰিলে। ৰবা আকৌ সন্তুষ্ট হ'ল।

ল'ৰাজনৰ বয়স এবছৰ হৈ যোৱাৰ পিচত একৰকম ধৰিব পৰা হ'ল যে ল'ৰাজন বাপেক ৰবাৰ দৰেই হব। তেতিয়াহে ৰবা আশ্বস্ত হ'ল। সি যি কি নহওক ই তেওঁৰেই ঔৰসজাত সন্তান। ৰবাই তাতেই সান্তনা লভিলে। ৰবাৰ মনত ধাৰণা হ'ল যে লাৱণ্যৰ যদিও লোকে কল্পনাৰ কৰে আচলতে তেওঁ ঠিক আছে। তথাপি মনৰ খুদুৱনি থাকি যায়।

সন্তান জন্ম দিয়াৰ পিচৰ পৰা লাৱণ্যৰ কৰ্তৃত্ব বাঢ়ি গ'ল। ঘৰ দুৱাৰ গৃহস্থীৰ আচল কৰ্ত্রী হৈ পৰিল। গিৰিয়েকেও তাইক গৃহিনীৰ মৰ্য্যদা দিলে তাইৰ আদেশ মতে বহু ক্ষেত্রত চলা হ'ল বৰা।

দুবছৰ পাৰ হৈ গ'ল। ল'ৰা চালুকীয়া আৰু মৰম লগা হৈছে। তাইৰ মাক বাপেকেও আজি কালি গুৱাহাটীৰ পৰা আহি খিলঙত থাকে। নাতিজনক মৰম কৰে, জোৱাঁইয়েকক মৰম কৰে। বৰ সুখৰ সংসাৰ যেন অনুমান হয়।

সিদিনাৰাতি লাৱণ্যই গিৰিয়েকক কলে—"মই পৰহি বোম্বেলৈ যাম। গতিকে ধনক গুৱাহাটীত আইৰ তাত দি আহিম অহাকালি।"

"বোম্বেলৈ কিয়?"

"ভ্রমণৰ কাৰণে।"

"কোন যাব আৰু?"

"শৰ্মা, শৰ্মাৰ ঘৈণীযেক, মেধি আৰু তেখেতৰ পৰিবাৰ আৰু মই।"

"মইতো যাব নোৱাৰিম। তুমি জানো অকলে পাৰিবা?"

"ইমানবোৰ মানুহ থাকিব ; কিয় নোৱাৰিম, পাৰিম।"

"আৰু কোন যাব ? সিতো যাব নেকি" তাই সেমেনা সেমেনি কৰিলে। বৰাৰ চকু ঠিয় হ'ল। কঠোৰ ভাবে কলে—"তুমি যাব নোৱাৰা।"

"মই যামেই। কথা দিছো।" তাই দৃঢ়ভাবে কয়। বৰাই আদেশৰ সুৰত কয়—"তুমি যাব নোৱাৰা। যাব নিদিও।"

তাই বাঘিনীৰ দৰে কৈ উঠিল—"মই যামেই।" এনেকৈ কৈ তাই ওলাই আহিল। বৰাৰ বৰ খং উঠিল কিন্তু উদ্ধত স্ত্রীক শাসন কৰাৰ ক্ষমতা তেওঁৰ নাই। অফিচত যিবিলাক অফিচাৰ কড়া আৰু শাসনত অতি কঠোৰ তেওঁলোকক তলতীয়া কৰ্মচাৰীয়ে বাঘৰ [illegible] কৰে কিন্তু সেই অফিচাৰ বিলাকৰ বেছি ভাগেই ঘৰত গৃহিনীৰ ওচৰত হাঁওলেৰীয়া মেকুৰীৰ দৰে। অফিচত বৰ মতা, [illegible] লোটা সোতা। অফিচত বাঘ—ঘৰত মেকুৰী। বৰাৰ অৱস্থা [illegible]।

জেউ আৰু একো মাতিব নোৱাৰিলে।

পিচদিনা ৰাতিপুৱা দাবি খুৰাই উঠি বৰাই গা ধু'বলৈ বাথ-ৰুমত সোমাইছে। এনেতে সিঙে এম্বেচেদৰ গাড়ীখন লৈ আহি বাহিৰতে ৰাখি লাৱণ্যক ইঙ্গিত কৰিলে। লাবণ্যই ইতিমধ্যে ওলায়ে আছিল। তাই ল'ৰাটিক কোলাত লৈ বাথৰুমৰ ওচৰলৈ আহি বৰাক মাত দিলে—

"মই গুৱাহাটীলৈ যাওঁ।" বৰাই বাথৰুমৰ দৰ্জা খুলি তাইক দেখি কলে—"তোমাক যাবলৈ মই মানা কৰিছো নহয়। যাব নোৱাৰা।"

"মই যামেই। আজি গুৱাহাটীত থাকি কালি বোম্বেলৈ যাম। ধনক আইক ৰাখিব কম। এসপ্তাহৰ ভিতৰতে ঘূৰিম।"

"যাব নোৱাৰা।"

"নহয় মই যামেই। মই আহিলো, এই কোচা চাবি।" এই বুলি কৈ আলমাৰীৰ চাবি কোচা দলি মাৰি বাথৰুমৰ ভিতৰত পৰাকৈ দিলে আৰু বেগাই ওলাই আহিল। বৰাই মাত লগালে—

"গুৱাহাটীক কাৰ লগত যাবা ?"

"সিঙৰ লগত।" এইবুলি কৈয়ে বেগাই ওলাই আহি সিঙৰ গাড়ীত উঠি তৎক্ষণাত গুচি গ'ল।

সিঙৰ লগত যাব বুলি শুনি বৰা লাহে লাহে ঢলি পৰিল আৰু বাথৰুমত এটা ডাঙৰ শব্দ হ'ল। শব্দ শুনি চাকৰটো বাথ-ৰুমলৈ দৌৰি আহিল আৰু বৰাক পৰি থকা দেখি ওচৰলৈ দৌৰি গৈ দেখে যে বৰাই চকুমুদি পৰি আছে। সি টানকৈ চিঞৰ মাৰি দিলে। ভেতিয়া ঘৰৰ সকলো দৌৰি আহিল। কাষৰ মানুহো আহিল। থানাত খবৰ দিলে। পুলিচৰ মানুহ দৌৰি আহি দেখে যে বৰা ঢুকাইছে। সকলোৱে হুৱাহুৱা লগাই দিলে। ডাক্তৰৰ ব্যৱস্থা কৰা হ'ল ; কিন্তু কি হব সকলো শেষ হৈ গৈছে কিছু সময় আগতে।

গুৱাহাটীৰ শহুৰৰ ঘৰলৈ ফোন কৰা হ'ল। শহুৰেকে ফোন

ধৰাৰ লগে লগে জানিলে যে জোৱায়েকে খাতিপুৰা বাথৰুমত পৰি ঢুকাল। ঘৰত হুৰাহুৰা লাগি পৰিল। তেওঁলোক শিলঙলৈ যাবলৈ সাজু হ'ল। এনেতে গৈ লাৱণ্য ওলালহি।

লাবণ্যক দেখি মাক বাপেকে কান্দি কাটি হুলুস্থুল লগাই দিলে। "কি হৈছে" বুলি লাবণ্যই মাকক প্ৰশ্ন কৰাত মাকে ফোনৰ কথা কলে —"এইমাত্ৰ মই তেওঁক বাথৰুমত চাবি কোচা দি এৰি আহিছো। এই কথা মিচা। কোনোবাই ষড়যন্ত্ৰ কৰি ফোন কৰিছে।" বাপেকে কলে—"মই নিজে ফোন কৰিছো, কথা মিচা নহয় নিশ্চয়।" বাপেকৰ কথা শুনি তাই মনত একো থিৰ কৰিব পৰা নাই। তাইৰ উগুল থুগুল লাগিল। ঘৰখনত হুলুস্থুল লাগিছে। সকলোৱে কান্দিছে। ফেকুৰী ফেকুৰী কান্দিব ধৰিলে। ঘৰখনত কান্দোনৰ ৰোল উঠিল।

কান্দি-কাটি মাক-বাপেক, ককায়েৰ আৰু লাৱণ্যই ল'ৰাজনক লৈ বাপেকৰ গাড়ীত উঠি শিলঙলৈ পুনৰ ফিৰিল। হতভাগ্য বলবীৰ সিঙে অকলে অকলে গাড়ী লৈ ৰাওনা হ'ল শিলং অভিমুখে।

শিলঙৰ ঘৰত আহি দেখে যে গিৰিয়েকৰ মৰা-শ চোতালত উলিয়াই পুলিচৰ মানুহে আগুৰি আছে ঘটনা দেখি তাই চোতালতে ঢাচ কৰি পৰি গ'ল আৰু মূৰ্চ্ছা গ'ল। মাক বাপেক, ককায়েকে মূৰে-কপালে হাত দি হুৰাওৰাবে কান্দিব ধৰিলে। এক করুণ নাটকৰ দৃশ্য যেন ভাহি উঠিল সকলোৰে চকুৰ সমুখত।

*　　*　　*　　*

অন্ত্যেষ্টিক্ৰিয়া শেষ হোৱাৰ পিচত বিধবাৰ সাজ পৰিধান কৰি সকলো অলঙ্কাৰ বৰ্জিতা হৈ যেতিয়া মলিন মুখে অসামান্যা ৰূপসী লাৱণ্যময়ী লাৱণ্যই পুত্ৰেকক কোলাত লৈ পিতৃগৃহ অভিমুখে গুৱাহাটীলৈ ৰাওনা হ'ল তেতিয়া পুলিচ থানাৰ পুলিচ অফিচাৰ সহ পুলিচ জিলাৰৰ চকুলো ওলাল। হাজাৰ বেয়া হলেও লাৱণ্য নাৰী। জীৱনৰ সুখৰ দিনৰ এনেকৈ অপ্ৰত্যাশিতভাৱে সামৰণি পৰাত সকলোৰে অন্তৰত শোকৰ অশ্ৰু প্ৰৱাহিত হ'ল। সকলোকে হাতযোৰ কৰি আজাৰ্ন্ত

ক'লে—"মই গুৱাহাটীলৈ ওলালো। মোৰ আৰু ইয়াত কোনো নাই। মই আজিহে জানিলো মই অকলশৰীয়া বিধবা নাৰী। আপোনালোকক মই নমস্কাৰ কৰিছো মোৰ শত শত দায়-দোষ মাৰ্জনা কৰিব।" তাই ফেকুৰী ফেকুৰী কান্দি উঠিল। তাইৰ কান্দোনত সকলোৰে চকুলো ওলাল। তাই বিদায় মাগী থানাৰ পৰা ওলাই আহিল।

এই সময়ত বলবীৰ সিং তাত উপস্থিত নাছিল। আজি তাৰ অন্তৰ দেই গ'ল। সি লাজ অপমান আৰু দুখত মুখ তুলিব নোৱাৰা হল। সি তাইক আহি বাটত লগ ধৰিলে। আজি সি নিজকে দোষী দোষী অনুভৱ কৰিছে। সেইবাবে চকুলো মচি তাইক ক'লে—"মোক ক্ষমা কৰা মিচেচ বৰা, মই মহা অপৰাধী। মই তোমাৰ জীৱনৰ শোক-দুখৰ কাৰণ। এই ক্ষমাৰ অযোগ্য; কিন্তু তথাপি মই ক্ষমা চাইছো। তুমি মোক ক্ষমা নকৰিলে মই শান্তি নাপাম।" সি তাইৰ মুখৰফালে বৰ করুণ দৃষ্টিৰে চাই ৰ'ল। লাৱণ্যাই তাৰ মুখৰ ফালে চাই ক'লে—'তোমাৰ কোনো দোষ নাই সিং—ই মোৰ পাপৰ প্ৰায়শ্চিত্ত। মই মহা পাপীনী আৰু মই তোমাকো মহাপাপত লিপ্ত কৰাইছিলো। তোমাৰ কোনো দোষ নাই; দোষ মোৰহে। গতিকে তুমি ক্ষমা খুজিব নালাগে। কৃতকৰ্মৰ ফল মই হাতে হাতে পালো।" তাই গহীন হৈ গ'ল আৰু তাৰ ওচৰৰ পৰা আঁতৰি আহি গাড়ীত উঠিল।

বিবেকৰ দংশন তাইৰ আৰম্ভ হ'ল। এতিয়াহে তাই উপলব্ধি কৰিলে তাই জীৱনত কি হেকৱালে আৰু জীৱনত কি ভুল কৰিলে।

---

# সান্তনা

সিযো এটা দিন আছিল। ভাৰতৰ স্বাধীনতা আন্দোলনত অসহযোগ আৰম্ভ হয় মহাত্মাগান্ধীৰ নেতৃত্বত। অসমত তেতিয়া কংগ্ৰেছৰ নেতা আছিল নবীনচন্দ্ৰ বৰদলৈ। তেওঁৰ নেতৃত্বতে অসমত স্বাধীনতাৰ আন্দোলন চলিছিল। শেষত ইংৰাজ চৰকাৰৰ হাতত বৰদলৈদেৱে কাৰাবাস খাটিব লগা হৈছিল। এই গৰাকী নেতাৰ লগতে কংগ্ৰেছৰ অসহযোগ আন্দোলনত অসমৰ ছাত্ৰ-ছাত্ৰী, ডেকা গাভৰু সকলোৱে জপিয়াই পৰিছিল।

এই আন্দোলনতে অসমৰ চহৰে নগৰে গাৱেঁ ভূঁয়ে আবাল-বৃদ্ধ বনিতাই অসহযোগ কৰিছিল। তাৰে ভিতৰৰে জাগাৰ সত্ৰৰ সত্ৰাধিকাৰ পদ্মকান্ত গোস্বামীও এজন। তেওঁৰে সোঁহাতস্বৰূপ শ্যামসুন্দৰ ডেকা এজন দুৰ্দ্ধৰ্ষ আন্দোলনকাৰী ডেকা। তেওঁ সেই অঞ্চলৰ সমূহ ৰাইজক একত্ৰিত কৰি আন্দোলনৰ গতি তীব্ৰ কৰি তুলিছিল। শেষত দুয়োজন ব্যক্তিয়ে জেল খাটিব লগাত পৰিছিল। জেলত গৈ তেওঁলোকে নবীনচন্দ্ৰ বৰদলৈক লগ পালে। তেওঁৰ লগতে কেইবা-মাহো জেলত থাকিব লগা হৈছিল।

গোস্বামীৰ আৰ্থিক অৱস্থা টনকিয়াল আৰু ডেকাৰ আৰ্থিক অৱস্থা শোচনীয়। গোস্বামী সংস্কৃতৰ বিদগ্ধ পণ্ডিত আৰু সত্ৰৰ কামত পৰাও যথেষ্ট সন্মান লাভ কৰিছিল। তেওঁৰ পৈত্ৰিক সম্পত্তি মাটি-বাৰীও অধিক আৰু একান্নবৰ্ত্তী পৰিয়াল হিচাবে খোৱা-লোৱাতো কোনো অসুবিধা নাছিল; কিন্তু ডেকাৰ যেনিকা তেনে [illegible]। পৈত্ৰিক সম্পত্তি বহুত আছিল যদিও তেওঁ ৰাজহুৱা কামত দিন ৰাতি খাটি থাকিব লগা হোৱাত লাহে লাহে সকলো ভূ-সম্পত্তি [illegible] দুবিঘাকৈ বিক্ৰি কৰিব লগা হৈছিল। তাৰ উপৰি [illegible] আৰু দুখীয়া ছাত্ৰ ছাত্ৰীক পঢ়াৰ খৰছ বহন কৰি [illegible] উপক্ৰম হৈছিল। এই মহৎ ত্যাগ আৰু গুণৰ বাবে ডেকা [illegible]

অতি প্ৰিয় পাত্ৰ হৈছিল সঁচা ; কিন্তু তেওঁৰ ঘৰৰ অৱস্থা অতি দুখ লগা হৈছিল। আনকি শেষত জেলত পৰা সময়ত ঘৰৰ ল'ৰা তিৰোতা আদিয়ে লঘোণ পৰা অৱস্থা হৈছিল। তথাপি ডেকাৰ সেই বিষয়ত কোনো চিন্তা ভাৱনা নাছিল,—চিন্তা কেৱল কেনেকৈ ভাৰতবৰ্ষ ইংৰাজৰ হাতৰ পৰা মুক্ত হৈ স্বাধীন হয় তাৰে আৰু তাৰ কাৰণেই অসহযোগ আন্দোলনত দেহেকেহে খাটিছিল। গোস্বামীয়ে কিন্তু এই কথা ভালকৈ জানিছিল আৰু আপোন ভোলা ডেকাৰ ঘৰৰ খবৰ খাতি জেলৰ ভিতৰত থাকিও কৰি আছিল। তেওঁ জানিছিল যে ডেকাৰ ঘৰত লঘোন পৰিব, গতিকে তেওঁৰ ঘৰলৈ চিঠি লিখি দিলে যে ডেকাৰ ঘৰত যেন চাউল দিয়া হয়। সেই চিঠিৰ মৰ্মে গোস্বামীৰ ঘৰৰ পৰা চাউল পঠোৱা হৈছিল। দুইজন গুৰু-শিষ্যৰ দৰে বন্ধু আছিল।

জেলৰ পৰা ওলাই অহাৰ কেইবাবছৰ পিচত এবাৰ জাগাৰা অঞ্চলৰ পঞ্চায়ত নিৰ্ব্বাচনত ডেকা পঞ্চায়তৰ ( সদস্য ) মেম্বাৰ হৈছিল। বহুভোটৰ ব্যৱধানত প্ৰতিপক্ষক পৰাস্ত কৰিছিল। তেতিয়াৰ পৰাই ডেকাক মানুহে মেম্বাৰ বুলিহে মতা আৰম্ভ কৰিছিল। তাৰ পিচত তেওঁ পঞ্চায়তৰ সভাপতিও হৈছিল : কিন্তু তেতিয়াও লোকে তেওঁক মেম্বাৰ বুলিহে মাতিছিল। নামজ্বলা মণ্ডল এজন শেষত কানুনগোলৈ প্ৰমোচন পালেও লোকে তেওঁক মণ্ডল বুলিহে মাতে কাৰণ সমাজত এবাৰ যি নামেৰে জনাজাত হয় শেষলৈয়ো তেওঁক মানুহে সেই নামেৰেই মাতে তেহেলৈ তেওঁ যিমানে ডাঙৰ নহওঁক। এয়ে স্থিতিশীল সমাজৰ চাৰিত্ৰিক লক্ষণ। ডেকাৰ ক্ষেত্ৰতো সেয়ে ঘটিছিল। ডেকাক মানুহে মেম্বাৰ বুলিয়ে মাতিছিল। সমাজৰ অতি মৰমৰ সন্মানৰ পাত্ৰ আছিল মেম্বাৰ শ্যামন্তধৰ ডেকা। মৃত্যুৰ সময়লৈ আনকি মৃত্যুৰ পিচতো মেম্বাৰলৈ সেই অঞ্চলৰ মানুহে শ্ৰদ্ধা আৰু সন্মান জনাইছিল। সমাজৰ বাবে জীৱনৰ সৰ্ব্বচ্চ ত্যাগ কৰি সমাজ সেৱা কৰাজনৰ ধনৰ অভাৱ হলেও মানৰ অভাৱ নহয়। মেম্বাৰ তাৰ সাক্ষী।

মেম্বাৰ বৰ সাৱধানী লোক আছিল। বৃহৎ সমাজএখনত কথা কওঁতে কেনেকৈ সাৱধানে কথাকৈ সমাজৰ সকলো শ্ৰেণী লোকৰে প্ৰিয়-

পাত্র হৈছিল তেনেকৈ আৰ্থিক অনাটনত পৰিও বৰ সাবধানেৰে ঘৰ এনেভাবে চলাইছিল যে তেওঁ যেন এজন আধ্যবস্ত লোকহে। সাধাৰণ শ্ৰেণীৰ মানুহৰ পৰা উচ্চশ্ৰেণীৰ লোক আনকি মন্ত্ৰী, এম, এল, এ সকলেও ডেকাৰ ঘৰলৈ আহি যথা ৰীতিৰে আতিথ্য পাইছিল। তেওঁ কাৰো ওচৰত হাত নাপাতিছিল বৰং বিপদত আনক সহায়হে কৰিছিল। কোনোলোকে তেওঁৰ ওচৰৰ পৰা ফিৰি যাব নালাগিছিল। তেওঁ সমাজৰ নিৰ্ভৰযোগ্য লোক আছিল।

ইফালে গোস্বামী প্ৰভুও ভোলানাথ পুৰুষ আছিল। কোনো ব্যক্তি তেওঁৰ পৰা বিমুখ নহৈছিল। গোস্বামীৰ উদাৰতা আৰু বদান্যতাৰ কথা সেই অঞ্চলৰ সকলো মানুহৰে মুখে মুখে আছিল। সত্ৰাধিকাৰ প্ৰভু অকল সত্ৰাধিকাৰে নাছিল বৰং মানুহৰ হৃদয়-অধিকাৰ আছিল। মানুহৰ দুখ বেদনা অনুভৱ কৰি দুখীত জনক সহায় কৰা তেওঁৰ জীৱনৰ ব্ৰত আছিল। সেয়েহে দুখীয়া শ্ৰেণীৰলোকে গোস্বামীক সাক্ষাৎ ঈশ্বৰ প্ৰভু যেন দেখিছিল। এই শান্ত সৌম্য পুৰুষজনৰ হৃদয় অতি বিশাল আৰু মন অতি পবিত্ৰ আছিল। সেয়েহে প্ৰভুক সকলোৱে শ্ৰদ্ধাভক্তি কৰিছিল। গোস্বামী আৰু ডেকা দুয়ো পৰম মিত্ৰ আছিল। এজন ব্ৰাহ্মণ আৰু আনজন সুদিৰ। কিন্তু কি অপূৰ্ব প্ৰীতি! আজিৰ দৰে সেই সময়ত ব্ৰাহ্মণ সুদিৰৰ ভেদভাৱ ইমান প্ৰকট নাছিল। আজি কালি বামুণ সুদিৰক লৈ যেনে ভিন্নভাৱৰ সৃষ্টি হৈছে, তেতিয়া তেনে নাছিল। এওঁলোক দুয়োৰ মাজততো তাৰ লেখ মানো নাছিল। সেই দিনৰ কথা ভাবিলে আজি সপোন সপোন যেন লাগে। বামুণ সুদিৰৰ যুজখন যেন আজিহে আৰম্ভ হ'ল আৰু জাত পাতৰ ৰাজনীতি কৰা সকলৰ ৰাজনৈতিক চল চাতুৰীৰ কোৰত সমাজত বিভেদৰ বীজ সিচৰিত হ'ল। এই জাতপাত, সৰু বৰ বিচাৰ ৰাজনীতিৰ কুটনীতি মাত্ৰ। ইয়াৰ বাবে ৰাজনৈতিক নেতাসকলেই দায়ী।

ইমান সময়ে এওঁলোকৰ বিষয়ে ইমানবোৰ কথা কোৱাৰ উদ্দেশ্য কোনো উদ্দেশ্য ধৰ্মী প্ৰশংসাবাদৰ বাবে নহয়; কেৱল এটা ঘটনাৰ বাবেহে কোৱা হৈছে। এই ঘটনাৰ নায়ক এওঁলোক দুজন আৰু

সেই বাবেহে নায়ক ভুজঙ্গনৰ পূৰ্ব্ব পৰিচয় আৰু অপূৰ্ব্ব প্ৰীতিৰ পৰিচয় দিয়া হ'ল।

ঘটনাটো ঘটিছিল এনেভাৱে—

এদিনাখন গোস্বামী প্ৰভুৱে গুৱাহাটীৰ পৰা ৰেলেৰে নলবাৰী লৈ আহি নলবাৰীৰ পৰা জাগাৰাৰ ঘৰলৈ আহিছিল। ঘৰপাই প্ৰভুৱে দেখে যে তেওঁৰ চোলাৰ জেপৰ পৰা কোনোবাই একুৰি সতৰ টকা সৰকালে। নলবাৰীত মোনাখন চাই দেখে যে মোনাখনৰ তলৰ ফালে কটা আৰু টকা এটাও নাই। গোস্বামীয়ে বুজিলে যে কোনোবা জেপকটা (পকেটমাৰা) ব্যৱসায়ীয়ে এই জেপকাটিয়ে তিৰি চলি পুহি আছে। তেওঁ এবাৰ চিন্তা কৰিলে আৰু হাঁহিলে। ইমানদিনে কোনো দিন এনে ঘটনা ঘটা নাছিল। ই বৰ লাজৰো কথা; এনেহেন সাৱধানী মানুহ এজনৰ জেপৰ পৰা জেপলুককাই জেপ কাটি টকা নিবলৈ পালে কেনেকৈ। মানুহে শুনিলে নিশ্চয় হাঁহিব আৰু প্ৰভুক বৰ অসাবধানী মানুহ বুলি হেয়জ্ঞান কৰিব। তাকে ভাবি গোস্বামী প্ৰভুৱে কথাষাৰ কাকো নকৰলৈ স্থিৰ কৰিলে। পিচে পৰিবাৰৰ আগত কবনে নকয় তাকে ভাবিলে। কলে জানোচা পৰিবাৰেও কিজানি বেলবুং লোক বুলি জ্ঞান কৰে তেতিয়া কি হব? গোস্বামীয়ে বহু কথা চিন্তা কৰি আহিছে। শেষত ঘৰ পাই ভাবিলে যে ইমান বোৰ টকা পকেটমাৰে নিলে, তথাপি ঘৰৰ গৃহিনীয়ে নাজানিলে বৰ বেয়া কথা হব, কাৰণ ঘৰৰ যাবতীয় খৰচপাতি আই গোসানীয়ে কৰে আৰু শেষত এই টকাৰ হিচাবো এদিন ওলাব, কাৰণ একুৰি সতৰ টকাত প্ৰায় ওঠৰ মোন ধান পোৱা যায়। সেই সময়ত ধানৰ মোনে দুই টকাহে আছিল। বস্তু বাহানিৰ দাম অতি কম আছিল; আজিৰ দৰে মহঙা নহয়। তেতিয়া বস্তুৰ আকাল নাছিল— টকাৰহে আকাল আছিল।

গাইবৈ উঠি প্ৰভুৱে গোসানীক মাতি আনি মনে মনে কলে— "অ' শুনিছানে নাপিতিৰ মাক (নাপিতি মানে নাউপিতি অৰ্থাৎ লৰা ছোৱালী) আজি এটা বৰ ডাঙৰ কথা হ'ল হে।"

"কি কথা" গোসানীয়ে সুধিলে।

গোসাঁয়ে লাহেকৈ কলে—"আজি মোৰ পকেটমাৰি এজুৰি সজন টকা নিলে।"

"কি পকেটমাৰি ?" গোসানীয়ে সুধিলে। গোস্বামী শিক্ষিত, সংস্কৃতৰ উপাধিধাৰী পণ্ডিত আৰু ৰসজ্ঞলোক। কিন্তু গোসানী ? সেই দিনত ছোৱালী অশিক্ষিতা আছিল কাৰণ স্ত্ৰীশিক্ষাৰ প্ৰচাৰ নাছিল। ল'ৰাৰ লগত ছোৱালী পঢ়িবলৈ স্কুললৈ গলে চৰিত্ৰৰ দোষ হব বুলি ভাবি অভিভাৱকে ছোৱালীক স্কুললৈ যোৱাতো নিষেধ কৰিছিল, কলেজৰ কথাটো সুদূৰপৰাহত। গতিকে গোসানীৰ শিক্ষা ঘৰতেহে হৈছিল। তেওঁ পোকেট মাৰা কি বস্তু বা কেনে জন্তু চিনি নাপাইছিল। সেইবাবে বৰ কৌতুহলবশতঃ সুধিলে। গোস্বামীয়ে ৰগৰ কৰি কলে—"জেপলুককা"

"কি জেপলুককা, মই বুজি নাপাওঁ, অসমীয়াত কওঁক।"

"অসমীয়াতে কৈছো, জেপলুককা অসমীয়া শব্দ - ই সংস্কৃত বা ইংৰাজী শব্দ নহয়।"

"নাই মই বুজি পোৱা নাই। বুজাই কওক।"

"জেপ" মানে চোলাৰ মোনা আৰু লুককা মানে খুচৰি বাহিৰ কৰি নিয়া অৰ্থাৎ চোলাৰ মোনাৰ পৰা মনে মনে টকা চুৰ কৰি নিয়া বুজিলা নে ?"

"অ' বুজিছো। পিচে কেনেকৈ নিলে ?"

"মই ৰেলত বহি আহোতে কোনোবা অসতৰ্ক মুহূৰ্তত কোনোবা মহাপুৰুষে মোৰ মোনাখন তলফালেদি কাটি টকাখিনি উলিয়াই নি মোৰ মোনাখন পাতল কৰি থলে। ৰেলৰ পৰা নামি নলবাৰীতহে মই গম পালো যে মোৰ টকা কেইটা কোনোবা পকেটমৰা ব্যৱসায়ে তাৰ তিৰি চলি পুহিবলৈ নিলে।"

"চিঃ এনে অসাৱধানীয়লোক নে আপুনি ? নিজৰ পোকেটখন কাটি টকা নিলেও আপুনি গম নাপায় ?"

"হা ! হা ! ডাঙৰকৈ নকবা ; লক সকৈ কোৱা, ল'ৰাইহে শুনিব।" "বৰ লাজৰ কথা এইবোৰ।"

"এৰা বৰ লাজৰ কথা ; কাকো নকবা। মই তোমাৰ আগতহে কৈছো।

"ইমানবোৰ টকা লোকে নিলে ! বৰ বেয়া লাগিল।" গোসানীয়ে দুখ কৰিলে।

"হ'ক সে নাপিতিৰ মাক ; যিয়ে নিছে তাবোতো ল'ৰাতিৰোতা আছে ; আৰু সিয়েতো এই ব্যৱসায় কৰিয়ে তিৰি চলি পুহি আছে। নিয়ক সে, বেচেৰাই জাৰৰ কাপোৰ কাণিখিনিকে ল'ৰা তিৰোতাক দিব পাৰিব।"

"চোৰৰ ল'ৰা-ছোৱালীৰ কাৰণে ভাবক কেনেকৈ জাৰৰ কাপোৰ লয় আৰু নিজৰ ল'ৰা তিৰোতাৰ কথা এৰক।"

"হেৰা গোসানী ! এই কেইটা টকা নিলেও তোমাৰ ল'ৰা-ছোৱালী খাবলৈ নাপাই নমৰে আৰু কাণি কাপোৰৰো অভাব নহয়। ইমান বেজাৰ পাইছা কিয় ?"

"হব, হব, আপোনাৰ অসতৰ্কতাৰ বাবে ধন হেৰাব আৰু আপুনিয়ে আনন্দ কৰিব ? মইহে বেজাৰ পাওঁনে, আপুনি নাপায় ? "মেম্বাৰে শুনিলে কি কব ?"

"বেজাৰ পালেনো কি হব। টকাবোৰ বাৰু ঘিৰি আহিবনে ? নিছে নিয়ক গাৰ মল। ধন সম্পতি গাৰ মল বুলি ভাবিবা। ই এৰিলেও গাৰ চালে নেৰে। দুখ নকৰিবা।"

প্ৰভুৰ ধনৰ প্ৰতি অনাশক্তি দেখি গোসানী ঘৰৰ ভিতৰলৈ সোমাই গ'ল আৰু গোসাঁয়ে বাহিৰৰ ফালে বাটলৈ ওলাই আহিল।

বাট ওলাই আহি হঠাতে দেখা পালে শ্যমন্ত ডেকাক। ডেকাই বিষন্নমনে আহিছে। চিৰহাস্য মুখখন মলিন—বিষাদক্লিষ্ট। গোসাঁয়ে হাঁহি মাৰি মাত লগালে—"অ' মেম্বাৰ দেখো ? আহা আহা ! মই তোমাৰ কথাকে ভাবিছিলো বোলো আজি মেম্বাৰক লগ পালে বৰ ভাল আছিল। পিচে তুমি আহিয়ে পালা : তোমাৰ বৰ আয়ুস। আহা ভিতৰলৈ।"

গোসাঁয়ে ডেকাক ভিতৰলৈ লৈ গ'ল। ভিতৰ চৰাত দুয়ো বহিল। ডেকা বহাৰ পিচত গোসাঁয়ে ডেকাক সুধিলে—

"কি খবৰ ডেকা, আজি দেখো তোমাৰ মলিন মুখ। কিয় ? কি হৈছে ?"

বৰ গহীনভাবে ডেকাই কলে—“এটা বৰ ভাঙৰ ঘটনা ঘটিল প্ৰভু।”

“কি ঘটনা ?” বৰ কৌতুহলেৰে সুধিলে গোস্বামীয়ে।

“কিনো হব। মোৰ আজি পকেট মাৰিলে প্ৰভু।”

“পকেট মাৰিলে ? তোমাৰ দৰে ইমান সাবধানী মানুহ এজনৰ পকেট মাৰিলে কেনেকৈ ?”

“মই যোৱা পৰহিয়ে টংলালৈ গৈছিলো বিনন্দৰ তালৈ এটা ঘৰুৱা সকামত। তেওঁক মই বৰ মৰম কৰো; তেৱেঁা মোক বৰ ভাল পায়। তেওঁৰ ছোৱালীজনীৰ বাবে মই এটা ল'ৰাৰ চেষ্টা কৰি আছো। তেজপুৰত এটা ল'ৰাৰ সন্ধান পাইছো। সেই বিষয়ে আলোচনা কৰিবৰ বাবে গৈছিলো যোৱা কালি কথাবোৰ আলোচনা কৰি আজি ঘৰলৈ আহিলো। অহাকালি মই তেজপুৰলৈ যাব লাগিব। দৰাঘৰৰ লগত আলোচনা কৰি কিবা বুদ্ধি কৰি ছোৱালীজনীক দিব পাৰিলে বিনন্দৰ মূৰৰ বোজা এটা আতৰে। তেওঁক ঈশ্বৰে ধন ধান, ল'ৰা-ছোৱালী দিছে। কিন্তু ছোৱালী বিয়া দিয়া কম কথা নহয়, আপুনি জানেই। মোক তেওঁ টানে মস্কিলে বহুত সহায় কৰে। গতিকে মযো তেওঁৰ এই ফেৰা উপকাৰ কৰিব পাৰিলে ঋণ সুজা যেন পাম। তাকে ভাবি তেজপুৰলৈ যাম বুলি ওলাইছিলো। ইফালে ৰাজহুৱা কামৰ হেচাত আজি কমাহে মই ঘৰৰ ফালে চকু দিব পৰা নাই। ঘৰত চাউল নাই। সেই দেখি চাউল এমোনমান আৰু টকা দহোটামান বজাৰ খৰচৰ বাবে দি মই তেজপুৰলৈ যাম বুলি ভাবিছিলো। বিনন্দই মোক বৰ শ্ৰদ্ধা ভক্তি কৰে। মোৰ অৱস্থা তেওঁ বুজে আৰু মই নকলেও তেওঁ মাজে সময়ে টকা পঠায়। যোৱা কালিও মোৰ ঘৰৰ খৰচ আৰু তেজপুৰলৈ যোৱা খৰচৰ বাবে মোক এশ টকা দিছিল। মই চাউল মোন কিনি দি টকাখিনি পৰিবাৰক দি অহা কালি তেজপুৰলৈ যাম বুলি ভাবি আহোতে বাটতে বাছগাড়ীৰ ভিতৰতে কোনোবা পকেটমাৰাই মোৰ মোনাৰ পৰা টকাখিনি সৰকালে। মই ঘৰত আহি যে চাওঁ, মোৰ টকা নাই। মই মহা বিপদত পৰিলো।”

"কিমান নিলে?"

"এশ। লিয়া টকাখিনি সোপাকে নিলে।"

"আৰু তোমাৰ নিজৰ টকা আছিল নে?"

"নিজৰ টকা মোৰ নাছিলেই। এতিয়া মই কি কৰো প্ৰভু; ভাবিয়ে পোৱা নাই। তেজপুৰলৈ যাবই লাগিব নহলে তেওঁ মোক ভুল বুজিব। গোটেই টকাখিনিকে মই আত্মসাৎ কৰা বুলি ধৰি লব আৰু চিৰদিনৰ বাবে মোৰ বাট মৰি যাব। ইফালে ঘৰতো লঘোন পৰিব। মই মহা সঙ্কটত পৰিলো প্ৰভু। তাকে চিন্তা কৰিছো।

"একো চিন্তা নকৰিবা মেম্বৰ। ঈশ্বৰে যি কৰে মঙ্গলে কৰে। তুমি চাহ খোৱা। ইয়াৰ ব্যৱস্থা ঈশ্বৰে কৰিব।" এই বুলি কৈ গোসাঁয়ে ভিতৰলৈ সোমাই গ'ল আৰু চাহ আনিবলৈ হুকুম কৰিলে। গোসাঁই ঘূৰি আহিল। পিচে পিচে চাহ লৈ আহিল সৰু ল'ৰাজনে। দুয়োকো চাহ আৰু খোলাচাপৰি পিঠা দি গ'ল। গোসাঁয়ে চাহৰ কাপ দেখুৱাই ডেকাক কলে—"চাহ খোৱা মেম্বৰ। বিশেষ চিন্তা নকৰিবা।"

গোসাইৰ অনুৰোধত ডেকাই চাহৰ কাপ তুলি ললে। প্ৰভুয়ো চাহৰ কাপ তুলিলে। দুয়ো সুহৃদে চাহ খাব ধৰিলে। চাহ খাই খাই প্ৰভুৱে কলে— "তোমাৰ মনৰ দুখে মোকো দুখীত কৰিছে মেম্বৰ। এশ টকা কম টকা নহয়। কিন্তু কি কৰিবা। ভাগ্যৰ লিখন। পিচে তোমাৰ দুখে মোৰ এটা বৰ উপকাৰ কৰিলে। কি উপকাৰ কৰিলে আজি নকওঁ, পিচত কম। তোমাৰ এই ঘটনা ঘটিলে মোৰ সন্মান বচাবৰ বাবেহে। গতিকে একো চিন্তা নকৰিবা। ইয়াৰ ব্যৱস্থা মই কৰিম।"

গোসাঁইৰ এনে অদ্ভুত কথা শুনি ডেকাই অবাক হল। তেওঁৰ ইমান ধন হানিৰ বাবে দুখ কৰিব দূৰৰ কথা গোসাঁয়ে আনন্দহে পাইছে। ই কেনে কথা? তেওঁ ভাবি একো স্থিৰ কৰিব নোৱাৰিলে। শেষত সুধিলে—"আপোনাৰ কি উপকাৰ হল প্ৰভু? মোক খুলি কওঁক।"

"আজি নকওঁ—কেইদিনমান পিচত কম।"

" আজি কিয় নকয় ?

" সেই বেলিৰ কথা মনত আছেনে ? সেই যে হাইস্কুলৰ নিৰ্ব্বাচনৰ কথা। তুমি সভাপতিৰ পদৰ প্ৰাৰ্থীত্ব ত্যাগ কৰি মোৰ কিমান উপকাৰ কৰিলা। সেই কথা মই নিৰ্ব্বাচনৰ দিনা কোৱা নাছিলো, পিচত জনাইছো এইবেলিও পিচত জনাম।

তোমাৰ মনত আছে যে সেইবেলি হাইস্কুলৰ মেনেজিং কমিটিৰ মিটিং গঠন কৰিব লগা হোৱাত নিৰ্ব্বাচন পাতিব লগা হৈছিল আৰু সভাপতিৰ বাবে তোমাৰ নাম প্ৰস্তাৱ কৰিছিল। তোমাৰ বিৰুদ্ধে কোনেও প্ৰাৰ্থী দিয়া নাছিল: শেষত তোমাৰ ৰাজনৈতিক প্ৰতিদ্বন্দ্বী তালুকদাৰে মোৰ ভতিজাৰ নাম প্ৰস্তাৱ কৰিলে। তালুকদাৰ ধনত যেনে আধ্যৱন্ত, ৰাজনৈতিক বুদ্ধিতো তেনে পাকৈত। তেওঁ নিজে নিৰ্বাচনত নমা কথা আছিল কিন্তু তোমাৰ জনপ্ৰিয়তা দেখি নিজে সুঠি মোৰ ভতিজাক তুলি দিলে আৰু ডেকাদলৰ পৰা সভাপতি হব লাগে বুলি প্ৰচাৰ চলাই দিলে। তেওঁৰ ৰাজনৈতিক বিচক্ষণতাত সকলো বিবুদ্ধি হল। তেওঁ জানে যে তুমি মোৰ পৰম বন্ধু, মই তোমাক সমৰ্থন কৰিমেই, কিন্তু আনজন মোৰ ভতিজা; মই তাক কেনেকৈ এৰিম। মোক দোমোজাত পেলাই বৰ বিপদত পেলালে। মোৰ সমৰ্থন পালে প্ৰাৰ্থীসকলে বৰ বল পায় আৰু বাইজেও সন্তুষ্ট হয়। এতিয়া মই কাক সমৰ্থন কৰিম এই লৈ মোৰ মনত বৰ উগুলথুগুল লাগিল। মই দুই নাওত দুই ভৰি দিলো। কাক এৰিম, কাক ধৰিম। মই একো স্থিৰ কৰিব নোৱাৰা হলো। তোমাক সমৰ্থন কৰিলে ভতিজাই বেয়া পাব আৰু ঘৰখনত আউল লাগিব আৰু ভতিজাক সমৰ্থন কৰিলে তুমি বেয়া পাবা মোৰ বন্ধুত্ব ভঙা যাব। এই চিন্তাই মোক আকুল কৰি তুলিলে। মই মহা বিপাঙত পৰি চিন্তাত ককবকাই ৰাতি টোপনি যাবলৈ পৰা নাছিলো।

ইকালে তোমাৰ অৱস্থাও তদ্ৰূপ বুলি তুমি মোক জনালা। দুদিন দুই ৰাতি তোমাৰো টোপনি নাই ভাবনা চিন্তাত। ইফালে

তোমাৰ মনত জীৱন মৰণ সমস্যা। তৃতীয় দিনা তুমি মোক জনালা যে তুমি মন স্থিৰ কৰি লৈছা— তুমি প্ৰাৰ্থীত্ব প্ৰত্যাহাৰ কৰিবা। মই তোমাক মানা কৰিলো বন্ধুত্ব ছেদ হব বুলি ভাবি। তুমি কলা যে মই আপোনাক দুখ দিব নোৱাৰো। তোমাৰ উদাৰ আৰু মহৎ মনত মই আঘাত দিব নোৱাৰো কাৰণে মই বাৰে বাৰে মানা কৰিলো। তেতিয়া তুমি হাঁহি মাৰি কৈছিলা-- প্ৰভু। মই পাতো কাটিম আৰু নাকো ৰাখিম। মোৰ বুদ্ধিয়ে তোমাৰ কৌশল ঢুকি নাপালে।

নিৰ্বাচনৰ আগদিনা তুমি আমাৰ ঘৰলৈ আহিলা আৰু মোৰ ভতিজাক মাতি আনি কলা—"বোপা তুমি মোক চাহৰ খৰচখিনি দিয়া। মোৰতো চাহ মিঠাই খুৱাবৰ ক্ষমতা নাই।"

সি সুধিলে— "কিহৰ চাহৰ খৰচ মেম্বৰ?"

তুমি কলা—"অহা কালি নিৰ্বাচন। নিৰ্বাচনত জিকি সভাপতি হোৱা চাহৰ খৰচ। মেনেজিং কমিটিৰ মেম্বৰ সকলকতো চাহ মিঠাই খুৱাব লাগিব।"

"আপুনি জিকিব বুলি ধৰি লৈছেই নেকি?"

"হয়। মই তাৰ ব্যৱস্থা কৰিছো। আজি দুইদিন দুইৰাতি মই মানুহৰ ঘৰে ঘৰে কৈ আহিছো যে আপোনালোকে মোক ভোট নিদিব—গোস্বামীক দিব। আমাক ডেকা মানুহ লাগে। আমি বয়সীয়ালসকলে ডেকাসকলৰ পৰিচালনাতে কাম কৰি যাম। মোৰ কথা বাইজে শুনে; গতিকে কালি তোমাৰ জয়। মই তোমাৰ বাবে আজি ৰাতিতেই চাহ মিঠাই যোগাৰ কৰিব লাগিব নহলে মই তোমালোকৰ কি মঙ্গলকামী হলো, কি বন্ধু হলো?

এই কথা শুনি মই হতবাক, মোৰ ভতিজা তবধ। ইয়ো জানো, কোনো প্ৰাৰ্থীৰ বাবে সম্ভৱনে? কিন্তু তোমাৰ বাবে ইয়ো সম্ভৱ হল। আৰু সচাসচিকৈ তুমি মোৰ ভতিজাক জিকাই আনি চাহ মিঠাই খুৱাই দিলা। মোৰ মূৰৰ পৰা এটা গধুৰ বোজা আতৰ কৰি দিলা অথচ তোমাৰ প্ৰাপ্য সন্মান নিজে নিজে ত্যাগ কৰি ঔদাৰ্য্যৰ পৰিচয় দিলা। তাৰ পৰা তোমাৰ ক্ষতি হল—আৰু

মোৰ অপ্ৰত্যাশিত লাভ হ'ল। আজিও তেনেৰকম এটা লাভ মোৰ হ'ব।"

"প্ৰভু! মই কথাখিনি বুজা নাই। কিহত আপোনাৰ লাভ হ'ব?"

'এতিয়া নকওঁ বুলি কৈছো নহয়। পিচত জনাম।" এনেকৈ কৈ ওচৰতে থিয় হৈ থকা সৰু ল'ৰাজনক কলে— "যাচোন তই ৰঘুক মই মতা বুলি কগৈ।"

ল'ৰাজনে তেওঁলোকৰ ঘৰৰ হালবোৱা ৰঘুৰাম শইকীক মাতি আনিলে। ৰঘুক দেখি গোস্বামীয়ে কলে—"ৰঘু! তই গৈ মেম্বৰৰ ঘৰত চাউল এপাচি দি আহ গৈ। যা, এতিয়াই দি আহগৈ।"

প্ৰভুৰ আদেশ পাই ৰঘু গল আৰু এপাচি চাউল লৈ আহিল।

মেম্বৰে বাধা কৰিলে— "মোক চাউল নালাগে নহয়— মই ধানহে কিনিম। সেই বাবেই বলোৰালৈ গৈছিলো ধানৰ বন্দবস্ত কৰিবলৈ। ধান বন্দবস্ত কৰি আহিছো প্ৰভু; চাউল পঠাব নালাগে।

"তোমাৰ কথা মনা নহয় মেম্বৰ। মোৰ কথাহে তুমি মানিব লাগিব। বিনা পইচাই ৰাইজৰ কাম কৰি কৰি আজন্মকাল কটালা আজিলৈ ঘৰৰ কথা নাভাবিলা সেই ছাত্ৰ অৱস্থাৰ পৰাই। এইকথা সকলোৱে জানে কিন্তু কোনেও তোমাৰ বিষয়ে একো নাভাবে। মই অলপ ভাবিব ধৰিছো, তাকো তুমি মানা কৰিবানে? মই কিয় শুনিম? ৰঘু। যা তৎক্ষণাৎ।

ৰঘু তৎক্ষণাৎ গল।

গোস্বামীয়ে আকৌ চাহ আনিবলৈ কলে। ভিতৰৰ পৰা চাহ লৈ আহিল। দুয়ো চাহ খালে। তাৰ পিচত গোস্বামী ভিতৰলৈ আকৌ সোমাই গল আৰু গোসানীৰ ওচৰত গৈ ঠিয় হৈ কলে— "হেৰা নাপিতিৰ মাক। শুনাচোন শুনা।"

কি হ'ল।" বাকচৰ কাপোৰ জাপি থকা গোসানীয়ে মাত দিলে।

গোস্বামীয়ে কলে— "হেৰা, টকা কুৰিটা দিয়াচোন।"

"কিয় লাগে? আৰু কাৰোবাৰ ল'ৰাতিৰোতা পুহিবলৈ আকৌ মাৰিব দিব লাগে নেকি?"

গোসাঁনীৰ মাত খহতা। গোসাঁয়ে হাঁহি মাৰি কলে— "পকেট মাৰাৰ কাৰণে নহয়। মেম্বৰক দিব লাগে।"

মেম্বৰৰ নাম লোৱাত গোসাঁনী শান্ত হল আৰু বাকচ খুলি টকা উলিয়াই দিলে।

টকা কুৰিটা লৈ আহি গোসাঁয়ে মেম্বৰৰ মোনাত সুমাই দিলে। মেম্বৰে কলে— কি কৰে প্ৰভু?"

"পকেট মাৰিলো ৰবা; পিচে বিশ টকাহে পালো।"

'হাতযোৰ কৰিছো প্ৰভু। মোক টকা নিদিব। চাউল, টকা দি মোক অনুকম্পা দেখুৱাই হীনমন্য নকৰিব।"

তোমাক মই হীনমনা নকৰো মেম্বৰ। তোমাক অনুকম্পা দেখুৱাবৰ স্পৰ্দ্ধা মোৰ নাই মেম্বৰ; আনকি কাৰো নাই। ই মাথো বন্ধুত্বৰ চিন। তুমি মানুহৰ পৰা যিমান সহায় পোৱা তাৰ তুলনাত তুমি মানুহক এশগুণ বেচি সহায় কৰা। সমাজৰ তুমি ধৰণীস্বৰূপ। তুমি সেইবাবে সকলোৰে নমস্য। তোমাৰ বন্ধু হবলৈ পাই মযো ধন্য হৈছো। তুমি মোক ভুল নুবুজিবা।"

গোসাইৰ প্ৰীতিপূৰ্ণ কথা শুনি ডেকা নিৰ্বাক হ'ল। সচাকৈ উচ্চ জাতিৰ উচ্চ চিন্তা থাকে; এই কথা সকলো ক্ষেত্ৰত নাখাতিলেও এই গোসাঁই প্ৰভুৰ ক্ষেত্ৰত প্ৰযোজ্য। এই কথা অনুভৱ কৰিয়ে ডেকা নীৰৱ হল। লাহে লাহে ডেকা উঠিল— গোস্বামীয়ে আগ বঢ়াই থলে। এনেতে ৰঘুই চাউল দি আহি সেইখিনি পালে।

গোসায়ে সুধিলে— "চাউল দি আহিলি ৰঘু।"

"হয় প্ৰভু।"

"কি কলে—?

মেম্বৰ আতাৰ আবুই কলে— "গোসাইৰ ধাৰ খাব নাপায় ৰঘু! আমাৰ ধান হলোৱাৰ পৰা দুদিনমান পলমে আহিব। তেতিয়া তই আহি চাউল লৈ যাবি।"

গোস্বামীয়ে হাঁহিমাৰি কলে— কৃষ্ণ চাই ৰুক্মিনী, মেম্বৰ চাই মেম্বৰণী। তই যা ৰঘু।

ৰঘু গল। গোসায়ে ভেকাক বিদায় দি-ঘৰলৈ আহিল আৰু 'নাপিতিৰ মাক', 'নাপিতিৰ মাক' বুলি হাঁহি হাঁহি গোসানীক আঁকোৰি ধৰিলে। গোসানীয়ে ভিতৰৰ পৰা ওলাই আহি কলে—

"ইমান যে চিঞৰিছে আৰু হাঁহিছে, কি হল?"

বাপেকৰ হাঁহি দেখি সৰু ল'ৰা অবাক হ'ল। কি হল পিতাকৰ। মেম্বৰ মহা বন্ধু, তেওঁৰ টকা একশ পকেট মাৰিছে আৰু তাকে শুনি জানি পিতাকে মেম্বৰ যোৱাৰ পিচত হাঁহি আনন্দ কৰিছে। ই কেনে কথা? পিতাকে বৰ আনন্দ পাইছে নেকি বন্ধু মেম্বৰৰ টকা হেৰোৱাত? সি নিজে নিজে প্ৰশ্ন কৰে। মাকেও বিচুৰ্ত্তি খালে। তেওঁ সুধিলে—"কি হল, ইমান যে আনন্দ কৰিছে।

গোসায়ে হাঁহি মাৰি গোসানীৰ হাতত ধৰি ঘৰৰ ভিতৰলৈ টানি কমৰ ভিতৰলৈ নি দৰ্জাখন জপাই দি গোপনীয় কথা কবলৈ বিচৰাৰ দৰে কৈ উঠিল—

"হেৰা নাপিতিৰ মাক শুনাচোন শুনা।"

"কি শুনিব লাগে? কওঁক।"

"মোৰ একুৰি সত্তৰ টকা হে; পিচে মেম্বৰৰ এশ। হাঃ হাঃ"।

"হাঁহিছে কিয়? মেম্বাৰৰ কি একশ?"

"অ' মোৰ একুৰি সত্তৰ টকাহে; পিচে এম্বৰৰ এশ টকা পকেট মাৰিছে। হাঃ হাঃ।"

"মেম্বৰৰ এশ টকা পকেট মাৰিছে?" গোসানী আচৰিত হৈ যায়।

"এৰা, মেম্বৰৰ এশ টকা পকেট মাৰিছে।"

"বন্ধু মানুহজনৰ এশ টকা পকেট মাৰিছে আৰু আপুনি আনন্দ কৰি হাঁহিছে?" গোসানীয়ে খঙৰ সুৰেৰে কলে।

"নাহাহি কি কৰিম হে? ইমান সাৱধানী, বুদ্ধিমান আৰু চতুৰ মানুহবো যদি পকেট মাৰিব পাৰে তেন্তে আমাৰ দৰে ঘটিবাম বাতিৰামৰ পকেট মাৰিব নোৱাৰিব কিয়। মোৰ একুৰি সত্তৰ হে, তেওঁৰ এশ। তুমিতো মোৰ একুৰি সত্তৰ টকা পকেট মাৰোতেই মোক জধলা বুলি ভাবি হেয়জ্ঞান কৰিছিলা। এতিয়া

মেম্বৰৰ ঘৰে মানুহৰে এশ টকা পকেট মাৰিলে ! হাঃ হাঃ ।”

“মেম্বৰৰ পকেট মাৰাৰ বাবে আপোনাৰ পকেটমাৰাটো নাইকীয়া হ’ল নেকি ? ইমান যে স্ফুৰ্টি কৰিছে ? বন্ধু মানুহৰ ক্ষতি হলে নিজৰ ক্ষতি লঘু হয় নেকি ? বন্ধুৰ লোকচানত দুখ কৰিব চাবি আনন্দহে কৰিছে ? কি হৈছে আজি কালি আপুনি । বুঢ়া হলে প্ৰকৃতি লবে বুলি যে কয় মিছা নহয় ।”

“নহয় হে নাপিতিৰ মাক । মই হাঁহিছো এই কাৰণেই যে মেম্বৰবো যদি পকেট মাৰিব পাৰে তেন্তে আমি কোন চাৰ ?”

— —

# প্ৰায়শ্চিত্ত

প্ৰবোধ দাস মেট্ৰিক পাছ কৰি মহা বিপদত পৰিল। সৰুতে পিতাকক হেৰুৱাই এতিয়া মাককো হেৰুৱাইছে। দৰিদ্ৰতা যাৰ চিৰ সহচৰ, সিয়েহে বুজে পৰীক্ষাৰ পাচত আনন্দ আছে—নে কিংকৰ্ত্তব্য বিমূঢ় ভাবহে আছে। ভনীয়েক নিৰুপমাৰ বাহিৰে কোনো নাই তেওঁৰ আপোন বুলিবৰ এই সংসাৰত। যৌৱনৰ বতাহ ছাটিয়ে তাইকো উন্মাদ কৰিছে; কিন্তু ই যেন বাধাহীন নহয়, কাৰণ তাই গৰীব,—তাইৰ আনন্দ অইনৰ মনত মগনিয়াৰ মাতলামি। সদায় সঙ্কোচমনা তাই, জানোচা কোনোবাই কিবা কয় এই দৰিদ্ৰতাৰ চেলুলৈ। নম্ৰ তাই। সজল চকুযুৰি—যৌৱনৰ উপচি পৰা দেহৰ লাৱণ্যত নম্ৰতাৰ ৰহণ সানি তাই আজি লোলুপ ডেকাসকলৰ কামনাৰ ধন—নীৰৱ কবিৰ কল্পনাৰ প্ৰতিমা তাই।

জীৱিকাৰ কোনো উপায় বিচাৰি দাসে কলৈকো যাব নোৱাৰে তাইক এৰি। তাই যেন তেওঁৰ এটি বোজা,—উন্নতি পথৰ অন্তৰায়। কিন্তু কি কৰিব? হাজাৰ হলেও নিজৰ গাৰ মঙহ। কেনেকৈনো তাইক পৰিত্যাগ কৰে বাৰু? কেনেকৈনো সেই হতভাগিনীৰ যত্ন নোলোৱাকৈ থাকে তেওঁ?

আজিৰ যুগ ভেটিৰ যুগ। এটি সামান্য পণ্ডিত চাকৰি—তাতো লাগে ভেটি! ক'ত পাব তেওঁ ভেটি দিবলৈ টকা। শেষত একো উপায় নাপাই গাওঁৰে প্ৰাইমাৰীখনত সোমাও বুলি গ'ল চেয়াৰমেনৰ ওচৰলৈ। তেওঁ ভাবিছিল যে বাইজে নিৰ্বাচিত কৰি দিয়া চাকৰিয়ালবোৰে অন্ততঃ ভেটি নাখায়; যদিও কিছুমান চকু চৰহা মানুহে তেওঁলোকক মিছাতে বদনাম দিয়ে। চেয়াৰমেনক দেখা কৰিলে; কিন্তু কি হব সেই একেই কথা—যিয়েই লঙ্কালৈ যায় সিয়েই ৰাৱন হয়। ভেটি নহলে চাকৰি নাবাজ আৰু চাকৰি নাবাজ হলে জীৱন চলা অসম্ভৱ, অন্ততঃ তেওঁৰ দৰে মাটি বাৰী নথকা লোকৰ পক্ষে। পূজা... নহলে

দেৱতা সন্তুষ্ট হব কিয় ? গতিকে ভনীয়েকৰ হাতৰ কানৰ সোপাকে 'হোল চেলাবৰ' ওচৰত আধা দামতে বেচি ডেৰশ পাই গল চেয়াৰ মেন মহাশয়ৰ ওচৰলৈ। বৰ্ত্তমান জগতে হৈছে ভেটি আৰু জীৱন হৈছে চাকৰি।

এটি প্ৰথম ঘাটি হওঁতে দেৱী নাৰাজ ধামৰ প্ৰতি, তাতে পাক্কা দুশৰ ঠাইত দেৰশ, মানুহ দেৱতা নাৰাজ। শেষত জয়দেৱ কাকুতিৰ ফলত দেৱতাই মুৰ তুলি চালে, কিন্তু চাকৰি দিলে গাওঁৰ পৰা (পনৰ) মাইল আঁতৰৰ টাউনৰ ওচৰৰ এখন গাওঁত। প্ৰবোধে শিকিলে যে' চাকৰি কৰিব লাগিলে ঠেঙত ভালকৈ তেল ঘহিব জানিব লাগে। ত্ৰিশ টকাৰ চাকৰি, সিওঁ টাউনৰ ওচৰত তেওঁ খাব কেনেকৈ নতুবা ভনীয়েকৰে বা কি দিহা কৰিব ? তেন্তে চাকৰি এৰি দিব নেকি ? তেওঁ ভাবে। দেৱতাৰ নিৰ্ম্মালী গ্ৰহণ নকৰিলে যে ভৱিষ্যত অন্ধকাৰ। ভাবি চিন্তি দেৱতাৰ আশীৰ্ব্বাদ শিৰোধাৰ্য্য কৰি যি দুখন কানি-কাপোৰ আছিল তাকে বান্ধি লৈ ভনীয়েকৰ সৈতে ওলাল নিজৰ গন্তব্য স্থানলৈ। তেওঁলোকৰ বিৰহতে যেন কেইদিনমান পিছত ভগা পঁজা দুখুৰিয়ে শোকতে এদিন বাগৰি পৰিল। অৱশে৷ বায়ু দেৱতাৰো অলপ মহানুভূতি আছিল।

বৰ্ত্তমান আলোচনীৰ পাতত প্ৰবোধৰ নামৰ দুই চাৰিটা গল্প দেখিবলৈ পোৱা যায়। ভনীয়েকৰো গল্প উপন্যাসৰ লগত আজি কালি ভাল পৰিচয় ঘটি উঠিছে।

নতুন ঠাইত, নতুনকৈ চাকৰিত নতুন জীৱন। তেওঁলোকৰ কৌটিকলীয়া গাঁৱলীয়া ধৰণ এৰি যদিও চহৰৰ লগত ফেৰ মাৰিব পাৰে, তথাপি চহৰৰ কিনাৰৰ গাঁৱত চলিব পৰা শিক্ষা তেওঁলোকৰ নাই। কাৰণ গাওঁ আৰু চহৰৰ মাজত যি ধৰণ, সেই ধৰণ থাকে চহৰৰ ওচৰৰ গাঁৱত। ইহঁতৰ এটা নিজা ধৰণ আছে। তাত চহৰৰ ধৰণো নাই—গাঁৱৰ ধৰণো নাই। গাঁৱত আছে সৰলতা চহৰত আছে চতুৰতা; কিন্তু এই চহৰৰ ওচৰৰ গাঁৱত আছে খচ্চামী। গাঁৱত খুজিলে বস্তু পোৱা যায়, চহৰত পইচা দিলে

পোৱা যায়; কিন্তু ইয়াত থুজিলেতো নাপায়ে—টকা দিলেও পোৱা নাযায়। থুজিলে উত্তৰ দিব "নাই" আৰু কিনিব খলে উত্তৰ দিব "আজি বা বজাৰত কি দাম আছে-এহ্ নেবেচোঁ যাওক।" মুঠৰ ওপৰত বস্তুটো পোৱা নাযায়। ইকালে দৰমহা ত্ৰিশ টকা। ধান বজাৰ বাৰ টকা; মানুহ হ'ল দুজন। চলে কি ৰকম? বিবাহোপ-যুক্তা ভনীয়েক—দৰা লাগে—টকা লাগে; কিন্তু পাব ক'ত? এটা বিৰাট সমস্যা তেওঁৰ সন্মুখত। তথাপি তেওঁ নিশ্চল অবিচলিত। বোধ হয় কবি, ভাবুক আৰু লিখক সকল এনে ধৰণৰে হবলা। তেওঁ সদায় হাঁহিমুৱা। কেতিয়াবা নিৰুপমাক চিন্তিত দেখিলে হাঁহি মাৰি কয়-"কিয় দুখ কৰা নিৰু? ই অভাৱ নহয়—আবিৰ্ভাৱ দৰিদ্ৰতা নহয়-উদাৰতা। আমি টকাৰ ধনী নহওঁ, কিন্তু ভাবৰতো ধনী।" কথা শুনি নিৰুপমাৰ দুখৰ মাজতো হাঁহি উঠে—"ৰাজ্য নহলেও ৰজা!" মাজে মাজে মন মাৰি থাকিলেও দদায়েকৰ হাঁহি আৰু আচৰিত ধৰণৰ কথাই তাইক চিন্তাৰ পৰা বিৰত ৰাখে।

"শুনিছানে বাইদেউ, আজি আমাৰ এজন নতুন পণ্ডিত আহিছে।" স্কুলৰ পৰা আহি বায়েকক কয়। "কেনেকৈ পণ্ডিত জন" ভানুমতীয়ে সোধে। "আমাৰ দাদাৰ সমান, আমাৰ বাটেৰে যে যায়। মই কালি চাৰিচোন। পণ্ডিতজন বৰ ভাল বাইদেউ, সদায় হাঁহি মুখে থাকে, নামাৰে। আমাৰ মুৰবোৰ পিহি পিহি বুজাই দিয়ে। বৰ ভাল পাওঁদেচোন বাইদেউ!" সি কয় অতি উলাহেৰে। সি যেন কোনো ছোৱালী চাব অহা মানুহ-কহে কন্যাৰ গুণ বৰ্ণাইছে। পিচ দিনা দৌৰা-দৌৰিকৈ ভাত কেইটা মুখত ভৰাই কোনো ৰকমে গিলি লৰ দিছে প্ৰবোধে স্কুল বুলি। ৰুমালখন আধামান জেপত ভৰোৱা, আধামান বাহিৰত। হঠাৎ এবাৰ পৰি গ'ল বাটতে—কৰবাই সোৱাবিলে। ভানুয়ে দোতালাৰ ওপৰৰ পৰা আহি লাহেকৈ বুটলি ললে। ৰুমালখন খুলিয়া—লিখা আছে "প্ৰবোধ দাস।" খবলৈ আহি তাই আকৌ এবাৰ ৰুমালখনৰ নামটো পঢ়িলে "প্ৰবোধ দাস।" শুৱনিকৈ

মেলি এটা গল্প পঢ়িলে, "বিজয় যাত্ৰী",—লিখক "প্ৰবোধ দাস।" অজ্ঞাতসাৰে কমাল খনলৈ এটা মৰম আহিল তাইৰ। কবি সাহিত্যিক নাইবা অভিনেতা সকললৈ তিৰোতাৰ অলপ বেচি আকৰ্ষণ। তাই মনতে ভাবিলে-"যদি এই 'প্ৰবোধ আৰু সেই "প্ৰবোধ", একে হয় তেন্তে । কি ভাববোৰনো মনলৈ আহে"।" তাই ভাবে—কমালখন চায়, গল্পটো পঢ়ে। ধীৰেনে আহি কলে--"শুনিছা ভানু আমাৰ প্ৰাই-মাৰীলৈ লিখক "প্ৰবোধ দাস" আহিছে।" "কিয়?" তাই সোধে। পণ্ডিত-পণ্ডিত হৈ" সি বিদ্ৰুপৰ সুৰত কয় । "লিখক প্ৰবোধ দাস কি প্ৰাইমাৰী স্কুলৰ পণ্ডিত ?" তাই সোধে বিস্ময়েৰে। "এৰা, লিখক হল বুলিনো ডাঙৰ হলনে ? টকা-পইচা, বিদ্যা-বুদ্ধি নাইবা চাকৰি যোগাৰ নহলে আজি কালি হয় একোজন মস্ত লিখক। এই যে লিখক, কবি আদি জাতিটো দেখিছা ইহঁত অকৰ্মন্যৰ দল। কিবা এসোপা এজনে লিখিব, আন এজনে সমালোচনা কৰি ভাল ভাল বুলি বাতৰি কাকতত ডাঙৰ ডাঙৰ আখৰেৰে লিখি প্ৰশংসা কৰিব-"অগ্নিকবি" "খ্যাতনামা-সাহিত্যক" "সাহিত্য-ৰত্ন" আদি কত কি যে নাম নিদিব তাৰ ইয়ত্বা নাই। মই কওঁ ইহঁত অপদাৰ্থ।" সি বিতৃষ্ণাৰ ভাবেৰে কয় "আপুনি দেখোন আবৃত্তি কৰিলে? কিয় ? মইতো আবৃত্তি কৰিবলৈ কোৱা নাছিলোঁ। কলেজত প্ৰফেচাৰৰ 'লেকচাৰ' শুনি শুনি আপোনাৰ লেক্‌চাৰ দিবলৈ মন গল নেকি ?" ভানুমতীয়ে উপহাসৰ সুৰত কলে। "আৰে ডেম্‌, এই বুৰ্বক তিৰোতা জাতিটো" বুলি কৈ সি মটৰখন লৈ গুচি গ'ল। ভানুৰ আজি হাতত স্বৰ্গ। কেতিয়ানো প্ৰবোধ স্কুলৰ পৰা আহে তাকে অপেক্ষাত তাই উদ্‌বিগ্ন। শ্ৰদ্ধাত মন ভৰি পৰিল।

স্কুলত জেপত হাত ভৰাই কমালখন নাপাই প্ৰবোধে আপোনা আপুনি কলে-"এহ্‌, কমালখন ক'ৰবাত পৰিল।" লৰাবোৰে মুখ তুলি চালে।

স্কুল ছুটীৰ পিচত সুৰেনে আহি কলে—"বাইদেউ আজি আমাৰ নতুন পণ্ডিতৰ কমালখন হেৰাইছে।" "তইঁতৰ পণ্ডিতজন তেনেহলে

ৰৰ হিচাবী দেখিছো। বাক, তই তেখেতক মাতিবি, মই কমালখন পাইছো"। প্ৰবোধক লগ ধৰিবলৈ ই এটা সুন্দৰ সুযোগ। ঠিক এনে সময়তে গাত চাদৰখন পেলাই পাঞ্জাবী, ধুতি আৰু পামচু পিন্ধা ডেকা এজনে গহীন গম্ভীৰ ভাৱে খোজ কাঢ়ি আহিছে; বয়স ২০/২২ৰ ভিতৰত যদিও বেচ গম্ভীৰ। সুৰেনে দৌৰি আহি কলে—"চাৰ আপোনাৰ উৰমলখন বাইদেৱে পাইছে, নিয়কহি" প্ৰবোধে থমকি ৰল। এই সুযোগতে ভাসুই পৰ্টিক'ৰ পৰা তেওঁৰ চেহেৰাটো চাই ললে। কি সুন্দৰ চেহেৰা– কপালত চিন্তাৰ ৰেখা, উজ্জ্বল চকু, পুষ্টদেহ। হাতত কমালখন লৈ পৰ্টিক'ৰ পৰাই কলে—"সাহিত্যিক হলে বহিৰ্জগতৰ বিষয়ে একো জ্ঞানে নাথাকে হব পায়......।" "বহিৰ্জগতৰ দৃশ্যক কল্পনাৰ ৰহণ সানি মূৰ্ত্ত কৰি তোলাটোৱে সাহিত্য; তেন্তে জ্ঞান নাথাকিলে চলিব কিয়?" তেওঁ উত্তৰ দিয়ে। "হলেও কবি সাহিত্যিক সকলৰ লেউ-ভেই নাই" তাই কয়। "কবি, প্ৰেমিক, পাগল সমান। ভাবুক মাত্ৰেই তেনে" তেওঁ কয়, অতি লনি সুৰেৰে। তাই তেওঁৰ চকুলৈ চাই কয়—"সেই বাবেইতো কমাল হেৰায়!"... দুয়োৰে চকুই চকুই পৰিল......। হেন, সময়তে ধীৰেনে মটৰেৰে আহি সেই দৃশ্য দেখা পালে। তাৰ খঙে চুলিৰ আগ পালে। মটৰৰ পৰা নামি আহি প্ৰবোধৰ আগত ঠিয় হৈ চকু ৰঙা কৰি কলে—"ইউ ননৃচেনচ্, কিয় ইয়াত ঠিয় হৈছা? কি লাগে তোক' বাহিৰ হ' ষ্টুপিড এই এই মূহুৰ্ত্তে। চুপতি মাৰিবলৈ আহিছ—কব নোৱাৰ মোৰ যে ভনী হয়, ৰাছ্‌কেল? আঁতৰ এই মুহূৰ্ত্তে......?" প্ৰবোধ আচৰিত। কি ব্যৱহাৰ—কলেজ ষ্টুডেন্ট্ হৈ কি বিবেচনাহীন পশু। দোষ কাৰ— তেওঁৰ নে তাৰ ভনীয়েকৰ? তেওঁ আচৰিত হৈ কলে—"আপুনি কিয় বিবেচনা নকৰি মোক মিছাতে গালি দিছে?" "চুপ: চুৱৰৰ বাচ্চা" বুলি ধীৰেনে চকু ৰঙা কৰি পুনৰ নাবি মাৰি উঠিল। "বাচাই কৈছো, যা-নহলে জুতাৰ কোৰত দাঁত কেইটা গোটেই ভাঙিম" বুলি জুতা এপাত খুলি ললে। প্ৰবোধৰ খং উঠিল, কিন্তু মূৰ্খৰ লগত মূৰ্খামি নকৰি কেৱল ইয়াকে কৈ গুচি আহিল "সাপেহে ভেকে ...

ঠৈ। যি যেনে স্বভাৱৰ সি লোককো ভাবে তেনে বুলি, 'সোনকালে আঁতৰ, নহলে দাঁত যাব" বুলি কৈ উঠিল ধীৰেনে। প্ৰবোধ গুচি আহিল। ভানুমতীয়ে কাঠৰ পুতুলাৰ দৰে চাই ৰ'ল। স্বৰেনে ভয়তে কঁপিব ধৰিলে। ভানুই মুখেৰে মাতিব নোৱাৰা হ'ল হাতৰ কমাল হাততে ৰ'ল। ই যে বিনা মেঘে বজ্ৰপাত।

ধীৰেন ইন্‌স্পেক্টৰৰ ল'ৰা। কণ্ট্ৰোলৰ দিনত যুগধৰ্ম ব্লেকমা ৰ্কেটক হেলা নকৰি ইন্‌স্পেক্টৰ ডাঙৰীয়াই কিছু যোগাৰ কৰিছে। নতুন ধনী, গতিকে বাহাদুৰি বেচি। ছুমহলীয়াঘৰ, মটৰ গাড়ী দুখন বুদ্ধিমন্তৰ পৰা চেনি আৰু কাপোৰ ধৰা কেচ্‌ত উপহাৰ পোৱা। ধীৰেনে ধনীৰ ল'ৰা হিচাবে ফটিকা ব্ৰেণ্ডি খাবলৈ অভ্যাস কৰিছে। মাজে মাজে টং হৈ পৰি থাকে মেটৰ পটিত। কলেজীয়া ছোৱালীক নাম দিয়া আৰু ঠাট্টা কৰা তাৰ দৈনন্দিন কাৰ্য্যতালিকাৰ অন্তৰ্ভুক্ত। সদায় "চুট" কৰি থাকে; মাজে মাজে কমালেৰে মুখখন মচি একোটা গল খেকাৰি মাৰে ছোৱালীবোৰৰ ওচৰ পালে। ছোৱালীবোৰে হাঁহে। সি ভাবে যে তাক ভাল পায়ে হাঁহিছে, কিন্তু সি কব নোৱাৰে যে তাৰ মুখৰ 'লিপষ্টিক' গলি বৈ আহি দুই কাউৰিৰে বাগৰি পৰা দেখি ঠাট্টাৰ সুৰত হঁহা বুলি। কলেজৰ ছোৱালীবোৰৰ নাম আৰু ৰোল নম্বৰ তাৰ কণ্ঠস্থ। কেইটামান ইংৰাজী প্ৰেমৰ গান তাৰ মুখস্থ।

অইন দিনতকৈ প্ৰবোধ অলপ বেচি গম্ভীৰ। নিকই ভাবে— "দাদাই কিবা নতুন গল্পৰ 'প্লট' ভাবিছে। সাহিত্যিকবিলাকে কেতিয়া কি ভাবে কবতো নোৱাৰি!" তাই নিৰৱ ভাবেৰে কামবোৰ কৰি যায়।

"ভানুমতীৰ বাতি টোপনি নাই। কি ঘটনা হৈ গ'ল। কিয় মই কমালখন নিদি কথাৰ মাহিনা মাৰিছিলোঁ? দিলেতো একো লেঠা নালাগিলহেঁতেন। মোৰে দোষ।"... পিচ মুহূৰ্ত্তত ভাবে— "নহয়, দাদাৰ দোষ—কি পাৰাও মানুহ এওঁ। বাটৰ মানুহক অপমান কৰে। দাদাই আহি এই ঘটনা কৰিলে। পিতাৰ ধনে দাদাক নষ্ট কৰিলে। বাস্তৱিক ধন যে পাপৰ মূল—সত্য কথা। পিতাৰ সম্পত্তিয়ে

দাদাৰ সৰ্ব্বনাশ কৰিলে। অধঃপাতে নিলে।" কিছু সময় তলকা মাৰি ভাবিলে— কমালখন লৈ গৈ তেখেতৰ ওচৰত ক্ষমা খোজোঁগৈ। পিচ মুহূর্ত্তে ভাবে—"যদি দাদাই জানে তেন্তে.....?" তাই একো স্থিৰ কৰিব নোৱাৰে, যিমানে এটা উপায় ভাবে তিমানে একোটা সংশয় আহে।

পিচদিনা প্ৰবোধ নওলাৰে গৈছে। মুখত এটা গম্ভীৰ ভাব, কপালত চিন্তাৰ ৰেখা। তেওঁলৈ অপেক্ষা কৰি থকা ভানুমতীয়ে নওলালৈ ওলাই আহি কলে—"দোষৰ জানো ক্ষমা নাই?" "ধনীৰো জানো দোষ হব পাৰে? ধনীৰ দোষৰ মাৰ্জনাৰ দৰ্কাৰ নাই—তাক এনেয়ে মাৰ্জনা কৰিবলৈ বাধ্য।' প্ৰবোধে উত্তৰ দিয়ে। "অপমান কৰিছে: কিন্তু তথাপি মৰ্জ্জনা নাই জানো?" তাই সোধে। "অপমান? অপমান নহয় আমোদ।" 'গৰীৱৰ অপমান-ধনীৰ আমোদ। এই বুলি কৈ গুচি গ'ল প্ৰবোধ। ভানুমতীৰ হাতৰ কমাল হাততে ৰ'ল। তেওঁ যোৱা-ফালে তাই একেথৰে চাই ৰ'ল।

কিছুদিনৰ পিচত। ধুতি, পাঞ্জাবী পিন্ধি প্ৰবোধ দুৱাৰ মুখত থিয় দিছে স্কুলক যাওঁ বুলি। নিৰুপমাই চাদৰখন আনি গাত ভালকৈ জাপি দিলে; এনে সময়তে এখন মটৰ আহি "ভোঁ" "ভোঁ" কৰি তেওঁলোকৰ আগেৰে পাৰ হৈ গ'ল। যাওঁতে প্ৰবোধৰ গাত কিছুমান ধূলা ছটিয়াই দি গ'ল। নিৰুপমাৰ খং উঠিল—"কি অসভ্য— ।" প্ৰবোধে কলে "শুন নিৰু, এইটো সিহঁতৰ জাতিগত দোষ। সিহঁতে মটৰ চলাওক তাত আপ্‌চোচ্‌ নাই কিন্তু আমাক যে গাত ধূলা দি যায় তাতে আমাৰ আপত্তি।" প্ৰবোধে স্কুললৈ যায়! নিৰুপমাই মনিব পৰালৈ মটৰখনলৈ চাই থাকে—কোপ-দৃষ্টিৰে।

মটৰখন কিছু দূৰ যোৱাত, মটৰৰ ভিতৰত বীৰেনে কয়-"বেচ হৈছে ভানু, নাপালেঁ। ভালকৈ, ধূলাৰে গোটেই গাটো পুতিবৰ মন আছিল। যিয়ে নহওক কাপোৰ নষ্ট তথাপি।" সি এটা তৃপ্তিৰ হাঁহি মাৰিলে। ভানুৰ বৰ খং উঠিল—"আপুনি বৰ স্বাৰ্থপৰ, জগতে হিংসুকো।" সি মটৰ জোৰেৰে চলাই দিয়ে—"আৰে, কৈ-দে তোৰ

সেইবোৰ শব্দ। এইবোৰ মাত্ৰ কিতাপপত্ৰহে লিখা কথা। পিচে এটা কথা ভানু, ধৈৰ্ণীয়েক জনী বেচ ধুনীয়া।” “ভগবানে আপোনাক লজ্জাটো দিব পাহৰিলে নেকি দাদা?” তাই প্ৰশ্ন কৰে। “আৰে ইকি লজ্জাৰ কথা? সচা কথা কোৱাত কি লজ্জা? কথাতো নষ্ট কৰি পেলালি। মই কওঁ বুলিছিলোঁ যে দামী বেনাৰসী শাৰী এখন আৰু পেইণ্টিঙৰ ব্যৱস্থা থাকিলে সোণত সুৰগা চৰিলহেঁতেন।” “প্ৰকৃত ৰূপৱতীৰ পক্ষে কৃত্ৰিম প্ৰসাধনৰ কোনো প্ৰয়োজন নাই।” “হলেও ভালকৈ প্ৰসাধন কৰা এটা আৰ্ট। অন্ততঃ বিহা মেখেলা নিপিন্ধি এখন বেনাৰসী শাৰী পিন্ধিলে বেচ ফিপ্‌লিপ্ দেখা গ'লহেঁতেন।” “সৰলতা আৰু অমায়িকতাৰ ওপৰত বেনাৰসী শাৰীয়ে ৰূপ চৰাব নোৱাৰে।” “তিৰোতাৰ মুঠেই সৌন্দৰ্য্যবোধ নাই।” মটৰ গৈ থাকিল। কিছু সময়ৰ পিচত ভানুই কলে—“সিদিনা দাদা আপুনি অসভ্য টাৰ্টাৰৰ দৰে ব্যৱহাৰ কৰিছে তেখেতক। ই মনুষ্যত্বৰ বাহিৰ!” “এহ্, থৈ দিয়া মগনীয়াৰ মনুষ্যত্ব! টকা নাথা-কিলে মনুষ্যত্বক কোনে থাটিব কৰে?” সি কয়, তাইৰ ৰৱ খং উঠে; কিন্তু একো নকয়। পশুক মানিক দিলে কি হব?

এদিনাখন ভানুমতীয়ে মটৰখনলৈ উপস্থিত প্ৰবোধৰ বাহাত। মটৰৰ পৰা নামি আহিল। নিৰুপমাই ভয়ে ভয়ে এখন টুল আগ-বঢ়াই দিলে। ভানুমতী বহিল। তাইৰ দামী পোছাকযোৰে নিৰুপমাৰ মনত ভয়ৰ সঞ্চাৰ কৰিছে। ৰুমালেৰে মুখখন মচি তাই কলে— “তেখেত নাই?” “কোন? দাদা? আছে।” ভানুমতীয়ে যেন এভাল কঠিন শিকলিৰ পৰা মুক্ত হ'ল প্ৰবোধ নিৰুপমাৰ দদায়েক বুলি জানি। “আপোনাৰ ন বৌ বোধকৰোঁ ঘৰতে আছে?” “ঘৰত মানে পিত্ৰাকৰ ঘৰত অৰ্থাৎ দাদাৰ বিয়া হোৱা নাই।” অবিবাহিত জানি ভানুৰ মন আৰো উজ্জ্বল দেখা গ'ল। প্ৰবোধে কিবা লিখি আছিল। নিৰুপমাই মাতিলে,—“দাদা আপোনাক মাতে।” “কোনে?” বুলি কৈ প্ৰবোধ উঠি আহিল। ভানুমতীক দেখি খং-মুৰা হৈ কলে —“তুমি কিয় সোমাইছা কিয়? বাহিৰ হোৱা” এই বুলি আঙ-

লিবে ইঙ্গিত দিলে। ক্ষন্তেকতে ভানুৰ প্ৰফুল্ল মুখখন ক'লা পৰি গ'ল। টুলৰ পৰা উঠি কলে—"অপৰিচিত লোকক আপোনালোকৰ ঠাইত এনেকুৱা ব্যৱহাৰ কৰে নেকি?" "আমাৰ তাত নকৰে কিন্তু তোমা-লোকৰ ইয়াত কৰে। গতিকে ইয়ালৈ আহিছো যেতিয়া ঘ'ৰতে যি ব্যৱহাৰ, নিয়ম-নীতি, ত'তে তেনে নকৰিলে চলিব কিয়?" ভানুৱে বুজিলে যে দদায়েকৰ পাপৰ আজি প্ৰায়শ্চিত্ত।—"মোৰ এটা সকাম আছে।" —তাই কয়। "মোৰ লগত কি সকাম থাকিব পাৰে? ধনী আৰু গৰীবৰ সকাম, বলী আৰু নিৰ্বলীৰ সকাম? দৰ্কাৰ নাই, মই কোনো কথাত ৰাজি নহওঁ।" তেওঁ কয় কঢ় ভাৱে। "বাৰু! বুলি ভানুৱে ওলাই আহি মটৰত সোমাল। "আচ্চা" বুলি মূৰ দুপিয়াই প্ৰবোধে বিক্ৰপৰ সুৰত কয়। মটৰত "ষ্টাৰ্ট" দি ভানুৱে কয়—"মই এনে ব্যৱহাৰ পাম বুলি কল্পনাও কৰা নাছিলোঁ।" "এক ৰবাই ধান খায় এক ৰবাই হাল খায়। নিয়ক এইখন ৰুমাল" বুলি ৰুমালখন দলিয়াই দি মটৰ চলাই তাই গুচি গ'ল। প্ৰবোধে এটা বিদ্ৰূপৰ হাঁহি মাৰি ৰুমালখন তুলি ললে। নিৰুপমাৰ বৰ বেয়া লাগে দদায়েকৰ এনে আচৰণ দেখি—। "ই কেনে কথা দাদা?" "কুকুৰ চাই টাঙোন" তেওঁ উত্তৰ দিয়ে।

আজি কালি ৰাজনীতি কৰাটো কলেজীয়া ছাত্ৰ সকলৰ এটা ধৰ্ম। পৃথিবীত যিমানটা "বাদ" বা ইজিম" আছে তাৰ কোনোটোৱে তেওঁ-লোকৰ পৰা বাদ পৰা নাই। কিছুমানে যোগ দিয়ে নাম কৰা আশাত, কিজানি কেতিয়াবা তেওঁলোকৰ নামো জৱাহৰলাল জয়প্ৰকাশ আদিৰ দৰে ছাটি-ফুটি যায়। কিজানি মহাত্মাৰ জয় দিয়াৰ দৰে তেওঁলোকৰো জয় দিয়ে। কিছুমানে অৱশ্যে কাম কৰোঁ বুলিয়ে যোগ দিয়ে। তাৰ উপৰি কিছুমানে যোগ দিয়ে এটা সুবিধাৰ বাবে। দলত ভৰ্ত্তীহৈ মেল মিটিং কৰাৰ লগত ছোৱালীবোৰৰ লগত চুপতি মাৰিবলৈ সুবিধা হয়। ধীৰেন এই বিধৰ দেশ প্ৰেমিক।

সেইদিনা মটৰেৰে যাওঁতে নিৰুপমাক দেখাৰে পৰা তাইৰ কাৰণে

কথা হবলৈ তাৰ বৰ মন, কিন্তু যায় কেনেকৈ। সি মিটিঙৰ চান্দা আদায় কৰা বহীতো লৈ এটা চেলু উলিয়ালে। সি ছপৰীয়া বহীটো হাতত লৈ নিৰুহঁতৰ ঘৰত উপস্থিত। ছপৰীয়া অহাৰ কাৰণ—প্ৰবোধ ঘৰত নাথাকে। মটৰখন দুৱাৰ মুখত ৰাখি কলে—"ঘৰত কোন আছে?" নিৰুপমাই এখন আধা চিলাই কৰা "টেবিল ক্লথ" হাতত লৈ বাহিৰলৈ ওলাই কলে—"দাদা নাই, স্কুলৰ পৰা অহা নাই।" সি জানিলে যে সেইজনী ঘৈণীয়েক নহয় ভনীয়েকহে। যিয়ে নহওক। তাৰ মনে যিখিনি বিচাৰিলে তাতকৈ বেচি পালে। কমালেৰে মুখ মচি কলে "তোমাৰ দাদাক মই লগ পাব লাগিছিল।" 'কিয়?" মিটিঙৰ চাঁদা দিব লাগে—" "কিমান দিব লাগে?" পাঁচ টকা" 'ত্ৰিশ টকীয়া চাকৰিত পাঁচ টকীয়া চাঁদা হলে আমি শুকাই মৰিব লাগিব।" "জগতত খোৱাৰ পথ বহুত আছে—চাকৰিৰ ধন বাকৰিত যায়। চাকৰি কৰিহে মানুহ বাচেনে? ইচ্ছা কৰিলে তুমিয়ে তোমাৰ খৰচ উলিয়াব পাৰা। বাক চাঁদাৰ কথ দাদায়েৰাৰ লগত আছে,—পিছে ভাল 'টেবিল ক্লথ' চিলাই কৰিব জানা নহয়?" সিমান ভাল নহয় —তথাপি কৰোঁ।" "মোক এখন লাগে; যি দাম লাগে, তাকে দিম। ধৰা এই দহ টকা, মোক এখন দিবা।" "দহ টকাতো নালাগে— তিনি টকাতে হব।" "টকাও মানুহক নালাগে? ধৰা তুমি খৰচ কৰিবা।" এনে সময়তে প্ৰবোধ আহি পালে। দূৰৈৰ পৰা তেওঁ সকলো দেখি আছিল। তেওঁৰ হাঁহি উঠিল মানুহৰ দুৰ্ব্বলতা দেখি। নোটখন নিৰুপমাক দিব ধৰোঁতে পিচফালৰ পৰা প্ৰবোধে মাত লগালে —"অ' আপুনি? বাহিৰত আছে কিয়? ভিতৰলৈ আহক" বুলি এখন চুলি আগ বঢ়াই দি নিৰুক কলে "তই একো ব্যৱহাৰ নাজান, নিৰু। ভদ্ৰলোক এজন আহিছে—তই! লাজ আৰু ভয়ত ধীৰেন পেপুৱা লাগিল "যা নিৰু, এখেতলৈ একাপ চাহ লৈ আহ" বুলি প্ৰবোধে নিৰুপমাক আদেশ দিলে। "পিচে কিয়বা আহিল?" "মিটিঙৰ চান্দা লাগে, আজি জনালোঁ অইন দিন মই মানুহ পঠাই দিম। বৰ্ত্তমান মোৰ বহুত কাম, জিৰাবৰ সময়ে নাই। যাওঁহে এতিয়া।" এই বুলি কৈ সি মট-

ৰত উঠি মটৰ চলাই দিলে। "চাহ টোপা খাই যাওক"। "মোৰ সময় নাই।" এই বুলি মটৰ চলাই দিলে। "অইন অহাত কৈ আপুনি অহা ভাল।" প্ৰবোধে কয়। মটৰ গ'ল। প্ৰবোধে এটা উপহাসৰ হাঁহি মাৰিলে। "কিয় চাহ নোখাৱাকৈ গ'ল জানা নিক?" "কিয়?" তাই সোধে। "বস্তুৰ তিতা খাব পাৰি কিন্তু মানুহৰ তিতা খাব নোৱাৰি।" "আপুনি দেখোন একো বেয়া কথা কোৱা নাই?" "নীলকণ্ঠ জিভাত থাকিলে চেনিও তিতা লাগে—। তেওঁৰ মনত চিন্তা আছে গতিকে মোৰ মিঠাকথাও তিতা পাইছে।" নিৰুপমাই একো উত্তৰ নিদি চাহকাপ আগত দিলে। এঢোক চাহ খাই প্ৰবোধে আস্তে আস্তে কবলৈ ধৰিলে—"এই যে 'ডাঙৰ মানুহ' বুলি জাতিটো দেখিছা, সিহঁতে চৰ মাৰোঁতেও বেচি পৰ নালাগে আৰু ভবিত ধৰোঁতো বেচি সময় নালাগে। স্বাৰ্থ সিদ্ধিৰ পথত ইহঁতে কৰিব নোৱাৰা কাম জগতত অতি বিৰল।" নিৰুপমাই কথাটোৰ তাৎপৰ্য্য এবাৰ ভালকৈ ভাবি চালে—একো নকলে।

"শুনিছা ভানু, পণ্ডিতৰ সেইজনী ঘৈণীয়েক নহয় ভনীয়েক হে।" ভানুমতীয়ে যে তাতকৈ আগেযে জানিছে সি কব নোৱাৰে। ভানুই হাঁহি মাৰি কলে "কেনেকৈ জানিলে?" "আজি চান্দা সাধিবলৈ যাওঁতে। পিচে মই কৈছিলোঁ নহয় যে ছুনীয়া কেৱল টকা। টকা—টকা, টকা নহলে ছুনীয়া কাকা। সি মোক ভয়তে ভিতৰলৈ নি বহুৱালে, ভনীয়েকক চাহ আনিবলৈ কলে। খুব খাটিৰ কৰিলে। কিন্তু এটা কথা, তাৰ চকুৰ কালে চাই কথা কব নোৱাৰি আৰু তাৰ আগত তুচ্ছাৰ্থ ব্যৱহাৰ কৰিবৰ সাহ নহয়—বেটাৰ চকু ছুটা কম নহয়। মই তাক 'আপুনি' বুলিয়েই সম্বোধন কৰিলোঁ।" "এইয়ে তেখেতৰ ব্যক্তিত্ব। পিচে আপুনি দাদা, সোন আৰু কাচৰ পাৰ্থক্য নিচিনে।" "আৰে থৈ দিয়া তোমাৰ সেই সোপা, ত্ৰিশ টকীয়া পণ্ডিত এটা,—ইচ্ছা কৰিলে মই তাক হাতৰ পুতুলা কৰিব পাৰোঁ।" "টকাৰে মানসিক বুদ্ধি বৃত্তিবোৰ কিনিব নোৱাৰি। পিচে তেখেতে হলে আপোনাক বেচ, ধাৰ্দ্দি থাকিলে—

অথচ তাক আপুনি সমাদৰ বুলি ভাবিলে। সঁচাকৈ বিশ্ববিদ্যালয়ৰ ডিগ্রিবোৰে জ্ঞানৰ আচল মাপ কাঠি নহয়। সিদিনা বাটত থাকোঁতে আপুনি গালি পাৰিলে আক তেখেতে ধৰবলৈ মাত্তি নি সমাদৰ দেখুৱালে। কি সুন্দৰ উপহাস! বেচ বুৰ্ব্বক আপুনি।" ভানুৰ কথাত তাৰ খং উঠিল—"তোৰ মাথা খাবাব হৈছে নেকি?" "আপুনি বেচিকৈ মদ খাইছে হবলা। চাব, যাতে তেজপুৰলৈ পঠাব লগা নহয়।" "তিবোতামাত্রেই বুৰ্বক," বুলি খঙতে তৎক্ষণাত ওলাই দৰ্জাত গিৰিম্ কৰি শব্দ কৰি গুচি গ'ল। ভানুই এটা উপহাসৰ হাঁহি মাৰি তাৰ যোৱা ফালে চাই বল।

এবাৰ মানুহৰ তেজ জিভাত লাগিলে ছুনাই তাৰ লোভ বাধে সামৰিব নোৱাৰে। পিচদিনা বাৰ টা মান বজাত প্রবোধৰ অনুপস্থিতিৰ সুযোগ লৈ ধীৰেন উপস্থিত প্রবোধৰ বাহাত। মটৰ অহা দেখাপাই নিৰুপমা ওলাই গল। ধীৰেনক দেখি অলপ ইতস্ততঃ কৰিলে। "দদায়েৰা নাই?" "স্কুললৈ গৈছে।" "এহ বেয়া হ'ল, বাৰু তোমাৰ টেবিল ক্লথ খন হ'ল নে?" "হোৱা নাই; অলপ বাকী। বাৰু বহকচোন—সিদিনাও চাহ নাখালে। আমি দুখীয়া মানুহ দেখি—আজি নবহিবই নে?" সবল দৃষ্টিৰে এবাৰ তাই তাৰ মুখলৈ চালে। সবল সহজ গাৱঁলীয়া ছোৱালী তাই—তাই কি জানে চহৰীয়া চালাকিৰ ভাও। ওচৰৰ টুলখনত বহি সি কলে "আজি বৰ গৰম। মটৰ চলাবলৈ নোৱাৰি। ড্রাইভাৰটো নোহোৱাত বৰ মস্কিল হৈছে।" "আপুনি ইমান কষ্ট কৰি অহাৰ প্রয়োজন নাছিল, মোৰ দাদাৰ হাতত দি পঠাব পাৰিলে'হেতেন।" "তুমি দদায়েৰাক কৈছা নেকি?" "কোৱা নাই"—"কোৱাৰ দৰ্কাৰ নাই, নকবা।" তাই অলপ ভাবে—কিয় হাক দিয়ে। "ইমান কষ্ট কৰি আহিব নালাগে—তৈয়াৰ হলে মই পঠাই দিম নাইবা খবৰ দিম।" "কষ্ট? তোমাৰ কাৰণে অহাত মোৰ কষ্ট? নহয় ই আনন্দ শান্তি।" সি একেথৰে তাইৰ মুখলৈ চাই ব'ল, নিৰুপমা লাজতে ৰঙা পৰি উঠিল। তললৈ মুখ কৰি তাই নীৰব হ'ল। সি সুধিলে—"তোমাৰ নামটো

কি ?" 'নিৰুপমা'—তাই কয়। "নিৰুপমা ? নহয়, অপৰূপা—অনুপমাহে। বেচ্ চমৎকাৰ নামটো। যেনে ৰূপ তেনে নাম, সাক্ষাৎ-যেন সৌন্দৰ্য্য প্ৰতিমা।" সি অপলক নেত্ৰে চাই ৰল—নিৰুপমাৰ সমগ্ৰ শৰীৰ ঘামি গ'ল। তাই কলে—"আপোনাৰ টকা কহোটা নিৰু—মই টেবিলক্লথ দিব নোৱাৰোঁ।" "খং নকৰিবা সোণ, সঁচাকথা কবলৈ গলে মই তোমাৰ 'লাভত' পৰিছোঁ। তুমি মোৰ বুকুৰ কলিজা "মাই ডীয়েৰ"। সি গৈ তাইৰ হাতত ধৰিলে। "এৰি দিয়ক, মই কাবৌ কৰিছোঁ।" তাই হাতখন্ এৰুৱাবলৈ প্ৰাণপণে চেষ্টা কৰে, কিন্তু তাৰ বজ্ৰ মুঠিৰ পৰা মুক্তি পোৱা এজনী বালিকাৰ পক্ষে অসম্ভৱ। ঠিক এই সময়তে প্ৰবোধে আহি বাহিৰত মাত লগালে "নিৰু" ধীৰেনে তৎক্ষনাত হাত এৰি দি টুলত বহিল। দুৰৈৰ পৰা প্ৰবোধে ধীৰেনৰ কাণ্ড দেখি আছিল। একো নেদেখাৰ ভাও জুৰি প্ৰবোধে সুধিলে।—'অ' আপুনি আহিছে।" "হয়" সি কয়। "কিয় ? আজি কলেজ বন্ধনে ?" "নহয়, কিন্তু নেদেখিছেনে মোৰ কিমান কাম—এই চান্দা আদায় কৰিব লাগে, মিটিঙৰ এৰেঞ্জ্মেণ্ট্ কৰিব লাগে। তাৰ মানে "এভ্ৰিথিং" কৰিব লাগে"।' "এনেকৈ ফুৰিলে জানো 'পাৰ্চেন্ টেজ' মিলিব ? ছাত্ৰ সকলে এনেকৈ সক্ৰিয় আন্দোলনত যোগ দিয়া অনুচিত।" "পাৰ্চেন টেজ" লৈ ভয় কথা নাই—ননকলেজিয়েট হম এয়েতো ? টকা দিলে বচ্। ইটো আপোনাৰ দৰে চেয়াৰমেনৰ তলৰ চাকৰি নহয়। আপুনি নাজানে ডাঙৰ ডাঙৰ নেতা সকলৰ কথা। কতই কলেজ পৰিত্যাগ কৰিও পলিটিক্চ্ কৰিছে।" "মহাদেৱে বিহ খাই হ'ল নীলকণ্ঠ, তাকে দেখি আমি খালে কিন্তু মৃত্যুকণ্ঠ হে হব লাগিব—মনত ৰাখিব। পিচে, মই চাঁদা দিব নোৱাৰোঁ। " "তেন্তে মিছাতে মই ইমান সময় নষ্ট কৰিলোঁ। আপোনালৈ ৰখি। বাক মই যাওঁ।" এই বুলি সি উঠি আহি মটৰ 'ষ্টাৰ্ট' দিলে। তাক শুনাকৈ তেওঁ কলে—"কলে-জত আৰ্ট পঢ়ি বাহিৰতো তাক খটুৱাবৰ চেষ্টা ; প্ৰবোধৰ মতুৱে শিকোৱা উচিত যে 'আৰ্ট ইজ্ ফৰ আৰ্ট ছ্ চেক্'।" ধীৰেনৰ মাত

শেলে বিন্ধা দিলে। খণ্ডতে জোৰেৰে মটৰ চলাই দিলে। সি ষোৱাৰ পিচত প্ৰবোধে কলে—"শুন নিৰু, কুকুৰক লাই দিলে কান্ধত উঠে।' নিৰুপমাই লাজ আৰু খণ্ডত ৰঙা পৰি আছিল, কলে—"চাহ খাওক।"

অভিমানত ভানুৰ অন্তৰ ভৰি পৰিছে। কিন্তু কিহৰ অভিমান? ই ভালপোৱাৰ দাবী। একোতে তাইৰ মন নবহে—কেৱল চিন্তা প্ৰবোধলৈ। তেওঁ নওলাৰে গলে দোতালাৰ ওপৰত তাই কাঁহী-বাতি নাইবা দৰ্জাতে শব্দ তোলে খণ্ডতে। প্ৰবোধে বুজে ই কিহৰ খং। মনে মনে তেওঁ হাঁহে। একোবাৰ তাইৰ ইচ্ছা হয়, কেই আষাৰমান শুনাই দিয়ে, পিচমুহূৰ্তে তাইৰ চকুৰ আগত ভাঁহি উঠে তেওঁৰ গহীন-গম্ভীৰ মুখ, উজ্জ্বল চকুযুৰি—। কত ৰহস্য, কত আবেগ জড়িত এই চকুযুৰিত। একোবাৰ ওলায় তথাপি দুআষাৰ কওঁ বুলি, গালি দিম বুলি—কিন্তু একো কব নোৱাৰা হয়! তাই যেন সকলো ভুলি যায়। তাইৰ খং উঠে—কিন্তু উপায় নাই। তেওঁৰ অসীম ব্যক্তিত্বই তাইক বোবা কৰি পেলায়। তাইৰ অন্তৰত খং উঠে। এদিন আবেলি বুকু ডাঠ কৰি তাই ওলাল তেওঁৰ বাহা বুলি। "আপোনাৰ দাদা আছেনে?" নিৰুপমাক সোধে তাই। "নাই।" "কেতিয়া আহিব?" "অলপ পিচত আহিব, বহকচোন।" 'সিদিনাৰ দৰে অপমান পাবলৈ নেকি?" "দোষ এবাৰ হ'ল বুলিতো সদায় নহয়—ক্ষমা কৰক দাদাক। তেখেত যে কেনে মেজাজৰ মানুহ মই একো গমকে ধৰিব নোৱাৰোঁ।" ভয়ে ভয়ে তাই এনেকৈ কৈ এখন টুল বহিবলৈ আগ বঢ়াই দিলে। ভানুমতীয়ে টুলত বহি চেণ্ডেলযোৰ জোকাৰি পেলালে। "আজি আপোনাৰ দাদাক কেই আষাৰমান শুনাবৰ মন আছিল—কিন্তু কি হ'ব ।" "মোলৈ চাই ক্ষমা কৰক। আপোনালোক ডাঙৰ মানুহ, ধনী মানুহ—আমি গৰীব, আপোনালোকৰ যি ইচ্ছা তাকে কৰিব পাৰে। ক্ষমা কৰক দুখীয়া বুলি.... ।" "দুখীয়াটো। এটা কিবা 'কোৱালিফিকেচন' নেকি যে দুখীয়া হলেই ক্ষমা কৰিব লাগে?" ভানুই সোধে তাইক ... কৰা তালত। নিৰুপমা নিৰুত্তৰ। অলপ ভাবি ভানুমতীয়ে

ক'লে "যি হল হৈছে—শিলক চিকুতিলে নখেহে দুখ পায়।" পিচে আপোনাৰ দাদাই লিখে নহয় ? "কিমানলৈ পঢ়িছিল ?" "মেট্রিক পাছ কৰি খৰচৰ অভাৱত পঢ়িব নোৱাৰিলে।" "এতিয়া আকৌ নপঢ়ে কিয় আৰু ভালকৈ লিখিব পাৰিব ?" ভানুই সোধে। "দাদাই কয়—"অন্তৰৰ সুকুমাৰ বৃত্তিবোৰ মানুহৰ জন্মগত, তাৰ বাবে বিশ্ববিদ্যালয়ৰ আৱশ্যক নাই। কবি জন্মি আহে, তাক জন্মাব নোৱাৰি। বেচি পঢ়িলে বুলিয়ে যে লিখিব পাৰিব তাৰ কোনো মানে নাই।" "বিবিধ ভাষা পঢ়ি জ্ঞান আহৰণ কৰি নানা বিষয়ক প্ৰৱন্ধ লিখিব পাৰে। এটা ভাষাৰ ক্ষুদ্ৰ গণ্ডীৰ ভিতৰত সীমাবদ্ধ হৈ থাকিলে জ্ঞান নহয়। বাৰু যিয়ে নহওক, ৰাস্তা নিজে বাছি ল'ব। পিচে, ত্ৰিশ টকাৰে জানো ঘৰ চলে ?" "দাদাই কয়- সৎ পথত থাকিলে যি কি এটা ব্যৱসায় কৰিলেই মানুহে খাবলৈ পাৰে। "বাৰু আপোনাৰ দাদা কোনটো কমত থাকে ? "স্বৰ্গত থাকে।" নিৰুই উত্তৰ দিয়ে। আচৰিত হৈ ভানুমতীয়ে সোধে —"স্বৰ্গত থাকে ? ই কেনে কথা ?" 'হয় দাদা থকা কমটোৰ নাম 'স্বৰ্গ' " ভানুৰ হাঁহি উঠে কথা শুনি—। ভগা পজাৰ তলত 'স্বৰ্গ' ? কি অসঙ্গত কথা ! "বাৰু স্বৰ্গলৈ আমি যাব নোৱাৰো নে ?" তাই কৌতুক কৰি সোধে। "পাৰে, আহক বাৰু" এই বুলি প্ৰবোধৰ কমৰ দুৱাৰখন মেলি দিলে। ভানুমতীয়ে দেখিলে—প্ৰবোধৰ লিখা টেবুলৰ সন্মুখত ডাঙৰ আখৰেৰে এখন চাইনবোৰ্ড লিখা আছে 'স্বৰ্গ' বুলি। চাইনবোৰ্ডৰ তলত সৰু আখৰেৰে লিখা আছে—'য'ত থাকি তুমি শান্তি পোৱা, আৰাম পোৱা—য'ত পবিত্ৰতা আছে সেয়ে "স্বৰ্গ"। কমটো সৰু কিন্তু পৰিষ্কাৰ। এখন সৰু টেবুল লগতে এখন চেয়াৰ। এটা ডাঙৰ আলমাৰি -কিতাপেৰে ভৰ্তি। টেবুলৰ ওপৰত কিছুমান কাগজ-কলম। বিছনাৰ ভৰি পচানৰ পিনে এখন ডাঙৰ আয়না। কমৰ বেৰবোৰ পৃথিৱীৰ ডাঙৰ ডাঙৰ মনীষীসকলৰ ফটোৰে আগুৰা। কমৰ চাৰি চুকত চাৰিটা ডাঙৰ বোটলত চাৰি ডাল পাত-ফুল ; কাষে কাষে ধুনা জলোৱা চাৰিটা মাটিৰ পাত্ৰত ধুনা জ্বলি হৈ আছে। সুন্দৰ সুন্দৰ

ফুল কিছুমান বিছনাৰ মূৰশিতানত। কমটোত সোমালেই মনত এটা আনন্দ-শান্তি আৰু পবিত্ৰ ভাৱ আহে। ভানুমতী আচৰিত হৈ গ'ল; লগে লগে তাইৰ ভালপোৱা আগতকৈ বাঢ়িল। চেয়াৰখনত বহি টেবুলৰ ওপৰত হাত ৰাখি বহি আছে ভানুমতী আৰু ওচৰতে থিয়হৈ আছে নিৰুপমা। ভানুমতীয়ে ক'লে-- 'সঁচাকৈয়ে স্বৰ্গ।" "হয়নে?" বুলি পিচফালে থিয় দি থকা প্ৰবোধে সুধিলে। পিচ মুখ দি তাই দেখে যে হাতত এখন কিতাপ লৈ তাইৰ পিচফালে চেয়াৰত ধৰি প্ৰবোধ—মুখত তৃপ্তিৰ হাঁহি। ভানুই লাজত পৰি হাঁহিমাৰি চেয়াৰখন এৰি দি থিয় হ'ল। প্ৰবোধে হাঁহি মাৰি ক'লে—"বহা।" লাজ আৰু আনন্দত ভানুৰ ধুনীয়া গাল দুখন ৰঙা পৰি উঠিল। তলমূৰা হৈ তাই হাঁহিব ধৰিলে। সেই চলতে নিৰুপমাই মাত লগালে—"শুনাওক এতিয়া কি শুনাওঁ বুলিছিল দাদাক দুৰাৰমান?" হাঁহি মাৰি তাই ক'লে—"অনধিকাৰ চৰ্চা হব, কাৰণ এইটো তেখেতৰ নিজা ঘৰ।" আলনাত চোলা থৈ প্ৰবোধে ক'লে—"কোনে কলে অকল মোৰ বুলি? তুমি চাইনবোৰ্ড চোৱা নাই জানো? ইয়ে স্বৰ্গ। স্বৰ্গত জানো অকল মোৰে অধিকাৰ? পুণ্যাত্মাসকলৰ সকলোৰে অধিকাৰ আছে।" "সিমান, পুণ্যৱতী হলে এনে দশা নহ'লহেঁতেন।" ভানুৱে কয়। "এৰা ৰাস্তা হাটাতকৈ মটৰেৰে ফুৰাটো বেচি কষ্টকৰ।" প্ৰবোধে কয়। এনেকৈয়ে গঢ়ি উঠে তেওঁলোকৰ ভিতৰত আত্মীয়তা,। আনন্দ আৰু গৌৰৱত ফুলি উঠে ভানুমতীৰ বুকুখন। কল্পনাৰ ৰঙীন ছবি মনৰ মাজেৰে বেঙাই যায়। তাই পাহৰি যায় নিজকে ক্ষন্তেকলৈ।

এতিয়া ভানুই আবেলি প্ৰায়ে নিৰুহঁতৰ বাহালৈ আহে। নানা তৰহৰ বস্তু আনে নিৰুৰ অনিচ্ছা স্বত্বেও। কিমান সুগন্ধি তেল আৰু চাবোন আনে ভানুই নিৰুৰ বাবে। নিৰু আৰু ভানুৰ ভিতৰত গঢ়ি উঠে বন্ধুতা। এদিন পঞ্চাচ টকা নিৰুৰ হাতত দি ভানুই কয় -"শুন ভনী; বিছু আহিল, তেখেতৰ বাবে এযোৰ জুতা আৰু তোৰ বাবে এযোৰ পোচাক কিনি লবি।" 'পৰৰ

ধন নালাগে ভনী যেনেকৈ আছোঁ সেয়ে হব, তথাপি লোকৰ ধাৰ খাব নোৱাৰি।" -নিৰুই কয়। "মোৰ মৰমৰ উপহাৰ জানো তই গ্ৰহন নকৰ ? মই তেন্তে তোক উপহাৰ দিবলৈ যোগ্য নহওঁ;" অভিমানৰ সুৰত কয ভানুই। "খং নকৰ ভনী : নিৰুই কয়।

ৰুমলৈ গৈ নিৰুই টকা পঞ্চাচটা দি কলে-'দাদা ভানুমতীৰ এই পঞ্চাচ টকা উপহাৰ-বিলৈ।" ভানুমতীয়ে এটা তৃপ্তিৰ হাঁহি মাৰি তলমুৰা হল। এযে যে তাইৰ প্ৰথম উপহাৰ তাইৰ প্ৰিয়তমলৈ। টকা কেইটা টেবিলৰ ওপৰত দেখি প্ৰবোধে কলে "সহস্ৰ সহস্ৰ গৰীবক বিপদ-গ্ৰস্ত কৰি কাপোৰ চেনি আদি ব্লেক মাৰ্কেট কৰি গৱৰ্ণমেণ্টৰ ৰক্ষকে ৰাইজৰ ভক্ষক হৈ অৰ্জা মহা —পাপৰ ধন ছুলে হাত অপবিত্ৰ হব, লৈ যা এই মুহূৰ্ত্তে" বুলি নিৰুক ইঙ্গিত দিলে, আৰু কলে-"পাপৰ ধন প্ৰায়শ্চিত্তত খৰচ কৰিব লাগে।" ভানুমতীৰ বুকুত এপাত শেল সুমোৱা দিলে এই ফাকি কথা। তাইৰ মুখ কলা পৰিল।—কি আশা কৰিছিল আৰু কি পালে। এৰাৰি মৰমৰ মাত, এটা মধুৰ হাঁহি তাই আশা কৰিছিল, কিন্তু পালে এটা তীব্ৰ বাক্য-বাণ। লাজ আৰু অভিমানত জৰ্জ্জৰিত হৈ ভানুই কলে-"লৈ আহ ভনী! কলুষিত পূজাৰীৰ পূজা দেৱতাই গ্ৰহণ নকৰে।" নিৰুপমাই সেমেনা-সেমেনি কৰি টকাকেইটা লৈ আহি ভানুক দিব খোজোঁতে তাই কলে-"তয়ো জানো মোৰ মৰমৰ দান গ্ৰহণ নকৰ ?" প্ৰবোধে তপৰাই মাত লগালে ৰুমৰ পৰা-'এই অপ্ৰত্যাশিত দান দাস পৰিয়ালে গ্ৰহণ কৰিব নোৱাৰে।" ভানুমতীৰ সজল চকুযুৰিত ছুধাৰি চকুলো বৈ আহিল। নিৰুপমাৰ খং উঠিল, কিন্তু প্ৰবোধে মুখ টিপি হাঁহিব ধৰিলে নিজে নিজে। ভানুই কান্দি কান্দি কলে—"আন ভনী, আমাৰ মৰম বিষৰ তুল্য যেতিয়া ..." অপমান অভিমানত ম্ৰিয়মাণ হৈ ভানুমতী গুচি গ'ল। নিৰুই সুধিলে—"ভানুমতীক কিয় তেনে নিষ্ঠুৰ ব্যৱহাৰ কৰে দাদা।" তাইক কন্দুৱাব ভাল লাগে নিৰু, চকুলোৱে তাইক বৰ ধুনীয়া কৰি তোলে।" "তাইক কন্দুৱাটো আপোনাৰ এটা আমোদ ?"

"অকল আমোদে নহয় কৰ্ত্তব্যও।" "তাইৰ কি দোষ দাদা ?" "তাইৰ দোষ নহয়—তাইৰ জাতীটোৰ—ধনীসকলৰ।" নিৰুপমাই একো নামাতি ভানুমতী যোৱা ফালে চাই ৰল। প্ৰবোধে আকৌ কয়—"শুন নিৰু, ইহঁত ফেটী সাপৰ চানা—সময় পালে ব্ৰহ্মতালুত দংশন কৰিব।" "ইহঁতে সাপহৈ খোঁটে কিন্তু বৈদ্য হৈ জাৰেও।" নিৰুই কয়। "মই ভাবোঁ ইহঁতে খুঁটিলে ধৰণী বান্ধিবৰ ঠাই নহব।"

ভানুই খং অভিমানত কি কৰিব কি নকৰিব একো স্থিৰ কৰিব নোৱাৰে। তাই আৰু দুনাই নিৰুহঁতৰ তালৈ নাযাওঁ বুলি ভাবে—কিন্তু পিচ মুহূৰ্ত্ততে প্ৰবোধৰ ছবিটো হৃদয়-পটত জিলিকি উঠে। তাইৰ মন কুমলি যায়। এয়ে যে তাইৰ দুৰ্ব্বলতা। শত চেষ্টা কৰিও তাই মন বান্ধিব নোৱাৰে। নিৰুহঁতৰ বাহালৈ নোযোৱাকৈ থাকিব নোৱাৰে তাই। তাইক যেন অজ্ঞাতশক্তিয়ে টানি লৈ যায়। নিৰুপমাই জানে কিয় ইমান অপমান স্বত্ত্বেও ভানুই তাইৰ তালৈ আহে। দুয়ো আকৌ নানা গল্প কৰে—হাঁহে, প্ৰাণ ঢালি দিয়ে; কিন্তু প্ৰবোধ আহিলেই সংযত হয়। নিৰুৰ বৰ মৰম লাগে ভানুলৈ—কেনে উদাৰ, মৰমিয়াল তাই। সিদিনাৰ পৰা ভানুই প্ৰবোধৰ ফালে নাচায়, কথা নকয় তেওঁ আহিলে। তাই অভিমান কৰে তেওঁৰ ওপৰত। প্ৰবোধে বুজে, নিৰুয়ো বুজে। নিৰুই উপলব্ধি কৰে তাইৰ দুখ। নাৰীয়েহে বুজে নাৰীৰ অন্তৰৰ বেদনা—পুৰুষীয়েহে বুজে পুৰুষীৰ মৰম!

ধীৰেনক নিৰুই বৰ ঘৃণা কৰে। "ভানুই কয়"—"দাদাৰ চৰিত্ৰ বৰ বেয়া ভনী—ইয়ালৈ আহিবলৈ মানা কৰি দিবি।" প্ৰবোধেও চোকা দৃষ্টি ৰাখে ধীৰেনৰ ওপৰত। ভানুই কয়—"শগুণ যিমানে ওপৰলৈ যুঠক তাৰ চকু মৰাশত। দাদা শিক্ষিত, কিন্তু....।"

বস্তু-বাহানিবোৰ নিৰুপমাই বান্ধে। ধীৰেনে সোধে—"কিয় টোপোলা বান্ধিছা নিৰুপমা?" "আমি আজি যাম।" —তাই উত্তৰ দিয়ে। "কলৈ?" সি সোধে। "দাদাই হে জানে।" তাই উত্তৰ দিয়ে। সি প্ৰবোধক সোধে—"বদলি হ'ল নেকি?" "এৰা

বদলিয়েছেটো—কিন্তু ই প্ৰকৃতিৰ বদলি।' "তাৰ মানে ?" "তাৰ মানে বানপানীয়ে সৰুক্ষেত্ৰি অঞ্চলে বদলি হবলৈ বাধ্য কৰিছে।" "সৰুক্ষেত্ৰিত বানপানী? আমিতো খবৰ পোৱা নাই ?" "আপোনালোক ডাঙৰ দেশ-প্ৰেমিক, গতিকে দিল্লী, চিলং আদিৰহে খবৰ পাব—সৰু-সুৰা ঠাইৰ খবৰ, বানপানীৰ উপদ্ৰৱৰ খবৰ কেনেকৈ পাব? ভোটৰ সময়তহে সিইঁতৰ আৱশ্যক—এতিয়া আৰু কি?" "বাৰু গৱৰ্ণমেণ্টে জানো একো ব্যৱস্থা হাতত লোৱা নাই?" "বস্তুত ওপৰলৈ উঠিলে তললৈ মনিব নোৱাৰি নহয়?" ৰাজধানী চিলঙৰ উচ্চ চূড়াৰ পৰা বৈভৱামলৈ দৃষ্টি আহিয়ে মুঢ়ুকে।" "গৱৰ্ণমেণ্টে সহায় কৰা উচিত।" "আপোনাৰ পিতাকেও নিয়মিত ভাৱে কণ্ট্ৰোলৰ মাল দিয়া উচিত।" "আপুনি সদায় কয় গৱৰ্ণমেণ্টৰ চাকৰিয়ালে ভেটি খোৱা বুলি, আপুনি দেখিছে ? প্ৰমাণ দিব পাৰিব?" সি খং ভাবে সোধে—"আগতে কৃষ্ণক দেখি আৰু কি পাপক লেখি? দুই বছৰৰ ভিতৰত ঘৰ পকা, মটৰ গাড়ী দুখন, চল্লিচ হাজাৰ টকা বেঙ্কত জমা; আৰু কি প্ৰমাণ লাগে?" "আপোনাৰ বৰ বাৰাবাৰী হৈ গৈছে—কেতিয়াবা কথা বেয়া হব, অপমান পাব লাগিব।" সি চকু ৰঙা কৰি কয়—"অপমান? ইয়ে আমাৰ তেৰা সকলে দিয়া মহৎ অৱদান। শত শত নিপীড়িত নির্য্যাতিতৰ অপমান—মোৰ স্বজাতিৰ অপমান, আৰু মোৰ সন্মান? ইযে এক বিৰাট প্ৰৱঞ্চনা। মগনীয়াৰ সন্মান ক'ত?" কথা শুনি ধীবেনৰ বৰ খং উঠে। কিন্তু কি কৰে এই অকৰা মানুহজনক, সি যে বশ কৰিব নোৱাৰে। "মগনীয়াৰ জাতটোৰ কথা তেনে" বুলি কৈ খঙতে ধীবেন ওলাই যায়। নিৰুপমাৰ বৰ ভয় লাগে। প্ৰবোধে কিন্তু এটা আত্ম-তৃপ্তিৰ হাঁহি মাৰে।

ঘৰলৈ গৈ ধীবেনে কয়—"শুনিছা ভাস্থ, সেই প্ৰবোধ নির্বোধটো বলে যায।" 'নির্বোধ?' "এৰা সি এটা খাটি নির্বোধ" সি জোৰেৰে কয়। "আপুনি ভালকৈ ভাবক দাদা, তেখেতৰ নামৰ আগত 'নিঃ' উপসৰ্গ আছে নে 'প্ৰ' উপসৰ্গ আছে? ভাল বোধ আছে বাবেই প্ৰবোধ। পিছে যায় কলৈ?" "দেশ-সেৱক হবলৈ" "ভালকৈ কওক।"

"সৰুক্ষেত্রি অঞ্চলৈ—বান-পানী নিবাৰণ কৰিবলৈ" বুলি কৈ সি ওলাই গ'ল। "বান পানী" ?" তাই ভাবিব ধৰে। "তেখেত যোৱা কথা নিকট মোক নকলে কিয় ?" তাইৰ খং উঠে নিৰুপমাৰ ওপৰত। পিছ মুহূৰ্ত্ততে তাইৰ এটা হুমুনিয়াহ আহিল—কিবা যেন অসম্পূৰ্ণ ৰল তাইৰ। প্ৰবোধৰ কথা ভাবি গালত হাত দি চেয়াৰত বহি পৰিল। "কি মগজুৰ মানুহ এইজন! আজি ইমান দিনে একো গমকে ধৰিব নোৱাৰিলোঁ। একোবাৰ দেখোঁ মোৰ অতি ওচৰত, পিচ মুহূৰ্ত্তে দেখোঁ বহু আঁতৰত। তেন্তে কি বিজুলীৰ দৰে ধৰা নিদিবই নেকি ? পুৰুষবোৰ বাস্তৱিকে নিৰ্মম।" তাই সিদ্ধান্ত কৰে। ঠিক এই সময়তে হাতত এটা চুটকেচ্‌ লৈ প্ৰবোধ—পিচে পিচে নিৰুপমা। ভানুই দোতালাৰ ওপৰৰ পৰা নামি আহিল চিৰিয়েদি। "নিৰুপমা।" তাই মাত দিলে। "যাওঁ ভনী, বেয়া নাপাবি বহুত দোষ কৰিছিলোঁ—নিজৰ ভনী বুলি ক্ষমা কৰিবি ?" নিৰুপমাৰ চকু চল্‌চলীয়া হয়। প্ৰবোধ দুখোজমান আঁতৰি যায়। ভানুমতীৰ হাতত ধৰি নিৰুপমাই কয়—"মোৰ মনটো কান্দি উঠে ভনী ?" "তই কি নিৰ্দয় ভনী ? কিয় মোক ইমান দিনে কোৱা নাই ? বাস্তৱিক পৰে কেতিয়াও আপোন নহয়- মিছাকৈ মই আপোন হবলৈ চেষ্টা কৰোঁ।" "অভি-মান নকৰ ভনী, দাদা যে কেনে মগজুৰ মানুহ—মোৰ বৰ ভয় লাগে....।" দুৰৈৰ পৰা প্ৰবোধে মাত লগালে—"নিৰু -।" ভানুৰ চকুত পানী আহে, নিৰুপমায়ো কান্দে। ভানুৰ অভিমান—বিদায়-কালতো প্ৰবোধে তাইক এবাৰ নামাতে। নিৰুপমাৰ হাতত ধৰি শাৰীৰ ল'চেৰে চকুলো মচি ভানুই কয়- "যা ভনী, চন্দ্ৰলৈ মানুহে ইচ্ছা কৰে কিন্তু চন্দ্ৰইটো মানুহলৈ ইচ্ছা নকৰে—বৈ নাথাকে !" "মইযে-তোক পাহৰিব নোৱাৰোঁ ভনী, তই যে মোৰ আপোনতকৈও আপোন—প্ৰাণৰ প্ৰাণ। তোক মই কিসতে এৰি যাওঁ ভনী ?" বুলি নিৰুই হুকহুকৈ কান্দিব ধৰিলে। ভানুমতীৰ কান্দোন আহিল—"তই নকন্দ্‌বাবি ভনী, তোৰ দুখ যে মই সহ্য কৰিব নোৱাৰোঁ। আজিৰ পৰা মোৰ ছবি মনৰ পৰা মচি পেলাবি ;

ভাবিবি ই এটা দুঃস্বপ্ন।" এনেতে প্ৰবোধে দুবৈৰ পৰা মাত লগালে—"নিৰু ?" "দাদা।" "কৰ্তব্যই কালৈকো বাট নাচায়।" "কিন্তু দাদা....।" "কৰ্তব্যৰ আগত কিন্তু নাই। সুযোগ ৰামধনুৰ দৰে বিতোপন কিন্তু বিজুলীৰ দৰে ক্ষন্তেকীয়া। আহ।" "কিন্তু এই চকুলো যে বৰ বেদনাদায়ক দাদা ?" 'শত শত নিপীড়িতৰ চকুলো, হাজাৰ হাজাৰ আৰ্ত, বুবুক্ষিতৰ চকুলো যে ইয়াতকৈ কোটি কোটি গুণে বেদনাদায়ক নিৰু। আমি যাম সেই হতভগাহঁতৰ চকুলোৰ সৈতে আমাৰ চকুলো মিলাবলৈ—আমাৰ দেহ সিহঁতৰ চকুলোৰ সোঁতত উটাই দিবলৈ। আহ পলম কৰিবলৈ সময় নাই।" ভানুই কলে "সঁচা ভনী, যা মই আৰু তোক ৰাখিবলৈ চেষ্টা কৰি আতুৰ সকলৰ সৰ্বনাশ নকৰো। মোৰ জীৱনতকৈ সিহঁতৰ চকুলো কোটি কোটি গুণে মূল্যবান।" প্ৰবোধ আগুৱাই গ'ল। নিৰুই ভানুৰ চকুলৈ চাই গলত সাবট মাৰি ধৰি কলে "বিদায়—বিদায় ভনী "বিদায়...।" বুলি ভানুমতীয়ে হুক্ হুক্‌কৈ কান্দিবলৈ ধৰিলে। গালত এটা চুমা খাই নিৰুপমাই গলৰ পৰা হাত এৰি দি এখোজ-দুখোজ কৰি ভানুমতীৰ ফালে চাই চাই আঁতৰি গ'ল। নিশ্চল হৈ ভানুমতী থিয় হৈ ৰ'ল। চকুৰে বৈ আহিল দুধাৰি চকুলো।

আজি সাত দিন প্ৰবোধে দিন-ৰাতি অবিশ্ৰান্ত পৰিশ্ৰম কৰি কিছুমান স্কুলীয়া ল'ৰাৰে সৈতে লগহৈ বৰভাগ অঞ্চলত চাউল তোলাত লাগি গৈছে। প্ৰায় পঞ্চাচ মোন মান চাউল যোগাৰ হৈছে। এদিন নিৰুই ক'লে—"দাদা, আমি চাউল তুলি থাকোঁতে মানুহ মৰি নাইকিয়া হব দেখোন ?" "যি মৰিব তাক আৰু বচাবৰ উপায় নাই নিৰু; কিন্তু যি বাচি আছে অথচ প্ৰাণ যাওঁ যাওঁ তাকতো ৰক্ষা কৰিব লাগিব, আৰু তেতিয়া হ'লে বহুত চাউলৰ দৰ্কাৰ।"

এখন ডাঙৰ নাওঁত তেওঁলোক দুজন আৰু কিছুমান চাউলৰ সৈতে স্কুলীয়া ল'ৰাবিলাক। গাওঁৰ ঘৰবাৰী গোটেই ডল গৈছে। গৰু-ছাগলী পানীত উটি কৰবালৈ গৈছে—লগতে বহুত মানুহ মৰিছে। যি দুই-চাৰিজন আছে সিহঁতেও খাবলৈ নাপাই মৰণক অপেক্ষা কৰি

আছে। কিছুমান চাং পাতি, কিছুমানে চালৰ মুধাত আৰু কিছুমানে চাংগলিত বাস কৰিছে। গাওঁবোৰ নিৰ্জন গহীন হৈ পৰিছে যেন মহামাৰিতহে উচ্ছন্ন হৈ গৈছে। এমুঠি ভাত সিহঁতৰ মনত স্বৰ্গৰ অমৃত। কিন্তু সেই কেইমোন চাউলেৰে ইমান খন গাওঁৰ কি হ'ব? ছুখন গাওঁতে শেষ। নিৰুই কয়—"গৱৰ্ণমেণ্টে সহায় নকৰেনে দাদা?" "কৰিব—কিন্তু বানপানী গ'লে," এটা বিদ্ৰূপৰ সুৰত কয় তেওঁ। "তেন্তে দেখো মানুহ মৰি নাইকিয়া হৈ যাব তেতিয়ালৈ—?" 'ক্ষতি কি?" তেওঁ উত্তৰ দিয়ে। কিছু সময় তলকা মাৰি নিৰুই কয়—"কিন্তু দাদা, আমাৰ যে আজি নিজৰ খাবলৈকে চাউল নাই। কি কৰিব?" "মৰিম। সিহঁতো মৰিব—আমিও মৰিম—আপত্তি কি?" উত্তৰ দিয়ে। ল'ৰাবিলাকে ক'লে—"দাস, আমি ফিৰাই ভাল।" "এৰা, তোমালোক ফিৰি যোৱা—কিন্তু মই এওঁলোকৰ লগলৈকেই গৈ একে পথৰ পথিক হম।" ল'ৰাবোৰ ফিৰে, বৰভাগলৈ পুনৰ চাউল তুলিবলৈ।

সৰু নাও এখনত প্ৰবোধ আৰু নিৰুপমা। আজি তেওঁলোকৰ চাউল নাই। "দাদা, আজি যে আমাৰ অনশন হব—কাৰণ চাউল নাই।" "তেন্তে আজি আমাৰ অমাৱস্যা। তই জান নিৰু, কত কিমান হতভগা দেশবাসীয়ে এনেকৈ অন্নাভাৱত অমাৱস্যা পালন কৰিব ধৰিছে। ইহঁত যে আৰু বাচি নাথাকে! হায়! ভগবান—!" বুলি এটা দীঘল হুমুনিয়াহ কাঢ়ে প্ৰবোধে। নিৰুপমাৰো চকুলো আহে।

কিছুদূৰত, এখন ডাঙৰ হলং নাৱত কেইজনমান মানুহে এনাও চাউল লৈ আহিছে নিৰুহঁতৰ নাও বুলি লক্ষ্য কৰি। "আপোনালোকে চাউল লওক" বুলি এজনে কলে। নিৰু—"গৱৰ্ণমেণ্টৰ চাউল নেকি?" "নহয়, এজনী ছোছালী মানুহে পাঁচ শ মোণ চাউল দান কৰিছে।" "তেওঁ ক'ত আছে?" "ডাক্তৰে সৈতে সিখন নাওত বেমাৰী চিকিৎসা কৰিবলৈ গৈছে।" "এইজনা কোন

দাদা ?" "যাৰ এখনি অন্তৰ আছে—যিয়ে কান্দিব জানে" তেওঁ উত্তৰ দিয়ে। এনেতে ডাক্তৰ, কম্পাউণ্ডাৰ আৰু কিছুমান মানুহে সৈতে এখন নাও আহিল নিৰুহঁতৰ ওচৰ চাপি। নাওৰ বুকুত দেৱী প্ৰতিমাৰ দৰে বহি আছে ভানুমতী। নিৰুপমা আচৰিত হৈ গ'ল। প্ৰবোধে এটা তৃপ্তিৰ হাঁহি মাৰি পিচ মুখ দিলে। ভানুই মাত লগালে—'নিৰুপমা।" "ভনী, তই ইয়াত ?" "আচৰিত কিয় ভনী ? পাপৰ প্ৰায়শ্চিত্ত। বাৰু, মই তোৰ নাৱত উঠিব পাৰোনে ?" 'আহ'। "আপোনালোক যাওক ডাক্তৰ বাবু, মই অলপ পিচতে গৈছোঁ।" নিৰুহঁতৰ নাৱত উঠিল ভানুমতী অইন নাওবোৰ গাওঁৰ ভিতৰ সোমাল। নিৰুহঁতৰ নাওখন অকলে ৰ'ল। নাৱৰ বুকুত নিৰুপমা, প্ৰবোধ ভানুমতী। কিছু সময় নীৰৱতাৰ পিচত নিৰুপমাই সুধিলে—"এই চাউল তই দিছ ভনী।" "মইতো ঢেঁকী বানি দিয়া নাই।" "ই তোৰ মহৎ দান ভনী।" "নহয়, পাপৰ প্ৰায়শ্চিত্ত" বুলি কৈ কেৰাহিকৈ প্ৰবোধৰ ফালে চালে। প্ৰবোধৰ মুখত সুন্দৰ হাঁহিয়ে দেখা দিলে। "তই কিমান মহৎ ভনী।" নিৰুই কয়। "ই মোৰ কৰ্ত্তব্য" তাই উত্তৰ দিয়ে। প্ৰবোধে হাঁহি মাৰি পিচ মুখ দিয়ে--আজি যেন তেওঁৰ আনন্দৰ সীমা নাই। কান্ধত হাতখন থৈ নিৰুই সোধে—"তই দেৱী নে মানৱী ভনী ?" এবাৰ প্ৰবোধৰ ফালে লাহেকৈ চাই নিৰুপমাৰ হাতত ধৰি তাই উত্তৰ দিয়ে, "দেৱীও নহওঁ, মানৱীও নহওঁ, মই তোমাৰ 'ব উ।" নিৰুপমাই হাঁহি মাৰি ভানুমতীক সাবট মাৰি ধৰিলে। প্ৰবোধে কেৰাহিকৈ ভানুৰ চকুলৈ চাই এটা মিচিকীয়া হাঁহি মাৰিলে।

নাওঁখন আপোনা আপুনি ধাৰৰ সোঁতত গাওঁৰ মাজলৈ ধীৰে ধীৰে ভাঁহি গ'ল।

# তেন্তে আজি—

তেতিয়া মই কলেজত পঢ়োঁ। মনত আনন্দ, শৰীৰত যৌৱনৰ প্ৰথম পুৱাৰ হেঙুলীবোল। অতি মধুৰ কলেজীয়া জীৱন।

নিতৌ সেই ৰাস্তাটোৰে মই গধুলি ফুৰিবলৈ যাওঁ—মুকলি পথাৰলৈ। ৰাস্তাৰ কাষতে দুটি পকী দালান, দুই ঘৰৰ আৰু অলপ দূৰত এটি পঁজাঘৰ। তলৰপৰা জুপুৰি ঘৰটোৱে হয়, কিবা এটি সহানুভূতি পাবলৈ ওপৰলৈ মুখ কৰি চাই আছে পকী দালান দুটিলৈ মগনীয়াৰ দৰে। কিন্তু কি পাব? এটা কটাক্ষ, এটা বিদ্ৰুপৰ বাহিৰে সি বাৰু কি পাব পাৰে?

মই ফুৰিবলৈ যোৱা সময়ত ৰাস্তাৰ কাষৰ সেই দালানৰ সমুখৰ ফুলনিখনত তাই কিবা কৰি থাকে। একোবাৰ কিবা ভাৱে একোবাৰ মোলৈ কেৰাহিকৈ চায় আৰু একোবাৰ উদাস দৃষ্টিৰে আকাশৰ ফালে চাই থাকে তাই। মই চাওঁ তাই নেদেখাকৈ তাইৰ ৰূপ, ভাবোঁ, তাইৰ এই লক্ষণবোৰলৈ। ডেকা মন, গাভৰু ছোৱালী দেখিলে চঞ্চল হোৱাটো স্বাভাৱিক লাগে তাক আদিম মানৱৰ আদিম প্ৰবৃত্তি বুলিয়েই কওক। মই সদায় অকলশৰীয়া, অকলে অকলে ভাবি ভাবি ওলাই যাওঁ নিৰ্জন পথাৰলৈ, সেই ৰাস্তাটোৰে।

ৰূপ কোনে ভাল নেপায়? তাই তৎক্ষণাৎ কেৰাহিকৈ চাই উচাত মাৰি উঠি যায় এটা মিচিককৈ হাঁহি মাৰি। চায় এবাৰ,—মোৰ চকুৱে চকুৱে পৰে: তাই হাঁহে,ময়ো হাঁহো—কিন্তু অৰ্থ বিচাৰি নাপাওঁ—কিয় হাঁহো। গাত এটা শিহৰণ উঠে, কিহৰ শিহৰণ? মই কব নোৱাৰোঁ। গৌৰৱ অনুভৱ কৰোঁ কিবা পোৱা যেন ভাবি। কি পাওঁ কব নোৱাৰোঁ। দিন গৈ থাকে—আমাৰো নীৰৱ আলোচনা অন্তৰে অন্তৰে আৰম্ভ হয়। কেইদিনমান পিচত দেখিলোঁ, তাইতকৈ অলপ ওখ, সমবয়সীয়া আৰু এজনী। দুয়ো কথা পাতে—হাঁহে;

মই যোৰা দেখিলে তাই লাজ কৰে বঙা পৰে ; লগৰীজনীয়ে ঠাট্টাৰ চলতে কয় "নেদেখিলে হিয়া পোৰে,—নহয়নে ?" "তই বৰ বেয়া দে।" তাই কয় লগৰীয়াজনীক এটা ঠেলা মাৰি দি। মই হাঁহি আঁতৰি আহোঁ। মই পিচ দিলে দুয়ো খিল্ খিল্ কৈ হাঁহিব ধৰে। তাই বৰ চঞ্চল—অতি সোনকালে হাঁহে।

পূজাৰ বন্ধত মই ঘৰলৈ যাব ওলাইছোঁ। তাইহঁতৰ ৰাস্তাৰে চুটকেচটো হাতত লৈ মই গৈ আছোঁ। ফুলনিৰ ভিতৰত দুবৰিৰ ওপৰত বহি আছে দুয়ো। দূৰৈত মোক দেখি তাই সুধিলে—"কলৈ যায় ?" "পূজাৰ বন্ধত ঘৰলৈ যায়।" লগৰীজনীয়ে উত্তৰ দিয়ে। মই আহি ওচৰ পালোঁ, চকু পৰিল তাইহঁতৰ ওপৰত। মোক দেখি তাই এটি হুমুনিয়াহ কাঢ়িলে ; মোৰ মনটো বেয়া লাগিল—হুমুনিয়াহে বুজাইছে তাইৰ অন্তৰৰ দুখ। মোৰ বুজিবলৈ বাকী নাথাকিল।

বন্ধত গাঁৱৰ কলেজীয়া বন্ধুসকলৰ মিলন হল। সকলোৰে আনন্দ, মযো মুখত হাঁহি মাৰিয়ে থাকোঁ, কিন্তু অন্তৰখন উদাস—যেন সি ক'ৰবাত পৰি আছে। বন্ধ খোলাৰ এসপ্তাহ আগতেই গুচি আহিলোঁ। বৌৱে ঠাট্টা কৰিলে—"বাপু তোমাৰ কিবা ডাঙৰ বস্তু বেয়াকৈ এৰি আহিছা হব পায়। চাবা, চহৰত বহুত লোভনীয় বস্তু আছে।" মই তেওঁৰ ইঙ্গিত বুজিলোঁ—ভয় লাগিল জানোচা তেওঁ মোৰ মনৰ ভাব ধৰিব পাৰিছে। মই অলপ গম্ভীৰ হৈ উত্তৰ দিলোঁ—"তুমি কি বুজিবা বৌ, কলেজৰ কিমান পঢ়া। লুইতেহে জানে বঠা কিমানলৈ বহে।' বৌৱে একো নকলে।

ষ্টেচনত নামি খোজ দিছোঁ। কেতিয়ানো সেই ফুলনিখন পাওঁ। ফুলনিৰ ওচৰ পোৱাৰ লগে লগে গাত এটা জোকাৰণি উঠিল ; মনটো উদ্ বিগ্ন—অন্ততঃ এবাৰো তাইক দেখিলে !... ....

খিৰিকীৰে কি সোমায় ? মহ, ডাঁহ, চগা—কিছুমান উৰি ফুৰা পোক ; আৰু তাৰ উপৰি সোমায় ডেকাসকলৰ চকুৰ উদ্ভ্ৰান্ত

দৃষ্টিবোৰ। ফুলনিৰ সমুখৰ খিৰিকীৰ ফাঁকেৰে মোৰ আকুল দৃষ্টি অলক্ষিতে গ'ল। যিযে নহওঁক লক্ষ্য ব্যৰ্থ নহল—নয়ন সাৰ্থক....!! তাই নীলা পৰ্দাখন আঁতৰাই মোৰ ফালে চাই আছিল। মই চোৰা মাত্রে পৰ্দাখন পেলাই দিলে। আধা-আধি চকুৰ আঁৰত তাইক ইমান ধুনীয়া দেখিলোঁ!...পূজাৰ বন্ধৰ সমস্ত আবৰ্জনা ক্ষন্তেকতে ক'ৰবালৈ উৰি গ'ল, নতুন উদ্দীপনা আহিল প্ৰাণলৈ। বাস্তৱিক—নাৰী—পুৰুষৰ উদ্দীপনা-দায়িনী, প্ৰেমিকেহে জানে,—বুজে তাৰ মোল!

ওচৰৰ দমকলটো—গোটেই ছোৱালীজাক পানী নিবলৈ ভৰি পৰে গধূলি—মোৰ ফুৰাৰ সময়ত। মই ফুৰিবলৈ গৈছো সেই দমকলৰ ওচৰৰ চিৰ পৰিচিত ৰাস্তাটোৰে। "হিয়াই বিচাৰে হিয়া, ক'ত আছিল ভনী এইফাঁকি" বুলি তাইৰ লগৰীয়াজনীয়ে তাইক সোধে। গোটেই ছোৱালীজাকে খিল্ খিল্ কৈ হাঁহে—মোৰো হাঁহি উঠে; ওঠত কামোৰ মাৰি ধৰি কথমপি সেইখিনি বেগাই পাৰ হওঁ—হাজাৰ হলেও কলেজ-ষ্টুডেণ্টতো। এটা সন্মান আছে—অন্ততঃ।

অস্ত্ৰেৰে যাক জয় কৰিব নোৱাৰি, মনেৰে তাক জয় কৰিব পাৰি। ধৈৰ্য্যৰতো এটা সীমা আছে। ঘহোঁতে ঘহোঁতে শিলো ক্ষয় হয়, এইটো আমাৰ মন, তাতে, চফল ডেকা বয়স....।

"এটি ফুল দিবানে?" কোনো নথকা দেখি মই সুধিলোঁ তাইক। চাৰিওফালে চাই তাই ফুলনিৰ মাজৰ পৰা ক'লে— "আপুনি বৰ নিষ্ঠুৰ।" "কিয়?" মই বৰ ব্যগ্ৰহৈ সুধিলোঁ তাইৰ ধুনীয়া মুখখনলৈ চাই। "ৰূপ দেখি হাতত লয় আৰু পিচমুহূৰ্ত্ততে মোহাৰি নেপেলায় নে?" তাই একেথৰে মোৰ ফালে চাই ক'লে—"কিন্তু তুমি জানা, ইয়াত তাইৰ কিমান আনন্দ? বেচেৰি ফুলে সেই এটিবাৰৰ কৰ-স্পৰ্শকে লৈ কটাই দিয়ে তাইৰ জীৱন,—তাকে স্মৰণ কৰি সান্ত্বনা লভে,—সেয়ে জীৱনৰ চৰম ধ্যান" মই কওঁ। তাই এটি গোলাপ হাতত লৈ ক'লে—"এই গোলাপটো ভাল পায়নে ইয়াৰ গোন্ধটো?" "ফুলটো" মই কওঁ "ই কাইলৈ মৰহি পৰে

সৌন্দর্য্য নেথাকিব—তেতিয়া।” তাই সোধে। “সৌৰভ” মই উত্তৰ দিওঁ। “তেন্তে ফুল নহ'লে গোলাপী-আতৰ সুঙিব পাৰে?” তাই সোধে। আতৰত গোন্ধ আছে—ফুলৰ সৌন্দৰ্য্যতো তাত নাই; আতৰ কৃত্রিম কিন্তু ফুল অকৃত্রিম স্বাভাৱিক। আতৰ আমাৰ তৈয়াৰী—ফুল প্রকৃতিৰ দান” মই কওঁ। “তেন্তে অকল গোন্ধ থাকিলেই নহয়?” তাই সোধে। “নিশ্চয়।” মই কওঁ, “গুণ আৰু ৰূপ একেলগে থকাই সৌন্দর্য্য।” “মনত ৰাখিব” তাই কয় আৰু মোলৈ গোলাপটো দলিয়াই দিয়ে মোৰ বুকুত পৰাকৈ। আহ। কি অপৰূপ ৰূপ!...... দুয়ো চকুই চকুই চাই হাঁহি মাৰিলোঁ। “বাঃ” বুলি উঠিল এজোপা ফুলৰ আঁৰৰ পৰা তাইৰ লগৰীজনীয়ে। লাজত পৰিলোঁ—সকলোবোৰ চুৰকৈ শুনি আছে। মই তৎক্ষণাত আঁতৰি গলোঁ—তায়ো সেমেনা সেমেনি কৰি আঁতৰি গ'ল। লগৰীয়ে আকৌ ঠাট্টা কৰিলে—“নকৰ কিয় অ” আঁতৰি নাযাবা প্রিয় বুলি।” “তই বৰ বেয়া দে” বুলি তাই লাজতে ৰঙাচিঙা পৰি কয়। “মই বেয়া নহয় অৰশ্যে ঈৰ্ষাপৰায়ণা—। বাৰু তোৰ এই দৃশ্য দেখি কোন গাভৰুৱে সহ্য কৰিব পাৰে। আনকি ময়ে তোক ঠাট্টা কৰিবলৈ লোভ সামৰিব নোৱাৰিলোঁ।” লগৰীজনীয়ে কয়। আৰু কি কলে মই নুশুনিলো—আঁতৰি আহিলো।

সিদিনা বৰ বৰষুণ। মই কলেজৰ পৰা ওলাই দেখিলোঁ বালিকা প্রাইমাৰী ছুটী; সকলো গৈছে এজনী ছয় বছৰীয়া মান ছোৱালী বান্দি আছে। মই তাইক মোৰ ছাতিৰ তলত লৈ আহিলোঁ। “মোক আপুনি ঘৰত থৈ যাব দে” তাই মোক খোকা-থুকি মাতেৰে মৰম লগাকৈ কলে। “থম বাৰু, ভয় নাই” মই মৰমেৰে কলোঁ। দুয়ো আহি আছোঁ। “এইটো আমাৰ ঘৰ” বুলি সেই ফুলনিৰ কাষৰ ঘৰটো আঙুলিয়াই দিলে। মোৰ বুজিবলৈ বাকী নাথাকিল তাই তাইৰে ভনীয়েক। আগেয়ে জানিলে তাইক মই বায়েকৰ সম্বন্ধে কিবা-কিবি সুধিবই পাৰিলোঁহেঁতেন; বায়েকৰ গাল কল্পনা কৰি তাইক এটি চুমাকে খাব পাৰিলোঁহেঁতেন—তেনেবোৰ অসংলগ্ন ভাব-

বোৰ মোৰ মনৰ মাজলৈ আহিল। যিযে নহওঁক তাইক 'পটিক'ত তুলি দিলোঁ। "আপুনি এতিয়া যাওক" তাই কোৱাৰ লগে লগে "কোন" বুলি বায়েক ওলাই আহিল আউলী-বাউলী বেশেৰে। হঠাতে মোক দেখি থত্‌মত্‌ খাই দৰ্জাৰ আঁৰালত থিয় হ'ল। বৰষুণ বতৰত আউলী-বাউলী চুলিৰে তাইক মই আজি এটি যেন নতুন ৰূপত দেখিলোঁ। এটি নতুন ৰূপ আজি মোৰ চকুত ধৰা পৰিল। মই আঁতৰি আহিলোঁ।—কিন্তু আহোঁতে তাইৰ সেই "নযযৌ নতস্থৌ" অৱস্থালৈ কেৰাহিকৈ চাবলৈ পাহৰি নগলোঁ।

পিচদিনা আন দিনৰ দৰে ফুৰিবলৈ যাওঁতে সেই সৰু ছোৱালী জনীয়ে দৌৰি আহি চিৰ পৰিচিতৰ দৰে মোৰ হাতত ধৰি "আমাৰ ঘৰলৈ আহক" বুলি মোক টানি লৈ গ'ল। "কালি যে মোক থৈ গৈছে এখেতেই' আই" তাই মাকক কয়। 'হয় নেকি ?" বুলি কৈ মাকে মোক কলে—"আহা বোপা" এখন চকিত মই, আনখনত তেখেত বহিল। "যা, বায়েৰক চাহ আনিবলৈ কগৈ।" তাই দৌৰি গ'ল। মোৰ কিবা কিবি বাতৰি আৰু পৰিচয় সুধি থাকোঁতে তাই দুকাপ চাহ আনি আমাৰ আগত থলে। দোকা-নত বহুত চাহ খাইছোঁ; কিন্তু ইমান সোৱাদ বোধকৰোঁ পোৱা নাছিলোঁ। আজি যেন চাহ কাপত নতুন সোৱাদ পাইছোঁ। চাহকাপত অকল চাহ, চেনি, গাখীৰে নাছিল—লগতে মিহলি আছিল তাইৰ অন্তৰৰ আবেগ খিনিও, সেয়েহে ইমান তৃপ্তিদায়ক হৈছে।

এতিয়া মই সিহঁতৰ তালৈ যাওঁ। সৰু ল'ৰা-ছোৱালীবিলাকৰ লগত তামচা কৰোঁ, সেই সৰু ছোৱালীজনীক কোলাত লৈ চুমা খাওঁ—অনুভৱ কৰোঁ যেন তাইৰ বায়েকৰ গালতহে চুমা খাইছোঁ। কল্পনাই মোক বহুত দূৰলৈ নিয়ে।

এদিন ভাটিবেলা মই ল'ৰা-ছোৱালীহঁতৰ লগত তাইহঁতৰ সমুখৰ চোতালখনত দুবৰিৰ ওপৰত খেলা কৰি আছোঁ। ওচৰৰ ল'ৰা-ছোৱালীবোৰে মোক এতিয়া আপোন বুলি ভাবে,—সিহঁতে মোৰ গাত উঠে, ময়ো মৰম কৰোঁ—ভাল পাওঁ। সেই সৰু

ছোৱালীজনীয়ে মোৰ কোলাত উঠিছে আৰু অইন কেইজনমানে মোৰ পিচফালে পিঠিত আউজি মূৰৰ চুলি লিৰিকি পিতিকি বং কৰি আছে। কিন্তু অলপ আঁতৰত এটি ছয় বছৰীয়া মান ল'ৰাই সজল নয়নে মোৰ ফালে চাই আছে অকলে অকলে। সি মোৰ ওচৰলৈ আহিবৰ ইচ্ছা কৰে; কিন্তু সাহস নকৰে। কাপোৰ কানিয়ে দৰিদ্ৰতাৰ পৰিচয় দিয়ে। ল'ৰাটো দেখি মোৰ বৰ বেয়া লাগিল; তাক মোৰ ওচৰলৈ আহিবলৈ মাতিলোঁ। সি আহিবলৈ ইতস্ততঃ কৰিলে। এনেতে ইন্স্পেক্টৰৰ সাত বছৰীয়া ল'ৰাজনে তপৰাই মাত দিলে,—"তাক নলব, সি সৰু মানুহৰ ল'ৰা বোলে, সেই দেখি পিতাই তাৰ লগ হবলৈ আমাক বাধা কৰিছে।" মই কথা শুনি অবাক—"হায়ৰে দুনীয়া। অজ্ঞান সৰল শিশুক পিতাকে শিক্ষা দিছে উচ্চ-নীচ কি। ধন্য বৰ্ত্তমান গণতন্ত্ৰৰ যুগ। সাঁওৰা দুপতীয়া নৌহওঁতেই জখিনীয়ে বাহ ললে। মোৰ ঘৃণা আহিল--বুজিলোঁ ইহঁতো কেঁটি সাপৰ ছানা।" বহাৰপৰা উঠি মই তাক মৰম কৰি মূৰত হাত বুলাই মাতি আনিলোঁ--"তই স্কুললৈ যাবনে?" "ফলি-পুথি নাই সেই দেখি নাযাওঁ" সি তললৈ মুখ কৰি মূৰ খজুৱাই উত্তৰ দিলে। মোৰ বৰ দুখ লাগিল। ঘৰ ক'ত বুলি সোধাত ওচৰৰ সেই পঁজাটো আঙুলিয়াই দিলে। মই তাক বজাৰলৈ লৈ গলোঁ। ফলি-পুথি আৰু এযোৰা চোলা-পটলুং কিনি দি স্কুললৈ যাবলৈ উপদেশ দিলোঁ। তাৰ মনত আনন্দৰ সীমা নাই; কাৰণ কালিৰ পৰা সি মইনাহঁতৰ লগত একেলগে স্কুলত বহিব পাৰিব—পঢ়িব পাৰিব। পাওঁতাৰ আনন্দত দাওঁতাৰো আনন্দ। মই যেন এখন ৰাজ্যহে জয় কৰিলোঁ, এনেভাব মোৰ মনলৈ আহিল। তাক ফলি পুথি দি ঘূচি আহিলোঁ। কিন্তু মন ৰাজ্যত তুমুল সংগ্ৰাম আৰম্ভ হ'ল;—একেই মানুহ কিন্তু কিমান ব্যৱধান। সৰু মানুহ। ডাঙৰ মানুহ।

মই ফলি পুথি দিয়া কথাটো গোটেই গাওঁতে বাষ্ট্ৰ হৈছে। মোক লৈ মানুহৰ মাজত নানা গল্প-গুজৱ চলিছে। এতিয়া মই কলেজলৈ গলে তিৰোতা বোৰে বেৰৰ জেলোঙাৰে চায়, মতাবোৰে আগছে

ভুমুকি মাৰে, মোক নানা কথা সোধে। মোৰ গাৰ বৰণ কুবাৰ ধৰণ লক্ষ্য কৰে। গাভৰু ব্যেৰে একোপাট দৃষ্টি-বাণ মাৰে মই যেন সিহঁতৰ মনত এটা ৰহস্যহে।

সিজিনা কলেজৰ পৰা আহোঁতে তাহঁৰ মাকে মোক সুধিলে—"হয়নে বোপা; তুমি বোলে সিহঁতৰ ল'ৰাটোক কলি-পুথি কিনি দিছা ?' "হয়" মই উত্তৰ দিওঁ। "ভাল হৈছে বোপা" বুলি সমৰ্থন কৰিলে তেওঁ। মই কলোঁ—"কব নোৱাৰি, কি জানি সিয়ে শেষত গৈ ডাঙৰ মানুহ হয়। দেশৰ কাম মানে কেৱল হৈ-চৈ কৰি ভোট বিচাৰি গাঁৱে গাঁৱে মিটিং কৰি ফুৰিলেই নহয়। দেশৰ জন-সাধাৰণক শিক্ষিত কৰি তোলাটোৱে আচল দেশ-সেৱা। জুপুৰি বনতো বাঘ থাকে। সি, যি, কি নহওক সি অন্তত ক'লা আখৰ চুটি চিনি, বুঢ়া আঙুলি দেখুৱাতকৈ চহীটো কৰিব পাৰিব।"—এই বুলি কৈ আহিলো। তাই ভিতৰৰ পৰা সকলোবোৰ শুনি আছিল।

মই আহি সেই পঁজা-ঘৰটোৰ সমুখ পোৱা মাত্ৰে এজন বুঢ়াই মোক মাতিলে। মানুহজন বয়স হিচাবে বুঢ়া হোৱাৰ যোগ্য নাছিল; কিন্তু কঠোৰ পৰিশ্ৰম আৰু মানসিক অশান্তিয়ে বুঢ়া যেন কৰিছে। মই বুজিলোঁ যে এওঁৱে ল'ৰাজনৰ পিতাক। মই ভিতৰ সোমাই গলো। বুঢ়াই এটা পছৰ মূৰা আগবঢ়াই দিলে মোক বহিবলৈ। মই চোলাৰ ইস্ত্ৰি নষ্ট হব বুলি নাভাবি কলেজীয়া ধং এৰি গাঁৱলীয়া ধৰণে এখন পিৰাত বহিলোঁ। মানুহজনে সুধিলে—"তুমি বোলে মোৰ ল'ৰাজনক স্কুললৈ যাবলৈ দিছা ?" "হয়" বুলি মই কলো। তেওঁ কলে—"বোপা, সেইটোৱে মোৰ একমাত্ৰ সম্পত্তি, তাক কিয় আঁতৰাই নিছা ?" "নহয় ল'ৰাক পঢ়াব লাগে, নহলে...." মই আৰু কব নোৱাৰিলো, তেওঁ তৎক্ষনাতে উত্তৰ দিলে "তোমাক নকওঁ বুলিছিলো কিন্তু কওঁ শুনা বোপা" মই তেওঁৰ চেহেৰা আৰু মুখৰ আকৃতি দেখি বুজিলো যে তেওঁৰ অন্তৰত বহুত আঘাত গোটখাই আছে, সুবিধা পালে আগ্নেয়গিৰি উদগীৰণ হোৱা দিব। তেওঁ

কৰবলৈ ধৰিলে—"এই যে দেখিছা বোপা, পকাঘৰ দুটা—সেই দুটা মোৰ—সৰু ভাই দুজনৰ ঘৰ। ডাঙৰ জন ইন্‌স্পেক্টৰ আৰু সৰু-জন দাৰোগা। সৰুতে আমাৰ পিতা মৰে—সেই দিনৰ পৰা মই ধৰি বেচি ইহঁতক স্কুলত পঢ়ালো, নিজে নপঢ়িলো—সিহঁতেই ডাঙৰ হওক, কিজানি কিবা ধানত কিবা চাউল মিলেই। তুমি আচৰিত হৈছা বোপা?"— মোৰ বিস্ময়ান্বিত মুখলৈ চাই তেওঁ পুনৰ কবলৈ আৰম্ভ কৰিলে—'নিজৰ নকৰ তেজ পানী কৰি সিহঁতক কলেজত পঢ়ালো—দুয়োকে বি-এ পাছ কৰালো—ইন্‌স্পেক্টৰ কৰিলো—দাৰোগা কৰিলো; কিন্তু আজি মোৰ দশা এই।" এই বুলি বুঢ়াৰ দুখাৰি চকুলো সোতোৰা গাল দুখনেৰে বাগৰি আহিল। মোৰ বৰ দুখ লাগিল, লগে লগে মোৰো দাদালৈ মনত পৰিল-- হায়ৰে, কিমান যে আশা-আকাঙ্খা বুকত লৈ দাদাই মোক পঢ়াব ধৰিছে মনতে প্ৰতিজ্ঞা কৰিলো, নিশ্চয় দাদাৰ আদেশ বিনা প্ৰতিবাদে পালন কৰিম। মৰ্-কামৰ দক্ষিণাৰে মোক পঢ়াইছে। আজিৰ দিনৰ গোঁসাই ধোৱা বামুণে বাৰু কি আয় কৰিব পাৰে? তথাপি দিছে—নিজৰ জীৱন মাৰি হলেও। কাহিনীটোৱে মোক বৰ ব্যগ্ৰ কৰিলে, সুধিলো— "তাৰ পিচত?" তেওঁ কলে— "তাৰ পিচত কামত সোমাল সিহঁত। —ডাঙৰ মানুহৰ ছোৱালী বিয়া কৰিলে। ভাই-বোৱাৰীহঁতে আমাৰ আপোৰ মাকক বান্দীৰ দৰে ব্যৱহাৰ কৰিব ধৰিলে। হাজাৰ হলেও ডাঙৰ জায়েক; — সন্মান পাব ছাৰি অপমান পোৱাত কাজিয়াৰ আৰম্ভ হ'ল। চোতালসৰা, চুৱাধোৱা আদি কামবোৰ তাইৱে অকলে কৰিব লগীয়া হ'ল। তাই আপত্তি কৰে, মই কওঁ— হেৰ! বান্দীৰ তৰা আৰু সৰগৰ তৰা সমান হব খোজনে? যাৰ ভাগ্যত যি, সি তেনেকৈ চলিবই লাগিব। তাত কিছু সাম্য হয়; কিন্তু তথাপি কাজিয়া লাগে, কহিণ ভদ্ৰলোকৰ তিৰোতা আহিলে তাইক জায়েক বুলি ব্যৱহাৰ নকৰে সিহঁতেও মোক সিহঁতৰ ভায়েক বুলি আলহীৰ আগত চিনাকি দিবলৈ লাজ কৰে; কিয়নো মই ধৰি যেচো—অৰ বামুণ।

এদিন ইন্‌স্পেক্টৰে কলে—"দাদা, আমি আৰু লগে থাকিলে বেয়া হ'ব কাৰণ ক'ৰবাই হুলে ঠাই ঠাই, গতিকে চুক্তি থাকোঁতে নাম লোৱা ভাল; এনেকৈ হাৰোগায়ো মাত লগালে—"এদিনতো বেলেগ হবই লাগিব, গতিকে বেচি চলি-পলিৰ জঞ্জাল নোহোৱাতেই বেলেগ হোৱা ভাল।" মই আচৰিত হলো; কিন্তু কিছুদিন পিচত সেয়ে হ'ল! তেতিয়া তিনি ঘৰে তিনিটা খেৰী-ঘৰত থকা কৰিলো। মোৰ সেই খেৰী-ঘৰ খেৰী হৈয়ে ৰ'ল আৰু সিহঁতৰ ঘৰবোৰে মোট সলাই পকী হ'ল। হওক বোপা—যাৰ ৰৰতত যি। কিন্তু সিহঁতে মোক নামাতে, সিহঁতক মৰম কৰিবলৈ সিহঁতে মোক অধিকাৰ নিদিয়ে। হাজাৰ হলেও ভাই, একোবাৰ মনত পৰে সকু অৱস্থাৰ কথা— কেনেকৈ মই পইচাৰ অভাৱত ঘৰত চাউল নহলে নিজে নাখাই সিহঁতৰ বাবে ভাত থওঁ; সুধিলে কওঁ, মই খাইছো, তহঁতে খা। সেইবোৰ কথা মনত পৰিলে মোৰ অন্তৰ খন পুৰি মাৰে। হায়! সিহঁতক শিক্ষিত কৰি মই এতিয়া সিহঁতক মৰম কৰিব নোৱাৰোঁ। বিদ্যাই সিহঁতক মোৰ বুকুৰ পৰা আঁতৰাই নিলে। সেই দেখি বোপা, মই ইয়াক পঢ়িব নিদিম বুলি ভাবিছিলোঁ; কাৰণ সিয়ো যদি ডাঙৰ মানুহ হয়, তেন্তে মোক শেষকালত মুখত পানী কোনে দিব? কিন্তু তুমি আহি তাক কাঢ়ি নিলা—নিয়া বোপা কপালত যি আছে সেয়েই ঘটিব। তুমি, মই কেনেকৈ বাধা দিম । এই বুলি বুঢ়াই এটা দুখৰ হুমুনিয়াহ কাঢ়িলে! কলোঁ—"নহয়, আপুনি বাধা নকৰিব, সকলো শিক্ষিত তেনে নহয়—সকলো আমতে পোকে নধৰে নহয়। সি আখৰ কেইটা চিনক আজত:।" বুঢ়াই ক'লে—"যি কৰা কৰা বোপা, ভালেই হৈছে, কিন্তু মইয়ে খৰচ দিব নোৱাৰিম তুমি বেয়া পালা নেকি বোপা? বেয়া নেপাবা, মই এই কথা কাৰো আগত কব পোৱা নাছিলোঁ, আজি কৈ মনটো পাতল পাইছো। তোমাক কি দিম, মোৰটো একো নাই"? বুঢ়াক কিহবাই যেন হেচি ধৰিলে, আৰু মুখাই একো কব নোৱাৰিলে; কেৱল চকুলো টুকিলে। মই কলো, "একো দিব নালাগে, কি দিব লাগে? তালৈ মোৰ মৰম লাগে,

গতিকে দিছো, আপুনি চিন্তা নকৰিব।" "তুমি তাৰ কোনোবা দিনৰ ডাঙৰ ভায়েক আছিলা বোপা" তেওঁ কলে। মই এতিয়া যাওঁ বুলি কোৱাত তেওঁ কলে—"মাজে মাজে এই ভগা পজালৈ হেলো নকৰি আহিবানে বোপা?" "বাৰু" বুলি কৈ মই উঠি আহিলো। বুঢ়াৰ কথাবোৰ ভাবি বৰ দুখ লাগিল। মনত পৰিল সিদিনাৰ সেই ঘটনা আৰু সৰু মানুহ, ডাঙৰ মানুহ। একে ভাই এজনে অজস্ৰ ভেটি খাই অন্যায় উপায়ে ধন ঘটি মটৰ চলাই লোক চক্ষুত 'ডাঙৰ মানুহ' আৰু ন্যায়ৰ গাদীত থাকি, খৰি বেচি ন্যায় জীৱন যাপন কৰি, আন জন "সৰু মানুহ!" ধন্য মানুহৰ বিচাৰ! ধন্য মানুহৰ মন আৰু শত ধন্য সমাজ,--সভ্যতা!!

সিদিনাৰ পৰা ঘৃণা আহিল তাইৰ পিতাক দাৰোগাৰ প্ৰতি কিন্তু তথাপি মই যাওঁ তালৈ—তাইক এবাৰ চাবলৈ। মই টকি চাবলৈ যাওঁ। চিনেমাৰ পৰ্দ্দাৰ ফালে থাকে মুখখন আৰু চকুদুটা থাকে তাইৰ মুখৰ ফালে; কান থাকে বক্তৃতাত কিন্তু মন থাকে তাইৰ চিন্তাত। বাস্তবিকে চিনেমা চাব নহয়— তাইক লাইটৰ পোহৰত বেলেগ ৰূপত চাবলৈহে মই চিনেমাৰ টিকট কাটো। চিনেমা হাউচৰ পৰা ওলাই আহিলো—সুন্দৰ জোনাক ৰাতি—ফৰকাল আকাশখন। তাই আৰু ভনীয়েক ময়না ওলাই আহিছে অকলে। মই ওচৰলৈ গৈ কলো—"ময়না, অকলে আহিছা? যাবা কেনেকৈ?" বায়েকে তৎক্ষণাত উত্তৰ দিলে—"জগতখনতো ইমান নিষ্ঠুৰ নহয় যে দুজনা নিৰাশ্ৰয়া ছোৱালী দেখিও এৰি যাব।" এই মিঠা ইঙ্গিতৰ বাবেই মই চিনেমাৰ শেষলৈ আছিলো। মই কলো—"যদি মই নাহিলো-হেঁতেন?" "আমিও আইহঁতৰ লগতে গলোহেঁতেন" তাই কয়। মই কলো—"মইতো চাকৰ নহয় যে কাৰবাক ধৰলৈ যাম।" "ভদ্ৰ-লোকৰ ছোৱালীয়ে চাকৰৰ লগত নাযায়ো।" তপৰাই তাই উত্তৰ দিয়ে। তিনিও আহো খোজ কাঢ়ি। কিছুদূৰ অহাৰ পিচত তাই কয়—"ছোৱালী জীৱন ধিক?" মই ক'লো—"চুম্বকত্তকৈ লোহ

থিক !” তাই কেৰাহিকৈ চাই হাঁহি মাৰে। কিছুসময় দুয়ো খোজ কাঢ়ি আছো। ভগৱানক খাটো যেন ৰাস্তাটো আজিৰ কাৰণে আচলতকৈ দহগুণ দীঘল কৰে। ময়নাক মই কোলাত তুলি ললো। কিন্তু বায়েকে ধমকি দিলে “নাম, কোলাৰ পৰা কোলাত উঠিবলৈ সিমান ভাগ্য তোৰ নাই।” এই বুলি কোলাৰ পৰা নমাই দিলে। মই তাইৰ মুখৰ ফালে চালো। কৃত্রিম খঙৰ ভাৰেৰে মুখখন হাঁহি-কান্দোনৰ মুখ যেন দেখি; তাতে জোনৰ পোহৰ পৰি বেচ্ ধুনীয়া হৈছে। ময়নাই বায়েকৰ ভয়ত অলপ আগবাঢ়ি গ'ল। এই সুযোগতে মই তাইৰ ওচৰলৈ আহি........নীৰৱে কিছু সময় পাৰ হৈ গ'ল।........ময়নাই “বাইদেউ” বুলি দূৰৈৰ পৰা চিঞৰ মাৰিলে। তৎক্ষণাৎ তাই মোৰ দুই বাহু আঁতৰাই বুকুৰ মাজৰ পৰা আঁতৰি গ'ল। মোৰ সুখৰ সপোন ভাগি গ'ল।........

বৰ্ত্তমান মই প্রেমিক।

এদিনাখন মই গৈছো তাইৰ ওচৰলৈ। প্ৰায় গধূলি। তাই আজি মলিন-বদনা; যেন কিবা গভীৰ শোকে আৱৰি ধৰিছে। মই আচৰিত হৈ সুধিলো—“তোমাৰ কি হৈছে? গা অসুখ নেকি!” তাই চকু চল্‌চলীয়া কৰি কলে—“আপুনি মোক পাহৰি যাওক?” “তাতকৈ মোক মৰি যাবলৈ নোকোৱা কিয়, যদি তুমি বেয়া পাইছা?” মই কলো। “আপুনি মোক পাগলী নকৰিব।” তাই কয়। “কিয়? কি কৰিলো?” বুলি আল্‌ফুলকৈ মূৰটো বুকুলৈ চপাই আনি অসংযত চুলি কেইডাল ওপৰলৈ তুলি দিলো। তাই কিহাৰ আঁচলেৰে বৈ অহা চকুলো দুধাৰি মচি কলে, “আমাৰ মিলন অসম্ভৱ।” “কিয়? মই বৰ উৎকণ্ঠিত হৈ সোধো। “আপুনি বামুণ? তাই সোধে। ‘হয়’ মই কওঁ। “মই কি জানে? তাই মোৰ চকুলৈ চাই কয়। “কি? মই সোধো! “মই মুছলমান। তাই কথাষাৰ কৈ মোৰ মুখৰ ফালে একেথৰে চাই ৰয়। মোৰ মুখ কলা পৰি গ'ল। অভিসাৰৰ উদ্দীপনা এক মুহূৰ্ত্ততে নাইকিয়া হ'ল;—

জগতখন আন্ধাৰ দেখিলো। অজ্ঞাতে মোৰ চকুত পানী আহিল; তাই বিহাৰ আঁচলেৰে মোৰ চকুৰ পানী মচি দি কলে—"মই আপোনাক কৈছো, মোক পাগলী নকৰিব।" মই ভগা ভগা মাতেৰে কলো—"প্ৰিয়া মোৰ, তোমাৰ অবিহনে যে মোৰ হৃদয় শূন্য হোৱা? মই যে বাচি নাথাকিম?" "কি কৰিব, ইয়ে খোদাৰ ভুল। যদি আমাৰ মিলনৰ বাট বন্ধ, তেন্তে প্ৰেমৰ বাট খোলা ৰাখিছিল কিয়?" "ই খোদাৰ ভুল নহয়—ই সমাজৰ ভুল, মানুহৰ ইচ্ছাকৃত ভুল।" "তেন্তে একে জাতিত নজন্মিলো কিয়?" "জাতি? ধৰ্ম? ইটো মানুহে সৃজন কৰা, সমাজ বন্ধনৰ বাবে—কিন্তু প্ৰেম সৃজন কৰিছে ভগবানে—মিলনৰ বাবে, সৃষ্টিৰ মঙ্গলৰ বাবে। মানৱ-হৃদয়ৰ সহজাত বৃত্তি প্ৰেম তাক মই নেওচিব নোৱাৰোঁ।" মই বীৰৰ দৰে উত্তৰ দিলো—"আমাৰ মিলন এটা দুৰ্ঘটনা বুলি ধৰি লওক।" "দুৰ্ঘটনাক পৰাজয় কৰিম।" "আপোনাৰ দাদা আছে, বৌ আছে, বন্ধু-বান্ধৱ, আত্মীয় কুটুম সকলো আছে, তেওঁলোকক পৰিত্যাগ কৰি কেনেকৈ মোক গ্ৰহণ কৰিব? এতিয়াও ধৰ্ম আৰু সমাজ বিদ্যমান। যদিও আমি ধৰ্ম, সমাজ নিজে গঢ়ি লৈছো—তথাপি তাক ভাঙিব নোৱাৰো। মোৰ কাৰণে আপোনাক ধৰ্ম, সমাজ ত্যাগ কৰিবলৈ কবৰ মোৰ সত্ নাযায়! আপোনাৰ সুখেই মোৰ সুখ, মই আপোনাক দুখ দিব নোৱাৰোঁ, আপোনাৰ অমঙ্গল চিন্তিব নোৱাৰোঁ। আপোনাৰ অবিহনে মই জীয়াই থকা বিড়ম্বনা: তথাপি এই আশাৰ মনত ৰাখিয়েই জীয়াই থাকিম,—যেনেকৈ এটিবাৰৰ কৰ-স্পৰ্শই ফুল জীৱনৰ চৰম আনন্দ, তাকে লৈয়ে বেচেৰী সান্ত্বনা লভে, তেনেকৈ সেই তাহানিৰ জোনাক নিশাৰ আমাৰ মিলনৰ স্মৃতিকে লৈ মই আনন্দ লভিম—জীয়াই থাকিম……।" আৰু কবলৈ নাপালে, মাকে "বাহিৰা" বুলি মাত দিলে, খৰ্ খৰ্ কৈ চকুলোবোৰ মচিলে। মই বিষাদমনে ফিৰি আহিলোঁ। মই অহা দিনে তাই একেথৰে চাই ৰ'ল……

বৰ্ত্তমান মই বিৰহী—কবি—পাগল! ধৰ্ম আৰু সমাজৰ ওপৰত মোৰ ভীষণ খিয়াল; তাকে লৈয়ে মই জিওঁ, তাকে লৈয়ে মই

আলোচনা কৰোঁ।—গালি পাবো কলমেৰে; সেই বাবে আজি মই জন-সমাৰ্জিত লিখক বুলি পৰিচিত। নিৰ্ভীক লিখনিৰে মই সমাজক গালি পাৰোঁ;—সমাজে তাক গ্ৰহণ কৰে আশীৰ্ব্বাদ বুলি। ৰস পায় পঢ়ি মোৰ লিখনিত; কিন্তু গমি নাচায়। বাস্তবিক মানুহ সংস্কাৰৰ দাস—সমাজৰ অন্ধ-পথগামী।

বি, এ, পাছ কৰিলোঁ। 'অনাৰ্চ' নাপালোঁ। দাদাৰ আনন্দ বন্ধু-বান্ধৱৰ আনন্দ, বৌয়ে সৰগ সুখৰ এখন কল্পলোক ৰচনা কৰিলে। কিন্তু মই? মোৰ বাহিৰত বিশ্ববিদ্যালয়ৰ ডিগ্ৰী আৰু ভিতৰত আগ্নেয়-গিৰি। একোবাৰ ভাবোঁ—সকলো এৰি দিম তথাপি তাইক মই পৰিত্যাগ কৰিব নোৱাৰিম। মানব হৃদয়ৰ প্ৰকৃত ধৰ্মক মই পৰি-ত্যাগ কৰিব নোৱাৰিম। মোৰ পৌৰুষ জাগি উঠে। বীৰৰ দৰে সগৰ্ব্বে যাবলৈ ওলাওঁ পুণৰ তাইৰ ওচৰলৈ। হায়! মই কি কৰিছোঁ, এজনী বালীকাৰ সুকোমল হৃদয়খনি চুৰমাৰ কৰিছো" এক মূহুৰ্ত্ততে পাহৰি যাওঁ সমাজ—পাহৰি যাওঁ ধৰ্ম। পিছ মূহুৰ্ত্ততে মনত পৰে দাদালৈ; হায়! কেনেকৈ কাম কৰি দক্ষিণালৈ নিজে নাখাই মোক পঢ়ালে এটা আশা বুকুত বান্ধি—তেওঁৰ ভায়েক ডাঙৰ মানুহ হব; সুখত জীৱন নিব। দাদাই নাজানে যে তেওঁৰ ভায়েক কিমান সুখী এতিয়া। মনত পৰে সেই বুঢ়া জনৰ কথা,—বিজনি কৰি চাও তাক দাদাৰ লগত।—মনত পৰে সিদিনা তাৰ চোতালত মনে মনে কৰা প্ৰতিজ্ঞাৰ কথা। পাহৰি যাওঁ ক্ষন্তেকলৈ বাবিয়াক:—পাহৰি যাওঁ মোৰ প্ৰেমৰ করুণ কাহিনী। কৃতজ্ঞতাত মন উপচি পৰে"'। ধৰ্ম, সমাজ, বন্ধু-বান্ধৱ সকলো পৰিত্যাগ কৰিব পাৰিম; কিন্তু দাদাক? দাদাক পৰিত্যাগ কৰিব পাৰিম? মোৰ মনুষ্যত্ব জলাঞ্জলি দিব পাৰিম? মই পগলা হওঁ; উত্তৰ বিচাৰি নাপাওঁ,—কোনটো মোৰ কৰ্ত্তব্য?

মেৰি বিয়া; দাদাৰ আদেশ। বৌয়ে পাহৰি গৈছে নিজক আনন্দতে, কিন্তু মই? শূন্য হৃদয়খন বিলাবলৈ গৈছোঁ।"'চকুৰলৈ আৰু তাহানিৰ পৰা মৌয়া নাই। বাবিয়াক পাহৰিবলৈ চেষ্টা কৰিছোঁ

"সৰলাক" মৰম কৰি। কিন্তু ক'তা, পাহৰিবতো নোৱাৰোঁ, বৰং দুগুণে মনত জাগে তাহানিৰ স্মৃতি।""হায়! মই কি নিষ্ঠুৰ!"" গাঁৱৰ হাইস্কুলৰ হেড্‌মাষ্টাৰ মই। ল'ৰাবোৰে ডাঙৰ সাহিত্যিক বুলি সন্মান কৰে; গাৱঁলীয়াবোৰে সৎচৰিত্ৰবান বুলি মান কৰে; কিন্তু মই জানো—মোৰ কৰিত্ব কি, সাহিত্য কি আৰু চৰিত্ৰই বা কি। ''যন্ত্ৰৰ দৰে গতানুগতিক নীৰস জীৱনটো কটাই দিওঁ।

ৰাবিয়া অবিবাহিতা। আগৰ লাহ-বেহ নাই; সুন্দৰ কেকোৰা চুলিবোৰ অযত্নত শ্ৰীহীন, মুখখন মলিন। উদাস দৃষ্টিৰে চাই থাকে আকাশলৈ. পঢ়ে মোৰ কৱিতা-গল্প তাকে লৈয়ে সান্তনা লভে। তাইৰ লগৰী জেৰিণা জনীয়ে যেতিয়া শহুৰ-ঘৰৰ পৰা আহি কাষত তাইৰ ল'ৰাটো লৈ সোধে-"ৰাবিয়া. ভনী মিছাতে কিয় জীৱনটো মাটি কৰ? ভুলি যা পৰুষৰ চলনা।" "তই জান ভনী, কুলে এটি-বাৰৰ কৰ-স্পৰ্শকে লৈ কটাই দিযে তাইৰ চাৰাজীৱন, তাতে তাইৰ জীৱন. তাতে তাইৰ আনন্দ।" জেৰিণা জনীৰ দুখ লাগে তাইৰ শৈশৱৰ লগৰী জনীৰ এই করুণ কাহিনীটো ভাবি।—তাই একোকে নামাতে—মৰম কৰি মাতি নিয়ে তাইৰ ঘৰলৈ।

মই ফলি-পুথি কিনি দিয়া ল'ৰাজনৰ নাম মফিজ। পইচাৰ অভাৱত মেট্ৰিক পৰীক্ষাৰ ফিজ দিব পৰা নাই। সদায় ডলমুৱা হৈ বাটেৰে যায়। ৰাবিযাৰ চকুত পৰে; তাই তাক মাতি আনি সোধে-"মফিজ, তোৰ যদি পইচাৰ দৰ্কাৰ, তেন্তে মোক নকৱ কিয়?" "মোৰ কি অধিকাৰ আছে বাইদেউ, তোমাক টকাৰ কথা কবলৈ?" "অধিকাৰ?" তাইৰ মানস-পটত জাগি উঠে, তাহানিৰ মই কোৱা কথা—"জুপুৰি বনতো বাঘ থাকে।" তাইৰ প্ৰিয়তমৰ আধা কথা কাম তাই শেষ কৰিব—তাই ভাবে। তাই কয় "শৰ্মাক পইচাৰ কথা কবলৈ তোৰ কি অধিকাৰ আছিল? শৰ্মাক যদি কোৱাৰ অধিকাৰ আছিল. তেন্তে মোকো আছে—শৰ্মা যদি তোৰ আপোন তেন্তে"" আৰু নকলে, কিজানি সি বুজি পায় তাইৰ অন্তৰৰ কথা। ৰাবিয়াই

তাক মৰম কৰে, টকা দিয়ে—পঢ়িবলৈ কয়।

সকলোৱে মাতৃ-হাৰা মফিজে ৰাবিয়াক মাক যেন দেখে। ৰাবিয়াৰ ভিখাৰিণী সাজ-পোছাক দেখি সি দুখ কৰি কয়—"বাইদেউ, তুমি যদি এনে বেশে থাকা, তেন্তে মোৰ জীৱন মিছা—বিদ্যা-বুদ্ধি মিছা, ই কেৱল মোৰ গলগ্ৰহহে।" তাই কয়—"অন্তৰত সৌন্দৰ্য্য থাকিলে, বাহিৰত প্ৰসাধনৰ তাৰ প্ৰয়োজন কি?" মফিজে একো নামাতে—অন্তৰে অন্তৰে ৰাবিয়াক ভক্তি কৰে।

মফিজৰ বুঢ়া পিতাকে ৰাবিয়াক কয়—"যদি এবাৰ সেই শৰ্মা বাপাটোক পালোহেঁতেন......! হে খোদা, তাৰ মঙ্গল কৰা।" মৰমত বুঢ়াৰ চকুৰপানী আহে। বুঢ়াৰ কথাত ৰাবিয়াৰ অন্তৰ ভৰি পৰে—আনন্দেৰে, কাৰণ বুঢ়াই মোৰ মঙ্গল বাঞ্ছা কৰে—মোক মৰম কৰে। আনকালে তাইৰ চকুলো আহে—অতীতৰ কথাবোৰ ভাবি। তাহানিৰ সকলো ৰঙীন কাহিনী তাইৰ মনলৈ আহে; তাইৰ চকুৰপানী আহে। বুঢ়াই সোধে—"কিয় কান্দা আই।" তাই উত্তৰ কিবাৰি নাপায়, ওলাই আহে তাৰপৰা। বুঢ়াই বুজিবলৈ বাকী নাথাকিল; এটা হুমুনিয়াহ কাঢ়ে, উহ আল্লা।"

বহুত বছৰৰ পিছৰ কথা। স্কুল বিভাগৰ ইনচ্‌পেক্টৰ চাহাব আহিব স্কুল চাবলৈ। মই ব্যস্ত অফিচৰ কামত, মাষ্টৰ কেইজন ব্যস্ত জল-যোগত, মিটিঙৰ কামত, ল'ৰাবোৰ ব্যস্ত "ডেক'ৰেছনত।" ধুমধাম লাগিছে গাওঁখনত—"আজি বোলে ইনচ্‌পেক্টৰ চাহাব আহিব স্কুল চাবলৈ", মানুহবোৰে কোৱা-কুই কৰে। গাঁৱৰ সকলো মানুহ আহিছে মাননীয় ইনচ্‌পেক্টৰ চাহাবক সম্বৰ্দ্ধনা জনাবলৈ।

সময় চাবে এঘাকটা। বাইজৰ জয়ধ্বনি, ল'ৰাবোৰৰ "শ্লোগান।" মটৰ আহি স্কুল প্ৰাঙ্গনত ৰ'ল। এগৰাকী মহিলাৰ সৈতে মাননীয় ইনচ্‌পেক্টৰ চাহাবে বাইজক নমস্কাৰ জনাই অফিচত সোমাল। মই চেয়াৰ এৰি দিলোঁ। তেখেত বহিল। কেৰাণীয়ে কাগজ-পত্ৰ দাখিল দিলে। এনেতে সেই মহিলা গৰাকী লাহে লাহে চেয়াৰৰ পৰা ঢলি পৰি মূৰ্চ্ছা গ'ল। সকলো অবাক, মই প্ৰমাদ গণিলো।

চেক্রেটৰীয়ে ডাক্তৰ মাতিবলৈ তৎক্ষণাৎ বাহিৰ হ'ল। স্কুল ইন্‌স্পেক্‌-টৰ নহৈ বেমাৰহে ইন্‌স্পেকচন হব লগা হ'ল। ইনচ্‌পেক্টৰে বেমাৰীক মটৰৰ ভিতৰলৈ নিবলৈ আদেশ দিলে। বেমাৰীক মটৰৰ ভিতৰত ভালকৈ শুৱাই ডাক্তৰে চিকিৎসা আৰম্ভ কৰিলে। মানুহবোৰে মটৰখন বেঢ়ি ধৰিলে। ডাক্তৰে গণ্ডগোল কৰিবলৈ মানা কৰি সকলোকে আঁতৰি যাবলৈ কলে। অলপ ঔষধ দি বিচিবলৈ দি ডাক্তৰে বাহিৰ ওলাল। মানুহবোৰ আঁতৰি গ'ল। মাষ্টৰ ছাত্ৰ সকলো দূৰত থিয় হৈ ৰ'ল। মটৰৰ ভিতৰত ইনচ্‌পেক্টৰ চাহাব আৰু মই। ইনচ্‌পেক্টৰক মই সুধিলো—"চাৰ, কেনে পাইছে। "কিছু ভাল" তেখেতে উত্তৰ দিলে। মই বেমাৰীৰ ওচৰলৈ গৈ মূৰৰ কাষত বহি তালপাতৰ পাতেৰে বিচিব ধৰিলো। বেমাৰীয়ে এবাৰ চকু মেলি চালে। মই সুধিলো "অলপ ভাল পাইছেনে?" বেমাৰী নীৰৱ। অলপ সময় পিছত এটা হুমুনিয়াহ কাঢ়িলে। মহিলা গৰাকী বুঢ়ী যদিও বয়স কম যেন বোধ হয়। মূৰৰ কেকোৰা চুলি দুই-চাৰি ডাল পকিছে যদিও চকু দুটা বেছ উজ্জল—মুখত এটা বিষাদৰ চিন, তথাপি কমনীয়তা আছে। কিছুসময় পিচত বুকুৰ মাজৰপৰা এখন সৰুৱা আয়না ওলাই আহি মোৰ ভৰিত পৰিল। মই তত্তালিকে তুলি ললো। কিন্তু সি ফটো নহয় তাত কেৱল ধুনীয়া আখৰেৰে লিখা আছে, এই ফাঁকি—"বেচেৰী ফুলে সেই এটি বাৰৰ কৰ-স্পৰ্শকে লৈ কটাই দিয়ে তাইৰ জীৱন—তাকে স্মৰণ কৰি তাই সান্ত্বনা লভে—সেয়ে তাইৰ জীৱনৰ আনন্দ, ফুল জীৱনৰ চৰম ধ্যান।" মোৰ আৰু ঘটনা বুজিবলৈ বাকী নাথাকিল—এই মূৰ্চ্ছাৰ কাৰণ মযে। কথা-ফাঁকি পঢ়ি মোৰ চকুৰ পানী গিৰ্‌গিৰ্‌ কৰি বৈ আহি বেমাৰীৰ গালত পৰিল। বেমাৰীয়ে মোৰ ফালে চাই মোৰ তিতিত শাৰ্টটি মাৰি ধৰিলে। মই লাজ পাহৰি গলো—পাহৰি গলো যে মই এখন স্কুলৰ হেড মাষ্টৰ। মূৰটো কোলালৈ আনি জোৰেৰে চেপি ধৰি উচুপিব ধৰিলো। ইনচ্‌পেক্টৰ হতভম্ব হৈ চাই ৰ'ল। বেমাৰীয়ে কলে—

"মফিজ, তই সেৱা কৰ তোৰ জীৱনৰ আদিম গুৰুক।" বয়সৰ তাৰতম্য আৰু ভিখাৰিণী বেশত যদিও মই আগতে চিনা নাছিলোঁ; তথাপি শেষত চিনিলোঁ। বেমাৰি কোন? তেৱে মোৰ যৌবনৰ প্ৰেমৰ প্ৰতিমা ৰাবিয়া, —মোৰ মৰমৰ প্ৰিয়া। ইনচ্‌পেক্টৰে বৰ উৎকণ্ঠিত হৈ সুধিলে—"আপুনি কি সেই মাধৱ শৰ্মা?" "হয় ময়েই সেই মহাপাপী" বুলি আৰু একো কব নোৱাৰিলোঁ। "আপুনি মোৰ খোদা, মোৰ গুৰু।" আজি পচিশ বছৰ আগৰ কথা এবাৰ মনত কৰক, ময়ে সেই মফিজ,—যাক এদিন আপুনি কলি-পুথি কিনি দি স্কুললৈ পঠাইছিল আৰু এওঁৱে সেই ৰাবিয়া, যাৰ অনুগ্ৰহত মই আজি এনে বেশে ইয়াত। আপুনি গছৰ পুলি কইছিল আৰু এওঁ তাক সাৰ গোবৰ দি ডাঙৰ কৰিছে। আজি মোৰ জীৱন সাৰ্থক! ইমান দিনে যাক বিচাৰিছিলোঁ আজি খোদাই হাতত মিলাইছে। মোৰ ভৰিত দীঘল দি পৰিল। আনন্দৰ চকুলো এধাৰি ইনচ্‌পেক্টৰৰ চকুৰেদি বৈ আহি মোৰ ভৰিত পৰিল। মৰম আৰু বিস্ময়েৰে মই তুলি ধৰিলোঁ। ই যে এক বিচিত্ৰ পৰিবৰ্ত্তন। "ৰাবিয়া", "ৰাবিয়া" বুলি পাগলৰ দৰে চিঞৰি উঠিলোঁ। মোৰ মনত পৰিল, তাহানিৰ কথা—"ফুলটো কাইলৈ মৰহি যাব—তাৰ সৌন্দৰ্য নাথাকিব তেতিয়া কি ভাল পাব?" মই উত্তৰ দিছিলোঁ ..." তাৰ সৌৰভ।" তেন্তে আজি.........?

—ঃ ঃ—

# প্ৰথম খণ্ড

॥ এক ॥

অসম। ঊনৈশ শ ষাঠি চন। ৰাজনৈতিক অৱস্থা—উত্তৰে চীনৰ আক্ৰমণ, সীমা বিবাদ। পূৰ্বে বিদ্ৰোহী নগাৰ সন্ত্ৰাসমূলক কাৰ্যকলাপ; দক্ষিণে পাকিস্থানী সৈন্যৰ অনাধিকাৰ প্ৰবেশ; পাক সৈন্যৰ ভাৰতীয় ঘাটি আক্ৰমণ। পশ্চিমে পাকিস্থানীৰ অনাধিকাৰ প্ৰবেশ। পাকিস্থানৰ যুদ্ধং দেহি মনোভাৱ।

অসমৰ ভিতৰত পাৰ-পত্ৰ বিহীন পাকিস্থানীৰ অবৈধভাৱে দলে দলে অসম আগমন। ইফালে ৰাজ্য ভাষা বিবাদ। বঙালীৰ গোলমাল। বৃহত্তৰ বঙ্গবাদীৰ চক্ৰান্ত। পাৰ্বত্য নেতাসকলৰ পৃথক পাৰ্বত্য ৰাজ্যৰ দাবী উত্থাপন। এয়ে হল ঊনৈশ শ ষাঠি চনৰ অসম ৰাজ্যৰ অৱস্থা। এনেভাবে এই পৰিস্থিতিৰ মাজত অসম চৰকাৰ আৰু অসমীয়া ৰাইজৰ অৱস্থা কেনে হব পাৰে এই কথা ভৱিষ্যৎ বংশধৰসকলে নিজে নিজে কল্পনা কৰি লব; তাৰ বহুল বিৱৰণ দিবলৈ গৈ আমি ভবিষ্যৎ অসম সন্তানসকলৰ অসীম কল্পনা আৰু অনুমানক সীমাবদ্ধ কৰিবলৈ নাযাওঁ। আমি মাত্ৰ ইমনেই কব পাৰো যে অসম ৰাজ্য তেতিয়া অশান্ত, অসমীয়া মানুহ বিভ্ৰান্ত: অসম চৰকাৰ উপায়ন্ত। বুৰঞ্জীৰ পৰিপ্ৰেক্ষিতত বিচাৰ কৰিলে ইয়াৰ মূলীভূত কাৰণ উদঘাটন কৰা দুষ্কৰ নহয়। অতীত ইতিহাসে আমাক বৰ্তমানৰ ক্ৰিয়াকাণ্ডৰ কাৰণ নিৰ্ণয় কৰি দিয়ে আৰু ভবিষ্যতৰ ইঙ্গিত কৰে। ৰাজ্য ভাষাৰ সংক্ৰান্তত ষাঠি চনত অসমত ভাষা বিবাদৰ ৰাজ্য জুৰি আনকি সমগ্ৰ ভাৰত ব্যাপি যি আলোড়নৰ সৃষ্টি হৈছিল, ধন, মান, প্ৰাণ হানি হৈছিল, অসমৰ বাহিৰত ভাৰতৰ আন ৰাজ্যত অসমীয়া মানুহৰ প্ৰতি যি কুৎসিত কুৎসা ৰচনা হৈছিল

আৰু তাৰ পৰিণাম স্বৰূপে অসমীয়া সহজ-সৰল, শান্তিপ্ৰিয় মানুহৰ প্ৰতি ভিন্ন ৰাজ্যৰ মানুহৰ যি দুখজনক লজ্জাজনক ধাৰণা জন্মিছিল তাৰ যি গূঢ় কাৰণ সময়ত ইতিহাসেই দাঙি ধৰিব—সত্য সুপ্ৰকাশিত হব কালৰ পৰ্দাত। আমি মাত্ৰ তাৰ সাক্ষী হে দিম দুজন বন্ধুৰ চিন্তা বাক্য-বচন আৰু কাৰ্যৰ জৰিয়তে।

উনৈশ শ ষাঠি চনৰ আগৰ কথা। সুনীল চৰকাৰ আৰু অৰুণ ডেকা দুজন বন্ধু। দুয়ো উত্তৰ-পূৰ্ব ৰেলৱেৰ কৰ্মচাৰী। মালিগাঁওত হেড্ অফিচত একেলগে কাম কৰে। ইফালে দুয়ো গুৱাহাটী বিশ্ববিদ্যালয়ৰ 'ল' কলেজৰ ছাত্ৰ। দিনত অফিচত কাম কৰি গধূলি দুয়ো জালুকবাৰীত 'ল' ক্লাছ কৰে। দুয়োৰো প্ৰগাঢ় বন্ধুত্ব জন্মিছে। দুয়ো একেলগে একে অফিচতে কাম কৰে, একে বিশ্ব-বিদ্যালয়ৰ একে শ্ৰেণীতে পঢ়ে আৰু প্ৰায় একেলগেই অহা-যোৱা, ফুৰা-চকা কৰে দুয়োৰো ভিতৰৰ মিল দেখিলে কোনোৱে কব নোৱাৰে যে দুয়ো দুটা বেলেগ ভাষা-ভাষী লোক।

সুনীল চৰকাৰ বঙালী ল'ৰা। গুৱাহাটীৰ পান বজাৰত ঘৰ। গা পাতল, বগা, ধুনীয়া ল'ৰা। কথা অলপ বেছিকৈ কয় যদিও শুনি আমনি নালাগে। মাতটো মিঠা অমায়িক। গান-বাদ্যত বেচ ৰাপ আছে। একে ৰেলৱেত কাম কৰা কৰ্মচাৰী বাপেক স্বৰ্গীয় গগণ চৰকাৰ পৰলোক হোৱাৰ পৰাই বিধবা মাক আৰু ভনীয়েকজনীক লৈ সংসাৰৰ যাবতীয় কামৰ ভাৰ বহন কৰি অতি কষ্টে নিম্ন মধ্যবিত্ত পৰিয়ালৰ অৰ্থনৈতিক অনাটন ক্লিষ্ট সন্তান সুনীলে নানা ঘাত-প্ৰতিঘাটৰ মাজেৰে পাৰ হৈ অভাৱ-অনাটনৰ জ্বালা সহ্য কৰি জীৱনৰ একুৰি চাৰিটা বছৰ অতিক্ৰম কৰিলে। ভাগ্যে ভাড়া-ঘৰ নহৈ নিজ ঘৰ, নহলে আজি এই ক্ৰমবৰ্দ্ধমান ভাৰাবিশিষ্ট ভাৰা ঘৰত থাকিব লাগিলে দুয়ো ভায়েকভনীয়েকৰ পঢ়া দূৰৰ কথা জীয়াই থকাই কঠিন হলহেঁতেন এই তাকৰীয়া দৰমহাৰে। স্বৰ্গীয় গগণ বাবুৱেই সংসাৰত ল'ৰা-ছোৱালী হাললৈ একো ৰাখি যাব নোৱাৰিলেও

খোজ দিৰব মাটিখিনি আৰু মুৰ সুমাবৰ বাবে ঘৰ দুটি এৰি গৈছে। বাস্তবিকতে স্বৰ্গীয় গগণ চৰকাৰ এজন দূৰদৰ্শী লোক।

সুনীলৰ বন্ধু অৰুণ ডেকাৰ ঘৰ কামৰূপ জিলাৰ এখন ভিতুৰুৱা গাঁওত। গৰীব খেতিয়কৰ প্ৰথম সন্তান অৰুণ। ঘৰত বিপত্নীক পিতাক আৰু নাবালক ভায়েক। মাটি-বাৰীহীন অসমীয়া খেতিয়-কৰ অৱস্থা বৰ্ণাই কোনো ৰাজনৈতিক দলক উচতনি দিয়াৰ প্ৰয়োজন নাই। মুঠতে ইয়াকে কব লাগিব যে বছৰৰ চাৰি মাহো ভাতে নাটে। এনে শোচনীয় অৱস্থাৰ মাজেৰেও যে অৰুণে কেনেকৈ মেট্ৰিক পাছ কৰি আহি বেলৰেত সোমাই ৰাতিৰ কলেজত পঢ়ি বি-এ পাছ কৰি বৰ্তমান 'ল' পঢ়িছে ভাবিলে উপকথা যেন লাগে। অৰুণৰ অধ্যৱসায় আৰু শ্ৰম শক্তিক ধন্যবাদ নিদি নোৱাৰি। তেওঁৰ উচচ আকাঙ্ক্ষা মন কৰিবলগীয়া। নিজে পঢ়াৰ উপৰিও তেওঁৰ ভায়ে-কো স্কুলত পঢ়াইছে। অৰুণ কষ্টসহিষ্ণু, পৰিশ্ৰমী, বলী, বুদ্ধি-মান আৰু ৰাঁওয়াল। গা শকত, বৰণ ক'লা, স্বভাৱ মৃদু কিন্তু সাহসী। ৰচনাশক্তি প্ৰবল। তেওঁৰ ব্যঙ্গ ৰচনাবোৰ সাময়িক আলোচনীবোৰত প্ৰকাশ পাব ধৰিছে। ৰস-ৰচনা আৰু ব্যঙ্গ কৰি-তাত তেওঁৰ হাত আহিছে। মাজে মাজে 'পেৰডিও' লিখে সমাজৰ অন্যায় আৰ ব্যভিচাৰক উপহাস কৰি। ৰচক অৰুণ আৰু গায়ক সুনীল একেলগে যি মিটিঙত থাকে, তাত মানুহৰ বিশেষকৈ ডেকা ল'ৰা গাভৰু ছোৱালীৰ যে ভীৰ অধিক হয় তাৰ সাক্ষী গুৱাহাটী আৰু জালুকবাৰীয়ে দিব। মুঠতে ডেকা-ডেকেৰী সকলে যে হাঁহিৰ খোৰক অলপ গোটাব পাৰে তাত কোনো সন্দেহ নাই।

সুনীলৰ ভনীয়েক কিৰণময়ী চৰকাৰ সন্দিকৈ ছোৱালী কলেজৰ ছাত্ৰী। কিৰণ নামত যেনে কিৰণময়ী, ৰূপতো তেনে দীপ্তিময়ী আৰু কামতো তেনে আলোকময়ী। ৰূপ, গুণ, বিদ্যা কোনোটোৰ অভাৱ নোহোৱা সত্ত্বেও কিৰণৰ দৰাৰ অভাৱ হৈছে এটা কাৰণত। দৰাক টকা দিব নোৱাৰে। যৌতুকত দৰাক হাজাৰ দুই হাজাৰ নগদ

দিব নোৱাৰিলে বাটে বাটে 'চানাচুৰ ভাজা' বিক্ৰী কৰি ফুৰা কেষ্ট কান্তৰ পুতেক পেষ্টকান্তৰ ওচৰলৈকো যাব নোৱাৰি। লিখা-পঢ়া জনা ল'ৰা হলেতো টকাৰ লগতে চাকৰি এটাও বন্দবস্ত কৰি দিব লাগিব নহলে ল'ৰাৰ বাপেক আনকি স্বয়ং ল'ৰা বনাম দৰা বাহাদুৰৰ আগত বিয়াৰ কথা উলিওৱা গুৰুতৰ অপৰাধ। এইক্ষেত্ৰত অৰ্থাৎ পণ প্ৰথাত বঙ্গদেশ আন ৰাজ্যতকৈ আগেয়েও আগবঢ়া আছিল আৰু আজিও, তাৰ গৌৰৱ দাবী কৰিব পাৰে। বঙালীৰ সামাজিক জীৱনত এই পণ-প্ৰথা এটা ৰাজযক্ষ্মা—তিলতিলকৈ বঙালী পাৰিবাৰিক জীৱনৰ হাওফাও খাই নিব ধৰিছে। হায়! দুৰ্ভগীয়া বঙালী সমাজ। কোন দিনা এই দুৰাৰোগ্য সামাজিক ব্যাধি দূৰ হব!

এই বেমাৰত সবাতকৈ বেছি নিকাৰ ভুঞ্জে নিম্নমধ্যবিত্ত শ্ৰেণীয়ে। বঙালী জাতিত জন্মি সুনীলহঁতৰো একে দশা। সেয়েহে আজি কুৰি ভৰি বুঢ়ী হৈয়ো কিৰণময়ীৰ বিয়া হোৱা নাই।

পিছে এইবাৰ বিধি সুপ্ৰসন্ন কিৰণৰ। আজি এবছৰ আগেয়ে পৰিচয় হৈ যায় অৰুণৰ লগত নিজৰ ঘৰতে। বৰ্তমানে পৰিচয়ৰ পৰ্যায় চৰমত উঠি গভীৰৰ পৰা গভীৰতৰ হৈছে। সেয়েহে মাক আৰু দদায়েকে কিছু আশা কৰিব পাৰিছে যে সময় আৰু সুযোগ হলে কিৰণৰ গুৰুভাৰৰ পৰা সুনীলে অলপ নিষ্কৃতি পাব। কিৰণ আৰু অৰুণৰ অবাধ মিলনত সেয়েহে মাক আৰু সুনীলে একো হকাবধা কৰা নাই বৰং পাৰিলে সুবিধাহে দিছে। কিন্তু এফালে অলপ সন্দেহো বাঢ়িছে। কিৰণক সাময়িকভাবে ব্যৱহাৰ কৰি এক শ্ৰেণীৰ চহৰীয়া ডেকা-গাভৰুৰ দৰে যৌন তৃপ্তিৰ আদান-প্ৰদান কৰিবলৈ মানস কৰা একে চুবুৰীৰে নিবাসী বঙালী ডেকা তিমিৰ বৰণ গুপ্ত বৰ্তমান অৰুণৰ দুৰ্ঘোৰ প্ৰতিদ্বন্দ্বী আৰু ভয়ঙ্কৰ শত্ৰু হৈ উঠিছে। সেইবাবেই সি কেইবাদিনো চুপি চুপি অৰুণক অনুসৰণ কৰিছিল, বেয়া মতলবেৰে। তিমিৰৰ বন্ধু অজিৎ আৰু সি এদিন গধূলি কিৰণহঁতৰ নঙলামুখতে অৰুণক আগভেটি ধৰিছিল, পিছে

সাহসে নুকুলালে। অৰুণৰ শক্ত বাহুদ্বয়, স্ফীট বুকু আৰু ৰক্ত-চক্ষুদ্বয়ৰ তীব্ৰতাত সিহঁত দুটাৰ কলিজাৰ স্পন্দন খৰ হবলৈ ধৰিলে আৰু শেষত মাত্ৰ এটা ধমক দি নিজৰ মান বচাই গুছি গ'ল দুয়ো— খবৰদাৰ! কোন আসামীকে বাঙালী মেয়েৰ সঙ্গে মিচতে দিতে হবে না, মনে ৰাখো।" কথাষাৰ কৈয়ে দুয়ো বীৰ-পুৰুষে কাষৰ গলি ৰাস্তাৰে সোমাই গৈ অদৃশ্য হৈ পৰিল। অৰুণে তাচ্ছিল্য কৰি সিহঁতক শুনাকৈ কলে—"ওহ! এনে বঙ্গবীৰ থকাতো মই কব নোৱাৰো।" তাৰ পিছত উত্তৰ দিলে বাংলাত—"এই সব বীৰত্বেৰ কথা বাঙালী মেয়েদেৰ সামনেই বলা উচিত ছিল, আসামী ডেকাৰ সামনে বলা বিপদজনক।"

সিদিনাৰ সেই ঘটনাৰ পৰা কিৰণে অৰুণক অতি সাবধানে চলিবলৈ অনুৰোধ কৰে কিন্তু নিভীক অৰুণে কটাক্ষ নকৰি উত্তৰ দিয়ে—"কোনো প্ৰয়োজন নাই কিৰণ! ভুকা কুকুৰে কামুৰিব নোৱাৰে। তুমি একো ভয় নকৰিবা।"

ঘটনাটো শুনি সুনীলৰ মাক আৰু সুনীলেও সাবধান হবলৈ দঢ়াই দঢ়াই কলে। সুনীলে কলে—'মিঃ ডেকা, আপুনি বিশ্বাস কৰক ইহঁত বঙালী গুন্দা ধৰণৰ লোক। সাবধানে ফুৰা চকা কৰিব। একো ঠিক নাই, ইহঁতে খুন কৰিব পাৰে। কি কাৰণ বশতঃ তেনে কৰিছে জানে? সি এদিন কিৰণক বাটতে এখন চিঠি দিছিল আৰু আমাৰ ঘৰলৈ আহিছিল, কিন্তু কিৰণে তাক গালি পাৰি খেদি দিছিল। তাৰ কু অভিপ্ৰায়ৰ কথা জানিব পাৰি মা বৰ শঙ্কিত হৈ গৈছিল, আজিও মায়ে বৰ ভয় কযে তাক। ওচৰতে ঠিয় হৈ থকা মাকে বৰ শঙ্কিত হৈ কলে—"হয় বোপা, সি বৰ বেয়া চৰিত্ৰৰ ল'ৰা মদ খায়, বেয়া কথা কৰ আৰু বেয়া সঙ্গত ফুৰে। তাৰ পৰা সতৰ্ক হবা।"

"কোনো চিন্তা নাই মাহীদেউ, তাক মই খেবকুটা যেনো জ্ঞান নকৰো, এদিন এটি ঘোচা মাৰিলেই তাৰ দুষ্টালি বাহিৰ হৈ যাব।"

"নহয় বোপা, তাৰ লগত নালাগিবা। সি ডকাইত। সি মানুহ মাৰিবও পাৰে।'' আপোনালোকে চাৰ্কাচৰ পিঞ্জৰাবদ্ধ বাঘহে দেখিছে মাহীদেউ, বনৰীয়া মুক্ত বাঘটো দেখা নাই। সি চাৰ্কাচৰ বাঘহে, কিন্তু মই বনৰীয়া বাঘ—মনত ৰাখিব।"

এনেভাবে কথা বতৰা হৈছিল সিদিনা তেওঁলোকে। সি আজি কেইবা মাহ আগৰ কথা। কিৰণহঁতৰ ঘৰৰ লগত অৰুণৰ পৰিচয় হয় সৰস্বতী পূজাৰ দিনা। অফিচ আৰু বিশ্ববিদ্যালয়ত একে লগে কাম কৰা আৰু পঢ়া অৰুণৰ কথা এদিন কিবা কথা প্ৰসঙ্গত সুনীলে মাক আৰু ভনীয়েকৰ আগত কয়। তেওঁ কৈছিল যে অৰুণৰ দৰে বন্ধু তেওঁৰ আৰু দ্বিতীয়জন নাই। যদিও অৰুণ অসমীয়া, তথাপি তেওঁৰ মনত জাতিগত, ভাষাগত, কোনো দুৰ্বলতা নাই। সকলোকে তেওঁ সমান ব্যৱহাৰ কৰে। তাৰ কাৰণেই তেওঁক বৰ ভাল লাগে। তেওঁৰ মন বৰ উদাৰ''—সুনীলে কৈ গ'ল। অৰুণৰ এনে প্ৰশংসা পুতেকৰ মুখে শুনি সিদিনাই কৈছিল মাকে অৰুণক এবাৰ ঘৰলৈ মাতি আনিবলৈ।

"তই যে তোৰ সেই অসমীয়া বন্ধুজনৰ কথা কৈ থাক, এদিন লৈ নাহ কিয় আমাৰ ঘৰলৈ, আমিও পৰিচয় হওঁ ?"

তেওঁক অনা টান মা।'

"কিয়"—মাকে তপৰাই প্ৰশ্ন কৰিলে।

"তেওঁ বৰ ফাজিল, ঘৰলৈ মাতিলে ঠাট্টা কৰি মোক লাজত পেলাই দিব।'' "এদিন নিমন্ত্ৰণ কৰি লৈ আহচোন। তোৰ বন্ধু হলে মোৰো সন্তান তুল্য। আমি দুখীয়া মানুহ। আমাৰ বঙালী ভাই বন্ধুসকলে আজিকালি আমাৰ ফালে বাট এৰিলে। অসমীয়া দুই-এঘৰেহে বিপদে-সম্পদে সহায় সাৰথি হয়। এনে অৱস্থাত অসমীয়া ল'ৰাটোৰ বন্ধু হোৱাত মই বৰ সুখ পাইছো। আচলতে অসমীয়া মানুহ সৰল, এবাৰ বন্ধুত্ব কৰিব পাৰিলে তেওঁলোকে প্ৰাণঢালি দিয়ে। অসমীয়া মানুহক মোৰ বৰ ভাল লাগে। পিতে-

ৰায়ো অসমীয়া মানুহোক বৰ ভাল পাইছিল। গতিকে তই এবাৰ ল'ৰ-জনক কিবা কৰি লৈ আহিবিচোন, ময়ো পৰিচয় হম।" "পাৰিলে আনিবলৈ চেষ্টা কৰিম মা।" তেওঁ লাহেকৈ কৈ থলে। তাৰপিচত সুনীলে এদিন অৰুণক নিমন্ত্ৰণ কৰিছিল কিন্তু অৰুণ নগল। সুনীলে কলে "আপুনি আজি আমাৰ ঘৰলৈ ফুৰিব যাবনে মিঃ ডেকা?" অৰুণে হাঁহি মাৰি উত্তৰ দিলে—"মানুহে ঘৰৰ পৰাহে বাহিৰলৈ ফুৰিবলৈ যায়, বাহিৰৰ পৰা আকৌ ঘৰলৈও কোনোবাই ফুৰিব যায় নে মিঃ চৰকাৰ। ঘৰৰ ভিতৰত কোনে ফুৰে? ঘৰৰ বাহিৰ হলেহে ফুৰা হয়—ভিতৰ সোমালে বহা আৰু শুৰাহে হয়; লগতে খোৱা—। হাঃ হাঃ" অৰুণে খোলা হাঁহিৰে কথাষাৰ পাতল কৰি দিলে।

অৰুণৰ উত্তৰ শুনি সুনীলে আৰু কথা নকঢ়ালে কাৰণ তেতিয়া হলে অৰুণে হয়তো বেলেগ অৰ্থ কৰি বহিব। সেইবাবে সেই কথা সিমানতে ইতি কৰি বেলেগ কথা উলিয়ালে।

বহুদিন পিছৰ কথা।

সৰস্বতী পুজাৰ দিনা সুনীল আৰু আৰুণে গুৱাহাটীৰ কলেজে কলেজে প্ৰতিমা দৰ্শন কৰি গৈ শেহত কটন কলেজ হোষ্টেলৰ পুজা-মণ্ডপ পালে। পুজাৰ নিৰ্জীৱ প্ৰতিমা দৰ্শনৰ অজুহাতত যে প্ৰকৃত সজীৱ প্ৰতিমাহে ডেকা ল'ৰাহতে চাই ফুৰে তাৰ কথা কোৱাতো অশোভনীয়। ধৰ্মৰ এই বাহ্যিক আড়ম্বৰৰ অন্তৰালত যে লোক সংগ্ৰহৰ উদ্দেশ্য নিহিত আছে আৰু লোক সংগ্ৰহৰ প্ৰধান কাৰণ যে লোক দৰ্শণৰ কামনা তাক আৰু দোহাৰিবৰ প্ৰয়োজন নাই। ইয়াৰ ফাকে ফাকে ডেকা-ডেকেৰীহঁতে সাময়িকভাবে দৃষ্টি শক্তিৰ সদ্ব্যৱহাৰ কৰা স্বাভাবিক কথা। কিন্তু দুৰ্ভাগ্য যে এই ৰাতি আঠোটাৰ সময়ত কোনো পক্ষৰে মানুহ নাই। চকুৰ দৃষ্টি বিনিময়ৰ যুদ্ধখনৰ অন্ত পৰিছে। এওঁলোক দুয়ো যেন ৰণভঙ্গৰ পিছত বিপক্ষ সেনানীৰ পৰিত্যাক্ত ৰণভূমিৰ শত্ৰুহীন সৈনিক।

নিৰালম্ব নিৰ্বিকাৰ মাধৱদেৱৰ নামঘোষাৰ 'মুক্তিত' 'নিষ্পৃহ' পদৰ পেৰ'ডি কৰি। "দৃষ্টিত নিষ্পৃহ যিটো সেহি প্ৰতিমাকো মাতো" বুলি নমস্কাৰ কৰি মাহ-প্ৰসাদ খাই পূজাৰী দেউক দুআষাৰমান ঠাট্টা ফিৰি ওলাই আহিল দুয়ো। বাহিৰৰ ৰাস্তাত আহি অৰুণে প্ৰশ্ন কৰিলে হঠাতে - "মিঃ চৰকাৰ, বলক, আপোনালোকৰ ঘৰলৈকে যাওঁ। আপোনালোকৰ ঘৰ ওচৰতে নহয় জানো ?

"সৌ ডনবস্কো হাইস্কুলৰ কাষতে। বলক বাৰু।" সুনীলে উত্তৰ দিয়ে। দুয়ো খোজ লয়। বাটে বাটে যাওঁতে সুনীলে আচৰিত হৈ ভাবে মাতিলেও নাহে অথচ আজি স্ব-ইচ্ছাই উপযাচি আহিল। আজিনো কি মন গল এওঁৰ ? এই মানুহজনৰ একো ততকে ধৰিব নোৱাৰি। এনে ভাবে ভাবি ভাবি খোজ কাঢ়ি গৈ আছে দুয়ো। নীৰবতা ভঙ্গ কৰি অৰুণে কৈ উঠে—"আজি দুয়োদিনৰ নিমন্ত্ৰণকে একেলগে খাম মিঃ চৰকাৰ।"

"আমিনো কি খুৱাম মিঃ ডেকা ; আমি গৰীব মানুহ।"

হাঁহি মাৰি কয় অৰুণে "গৰীব বুলি কোৱাত যেনে সুবিধা আছে প্ৰকৃততে গৰীব হোৱাত কিন্তু তেনে সুবিধা নাই মিষ্টাৰ চৰকাৰ।"

"সুবিধা নোহোৱাৰবাবেই কৈছো মিঃ ডেকা।"

"নহয় সুবিধা হোৱাৰবাবেই কৈছে।"

"গৰীব বুলি কোৱাত কি সুবিধা হয় কওকচোন।"

"গৰীব বুলি আগতে ঘোষণা দিলে পিছত শুশ্ৰুষাত কিবা ত্ৰুটি হলেও দোষ নোহোৱা হয় আৰু আপত্তিৰ থল নাথাকে বুলি খালাচ পোৱাৰ বাট মুকলি হৈ থাকে।"

"আপুনি বৰ টেঙৰ মিঃ ডেকা।"

"কাৰণ মই আপোনাৰ টেঙৰালি ধৰি পেলালো বাবে, নহয় নে ?"

দুয়ো হাঁহে হাঁহি হাঁহি চৰকাৰহঁতৰ ঘৰ পায়। ড্ৰইং ৰুমত

সোমায় দুৱো। সুনীলে দেখিলে যে মাক আৰু ভনীয়েক এইমাত্ৰ পূজা চাই আহি ঘৰ পাইছে। কানি-কাপোৰ সোলাৱাই নাই। অৰুণে আহি হঠাতে এনে সুবেশত ৰূপহী কিৰণক দেখি প্ৰথমে স্তব্ধ হৈ গ'ল। সৰস্বতীৰ নিৰ্জীৱ প্ৰতিমা চাই চাই আহি যে সজীৱ সৰস্বতীকে লগ পালে। আংশিক ক্ষীণ, ওখ, বগা, ধুনীয়া নাক আৰু বৈ পৰা চেলাউৰি, উন্নত বুকুৰে লাৱণ্যময়ী কিৰণ-ময়ীক দেখি অৰুণ আকৰ্ষিত হৈ পৰিল। দীঘল ভ্ৰমৰ কৃষ্ণ চুলিটাৰি নিতম্ব চুম্বিত। এই মাত্ৰ খোপা খুলি মেলি দি জোকাৰি উঠিছে। মিহি সূতাৰ কলা পাৰীৰ বগা শাৰীখনৰ তলেৰে মেলা চুলিটাৰি সমস্ত পিঠিখনি যেন আগুৰি আছে। পাতল শাৰীৰ ভিতৰেদি বিজুলীবাতিৰ উজ্বল আলোকত দেহৰ অবয়ব দৃষ্টিগোচৰ হৈছে। সাক্ষাৎ যেন সৰস্বতী। অৰুণে ড্ৰইং ৰুমৰ দৰ্জাৰ ফাকেৰে চাই বল। সুনীলে ভিতৰলৈ সোমাই আহি ভিতৰ চোতালত ঠিয় হৈ মাত দিলে—"মা, আজি মোৰ বন্ধু অৰুণ ডেকা আহিছে। বাহিৰৰ ড্ৰইং ৰুমতে বহিছে। মাত দিয়কগৈচোন।"

পুতেকৰ মুখে অৰুণ অহা শুনি মাকে আনন্দতে ড্ৰইং ৰুম উঠিলগৈ। কিৰণে সন্ত্ৰস্ট হৈ মাকৰ পিছ ললে। সুনীলৰ মাক ড্ৰইং ৰুমৰ দুৱাৰ মুখলৈ আহিল। আগে আগে সুনীলৰ মাক পিছত কিৰণ। দেখিলে, অৰুণে এখন বেতৰ চকিত বহি টেবিলত থকা বাতৰি কাকতখন চাই আছে। ভিতৰলৈ আহি সুনীলে মাকক আঙুলিৰে দেখুৱাই দি অৰুণক কয় "এওঁ মোৰ মা, মিঃ ডেকা।"

অৰুণে সুনীলৰ মাকক দেখি ঠিয় হৈ এটা নমস্কাৰ দিয়ে। সুনীলে মাকক কয়—"মা! এওঁ মোৰ বন্ধু অৰুণ ডেকা!" মাকে হাত দাঙি আশীৰ্বাদ দিয়াৰ দৰে হাঁহি মাৰি কয় "বহা বোপা। মই বহুদিন তোমাক চাম চাম বুলি সুনীলৰ আগত মাতি পঠাই-ছিলো; কিন্তু তুমি বোলে আহিবলৈ মনে নকৰা হয় নে?"

"মানুহৰ ঘৰলৈ আহিবলৈ মোৰ লাজ লাগে। সেই বাবে অহা নাছিলো।" মানুহৰ ঘৰলৈ আহিবলৈও লাজ কৰানে? তোমালোক শিক্ষিত ডেকা ল'ৰাই লাজ কৰিলে অশিক্ষিত গাৱলীয়া ডেকা বিলাকৰ অৱস্থা কি হব ভাবি চোৱাচোন? সিহঁত দেখো তোমালোকতকৈ বেছি লাজুক?" এনেতে কিৰণময়ীক মাকৰ কাষেৰে দেখি সুনীলে অৰুণক কয় "এইজনী মোৰ ভনী মিঃ ডেকা। নাম কিৰণময়ী চৰকাৰ। কিৰণে লাজ আৰু আনন্দত লাহেকৈ হাঁহি মাৰি এটা নমস্কাৰ কৰে। অৰুণে এবাৰ তাইৰ ফালে চাই প্ৰতিনমস্কাৰ জনায়।

"এয়ে আমাৰ ঘৰৰ পৰিয়াল মিঃ ডেকা, এই তিনজনেই প্ৰাণী।" হাঁহি মাৰি কয় অৰুণে "তিনিটা হলে চিন্তা নাই মিঃ চৰকাৰ, তিনি জনেই সকলো। জগতৰ সৃষ্টি স্থিতি, লয়ৰ গৰাকী ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ। হিন্দুৰ ত্ৰিমূৰ্তি, খৃষ্টানৰ ত্ৰিনীতিয়ে ধৰ্মৰ নিগূঢ় তত্ব। গতিকে গৃহস্থৰ তিনিজন হোৱাও বৰ ভাগ্যৰ কথা।"

অৰুণৰ কথাত এওঁলোক তিনিওৰো হাঁহি উঠে।

সমুখৰ চিয়াৰখনত বহি মাকে সোধে—"তোমালোকৰ ঘৰৰ পৰিয়াল কিমান বোপা?"

আপোনালোকৰ সমান। পিতা, ভাইজন আৰু মই।" সুনীলে কাষৰ চিয়াৰখনত বহে। কিৰণে মাকৰ কাষত থিয় হৈ থাকে। লাহে লাহে ঘৰুৱা খবৰ-বাতৰি আলোচনা হয়। কথা প্ৰসঙ্গত অৰুণে হাঁহি মাৰি সুধিলে—"সুনীলে 'মা' বুলি মাতে, মই কি বুলি সম্বোধন কৰিম আপোনাক?"

"তোমাৰ যি মন যায় বোপা।" হাঁহি হাঁহি সম্মতি দিয়ে সুনীলৰ মাকে। হাঁহি মাৰি অৰুণে কয়—"সুনীলে যেতিয়া 'মা'ৰ মৰমখিনি ইতিমধ্যে আদায় কৰিছেই, সেইবাবে মোৰ ভাগত ৰবগৈ মাহীমাৰ চেনেহ খিনিহে। গতিকে মই 'মাহীমা' বুলিয়ে মাতিম।" হাঁহি মাৰি মাকে কলে—"তোমাক বৰ ভাল লাগিল বোপা, তুমি বৰ

ধেমেলিয়া” “ভাল লাগিলে কি হব মাহী মা? মৰম লাগিলেহে ভাল। মোক মৰম কৰিব লাগিব?”

হাঁহি উত্তৰ দিয়ে তেওঁ—“তোমাৰ ৰগৰৰ বিষয়ে সুনীলে মোক কৈ থাকে। আজি প্ৰমাণ পালো ভালকৈ। বাৰু মই মৰমকে কৰিম।”

“পিছে ‘মাহি মা’ হল নে নাই?”

“হলো বাৰু—”হাঁহে তেওঁ।

“তেনেহলে মই কি হলো?” হাঁহি মাৰি সোধে কিৰণে।

“মাক ৰাণী হলে পুতেক ৰাজকুমাৰ হয়; আৰু জীয়েক কি হয় ‘মাহী মা?”

“ৰাজকুমৰী।”

“তেনেহলে আৰু কি শুধিব লাগে মাহী মা?”

আকৌ হাঁহি। হাঁহি শামকটাৰ পিছত কিৰণে সুধিলে—“বেছ ভাল হল, ৰাজকুমাৰীৰ সন্মান পালো।” অলপ তলকা মাৰি কিৰণে সুনীলক সোধে—“পিছে এটা কথা দাদা, আপোনালোকৰ ‘ল’ কলেজত এইবাৰ সৰস্বতী পূজা কৰা নাই কিয়?

“এইবাৰ আমি পোষ্ট গ্ৰেজুৱেটৰ ল’ৰাবিলাকে মিটিং কৰি সিদ্ধান্ত কৰিছো যে পোষ্ট গ্ৰেজুৱেট ক্লাচবিলাকে লগলাগি একেলগে পূজা কৰিম। গতিকে বেলেগকৈ কৰা নাই।” সুনীলে উত্তৰ দিয়ে “কিয়?”

“বেলেগ বেলেগকৈ পূজা কৰিলে মিছাকৈ জুলুম হব লাগে আৰু ছাত্ৰসকলৰ মাজতো বিভেদ ভাব হয়। সেইবাবে বিশ্ববিদ্যালয়ত মুঠতে এখন পূজা কৰিছোঁ।”

অৰুণে অস্বাভাবিক গাম্ভীৰ্য দেখুৱাই উত্তৰ দিলে—“আচলতে তেনে কাৰণত পূজা নকৰা নহয়। পূজা নকৰাৰ আচল কাৰণ সৰস্বতীৰ ওপৰত আমি একো নিৰ্ভৰ কৰিব নোৱাৰা হৈছো। সৰস্বতী হ’ল সংস্কৃত ভাষাৰ দেৱী। তেওঁ ইংৰাজী অলপো নাজানে? ইংলিচৰ জ্ঞানতো মুঠেই নাই, আনকি আমাৰ ভাৰতৰ

সংবিধানখনো ইংৰাজীত লিখা বাবে বেচেৰীয়ে পঢ়িব নোৱাৰে। হিন্দী অনুবাদতো কোনো ৰকমে যোটাই যোটাই মাতিছে। গতিকে তেওঁ আমাক ইংৰাজীৰ জ্ঞানে বা দিব কেনেকৈ, নাইবা আইনৰ পৰীক্ষাতে বা পাছ কৰি দিব কেনেকৈ? সৰস্বতী যদি সংস্কৃতৰ দেৱী নহৈ ইংৰাজীৰ হলহেঁতেন তেনেহলে আমি পূজা কৰাত লাভ আছিল। ইংলিচ সৰস্বতী পালে পূজা কৰাত আপত্তি নাছিল, পিছে ইংলিচ সৰস্বতী নাই। সেই কাৰনেই আমি পূজা বন্ধ কৰি দিছো। ইংৰাজী ভাষা নজনা, ইংৰাজী আইন নজনা সংস্কৃতীয়া সৰস্বতীক পূজা কৰি আজি কালি আমি ইংৰাজী শিকা ল'ৰাৰ একো লাভ নহয়। কাৰণ ইংৰাজীত সকলোৱে ফেল কৰে। সৰস্বতীয়ে নিজেই ইংৰাজী নাজানে; ল'ৰাক শিকাব কেনেকৈ?" কথাশুনি গোটেই কেইজনে হাঁহি দিয়ে। কিৰণে হাঁহি মাৰি আকৌ সোধে—"তেন্তে সৰস্বতীয়ে ইংৰাজী নাজানে নেকি?"

"একেবাৰে নাজানে; সমূলি নাজানে; নহলেনো বিশ্ববিদ্যালয়ৰ পৰীক্ষাবোৰত ইমানবিলাক ল'ৰা প্ৰতি বছৰে ইংৰাজীত ফেল হয়নে? ফেল নহৈ কি হব; স্বয়ং বিদ্যামাতৃ সৰস্বতীয়ে ইংৰাজী নাজানে, ল'ৰাক পাছ কৰি দিব কেনেকৈ? সেই দেখিয়ে আমাৰ সংস্কৃতীয়া বাপুহঁতে লগ লাগি এটা সজাতি দল গৈ ভাৰত চৰকাৰক ধৰি মিলি এটা বৃত্তি দি সৰস্বতীক বিলাতলৈ ইংৰাজী শিকিবৰ বাবে পঠোৱা উচিত। তাত লণ্ডত বা কেমব্ৰীজ বিশ্ববিদ্যালয়ৰ পৰা কিবা এখন চাৰ্টিফিকেট আনিব পাৰিলেও কিজানি বিশ্ববিদ্যালয়ত স্থান পালে-হেঁতেন তেহেলৈ দেৱীয়ে কোনো বগী মেমৰ টিউশ্যান লৈয়ে শিকক বা কোনো বগা চাহাবৰ 'পাৰচনেল' চেক্ৰেটাৰী হৈয়ে শিকক তাত আমাৰ আপত্তি নাই। পিছে আমাৰ দেউসকলে সেইফেৰা চেণ্টা নকৰে তেওঁলোকৰ পইচা আজি দিয়া সৰস্বতী গৰাকীক। বোধহয় বিলাতলৈ গলে সৰস্বতীৰ জাত যোৱা বুলি ভাবে হবলা। সেই-বাবেই আমাৰো বিপদ হৈছে আৰু সৰস্বতীৰো মস্কিল হৈছে।"

হাঁহি মাৰি সুনীলৰ মাকে কয়—"তোমাৰো যে কথা বোপা। তুমি যে কেনেকৈ ৰগৰ কৰিব পাৰা এই দেৱ-দেৱীসকলক লৈ। বিদ্যাৰ অধিষ্ঠাত্ৰী দেৱী সৰস্বতীকো তুমি ইংৰাজী শিকিবলৈ কোৱা। তেওঁ দেখো সমস্ত বিদ্যাৰে অধিষ্ঠাত্ৰী দেৱী? সকল ভাষা, সকল বিদ্যা, সকল কথাৰে গৰাকিনী?'

"নহয় মাহী মা, সকল ভাষাৰ অধিষ্ঠাত্ৰী নহয় বিশেষকৈ ইংৰাজীৰ নিশ্চয় নহয়।"

"তাৰ কি চিন পালা?"

"ইংৰাজী ভাষাৰ হলে ইংৰাজীতো শ্লোকবোৰ থাকিলহেঁতেন। ইংৰাজী শ্লোকটো নাই মাহী মা। ইংৰাজী নাজানে দেখি ইংৰাজীক ম্লেছৰ ভাষা বুলি এৰি পেলাইছে।"

"আপুনি বৰ অদ্ভুত দাদা, ইমান কথা যোৱা লগাব পাৰে। আপুনি আজি সৰস্বতী পূজাৰ দিনাহে সৰস্বতীক ইতিকিং কৰিব পায় নে?" "ইতিকিং কৰা ঠাই থাকিলে লোকে কৰিবই কিৰণ; ঠাই নাপালে কৰ পৰা কৰিলেহেঁতেন? হিন্দুৰ দেৱ-দেৱীসকলৰ বল পৰিল আজি কালি। এতিয়া আৰু পূজা পাতলে গুণ নিদিয়ে?"

হিন্দুৰ দেৱ-দেৱীৰ বাৰু "কিয় বল নোহোৱা হ'ল দাদা?"

এইবাৰ সুনীলে মাত দি উঠিল—"এতিয়া মানুহে বুজা হ'ল যে দেৱ-দেৱী সৃষ্টি কৰিছিল এক প্ৰকাৰ বুদ্ধিজীৱীয়ে আৰু তাৰে সহায়ত বিনাশ্ৰমে আৰামত খোৱা ব্যৱস্থা কৰি লৈছিল সেই শ্ৰেণীয়ে। আচলতে দেৱ-দেৱী নাই। ই মাত্ৰ এক শ্ৰেণী বুদ্ধিজীৱীৰ কল্পনা সাধাৰণ মানুহক ঠগাবলৈ। আজিও শিক্ষিত, পণ্ডিত নাম ধাৰী এক শ্ৰেণীয়ে কাকতে-পত্ৰে দেৱীসকলৰ বিষয়ে খুব লিখে। অতীতৰ সেই বুদ্ধিজীৱীহঁতৰ মন্ত্ৰ-তন্ত্ৰ, কলা-কৌশল, গাজাখুৰী গল্পবোৰৰ একোটা নতুন অৰ্থ দি বহল ব্যাখ্যা দিয়ে। উদ্দেশ্য নিজক পণ্ডিত বুলি জাহিৰ কৰা। সাধাৰণ মানুহে তেওঁক মহা

পন্ডিত বুলি ধৰি লৈ সামাজিক সম্মানৰ লগতে যাতে অৰ্থনৈতিক সুবিধাখিনিও দিয়ে। এওঁলোকে অতীতৰ ভুৱা পন্ডিতৰ মিছা কথাও পোষ্ট মৰ্টেম একজামিনেচন কৰে কিৰণ। আচলতে কোনো দেৱ-দেৱী নাই।" সুনীলে বিতৃষ্ণাৰ সুৰত কয়। অৰুণে হাঁহি মাৰি কয়—"আপুনি দেখিছো দেৱ-দেৱীক 'অপাৰেচন' কৰিহে এৰিব।"

এনেতে মাকে মাত লগালে—"তোমালোক বহা বোপা, মই গৈ কানি-কাপোৰ সলাও।" এই বুলি কৈ মাক উঠি যায়। বোধহয় এওঁলোকৰ কথাবিলাক তেওঁৰ মনঃপুত হোৱা নাছিল। অস্বস্তিবোধ কৰি বোধহয় উঠিল। তেওঁ ভিতৰলৈ আহি কিৰণক মাতে—"কিৰণ, এইফালে আহচোন চাহ কৰহি।"

কিৰণ উঠে—যাওঁতে কৈ যায় "চাহ খোৱাৰ পিছত আকৌ তৰ্ক শুনিম, বৰ্তমানে তৰ্ক প্ৰতিযোগিতা স্থগিত থাকিল।

এই ৰকমে সেইদিনা পৰিচয় হৈ চাহ-জলপান খাই নানা কথা-বতৰা পাতি অৰুণ ডেকা যেতিয়া মালিগাওঁলৈ ফিৰে তেতিয়া ৰাতি প্ৰায় দহোটা ৰাজিছে।

॥ দুই ॥

উনৈশ শ উনষাঠি চন। ক্ৰমে ক্ৰমে সুনীলহঁতৰ লগত অৰুণ ডেকাৰ বন্ধুত্ব গাঢ় হৈ আহিছে। বুদ্ধিমতী চতুৰা কিৰণৰ ব্যৱহাৰ আৰু কথাত মুগধ হৈ পৰিছে অৰুণ। লাহে লাহে দুয়োৰো ভিতৰত ভালপোৱা আৰম্ভ হৈছে। অৰুণে আজি-কালি ঘনাই ঘনাই আহে। অৰুণ আৰু কিৰণৰ মাজত ভালপোৱা দেখা দিয়াত মাক আৰু সুনীলে পেটে পেটে বৰ খুচি হৈ গৈছে। বৰ্তমান সিহঁত দুটাৰ ভিতৰত প্ৰকৃত প্ৰেম আৰম্ভ হৈছে। অৰুণে কিৰণক কথা দিছে—'ল' পাছ কৰি উঠিয়ে তেওঁ তাইক বিয়া কৰাব।

আজিকালি অৰুণে বেছি ভাগ সময় আহি কিৰণৰ লগত আলাপ আলোচনা কৰি কটায়। দেশৰ সমস্যা, জীৱনৰ সমস্যা,

সমাজ আৰু ধৰ্মৰ সমস্যাবোৰৰ অলোচনা কৰে খোলাখুলিভাবে। ৰাজনৈতিক সমস্যাবোৰৰ সমাধানৰ দুয়ো আলোচনা কৰে। কিৰণ এইবাৰ ৩য় বাৰ্ষিক কলা শ্ৰেণীৰ ছাত্ৰী। গতিকে ৰাজনৈতিক সমস্যাবোৰৰ কথা বুজিব পৰা হৈছে। মাজে মাজে আবেলি দুয়ো ড্ৰইং ৰুমত বহি দেশৰ কথা আলোচনা কৰে। বাতৰি কাকতখন পঢ়ি কিৰণে কিবা কিবি প্ৰশ্ন কৰে আৰু অৰুণে সেইবোৰ প্ৰশ্নৰ উত্তৰ দি যায়। এনে ৰকমে দুয়োৰো মাজত ভাৱৰ আদান-প্ৰদান চলি আছে।

* * *

সিদিনাখন কিৰণে অৰুণক ভাত খাবলৈ নিমন্ত্ৰণ কৰিছে। গধূলি 'ল' ক্লাছ কৰি সুনীল আৰু অৰুণ দুই বন্ধুবে আহি সুনীলহঁতৰ ঘৰ পাইছে। সুনীলে মাত লগালে—"ভাত হ'ল নে মা?" মাকে ভাত ৰান্ধি আছিল। পাকঘৰৰ ভিতৰৰপৰাই মাত লগালে—"পলম আছে। বহচোন! অৰুণবোপা আহিছেনে?"

হয় মাহীমা আহিছো। আজি 'এপিৰিয়দ' ক্লাচ কৰিয়ে আহিলো মাহীমা।"

"কিয়?" বাহিৰ ওলাই আহি অৰুণৰ সমুখত ঠিয় হয় তেওঁ।

"লোভত। খোৱাৰ খকতে আহিলো সোনকালে। আপুনি বোলে মোক ভাত খাবলে নিমন্ত্ৰণ কৰিছে মাহী মা, হয় নে?" হাঁহি হাঁহি সোধে। কিৰণৰ মাকে কয়—"যোৱা কালিৰেপৰা কিৰণে মোক কৈ আছিল তোমাক ভাত খাবলৈ মাতিবৰ বাবে। সেই বাবে আজি মাতি পঠাইছিলো। পিছে সম্পূৰ্ণ ক্লাছ নকৰাকৈ কিয় আহিলো?"

"কলো দেখো খকতে অহা বুলি।" অৰুণে আকৌ হাঁহে।

"নহয় মা আজি আমাৰ ছাত্ৰসকলৰ এখন মিটিং হব। তাৰ কাৰণে 'ক্লাচ' নহয়।" সুনীলে চোলা খহাই খহাই উত্তৰ দিয়ে।

"বহিবলৈ দেচোন অৰুণক। আহা বোপা।" মজিয়ালৈ মাতে।

হাঁহি মাৰি অৰুণে ভিতৰ সোমাই মজিয়াত মাছ বাচি থকা কিৰণক দেখি কৈ উঠে—"এই মজিয়াত বহিম কেনেকৈ মাহী মা ; এইজনীয়ে দেখো মাজ মজিয়াতে বহি মাছ বাচিব ধৰিছে ?"

মজিয়াতে বহি কিৰণে ৰৌ মাছটো বাচি আছে। তলমূৰা হৈ ফিচিক ফিচিক হাঁহি আছে। অৰুণে তাইৰ ফালে চাই তেনেকৈ কোৱা দেখি তাই মিচিককৈ হাঁহি মাৰি কয়—"খাবলৈ জানিলে ধানেই চিৰা, বহিবলৈ জানিলে মাটিয়ে পীৰা।"

"আৰু বলে নোৱাৰা ছোৱালীবিলাকৰ মুখতে কিৰা।"

চুপতি মাৰিব নালাগে। বাহিৰৰ ৰুমত বহকগৈ।"

সুনিলে ইতিমধ্যে ঘৰৰ ভিতৰত গৈ কানি-কাপোৰ সলাই লৈছে। মাকে পাকঘৰৰ পৰাই কলে—"বোপা বাহিৰৰ ৰুমতে বহাগৈ। মজিয়াখন বৰ লেতেৰা হৈ আছে।"

"বাহিৰলৈ নাজাওঁ মাহীমা, ইয়াতে বহিম।" তেওঁ এটা মূঢ়া আনি মজিয়াতে কিৰণৰ কাষতে বহিল। মাকে দেখিলে যে দুয়ো মজিয়াতে আছে। তেওঁ মনে মনে ৰ'ল। কিৰণে অৰুণক কলে—"যাওকগৈ ; আগত থাকিলে মই কাম কৰিব নোৱাৰো।"

"কিয় মই কিবা ব্ৰহ্মপুত্ৰ নদীৰ মাজৰ উমানন্দৰ কাষত থকা কৰ্মনাশা নেকি যে মোক দেখিলে কৰ্মনাশ হয়—কাম কৰিব নোৱাৰা।

'ল' পঢ়া মানুহকনো কথাত পাৰিম কেনেকৈ ? আইন পঢ়া মানুহ বৰ দুষ্ট হয়।"

"আইন পঢ়িলে দুষ্ট নহয়, বৰং দুষ্টালি ধৰিব পৰাহে হয়।"

"উকিলবিলাক বৰ বেয়া মানুহ—মই দেখিবই নোৱাৰো।" কিৰণে টিপ্পনি মাৰে। অৰুণে তপৰাই উত্তৰ দিয়ে—"কেচ নালাগে-মানে উকিলক দেখিব নোৱাৰে, কিন্তু 'কেচ' লাগিলে উকিল বিচাৰি ফুৰে।"

"এইজনক কোনে পৰাস্ত কৰিব পাৰে নাজানো।" কিৰণে কয় মাছ এটুকুৰা বঠিৰে টুকুৰা কৰি কৰি।

কিৰণৰ কাণৰ কাষলৈ মুখখন নি সৰু সৰুকৈ ফুচ ফুচাই কয় অৰুণে—“এই মুখ চোকা বাঙালী ছোৱালীয়ে নোৱাৰিলে আৰু কোনেও নোৱাৰিব।”

হাঁহি মাৰি ধমক দিয়াৰ সুৰত কয় কিৰণে—“চুপ, মায়ে শুনিব।” “বাৰু চুপ বলো। পিছে কিয়নো ইমান দৰদ হ’ল আজি এই অভগাৰ প্ৰতি বঙ্গ ললনাৰ? কিবা ভাগ্য আজি অৰুণৰ; নিমন্ত্ৰণ পালে কিৰণৰ।”

“ব্যঙ্গ কবিতা বনাব নালাগে। মই আৰু এতিয়া বঙ্গ ললনা নহয়—অসম দুহিতাহে যিহেতু অসমত বাস কৰিছো। মোৰ দেশ বঙ্গ নহয়—অসমহে। পিছে এতিয়া কানি-কাপোৰ সলাই হাত ভৰি ধুই সুস্থিৰ হৈ বাহিৰৰ ৰুমত বহকগৈ, মই মাছটো বাছিয়ে গৈছো।”

“চমৎকাৰ নিৰ্দেশ”। হাঁহি মাৰি শলাগে অৰুণে। অৰুণ ওলাই আহে। ড্ৰইং ৰুমৰ ভিতৰত প্ৰবেশ কৰি বুজিব পাৰিলে যে সুনীল ঘৰত নাই; ক’ৰবালৈ ওলাই গ’ল। অৰুণে জোতা খুলি ভৰি ধুই ললে বাহিৰত গৈ। তাৰ পিছতে ড্ৰইং ৰুমত বহি বাতৰি কাকতখন চাব ধৰিলে। কিৰণে মাছ বাচি উঠি মাকক মাছ, তৰকাৰী ঠিক কৰি দি হাত পাত ধুই চাহ বনালে। চাহ কৰি উঠি তাই চাহৰ কাপ হাতত লৈ গৈ ড্ৰইং ৰুম উঠিল। অৰুণৰ সমুখত টেবিলত চাহৰ কাপ থৈ কলে—“চাহ খাওক।” অৰুণে তাইৰ ফালে চাই হাঁহি মাৰি কলে—আৰু একাপ?”

“দাদা নাই, ক’ৰবালৈ গ’ল হবলা; আপুনি খাওক।”

“দদায়েৰাৰ বাবে নহয়, তোমাৰ বাবে।”

“মই পিছত খাম।”

“তেনেহলে ময়ো পিছত খাম। এতিয়া লৈ যোৱা।” অভিমান পাতে। “এইজনৰ লগত আৰু নোৱাৰিছো। ইমান জুলুম কৰে!”

"এয়ে নহয় আৰু আছে ভৱিষ্যত –।"

"ইহ !" বলি লোনিয়া মাতেৰে মুখ ভেঙুচালি কৰি তাই উঠি গ'ল। ভিতৰৰ পৰা চাহৰ কাপ এটা আনি আগত ঠিয় হৈ কলে – "হ'লনে এতিয়া ?"

"হোৱা নাই, তুমি মোৰ কাষত বহি চাহ খাব লাগিব।"

"কিয় ?"

প্ৰিয়জনক কাষত বহুৱাই খুৱাব পাৰিলে বুকু জুৰ পৰে।"

দুষ্টটো।' তাই হাঁহি মাৰি আঁতৰি যাব খোজে। অৰুণে তাইৰ শাৰীৰ আঁচলত ধৰি টানি আনি কাষত বহুৱায়। তাই বাধ্য হৈ বহে আৰু হাঁহে। দুয়ো হাঁহি হাঁহি চাহ খায়। ৰুমৰ ভিতৰত কোনো নাই। দুয়োৰো মূৰৰ ওপৰত কেৱল জ্বলি আছে বিজুলী বন্তি। বিজুলীৰ বগা-পোহৰত কিৰণৰ ধুনীয়া মুখখনি অপৰূপ দেখা গৈছে। অৰুণে লাহেকৈ তাইৰ গাত এটা চিকুত মাৰি দি সোধে – "আজিনো কিয় ভাত খাবলৈ মাতিলা ?"

"কিয় – বেয়া পালে নেকি ?"

"ভাল হে পাইছো, বেয়া পাম নে ?"

"এনেয়ে মাতিলো। আজি কেইদিনমানৰপৰা মোৰ মনটো বৰ বেয়া লাগি আছে।"

"কিহৰ বাবে।"

"বাতৰি কাকতৰ বাবে। বাতৰি কাকত পঢ়ি মোৰ বৰ বেয়া ধাৰণা হৈছে।"

"কি বেয়া ধাৰণা ?"

"অতি সোনকালে দেশত এটা হুলস্থুল লাগিব। ৰাজ্য ভাষাৰ প্ৰশ্ন বিধান সভাত উৎথাপন কৰাৰ জল্পনা-কল্পনা চলিছে। এই বিষয়ে কাকতে-পত্ৰই বহু লিখা-লিখি চলিব ধৰিছে। আপুনি জানেই। অসম সাহিত্য সভাই প্ৰস্তাৱ পাচ কৰি ৰাইজ আৰু চৰকাৰক জনোৱাৰ পিচৰ পৰাই লিখা লিখি চলিব ধৰিছে।

ইফালে কাছাৰৰ বঙালী কিছুমানৰ পেটৰ কথা বেলেগ যেন দেখা গৈছে। গতিকে এই প্ৰসঙ্গত বহুত কিবা-কিবি ঘটিব যেন অনুমান হৈছে।"

"তোমাৰ অনুমান গৈ হনুমান হৈ লঙ্কাদাহ কৰাৰ দৰে মন-দাহ কৰিব চাবা। বাৰু তুমি কি অমঙ্গল দেখিলা ?'

"আমাৰ বঙালীবিলাকৰ ভগনীয়া নেতা কিছুমানৰ তলুৱা মতলব খাৰাপ। মই গম পাইছো। বৃহত্তৰ বঙ্গবাদী দলে তলে তলে ষড়যন্ত্ৰ কৰিব ধৰিছে।"

"কেনেকৈ জানিলা ?"

"আমাৰ দাদাকে সিহঁতে ফুচুলাইছিল, পিছে দাদাই গালি পাৰি খেদি দিছে। তাৰপৰাই মই জানি জানিলো।"

"বৃহত্তৰ বঙ্গবাদী দলৰ লোক গুৱাহাটীতো আছেনে ?"

"মই জনাত কম বেছি পৰিমাণে অসমৰ সকলো ঠাইত আছে। বিশেষকৈ পূব পাকিস্থানৰপৰা বহু পাকিস্থানী ভগনীয়া আহি মনে মনে অসম সোমাইছে। সিহঁতে আহি এই দলৰ লগ লাগিছে। অসম চৰকাৰে অতি সোনকালে ইহঁতক নেখেদিলে নিশ্চয় কিবা গোলমাল কৰিব। সিহঁতৰোতো নিজা ঘৰ-মাটি নাই আৰু স্থায়ী ভাবে অসমত বাস কৰা মতলবতো অহা নাই। গতিকে কিবা এটা গোলমাল লগাই দি নিজে সুবিধা কৰিব পাৰিলে ৰক্ষা পৰিল। এওঁলোক বঙালী; গতিকে ৰাজ্য ভাষাৰ প্ৰশ্নত কি ঘটে সঠিক কোৱা টান। মোৰ বৰ সন্দেহ হৈছে।"

"বোধহয় সেই বাবেই আজি আমাৰ বিশ্ববিদ্যালয়ৰ ছাত্ৰ সভাত সুনীল উপস্থিত নাথাকিল। আজি আমাৰ ছাত্ৰ সভাতো ৰাজ্য ভাষাৰ প্ৰস্তাৱ লব যেন পাইছো।"

'সেইবাবে নহয়। মই আপোনাক নিমন্ত্ৰণ কৰাৰ বাবেহে আপোনাৰ লগত দাদা আহিছে।"

"তুমি বাৰু কি বুলি ভাবা ?"

"মই ভাবো অসমত অসমীয়া আৰু বঙালীৰ কাজিয়া হব।"

"কি চিন পালা ?"

"এক শ্ৰেণীৰ দুৰ্বৃত্ত আৰু প্ৰাদেশিকতাবাদী বঙালী অসমত আছে। সিহঁতে অসম নাম নাইকিয়া কৰি পূৰ্বাচল প্ৰদেশ নাম দি এই ৰাজ্যৰ নাম বদলাই দিব খোজে। তলে তলে এটা ৰাজনৈতিক দল গঢ়ি উঠিছে—আজি কেইবছৰমান আগৰ পৰা। আনকি টকা পইচা তুলি আলোচনী আদি চপাই এই ভাবধাৰাও প্ৰচাৰ কৰিব ধৰিছে।"

"তেতিয়াহলে সিহঁতৰ 'পূৰ্বাচল' গৈ 'পূৰ্ব+চল' হে হব, অৰ্থাৎ পূৰ্বে য'ত আছিল সেই বঙ্গদেশলৈকেহে চলি যাব লাগিব। এই দলত জানো সকলো বাঙালীয়ে মত দিছে ?"

"দিয়া নাই। স্থায়ী বাঙালীসকল ইয়াৰ ঘোৰ বিৰোধী। কেৱল অস্থায়ী আৰু পাকিস্থানী ভগনীয়া কিছুমানে ইয়াত লিপ্ত আছে। কাছাৰৰ কিছুমান নেতাও অৱশ্যে জৰিত আছে বুলি দাদাই কৈছে।"

"এসময়ত চিলেট অসমৰ পৰা ফালি গৈ শেষত পাকিস্থানত পৰাৰ দৰে এতিয়া কাছাৰো গৈ পাকিস্থানতহে পৰিব যেন পাইছো।

"এই শ্ৰেণীৰ অদূৰদৰ্শী ৰাজনৈতিক নেতাইতো দেশ খালে।"

"সঁচাকৈ তুমি বৰ ভয় খাইছা নেকি কিৰণ ?"

"ভয় অৱশ্যে লাগিছে।"

"কিয়—,"

"যদি অসমীয়া আৰু বঙালীৰ ভিতৰত কাজিয়া হয় তেন্তে—।

"তেন্তে কি হব ? মই তোমাক এৰি পেলাম ?" হাঁহি মাৰি প্ৰশ্ন কৰে অৰুণে ? তাই ৰঙা পৰি উঠে। বিজুলী বাতিৰ পোহৰত তাইৰ বগা মুখখনি আৰক্তিম হৈ উঠে লাজ আৰু শঙ্কাত। তাই বাহিৰলৈ উদাস দৃষ্টিৰে চাই থাকে। অৰুণে উঠি আহি তাইৰ কাষ চাপে আৰু তাইৰ মূৰত হাত ফুৰাই দি কৈ উঠে "তুমি

ভয় নকৰিবা কিৰণ, ৰাজনৈতিক দুৰভিসন্ধিত পৰি দেশৰ বুৰ্বক-বিলাক ৰাজনৈতিক নেতাসকলৰ হাতৰ পুতলা হলেও কোনো বুদ্ধিমান স্বতন্ত্ৰ ব্যক্তিয়ে নিজৰ মানৱতাবোধ ত্যাগ নকৰে। দেশৰ নামত, ধৰ্মৰ নামত বা জাতিৰ নামত উচটাই দি যুগে যুগে বুদ্ধিমান শ্ৰেণীয়ে মানৱ জাতিৰ ভিতৰত কাজিয়া, ৰক্তা-ৰক্তিৰ সৃষ্টি কৰি আহিছে সচা, কিন্তু প্ৰকৃত চিন্তাশীল আৰু দূৰ-দৃষ্টিসম্পন্ন ব্যক্তিক টলাব পৰা নাই। স্বৰ্গলাভৰ দোহাই দি ধৰ্ম-গুৰু পুৰোহিতসকলে আৰু স্বদেশৰ দোহাই দি ৰজাসকলে সাধাৰণ মানুহক উত্তেজিত কৰি যুদ্ধত লিপ্ত কৰিছিল। যুদ্ধৰ শেষত সৈনিক বেশী সেই সাধাৰণ মানুহ বিলাক মৰিছিল আৰু লাভ হৈছিল ৰজা আৰু পুৰোহিতৰ। ৰজাই পাইছিল নতুন ৰাজ্য আৰু পুৰোহিতে লাভ কৰিছিল নতুন এদল কৰ ভাব দিয়া শিষ্য। তেনেকৈ আজিকালিও জাতৰ নামত, ভাষাৰ নামাত সাধাৰণ মানুহক উত্তেজিত কৰি মৰা-মৰি কৰাই মাৰিব সাধাৰণ মানুহক। কিন্তু নেতাগিৰি লাভ কৰি ৰাজভোগ খাব বুদ্ধিমানহঁতে, ৰাজনৈতিক নেতা হঁতে। এই কথা যেতিয়া সাধাৰণ মানুহে বুজিব তেতিয়া আৰু ৰাজনৈতিক নেতাসকলে একো কৰিব নোৱাৰিব। আজি ইহঁতৰ ফন্দি ধৰিব নোৱাৰি সাধাৰণ মানুহ মৰে বিপদত পৰি, এয়ে আপচোচ। কিন্তু তুমি জানি থবা কিৰণ, অৰুণে সিহঁতৰ সেই ফন্দি ধৰা পেলাইছে। "সবাৰ উপৰি মানুষ সত্য, তাৰ উপৰি নাই," এই কথাফাকিৰ লগত আৰু এইখিনি মোৰ কথা যোগ দিয়া "মানবতাক স্বীকাৰ কৰা, জাতিৰ প্ৰশ্ন নাই।"

"কিন্তু যদি মোৰ দুভাগ্যৰ বাবে শেষত বাধ্য হৈ এৰিব লগা হয়? আচ্চা কিৰণ, তুমি কোৱাচোন অৰুণ মানে কি?"

"সূৰ্য।" তাই উত্তৰ দিলে।

"আৰু কিৰণ মানে কি?"

"ৰশ্মি বা পোহৰ।"

"সূৰ্যই যদি ৰশ্মি এৰি পেলায় তেনে কি হব তাৰ অৱস্থা ?"

"নিষ্প্ৰভ লব—মৰি যাব।"

"তেন্তে ? কিৰণ নহলে আকাশৰ অৰুণ নিষ্প্ৰভ হব-মৃত হব। কিৰণ বিহীন অৰুণ নভোমণ্ডলৰ জ্যোতিহীন জ্যোতিষ্ক অনুজ্জ্বল, নিষ্প্ৰভ অপদাৰ্থ পদাৰ্থ। সেইবাবে কিৰণ অৰুণৰ অবিচ্ছেদ অঙ্গ।" তাৰ পিছত অৰুণে হাঁহি মাৰি কিৰণৰ ঠুতৰিটোত ধৰি জোকাৰি দি কয়—"এই পৃথিৱীৰ গগণ দুহিতা কিৰণ নহলেও এই অৰুণৰ অৱস্থা তেনে হব নিশ্চয় জানিবা।"

কিৰণে এটা মধুৰ হাঁহি মাৰি তেওঁৰ ফালে সজল ভাৱে চাই কোমল কণ্ঠেৰে প্ৰশ্ন কৰে "মোক উপহাস কৰিলে ?

অৰুণে তাইৰ মূৰটো বুকুলৈ চপাই আনি কলে ',তোমাক উপহাস কৰিবলৈ মোৰ শক্তি নাই কিৰণ; তুমি মোৰ হিয়াৰ জেউতি, প্ৰাণৰ পোহৰ। জীৱন গলেও তোমাক মই এৰিব নোৱাৰিম।"

কিৰণে অৰুণৰ মুখলৈ চাই কয় "মই নিশ্চয় মৰি যাম—যদি আপোনাক নাপাওঁ তেন্তে মই অনিবাৰ্য মৰিম, আপুনি ঠিক জানিব।"

তাইৰ দুগালেদি দুধাৰি চকুলো বাগৰি আহে। অৰুণে নিজ হাতেৰে তাইৰ গাললৈ বৈ অহা চকুলো দুধাৰি মচি দি কয়—"তুমি মৰাৰ আগেয়ে মই মৰিম তথাপি তোমাক মই মৰিব নিদিম।" তাই তেওঁৰ ভৰিত পৰি এটা সেৱা কৰে।

অৰুণে তুলি আনে কিৰণক দুহাতেৰে ধৰি। দুয়োৰো স্নিগ্ধ মিলনত যেন প্ৰকৃতিও শান্ত হৈ পৰে। চাৰিওফালে এটা শান্ত সমাহিত ভাব। কেৱল দুবৈত ৰেলৰ উকিৰ শব্দ শুনা যায়। দুয়ো নীৰৱ।

এনেতে বাহিৰত জোতাৰ শব্দ হয়। অৰুণে নিজ আসনত বহে। কিৰণে দুৱাৰ খুলি দিয়েগৈ। বাহিৰৰ পৰা সুনীল ভিতৰ সোমাই আহে। চিয়াৰখনত চলং পলং কৈ বহি সোধে—"চাহ খালে মিঃ ডেকা ?"

"মোৰ হৈছে, পিছে নিজৰ বৌলিকা ক'ৰবাত মিলিল নে নাই ?" হাঁহি মোৰ সোধে অৰুণে। সুনীলে চিয়াৰখনত ভালকৈ বহি লৈ কয়—"চাহ মিলিব! ভাগ্য ভাল, কিল নিমিলিল যে।"

জোতা খুলি খুলি উত্তৰ দিয়ে সুনীলে। অৰুণে আগ্ৰহেৰে প্ৰশ্ন কৰে—"কি কিলৰ কথা কৈছে আপুনি ?"

"কম বাৰু অলপ পলমে। মোক অলপ জিৰাবলৈ দিয়ক।',

তাৰ পিছত কিৰণক কয়—"যা কিৰণ, পানী দেগৈ ভৰিধুবলৈ। চাহো বনাবি।"

কিৰণে চমকিত হৈ সোধে—"কি হৈছে দাদা ?'

পিছত শুনিবি যা, বৰ্তমান যি কৰিব দিছো-তাকে কৰগৈ।

দদায়েকৰ আদেশ পাই তাই যায়গৈ। সুনীলে জোতা খুলি বাহিৰলৈ যায়। অৰুণ হতবাক হৈ বহি থাকে।

কিছুসময় পিছত ভৰি ধুই কানি-কাপোৰ সলাই আহি সুনীল অৰুণৰ লগত বহে। ইতিমধ্যে কিৰণে চাহ আনি দিয়ে দুয়োকো।

অৰুণে প্ৰশ্ন কৰে—"মোলে আকৌ আনিলা কিয় ?

"দাদাই অকলে খাবলৈ বেয়া পায়।"

"এৰা চাহ অকলে খোৱাত কোনো আনন্দ নাই মিঃ ডেকা।" তাৰ পিছত চাহৰ কাপ হাতত তুলি লৈ অৰুণক কয়—"খাওঁক।'

দুয়ো চাহ খাবলৈ ধৰে। কিৰণে ওচৰৰ চিয়াৰখনত বহি ৰয়। চাহ খাই থাকোঁতে অৰুণে সোধে—"কি ঘটনা কওকচোন মিঃ চৰকাৰ।"

"কিনো হব মিঃ ডেকা, অসমত ভয়ঙ্কৰ গণ্ডগোলৰ সৃষ্টি হব।

"কিয় ?

"চালা বদমাচ ভগনীয়া কিছুমান আৰু গুণ্ডা শ্ৰেণীৰ সুবিধাবাদী বাঙালী নেতা কিছুমানে তলে তলে ভীষণ ষড়যন্ত্ৰ আৰম্ভ কৰিছে।

কেনেকুৱা ?

"বৃহত্তৰ বঙ্গবাদীসকলে আজি কেবাবছৰে অসমত ষড়যন্ত্ৰ কৰি আহিছে। অসম নাম লোপ কৰি "পূৰ্বাচল" প্ৰদেশ গঠন কৰিবলৈ প্ৰাণটাকি লাগিছে। ১৯৫১ চনৰ পৰা এই অবৈধ আন্দোলন খুব জোৰ ভাবে চলিব ধৰিছে। এচ, আৰ, চি, ৰিপোৰ্টৰ সময়ত অসমবাসী কিছুমান বাঙালীয়ে কি ষড়যন্ত্ৰ কৰিছিল বোধহয় সকলোৰে মনত আছে। গোৱালপাৰা আৰু কাছাৰ জিলা পশ্চিম বঙ্গৰ লগত চামিল কৰিবৰ বাবে কিমান চেষ্টা কৰিছিল। এতিয়া সেই দলৰ লগত পাকিস্তানী ভগনীয়া কিছুমান লগ লাগি গৈছে। অসমীয়াৰ ৰাজ্য ভাষাৰ বিল বিধান সভাত উথাপন কৰাৰ লগে লগে সিহঁতে গোপন সভা পাতি ইয়াৰ বিৰুদ্ধাচৰণ কৰিবলৈ প্ৰস্তুত হৈছে। এই দলৰ লগত সকলো ৰাজনৈতিক দলৰ বাঙালী নেতা জড়িত হৈছে; মোকো বৰকৈ পীৰাপীৰি কৰিছিল, কিন্তু মই সিহঁতক গালি দি পঠাইছো। আজিও মোক ধৰিছিল। তৰ্ক হ'ল। গালি পাৰি গুচি আহিলোঁ।

"এই কথা কিৰণে মোক এতিয়াই কৈছিল, মই বিশ্বাস কৰা নাছিলোঁ। তেন্তে কথা সত্য?"

"সম্পূৰ্ণ সত্য।"

"আপুনি একো তৰ্ক নকৰিব।"

"এই দলত যোগ হৈছে আমাৰ এই চুবুৰীৰ গুন্দা তিমিৰ বৰণ গুপ্ত। আপুনিও সাৱধান হব মিষ্টাৰ ডেকা তাৰ চকু আপোনাৰ আৰু মোৰ ওপৰত। সুযোগ পালে সি অন্যায় কৰিব।"

দদায়েকৰ কথা শুনি কিৰণৰ মুখৰ বৰণ সলনি হৈ যায়। তাই বৰ আগ্ৰহ আৰু উৎকণ্ঠাৰে অৰুণক অনুৰোধ কৰে।

"আপুনি সদায় অসতৰ্ক। অলপ সতৰ্ক হৈ ফুৰিবচোন।"

হাঁহি মাৰি আবৃত্তিৰ ভঙ্গীত কয় অৰুণে—।

'অৰুণৰ তীব্ৰ কিৰণত নিমিষতে বিদূষিত হৈ যাব সুনীল গগণৰ তিমিৰ বৰণ।" ইমান গভীৰ অৱস্থাতো যে এনেকৈ ৰগৰ

কৰিব পাৰে অৰুণে তাকে ভাবি সুনীল আৰু কিৰণ আচৰিত হৈ যায়। তাৰ উপৰি নিমিষৰ ভিতৰতে এনে ৰকম কাব্য কৰি কথা কব পাৰে, ভাবি কিৰণ অবাক হৈ গ'ল। সুনীলহঁতৰ পিতাকৰ নাম আছিল স্বৰ্গীয় গগণ চৰকাৰ। গগণ, সুনীল, কিৰণ, তিমিৰ বৰণ গুপ্ত আৰু নিজক লৈ তৎক্ষণাত এনে এটা সুন্দৰ অৰ্থযুক্ত বাক্য ৰচনা কৰি অতি জটিল পৰিস্থিতি এটাৰ চিন্তা ইমান তৰল কৰি দিব পাৰে বুলি সুনীলে ভাবিব পৰা নাছিল। কি অসাধাৰণ ৰচনা শক্তি অৰুণৰ!

কিৰণে হাঁহি মাৰি কলে—"ডেকা দাদাৰ ৰচনাশক্তি অতি প্ৰবল। তৎক্ষণাৎ কবিত্ব কৰি কব পাৰে।"

"কবিত্ব কৰি কোৱা একো টান কথা নহয় কিৰণ, কিন্তু বাস্তৱ ঘটনাক কবিত্ব কৰি উলাই কৰিলে বিপদ আছে।" সুনীলে কয়।

"এৰা, সহজ কথাক সহজভাৱে লব নোৱাৰাটোৱে হৈছে আপোনাৰ দৰে অতি চিন্তাশীলৰ ভয়ৰ কাৰণ।"

"আপুনি যিমান সহজ বুলি ভাবিছে, আচলতে, কথাষাৰ সিমান সহজ নহয় মিঃ ডেকা।"

"অৱশ্যে আজি আমাৰ ইউনিভাৰ্চিটিৰ ছাত্ৰ মিটিঙতো ৰাজ্য ভাষাৰ প্ৰস্তাৱ লব যেন পাইছো। ৰাজ্য ভাষাৰ কথাষাৰ চিন্তা কৰিব লগীয়া; সেই বুলি মই তিমিৰ বৰণৰ কথাও চিন্তা কৰিব লগা হলোঁনে মিঃ চৰকাৰ?"

"এতিয়া কৈছেতো মিঃ ডেকা; কিন্তু কোনে জানে কিজানি এদিন আপুনিয়ে মোৰ বিৰুদ্ধে ডেগাৰ লৈ থিয় দিয়ে? দেশৰ অৱস্থা অত্যন্ত বেয়া।"

"ভৱিষ্যতৰ কথা অৱশ্যে কোৱা টান; কিন্তু মোৰ বিশ্বাস, তেনে কোনো আন্দোলন নহয়।"

"আন নহলেও মই এটা কথা হলে কব পাৰোঁ যে এক শ্ৰেণীৰ কুতৰ্কী বাঙ্গালীয়ে অসমত গোলমাল কৰিবই।"

"বিবেচক বাঙালী আৰু চিন্তাশীল অসমীয়া মানুহক কিন্তু একো প্ৰভাৱান্বিত কৰিব নোৱাৰে মিঃ চৰকাৰ।"

"আপুনি ইতিহাসৰ কথা চিন্তা কৰিছেনে মিঃ ডেকা? পৃথিৱীৰ সমস্ত আন্দোলন যুদ্ধ আৰু হত্যাকাণ্ডৰ গুৰিত একশ্ৰেণীৰ কুটবুদ্ধিৰ নেতা। ইহঁতে জনতাক উত্তেজিত কৰি দিলে চিন্তাশীল আৰু বিবেচকসকলে কোনোমতে দমাব নোৱাৰে। জনতা মৌৰ চাকৰ দৰে মধুৰ, শান্ত, কিন্তু কিবা প্ৰকাৰে ক্ষীপ্ত হলে সৰ্বনাশ। দেশৰ সমস্যা বৰ জটিল হৈ আহিছে মিঃ ডেকা।

"অৱশ্যে অৱস্থা সংকটাপন্ন বুলি মযো অনুভৱ কৰিছো।" গহীনাই কয় ডেকাই। এনেতে পাক ঘৰৰ পৰা মাকে কিৰণক মাতে। কিৰণ উঠি যায় ভয় আৰু শংকাজনিত চিত্তে। সুনীল আৰু অৰুণে দেশৰ ভৱিষ্যত সম্বন্ধে বহুত আলোচনা কৰে। সুনীলে বক্তৃতাৰ ভঙ্গীত বাৰ্তাৰ কাকতখন পঢ়িব ধৰে—The Assam Sahitya sabha adopted a resolution again in 1959, urging upon the government of Assam to declare Assamese as the official language of the state within 1960.

তাৰ পিছত একে সুৰতে কৈ যায়—"অসম সাহিত্য সভাই অসমীয়া ভাষাক ৰাজ্যভাষা বুলি ঘোষণা কৰিবলৈ অসম চৰকাৰক অনুৰোধ কৰি প্ৰস্তাৱ লৈছে আৰু বিধান সভাৰ অহা অধিবেশনত পাছ কৰি লৈ ১৯৬০ চনতে ইয়াক কাৰ্যকৰী কৰিবলৈ টানি অনুৰোধ কৰিছে। এইবাৰ সমগ্ৰ অসম জুৰি সভা-সমিতি কৰি প্ৰস্তাৱ লোৱা হৈছে, আপুনি জানে, কিন্তু অসম চৰকাৰৰ এটা ডাঙৰ ভুল হৈ গৈছে মিঃ ডেকা।"

অৰুণ—"কি ভুল?"

সুনীল—যিহেতু সংবিধানে চৈধ্যটা ভাৰতীয় ভাষাক ৰাজ্য ভাষাৰ মৰ্যাদা দিছে আৰু অসমীয়া ভাষাও তাৰে ভিতৰতে এটা,

সেই বাবে অসম চৰকাৰে দেশ স্বাধীন হোৱাৰ পিছতে এই ভাষাক অসমৰ ৰাজ্যভাষা বুলি স্বিকৃতি দিয়া উচিত আছিল। তাকে নকৰি এতিয়া অসমীয়া ভাষাৰ বিৰোধীসকলক সবল হোৱাৰহে সুবিধা দি আহিছিল। ইয়াৰ পৰিণাম কি হব জনা নাইনে? সাহিত্য সভাইনো এতিয়া এই বাৰ বছৰ পিছতহে সময় পায়নে, দিবলৈ?"

অৰুণ—"নহয় মিঃ-চৰকাৰ, অসম সাহিত্য সভাই আজি দহ বছৰ ধৰি চেষ্টা কৰি আহিছে। ১৯৫০ চনতে প্ৰস্তাৱ দিছিল। কিন্তু তেতিয়াৰ মুখ্যমন্ত্ৰী লোকপ্ৰিয় বৰদলৈদেৱে আশ্বাস দিছিল যে এই প্ৰস্তাৱ কাৰ্যকৰী কৰা হব তেখেতৰ পিছত মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিৰ দিনত ১৯৫৬ চনতো উত্থাপন কৰা হৈছিল, পিছে কিবা অসুবিধা বশতঃ পিছুৱাই থৈছিল।"

সুনীল—"তাতেইতো ভুল কৰিলে। সময়ৰ কাম সময়তে নকৰি পিছুৱাই থলে যে কিমান অসুবিধা আহে তাক ব্যক্তি মাত্ৰেই জানে, ৰাষ্ট্ৰৰ ক্ষেত্ৰতো একে কথা।"

অৰুণ—অসমীয়া মানুহৰ এই পেলাই থোৱা স্বভাৱটো জাতিগত ৰোগ। সময়ৰ কাম সময়তে কৰা আমাৰ স্বভাৱ নাই। ঢোতে থৰ মাৰি কাম নকৰাৰ দোষতেই আজি আমাৰ এনে অৱস্থা।"

সুনীল—এতিয়া বহুত অসুবিধা আহিব মিঃ ডেকা, নিশ্চয়কৈ জানিব।"

এনেতে পাক ঘৰৰ পৰা ওলাই আহি কিৰণে কয়হি—"দাদা, ভাত দিছে; আহক।"

ভাত হোৱা বুলি জানি দুয়ো ইমানতে দেশৰ কথাৰ সামৰণী মাৰি উঠি গ'ল। মজিয়াত ভাতৰ পাতত বহি অৰুণ পৰম খুচি হৈ গ'ল। বৰ আদৰ-সাদৰ কৰি ভাত বাঢ়ি দিছে মাকে আৰু অতি আদৰেৰে খাবলৈ অনুৰোধ কৰিছে। মাকে সুনীল আৰু অৰুণৰ আগত বহি ইবিধ-সিবিধ দি থাকে। আজি যেন মনৰ হেঁপাহ পলুৱাই খুৱাব, তেওঁ, এনে ভাব দেখা যায়। আজি অন্তৰে

অন্তৰে অনুভৱ কৰিছে যেন নিজৰ নতুন জোৱায়েককহে কাষত বহি ভাত খুৱাইছে। কিৰণৰ মনত কেনে লাগিছে বোধহয় নকলেও চলিব। শিক্ষিতা, বয়সীয়াল যুৱতী ছোৱালীয়ে নিজৰ মনৰ মতন ল'ৰা হাত কৰিব পাৰিলে কিমান মজা পায় তাক তেওঁলোকৰ ভাব-ভঙ্গীৰদ্বাৰা বুজিব পাৰি। তাতে আজি সেই প্ৰিয়জনক খাবলৈ নিমন্ত্ৰণ কৰিছে। আনন্দ আৰু তৃপ্তিৰ চূড়ান্ত বুলি কলে বোধহয় বেছি কোৱা নহব। যুৱকৰ তৃপ্তি যুৱতী আৰু যুৱতীৰ তৃপ্তি? সেই একে ৰকম। তাই পিছফালে থিয় হৈ মিচিক মাচাক হাঁহি ইবিধ সিবিধ দিবলৈ মাকক নিৰ্দেশ দি আছে। বৰ আনন্দ আৰু আদৰত খাই বৈ উঠে অৰুণ আৰু সুনীলে। সংখ্যাধিক্য সু-স্বাদু ব্যঞ্জনৰ উপৰিও কিৰণ আৰু মাকৰ আগ্ৰহ, চেনেহ আৰু ভাল পোৱাত জিহবাৰ তৃপ্তিতকৈও মনৰ তৃপ্তি অধিক অনুভৱ কৰিলে অৰুণে।

খাই বৈ উঠি নানা কথা-বতৰা হৈ দুয়ো বন্ধু একেলগে একে পাটিতে শুই থাকিল। সিদিনা ৰাতি আৰু অৰুণৰ যোৱা নহল।

## ॥ তিনি ॥

১৯৬০ চন। জানুৱাৰী মাহ। অসম জুৰি ৰাজ্য ভাষাৰ প্ৰস্তাৱ চলিছে। অসম ৰাজ্যভাষা অসমীয়া হব লাগে। এই প্ৰস্তাৱ সমগ্ৰ অসমৰ ৰাইজৰ পৰাই চৰকাৰলৈ গৈছে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাঙালী সকলেও সমৰ্থন কৰিছে। কাছাৰ জিলাৰ অধিক সংখ্যাকে সমৰ্থন জনাইছে কেৱল কেৱল কেইজনমান ভগনীয়া হিন্দু বাঙালীয়ে চিলচৰ হাইলাকান্দি আৰু কৰিমগঞ্জত আপত্তি জনাইছে। এই দলৰ লগত আছে বিশ্বনাথ মুখাৰ্জি, সমৰেন্দ্ৰ মোহন দাস, মহাপেচ, নমশুদ্ৰ আদি।

পাহাৰী জিলাৰ বহু ঠাইৰ পৰাও সমৰ্থন আহিছে। সেই দেখি মিঃ মুখাৰ্জি আৰু সমৰেন্দ্ৰ মোহন দাসে গোপন বৈঠক আহ্বান কৰিলে বৈঠকত আলোচনা হ'ল, সমৰেন্দ্ৰই কলে—

দেখিলে মিঃ মুখাৰ্জি, অসমৰ ৰাজ্যভাষা অসমীয়া হব লাগে বুলি সমগ্ৰ অসমৰ পৰাই প্ৰস্তাৱ আহিছে। বাৰ্তাৰ কাকতত সভা-সমিতিৰ খবৰ দেখিছেই। ব্ৰহ্মপুত্ৰ উপত্যকাৰ আমৰ বাঙালীসকলেও সমৰ্থন কৰিছে। আনকি কাছাৰৰ বহুত বাঙালী সমাজেও সমৰ্থন দিছে। তাৰ উপৰি অসমবাসী হিন্দুস্থানী সংঘ, নেপালী সংঘ আৰু আন আন অনাঅসমীয়ায়ো সভা-সমিতি পাতি সমৰ্থন জনাইছে, ইয়াৰ বাহিৰেও পাহাৰী জিলাবিলাকৰ পৰাও সমৰ্থনৰ প্ৰস্তাৱ আহিছে। সকলোৱে অসমীয়াক সমৰ্থন কৰিছে।

মুখাৰ্জি—( হাঁহি ) অসমৰ লোণ খাই সকলোৱে গুণ গাব ধৰিছে দেখিছো। বাস্তৱতে মানুহবিলাকৰ ৰাজনীতিৰ জ্ঞান অলপো নাই। অসমীয়া ৰাজ্যভাষা হলে যে আমাৰ কিমান অসুবিধা হব তাক ভাবি চোৱা নাই। জন সাধাৰণৰ দূৰদৰ্শিতা কম। আমাৰ বাঙালীসকলকে নাচায় কিয়! অসনীয়াক বাধা সিব নালাগে এতিয়া সিহঁতৰ কোব এখোপ চৰা হে। মহা সমস্যা উদ্ভৱ হ'ল। কি কি কৰা যায় এতিয়া—!"

সমৰ— 'আনবিলাকে বাৰু কৰিলে, কিন্তু বাঙালীবিলাকে সমৰ্থন কৰে কিয়? কোনো দূৰদৰ্শিতা নাই। অসমীয়া ৰাজ্য-ভাষা হলে যে আমাৰ অসুবিধা হব তাকো নুবুজে। চাকৰি-বাকৰিৰ উপৰিও সমস্ত সুবিধা অসমীয়াৰ হাতত পৰিব।

মুখাৰ্জি—ভাৰতীয় সংবিধানৰ ৩৪৫, ৩৪৬, ৩৪৭, ধাৰামতে অসমত অসমীয়া ৰাজ্য ভাষা হব। ভাৰতীয় সংবিধানত চৈধ্যটা ৰাজ্য ভাষাৰ স্বীকৃতি দিছে আৰু অসমীয়াও তাৰে এটা। গতিকে আমি নুই কৰিব নোৱাৰিম। অসমত অসমীয়া ৰাজ্যভাষা নহৈ কলিকতাত হবনে? সংবিধানৰ নিয়ম

অনুসাৰে অসমত অসমীয়া ৰাজ্য ভাষা হব। কেৱল ৩৪৭ ধাৰা মতে সংখ্যালঘুৰ ৰক্ষণাবেক্ষণ আমি পাম। তাৰ বাহিৰে কি উপায় আছে ?

সমৰ— ৩৪৭ ধাৰাৰ মতে আমি সংখ্যালঘুৰ ভাষা হিচাপে ৰক্ষণাবেক্ষণ পাম সঁচা, কিন্তু একো সুবিধা নহব। সেইদেখি কাছাৰ জিলাত অন্ততঃ বাঙালী ভাষা জিলা পর্যায়ত চৰকাৰী ভাষা হওক বুলি প্ৰস্তাৱ দিওঁ ?

মুখার্জি—যিখিনি লাগে সেইখিনি পোৱা নেযায় মিঃ দাস—তাৰ আধাহে পোৱা যায়। আমাক কাছাৰত জিলা পর্যায়ত বাঙালী চৰকাৰী ভাষা লাগে বুলি প্ৰস্তাৱ দিলে নাপাবও পাৰোঁ। গতিকে আমি সমগ্ৰ অসমতে বাঙালীকো দ্বিতীয় ৰাজ্য ভাষাৰ মর্যাদা দিবলৈ প্ৰস্তাব কৰোঁ। তেতিয়া গোটেই অসমতে বাংলা ৰাজ্য ভাষা নকৰি কাছাৰত জিলা পর্যায়ত কৰিব। তাৰ লগে লগে এই প্ৰস্তাৱ দি অসমৰ বাঙালীসকলৰ মতলবো বুজি লওঁ; কিজানি তেওঁলোকে ভয়তে অসমীয়াক স্বীকাৰ কৰিছে। আগবাঢ়ি যোৱা জন নাথাকিলে বহু কামত জনসাধাৰণে মনে মনে থাকে।

সমৰ— হয়, তাকেই কৰিব লাগিব। সমগ্ৰ অসমতে বাঙালীকো দ্বিতীয় ৰাজ্য ভাষা হিচাপে ঘোষণা কৰিবলৈ চৰকাৰলৈ প্ৰস্তাব আগবঢ়াওঁ আৰু সমগ্ৰ অসমৰে বাঙালীসকলক সভাসমিতি কৰি সমর্থন জনাবলৈ অনুৰোধ কৰোঁ। এই বিষয়ত ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাঙালী মানুহৰ সহায়আমাক লাগিব। সেইবাবে মই ধুবুৰী, হোজাই আৰু যোৰহাট পাণ্ডু আদি ঠাইলৈ লিখোঁ। এইবোৰ চহৰত বাঙালীৰ প্ৰতিপত্তি আছে। আমাৰ শাখা সভাৰ জৰিয়তে এই কাম গোপনে কৰিব লাগিব।

মুখার্জি— মিঃ ধুবুৰী বোস, মিঃ পাণ্ডু দাস, মিঃ হোজাই দাসগুপ্ত আৰু মিঃ যোৰহাট লাহিৰীক মাতিব লাগিব। তাৰ

উপৰি আপুনি চিঠি নিদিব ; বৰং নিজে গৈ আলোচনা হৈ আহক গৈ, 'কাৰণ 'শতং বদেৎ মা লিখেৎ' অৰ্থাৎ এশ আষাৰ কলেও একাষাৰো লিখিব নালাগে ।

এনেতে অনাহক চৌধুৰী নমস্কাৰ কৰি সোমাই আহিল । মুখাৰ্জি আৰু দাসে প্ৰতি মনস্কাৰ জনাই বহিবলৈ কলে । চৌধুৰী বহিল । মুখাৰ্জিয়ে কলে বৰ আগ্ৰহ সহকাৰে—

মুখাৰ্জি—আপোনাৰ তালৈ যাম বুলিয়ে ভাবিছিলোঁ মিঃ চৌধুৰী । এটা বৰ জৰুৰী সমস্যা আহি পৰিছে ! আপোনাৰ পৰামৰ্শ নহলে নহব ।

চৌধুৰী—কি সমস্যা ?

সমৰ— ভাষাৰ সমস্যা—ৰাজ্য ভাষাৰ সমস্যা ।

চৌধুৰী—ময়ো ভাবিছোঁ এই বিষয়ে । কাকতে পত্ৰই লিখা দেখিছোঁ অসমীয়া ৰাজ্য ভাষাৰ বিষয়ে ; বাৰু কি হ'ল পিচে ?

সমৰ— হব কি !আমাৰ সৰ্বনাশ হব । অসমত অসমীয়া ৰাজ্য ভাষা হলে যে আমাৰ অৱস্থা কি হব তাক ভগৱানেহে জানে ।

মুখাৰ্জি—আপুনি এটা ভাল পৰামৰ্শ দিয়ক চৌধুৰী বাবু । এই অৱস্থাত আপুনি ৰক্ষা নকৰিলে উপায় নাই ।

চৌধুৰী—মই কি কৰিম ? কি পৰামৰ্শ দিম আপোনালোকৰ দৰে নেতাক ?

মুখাৰ্জি—চিলঙলৈ গৈ কিবা এটা উপায় কৰক গৈ পাহাৰী নেতা-সকলৰ লগত আলোচনা কৰি । তাৰ উপৰি বিধান সভাৰ বহু সদস্যৰ লগত আপোনাৰ পৰিচয় আৰু প্ৰতিপত্তি আছে । আপুনি অন্ততঃ বাঙালী সদস্য সকসৰ লগত গৈ পৰামৰ্শ হওক । তেওঁলোকে কিবা দিহা দিব । কিন্তু খুব গোপনে । মোৰ অনুৰোধ চৌধুৰী বাবু ।

চৌধুৰী—আপুনি কলে যেতিয়া মই যাম, কিন্তু কাম কিমান কৰিব পাৰো তাক নাজানো ।

সমৰ— আপোনাৰ দৰে বুদ্ধিমান মুছলমান কোনো নাই অন্ততঃ অসমত। আনকি হিন্দুসকলেও আপোনাৰ লগত ফেৰ মাৰিব নোৱাৰে। তেনে অৱস্থাত আপুনি কৰিব নোৱাৰা কাম কি মিঃ চৌধুৰী আপোনাক আমি বৰ আশা কৰিছো।

চৌধুৰী—মই পাৰ্যমানে চেষ্টা কৰি চাম মিঃ দাস।

মুখাৰ্জি—শুনি সুখী হলোঁ মিঃ চৌধুৰী।

তাৰপিছত তিনিও কিবা ফাচ ফুচকৈ আলোচনা কৰি গুচিগ'ল। বোধহয় ভৱিষ্যৎ কৰ্মপন্থা সম্পৰ্কে আলোচনা কৰিলে।

## ॥ চাৰি ॥

১৯৬০ চনত ৩ মাৰ্চ তাৰিখে অসমৰ মুখ্যমন্ত্ৰী শ্ৰীবিমলা প্ৰসাদ চলিহাই বিধান সভাত এটা বিবৃতি দিয়ে। এই বিবৃতিৰ ফলত সমগ্ৰ অসমতে এটা অভূতপূৰ্ব সৃষ্টি হয়। পিছদিনা আবেলি সুনীল হুতৰ ঘৰত বহি অৰুণ আৰু সুনীলে বাতৰি কাকত পঢ়ি চিন্তান্বিত হৈ থাকে। সমুখৰ টেবিলত দুখনমান বাতৰি কাকত। বোধহয় বাঙালী কাকতো আছে এখন। সুনীলে নতুন অসমীয়া বাতৰি কাকতখন এবাৰ আকৌ পঢ়ে। কপালৰ সিৰবোৰ কোচখাই আহে। কাকতখন টেবিলত ঠেকেচা মাৰি থৈ কৈ উঠে—

সুনীল— ভুল কৰিলে মিঃ ডেকা, চলিহাই মাৰাত্মক ভুল কৰিলে।

অৰুণ—কি ভুল কৰিলে ?

সুনীল—বিধান সভাত কালি ৰাজ্যভাষাৰ বিলৰ সন্দৰ্ভত মুখ্যমন্ত্ৰী হিচাপে যি বিবৃতি দিলে তাৰ পৰিণাম অতি ভয়ঙ্কৰ হব।

অৰুণ—৩।৩।৬০ তাৰিখঅসমীয়া ৰাজাভাষাৰ বুৰঞ্জীত এটাস্মৰণীয় দিন হৈ ৰব। চলিহাৰ এই বিবৃতিয়ে সংখ্যালঘু সম্প্ৰদায়ৰ লোকক খুচি কৰিব বুলি মোৰ ধাৰণা। তেখেতে অতি সৰল চিত্তেৰে কৈছে যে—Government would prefer to

wait till they get the same demand from the Non-Assamese speaking population for declaration of Assamese as the State Language.

অৰ্থাৎ অনা-অসমীয়াসকলৰ পৰা অসমীয়া ভাষা ৰাজ্যভাষা হ'ব লাগে বুলি প্ৰস্তাৱ নাহে মানে চৰকাৰে অসমীয়া ভাষা ৰাজ্যভাষা বুলি ঘোষণা কৰিবলৈ অপেক্ষা কৰি থকা ভাল হ'ব। এই কথাষাৰে চলিহাৰ সৰলতাৰ লগতে অসমীয়া মানুহৰ উদাৰতাৰ পৰিচয় দিছে বুলি মই ভাবোঁ।

সুনীল—আৰু মই কি ভাবোঁ জানে মিঃ ডেকা ?

অৰুণ—কি ?

সুনীল—ই সৰলতা নহয় দুৰ্বলতা ; লগতে অসমৰ অতীতইতিহাসৰ বিষয়ে অজ্ঞতা। চলিহাই অসমত বাস কৰা বাঙালীসকলৰ অতীত ইতিহাস নাজানে। এই বিবৃতিয়ে তেওঁলোকৰ উদ্দেশ্য মজা কৰিলে।

অৰুণ—বাৰু কি ইতিহাস আপুনিয়ে কওকচোন ?

সুনীল—মই কব নালাগে৺আনন্দৰাম ঢেকিয়াল ফুকনে কব, ৺লম্বোদৰ বৰাই বুজাই দিব, হেমচন্দ্ৰ বৰুৱাই কাহিনী কব, ৺গুণাভিৰাম বৰুৱাই তন্ন তন্নকৈ কৈ দিব ১৮৩৬ খৃষ্টাব্দৰ পৰা ১৮৭২ খৃষ্টাব্দলৈ এই ৩৬ বছৰৰ অসমীয়া ভাষাৰ ইতিহাস কি ?

অৰুণ—অতীতৰ তিক্ততা যাতে নাহে তাৰ বাবেই চলিহা ডাঙৰিয়াই তেনে বিবৃতি দিছে। পুৰণি কথা স্মৰণ কৰি সংখ্যালঘুসকলে যাতে প্ৰীতি আৰু সৌহাৰ্দ্দৰে নিজে আগবাঢ়ি আহে তাৰে সুযোগ দিছে।

সুনীল—ভুল মিঃ ডেকা, মাৰাত্মক ভুল। এবাৰ বাঘীৰ পাণৰ আগ খাই দুৰ্বল কৰা ছাগলীক সুধি দ্বিতীয়বাৰ পাণ গছৰ নিৰাপদৰ বাবে কাইট বান্ধিবলৈ ছাগলীক জানো গৃহস্থে



৩

সোধা উচিত? তাৰ উত্তৰ বাৰু কি আশা কৰে? সেইবাবেই কৈছোঁ যে চলিহাই ডাঙৰ ভুল কৰিলে। বোধহয় আপুনি পঢ়া নাই, কিন্ত মই পঢ়িছোঁ। অসমলৈ অহা আমাৰ বাঙালী-সকলৰ মতলবৰ কথা। আজি এই কেইমাহে মই সেইবোৰকে ঘুৰ্কাত আছোঁ, আৰু বাহিৰ কৰিছোঁ।

অৰুণ— কি বাহিৰ কৰিছে আপুনি?

সুনীল— মই বহুত প্ৰবন্ধ আৰু পুৰণি বাতৰি কাকত আৰু আলোচনী পঢ়িলোঁ। মই পঢ়িছোঁ ১৯৩৪ চনৰ নগাঁও জিলাত বহা বাঙালী সম্মিলনৰ কাহিনী। অসম প্ৰবাসী সম্মিলন পাতি ঢাকাৰ নবাৰক সভাপতি কৰি আনি মুক্তকণ্ঠে ঘোষণা কৰিছিল যে তেওঁলোকৰ এই দেশত বাসকৰা অধিকাৰ আছে; সম্মিলিত হোৱাৰ অধিকাৰ আছে, জনসংখ্যা বৃদ্ধি কৰাৰ অধিকাৰ আছে আৰু অধিকাৰ আছে, এই দেশ শাসন কৰাৰ।

তাৰ পিচত ১৯৩৫ চনৰ ২০ নবেম্বৰ তাৰিখে তাৰ ফল স্বৰূপে তেজপুৰত বাঙালীসকলে এখন বিৰাট মিটিং আহ্বান কৰিলে আৰু ঘোষণা কৰিলে যে চাৰে পাঁচ লাখ বাঙালী হিন্দুৰ মগজু, কুৰিহেজাৰ মাৰোৱাৰীৰ ধন, ছয়লাখ বিহাৰীৰ বিপুল শ্ৰমশক্তি, পাঁচ লক্ষ ভগনীয়া মুছলমানৰ কৃষি প্ৰতিভা, তিনি হেজাৰ শিখৰ ৰণকৌশল, এক লক্ষ চল্লিশ হেজাৰ নেপালী আৰু অন্যান্য বহিৰাগতৰ মিলন শক্তিয়ে নিশ্চয়কৈ অসম শাসন কৰিব পাৰিব। যিসকল বাঙালী প্ৰবাসীয়ে অপৰ্যাপ্ত পৰিমাণে আহি অসমত ইতিমধ্যে বাস কৰিছে, সেইসকলৰ নিৰ্দেশমতে অসমীয়া নেতাসকল চলিবই লাগিব। এই কথা ১৯৩৫ চনৰ ২২ নবেম্বৰ অমৃত বাজাৰ পত্ৰিকাত সুন্দৰভাৱে লিখা আছে। আনকি তালৈকে যাব নালাগে, ১৯৪৪ চনৰ

আমাৰ বৰ্তমানৰ কেন্দ্ৰীয় মন্ত্ৰী মাননীয় হুমায়ুন কবিৰ ডাঙৰীয়াই তেওঁ সম্পাদনা কৰা "ইণ্ডিয়া" নামৰ আলোচনীখনৰ এটা সংখ্যাত লিখা কথাখিনি পঢ়িলেই বুজি পাব বাঙালীসকলৰ মনোভাব।

অৰুণ—তেখেতে কি লিখিছিল?

সুনীল ভিতৰ সোমাই গ'ল আৰু কিবাকিবি পুৰণি আলোচনী আনি টেবিলৰ ওপৰত ধুপুচকৈ পেলাই দি তাৰে মাজৰ-পৰা এখন উলিয়াই পঢ়িব ধৰিলে—One can easily visualise a Bengali state comprising about 10 Million people living in a compact area. Such a state would include the present administrative province of Bengal and some of the out-lying district of Assam and Bihar. In fact the province of Assam may be wholly incorporated in it" অৰ্থাৎ—

দহ অযুত বাঙালী লোকে একেলগে বসতি কৰা এডোখৰ ঠাইক বঙ্গদেশ বুলি কোনোৱে ধাৰনা কৰিব পাৰে। এনে ৰাজ্যৰ ৰাজ্যৰ অন্তৰ্ভুক্ত হব পাৰে বৰ্তমানে শাসিত বঙ্গপ্ৰদেশ আৰু আসাম লগতে বিহাৰৰ কিছুমান জিলা। আচলতে, আসাম প্ৰদেশখন সম্পূৰ্ণভাৱে ইয়াৰ অন্তৰ্ভুক্ত হব পাৰে।

কৰীৰৰ এই ফাকিৰ বাহিৰেও আৰু চাওক এজন অসমীয়াৰ কথা। ১৯৩৬ চনতে কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈদেৱে সকিয়াই থৈ গৈছে—অসমত বাস কৰা বাঙালীবিলাকৰ মতলব কেনে আছিল। তেওঁ আনন্দবাজাৰ পত্ৰিকালৈ চিঠি লিখিছিল এটা উদাহৰণ দি। সেইখন চিঠি ১৯৩৬ চনৰ আৱাহনৰ বহাগ বিহু সংখ্যাত অনুবাদ কৰি দিয়া আছে চাওক।

এইবুলি কৈ সুনীলে পুৰণি আৱাহনখন পঢ়ি যায়—

You will be surprised to learn that during

1921 movement when practically none of the Assamese families could escape from the government's repressive policy when the children of most of respectable families were prepared to sacrifise their lives by accepting imprisonment, then out of 219000 Bengalies of Assam valley mentioned by you only one was inside the Gauhati jail.

One domiciled Bengalee leader of Teyapur informed the Government that if the Assamese people give up govt. services, then he would bring Bengalees from Bengal to fill up all the vacancies. অৰ্থাৎ—

তুমি শুনি আচৰিত হবা যে ১৯২১ চনৰ আন্দোলনত যেতিয়া প্ৰকৃততে অসমীয়া মানুহবিলাকে কোনেও চৰকাৰৰ নিষ্পেষণৰ হাত সাৰিব পৰা নাছিল, যেতিয়া প্ৰায় সমস্ত সম্ৰান্ত ঘৰৰ ল'ৰাবিলাকে তেওঁলোকৰ জীৱন উছৰ্গা কৰি কাৰাবৰণ কৰিবলৈ প্ৰস্তুত হৈছিল, তেতিয়া ব্ৰহ্মপুত্ৰ উপত্যকাৰ ২১৯০০০ বাঙালীৰ ভিতৰত মাত্ৰ এজনহে গুৱাহাটী জেলত আছিল। তেজপুৰৰ এজন বাঙালী নেতাই চৰকাৰক জনাইছিল যে যদি অসমীয়া মানুহবিলাকে চৰকাৰী চাকৰিবিলাক ইস্তফা দিয়ে তেন্তে তেওঁ বঙ্গদেশৰ পৰা বাঙালী মানুহ আনি খালী পদবিলাকত ভৰ্তি কৰি দিব।

এয়ে তেতিয়াৰ বাঙালী নেতাৰ নমুনা। এনে মতলব জানিও কিয় মুখমন্ত্ৰীয়ে এই বিবৃতি দিলে মই ভাবি অবাক মিঃ ডেকা, আপোনালোক অসমীয়া মানুহে বাঙালীৰ মন বুজা নাই। আমাৰ বেছিভাগ বাঙালী মানুহেই ঘোৰ প্ৰাদেশিকতাবাদী! কিন্তু মজাৰ ব্যাপাৰ কি জানে? তেওঁলোকেই আনক প্ৰাদেশিকতাবাদী সংকীৰ্ণমনা বুলি আগে ধমক দি মুখৰ মাত বন্ধ কৰি দিয়ে। বাঙালী মগজুতো! অসমীয়া খাৰখোৱা মগজে সতকাই ধৰা টান আছে।

সুনীলে হাঁহে। অৰুণেও হাঁহিবলৈ চেষ্টা কৰে। অৰুণে কয়—

অৰুণ—আপুনি বাঙালী হৈ বাঙালীকে বেছ সমালোচনা কৰিলে। আপুনিও জানো সেইএকে বাঙালী নহয় ?

সুনীল—আমি বাঙালী আছিলোঁ বঙ্গদেশত থকাত— কিন্তু এতিয়া অসমীয়া। মানুহে যি দেশত থাকে তাতে যদি নিগাজীকৈ বসতি কৰে তেন্তে তেওঁ সেই দেশৰ লোক। আৰ্যসকল ভাৰতীয় নহয়—মধ্য এচিয়াৰ, মুছলমানসকল ভাৰতৰ নাছিল আৰবৰ, পাৰস্যৰ, আফগানিস্থানৰ বুলি কব নেকি ? এনে সংকীৰ্ণ মনোবৃত্তি মোৰ নাই।

অৰুণ—আপুনি কিন্তু বেছ সংগ্ৰহ কৰিছে কথাবোৰ। আপোনাৰ ইতিহাসৰ জ্ঞান আছে দেখিছোঁ।

সুনীল—(হাঁহি মাৰি) কলেজত মোৰ "হিষ্টৰী" অৰ্থাৎ ইতিহাস বিষয় আছিল মিঃ ডেকা।

এনেতে কিৰণ সোমাই আহিল দুকাপ চাহ লৈ। চাহ দুকাপ টেবিলৰ ওপৰত থৈ হাঁহি মাৰি কয়—

কিৰণ—কলেজৰ "হিষ্টৰী" বিষয় দাদাৰ এতিয়া "হিষ্টিৰিয়া" বেমাৰত পৰিণত হৈছে দেখিছোঁ। ইমান বকিব পাৰে! বাপৰে বাপ!!

অৰুণ—বেছি কথা কোৱা আমাৰ জন্মগত স্বভাৱ কিৰণ। আজি কেনেকৈ বন্ধ কৰিম ?

কিৰণ—কথা বন্ধ কৰি চাহ খাওক। আপোনাৰ এই ৰাজনীতিৰ চিন্তাই একো কাম নিদিব বৰং নিজৰ মগজ নষ্ট হব। শান্ত হৈ উপায় চিন্তা কৰক।

অৰুণ—এৰা কিৰণ; সুস্থিৰ মগজেৰে এইবোৰ কথা চিন্তা কৰিব লাগে।

এনেকৈ কৈ তেওঁ চাহকাপ তুলি লয় আৰু খাবলৈ আৰম্ভ কৰে। সুনীলেও চাহ খায়। দুয়ো বন্ধুৱে নীৰৱে চাহ খায়। কিৰণে ওচৰত বহি থাকে।

অৰুণ—(হাঁহি মাৰি কয়) কথা কিন্তু মন্দ ভাগ দেখা নাই।

অতিথিক সুধি গৃহস্থে চাউল বহায়নে ? কলেজত মোৰো ৰাজনীতি ( পলিটিক্স ) বিষয় আছিল। গণতান্ত্রিক চৰকাৰ এখনে সংখ্যা গৰিষ্ঠৰ মতামতৰ ওপৰত ভিত্তি কৰি চলে নে সংখ্যালঘুৰ মতামতৰ ওপৰত চলে।

সুনীল—সেই বাবেই কৈছোঁ মিঃ ডেকা, মুখ্যমন্ত্রীয়ে ভুল কৰিলে। এইবাৰ বাঙালীৰ বল বাঢ়িল। সহজতে আৰু অসমীয়া ভাষা ৰাজ্য ভাষা হব নোৱাৰে। আমাৰ কাছাৰ নিবাসী বৃহত্তৰ বঙ্গবাদী ভায়াসকলৰ বাহুত বল বঢ়োৱা হ'ল। ইহাৰ পিছত কি হয় তাক তগৱানেহে জানে।"

এনেভাৱে দুই বন্ধুই আলোচনা কৰি থাকিল। কিৰণে বৰ মনোযোগেৰে শুনি থাকিল। তাইৰ মনত ভয় সোমাইছে।

সেই সময়ত সকলোৰে মনত ভয় আৰু শঙ্কাই ঠাই পাইছিল।

## ॥ পাঁচ ॥

কাছাৰৰ চিলচৰত গোপন সভা। সভাত বহি আছে—মিঃ মুখাৰ্জি, মিঃ সমৰ দাস, যতীন্দ্ৰ সেন, অনাহক চৌধুৰী ইত্যাদি নেতাসকল। আলোচনা চলিছে। অনাহক চৌধুৰীয়ে এবাৰ কৈ উঠিল—

অনাহক—মই ৰাজধানী চিলঙত গৈ যত যি কৰিব লাগে, যাক লগ ধৰিব যি কব লাগে কৈ আহিছোঁ। মিঃ মুখাৰ্জি বোধহয় মোৰ ঔষধে গুণ দিব।

সমৰ—ময়ো ধুবুৰী, হোজাই, নগাঁও যোৰহাট আদি ঠাইলৈ মানুহ পঠাইছো মিঃ মুখাৰ্জি।

মুখাৰ্জি—বৰ ভাল কথা হৈছে তেন্তে। দেখা যাওক কৰ পানী কলৈ যায়। এনেতে হাতত এখন বাতৰি কাকত লৈ অসন্তোষ পাল চৌধুৰী সোমাই আহে। তেওঁ বাতৰিকাকত খনৰ এটা কলমলৈ আঙুলিয়াই দিয়ে।

পাল চৌধুৰী—চাওক মিঃ বেনাৰ্জি, আজিৰ বাতৰি পঢ়ক। চাওক, অসমৰ মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়াই কি লিখিছে।

তেওঁ ১৯৬০ চনৰ ৪ মাৰ্চৰ নতুন অসমীয়াখন দেখুৱাই আৰু ৩ মাৰ্চৰ বাতৰিটো দেখুৱাই দিয়ে। মুখাৰ্জিয়ে কাকতখন বৰ আগ্ৰহেৰে হাতত লৈ পঢ়িব ধৰে। পঢ়ি উঠি মুখাৰ্জিয়ে আনন্দ মনে হাঁহিমাৰি কৈ উঠে।

মুখাৰ্জি—অসমীয়া ভাষা অসমৰ একমাত্ৰ ৰাজ্যভাষা কৰা হব যদি সংখ্যা লঘুসকলৰ পৰা এই প্ৰস্তাৱ আহে। বাঃ কি চমৎকাৰ মন্তব্য, সংখ্যালঘুৰপৰা প্ৰস্তাৱ গলেহে অসমীয়া ভাষা অসমৰ ৰাজ্যভাষা কৰা হব বুলি মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়াই ঘোষণা কৰিছে। সুন্দৰ মন্তব্য। চলিহাক ধন্যবাদ।

সমৰ—( বৰ ব্যগ্ৰ হৈ ) কি লিখিছে ?

মুখাৰ্জি—আমাৰ মত অৰ্থাৎ সংখ্যালঘুৰ মত নহলে অসমীয়া ভাষা অসমৰ ৰাজ্যভাষা অৰ্থাৎ চৰকাৰী ভাষা হব নোৱাৰিব।

সমৰ—বঢ়িয়া প্ৰস্তাৱ। এইবাৰ আমাৰ কাৰ্য সিদ্ধি হব।

অনাহক - তাৰবাবে মোক ধন্যবাদ দিয়ক।

অনাহক চৌধুৰীয়ে হাঁহি হাঁহি তেওঁলোকক কয়। তেওঁলোকে হাঁহি মাৰি স্বীকাৰ কৰে। মুখাৰ্জিয়ে কয় কৰমৰ্দন কৰি—

মুখাৰ্জি—নিশ্চয় চৌধুৰী, নিশ্চয়। আপোনাৰ বুদ্ধি কৌশলৰ বাবেই তেনে মন্তব্য কৰিবলৈ বাধ্য হৈছে। আমি আপোনৰ শলাগ লৈছোঁ।

সমৰ—চাব্বাচ বুদ্ধি আপোনাৰ মিঃ চৌধুৰী। আপোনাৰ বুদ্ধিৰ লগত কাৰো তুলনা নহয়। কি বুদ্ধিৰে যে আপুনি এনে কাৰ্য কৰিলে ভাবি অবাক হব লাগে। আপোনাক অভিনন্দন জনাইছো। ভৱিষ্যতে আমাৰ আন্দোলনৰ আপুনি গুৰি ধৰিব লাগিব।

যতীন—ভৱিষ্যত বুলি কথা নাই, আজিৰ পৰাই আমি আমাৰ

আন্দোলন আৰম্ভ কৰিম। আমাৰ মত নহলে অসমীয়া ভাষা ৰাজ্যভাষা নকৰে বুলি মুখ্যমন্ত্ৰীয়ে কৈছে। ভালেই হৈছে। আমি বাৰু কিয় মত দিম? বৰং কেনেকৈ অসমীয়া ভাষা ৰাজ্য ভাষা নহয় তাৰেহে দিহা কৰিম। চলিহাই বেছ কাম কৰিলে। শগুনক সুধিহে বুঢ়া হলোৱাৰ আয়ুস লিখেনে? আমি এতিয়া দুগুণ জোৰেৰে আমাৰ আন্দোলন চলাব লাগিব, আৰু অসমীয়া ভাষা অসমৰ একমাত্ৰ ৰাজ্য ভাষা হব নোৱাৰে বুলি সমগ্ৰ অসম জুৰি আমি আন্দোলন আৰম্ভ কৰি দিব লাগিব আৰু বাংলাকো অসমৰ ৰাজ্য ভাষা হব লাগে বুলি সভা, শোভাযাত্ৰা, হৰতাল, পিকেটিং আদি কৰি এটা বিষম হৈ চৈ লগাই দিব লাগিব। বেছ সুযোগ মিলিছে এইবাৰ।

সমৰ—এৰা, বাট চাই থাকিলে নচলে। বঢ়িয়া সুযোগ মিলিছে। এই সুযোগতে আমি আমাৰ আন্দোলন আৰম্ভ কৰিব লাগে। আমিও এনে এটা দিনলৈকেই, এনে এটা সুযোগলৈকেই অপেক্ষা কৰি আছিলো। আজি হাতত পৰিছে, গতিকে এই সুযোগ এৰি নিদিম। আপুনি কি কয় মিঃ মুখাৰ্জি?

মুখাৰ্জি—নিশ্চয়। আমি এই সুযোগ গ্ৰহণ কৰিবই লাগিব। এতিয়া আমি আমাৰ কৰ্ম পন্ধতি আলোচনা কৰিব লাগিব।

এনেতে নয়ন কান্তি দাস সোমাই আহে বেগেৰে আৰু বাতৰি কাকত এখন দেখুৱাই কয়—

নয়ন দাস—এই চাওক, নতুন অসমীয়া বাতৰি কাকত খনত কি লিখিছে। "ধুবুৰী বাৰ এচোচিয়েচন"ৰ বাঙালীসকলৰ পৰা আপত্তি আহিছে যে অসমীয়া ভাষা অসমত একমাত্ৰ ৰাজ্য-ভাষা হব নালাগে। বাঙালী ভাষাও অসমৰ ৰাজ্যভাষা হব লাগে। অসম দ্বিভাষী ৰাজ্য হব লাগে। আন এটি একে প্ৰস্তাৱকে পঠাইছে হোজাইৰ পৰা। যোৰহাটৰ উকিল সংস্থাৰ পৰাও একে খবৰকে আহিছে। ইয়াৰ উপৰি ডিব্ৰুগড়,

তেজপুৰ, ডিগবই আদি ঠাইৰপৰাও একে বাতৰিকে আহিছে। তেওঁৰ হাতৰপৰা নি বাতৰিৰ কাকতখন আনবিলাক্ক বৰ ব্যগ্র হৈ পঢ়ে। মুখাৰ্জিয়ে বাতৰি কাকতখন পঢ়ি উঠি হাঁহি মাৰি কয়—

মুখাৰ্জি—মিঃ সমৰেন্দ্ৰ মোহন দাসৰ সজাতীদলে বেছ কাম কৰিছে। তাৰ বাবে দাসক আমি ধন্যবাদ দিছোঁ। আমি বুজিব পাৰিছোঁ আমাৰ আন্দোলন কৃতকাৰ্য হব নিশ্চয়।

সমৰ—এতিয়া আনন্দ কৰি থাকিলেই নহব ৰাইজ, আমি ভৱিষ্যৎ কাৰ্যপন্থা নিৰ্ণয় কৰিব লাগিব। আমি প্ৰথমে কি কৰিম ?

মুখাৰ্জি—প্ৰথমে আমি "সদৌ অসম বাঙালী সম্মিলন" নাম দি এখন অৰাজনৈতিক মিটিং এই কাছাৰ জিলাতে পাতিব লাগিব।

যতীন—কাছাৰত নাপাতি ব্ৰহ্মপুত্ৰ উপত্যকাত পাতিলেহে ভাল হব।

মুখাৰ্জি—নহয়। কাছাৰত নাপাতিলে আমাৰ গোপন কথাবোৰ আলোচনা কৰিব নোৱাৰিম। কাছাৰত বাঙালীৰ সংখ্যাধিক্য। যিবিলাক অবাঙালী আছে তেওঁলোকে আমাক ভয় কৰে। গতিকে আমাৰ কোনো কথাতে মাত মাতিব নোৱাৰিব। কাছাৰতেই উত্তম ঠাই। শিলচৰতে হোৱা ভালে হব।

সমৰ—সভাপতিজন পশ্চিম বঙ্গৰপৰাই অনা ভাল হব।

যতীন—নিশ্চয়। পশ্চিম বঙ্গৰ নেতা এজন সভাপতি কৰি আনিব পাৰিলে আৰু ভাল হয়। তেওঁ শাসনত অধিষ্ঠিত দলৰ লোক হলে তেওঁৰ বক্তৃতাত অসম চৰকাৰে একো মাতিব সাহস নকৰিব।

মুখাৰ্জি—আমাৰ বৃহত্তৰ বঙ্গবাদী দলৰ জৰিয়তে মিটিং কৰিলে অসম চৰকাৰে বন্ধ কৰি দিব। গতিকে আমি তলে তলে সকলো প্ৰস্তুত কৰি আত্মগোপন কৰি থাকিব লাগিব। এই মিটিং সাধাৰণ বাঙালীৰদ্বাৰা পাতিব লাগিব যাতে চৰকাৰে

বন্ধ কৰিব নোৱাৰে। তেতিয়া আন ভাষাভাষীসকলেও আপত্তি কৰিবৰ থল নাথাকে যিহেতু নিজৰ মাতৃ ভাষাৰ উন্নতিৰ হকে সকলোৱে চেষ্টা কৰিব পৰা অধিকাৰ ভাৰতীয় সংবিধানত আছে। সেইবাবে আমি গোপনে থাকি আন বাঙালীক প্ৰৰোচিত কৰি সভা পতাৰ লাগিব।

সমৰ—উত্তম কথা। সেয়ে হব।

সকলোৱে—হয়, হয়।

সমৰ—তেনেহলে ব'লক, আমি এই বিষয়ে ভালকৈ আলোচনা কৰি পশ্চিম বঙ্গলৈ মানুহ পঠাওঁ আৰু সমগ্ৰ অসম জুৰি বাঙালীসকলক জগাই তুলিবলৈ দিহা কৰো। আমাৰ সময় নাই খৰখেদাকৈ নকৰিলে অসমীয়াহঁতে অহা বিধান সভাত ৰাজ্য ভাষাৰ বিল উৎথাপন কৰি পাছ কৰি আইনত পৰিণত কৰি পেলাব। তেতিয়া আমাৰ সকলো কল্পনা চুৰমাৰ হৈ যাব।

সকলোৱে—নিশ্চয়, নিশ্চয়। অতি শীঘ্ৰে আমি মিটিং কৰিব লাগে।

পিছত সমৰে শ্লোগান লগাই দিয়ে আৰু বাকীবিলাকে ধৰে—

সমৰ - অসমীয়া ভাষা

সকলোৱে—ধ্বংস হওক।

সমৰ আমাৰ আন্দোলন,

সকলোৱে—সফল হওক।

সমৰ—অসমৰ ৰাজ্য ভাষা,

সকলোৱে—বাংলা হওক।

এনেভাবে জয়ধ্বনি কৰি সকলো আলোচনাৰ সামৰণি মাৰে।

॥ ছয় ॥

অনাহক চৌধুৰীৰ বৈঠকখানা। মিঃ অনাহক চৌধুৰী আৰু আকতুৰ ৰহমান বহি কথা পাতি আছে। দুয়ো গভীৰ আলোচনাত মগ্ন। চিন্তামগ্ন ভাবে আকতুৰ ৰহমানে কৈ উঠে—

ৰহমান—এইটো কেনে কথা হ'ল চৌধুৰী বাবু ? আমি আকৌ বাঙালী হিন্দুসকলৰ লগতে লগ হব লগা হ'ল নে ?

অনাহক—কি কৰিম ৰহমান, উপায় নাই। ৰাজনীতিৰ চাল। ৰাজনৈতিক মেৰপেচত পৰি আজি আমাৰ শত্ৰুৰ লগ হব লগা হ'ল।

ৰহমান—আমাৰ উদ্দেশ্য যে নষ্ট হৈ যাব ? যি বাঙালী হিন্দুৰ অত্যাচাৰত পূৰ্ববঙ্গৰ মুছলমানসকলে পাকিস্থান কৰিবলৈ বাধ্য হ'ল, যাৰ অত্যাচাৰত আজি আমি ঘৰ-বাৰী এৰি ভগনীয়া হব লগা হলো সেই হিন্দু বাঙালী নেতাসকলৰ কুটফন্দিত আকৌ পৰিব লগা হলো। আমিতো এই উদ্দেশে অসমলৈ অহা নাছিলো। আমি আহিছো অসমক পূব পাকিস্থানৰ লগত চামিল কৰিবলৈ আৰু সিহঁত আহিছে অসমক পশ্চিম বঙ্গৰ লগত লগ কৰি বৃহত্তৰ বাংলা গঠন কৰিবলৈ। আমি বাঙালী ভগনীয়া দুটা দলত বিভক্ত হৈ পৰিছো এতিয়ালৈকেতো আমাৰ দলৰ পাকিস্থানীলোক পাৰপত্ৰবিহীন ভাবেই প্ৰায় পাঁচ লাখ অসম সোমাইছে। ঠায়ে ঠায়ে আতগোপন কৰি ৰিজাৰ্ভ আদিত বসবাস কৰি আছো। (অসম চৰকাৰে আমাৰ হিছাপ পোৱা নাই। বাঙালী হিন্দুসকল আহিছে বেছিভাগ পশ্চিম বঙ্গৰপৰা চাকৰি কৰিবলৈ আৰু ভগনীয়া ৰূপেহে আহিছে কিছুমানে বসতি কৰিবলৈ। হিন্দু ভগনীয়া তথা চাকৰিজীৱীসকলৰ নেতাসকলৰ উদ্দেশ্য অসমক বৃহত্তৰ বঙ্গ কৰা আৰু বাঙালী পাকিস্থানী ভগনীয়া মুছলমান নেতাৰ উদ্দেশ্য অসমক পূব পাকিস্থাগৰ লগত চামিল কৰা।) পিছৰ দলৰ আমি। দুইদল বাঙালীৰ দুটা মত। এনে অৱস্থাত আমি কিয় বাঙালী হিন্দুৰ লগ হম ? আমি বাঙালী হিন্দুৰ লগ হব নোৱাৰিম।

অনাহক—সময়ত সকলো কৰিব লগা হয় মিঃ ৰহমান। ইয়াকে কয় ৰাজনীতি বা কুটনীতি। চাণক্যই কোৱা এটা কথা মোৰ মনত পৰে -"শঠে শাঠ্যং সমাচৰেৎ''। হুলেৰেহে হুল কাঢ়িব পাৰি। আমি আমাৰ হিন্দু বাঙালীহঁতৰ সহায়ত অসমীয়াক পৰাস্ত কৰিব নোৱাৰিলে আমি অকলে নোৱাৰো; কাৰণ আমাৰ ভগনীয়া বাঙালী মুছলমান সকলে অসমীয়াৰ পক্ষ লৈছে। আনকি বহুতে অসমীয়া হৈ গৈছে। পমুৱা চৰুৱাসকলেতো বিগত লোক গগানত ১৯৫১ চনতে অসমীয়া বুলি পৰিচয় দিছে; আনকি অসমীয়া স্কুল স্থাপন কৰি অসমীয়া ভাষা শিকিছে; সিহঁতে কয় "বঙ্গদেশৰ পৰা খেদা খাই আহি অসমত সুখেৰে জীৱন যাপন কৰিছো; আৰু অসমীয়াই আমাক আপোন কৰি লৈছে গতিকে আমি অসমীয়া হৈ গৈছো। আমাৰ দেশ অসমহে, বঙ্গদেশ নহয়। যি দেশে থাকিবলৈ ঠাই দিছে, খাবলৈ ভাত দিছে, পিন্ধিবলৈ কাপোৰ দিছে, সেইখনেই আমাৰ আপোন দেশ · আমাৰ আস্মান।" বাঙালী মুছলমান খেতিয়কসকলে অসমীয়াৰ লগ হৈছে। আমি মুষ্টিমেয় পূব পাকিস্থানী ভগনীয়া নেতাই আমাৰ উদ্দেশ্য পূৰণ কৰা কি দুষ্কৰ তাক ভাবি চাওক। গতিকে বাঙালী হিন্দুৰ আশ্ৰয় লবই লাগিব। বহুত ভাবিচিন্তি মই বাধ্য হৈ ইহঁতৰ লগ হৈছো।

ৰহমান—মই কিন্তু কথাটো ভাল দেখা নাই। বাঙালী হিন্দুৰ বিশ্বাস নাই। আমাৰ সহায়ত অসমীয়াক পৰাস্ত কৰি শেষত আমাৰো এনে গতি কৰিব। বঙ্গদেশত হোৱা অৱস্থাই অসমৰ মুছলমানৰ অৱস্থা হবগৈ শেষত।

অনাহক—তাৰবাবে আমি সদায় সজাগ থাকিব লাগিব। আমাৰ উদ্দেশ্যত একেবাৰে বাধা আহি পৰিলে আমি ফালি আহিম। বৰ্তমানে তেওঁলোকৰ লগ হব লাগিব।

ৰহমান—উহ আল্লা। তুমিহে জানা খোদা। বাঙালী হিন্দুৰ পাল্লাত পৰিলে যে আমাৰ কি গতি হব—।

অনাহক—ভয় নকৰিব ৰহমান, আমি বুদ্ধি কৰি চলিব লাগিব। অসমক যদি পাকিস্থানৰ লগত লগ লগাব নোৱাৰো তেন্তে আমাৰ ইমান চেষ্টা অথলে যাব? আমি আমাৰ চেষ্টা এনেভাৱে বিফল হবলৈ দিমনে? কেতিয়াও নিদিওঁ। পাকিস্থানৰপৰা মনে-মনে হাজাৰ হাজাৰ পাকিস্থানী মুছলমান দিনে-ৰাতি অসমলৈ আনিয়ে আছো। আজি চাৰি বছৰে যে কিমান লাখ পাকিস্থানী লোক অবৈধভাবে অসমলৈ আহিল ভাবিলে তাজ্জব ব্যাপাৰ। আমি যি উদ্দেশ্যেৰে আহিছো, আমাৰ উদ্দেশ্য আমি পাহৰি নাযাম।

ৰহমান—পাকিস্থানী মুছলমান আনিলে কি হব চৌধুৰী? বেছিভাগ পাকিস্থানী মুছলমানে পমুৱা মুছলমানৰ ঘৰত থাকি অসমীয়া ছোৱালী বিয়া কৰাই অসমীয়া হৈ যাব ধৰিছে। তেনে কৰিবৰ কাৰণো আছে। বেচেৰা খেতিয়কসকলে পাকিস্থানত যি নিৰ্যাতন সহ্য কৰিব লগা হৈছে তাক ভাবিলে হিয়া ফাটি যাব খোজে। পেটৰ ভাতৰ বাবে হাঁহাকাৰ কৰি হাজাৰ হাজাৰ খেতিয়ক মুছলমানে পাকিস্থানত অনাহাৰে প্ৰাণত্যাগ কৰিব ধৰিছে। সেই পাকিস্থান মৃত্যু স্থানতহে পৰিণত হৈছে। তাৰ পৰা আহি অসমত সুখেৰে জীৱন ধাৰণ কৰিবলৈ পাই সিহঁতে আনন্দ পাইছে—নৱজীৱন লাভ কৰিছে। সেইবাবেই পাকিস্থানী মুছলমান ভগনীয়াসকলেও এতিয়া আমাৰ বিৰুদ্ধেহে লাগিছে। এনে অৱস্থাত হিন্দুহঁতৰ লগ লাগিলে আমাৰ উদ্দেশ্য একেবাৰে ব্যৰ্থ হৈ যাব।

আনহক—বৰ্তমান লগ হওঁকচোন, পিছত কেনে হয় দেখা যাব। এতিয়া ব'লক আমি "সদৌ অসম বঙ্গ ভাষা-ভাষী সন্মিলন"ত

যোগ দিবৰ দিহা কৰো। মিটিঙলৈ পশ্চিম বঙ্গৰ নেতা অনা কথা আছে। এই মিটিঙ্‌ত আমাৰ ভৱিষ্যত কৰ্মপন্থা নিৰ্দ্ধাৰণ হব। ব'লক, আমি আয়োজন কৰোগে।

ৰহমান—ব'লক বাবু, আপোনাৰ নেতৃত্বত চলিছো যেতিয়া একো আপত্তি নকৰো।

এনেভাবে দুয়ো পাকিস্থানী পাণ্ডাই মেল কৰি উঠি গ'ল।

॥ সাত ॥

১৯৫৯ চনৰেপৰা অৰ্থাৎ অসম সাহিত্য সভাই প্ৰস্তাৱ লোৱাৰ পৰা সমগ্ৰ অসমতে অসমীয়া মানুহবিলাকে সভা সমিতি কৰি অসমীয়া ৰাজ্যভাষা হব লাগে বুলি প্ৰস্তাৱ পঠাই আছিল। বাতৰি কাকতৰ জৰিয়তে নানা ঠাইৰ সভা-সমিতিৰ খবৰ ৰাইজে আৰু চৰকাৰে পাই আছিল। এইবাৰ ৩।৩।৬০ তাৰিখে মুখ্যমন্ত্ৰীয়ে সংখ্যালঘু সকলৰ মতামত আহ্বান কৰাত অসমৰ বিশেষকৈ ব্ৰহ্মপুত্ৰ উপত্যকাৰ অনা-অসমীয়া সংখ্যালঘু সম্প্ৰদায়বিলাকেও অসমীয়া ভাষাই অসমৰ একমাত্ৰ ৰাজ্যভাষা হব লাগে বুলি মত প্ৰকাশ কৰি নানা ঠাইৰপৰা সভা-সমিতি কৰি বাতৰি কাকতৰ জৰিয়তে প্ৰস্তাৱ পঠাব ধৰিলে। হিন্দুস্থানীসকলে ১৯৫৯ চনতে তিনিচুকীয়াত এক বিৰাট মিটিং কৰি "অসম হিন্দুস্থানী সম্মিলন"ৰ তৰফৰপৰা প্ৰস্তাৱ পঠালে যে অসমত একমাত্ৰ অসমীয়া ভাষাই ৰাজ্যভাষা হব লাগে; অনকি সদৌ অসম বাঙালী ছাত্ৰ সম্মিলনে"ও একে প্ৰস্তাৱকে পঠালে। বঙালী ভদ্ৰলোক সকলেও এই প্ৰস্তাৱ সমৰ্থন কৰি অসম উপত্যকাৰ নানা ঠাইৰপৰা সভাসমিতিৰ প্ৰস্তাৱ চৰকাৰৰ ওচৰত দাঙি ধৰিলে। অসমত বসতি কৰা মাৰো মাৰোৱাৰী নেপালী আৰু মণিপুৰী সম্প্ৰদায়েও অসমীয়া ভাষা অসমৰ একমাত্ৰ ৰাজ্যভাষা হোৱাটো দাবী কৰিলে। অসমৰ পমুৱা মুছলমানসকলে বৰ আগ্ৰহেৰে প্ৰস্তাৱটো সমৰ্থন কৰিলে; কাৰণ তেওঁলোকে

ইতিমধ্যে অসমীয়া ভাষা শিকি পেলাইছে আৰু নতুন অসমীয়া হৈ গৈছে। সেই সময়ৰ বাতৰি কাকত পঢ়িলে দেখিবলৈ পাৰি—কাছাৰৰ স্থায়ী বাসিন্দাসকলে অসমীয়াৰ ন্যায্য দাবী মানি ললে। মিকিৰ পাহাৰৰ লোকসকলে সৰ্বান্তঃকৰণে সমৰ্থন কৰিলে। বাতৰি কাকতত সভা সমিতিৰ খবৰেই প্ৰতিদিনে পৃষ্ঠা পূৰ হব ধৰিলে। বঙ্গদেশৰ বাহিৰৰ কাকতবোৰে মত প্ৰকাশ কৰিলে আৰু স্পষ্ট জবাব দিলে "অসমীয়া ভাষা যদি অসমত ৰাজ্য ভাষা নহয় তেন্তে ক'ত হব? দিল্লীত হব নেকি?"

পশ্চিমবঙ্গৰ পৰা নিৰ্বাচিত ৰাজ্য সভাৰ সদস্যা শ্ৰীমতী মায়াদেবী চেত্ৰীয়ে অসমৰ নেপালী সংস্থাক অসমীয়া ৰাজ্যভাষা হোৱাত সম্পূৰ্ণ সমৰ্থন দিবলৈ অসমবাসী নেপালীসকলক অনুৰোধ জনায়। ডিব্ৰু-গড় শাখাৰ চাহ বাগিছাৰ প্ৰায় তেৰ হাজাৰ শ্ৰমিকে দ্বাদশ বাৰ্ষিক অধিবেশনত অসমীয়া ভাষা অসমৰ একমাত্ৰ ৰাজ্যভাষা হব লাগে বুলি দাবী কৰে। এনেভাৱে সমগ্ৰ অসমতে অভূতপূৰ্ব আলোড়নৰ সৃষ্টি হয় আৰু সবল সক্ৰীয় জনমত গঢ়ি উঠে।

ইয়াৰ পিছত অসমৰ বিশিষ্ট ব্যক্তিসকলে লগ লাগি "ৰাজ্য ভাষা কাৰ্যকৰী কমিটী" গঠন কৰি ২২।৩।৬০ তাৰিখে সাতোটা প্ৰস্তাৱ ললে। তাৰে ভিতৰত ৪নং প্ৰস্তাৱত পোৱা গ'ল—

১৯৫১ চনৰ লোক গণনামতে অসমত বিভিন্ন ভাষাভাষী লোকৰ সংখ্যা হ'ল—

| | | |
|---|---|---|
| ১। | অসমীয়া | ৪৯৪৪৯৬৩ জন |
| ২। | বাঙালী | ১৭১৬২২৩ " |
| ৩। | থলুৱা ট্ৰাইবেল | ১১৫৩৬১৭ " |
| ৪। | চাহ বাগিছাৰ বনুৱা | ৩৯৪৬৩৩ " |
| ৫। | হিন্দী | ৩৩০৪৪৪ " |
| ৬। | অন্যান্য | ৩০৯২০১ " |
| | মুঠ | ৮৮৪৮২৮৯ " |

(নগাসকলক বাদে)

৫নং প্ৰস্তাৱত সেইদৰে লিখিছে—

"ওপৰোক্ত জনসংখ্যাৰ পৰা দেখা গ'ল যে অসমীয়া ভাষাই এক-মাত্ৰ ৰাজ্যভাষা হোৱা উচিত, কাৰণ শতকৰা ষাঠিজনে অসমীয়া কয় আৰু অন্যান্য ভাষাভাষী লোকৰ বেছিভাগেই অসমীয়া বুজে; আনকি অসমীয়া ভাষা বিভিন্ন ভাষীয়ে ভাৱ প্ৰকাশৰ মাধ্যম ৰূপে ব্যৱহাৰো কৰে।"

এইবোৰ সভা-সমিতি পাতি প্ৰস্তাৱ পঠাই থকাৰ লগে লগে পশ্চিমবঙ্গৰ বাতৰি কাকতবোৰে প্ৰতিবাদ কৰিব ধৰিলে আৰু অসমত থকা বাঙালী মানুহবিলাকক উচটনি দিব ধৰিলে যে তেওঁ-লোকে যাতে ইয়াৰ দুৰ্ঘোৰ প্ৰতিবাদ কৰে। অসমীয়া ভাষা অনা-অসমীয়াৰ ওপৰত জোৰ কৰি জাপি দিয়া হব বুলি আপত্তি কৰি-বলৈ উদগাই দিলে "হিন্দুস্থান ষ্টেণ্ডাৰ্ড", 'অমৃত বাজাৰ" "আনন্দ বাজাৰ" আদি বাজাৰ পত্ৰিকা, "যুগান্তৰ", "দৈনিক বসুমতী", আদি বাতৰি কাকতবোৰে। দৈনিক উচটনি দিব ধৰিলে আৰু অসম ৰাজ্যৰ আভ্যন্তৰীণ ক্ষেত্ৰত হস্তক্ষেপ কৰিবলৈ আগবাঢ়ি আহিল। শেষত তেওঁলোকে পশ্চিমবঙ্গৰ চৰকাৰকো অসমৰ আভ্যন্তৰীণ প্ৰশ্নত হস্তক্ষেপ কৰি অনধিকাৰ চৰ্চা কৰিবলৈও প্ৰৰোচনা দিব ধৰিলে। পশ্চিমবঙ্গ চৰকাৰেও অসম চৰকাৰৰ ভিতৰুৱা কথাত মাত মাতিব আৰম্ভ কৰিলে। তেতিয়াই সমস্যাই জটিল আকাৰ ধাৰণ কৰিলে। অসমত থকা বৃহত্তৰ বঙ্গবাদী দলে বহাগ মাহত বৰষুণ পালে পুখুৰীত থকা বেঙে ডিঙি ফুলাই ফুলাই টোৰ্ টোৰ্ কৰাৰ দৰে টেটুফালি চিঞৰি শ্লোগান দি শোভাযাত্ৰা কৰিবলৈ আৰম্ভ কৰি দিলে। তাৰে ফলস্বৰূপে কাছাৰ জিলাৰ বাঙালীবিলাক উত্তেজিত হৈ উঠিল।

২২।৪।৬০ তাৰিখে অসম প্ৰদেশ কংগ্ৰেছ কমিটীৰ এক বিশেষ অধিবেশনত অসমীয়া ৰাজ্যভাষা প্ৰস্তাৱ সমৰ্থন কৰি এটা প্ৰস্তাৱ ললে। প্ৰস্তাৱটোৰ মূল মৰ্ম আছিল যে অসমীয়া ভাষা অসমৰ

ৰাজ্য ভাষা হব লাগে আৰু কাছাৰ জিলা আৰু পাৰ্বত্য জিলা কেইখনক সংবিধান সন্মতভাৱে উপযুক্ত ৰক্ষণাবেক্ষণ দিব লাগে। এই প্ৰস্তাৱৰ ঘোৰ বিৰোধিতা কৰি কাছাৰৰ কিছুমান বাঙালী আৰু পাৰ্বত্য জিলাৰ কিছুমান মানুহে লগ লাগি সভা, শোভাযাত্ৰা আৰম্ভ কৰি হুলস্থূল লগাই দিলে। কৰিমগঞ্জ আৰু শিলচৰৰ উকীল সংস্থাই ঘোষণা কৰিলে যে অসম চৰকাৰ অকৃতকাৰ্য হৈছে ; গতিকে অসমৰ মন্ত্ৰীসভা ভাঙি দি কেন্দ্ৰীয় শাসন প্ৰৱৰ্তন কৰিব লাগে আৰু অসমীয়া ৰাজ্যভাষাৰ প্ৰস্তাৱ নাকচ কৰিব লাগে। এই প্ৰস্তাৱ দিল্লীলৈকে পঠাই পশ্চিমবঙ্গৰ কিছুমান নেতাৰ লগত লগ হৈ দেশ জুৰি তুমুল আন্দোলনৰ সৃষ্টি কৰি দিলে। বৃহত্তৰ বঙ্গবাদী দলে অসমৰ সকলো বাঙালী প্ৰধান ঠাইত সিচৰিত হৈ পৰিল আৰু তলে তলে ঘাটি স্থাপন কৰিলে। নগাওঁ, লামডিং, হোজাই, মৰিয়নি, পাণ্ডু মালিগাওঁ, গোৰেশ্বৰ, গোৱালপাৰা, কৃষ্ণাই, তেজপুৰ আদি ঠাইত গোপন সভা আৰম্ভ কৰি দিলে। সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকাতে এই দলৰ কাৰ্য গোপনে আৰম্ভ হ'ল তেওঁলোকে মাথো সুযোগ বিচাৰিব ধৰিলে কেতিয়ানো গোলমাল লগাব পাৰে।

## ॥ আঠ ॥

"সদৌ অসম বাঙালী সন্মিলন"ৰ বিৰাট ৰাজহুৱা সভা বহিছে শিলচৰত। সভাৰ কাম আগবাঢ়িছে। সমজুৱাৰ বক্তৃতা চলি আছে। সমজুৱাৰ ফালৰপৰা সমৰেন্দ্ৰ দাসে কব ধৰিছে :

সমৰ—শ্ৰদ্ধেয় সভাপতি মহাশয়, ভক্তিভাজন ৰাইজ। মোৰ বক্তব্যৰ বিষয়ে মোৰ পূৰ্ববৰ্ত্তী বক্তাসকলে কৈয়ে গৈছে। আমাৰ এই সভাৰ উদ্দেশ্য হৈছে গোটেই অসমতে থকা বাঙালী ভাইসকলৰ বাঙালী জাতিৰ প্ৰতি থকা অনুগত্য স্বীকাৰ কৰা আৰু সমস্ত অসম জুৰি বাংলাভাষীসকলৰ স্বাৰ্থ ৰক্ষা। আমি

অসমৰ বাঙালীসকলে অসমত বাংলা ভাষাৰ মাধ্যমেৰে শিক্ষা-দীক্ষা, ৰাজনীতি, সমাজনীতি, অৰ্থাৎ সকলো কামতে পশ্চিমবঙ্গৰ দৰে সুবিধা পাব লাগিব। কব গলে আমাক অসমত পশ্চিমবঙ্গৰ পৰা সমস্ত সুবিধা দিব লাগিব। আমি অসমত বাস কৰিলেও অসমীয়া নহয়। অসমীয়া ভাষা আমাৰ ভাষা নহয়। বাংলা আমাৰ মাতৃভাষা আৰু অসম কিয় পৃথিৱীৰ যি ৰাজ্যলৈকে নগলেও আমাক বাংলা ভাষা চলাবলৈ দিব লাগিব। বাংলা ভাষা বিশ্বকবি ৰবি ঠাকুৰে কোৱা ভাষা; গতিকে ই সমস্ত বিশ্বৰে ভাষা। সেইবাবে জগতে মানি লব লাগিব। অসমে তাত প্ৰতিবাদ কৰা হাস্যকৰ কথা।"

তেওঁৰ এই কথাত ৰাইজে হাত তালি দিয়ে। সমৰেন্দ্ৰই

সমৰ—হুঙ্কাৰে পুনৰ গৰ্জি উঠে—"আজি অসমীয়া মানুহে এই বিশ্বভাষা, লহাম পৱিত্ৰ বাংলা ভাষা এৰি জংঘলী অসমীয়া ভাষা আসামৰ ৰাজ্য ভাষা কৰিবলৈ বিচাৰিছে। আমি কিয় স্বীকাৰ কৰিম? অকল অসমীয়া ভাষা কেতিয়াও অসমৰ ৰাজ্যভাষা হব নোৱাৰে। বাংলা ভাষাও অসমৰ ৰাজ্য ভাষা হব লাগিব। বাংলা ভাষা অসমৰ ৰাজ্য ভাষা হবই লাগিব—নহয় মানে আমি নেৰিম। সকলো ৰাইজে একমত হওক।"

এনেকৈ উত্তপ্ত বক্তৃতা কৰি সমৰেন্দ্ৰ দাস বহে। ৰাইজে হাত তালি দি সমৰ্থন কৰে। তেওঁৰ পিছত উঠে মিঃ মুখাৰ্জি।

মুখাৰ্জি—জাতিৰ ভাষাই জাতিৰ মাতৃ। বাংলা ভাষা বাঙালীৰ মাতৃ। আমি আমাৰ মাতৃক স্বীকাৰ নকৰিমনে? আমাৰ মাতৃ ভাষাক ৰাজকীয় মৰ্যাদা নিদিমনে? নিশ্চয় দিব লাগিব। তাৰবাবে সদৌ অসমৰ বাঙালী সন্তান জাগি উঠিব লাগিব; বাঙালীসকল একগোট হব লাগিব। কিন্তু বৰ পৰিতাপৰ

কথা যে ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাঙালীসকলে অসমীয়াক সমৰ্থন কৰিছে, আনকি আমাৰ কাছাৰতো বহুতে সমৰ্থন জনাইছে। ই বৰ লজ্জাৰ কথা। সেইসকলক আমি গাঁৰিহণা দিওঁ। তেওঁলোকে নিজৰ মাতৃক উপযুক্ত আসন দিবলৈ কুণ্ঠাবোধ কৰিছে। এইসকলে এতিয়াও বুজা নাই যে অসমীয়া ৰাজ্য-ভাষা হলে যে বাঙালীয়ে অসমীয়া শিকিব লাগিব আৰু ঘৰুৱা কথা-বতৰাতো অসমীয়া কব লাগিব। তাৰ উপৰি অসমীয়া নাজানিলে চাকৰি নেপাব। এনে এটা অসুবিধা হোৱা সত্বেও তেওঁলোকে অসমীয়াকে সমৰ্থন জনাইছে দেখি মই আচৰিত মানিছো। তেওঁলোক অন্ধ হৈছে।"

তেওঁৰ এই তেজোদ্দীপ্ত ভাষণত ৰাইজ পৰম আহ্লাদিত হৈ গ'ল আৰু হাততালি দি চিঞৰি দিলে। ৰাইজৰ বিপুল হৰ্ষধ্বনিৰ শেষত তেওঁ বহিল। তেওঁৰ পিছত উঠিল মিঃ মহম্মদ আলি। মিঃ আলি—মেঃ মুখাৰ্জিৰ কথাত মোৰ সন্দেহ আছে। অসমীয়া ভাষা ৰাজ্যভাষা হলে যে বাঙালীয়ে ঘৰুৱা কথা-বতৰাত অসমীয়া ভাষা ব্যৱহাৰ কৰিব লাগিব বুলি কৈছে; পিছে ঘৰুৱা কথা বতৰাত অসমীয়া ব্যৱহাৰ কৰিব লাগিব বুলি কোৱা কথা সঁচা নহয়, কাৰণ ৰাজ্য ভাষা হৈছে চৰকাৰী ভাষাহে অৰ্থাৎ চৰকাৰৰ কাকত-পত্ৰত আদেশ, অধ্যাদেশ আদি সেই ভাষাৰে জাৰি কৰা হব; তাত জনতাৰ কোৱা ভাষাৰ লগত একো সম্পৰ্ক নাই। ঘৰুৱা কথা-বতৰাত বা স্কুল-কলেজত আগৰ দৰে বাংলাই চলি থাকিব, কেৱল চৰকাৰী কাম-কাজবোৰ ৰাজ্যভাষাৰ মাধ্যমত চলিব। তাৰ উপৰি চাকৰি বাকৰি কৰিব লাগিলে অসমীয়া শিকিব লাগিব বুলি কোৱা কথাও সঁচা নহয়। পশ্চিমবঙ্গত বাংলা ৰাজ্যভাষা; তাত জনো সকলো চাকৰিয়ালে বাংলা জানে? উৰিয়া, হিন্দী, নেপালী, অসমীয়া, মাৰোৱাৰী,

সন্থালী আদি সকলো ভাষাৰ মানুহে চাকৰি কৰিছে। আমাৰ নিজৰ ক্ষেত্ৰত এটা আৰু আনৰ ক্ষেত্ৰত আন এটা কথা হব পাৰে জানো? এনেকুৱা অসত্য কথা কৈ বৰ্তমানে ৰাইজক ভলালেও শেষত ধৰা পৰিব লাগিব। এনে যুক্তিৰে আমাৰ বাঙালী জাতি উপকৃত নহব। সেই বাবেই আমি ব্ৰহ্মপুত্ৰ উপত্যকাবাসী বাঙালী ৰাইজে আপত্তি কৰিছো আৰু অসমীয়া ৰাজ্যভাষা সমৰ্থন কৰিছো।"

তেওঁৰ এই বক্তৃতাত ৰাইজ ক্ষীপ্ত হৈ উঠে। ৰাইজৰ মাজৰ পৰা 'বহক' 'বহক' ধ্বনি উঠে। "আসামীৰ পাণ্ডা", "বাঙালী গুণ্ডা" আদি শব্দ হয়। নানাজনৰ নামা কথা। চাৰিওফালৰ পৰা বাক্যবৃষ্টি হব ধৰে। ৰাইজৰ কোলাহলত মিঃ মহম্মদ আলি বহি পৰে। তেওঁ বহাৰ লগে লগেই উত্তেজিতভাৱে থিয় হয় অসন্তোষ পাল চৌধুৰী।

পাল চৌধুৰী—এনে ৰকম মানুহৰ বাবেইতো আমাৰ আন্দোলন গা-কৰি উঠিব পৰা নাই। ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাঙালী প্ৰতিনিধি মিঃ মহম্মদ আলিয়ে এনেকুৱা মত পোষণ কৰিলে আমাৰ আন্দোলন কেনেকৈ ধাৰু কাৰ্যকৰী হব? তেওঁ আসামীহঁতক সমৰ্থন কৰিছে। তেওঁ বাঙালী জাতিৰ ওচৰত ডাঙৰ অপৰাধ কৰিছে।

মিঃ মুখাৰ্জি—মিঃ আলিক মই কব খোজো যে মোৰ কথাৰ সত্যতা প্ৰমাণ কৰিবলৈ গৈ শক্তি নষ্ট কৰাতকৈ কামত আগবাঢ়ি গালহে আমাৰ লাভ হব। আশাকৰো মিঃ আলিয়ে আমাৰ আশা-আকাংক্ষা আগত লৈ আগবাঢ়িব। এটা আন্দোলন কৰিব গলে সঁচা-মিছা বহু কথা কব লগাত পৰে। জনতাৰ কথা আৰু নেতাৰ কথাৰ তাতেই পাৰ্থক্য। এই কথা বোধহয় তেখেতক বুজাব নালাগে।"

এনেতে সুবোধ মিশ্ৰই উঠি কয়—

মিঃ মিত্র—সংবিধানে চৈধ্যটা ৰাজ্যভাষাৰ এটা হিচাপে অসমীয়া ভাষাকো স্বীকৃতি দিছে। গতিকে অসমীয়া ৰাজ্যভাষা নহয় কিয় ?

সমৰ—অসমীয়া ভাষা ৰাজ্যভাষা হওক, তাত আমাৰ আপত্তি নাই, কিন্তু ইয়াত নহয়।

মিঃ মিত্র—অসমত অসমীয়া ৰাজ্যভাষা নহৈ ক'ত হব ? যি ৰাজ্যৰ যি থলুৱা ভাষা, সেই ভাষা সেই ৰাজ্যত ৰাজ্যভাষা নহলে ক'ত হব ?

সমৰ—সেইবোৰ প্ৰশ্ন এতিয়া উত্থাপন নকৰিব মিঃ মিত্র। আমাক অসম চৰকাৰে এটা সুবিধা দিছে যেতিয়া চেগ হেৰুৱাব নালাগে। মুখ্যমন্ত্ৰী চলিহাৰ বিবৃতিত আমি এটা সুযোগ পাইছো, তাক হেৰুৱাব নালাগে, নহলে সংবিধান স্বীকৃত এটা ভাষাক ৰাজ্যভাষা কৰাত কি এনেবোৰে বিবৃতি দিব লাগে ? সংখ্যালঘুৰ ভাষাই সংবিধানৰ ধাৰা অনুযায়ী এনেয়ে ৰক্ষণা-বেক্ষণ পাব ; তেনেস্থলত সংখ্যালঘুৰ মতামতৰ ওপৰত বাজ্যভাষা নিভ ৰ কৰে কিয় ? এনেহেন এটা সোণালী সুযোগ সমুখত উপস্থিত হোৱা সত্বেও কিয় আপোনালোক ব্ৰহ্মপুত্ৰ উপত্যকাবাসী বাঙালী ৰাইজে আপত্তি কৰিছে, মই বুজিব পৰা নাই। মই অনুৰোধ কৰো আপোনালোকে সংবিধানৰ নিয়মবোৰৰ কথা উল্লেখ নকৰি কেৱল আপত্তি দৰ্শাওক যে অসমীয়া ভাষা অসমৰ একমাত্ৰ ৰাজ্যভাষা হব নালাগে। তেতিয়া হলে আমি বাকীবোৰ কাম কৰি যাব পাৰিম।

মিঃ মিত্র—আমি ব্ৰহ্মপুত্ৰ উপত্যকাবাসীয়ে এনে ৰকম অন্যায় প্ৰস্তাব এটা সমৰ্থন কৰিব নোৱাৰিম।

ৰাইজৰ মাজত 'বহক', 'বহক' 'লাজ 'লাজ' আদি ধ্বনি হয়। গোলমাল লাগি পৰে। মিঃ মিত্র বাধ্য হৈ বহি পৰে। তেওঁ বহাৰ পিছত মিচ আন্ধেৰী চন্দ উঠে।

তিৰোতা উঠা দেখি বাইজৰ মাজৰ হাই-উৰুমি শান্ত হয়।

মিচ চন্দ— আপোনালোক ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাঙালীসকলে ভয়তে তেনেকৈ কৈছে, আৰু আসামীহঁতৰ লগ হৈছে। আপোনালোকে মহান ৰবীন্দ্ৰনাথৰ পবিত্ৰ ভাষা এৰি অসভ্য বৰ্বৰ আসামীৰ জংঘলী ভাষা এটাক ৰাজ্যভাষা কৰিবলৈ মত দিছে? মই বৰ দুখীত। আজি কোনো বাঙালী নাৰীয়ে ইয়াৰ সমৰ্থন নকৰে। আসামী ভূতৰ ভাষাক আমি ৰাজ্যৰ ৰাজকীয় কাম কাজ চলাবলৈ দি আমিও ভূত হৈ যাম নেকি? কেতিয়াও নহয়। মানুহৰ লগতহে মানুহ থাকিব পাৰে— আমি আজি যদিও বাধ্য হৈ ইহঁতৰ লগত বাস কৰিছো তথাপি আমি ইহঁতৰ ভাষাক ৰাজ্যভাষাৰ মৰ্যাদা দিব নোৱাৰো; কাৰণ এইখন ৰাজ্যত আমিও বাস কৰিছো, বৰং অসমখনৰ নাম অনতি পলমে লোপ কৰি "বৃহত্তৰ বাংলা" বা "পূৰ্বাচল" নাম দি এই ৰাজ্য পৰিবৰ্তন কৰি লব লাগিব, আৰু অসম ৰাজ্য' অসমীয়া জাতি বা অসমীয়া ভাষা বুলি কোনো এটা শব্দ থাকিব নোৱাৰিব। তেতিয়া বাৰু অসমীয়া ভাষা কেনেকৈ ৰাজ্যভাষা হৈ থাকিব? আপোনালোকে কেৱল আন্দোলন কৰি, গোলমাল কৰি কেইবছৰমানলৈ ৰাজ্যভাষাৰ প্ৰস্তাৱ পিছুৱাই ৰাখক। কেইবছৰমান পিছত আমি অসম নাম নাইকীয়া কৰি বৃহত্তৰ বঙ্গ নাম দিয়েই আৰু তেতিয়া একমাত্ৰ বাংলা ভাষা ৰাজ্য ভাষা বুলি ঘোষণা কৰিম। আমাৰ এই আয়োজন ব্যৰ্থ নহয়। পশ্চিমবঙ্গৰ সকলো দলৰ নেতাসকল আৰু ব্যক্তিৰ কাকতবোৰে তলে তলে আমাৰ লগত যোগাযোগ কৰি আছে। ভয় নাই। আপোনালোকে নিৰ্ভয়ে আগবাঢ়ক। মই কলিকতা আৰু দিল্লীত গৈ প্ৰধান প্ৰধান লোকসকলক বুজাইবঢ়াই আমাৰ পক্ষৰ কৰি লম। অসমীয়া ভাষা ৰাজ্য ভাষা ঘোষণা কৰাৰ দুৰ্যোৰ প্ৰতিবাদ

কৰক। আন্দোলন গঢ়ি তোলক। সভা-সমিতি, শোভাযাত্ৰা, হৰতাল, পিকেটিং আদি গণতন্ত্ৰৰ সমস্ত অহিংসা প্ৰয়োগ কৰক। দেখা যাওক, কানীয়া অসভ্য আসামীহঁতক বশ কৰিব পাৰো নে নোৱাৰো। গণতন্ত্ৰৰ নাম লৈ সৰ্ব ভাৰতীয়ৰ দোহাই দি লাগি যাওক। সমগ্ৰ আসামৰ বাঙালী জাগি উঠক।

তেওঁৰ উত্তেজনা আৰু প্ৰৰোচনামূলক বক্তৃতা শুনি ৰাইজে উল্লাসতে "চাব্বাচ" "চাব্বাচ" দিলে আৰু হাততালি দি দি চিঞৰি থাকিল—"বাঙালী জাগো, উঠো", আজ বাংলাৰ মেয়ে জেগেছে ; জেগে উঠো" ইত্যাদি ধ্বনিত কাণ তাল মাৰি ধৰিলে। মহা হৰ্ষোল্লাস বিৰাজ কৰিলে সভাস্থলত। এনেতে নিৰ্ভীক মিঃ মিত্ৰই পুনৰ থিয় হৈ কৈ উঠিল—

মিঃ মিত্ৰ—আমি ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাঙালীসকলে কিন্তু মত দিব নোৱাৰো।

মিঃ আলি—নিশ্চয়! আমৰ মত নাই। কাছাৰবাসীয়ে যি কৰে কৰক।

ৰাইজৰ মাজত হুলস্থুল লাগে। "বাহিৰ কৰিদে" "বাহিৰ কৰিদে" চালা আসামীৰ পাণ্ডাহঁতক" ইত্যাদি গালি-গালাজ আৰম্ভ হয়। গোলমাল শাম নকটা দেখি এইবাৰ উঠিল মিঃ হোজাই দাসগুপ্ত। এওঁৰ আচল নাম বেলেগ কিন্তু বৃহত্তৰ বঙ্গবাদী দলে এওঁৰ নাম গুপ্ত ৰাখি কেৱল হোজাই দাসগুপ্ত ৰাখিছে যাতে চিঠি-পত্ৰত চৰকাৰে ধৰিব নোৱাৰে। এনেকৈ ধুবুৰী বোস, যোৰহাট লাহিৰী, শিৱসাগৰ সেন, তেজপুৰ ৰয়, গোকেশ্বৰ বেনাৰ্জি ইত্যাদি ছদ্মনাম ৰাখিছে বহুতৰে। তেওঁ উঠি কবলৈ ধৰিলে—

হোজাই দাসগুপ্ত—ৰাইজ শুনক। আমি হোজাই, লামডিং, নগাওঁ বাসী বাঙালীয়ে আপোনালোকৰ সমৰ্থন কৰিছো। গতিকে এওঁলোকৰ কথাই সমস্ত ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাঙালীৰ কথা

নহয়। আমি আপোনালোকক মততে আছো।"

তেওঁৰ কথা শুনি ৰাইজৰ মাজত "চমৎকাৰ চমৎকাৰ এয়েতো বাঙালীৰ কথা" আদি ধ্বনিৰে কোলাহল লাগি পৰে। দাসগুপ্ত বহাত উঠিল মিঃ ধুবুৰী বোস।

মিঃ ধুবুৰী বোস—মিঃ দাসগুপ্তৰ মতেই আমাৰো মত। আমি ধুবুৰীবাসী বাঙালীয়ে আপোনালোকৰ মতে মত দিছো। মিঃ মিত্ৰ আৰু মিঃ আলিৰ মততনাই। (ৰাইজৰ হাততালি পৰে। তাৰ পিছত গোলমাল বন্ধ হয়। তেওঁ পুনৰ কবলৈ আৰম্ভ কৰে।)

"আসামীৰ ভয়ত যিবিলাকৰ কালিজা শুকাইছে তেওঁলোকে আমাৰ বিৰুদ্ধে মত দিব পাৰে কিন্তু যাৰ শৰীৰত একবিন্দু বাঙালী তেজ আছে, এফোটা সুভাস বোসৰ দৰে ৰক্ত আছে, তেওঁলোকে কেতিয়াও এনে কাপুৰুষৰ দৰে ভীত নহয়। আসামীক আমি খেৰকুটা যেনো জ্ঞান নকৰো। ইহঁতক যদি আমি বশ কৰিব নোৱাৰো, শাসন কৰিব নোৱাৰো, তেন্তে বীৰ বাঙালী জাতি বলি আমি কেনেকৈ পৰিচয় দিম? আমাৰ আজি তিনি পুৰুষ গ'ল ধুবুৰীত কিন্তু তথাপি আমি অসমীয়া হোৱা নাই; আনকি অসমীয়া ভাবাপন্নও হোৱা নাই। সুসভ্য বাঙালী সন্তানে জংঘলী আসামীৰ লগ হব নোৱাৰে। জংঘলীহঁতৰ লগত মিলি পবিত্ৰতা নষ্ট কৰিব নোৱাৰো বাংলা সংস্কৃতিৰ, বাঙালী জাতিৰ। দুৰ্ভাগ্য-বশতঃ সোণৰ বাংলা এৰিব লগা হলেও মোৰ পূৰ্বপুৰুষে কেতিয়াও সোণৰ বাংলাক পাহৰিব যোৱা নাই আৰু আমিও পাহৰিব নোৱাৰো। এনে অৱস্থাত আজি আমি আসামীক্ সমৰ্থন কৰিম? "কেতিয়াও নকৰো।" (ৰাইজৰ হাত তালি।)

"ষ্টেট বিঅৰগেনিজেচন কমিচন"ৰ সময়ত গোৱালপাৰা জিলা পশ্চিমবঙ্গৰ চামিল কৰিবলৈ মই আপ্ৰাণ চেষ্টা কৰিছিলো,

কিন্তু দুৰ্ভাগ্য যে গবৰ্ণৰ ফজল আলিয়ে বিৰোধিতা কৰি গোৱালপাৰা জিলা আসামৰ ভিতৰতে ৰাখিলে।" তেতিয়াৰ-পৰাই আমি গোৱালপাৰা জিলাত বাঙালী সমিতি স্থাপন কৰি আসামীৰ প্ৰত্যেক কামতে বাধা দি আহিছো। আজি আমাৰ এনে এটা সুযোগ হাতত পৰাত ভগৱানক ধন্যবাদ দিছো। অসমবাসী বাঙালীৰ ভাগ্য আজি সুপ্ৰসন্ন। ভগবানৰ এই মহান দান বাঙালী জাতিয়ে গ্ৰহন কৰিব লাগে। মই উচ্চস্বৰে ঘোষণা কৰোঁযে—অসমীয়া ভাষা অসমৰ একমাত্ৰ ৰাজ্যভাষা হব নোৱাৰে—নোৱাৰে—নোৱাৰে।"

(ৰাইজৰ হৰ্ষধ্বনি আৰু হাত তালি)

"তাৰবাবে আমি বন্ধুৰ ৰক্ত দান কৰিম। বাঙালীৰ তেজ উত্তপ্ত হ'ক, বাংলাৰ সন্তান জাগি উঠক। বাংলা ভাষা ৰাজ্য ভাষা হ'ক ইয়াকে কৈ মই মোৰ বক্তব্যৰ সামৰণি মাৰিলো।" তেওঁ বহে। তেওঁৰ পিছত উঠিল অসন্তোষ পাল চৌধুৰী।

পাল চৌধুৰী।—মিঃ বোসৰ কথা শুনি আমি আনন্দিত হলো। আমি অসমবাসী সমস্ত বাঙালীয়ে অসমীয়া ৰাজ্যভাষাৰ বিৰুদ্ধে প্ৰতিবাদ কৰিব লাগিব।

মিঃ আলেকজাণ্ডাৰ চাংমা—নিশ্চয়! নিশ্চয়! আমি পাৰ্বত্য ৰাজ্যৰ ফালৰপৰাও সমৰ্থন জানাইছো।

মহাপেচ নমশূদ্ৰ—আমি যে আন্দোলন কৰিব লাগিব ই ধ্ৰুপ। পিছে আন্দোলন কৰাৰ আগেয়ে মই এটা কথা সুধিব খোজো কথাটো এই যে আমাৰ চৰকাৰী পদবীবোৰত আমাৰ মানুহ আছেনে নাই তাৰ এটা মোটামুটি হিচাপ আমাক লাগে। এই বিষয়ে মই মিঃ মুখাৰ্জীকে কবলৈ অনুৰোধ কৰো, কাৰণ তেখেতে এই বিষয়ত নজৰ থকা লোক। কৰ্মচাৰীবিলাক বাঙালী নহলে আমাৰ আন্দোলন কৃতকাৰ্য নহব।"

ৰাইজৰ মাজৰ পৰা 'হয়' 'হয়' 'নিশ্চয়' 'নিশ্চয়' শব্দ আহে।
মিঃ মুখাৰ্জিয়ে এইবাৰ গহীনভাৱে উঠি চিন্তামগ্নভাবে কিছুসময় থিয় হৈ কবলৈ আৰম্ভ কৰে।

মুখাৰ্জি—এই বিষয়ে মই আগেয়ে ভাবিছো আৰু সেইবাবে মিঃ অনাহক চৌধুৰীৰদ্বাৰা বুদ্ধি কৰি অসম চৰকাৰক প্ৰভাৱান্বিত কৰা হৈছে। কিছু কৃতকাৰ্যও হৈছো।

সমৰ—এতিয়া বাৰু কোন ক'ত আছে অলপ আভাষ দিয়কচোন।

মুখাৰ্জি—কবলৈ গলে বৰ্তমান পৰিস্থিতি আমাৰ বৰ অনুকুল। পুলিচৰ আই. জি. পি. গুৱাহাটিৰ এচ. পি. ডি. এচ. পি শিলং আৰু শিলচৰৰ এচ. পি. বাঙালী। অসম চৰকাৰৰ মুৰব্বী চিফ চেক্ৰেটৰী, গুৱাহাটীৰ ডি. চি. হাইকোৰ্টৰ এডভোকেট জেনেৰেল বাঙালী। এই পৰিস্থিতি বৰ্তমানে অসমত। গতিকে ৰাইজে বুজি লওক।

সমৰ—আমাৰ পৰিবেশ আৰু পৰিস্থিতি অনুকুল, গতিকে আমি অতি সোনকালেই আন্দোলন আৰম্ভ কৰিব লাগে।

মিঃ নিউকেলাচ—নিশ্চয়, নিশ্চয়। আমি পাৰ্বত্য ৰাজ্যৰ লোকসকলেও তাকে কওঁ। আমি একেলগে শোভাযাত্ৰা কৰি দেখুৱাম যে অসমীয়া ভাষা অসমৰ একমাত্ৰ ৰাজ্যভাষা হব নোৱাৰে।

সভাপতি—আৰু কোনোবাই কব নেকি ?
ৰাইজৰ মজাৰপৰা শব্দ আহে 'নাই, নাই। তেতিয়া সভাপতিয়ে কবলৈ উঠে।

সভাপতি—এতিয়া সভাপতিৰ মন্তব্য। সভাপতিৰ মন্তব্যনো মই কি দিম। মুঠতে ইয়াকে কব খোজো যে আপোনালোকৰ এই দাবী ন্যায়সঙ্গত আৰু সাৰো অসমবাসী বাঙালীয়ে একমুখে, একবাক্যে এই দাবী উত্থাপন কৰক। আপোনালোকৰ জয় সুনিশ্চিত। আজি আপোনালোকৰ এনে মহৎ

আয়োজন আৰু সৎ উদ্দেশ্য দেখি মোৰ মনত বৰ আনন্দ লাগিছে। অসম বাসী বাঙালীৰ এনে উদ্যম দেখি পৰম আনন্দিত হৈছো। যদি অসমীয়া ভাষাক অসমৰ ৰাজ্যভাষা ঘোষণা কৰে তেন্তে বাংলা ভাষাকো অসমৰ ৰাজ্যভাষা বুলি ঘোষণা কৰিব লাগিব। অসমত দুটা ৰাজ্যভাষা হওক। অসমৰ বাঙালীৰ মান, মৰ্যাদা, সা-সুবিধা নিৰ্ভৰ কৰিব ৰাজ্যভাষাৰ স্বীকৃতিৰ ওপৰত। গতিকে আপোনালোকৰ শৰীৰত একবিন্দু ৰক্ত থাকে মানে যুঁজ কৰক। বাংলা ভাষা অসমৰ ৰাজ্যভাষা হবই লাগিব। (বাইজৰ হাত তালি) মই বেছি নকওঁ, ওপৰোক্ত ৰক্তাসকলে কথাবোৰ কৈয়ে গৈছে। আপোনালোকৰ আঁচনি কাৰ্যত পৰিণত হবই হব। অনুকূল পৰিবেশ এটাৰ সৃষ্টি হৈছে। এই সুযোগ নেহেৰুৱাৰ। এইবাৰ যদি কিবা গোলমাল হয় তেন্তে চৰকাৰী কৰ্মচাৰী-সকলৰপৰা যথেষ্ট সহায় পাব বুলি আশা কৰিব পাৰো। তাৰ উপৰি আমাৰ পশ্চিমবঙ্গৰ নেতা বহুতে পাৰ্যমানে সহায় কৰিব বুলি মই বিশ্বাস কৰো। গতিকে মই ইয়াৰ উত্তৰো-ত্তৰ মঙ্গল কামনা কৰি আপনালোকৰ উদ্দেশ্যপথত আগবাঢ়ি-বলৈ সমৰ্থন জানাই মোৰ বক্তব্যৰ সামৰণি মাৰিলো।" সভাপতি বহিল, ৰাইজে হাততালি দিলে। ইয়াৰ পিছত।

শলাগৰ শৰাই আগবঢ়ালে সমৰেন্দ্ৰ মোহন দাসে। সভাৰ কাম শেষ হ'ল। সভাপতিয়ে শেষত সভাভঙ্গ দিলে।

এয়ে হ'ল ৰাজ্যভাষা সংঘৰ্ষৰ সুত্ৰপাত। এই সভাৰ পিছৰ পৰাই আৰম্ভ হ'ল আক্ৰমণাত্মক ক্ৰিয়া-কাণ্ড।

১৯৬০ চন। ২১ মে' শ্বিলং চহৰ। বাঙালীসকলৰ শোভাযাত্ৰা। হাতত শ্লোগানৰ পতাকা লৈ দুই শাৰী হৈ শ্লোগান গাই বাঙালী শোভাযাত্ৰাকাৰীৰ দল ৰাস্তাৰে বাহিৰ হৈছে। ঘৰ আৰু অফিচৰপৰা অসমীয়া মানুহবিলাকে চাই আছে। শোভাযাত্ৰাকাৰী দল লাহে লাহে চেক্ৰেটেৰিয়েট বিল্ডিঙৰ সমুখ পাই জয়ধ্বনি দিয়ে—

অসমীয়া ভাষা—
ধ্বংস হওক।
ৰাজ্য ভাষা হ'ক।

বিৰাট জয়ধ্বনি দিয়ে। অফিচৰ সকলো মানুহে ৰাস্তাৰ ফালে চায়। বাঙালী কৰ্মচাৰীকেইজনমানে অফিচৰপৰা ওলাই গৈ সমদলত যোগ দিয়ে। তাৰ পিছত আকৌ জয়ধ্বনি শুনা যায় দুগুণ জোৰেৰে

অসমীয়া ভাষা—
গাধাৰ ভাষা।
গাধাৰ ভাষা—
ধ্বংস হওক।

এই জয়ধ্বনি তুমুলভাবে উচ্চাৰিত হ'ল আৰু সমস্ত মানুহে অবাক হৈ চাই থাকিল। দুই চাৰিজন ভদ্ৰ বাঙালী অফিচাৰে অসমীয়া মানুহৰ ফালে দোষীৰ দৃষ্টিৰে চালে যেন তেওঁলোকে কিবা দোষহে কৰিলে। অৱশ্যে বিবেচনা থকা সকলো লোকে এনে আবেগত আঘাত কৰা কথা শুনিলে ক্ষুণ্ণ হব —ই স্বাভাৱিক।

এইবাৰ আকৌ শুনা গ'ল—
অসমৰ ৰাজ্যভাষা একমাত্ৰ অসমীয়া—

হব নালাগে।
অসমৰ ৰাজ্যভাষা —
বাংলা হওক।

এইবাৰ আন মানুহবিলাকৰ হাঁহি উঠিল। কি পাগলামি। অসমৰ ৰাজ্যভাষা বাংলা হব লাগে? পাগল নেকি? হিন্দুস্থানী অফিচাৰ দুজনে হাঁহিলে।

আকৌ শুনা গ'ল—

অসম চৰকাৰ—

নিপাত যাওক।

মাদ্রাজী আৰু পঞ্জাবী ড্ৰাইভাৰ তিনিজনে ঘৃণাত নাক কোচাই থু পেলাই দিলে—থুঃ বাঙাল! নিমখ হাৰাম।

এনেবোৰ শ্লোগান দি সমদল গৈ থাকিল। সমদলত ইমান মানুহ হ'ল যে বাটেৰে আন মানুহ যোৱা কঠিন হৈছিল। সমদল-কাৰী সকলো বাঙালী। তেওঁলোকে বাটৰে যাওঁতে যিমানবোৰ অসমীয়া চাইনবোৰ্ড পালে সকলোকে ভাঙিছিঙি দলিয়াই পেলাই দিলে। দুই এজন অসমীয়া দোকানীয়ে আপত্তি কৰাত দুই এটা উত্তম-মধ্য শোধাই দিলে। কিল খাই বেচেৰা অসমীয়াই ভয়তে আঁতৰি গ'ল।

সমদল যোৱাৰ পিছত অফিচৰপৰা ওলাই আহিল বৰুৱা, শইকীয়া, কাকতি, ডেকা, বৰা আদি অসমীয়া অফিচ সহায়কাৰী কেইজনমান। তেওঁলোকে আলোচনা কৰিলে। প্ৰথমে মিঃ বৰুৱাই কলে—

মিঃ বৰুৱা—কি শোভাযাত্ৰা হৈ গ'লহে বৰা? বাপ্ ৰে বাপ, বাঙালীসকলৰ শ্লোগানৰ আৱাজ!

বৰা—তাকেইতো ভাবিছো বৰুৱা; বোলো বাঙালীসকলৰ বৰ উৎপাত আৰম্ভ হ'ল দেখোঁ ৰাজধানীত? শিলং চহৰতে—চেক্ৰেটেৰিয়েট বিলডিঙৰ সমুখতে আহি অসম চৰকাৰ ধ্বংস হওক বুলি শ্লোগান দিলে। পুলিচবিলাক মৰিলনে আছে?

বৰুৱা—পুলিচ থকাতো এনেকুৱা অবৈধ সমদল ভঙ্গ নকৰিলে মই ভাবি অবাক।

ডেকা—অকল তাকেই শ্‌নিলেনে ? অসমীয়া ভাষা গাধৰ ভাষা ব্‌লি যে চিঞৰি গ'ল তাক হবলা আপোনালোকে ন্‌শ্‌নিলে ? অসমীয়া মান্‌হক গাধৰ লগত তুলনা কৰিলে। কি দ্‌ঃসাহস।

কাকতি—একো দ্‌ঃসাহস নহয় ডেকা, অসমীয়া মান্‌হৰ তেজ থকা হলে এই অপমান সহ্য নকৰিলেহেঁতেন। এতিয়াই কেইজনমানৰ ম্‌ৰ কান্ধৰপৰা মাটিত পৰিলহেঁতেন।

ডেকা—ধীৰে কাকতি ধীৰে। ইমান অলপ ধতুৰা হলে জাতিৰ সন্মান নাথাকিব। যিয়ে লোকক গালি পাৰে বাস্তৱ্‌তে সিয়েহে সৰ্‌মান্‌হ—অসৎ। বাঙালী শোভাযাত্ৰা দলে অসমীয়া মান্‌হক গাধ ব্‌লি গালি পাৰি একো মহত্বৰ কাম কৰা নাই বৰং মহান বাঙালী জাতিৰ নামত কলংকৰ চেকা পেলাইছে।

বৰা—ইমানতো আমি নিৰ্জীৱ হৈ বহি থাকিব লাগিবনেকি ?

ডেকা—সহিষ্ণ্‌তা মান্‌হৰ আত্মাৰ অলংকাৰ।

বৰ্‌ৱা—বাদ দিয়ক আপোনাৰ সেইবোৰ আত্মাৰ কথা, মানৱতাৰ কথা। আমাৰ জাতিক ধৰি সিহঁতে গালি পাৰি গ'ল।

কাকতি—কি কৰিব বৰ্‌ৱা ? আমাৰে দোষ। আমাৰ অসমীয়া নেতাসকলেই এনেবোৰ উদ্ভাণ্ডালি কৰিবলৈ লাই দিছে। বাৰ্তাৰ কাকতত সমস্ত অসমৰ ৰাইজৰপৰা মত পোৱাসত্বেও অসমীয়া ভাষাক ৰাজ্যভাষা কৰিব পৰা নাই। ব্ৰহ্মপ্‌ত্ৰ উপত্যকাৰ বাঙালীসকলেও মত দিছে ; হিন্দ্‌স্থানী, নেপালী, উৰিয়া, মণিপ্‌ৰী আদি সকলোৱে অসমীয়া ভাষা ৰাজ্যভাষা হব লাগে ব্‌লি মত দিছে ; কেৱল কাছাৰৰ কেইজনমান ভগনীয়া বাঙালী নেতাই আপত্তি কৰি এইবোৰ বাহিৰ কৰিছে। তাকো জানো ভাবিব লাগে ? অসম চৰকাৰ বৰ দ্‌ৰ্বল।

বৰুৱা—এৰা, চৰকাৰ বৰ দুৰ্বল। নিজৰ গাদীৰ মমতাত পৰি কোনেও দেশৰ প্ৰকৃত স্বাৰ্থৰ বাবে মাত মাতিব নোৱাৰে।

বৰা—আমিও সভা-সমিতি কৰি, শোভাযাত্ৰা কৰি প্ৰতিবাদ জনাব লাগে।

ডেকা—ৰবচোন; তৎক্ষণাত গোলমাল কৰা একো ভাল কথা নহয়। দেখা যাওকচোন তহা বিধান সভাত কি কৰে আমাৰ মেলুৰৈসকলে। সদৌ অসমবাসীৰ মত যদি বিধান সভাই নামানে তেন্তে এই চৰকাৰ থাকিবলৈ একো অধিকাৰ নাই। আমি সদৌ অসমবাসী ৰাইজে চৰকাৰক ইস্তাফা দিবয়। গণতন্ত্ৰত ৰাইজৰ কথা নামানিলে ইয়াৰ প্ৰতিফল পাব।

বৰুৱা - আপোনাৰ ইমান ধৈৰ্য থাকিলেও আমাৰ নাই ডেকা। আমি এই অপমান কেতিয়াও সহ্য নকৰিম। আমাৰ আবেগত আঘাত কৰিছে।

ডেকা—তেন্তে কি কৰিব?

কাকতি—তীব্ৰ প্ৰতিবাদ কৰিম। সভা-সমিতিৰ কথা নামানিলে আমিও শোভাযাত্ৰা, হৰতাল, পিকেটিং আদি কৰি চৰকাৰক জনাই দিম যে আমাৰ দাবী অৱহেলাৰ বস্তু নহয়।

বৰুৱা—নিশ্চয় আমি ইয়াৰ প্ৰতিবাদ কৰিম। যদি দৰকাৰ হয় সংজাতী দল পঠাম।

বৰা—চাব্বাচ। অতি সোনকালে আমি মিটিং কৰিম। দেখা যাওক ভৈয়ামত ইয়াৰ প্ৰতিক্ৰিয়া কি হয়। আমাক গাধ বনাইছে অসমীয়া ভাষা গাধৰ ভাষা বুলি কৈছে। বাৰু দেখা যাব গাধৰ কিমান ধৈৰ্য। সঁচাকৈ গাধৰ দৰে ইহঁতৰ অৰ্থনৈতিক বোজা আমাৰ অসমীয়া মানুহৰ পিঠিত দি আৰাম কৰি খাই আমাকে অপমান কৰে। এইবাৰ গাধই বোজা দলিয়াব।

ডেকা—ব'লক এতিয়া চিটিবাছ ফেল কৰিম।

এনেকৈ কৈ তেওঁলোকে ঘৰাঘৰি গ'ল; কিন্তু অন্তৰত বৰ আঘাট পালে। নিজ কাণে এনে অশ্ৰাব্য কথা শুনিলে কোনো ডেকা মানুহে সহ্য কৰি থাকিব নোৱাৰে। "অসমীয়া ভাষা গাধৰ ভাষা" এই ফাকি শ্লোগানে অসমীয়াৰ প্ৰাণত আঘাট কৰিলে।

কিন্তু তথাপি অসমীয়া মানুহ অধৈৰ্য নহ'ল। কোনো হিংসনীতি অৱলম্বন নকৰিলে, ; কোনো অবৈধ কাৰ্যত ব্ৰতী নহ'ল। ধীৰ স্থিৰভাৱে গণতান্ত্ৰিক পদ্ধতিৰে শান্তিপূৰ্ণভাৱে সভা-সমিতি কৰি প্ৰস্তাৱ পঠাব ধৰিলে।

শিলচৰৰ এই শোভাযাত্ৰাৰ প্ৰতিক্ৰিয়া ঘটিল ভয়ামত। অসমীয়া মানুহবিলাকে বৰ দুখ পালে, একেলগে বাসকৰা বাঙালী ভাইসকলৰ এনে আচৰণত; আৰু বাঙালী কিছুমানে লাজ পালে স্বজাতি বাঙালীয়ে এনে লজ্জাজনক কথা অসমীয়াক কোৱা দেখি। তেতিয়াৰপৰা বাঙালী আৰু অসমীয়া মানুহৰ ভিতৰত এটা সন্দেহৰ ভাবে দেখা দিলে।

দহ

সমৰেন্দ্ৰ মোহন দাসৰ ঘৰ। মহাপেচ নমশূদ্ৰৰ লগত দাসে গোপনীয়ভাৱে আলোচনা কৰি আছে।

মহাপেচ—একো নহব দাস। এই অসমীয়া গঁড় জাতিটোক লৰোৱা বৰ টান। অসম ৰাজ্যৰ প্ৰতীক গঁড়ৰ স্বভাৱ এই জাতিটোৰ গাত আছে। খুচিলেও ছাল নফুটে, আৰু সহজে উত্তেজিত নহয়। শিলচৰত কি জয়ধ্বনিৰে শ্লোগান দিলে তথাপি সিহঁতৰ উত্তেজনা নাহিল। অসমীয়া ভাষা গাধৰ ভাষা বুলি সিহঁতৰ সন্মুখেৰে শ্লোগান গাই গ'ল তথাপি সিহঁতৰ কাণ-সাৰ নাই। এই গঁড় জাতিটোৰ লগত আৰু নোৱাৰিছোঁ।

সমৰ—অকল কথাৰ খোঁচাৰে সিহঁতৰ একো কৰিব নোৱাৰে মিঃ নমশূদ্ৰ। কলমৰ হানত ইহঁতৰ অন্তৰ নেভেদে, সঙ্গীনৰ খোঁচাৰে ইহঁতৰ শৰীৰত হানিব পাৰিলেহে ভেদ কৰিব পৰা যাব। আমি বাঙালীৰ দৰে ইহঁত ভাবপৰণ নহয় আৰু উত্তেজনাশীলো নহয়। ইহঁত শান্ত, ধীৰ আৰু সহিষ্ণু। গঁড়ৰ পুৰা স্বভাৱ ইহঁতৰ গাত বিদ্যমান।

নমশূদ্ৰ—তেন্তে এইবাৰ কি কৰিব।

সমৰ—মৰিয়নি, লামডিং, গোৰেশ্বৰ, পাণ্ডু, মালিগাওঁ আদি ঠাইত বাঙালী সংখ্যা-গৰিষ্ঠ; গতিকে মৰিয়নি আৰু লামডিং জংচনতে প্ৰথমে ৰেলৰ ডবাৰ ভিতৰতে ইহঁতক মাৰিব লাগিব। লামডিঙত ২১।৬।৬০ তাৰিখে অসমীয়া চিনেমা "পুবেৰুণ" ভাৰত চৰকাৰৰ তৰফৰপৰা দেখুৱা হ'ব। কাৰণ আন্তৰ্জাতিক ফিল্ম মহোৎসৱত বাৰ্লিনত ইয়াক দেখুৱাবৰ কাৰণে মনোনীত কৰিছে। গতিকে এবাৰ আগতে চৰকাৰে পৰীক্ষা কৰি চাব। অসমীয়া চিনেমাই জগতত স্থান পাব? আমি কেতিয়াও সহ্য নকৰিম। নিশ্চয় নষ্ট কৰিব লাগিব। আমি গোলমাল লগাব লাগিব।

নমশূদ্ৰ—এনে এটা সুযোগ এৰি দিব নালাগে। কিন্তু মাৰ-ধৰ কৰিলে যে দেশত গোলমাল লাগি যাব।

সমৰ—অসমত গোলমাল লাগে মানে আমাৰ মঙ্গল। কিবা প্ৰকাৰে এখন মৰা-মৰি লগাই দি গোলমালৰ সৃষ্টি কৰিব পাৰিলে অসম চৰকাৰ অচল হব আৰু আমি কেৰালাৰ দৰে কেন্দ্ৰীয় শাসনৰ দাবী কৰিব পাৰিম। কিবা প্ৰকাৰে অসম চৰকাৰ ভাঙি কেন্দ্ৰীয় শাসন প্ৰতিষ্ঠা কৰিব পাৰিলে অৰ্থাৎ ছমাহৰ বাবে ৰাষ্ট্ৰপতিৰ শাসন প্ৰবৰ্তন কৰিব পাৰিলে, অসমীয়া ৰাজ্য ভাষাৰ প্ৰশ্নটো তল পেলাব পাৰিম আৰু তাৰ পিছত অৰ্থাৎ সাধাৰণ নিৰ্বাচন পাতিব লগা হলে আমি বহুত সুবিধা কৰিব পাৰিম। গতিকে যেনে তেনে প্ৰকাৰে অসম চৰকাৰ ভাঙি

দিব লাগে, ৰাষ্ট্ৰপতিৰ শাসন প্ৰৱৰ্তন কৰিব লাগে। তেনে কৰিব নোৱাৰিলে বিধান সভাৰ অহা অধিবেশনত ৰাজ্যভাষা বিলখন আইনত পৰিণত কৰিব আৰু তেতিয়া আমি একো কৰিব নোৱাৰিম।

নমশূদ্ৰ—তেনেহলে আমি গোলমাল লগাবই লাগিব।

সমৰ—নিশ্চয়। সেই বাবে আপুনি মৰিয়নিলৈ যাওক আৰু মই লামডিঙলৈ যাওঁ। লগত কিন্তু কেইজনমান গুণ্ডাধৰণৰ মানুহ লৈ যাব; ময়ো নিম। দৰকাৰ হলে দুই-চাৰি শ টকা খৰছ কৰিব; টকাৰ কাৰণে চিন্তা নাই—বহুত টকা তোলা হৈছে ইতিমধ্যে তলে তলে বাঙালী মানুহবোৰৰ।

নমশূদ্ৰ—ভাল বাৰু। মই গৈ প্ৰস্তুত হওঁ।

এনেভাৱে আলোচনা কৰি দুয়ো 'আঁতৰ' কৰে।

এঘাৰ

মৰিয়নি ষ্টেচন, ১৮।৬।৬০ তাৰিখ। "মৰিয়নি" "মৰিয়নি" বুলি ষ্টেচনৰ চকীদাৰে চিঞৰে। ৰেলগাড়ী আহি পায়। লগে লগে এটা দ্বিতীয় শ্ৰেণীৰ ডবাৰপৰা মহাপেচ নমশূদ্ৰ আৰু তেওঁৰ সঙ্গী কেইজনে তৰাতৈয়াকৈ নামি পৰে। হাতত তেওঁলোকৰ চুটকেচ আৰু কিবা অস্ত্ৰ। অৱশ্যে প্ৰথমে অস্ত্ৰপাতি দেখা যোৱা নাছিল; পিছত দেখা গ'ল যে হাতে হাতে তেওঁলোকৰ লোৰ 'ৰড'। তৎক্ষণাত ডবাৰ পৰা নমাৰ লগে লগে কোনো এজন তৃতীয় শ্ৰেণীৰ ডবা এটাৰ ভিতৰলৈ গ'ল। ভিতৰত কেইজনমান অসমীয়া স্কুলীয়া ল'ৰাই নামিবলৈ যোৱা কৰিছে মাত্ৰ, এনেতে তেওঁলোকে জোৰেৰে সোমাই গৈ তাৰে দুজনমানক ঢকিয়াই বগৰাই দিলে। ছাত্ৰসকলৰ প্ৰথমে খং উঠা নাছিল, পিছত যেতিয়া সিহঁতেই বাঙালীতে গালি পাৰি উঠিল তেতিয়া বৰ খং উঠিল। তেওঁলোকেও গালি পাৰি

উঠিল অসমীয়াতে। এই চেলু পায়ে সিহঁতে এই ছাত্ৰসকলক জোৰ মাৰিৰে আঘাত কৰিলে। কেইজনমান মাটিত বাগৰি পৰিল। নমশূদ্ৰহঁতৰ দলে বেঢ়ি ধৰি কোবাব ধৰিলে তৎক্ষণাত এটা হুলস্থুল লাগি পৰিল তেঁওলোকৰ দলে অসমীয়া মানুহবিলাকক ডবাৰ ভিতৰৰপৰা টানি আনি মাৰিব ধৰিলে এওঁলোক প্ৰস্তুত, আনবিলাক অপ্ৰস্তুত। গতিকে ক্ষন্তেকৰ ভিতৰতে বহু অসমীয়া ছাত্ৰ আৰু মানুহক খুণ কৰি পেলালে।

মহাপেচ নহশুদ্ৰ মহাশয়ে গুণ্ডাহঁতক ইঙ্গিত দি নিজে আঁতৰি আহিল ষ্টেচনলৈ। নিমিষৰ ভিতিৰতে বাঙালী গুণ্ডাহঁতে কেইবাজনো ছাত্ৰক জখম কৰি বগৰাই পেলালে। ১ম গুণ্ডাজনে এজন ছাত্ৰৰ মুৰতে লোৰ মাৰিডালেৰে এটা কোব মাৰি কৈ উঠিল :

"এই তোৰ ৰাজ্যভাষা, চালা অসভ্য আচামী।"

২নং গুণ্ডাজনে আন একজনক পেটেৰে ছুৰীখন বহুৱাই দি কৈ উঠিল—"তোৰ ৰাজ্যভাষা বাহিৰ হ'ক চালা আচামী।" তাৰ কাষতে আনজন বাঙালী গুণ্ডাই অসমীয়া গাভৰু ছোৱালী এজনীক ডবাৰ পৰা টানি আনি ক'লে—"আহে চালি আচামী মেয়ে; তোক বিয়া কৰাম।" তাৰ কথা শুনি ছোৱালীজনীয়ে মাৰিলে তাৰ গালতে এক চৰ—"মৰ বেটা বাঙাল।" চৰ খাই সি হুঁহকি গ'ল। শক্তি-শালী অসমীয়া গাভৰুৰ চৰত সি স্থিৰেৰে ৰব নোৱাৰিলে এনেতে আনজনে আহি তাইক পাছৰফালৰপৰা ক'কালতে গোৰ মাৰি দিলে —"মৰ চালি আচামী গাভৰু।" গাভৰু উচ্চাৰণ সি "গাভৰু" বুলি কৰিলে আৰু গোৰ মাৰি তাইক বগৰাই হেঁচি ধৰিলে। সি তাইক হেঁচি ধৰি বুকুৰ অস্থানত স্পৰ্শ কৰে আৰু অশ্লীল ইঙ্গিত কৰে। এনেতে এজন ডেকা অসমীয়া ছাত্ৰই আহি তাৰ তাৰ পিঠিত এনে এটা কিল মাৰে যে কিল খাই বেচেৰাৰ উশাহ বন্ধ হবৰ উপক্ৰম হয়। সি মাটিত বাগৰি পৰে এই ছেগতে ছাত্ৰজনে গাভৰু ছোৱালীজনীক তুলি আনে। এনতে পাছফালবাপৰা আন একজন

বাঙালী গুণ্ডাই এক কোব মাৰি ছাত্ৰজনক বগৰাই দিয়ে, মহা হুলস্থুল লাগে। কেৱল 'মাৰ' 'মাৰ' শব্দহে শুনা যায়। চাৰিওফালৰপৰা লোৰ মাৰিৰে কোবাব ধৰে বাঙালী গুণ্ডা দলে। তাকে দেখি নিৰস্ত্ৰ অসমীয়া ছাত্ৰবিলাকে ৰেল লাইনৰ শিলগুটিবোৰ মুঠিয়ে মুঠিয়ে দলিয়াব ধৰে। ভীষণ কাণ্ড চলে। এই সুযোগতে অসমীয়া ছোৱালীজনীক বাঙালী গুণ্ডাই অপহৰণ কৰি লৈ যায়।

এটা মৰা-মৰি হোৱাৰ লগে লগে কেইজনমান পুলিচ আহি কাজিয়া ভাঙিবৰ চেষ্টা কৰে; কিন্তু নোৱাৰিলে। জনতাৰ গোলমাল বেছি হয়। ষ্টেচনত হাই-উৰুমি লাগি পৰে। কিছু সময়ৰ পিছত কিছুমান পুলিচ আহি পায় আৰু জনতাক ছত্ৰভঙ্গ কৰে। পুলিচে লাঠী চলায়। লাহে লাহে গোলমাল শাম কাটে।

গোলমালৰ শেষত দেখা গ'ল যে কেইজনমান বাঙালী গুণ্ডাৰ শিলগুটিৰ আঘাতত জখম হৈছে। কিন্তু অসমীয়া ছাত্ৰ দলৰ আটাইবে গুৰুতৰ আঘাত হৈছে। এওঁলোক আছিল বল খেলাৰ যাত্ৰী। নিৰস্ত্ৰ। অপ্ৰস্তুত। অপ্ৰত্যাশিত আক্ৰমণত পৰি খুন হৈ গ'ল। আন অসমীয়া মুনিহ-তিৰোতাবো জখম হ'ল। গাড়ীত থকা প্ৰায় অসমীয়া মানুহবে আঘাত হ'ল। তাৰ পিছত পুলিচে গোলমাল শান্ত কৰি খুণ-জখম হোৱা মানুহবিলাকক লৈ গ'ল।

এয়ে হ'ল প্ৰথম আক্ৰমণ বাঙালী গুণ্ডাৰ। অসমীয়া মানুহক অসমীয়া ৰাজ্যভাষা সংক্ৰান্ত গোলমালৰ প্ৰথম বাঙালী আক্ৰমণ মৰিবয়নিতে হয়। এয়ে আৰম্ভ বাঙালীৰ অত্যাচাৰ অসমীয়া মানুহৰ ওপৰত। ১৮২৪ খৃঃত হৈছিল মানব আক্ৰমণ আৰু ১৯৬০ চনত হ'ল বাঙালীৰ আক্ৰমণ। মানব পিছত বাঙাল। পুবৰ পিছত পশ্চিম।

চৰকাৰী খাতাত ইয়াৰ সাক্ষী নগণ্য বুলি ধৰিব সঁচা; কিন্তু ইতিহাস বৰ নিষ্ঠুৰ। ইতিহাসে ইয়াক স্থান দিব ৰক্ত-লেখাৰে। ইয়ে সুত্ৰপাত ১৯৬০ চনৰ জুলাই সংঘৰ্ষৰ।

## বাৰ

লামডিং জংচন। ২১।৬।৬০ তাৰিখ। জাৰ্মানিৰ বাৰ্লিনত অনুষ্ঠিত হোৱা আন্তৰ্জাতিক ফিল্ম মহোৎসৱত প্ৰতিযোগিতাৰ বাবে ভাৰত চৰকাৰে অসমীয়া ফিল্ম "পুবেৰুণক" মনোনীত কৰিছে। তাৰ বাবে লামডিঙত "পুবেৰুণ" পৰীক্ষাৰ কাৰণে দেখুৱা হব। ল'ৰাছোৱালী, মুনিহ-তিৰোতাৰে ভৰি পৰিছে চিনেমা হ'ল। সকলোৰে উদুলি-মুদুলি লাগি পৰিছে। চিনেমা আৰম্ভ হয় হে এতিয়া। হেন সময়েতে হঠাতে আৰম্ভ হ'ল মাৰ-পিট। চিনেমা হলৰপৰা টানি আনি মানুহ দুজনমানক কেইজনমান মানুহে পিটিছে। তাৰ পিছতে একদল গুণ্ডা সোমাই গৈ চিনেমা হলৰ ভিতৰত তিৰোতা আৰু গাভৰু ছোৱালীবিলাকৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰি দিলে। মতা মানুহবিলাকৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰি দিলে। মতা মানুহবিলাকৰ লগত মৰা-মৰি লগাই দি তেওঁলোকক তাতে এৰি আনদলে তিৰোতা আৰু ছোৱালী-বিলাকক টানি নি পাশৱিক কাণ্ড আৰম্ভ কৰি দিলে। চিঞৰ-বাখৰ, মাৰ-ধৰৰ শব্দত চিনেমা হলত কাৰো মাত কোনেও নুশনা হ'ল। চেয়াৰ, বেঞ্চবিলাক ছেদেলি-ভেদেলি হৈ বাগৰি পৰিল। চিনেমাৰ পৰ্দা ছিৰি গ'ল, মেচিন নষ্ট হ'ল। লাইট বন্ধ হৈ গ'ল। অন্ধকাৰ গৃহত যে গুণ্ডাহঁতে তিৰোতা আৰু ছোৱালীৰ ওপৰত কি অত্যাচাৰ কৰিলে তাক নক'লেও হব। সতীত্ব বোলা কথাষাৰ তেওঁলোকৰ কাৰণে আজি বাদ পৰিল। বহু সময় চিনেমাৰ ভিতৰ-বাহিৰত মৰা-মৰি, গালি গালাজ চলিল। কিছু সময়ৰ পিছত বুজিত পৰা গ'ল যে কাজিয়া বাঙালী আৰু অসমীয়াৰ। বাঙালীয়ে অসমীয়া মানুহক আক্ৰমণ কৰিছে; কাৰণ এজন বাঙালীৰ কণ্ঠস্বৰ শুনা গ'ল—"মৰ বেটা আচামী ভূত" এই বুলি মাৰিলে পিঠিতে এক ভুকু। ভুকু খাই বেচেৰা মানুহজনে কুজা পৰি গ'ল—তাৰ পিছত চিনেমা হলৰ দুৱাৰমুখত এজনে মাৰিলে এক চৰ—'মৰ, আচামী জংলী। ভূত।" "উই মৰিলোঁ বুলি অসমীয়া মানুহজন

চেয়াৰৰ ওপৰতে পৰি গ'ল। আন এজনে অসমীয়া আদহীয়া ভদ্ৰলোক একজন চুলিত ধৰি টানি আনিছে। ভদ্ৰলোকজনে প্ৰশ্ন কৰিলে—"কিয় মাৰা ভাই, কি দোষ কৰিছো মই?" বাঙালী গুণ্ডাজনে তেওঁৰ ফালে চাই কৈ উঠিল—"তোৰ ৰাজ্যভাষা বাহিৰ কৰিম চালা অসভ্য আচামী ভূত।" এই বুলি কৈয়ে সি তেওঁৰ মুখতে এটা লাঠি মাৰি দিলে। ভদ্ৰলোকজন বাহিৰত বাগৰি পৰিল। কাষৰ নৰ্দমাৰ বোকাবোৰ তেওঁৰ গাত ছিটিকি পৰি সুন্দৰ সাজ-পাৰ যোৰ বোকা আৰু আৱৰ্জনাৰে লুতুৰি-পুতুৰি হ'ল। আন এজন বাঙালী গুণ্ডাই এজন অসমীয়া ডেকাক চুলিত ধৰি টানি আনি পেটেৰে ডেগাৰখন বহুৱাই দি কৈ উঠিল—"তোৰ ৰাজ্যভাষা বাহিৰ হ'ক বেটা অচমীয়া।" অসমীয়া ডেকাজনে তাৰ পেটতে এটা গোৰ মাৰি দি তাকো বগৰাই দিলে আৰু নিজেও পক্‌কাতে পৰি গ'ল। আন এজনে অসমীয়া প্ৰৌঢ়া ৰমণী এজনীক চুলিত ধৰি টানি আনি আছাৰ ম্‌াৰি পকাতে পেলাই দিলে—"মৰ চালি আচামী ডাইনী, প্ৰেতিনী।" "উই মৰিলোঁ বোপা প্ৰবীণ" বুলি চিঞৰি মাটিত বাগৰি পৰিল। পুতেক প্ৰবীণে আনজন বাঙালী গুণ্ডাক মুখতে এটা ঘোচা মাৰি বগৰাই দি মাকক তুলি ধৰিলে। এনেতে তিনিজন বাঙালী গুণ্ডাই আহি মাক-পুতেক দুয়োকো হেঁচি ধৰিলে আৰু বুকুত উঠি ভুকুৱাব ধৰিলে। তিৰোতাজনীৰ মুখ পকাত থেকেচি দিলে। তেওঁৰ দাঁত ভাঙি ধাৰাসাৰে তেজ বব ধৰিলে। এনেতে স'ৰু ল'ৰা এজনক আনি এজন গুণ্ডাই বাহিৰলৈ দলিমাৰি দিলে, ল'ৰাজন মাটিত পৰিল। ওচৰতে মৰা-মৰি কৰি থকা অসমীয়া এজনে লৰাজনক সাৱটি ধৰি উবুৰি হৈ পৰিল আৰু মাৰ কিল সহ্য কৰি তাক বাহিৰলৈ দৌৰি লৈ গ'ল। আন এজন বাঙালী গুণ্ডাই এজন অসমীয়া বুঢ়াক গলত ধৰি টানি আনি গতিয়াই দিলে—"মৰ চালা আচামী বুঢ়া, তোৰ ৰাজ্যভাষাৰ লগতে যা।" বুঢ়া হামথুৰি খাই পৰিল। হেন সময়েতে এজনী কলেজীয়া অসমীয়া ছোৱালীক

এজন বাঙালী গুণ্ডাই ধৰি কানি-কাপোৰ খহাই নাঙঠ কৰিবলৈ উদ্যত হয়—"তোক দ্রৌপদীৰ দৰে বস্ত্র হৰণ কৰিম চালি আচামী গাভৰু।" তাই প্রাণ পণে বাধা দিলে। দুয়োৰো জোটা-পোটা লাগিল। ছোৱালী জনীৰ ব্লাউজটো টুকুৰা-টুকুৰ হৈ ফালি যায়; গাৰ চাদৰখন খহি পৰে। কথমপি মেখেলাখন নখহাকৈ ৰাখে। দুয়ো যুঁজি থাকে। আনফালে বাঙালী গুণ্ডাই অসমীয়া ছোৱালী কেইজনীমানক টানি লৈ যায়—ক'ৰবালৈ। সেই সময়ত এনে এটা পৰিস্থিতি হৈছিল যে কাৰ ক'ত কি হৈছে, কোনে কাক ক'লৈ নিছে, কোনে কাক মাৰিছে তাৰ একো ইয়ত্তা নাই। এক বীভৎস কাণ্ড, অমানুষিক অত্যাচাৰ, অতৰ্কিত আক্রমণ। পুলিচে লাঠী চালনা কৰি জনতাক ছত্রভঙ্গ কৰে। ঘটনা শাম কটাৰ পিছত দেখা গ'ল যে বহুতো অসমীয়া ল'ৰা-ছোৱালী, মতা-মাইকী জখম হৈছে। পুলিচে তেওঁলোকৰ তত্ত্বাৱধান ললে।

সিদিনা আৰু চিনেমা দেখুৱা নহ'ল। অসমীয়া চিনেমাৰ এনে গতি হ'ল। অসমীয়া মানুহৰ এনে বিলৈ কৰিলে। নিৰস্ত্র, অপ্রস্তুত, নিৰীহ অসমীয়া মানুহৰ ওপৰত সমস্ত পৰিকল্পিত আৰু এক নাৰকীয় আক্রমণ চলিল।

বাস্তৱতে এই যাত্রাত মিষ্টাৰ সমৰেন্দ্র মোহন দাসে কৃতকাৰ্য হ'ল। বাঙালী গুণ্ডা কিছুমানক টকা দি আনি লামডিঙৰ স্থানীয় বাঙালী কিছুমানক গোপনে লগ লগাই আজি তিনিদিন আগৰপৰা যি ষড়যন্ত্র কৰিছিল সি কাৰ্য্যত পৰিণত হ'ল; আৰু প্রথমবাৰৰ কাৰণে মিঃ দাসে অভূতপূৰ্ব সাফল্য লাভ কৰিলে। ইয়াৰ পিছৰ পৰাই তেওঁৰ দল অতি শক্তিশালী হৈ উঠিল আৰু পৰৱৰ্তী গোলমাল বিলাক কৰিবলৈ যথেষ্ট সাহস আৰু কৌশল লাভ কৰিলে। ৰাজ্যভাষা
কৰিবলৈ যথেষ্ট সাহস আৰু কৌশল লাভ কৰিলে। ৰাজ্যভাষা
সংক্রান্ত গোলমালত সমৰেন্দ্রৰ হুঙ্কাৰ ক্রমে বাঢ়িল আৰু তাৰ পৰিণাম হ'ল জুলাই সংঘৰ্ষ।

চিনেমা হ'লত গোলমাল লগাই দি মিঃ দাসে গৈ লামডিঙৰ বাঙালী ষ্টেচন মাষ্টৰৰ ঘৰত ছদ্মবেশে বৈ থাকিল। ঘটনাৰ শেষত তাৰপৰা ক'লৈ গ'ল কোনেও তৎ ধৰিব নোৱাৰিলে। বোধহয় সংগঠিত স্থানীয় বাঙালী দলৰ কোনোবাজনৰ ঘৰত আশ্রয় ল'লে।

তেৰ

১৩।৬।৬০ তাৰিখ। গুৱাহাটী নগৰ। নবীন বৰদলৈ পুথি ভাঁৰালৰ প্রাঙ্গন। বিৰাট ৰাজহুৱা সভা। অসমীয়া মানুহ ভৰি পৰিছে। বাঙালী, হিন্দুস্থানী, মাৰোৱাৰী, মণিপুৰী আদি মানুহ সভাত যথেষ্ট সংখ্যক উপস্থিত। সভাপতি গোস্বামীদেৱে সভাৰ কাম আৰম্ভ কৰিছে। উপস্থিত সমজুৱাৰ বক্তব্যৰ পাল পৰিছে এইবাৰ সমজুৱাৰ তৰফৰপৰা মিঃ চৌধুৰীয়ে উঠি কবলৈ আৰম্ভ কৰিলে সভাপতিয়ে নির্দেশ দিয়াৰ কাৰণে।

মিঃ চৌধুৰী—শ্রদ্ধেয় সভাপতি ডাঙৰীয়া আৰু উপস্থিত ৰাইজ! মোৰ বিশেষ কবলগীয়া নাই, সভাপতি মহাশয়ে আঙুলিয়াই দিয়াৰ বাবেহে কবলৈ উঠিলো। মই কওঁ যে আমি শান্তিপূর্ণ ভাৱে গণতান্ত্রিক পদ্ধতিৰে সমস্যা সমাধান কৰিব লাগে। মই শুনি বৰ দুখ পাইছোঁ যে আমাৰ বাঙালী ভাইসকলে অসমীয়া ভাষা ৰাজ্যভাষা হোৱাত আপত্তি কৰিছে। অসমত অসমীয়া ভাষা ৰাজ্যভাষানহৈ ক'ত হব লাগে? এনেকুৱা এটা ন্যায্য দাবীতো তেওঁলোকে আপত্তি কৰে নে? আপত্তি কৰি সভা-সমিতি কৰি পত্ৰাৰ পাঠাই সন্তুষ্ট নাথাকি একেবাৰে শোভাযাত্রা কৰি অসমীয়া ভাষা গাধৰ ভাষা বুলি শ্লোগান দি অসমৰ ৰাজধানী শিলং চহৰতে শোভাযাত্রা কৰিলে। অসমীয়া জাতিটোক গাধ বনাই অসমীয়া ভাষাক গাধৰ চেঁচনি আখ্যা দিলে। এনেবোৰ কথাত আমি বৰ দুখ পাইছোঁ। আমাৰ অন্তৰত আঘাত কৰিছে। কোনে বাৰু এনে এটা আবেগিক

আঘাত নীৰৱে সহ্য কৰিব পাৰে ? ইমানতো আমি একো মাত মতা নাছিলোঁ। এতিয়া তেওঁলোকে লাই পাই গৈ শেষত হিংসা নীতিকে অবলম্বন কৰিলে। মৰিয়নি আৰু লামডিঙত অসমীয়া মানুহক মাৰ-ধৰ কৰিলে। ই বৰ লাজৰ আৰু দুখৰ কথা। আমি অসমীয়া বাঙালী দুই ভাই। ভাইৰ ভিতৰত এনে ভাতৃঘাটী কাজীয়া আমি অন্তৰেৰে ঘৃণা কৰোঁ। মই আশা কৰোঁ আমাৰ বাঙালী ভাইসকলে এবাৰ অতীতৰ ফালে ঘূৰি চাব। কি সুন্দৰ প্ৰীতিৰে আমি বাস কৰি আছিছোঁ। আজি সেই প্ৰীতিৰ বন্ধনত তিক্ততা আনিব ধৰিলে। মই অনুৰোধ কৰোঁ, আমাৰ বাঙালী ভাইসকলে এই ভাতৃঘাটী কাণ্ড বন্ধ কৰিব।

এনেকৈ কৈ চৌধুৰী বহে। ৰাইজৰ হাত-তালি পৰে। তাৰ পিছত উঠে মিঃ মিত্ৰ।

মিঃ মিত্ৰ—শ্ৰদ্ধেয় সভাপতি মহাশয় আৰু ভক্তিভাজন ৰাইজ! আমি পৰম দুঃখিত। আমাৰ বাঙালী জাতি ভাইসলে শিবলঙত যি লজ্জাজনক শোভাযাত্ৰা কৰিলে আৰু শ্লোগান দিলে তাৰ কথা ভাবিলে মোৰ নিজকে বাঙালী বুলি পৰিচয় দিবলৈ লাজ লাগে। অসমীয়া ৰাজ্যভাষাৰ বুৰঞ্জীত ই সদায় অবিস্মৰণীয় হৈ থাকিব আৰু বাঙালী জাতিৰ সংস্কৃতিৰ ওপৰত ই সদায় কলঙ্কৰ কালিমা ৰাখি যাব। কোনো ভদ্ৰ বাঙালীয়ে ইয়াক সমৰ্থন কৰিব নোৱাৰে। তাৰ উপৰি মৰিয়নি আৰু লামডিঙত যি বীভৎস আৰু নাৰকীয় কাণ্ড কৰিলে তাৰ কাৰণে মহান বাঙালী জাতীয় চৰিত্ৰত চিৰকালৰ কাৰণে কলঙ্কৰ চেকা পৰিল। ইয়াৰ কাৰণেই আজি মই নিজকে বাঙালী বুলি পৰিচয় দিবলৈ লজ্জাবোধ কৰিছোঁ। এই দুৰ্বৃত্তহঁতৰ কাৰণে আমাৰ অসমীয়া ভাইঅকলৰ লগত আবহমান কালৰেপৰা চলি অহা সৌহাৰ্দ্য লোপ পাবৰ উপক্ৰম কৰিছে। আমি সদৌ অসমবাসী বাঙালীয়ে সেই দুৰ্বৃত্তহঁতৰ কাৰ্যৰ তীব্ৰ

গৰিহণা দিওঁ। তাৰ বাবে আমি অসমবাসী সদৌ বাঙালী সমাজকে দোষী বুলি নধৰে যেন। অসমীয়াৰ লগত আমি মিলি-জুলি থাকিবলৈ চাওঁ। আশা কৰোঁ আমাৰ আন্তৰিক আহ্বানে অসমবাসী ৰাইজৰ কাণ চুই যাব। আমি বাঙালী সমাজৰপৰা প্ৰস্তাৱ পঠাইছোঁ এই কাৰ্যৰ গৰিহণা দি আৰু অসমীয়া ভাষা অসমৰ একমাত্ৰ ৰাজ্যভাষা হব লাগে বুলি স্পষ্ট মত প্ৰকাশ কৰিছোঁ। বাতৰি কাকতত বোধহয় আপোনালোকে আমাৰ মিটিঙৰ খবৰ আৰু প্ৰস্তাৱ পঢ়িবলৈ পাইছে। গতিকে দুৰ্বৃত্তহঁতৰ কাৰ্যৰ বাবে যেন সকলো বাঙালীকে জগৰীয়া নকৰে এয়েহে অসমীয়া ৰাইজৰ ওচৰত আমাৰ সকৰুণ মিনতি।

মিঃ মিত্ৰই অসমীয়া ৰাইজক নমস্কাৰ কৰি সদৌ অসমবাসী বাঙালীৰ হকে কৈ বহে। ৰাইজে হাত-তালি দি প্ৰশংসা কৰে।
বাঙালীৰ হকে কৈ বহে। ৰাইজে হাত-তালি দি প্ৰশংসা কৰে।
তাৰ পিছত উঠে মিঃ আলি।

মিঃ আলি—মাননীয় সভাপতি ডাঙৰীয়া আৰু শ্ৰদ্ধেয় ৰাইজ! মিঃ মিত্ৰই যি কৈছে সেই কথা আমাৰ বাঙালী মুছলমানৰো। কাছাৰৰ মুষ্টিমেয় ভগনীয়া বাঙালী নেতা কেইজনমানৰ কথা আৰু কাৰ্যই সকলো বাঙালীৰ কথা আৰু কাম নহয়। বৰং তাৰ ওলোটাহে। আমি সৰ্বান্তঃকৰণে আপোনালোকৰ প্ৰস্তাৱ সমৰ্থন কৰিছো। অসমত একমাত্ৰ অসমীয়া ভাষাই ৰাজ্যভাষা হব লাগে।

এনেকৈ অসমীয়া ভাষাক সমৰ্থন কৰি মিঃ আলি বহে। ৰাইজে হাত তালি দি সমৰ্থন জনায়। তাৰ পিছত উঠে মিঃ বৰুৱা।

বৰুৱা—মাননীয় সভাপতি মহাশয় আৰু শ্ৰদ্ধেয় ৰাইজ! মিঃ মিত্ৰ আৰু মিঃ মহম্মদ আলিৰ কথা শুনি আমি নথৈ সুখী হলোঁ। আমি বুজিছোঁ যে একশ্ৰেণীৰ বৃহত্তৰ বঙ্গবাদী বাঙালী দলেহে আমাৰ প্ৰস্তাৱৰ বিৰোধিতা কৰিছে, বাকীবিলাক

বাঙালীয়েও সমৰ্থন জনাইছে। এনে অৱস্থাত সদৌ অসমবাসী বাঙালীৰ গাত দোষ নাই। আমি তেওঁলোকৰ শলাগ লৈছোঁ আৰু আমাৰ কামত সহযোগ কৰাৰ কাৰণে ধন্যবাদ জনাইছোঁ। এতিয়া আমি আমাৰ চৰকাৰক টানি অনুৰোধ কৰিম যাতে বিধান সভাৰ অহা অধিবেশনত অসমীয়াক ৰাজ্যভাষা হিছাপে ঘোষণা কৰে। এইবোৰ কাম চৰকাৰে সোলোক-ঢোলোক কৰা মানে দেশলৈ অশান্তি মাতি অনা। গতিকে চৰকাৰে যাতে সুদৃঢ় ভাৱে ঘোষণা কৰে তাৰ বাবে প্ৰস্তাৱ লবলৈ ৰাইজক অনুৰোধ কৰিলোঁ।

মিঃ বৰুৱা বহে। ৰাইজে হাততালি দিয়ে। তেওঁৰ পিছত উঠে মাৰোৱাৰী মহাজন মিঃ আগৰৱালা।

মিঃ আগৰৱালা—শ্ৰদ্ধেয় সভাপতি মহাশয় আৰু সম্মানিত ৰাইজ! মই আমাৰ মাৰোৱাৰী তৰফৰপৰা কওঁ যে অসমত একমাত্ৰ অসমীয়া ভাষাই ৰাজ্যভাষা হব লাগে। এমুঠিমান বাঙালী বাসিন্দাৰ ভাষাই যদি অসমত দ্বিতীয় ৰাজ্যভাষা হব লাগে তেন্তে আমি ইমান মাৰোৱাৰী আৰু হিন্দুস্থানী লোক বাস কৰিছোঁ, আমাৰ ভাষা নাইবা হিন্দী কিয় অসমৰ ৰাজ্যভাষা নহব? তেতিয়া হ'লে অসম দ্বিভাষী ৰাজ্য নহৈ বহুভাষী ৰাজ্য হব আৰু চৰকাৰী কাম-কাজবোৰ বিশৃংখল হৈ পৰিব। মিছাকৈ অসমীয়া মানুহক হিংসা কৰি আৰু অসমীয়া ভাষাক ঈৰ্ষা কৰি বাঙালীসকলে অসমত আজি বৰ অন্যায় কৰিব ধৰিছে। মই ক'লে বেয়া পাব যে অসমীয়াৰ কোনো এটা কামতে বাঙালীয়ে সহায় কৰিব দূৰত থাওক সহযোগো কৰা নাই। আজিলৈ যিমানবিলাক ডাঙৰ অনুষ্ঠান হৈছে, সেইবোৰৰ কোনোটোতে কোনো বাঙালীৰ কোনো দান নাই বৰং বহুত অনুষ্ঠানত বাধা হৈ দিছে। আমাক অসমত থকা বাঙালীবিলাকে শোষণকাৰী মাৰোৱাৰী বুলি কয়, কিন্তু আমি আজি অসমীয়াৰ যিমানবিলাক কামত সহযোগ কৰিছোঁ আৰু মাৰোৱাৰী মহাজনসকলে যিমান দান দি অনুষ্ঠান টনকিয়াল কৰি

তুলিছে তালৈ লক্ষ্য কৰিলে বুজিব পাৰিব আমি অসমীয়াক কিমান ভাল পাওঁ। এই কথা কবলৈ লাজ লাগে সঁচা কিন্তু নক'লে নচলে। বাঙালীসকলে অসমত ইমান দিন বাস কৰিও অসমৰ হকে একো কৰা নাই। বৰং অসমৰ চাকৰিবাকৰিবিলাক কৰায়ত্ত কৰি নি উদৰ হে পূৰণ কৰিছে আৰু সুবিধা পালে অসমীয়া মানুহৰ সৎ কামত বাধা দিছে আজি ডেৰশ বছৰৰ ইতিহাসত অসমত বাস কৰি বাঙালীয়ে কোনো অনুষ্ঠান প্ৰতিষ্ঠানত সহায় কৰা বুলি আঙুলিয়াই দিব নোৱাৰে। আমাৰ মাৰোৱাৰী মানুহে অসমত বাস কৰি অসমীয়া হৈ গৈছে। অসমীয়া ভাষাৰ উন্নতিৰ কাৰণে চেষ্টা কৰি আহিছে। স্বৰ্গীয় আনন্দচন্দ্ৰ আগৰৱালা, জ্যোতিপ্ৰসাদ আগৰৱালা, চন্দ্ৰকুমাৰ আগৰৱালা আদি মাৰোৱাৰী বংশধৰে অসমীয়া সাহিত্যত যি বৰঙনি দি গৈছে তাৰ তুলনাত বাঙালীসকলে একো কৰা নাই বৰং ১৮৩৬ খৃঃত অসমীয়া ভাষা চৰকাৰী আইন আদালত আৰু স্কুল-কলেজৰপৰা উঠাই দি ইয়াৰ ভিকাছন মৰাৰ হে চেষ্টা কৰিছিল। বাঙালীৰ ক্ৰিয়াকাণ্ড অসম বুৰঞ্জীত বৰ কদৰ্যভাৱে দেখা দিব। গতিকে এইবাৰো যাতে অতীতৰ কদৰ্যতাক আঁকোৱালি ধৰি অসমীয়া ভাষা তথা ৰাইজৰ অমঙ্গল নকৰে তাৰ কাৰণে মই মাৰোৱাৰীসকলৰ তৰফৰপৰা বাঙালী ৰাইজক সতৰ্ক কৰি দিলোঁ। ইয়াৰ পৰিণাম অতি ভয়ানক হব। এক বাঙালীৰ কাৰণে আন আন অনা-অসমীয়াই যাতে অসমীয়াৰ অপ্ৰিয় নহওঁ তাৰ ৱাবে বাঙালীয়ে নজৰ ৰাখিব বুলি আশা কৰিলোঁ। মই অধিক নকওঁ, সকলোৰে একমুখে অসমীয়া ৰাজ্যভাষা হওক বুলি স্বীকাৰ কৰা উচিত হব।

মিঃ আগৰৱালাই এনেভাৱে দীঘলীয়া অথচ উত্তেজনাপূৰ্ণ বক্তৃতা দি বহিল। ৰাইজে হৰ্ষোল্লাসেৰে চাপৰি বজাই আগৰৱালাক সমৰ্থন কৰিলে। তাৰ পিছত উঠিল পাঞ্জাবী মিঃ সিংহ।

মিঃ সিং—শ্ৰদ্ধেয় সভাপতি মহাশয়, আৰু উপস্থিত ৰাইজ! তেনেহলে আমাৰ প্ৰস্তাৱ আমি জোৰভাৱে কৰিব লাগে।

মিঃ আগৰৱালাৰ কথাখিনি শুনি বৰ ভাল লাগিল। বাস্তৱতে মাৰোৱাৰীসকলৰ দৰে ধনে-প্ৰাণে বাঙালীসকলেও যদি অসমীয়াক সহায় আৰু সমৰ্থন কৰিলেহেঁতেন তেনেহলে সঁচাকৈ অসমৰ বহুত উন্নতি হ'লহেঁতেন। সহায় নকৰি বৰং বিৰোধিতা কৰি বাঙালীসকলে আমাৰো ঘোৰ অন্যায় কৰিছে আৰু নিজৰো ভীষণ ক্ষতি কৰিছে। ভৱিষ্যৎ বংশধৰসকলে বাঙালীৰ এই ইতিহাস পঢ়িলে, চিন্তা কৰিলে নিশ্চয় বৰ দুঃখিত আৰু ক্ষুব্ধ হ'ব। গতিকে বৰ্তমানৰ বাঙালী ভাইসকলে যাতে অসমৰ অন্যায় নিচিন্তে তাৰ বাবেই মই বাঙালী ৰাইজক অনুৰোধ কৰিলোঁ। তাৰ পিছত, আমি অসমৰ সমগ্ৰ ৰাইজ অসমীয়, বাঙালী, মাৰোৱাৰী, হিন্দুস্থানী, পাঞ্জাবী নিৰ্বিশেষে সভা-সমিতি কৰি প্ৰস্তাৱ পঠাব লাগে আৰু বিধান সভাৰ অহা অধিবেশনত যাতে অসমীয়া ভাষা ৰাজ্যভাষা বুলি ঘোষণা ঘৰে তাৰ বাবে চেষ্টা কৰিব লাগে। ইয়াৰ বাবে দৰকাৰ হ'লে আমাৰ মাজৰপৰা মিলিত সঁজাতী দল পঠাব লাগে। আমি পাঞ্জাবীক বাঙালীবিলাকে সুকুমাৰ কলা বিষয়ত একেবাৰে অজ্ঞ বুলি ঘৃণা কৰে আৰু অস্ত্ৰ-শস্ত্ৰ চালনাকাৰী কঠোৰ সৈনিক, লোহা লক্কৰধাৰী ইঞ্জিনীয়াৰ, অভাৰচিয়াৰ, মেকানিক আৰু ড্ৰাইভাৰৰ জাতি বুলি উপলুঙা কৰে। মানসিক ক্ষেত্ৰত— সংগীত, সাহিত্য, সুকুমাৰ কলাত অপৈণত বুলি উপহাস কৰে আৰু শাৰীৰিক শক্তিৰ কছৎৰকাৰী বুলি আমাক ঠাট্টা কৰে। সেই-বাবে মই আমাৰ পঞ্জাবী শাৰীৰিক শক্তিসাধক জাতিৰ তৰফৰপৰা কওঁ যে মানসিক শক্তিৰ উৎকৰ্ষকাৰী বাঙালী যাতে মানসিক কামত ঠিকমতে আগবাঢ়ে, নহ'লে গোলমাল সৰিলে শাৰীৰিক শক্তি বাহি নাথাকিব। কলমৰ পাক বেয়া হলে অস্ত্ৰৰ খোঁচাৰ ক্ৰিয়া আৰম্ভ হ'ব। গতিকে সাৱধানে কাম কৰক।

মিঃ সিঙে এনেকৈ সাৱধান বাণী শুনাই বহে। ৰাইজে হাঁহি দিয়ে আৰু হাত চাপৰি বজায়। তাৰ পিছত উঠে নেপালী

মিঃ চেত্ৰী। মিঃ চেত্ৰী—শ্ৰদ্ধেয় সভাপতি মহাশয়, আৰু ৰাইজ! মিঃ সিঙৰ কথাই আমাৰ নেপালী সকলৰো কথা আমি সংজাতী দল পঠাব লাগে। লগতে মই বাঙালীসকলক সকীয়ায় দিও যে ষেতিয়া পশ্চিম বঙ্গত বাংলা ভাষা ৰাজ্যভাষা বুলি ঘোষণা কৰে তেতিয়া আমাৰ নেপালীবিলাকে আপত্তি কৰা নাছিল। অসমত বাঙালী শতকৰা পোন্ধৰজন। কিন্তু পশ্চিমবঙ্গত বিশেষকৈ দাৰ্জিলিং জিলাত নেপালী শতকৰা নবৈজন। তথাপি আমাৰ নেপালীয়ে আপত্তি কৰা নাছিল। তেনে ক্ষেত্ৰত কাছাৰবাসী বাঙালীয়ে এনে অবৈধ আৰু অন্যায় প্ৰস্তাৱ কৰাত আমি ক্ষুব্ধ হৈছো। যদি অসমত বাঙালীকো ৰাজ্যভাষা কৰিব লাগে তেন্তে পশ্চিমবঙ্গত নেপালীকো ৰাজ্যভাষা কৰিব লাগিব। সেই দেখি তেওঁলোকে যাতে কোনো আপত্তি নকৰি অসমীয়াৰ লগত হাত মিলাই শান্তিপূৰ্ণভাৱে চলে তাৰ বাবে মই অনুৰোধ কৰিলোঁ।

তেওঁ বহে। ৰাইজৰ মাজৰপৰা "নিশ্চয়" "নিশ্চয়" বুলি সমৰ্থন ধ্বনি আহে। তাৰ পিছত সভাৰ সামৰণি মাৰিবৰ বাবে সভাপতি গোস্বামীদেৱ উঠে, কাৰণ তেতিয়া ৰাতি বহুত হৈছে।

সভাপতি—এতিয়া সভাপতিৰ মন্তব্য। মোৰ কব লগা একো নাই। মই বৰ আনন্দ পাইছোঁ যে আজি আমাৰ সভাত সকলো জাতিৰ মানুহ উপস্থিত আছে আৰু প্ৰত্যেকে নিজৰ নিজৰ মত দাঙি ধৰিছে। সকলোৱে অসমীয়া ৰাজ্যভাষা হোৱাৰ সমৰ্থক। গতিকে আমাৰ এতিয়া কৰ্তব্য হব সকলো জাতিৰপৰা সংজালী দল গৈ চৰকাৰক জনোৱা। তাৰ কাৰণে সমগ্ৰ অসমতে সভা সমিতি কৰি প্ৰস্তাৱ পঠাওক। যদিও কাছাৰৰ মুষ্টিমেয় বাঙালী নেতাৰ প্ৰৰোচনাত পৰি কিছুমান বাঙালী মানুহ বিপথগামী হৈছে আৰু কিছুমান সমাজ-বিৰোধী লোকে মৰিয়নি আৰু লামডিঙতঅমানুষিক কাৰ্য সংঘটিত কৰিছে—তথাপি আমি তাত বেছি গুৰুত্ব দিব নালাগে। আজি সদৌ অসমৰ বাঙালী বাসিন্দাসকলৰ সমৰ্থনলৈ

নহৈ চাই এই দুষ্কৰ্মৰ ক্ষমা কৰিব লাগে। দুৰ্বৃত্তহঁৰ বাবে শান্তিপ্ৰিয় ৰাইজ জগৰীয়া নহয়। আমি দুৰ্বৃত্তহঁতৰ কাৰ্যক গৰিহণা দিছো আৰু ব্ৰহ্মপুত্ৰ উপত্যকাবাসী বাঙালী ৰাইজক অভিনন্দন জনাইছোঁ, কাৰণ তেখেতসকলে দুৰ্বৃত্তহঁৰ কাৰ্যক নিন্দা কৰিছে। এতিয়া আমাৰ প্ৰথম আৰু প্ৰধান কৰ্তব্য হ'ল—সংখ্যালঘুসকলক সমস্ত সা-সুবিধা দি অসমীয়া ভাষাক অসমৰ একমাত্ৰ ৰাজ্যভাষা বুলি চৰকাৰৰদ্বাৰা ঘোষণা কৰোৱা। ভাৰতীয় সংবিধান স্বীকৃত চৈধ্যটা ৰাজ্যভাষাৰ অন্যতম ভাষা অসমীয়াক উপযুক্ত স্থানত স্থাপন কৰি অসম চৰকাৰে দেশ, জাতি আৰু ভাষাৰ মৰ্যাদা ৰক্ষা কৰক। ইয়াকে কৈ মই মোৰ বক্তব্যৰ সামৰণি মাৰিলোঁ। আজিৰ কাৰণে সভাৰ কাম শেষ।

"অসমত একমাত্ৰ অসমীয়া ভাষা
ৰাজ্যভাষা হওক।"
"সংখ্যালঘুক-ৰক্ষণাবেক্ষণ দিয়ক"

চৈধ্য

সুবিধাবাদী দলৰ গোপন আলোচনা। মহাপেচ নমশূদ্ৰ, সমৰেন্দ্ৰ মোহন দাস আৰু শ্ৰীমতী আন্ধেৰী চন্দই আলোচনা কৰিব ধৰিছে। ইমান চেষ্টা, ইমান অত্যাচাৰ কৰা সত্বেও অসমীয়া মানুহবিলাক ক্ষীপ্ত হোৱা নাই আৰু কোনো হিংসাত্মক কাৰ্যত ব্ৰতী হোৱা নাই দেখি তেওঁলোকে নিৰুপায় হৈ পৰিছে। অসমীয়া মানুহবিলাকে শান্ত আৰু ধীৰভাৱে মেল-মিটিং কৰি কেৱল প্ৰস্তাৱ-সমূহহে পঠাব ধৰিছে। তাকে দেখি তেওঁলোক বিমূঢ় হৈ কি পন্থা অৱলম্বন কৰিব তাকে চিন্তা কৰিছে।

মহাপেচ নমশূদ্ৰই ক'লে "দেখিলে মিঃ দাস বাতৰি কাকতত কি লিখিছে? গুৱাহাটী, যোৰহাট, শিৱসাগৰ, গোলাঘাট, নগাঁও

তেজপুৰ, ডিব্ৰুগড়, তিনিচুকীয়া, বৰপেটা, সৰ্থেবাৰী, গোৱালপাৰা, জালুকবাৰী, নলবাৰী ধুবুৰী আদি অসমৰ সকলো চহৰতে অসমীয়া সকলে মিটিং কৰি অসমীয়া ভাষা একমাত্র ৰাজ্যভাষা হ'ব লাগে বুলি প্ৰস্তাৱ পঠাইছে। আনকি ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাঙালীসকলেও যোগ দিছে আৰু একে প্ৰস্তাৱকে শিলঙলৈ পঠাইছে; মাৰোৱাৰী, নেপালী, হিন্দুস্থানী, পাঞ্জাবী, মণিপুৰীহঁতো এখোপ চৰাহে। এইবাৰ অসমীয়াহঁতে নিলে। এতিয়া কি কৰা যায়?"

সমৰেন্দ্ৰই চিন্তা কৰি ক'লে "বুৰ্বকহঁতৰ এতিয়াহে চকুত পেক লাগিল। ভালেই হৈছে, আমাৰ কাৰ্যসিদ্ধি হ'বৰ উপক্ৰম হৈছে।"

এনেতে শ্ৰীমতী চন্দই মাত লগালে—"একো ভাল হোৱা নাই মিঃ দাস, এতিয়াও আচামী অসভ্যহঁতে শান্তভাৱে মিটিং কৰি প্ৰস্তাৱ পঠাইহে আছে, কোনো ৰকমৰ হিংসাত্মক কাৰ্যত ব্ৰতী হোৱা নাই; আমাৰ কাৰ্য কেনেকৈ সিদ্ধি হ'ব?"

সমৰেন্দ্ৰই মাত লগালে - "তেন্তে কি কৰিব মিচ চন্দ? আমাৰ আৰু উপায় নাই। শিলঙত শোভাযাত্ৰা কৰি 'অসমীয়া ভাষা গাধৰ ভাষা' বুলি শ্লোগান দিয়ালো; কিজানি অনুভূতিত আঘাত লাগেই, কিন্তু ক'তা? একো আবেগ নাহিল। তাৰপিছত বাধ্য হৈ মৰিয়নি, লামডিং জংচনত মাৰ-পিট কৰালোঁ, কিজানি আঘাত পাই জাগেই; কিন্তু মিছা হ'ল, আমাৰ সকলো চেষ্টা ব্যৰ্থ হ'ল। সিহঁতে নীৰৱে সহ্য কৰিলে গঁড়ৰ দৰে। এতিয়া আৰু কি উপায় অৱলম্বন কৰিম?"

মিচ চন্দ – ইমানতো ইহঁতে নাজাগিল যেতিয়া আমি অন্য পন্থা লব লাগিব।

নমশূদ্ৰ - অন্য কি পথ লব?

মিচ্ চন্দ —ব্ৰহ্মপুত্ৰ উপত্যকাৰ নগৰ আৰু গাঁওবোৰৰ আমাৰ পক্ষৰ মানুহে নিজৰ ঘৰৰ মালবস্তু উলিয়াই লৈ শূন্য ঘৰবোৰত

নিজে নিজেই জুই জ্বলাই দিব লাগিব আৰু আচামীবোৰে ঘৰত জুই দিয়া বুলি পুলিচ থানাত 'এনট্ৰি' দিব। এনেকৈ আগতে 'এনট্ৰি' দি থ'লে সুবিধা আছে, ভৱিষ্যতে কেচ লাগিলে প্ৰমাণ দিবলৈ। এনেকৈ গোলমাল লগাই দিব পাৰিলে ৰাষ্ট্ৰপতিৰ শাসন দাবী কৰিবলৈ আমাৰ সুবিধা হয়। দিল্লীত গৈ আমাৰ পক্ষৰ নেতাসকলে, আমাৰ লগত গৈ লোকসভাত বুজাব পাৰিব যে অসম চৰকাৰ অচল হৈছে। নাগৰিকৰ প্ৰাণ আৰু বাসস্থান ৰক্ষা কৰিব পৰা নাই। ৰাজ্যৰ শান্তি আৰু শৃঙ্খলা নাইকিয়া হৈছে। জনসাধাৰণৰ নিৰাপত্তা ৰক্ষা কৰিব পৰা নাই। নৰহত্যা, গৃহদাহ সমস্ত অসমতে বিয়পি পৰিছে আৰু অসম চৰকাৰ অকৃতকাৰ্য হৈছে। গতিকে অসমত অবিলম্বে ৰাষ্ট্ৰপতিৰ শাসন নিতান্ত প্ৰয়োজন হৈ পৰিছে। এনেকৈ সংজাতী দল গৈ দিল্লীত বুজাই অসমত ৰাষ্ট্ৰপতিৰ শাসন প্ৰবৰ্তন কৰিব পাৰিলে বিধানসভা ভাঙি যাব, মিনিষ্ট্ৰী ভাঙি যাব আৰু ৰাজ্য ভাষা-চাজ্যভাষাৰ প্ৰশ্ন বন্ধ হৈ যাব। তাৰপিছতে আমি ৰাষ্ট্ৰপতিৰ শাসনকাল ছয় মাহৰ ভিতৰত কিবা কৰিব পাৰিম।

সমৰ—চাববাচ বুদ্ধি মিচ চন্দৰ। ধন্যবাদ। বাস্তৱতে নাৰীৰ মগজতহে কূটবুদ্ধি বেছি। আমি তাকে কৰা উচিত হব।

নমশূদ্ৰ—মিছাকৈনো আমি মাতৃজাতিক ইমান ভক্তি কৰোনে যদি ইমান বুদ্ধিয়ে নাথাকে? আমি ব্ৰহ্মপুত্ৰ উপত্যকালৈ গৈ আমাৰ কেম্পবিলাকত এইবিলাক আলোচনা কৰি অচিৰে এই কাৰ্য কৰিব লাগে। ব'লক এতিয়া, আমি এই বিষয়ে গভীৰভাবে আলোচনা কৰোঁগৈ। আমি কেনেকৈ কাম কৰিম তাৰ এখন আঁচনি প্ৰস্তুত কৰোঁগৈ।

## পোন্ধৰ

গুৱাহাটী নগৰ। মিঃ লাহিৰীৰ ঘৰ। কেইবাজনৰ লগত মিঃ



৬

লাহিৰীয়ে গোপন-কক্ষত বহি আলোচনা হব ধৰিছে। শেষত তেওঁ কৈছে—"বুজিছে আপোনালোকে? বয়-বস্তুবোৰ উলিয়াই বেলেগ নিৰাপদ ঠাইত থৈ পাক-ঘৰ, গোহালি ঘৰ, খৰিথোৱা ঘৰ আদিত জুই জ্বলাই দিব আৰু অগ্নি নিৰ্বাপক বাহিনীয়ে আহি জুই নুমালে থানালৈ গৈ থানাত অসমীয়া মানুহে ঘৰত জুই দিয়া বুলি 'কেচ' দিব। একেদিনাই কেইবাটাও 'কেচ' যেন পুলিচ-থানাত দিয়া হয়। ঘৰ জ্বলোৱা' অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত হৈ আক্ৰমণ কৰা ইত্যাদি কথা বনাই ভালকৈ লিখি দিব।" এজনে সুধিলে—"ঘৰবোৰ পুৰিলে আমাৰ লোকচান হব যে?"

লাহিৰী—"অলপো লোকচান নহয়। ক্ষতিপূৰণ আদায় কৰিব পাৰিম। যিবিলাক 'ৰিফিউজিয়ে' চৰকাৰৰ ধাৰ লৈ দোকান আৰম্ভ কৰিছে, তেওঁলোকে দোকানৰ মাল-বস্তু উলিয়াই থৈ ঘৰটোত জুই দিব। শেষত সকলো পুৰি নষ্ট হোৱা বুলি প্ৰমাণ কৰি ঋণবোৰ মাফ কৰাই দিম। দুই-চাৰি হাজাৰ টকাৰ ধাৰ যদি দিব নলগা হয় তেন্তে আপোনালোকৰ কিমান লাভ হব তাৰ চাওকচোন। ঋণ মাৰা যাব যাব আপোনালোকৰ আৰু ঘৰ পুৰিব অসমীয়াৰ কাৰণ দোকান-ঘৰবোৰ অসমীয়া মানুহৰ ভাৰাঘৰ। কি মজাৰ ব্যাপাৰ।"

তেতিয়া আন এজনে ক'লে—অৱশ্যে কথাষাৰ ভালেই। আমি তাকে কৰাই ভাল হব। দুয়োফালে সুবিধা হব। তেন্তে এতিয়াই যাওঁ লাহিৰীবাবু?"

লাহিৰী—"যাওক। মই কোৱামতে কাম কৰকগৈ।"

এনেভাৱে মন্ত্ৰণা কৰি বুদ্ধিমান সুবিধাবাদী দলে বেছ কৌশল কৰিলে।

* * *

নগাওঁ। হোজাই টাউন। মিঃ হোজাই দাসগুপ্তই কেইজন-মানৰ লগত মন্ত্ৰণা কৰিব ধৰিছে। ফাচ্ফুচ্ কৈ কিবাকিবি আলো-

চনা কৰি শেষত মিঃ দাসগুপ্তই ক'লে—

দাসগুপ্ত—বুদ্ধি এয়ে। মালবস্তু বাহিৰ কৰি লৈ ঘৰবোৰত জুই দি দিবা আৰু অসমীয়া মানুহে জুই দিয়া বুলি চিঞৰি চিঞৰি পাছত আহি 'কেচ' দিবা। তেতিয়া ঘৰৰ ক্ষতিপূৰণো পাবা আৰু 'বিভিন্ন জি-লোনো' পাবা। অসম চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰৰ পৰা আমি লাখ লাখ টকা আদায় কৰিব পাৰিম। তোমালোকৰ খেৰৰ ঘৰ গুচি টিনৰ ঘৰ হ'ব। আমাৰ বুদ্ধিমতে কাম কৰা, পিছত দেখিবা কিমান সুবিধা হয়।

এজন ক্ষীণ আৰু ক'লা বৰণৰ লোকে সুধিলে—"আমাৰ একো লোকচান নহয়তো দাসগুপ্তবাবু ?"

দাসগুপ্ত—লোকচান হ'লে মই ক্ষতিপূৰণ দিম. হ'ল নে এতিয়া ? সুযোগ তোমালোকে নেহেৰুৱাবা ?"

আনজনে মাত লগালে—"তেনেহলে কোনো কথা নাই বাবু, আমি লাভ পালে যি কোনো কামকে কৰিম, কিন্তু ভয় হয় জানোচা শেষত —।"

দাসগুপ্ত—আমাৰ অভিভাৱক আছে। কোনো ভয় নাই। আসাম আমাৰ মনত উপনিবেশহে, আমাৰ ৰাজ্য নহয়। আৰু দেখিবা আমাৰ বিপদত কিছুমান লোকে কিমান কাম কৰে; কোন ভয় নাই, কামত নামি যোৱা।"

এনেভাবে আলোচনা আৰু মন্ত্ৰণা চলে হোজাইত।

*        *        *        *

সোৱেশ্বৰ। বিজাৰ্ডৰ পমুৱা মুছলমানৰ লগত আলোচনা কৰে সময়েই মোহন দাসে পমুৱা মাতব্বৰ ঘৰত বহি মনে মনে মাতব্বৰৰ লগত মন্ত্ৰণা কৰে।

মন্ত্ৰ—"এৰা, তোমালোকৰ বাবে এয়ে পথ। ঘৰৰ বস্তুবোৰ বাহিৰত নিৰাপদ ঠাইত ৰাখি ঘৰবোৰত জুই দি দিবা আৰু অসমীয়া মানুহে জুই দিয়া বুলি চিঞৰি দিবা। তোমালোকৰ ক্ষতিপূৰণ

চৰকাৰে দিবলৈ বাধ্য হব।"

মাতবৰ—"আচ্ছা বাবু, এটা কথা। আমি যে চৰকাৰী মাটিত বেদখল কৰি বহি আছো? অসম চৰকাৰে বেদলকাৰী উচ্ছেদনীতি অৱলম্বন কৰি আমাক দুবাৰো উচ্ছেদ কৰিছিল, তথাপি আমি আপোনাৰ দৰে কিছুমান নেতাৰ দিহামতে আকৌ বহিছোঁ। এতিয়া আমি জুই দি ঘৰ পুৰি গুচি গ'লে চৰকাৰৰ মজাহে হ'ল? আমাৰ গোৰেশ্বৰ ৰিজাৰ্ভত অধিক সংখ্যক ভগনীয়াই বেদখলকাৰী। কিছুমানে আকৌ অসমীয়া মানুহৰ পট্টাৰ মাটিতো বেদখল কৰি ৰহি আছে। আমালোকে ঘৰ পুৰি গুচি গ'লে অসমীয়াহঁতে সিহঁতৰ মাটি আবাদ কৰিবলৈ সুবিধাহে হব কৰিধাহে হব। আমি আৰু পুনৰ এই ঠাই নাপাম। তেতিয়া আমাৰ কি উপায় হব বাবু?"

সময়—"কোনো চিন্তা নাই, তেতিয়া ভালেই হব। অসমীয়া মানুহে জুই দিয়া বুলি আপোনা-আপুনি প্ৰকাশ হৈ যাব, আৰু তোমালোকে ক্ষতিপূৰণসহ মাটিৰ দখলো পাবা। ইফালে চৰকাৰে ঘৰ জ্বলোৱা 'কেচ'ত মজা বাহিৰ কৰি দিব। আজিৰ খেৰৰ ঘৰ কালি টিনৰ হব, আজি বেদখলৰ মাটি কালি পট্টাৰ মাটি হব। আমি লাখ লাখ টকা অসম চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰৰপৰা আদায় কৰি তোমালোকক দিম। তোমালোকে মই কোৱামতে কাম কৰা। এনেয়ো তোমালোকক অসম চৰকাৰে উচ্ছেদ কৰিব অহা-চাৰিমাহৰ ভিতৰত, 'এভিকৃচন অৰ্ডাৰ' হৈছেই। গতিকে তোমালোকে এই বুদ্ধি কৰি ভৱিষ্যতৰ বাবে সুবিধা কৰি লোৱা।"

মাতবৰ—"আচ্ছা তাকেই কৰিব লাগিব বাবু, আমাকতো এনেও চৰকাৰে উঠাবই, তেনেস্থলত এটা কন্দি কৰা একো বেয়া নহয় অৱশ্যে।"

সময়—"চাববাচ, এয়াহে কথা। ব'লা—এতিয়া আমি আন মানু-

হক বুজাই-বুঢ়াই সন্মত কৰাওঁগৈ ।”

মাতবৰ—“ব’লক ।”

দুয়ো ওলাই যায় মাতবৰৰ ঘৰৰপৰা পমুৱা বস্তিলৈ ।

*　　　*　　　*

শ্বিলং চহৰ। মিঃ মুখাৰ্জি আৰু মিঃ নিউকেলাচে গোপন আলোচনা কৰিছে ।

মিঃ নিউকেলাচ—নোৱাৰিছোঁ মুখাৰ্জিবাবু, আমি পাহাৰীসকল এক-প্ৰকাৰ পৰাজিত হৈছোঁ। পাহাৰী মানুহবিলাক অসমীয়াৰ বিৰুদ্ধে নাযায়। কি উপায় কৰি এওঁলোকৰ মন ঘুৰোৱা যায়। কি উপায়ে অসমীয়াৰ শত্ৰু কৰি তুলিব পাৰি ভাবি পোৱা নাই। আমি গোটেইকেইজন নেতা হতাশ হৈ পৰিছোঁ।

মুখাৰ্জি—অৱশ্যে কথাটো বৰ জটিল। ইমান দিনে চলি অহা প্ৰীতি আৰু সৌহাৰ্দ্য সাধাৰণ বক্তৃতাতে নাইকিয়া নহয়।” তাৰপিছত অলপ চিন্তা কৰি দুয়ো নৰীৱে তলমূৰ হৈ থাকে। কিছুসময়ৰ পিছত মুখাৰ্জিয়ে পুনৰ কয়—“এটা বুদ্ধি আছে অৱশ্যে যদি কৰিব পাৰে।”

মিঃ নিউকেলাচে বৰ ব্যগ্ৰ হৈ সোধে—“বুদ্ধি মিঃ মুখাৰ্জি? কওক, আমি কৰিব পাৰিম।”

মুখাৰ্জি—গুৱাহাটীৰ চিভিল হস্পিটেলত থকা এজনী খাচিয়া নাৰ্চক অসমীয়া গুণ্ডাই অপহৰণ কৰা বুলি আৰু অত্যাচাৰ কৰা বুলি মিছা জনৰৱ এটা তুলি দিব পাৰিলে সমস্ত শ্বিলং গৰম হৈ উঠিব আৰু খাচিয়াসকলে প্ৰতিশোধ লবৰ বাবে শিলঙত থকা অসমীয়াইতক য’তে পাব তা’কে ত’তে মাৰিব। এই ফন্দিটো বৰ কৌশলেৰে কৰিব লাগিব কিন্তু।

নিউকেলাচ—চাববাচ বুদ্ধি আপোনাৰ। মই আজিয়ে আলোচনা কৰি গুৱাহাটীলৈ মানুহ পঠাই দিম। ভাল বুদ্ধি দিলে

আপুনি। ধন্যবাদ মুখাৰ্জিবাবু।

মুখাৰ্জি—(হাঁহি মাৰি কয়)—কুটবুদ্ধিৰে আমাৰ মগজু ভৰপুৰ মিঃ নিউকেলাচ। সময়ত কৰিব নোৱাৰা দুষ্কাৰ্য আমাৰ একো নাই। বাৰু ব'লক, আমি মিঃ চাংমাৰ লগতো আলোচনা হওঁগৈ।

নিউকেলাচ—ব'লক।

দুয়ো নেতাই চাংমাৰ ঘৰলৈ যায়গৈ।

* * *

কলিকাতা মহানগৰী। কাছাৰৰ সুবিধাবাদী দলৰ নেতাসকলে গৈ পশ্চিমবঙ্গৰ প্ৰদেশিকতাবাদী নেতা কিছুমানক লগ ধৰিলে। তেওঁলোকৰ লগত আলোচনা কৰি যুক্তি-পৰামৰ্শ কৰি তেওঁলোকে বাতৰি কাকতৰ সংবাদদাতাসকলকো লগ ধৰিলে। কেনেকৈ কিছুমান মিছা গল্প বনাই বাতৰি কাকতত দি অনা-অসমীয়াবিলাকক অসমীয়াৰ বিৰুদ্ধে উত্তেজিত কৰিব পাৰি তাৰ পৰামৰ্শ কৰিলে। পশ্চিমবঙ্গৰ প্ৰাদেশিকতাবাদী নেতা মিঃ বিষতুল্য ঘোষে ক'লে বাতৰি কাকতৰ সংবাদদাতাসকলক "বুজিছে আপোনালোকে আসামৰ বৃহত্তৰ বঙ্গবাদী দলৰ নেতাসকলে কি কৈছে? তেওঁলোকে গৃহদাহৰ ব্যৱস্থা কৰিছে। এতিয়া এওঁলোকে ঘৰ জ্বলেৱো খবৰবোৰ বাতৰি কাকতবোৰৰ প্ৰথম পৃষ্ঠাতে ডাঙৰ ডাঙৰ আখৰেৰে 'হেড লাইন' লিখি ছপাই দিব লাগে আৰু নানা গুজৱৰ আজৱ বাতৰিবোৰ বনাই খবৰ দিব লাগে। আৰু অনুৰোধ কৰিলে যাতে উত্তেজনাপূৰ্ণ কথা লিখি সমস্ত অনা-অসমীয়াকে উত্তেজিত কৰি তোলে। সঁচা-মিছা যি পায় তাকে বনাই অসমীয়াৰ দুস্কাৰ্যৰ কথা কথা শতমুখে ঘোষণা কৰাৰ লাগিব আৰু ইয়াৰ প্ৰতিকাৰৰ অৰ্থে অসম চৰকাৰ তথা ভাৰত চৰকাৰক সাৱধান কৰি দিব লাগে। অসম চৰকাৰ আৰু অসমীয়া মাইজৰ দোষ দেখুৱাই জি অসমীয়া সমাজক অসভ্য সমাজ, অসমীয়া মানুহক গুণ্ডা আৰু অসম

চৰকাৰক অযোগ্য চৰকাৰ বুলি লিখি ঘোষণা কৰি দিব লাগে। এইবোৰ বাতৰিকে লৈ দিল্লীলৈ গৈ কেন্দ্ৰীয় চৰকাৰৰ আগত 'পেচ' কৰিম অসমৰ অযোগ্য চৰকাৰ বাতিল কৰি দি কেন্দ্ৰীয় শাসন অৰ্থাৎ ৰাষ্ট্ৰপতিৰ শাসন প্ৰবৰ্তীত কৰিব লাগে বুলি। সাহিত্যিকসকলকো অনুৰোধ কৰোঁ যাতে তেওঁলোকে অসমৰ কুখ্যাতিৰ বিষয়ে কিতাপ-পত্ৰ লিখি বাইজ আৰু চৰকাৰৰ হাতত দিয়ে। আৰু দিল্লীৰ কেন্দ্ৰীয় চৰকাৰৰ টেবিল এই কিতাপ-পত্ৰ আৰু বাতৰিৰে উপচাই পেলাব পাৰোঁ।" ইয়াৰ পিছত আনবিলাক বাঙালী বাতৰি-কাকতৰ সংবাদ-দাতাসকলেও একে কথাকে ক'লে আৰু একে মতকে পোষণ কৰিলে তাকে দেখি কাছাৰৰ বৃহত্তৰ বঙ্গবাদী নেতা পৰম আনন্দিত হ'ল। তেওঁলোকে কৃতজ্ঞতা জ্ঞাপন কৰিলে।

তাৰপিছত একে দলৰে বাঙালী সাহিত্যিক মিঃ নক্ষত্ৰ বন্দোপাধ্যায়ে ক'লে, "সময়ত আমাৰপৰা কি পায় দেখিব নহয়, এতিয়া ক'লে কি হব? আপোনালোক সাজু হওকগৈ, আমিও আমাৰ কলমত ধাৰ দিবলৈ প্ৰস্তুত হওঁ।" এনেভাৰে আলোচনা-বিবেচনা চলিল তেওঁ-লোকৰ মাজত।

॥ ষোল ॥

জালুকবাৰী। গুৱাহাটী বিশ্ববিদ্যালয়। ছাত্ৰসকলৰ সভা। সভাপতি ছাত্ৰনেতা হাজৰিকা সভাপতিৰ আসনত বহি আছে। সভাৰ কাম আৰম্ভ হৈছে। উপস্থিত ছাত্ৰৰ বক্তব্যৰ পাল পৰিছে। ছাত্ৰসকলৰ মাজৰপৰা ষষ্ঠ বাৰ্ষিক কলা শ্ৰেণীৰ ছাত্ৰ মিষ্টাৰ বৰাই কবলৈ উঠিল।

মিঃ বৰা:—আমি আৰু এনেভাৰে নীৰৱ দৰ্শক হৈ বহি থাকিলে নচলিব ছাত্ৰবন্ধু সকল। আমাৰ নেতাসকল লোপ্পাণ্ডিয়া হৈ

পৰিছে। আজিলৈ ৰাজ্যভাষাৰ প্ৰশ্নটোকে মীমাংসা কৰিব নোৱাৰিলে। অসমত একমাত্ৰ অসমীয়া ভাষাই ৰাজ্যভাষা হব লাগে বুলি স্পষ্টভাৱে ঘোষণা কৰি দিবৰ সাহস নহ'ল চৰকাৰৰ; অথচ ই সংবিধান-স্বীকৃত ভাষা। গতিকে আমি ছাত্ৰ-সকলে চৰকাৰক টানি ধৰিব লাগিব।

তেওঁৰ পিছত পঞ্চম বাৰ্ষিক বিজ্ঞান শ্ৰেণীৰ ছাত্ৰ মিঃ বৰুৱা উঠিল।

বৰুৱা—নিশ্চয়। আমি অসমীয়া ৰাজ্যভাষা নহয়মানে নোৰছোঁ। দৰ্কাৰ হ'লে সভা, শোভাযাত্ৰা, হৰতাল, পিকেটিং আদিও কৰিব লাগিব। অসমৰ ৰাজধানী শিলং চহৰতে সিদিনা শোভা-যাত্ৰা কৰি চিঞৰিলে 'অসমীয়া ভাষা গাধৰ ভাষা' বুলি, তথাপি কোনো অসমীয়া নেতাই এষাৰ মাত নামাতিলে। মৰিয়নি ষ্টেচনত ৰেলৰ ডবাৰপৰা অসমীয়া মানুহক টানি নি মাৰিলে। নাৰী অপহৰণ কৰিলে; লামডিঙত চিনেমা হলত মাৰিলে। পাশৱিক অত্যাচাৰ কৰিলে, আমাৰ চৰকাৰে দুৰ্ধৰ্ষ্ৰ্ত্তহঁতক নদমালে। এনেভাৱে লাই পাই গৈ সিহঁতে দিনে-নিশাই আমাৰ বিৰুদ্ধে বাহিৰত অপপ্ৰচাৰ কৰিব ধৰিছে। গতিকে ছাত্ৰবন্ধু-সকল, আমি সজাগ হব লাগে। আমি হৰতাল পালন কৰিম। যদি চৰকাৰে অসমীয়াৰ ন্যায্য দাবী মানি নলয় তেন্তে আমি নেতাসকলৰ মুখলৈ চাই নাথাকিম। ছাত্ৰ-সমাজে গণতান্ত্ৰিক পদ্ধতিৰে অহিংসভাৱে সভা, শোভাযাত্ৰা, হৰতাল পালন কৰি, জনমত গঠন কৰি আমাৰ দাবী আদায় কৰিম। তাৰবাবে ছাত্ৰসমাজ প্ৰস্তুত হওক।"

তেওঁক ছাত্ৰসকলে হাত-তালি দি সমৰ্থন জনায়। তাৰ পিছত উঠিল 'ল' শ্ৰেণীৰ ছাত্ৰ মিঃ অৰুণ ডেকা।

অৰুণ ডেকা—আমি সদৌ অসম ছাত্ৰ সন্মিলনৰ তৰফৰপৰা ইয়াৰ প্ৰতিবাদ জনাব লাগিব। আমাৰ ছাত্ৰ কৰ্ম্ম-পৰিষদৰ তৰফৰ-

পথা নির্দেশ দিব লাগিব। সমগ্র অসমতে স্কুল-কলেজত ছাত্রসকলে হৰতাল পালন কৰিব। শোভাযাত্রা কৰিব লাগিব স্কুল-কলেজৰ ছাত্রই প্রতি গাওঁ, প্রতি চহৰতে। তাৰপিছত চৰকাৰলৈ প্রস্তাৱ পঠাব লাগিব। অসমীয়া ভাষা অসমৰ একমাত্র ৰাজ্যভাষা হবই লাগিব। এমুঠিমান ভগনীয়া নেতাৰ কথামতে আমাৰ ন্যায্য দাবী পৰি ৰ'ব নেকি? আমি কিয় মানিম? সংখ্যালঘুৰ ভাষাক ৰক্ষণা-বেক্ষণ দি তেওঁলোকক সমস্ত সুবিধা দি, অসমীয়া ভাষাক ৰাজ্য-ভাষা বুলি ঘোষণা কৰাত চৰকাৰৰ আপত্তি কিয়? ব্রহ্মপুত্র উপত্যকাৰ সমস্ত বাঙালী, নেপালী, মণিপুৰী, হিন্দুস্থানী, মাৰোৱাৰী, পঞ্জাবী আদি সকলো মানুহেই গ্রহণ কৰিছে, কেৱল কাছাৰৰ মুষ্টিমেয় লোকৰ প্রৰোচনাত পৰি অসম চৰকাৰে ভয় কৰিছে। আমি চৰকাৰক জনাওঁ যে ভয়ৰ কোনো কাৰণ নাই; অসমীয়া ৰাজ্যভাষা হোৱাত কাৰো আপত্তি নাই—কেৱল আপত্তি কৰিছে এদল দুষ্ট বিভেদকামী নেতাইহে। চৰকাৰে তেওঁলোকৰ দুষ্ট দুৰভিসন্ধি বুজি পোৱা নাই জানো? পাইছে। তেন্তে বিলম্ব কৰে কিয়? ই অসম চৰকাৰৰ দুৰ্বলতা ভিন্ন অন্য একো নহয়। আমি চৰকাৰক জনাওঁ—চৰকাৰ সবল হওক; দুষ্টক দমন কৰি শান্তক পালন কৰক। দেশৰ আইন শৃঙ্খলা ৰক্ষা কৰক, জনতা তেওঁলোকৰ পিছত আছো।

সেইবাবে মই ছাত্রসমাজক আহ্বান কৰোঁ যে হৰতাল পালন কৰি আমাৰ মত চৰকাৰক জনাওঁ আহক।"

ডেকাই এনেকে তেজোদ্দীপ্ত বক্তৃতা দিবহি পালে, ছাত্র সমাজে সমৰ্থন কৰি হাততালি দিয়ে—"নিশ্চয়! নিশ্চয়!"

তাৰপিছত উঠে ৬ষ্ঠ বাৰ্ষিক কমাৰ্চৰ ছাত্র মিঃ গোহাঁই।

গোহাঁই—প্রথমে আমি সভা-সমিতি কৰি প্রস্তাৱ পঠাব লাগে, তাৰ পিছতহে হৰতাল। নখেৰে ছিৰিব পাৰিলে কুঠাৰ মৰাৰ কোনো প্রয়োজন নাই। গতিকে আমি প্রথমে সভা-সমিতি পাতি প্রতি স্কুল, কলেজৰপৰাই প্রস্তাৱ পঠাব লাগে চৰকাৰলৈ।"

ইয়াৰ পিছত উঠিল 'ল' কলেজৰ ছাত্ৰ সুনীল চৰকাৰ। বাঙালী লৰা উঠা দেখি সকলো ছাত্ৰই ব্যগ্ৰ হৈ চাই থাকিল কিনো কয় তেওঁ। সুনীলে কবলৈ ধৰিলে।

সুনীল চৰকাৰ—"ছাত্ৰবন্ধুসকল। মই কওঁ যে আজিৰ আমাৰ এই বিশ্ববিদ্যালয়ৰ ছাত্ৰ সভাই সদৌ অসমৰ স্কুল-কলেজৰ ছাত্ৰসকলকলৈ অনুৰোধ কৰি এটা প্ৰস্তাৱ লব লাগে যে সকলো শিক্ষা অনুষ্ঠানৰ ছাত্ৰ-ছাত্ৰীয়ে সভা পাতি চৰকাৰলৈ প্ৰস্তাৱ পঠাওক আৰু প্ৰস্তাৱত স্পষ্টভাৱে কৈ দিয়ক যে অসম ৰাজ্যৰ একমাত্ৰ ৰাজ্যভাষা এই ৰাজ্যৰ সংখ্যাগৰিষ্ঠ থলুৱা অসমীয়া ভাষাই হব লাগে। কাৰণ খিলঞ্জীয়া ভাষা ভিন্ন কোনো বাহিৰাগতৰ ভাষাৰে ৰাজ্যভাষা হোৱাৰ অধিকাৰ নাই। মই বাঙালী ল'ৰা, আৰু মহান বাঙালী জাতিৰ হৈ মই কওঁ যে একশ্ৰেণীৰ উৎকট প্ৰদেশিকতাবাদী নেতাৰ বাবে বাঙালী জাতিৰ নামত দুৰ্নাম আহিছে। আমাৰ বিবেচক আৰু দূৰদৰ্শী বাঙালী ভাইসকলে যেন এই ঠেকমনা, নীচ নেতাহঁতৰ মেৰ-পেচত পৰি নিজৰ বিচাৰ-বুদ্ধিকে জলাঞ্জলি নিদিয়ে। শেষত মই আমাৰ ছাত্ৰ বন্ধুসকলক ক্ষীপ্ৰতাৰে সাহসেৰে আগবাঢ়ি গণতান্ত্ৰিক দেশ এখনৰ মৰ্যাদা গণতান্ত্ৰিক পদ্ধতিৰে ৰক্ষা কৰিবলৈ অনুৰোধ কৰি মোৰ বক্তব্যৰ সামৰণি মাৰিলোঁ।"

এনেকৈ কৈ সুনীল চৰকাৰ বহিল। ছাত্ৰসকলৰ মাজৰপৰা হাত-চাপৰিৰ জাউৰি উঠিল। "চাবাচ", "ধন্য ধন্য", "ঠিক কৈছে", "এয়েতো সুশিক্ষিত বাঙালী সন্তান" আদি শব্দৰ ৰোল উঠিল সভাৰ মাজত। গুণ গুণ শব্দ হব ধৰিলে। এনেতে সভাপতি হাজৰিকা উঠিল।

সভাপতি—"মিঃ চৰকাৰে কোৱা কথাখিনি বাস্তৱতে বৰ মূল্যবান আৰু দূৰদৃষ্টিসম্পন্ন। মই তেওঁক ধন্যবাদ দিছোঁ। অসমত বাস কৰা বাঙালী ভাইসকলৰ মত আৰু কথা যদি মিঃ চৰাকাৰৰ দৰে হ'লহেঁতেন তেন্তে বাস্তৱতে আমাৰ দেশখনত বৰ সুন্দৰ ঠাই

হ'লহেঁতেন। মিঃ চৰকাৰে কোন্নাব দৰে আমি প্ৰত্যেক স্কুল-কলেজত সভা পাতি প্ৰস্তাৱ পঠাবলৈ আজিৰ সভাতে প্ৰস্তাৱ কৰিব লাগে আৰু অসমত অসমীয়া ভাষাই একমাত্ৰ ৰাজ্যভাষা হব লাগে। অসম কেতিয়াও দ্বিভাষী বা বহুভাষী ৰাজ্য হব নোৱাৰে। যদি আমাৰ প্ৰস্তাৱ চৰকাৰে নামানে তেন্তে আমি সমগ্ৰ অসমৰ শিক্ষানুষ্ঠানে হৰতাল পালন কৰিম। মই আৰু বেছি কথা নকওঁ, আপোনালোকে প্ৰস্তাৱটো দাঙি ধৰক।"

সভাপতিৰ কথামতে সভাত সেই প্ৰস্তাৱটো দাঙি ধৰিলে আইনৰ ছাত্ৰ শ্ৰীঅৰুণ ডেকাই আৰু সমৰ্থন কৰিলে সুনীল চৰকাৰে। সভাত ৰাইজে হাত-তালি দি প্ৰস্তাৱটো সমৰ্থন কৰিলে। শেষত সভাপতিয়ে প্ৰস্তাৱটো গৃহীত কৰি উঠি সভাভঙ্গ দিলে।

এনেভাৱে সভা-সমিতি হব ধৰিলে অসমৰ স্কুল-কলেজত আৰু তাৰ প্ৰস্তাৱ চৰকাৰৰ ওচৰত দাখিল দিব ধৰিলে।

সেইকেইদিন সমগ্ৰ অসমৰ স্কুল-কলেজৰ ছাত্ৰই কেৱল সভা পাতি প্ৰস্তাৱ পঠায়ে থাকিল।

## সোঁতৰ

সমৰেন্দ্ৰ মোহন দাসে কথা হব ধৰিছে ৰবীনৰ ঘৰত—পাণ্ডুত।

সমৰ—"দেখিলে মিঃ দত্ত, জালুকবাৰীত ছাত্ৰসকলৰ মিটিঙত কি প্ৰস্তাৱ দিছে? তাৰ উপৰি দৰ্কাৰ হলে সিহঁতে হৰতাল কৰিব বুলিও চৰকাৰক ভাবুকি দিছে। এই ছাত্ৰ অৰ্থাৎ যুৱক দল জাগি উঠিলে মুস্কিল আছে। পৃথিৱীৰ ইতিহাস অধ্যয়ন কৰিলে ছাত্ৰসকলৰ দেশৰ প্ৰতি বৰঙনি কিমান তাক বুজিব পাৰি। সিদিনা ভাৰতৰ স্বাধীনতাৰ আন্দোলনতে ছাত্ৰ শক্তিৰ তেজৰ চিন ভালকৈ উপলব্ধি কৰা গৈছে। এতিয়া অসমৰ ছাত্ৰ সমাজ জাগিব লাগিলে চৰকাৰ হিতকৈ টান হব। গতিকে এই আন্দোলন কৰিতে মৰহি যোৱাৰ

ব্যৱস্থা কৰিব লাগে। আপুনি কিবা এটা ব্যৱস্থা লোৱাৰ দিহা দিয়ক।"

দত্ত—"মই ইয়াৰ গম পাইছোঁ। আৰু 'তেল-শোধনাগাৰ' আন্দোলনতে অসমৰ ছাত্ৰ সমাজৰ শক্তি ভালকৈ অনুভৱ কৰিছোঁ।। দেশৰ ভিতৰত এই শক্তিটোৱে অতি শক্তিশালী। ইহঁতক দমন কৰা ধেমালিৰ কথা নহয়। ইহঁতক সাৱধানে নিয়ন্ত্ৰণ কৰিব লাগিব।

সমৰ "নিশ্চয়। খুব সাৱধানে নিয়ন্ত্ৰণ কৰিব লাগিব। আপুনি আমাৰ দলৰ ছাত্ৰ ইয়াত সুমাই দি দলৰ ভিতৰত গোলমাল লগাই দিয়ক।"

"দত্ত—অসমীয়া ছাত্ৰ মাৰাত্মক, ইহঁতে যি কৰোঁ বোলে তাকে কৰে। কাৰো কথা ভ্ৰূক্ষেপ নকৰে। তাৰ উপৰি আমাৰ বাঙালীৰ ল'ৰাৰ কথা নুশুনিব। আৰু শুনিবনো কিয়? আমাৰ বাঙালী ছাত্ৰ সুনীল চৰকাৰো বোলে অসমীয়া ছাত্ৰৰ লগতহে। সি বৰ মেধাবী আৰু প্ৰতিভাবান ছাত্ৰ। তাৰ বাক্ শক্তি তাৰিফ কৰিবলগীয়া। বাঙালীৰ সন্তানতো। সিয়ে এই অসমীয়া ৰাজ্যভাষা আন্দোলনৰ ছাত্ৰসকলৰ গুৰিয়াল হৈ পৰিছে। তাৰ লগত তাৰ বন্ধু অৰুণ ডেকা প্ৰমুখ্যে বৰুৱা, শইকীয়া, হাজৰিকা আদি ক্ষমতা-শালী অসমীয়া ছাত্ৰসকল আছে। কবলৈ গ'লে অসমৰ ছাত্ৰ-সমাজক এওঁলোকেই চলায়। গতিকে আমাৰ ছাত্ৰ ইয়াৰ মাজত সোমাই যে এই দলৰ মাজত ভাঙন আৰম্ভ কৰিব পাৰিব, মই আশা কৰা নাই। তথাপি এটা চেষ্টা চলাই চাম।"

সমৰ—"পিছে গৃহদাহৰ 'কেচ'বোৰ কৌশল কৰি থানাত পৌচাইছেনে নাই দত্তবাবু?"

দত্ত—"গৃহদাহৰ 'কেচ' ইতিমধ্যে বহুত দিয়া হৈছে। পুলিচ থানাবিলাকত হিছাপ কৰিলে বাস্তৱতে অসমখন যেন জ্বলি গৈছে এনে ধাৰণা হব বাহিৰৰ মানুহৰ। যদিও অসমত প্ৰকৃততে এতিয়ালৈ কোনো ঘৰ জ্বলা নাই, তথাপি অসমৰ বাহিৰৰ বিশেষকৈ দিল্লীত

থানাবোৰৰ দায়েৰী চালে স্পষ্টকৈ ভীষণ অশান্ত আৰু আইন শৃঙ্খলা-হীন ৰাজ্য বুলি ধাৰণা কৰিব।"

সমৰ—"তেন্তে আমি ৰাষ্ট্ৰপতিলৈ তাঁৰ কৰোঁ যে ইয়াত চৰকাৰ অচল হৈছে, অনতিবিলম্বে কেন্দ্ৰীয় শাসনৰ ব্যৱস্থা কৰিব লাগে।"

দত্ত—"কৰক।"

সমৰ—"পিছে গুৱাহাটীৰ ব্যৱস্থা কি কৰা যাব? অসমৰ বে-চৰকাৰী ৰাজধানী গুৱাহাটী মহানগৰী। গতিকে ইয়াক নিয়ন্ত্ৰণ কৰাৰ বাবে আমাৰ পক্ষৰ মানুহ আছে নে নাই? গোলমাল হ'লে হঠাৎ আমি অসুবিধাত পৰিম।"

দত্ত—"মই সদায় প্ৰস্তুত। ইতিমধ্যে কলিতাৰপৰা এক শ্ৰেণীৰ গুণ্ডা মানুহ আঁৰু তিৰোতা আহি মালিগাঁত আৰু পাণ্ডু পাইছেই। বোধহয় অস্ত্ৰ-শস্ত্ৰ লগত আছে নিশ্চয়। গতিকে ভৱিষ্যৎ কি হ'ব পাৰে বুজিছেই। অসমত বাংলা ৰাজ্যভাষা নহ'লে ৰক্তগঙ্গা বব পাৰে।"

সমৰ—"ময়ো তাকে আশা কৰোঁ মিঃ দত্ত। আপোনালোকৰ বলেই বল। বাৰু এতিয়া মই যাওঁ।"

দত্ত—"ভাল বাৰু।"

সমৰেন্দ্ৰ দাস ওলাই আহে।

## ॥ ওঠৰ ॥

২৪।৬।৬০ তাৰিখ

'A bill for declaring Assamese as State-Language would be brought in the next session of the Assam Assembly.'

২৩।৬।৬০ তাৰিখৰ বাতৰি পঢ়ি সুনীল আৰু অৰুণ দুই বন্ধুই

জালুকবাৰীত ইউনিভাৰচিটিৰ আৰ্টচ্ বিল্ডিঙৰ সমুখৰ ফুলনি-খনৰ ভিতৰ সোমাই দূববিৰ ওপৰত চিন্তামগ্নভাৱে বহি সৰু সৰুকৈ আলোচনা কৰিব ধৰিলে। ডেকাই বৰ দুখীতভাৱে স্বীকাৰ কৰিলে—

"মই আজি স্বীকাৰ কৰিছো মিঃ চৰকাৰ, আপোনাৰ সিদিনা কোৱা কথা সঁচা। সঁচাকৈ ৩।৩।৬০ তাৰিখৰ বাতৰিৰ পিছৰপৰাই অসমত বাঙালীৰ আপত্তি চলিল আৰু কলিকতীয়া কাকতবোৰে ইয়াৰ ইন্ধন যোগাব ধৰিলে। আপোনাৰ দূৰদৰ্শিতাৰ শলাগিছোঁ মিঃ চৰকাৰ।"

সুনীল—"মই বাঙালীৰ সন্তান মিঃ ডেকা, মই মানুহৰ প্ৰকৃতি বুজোঁ। সেয়েহে কৈছিলোঁ যে চৰকাৰে ভাল নকৰিলে।"

অৰুণ—"কিন্তু কালি আকৌ বেছি ভুল কৰিলে মিঃ চৰকাৰ। যোৱাকালি ২৩।৬।৬০ তাৰিখে কথা আৰু গুৰুতৰ হ'ব। পিছুৱাই থোৱা মানে দুষ্টইঁতক সুবিধা দিয়া।"

সুনীল—"এতিয়া আমাৰ প্ৰথম কাম কি জানে মিঃ ডেকা?"

অৰুণ—"কি?"

সুনীল—"প্ৰথমে আমি বাঙালী বাতৰিকাকতবিলাক অসমত চলা বন্ধ কৰি দিব লাগিব যাতে বাঙালী মানুহবিলাকক প্ৰৰোচনা দিব নোৱাৰে।"

অৰুণ—"কেনেকৈ বন্ধ কৰিব? অসম চৰকাৰক ইমান অনুৰোধ কৰা সত্ত্বেও আমাৰ ছাত্ৰ সকলৰ কথাক কাণ নকৰিলে।"

সুনীল—"এইবাৰ চৰকাৰৰ কাম আমি ছাত্ৰই কৰিব লাগিব। দেশৰ এনে দুৰ্যোগপূৰ্ণ অৱস্থাত আমাৰ নেতাসকলৰ বুকুত হৃদৰোগ আৰম্ভ হয়-তয়ত। আমি ছাত্ৰসকলেই এই কাম কৰিব লাগিব।"

অৰুণ—"কেনেকৈ?"

সুনীল—"কলিকতাৰপৰা এৰোপ্লেনেৰে ' অহা প্ৰাতঃকালৰ কাকতখোৰ খবৰৰ বিমান কোম্পানীৰ 'মটৰেৰে 'গুৱাহাটীলৈ অনা ' হয়।

সেই গাড়ী আমাৰ বিশ্ববিদ্যালয়ৰ সমুখেৰে যায়। আমি ইয়াক ইয়াতে বন্ধ কৰি ৰাখি পুৰি পেলাব লাগিব। অহাকালি ৰাতিপুৱাতে আমি তাকে কৰিব লাগিব। আপোনাৰ বন্ধু মিঃ বৰুৱাক আৰু তেওঁৰ দলক খবৰ কৰক। আমি এই আৰ্টচ্ বিল্ডিঙৰ সমুখতে মটৰ ৰাখি বেঙ্গলী বাতৰি কাকতবোৰ পুৰিম, আৰু আবেলি ষ্টুডেণ্ট একচন কমিটিৰ মিটিং পাতি ভৱিষ্যৎ কাৰ্যপন্থা নিৰ্দ্ধাৰণ কৰিবলৈ অনুৰোধ কৰিব; লগতে আমাৰ এই কাৰ্যত মত দিয়ে যেন। মই সিফালে গুৱাহাটীৰ চান্দমাৰিত গৈ সিহঁতৰ গোপন সভাত উপস্থিত হম আৰু সিহঁতৰ কাৰ্যপন্থা বুজি আহিম।'

অৰুণ—"আপুনি তালৈ কেনেকৈ যাব?"

সুনীল—'মই ইতিমধ্যে তিমিৰবৰণ গুপ্তৰ হাত সাৰিবলৈ সেই দলত সোমাই লৈছোঁ। সেইবাবে মোক গোপন সভালৈ নিমন্ত্ৰণ কৰিছে।

অৰুণ—"আপুনি তেন্তে—?"

সুনীল—কেনো ভয় নাই মিঃ ডেকা, সুনীলে এইবাৰ বিশ্বাস-ঘাটকৰ ভাও লব। দেখা যাওক ভাগ্যত কি হয়।"

অৰুণ—আপুনি বৰ দুঃসাহসিক মিঃ চৰকাৰ।"

সুনীল—( হাঁহি মাৰি ) আপোনাৰ দৰে বল থকাহেঁতেন মই কি কৰিলোঁহেঁতেন জানে?"

অৰুণ—কি কৰিলেহেঁতেন?"

সুনীল—সুবিধাবাদীহঁতৰ নেতাবিলাকক অকলে লগ ধাৰ পলত টিপি মাৰিলোঁহেঁতেন।'

অৰুণ—( হাঁহি মাৰি ) আপুনি দেখিছোঁ বৰ উত্তেজনাশীল।

সুনীল—( একেৰকমে হাঁহি মাৰি ) মই বঙালীৰ সন্তান মিঃ ডেকা। এক পইচা ট্ৰাম ভাৰা বেছি হোৱা বাবে কলিকতা মহানগৰীত কাজিয়া কৰি মৰা-মৰি কৰা লোক। আমাৰ উত্তেজনা আপোনালোকৰ দৰে এনে ধীৰ নহয়।

অৰুণ—আমি অসমীয়াৰ প্ৰকৃতি গঢ়ৰ দৰেতো, গতিকে…… ৄ
( হাঁহে অৰুণে। সুনীলেও হাঁহে। তাৰপিছত অৰুণে কয় )

মানুহৰ দেহ বিনাশ কৰি কি হব মিঃ চৰকাৰ? বৰং ভাৰ বিনাশ কৰক—মানুহৰ মনৰ কুভাৱ আঁতৰ কৰক যুক্তিৰদ্বাৰা।

সুনীল—বাৰু ডেকা, যুক্তি দৰ্শনৰ কথা পিছত হব, বৰ্তমানে আপুনি মিঃ বৰুৱাক লগ ধৰি কথাটো আলোচনা কৰকগৈ, মই চান্দমাৰিলৈ যাওঁ। ছাত্ৰসকলৰ সভাত খুব জোৰে প্ৰস্তাৱ লৈ চৰকাৰলৈ পঠাব লাগিব যাতে অনতিপলমে অসমীয়া ভাষাক অসমৰ একমাত্ৰ ৰাজ্যভাষা বুলি ঘোষণা কৰে। বিলম্বত বিঘ্ন।”

এনেভাৱে আলোচনা কৰি দুয়ো নিজ নিজ উদ্দেশ্যে ৰাওণা হয়।

# ইতিহাসে সকীয়ায়

## ২য় খণ্ড

### (১)

চানমাৰিত মিঃ ভৌমিকৰ গোপন কোঠাত মানুহে মনে মনে মেল কৰি আছে। তাৰে মাজত সুনীল চৰকাৰ আৰু তিমিৰ বৰণ গুপ্তকো দেখা গ'ল। দুৱাৰ-খিৰিকী বন্ধ; ভিতৰত তৰ্ক চলিছে।

মিঃ ভৌমিক এজন উচ্চপদস্থ কৰ্ম্মচাৰী। তেলশোধনাগাৰত ছাকৰি কৰে। মানুহজনে কথা বেছিকৈ নকয়। জাতি প্ৰীতি অৱশ্যে অধিক। গুৱাহাটী তেলশোধনাগাৰৰ তেওঁৰ তলত সক সুৱা অসমীয়া কৰ্মচাৰীবোৰক নানা খুটি-নাটি দোষ উলিয়াই খেদিছে আৰু নিজৰ অওহী-বওহী কিছুমানক আনি সেইবোৰত সুমাই দিছে। মাদ্ৰাজী, উৰিয়া আৰু কেৰেলাৰ কৰ্মচাৰী কিছুমানক দুৰ্ব্যৱহাৰ কৰি চাকৰি ইস্তাফা দিবলৈ বাধ্য কৰিছে আৰু সেইবোৰত নিজ সম্প্ৰদায়ৰ মানুহ আনি সুমাই দিছে। সেইবাবে নিজৰ জ্ঞাতিভাই-সকলে মিঃ ভৌমিকক ত্ৰাণকৰ্তা "কৰ্ত্তা" হিচাপে মানে। তেওঁৰ নামত শোধানাগাৰত কাম কৰা জ্ঞাতিসকলে যি লাগে তাকে কৰিব পাৰে। এইজনা ভদ্ৰলোকৰ ঘৰতে আজি বৈঠক পাতিছে, তেওঁ; হেনো কেবা হেজাৰ টকা আত্মসাত কৰা বুলি অন্ত মহলত তেওঁৰ এটা সুনাম বা দুৰ্নাম আজি বহুদিনৰপৰা জনৰৱ হৈ গৈছে। সঁচা মিছা একো ধৰিব পৰা নাই, হিচাপনিকাচ হলে গম পোৱা যাব।

মেল আৰম্ভ হৈছে। কাছাৰৰ অন্যতম সুবিধাবাদী মিঃ সমৰেন্দ্ৰ মোহন দাস সভাপতিৰ আসনত বহিছে। নানা প্ৰশ্ন উত্থাপন, আলোচনা আৰু সমাধান হব ধৰিছে। এইবাৰ তিমিৰ বৰণে ধৰিলে—তেন্তে এতিয়া আমি কি কৰিব লাগিব ?

সমৰ—এতিয়া আপোনালোকে গোপনে মেল-মিটিং কৰি ৰাজ্য ভাষাৰ প্ৰস্তাৱৰ বিৰুদ্ধে যাব লাগিব আৰু অসমত শান্তি শৃংখলা ভঙ্গ হৈছে, সেইবাবে অসম মন্ত্ৰীসভা ভাঙি দি কেন্দ্ৰীয় শাসন প্ৰৱৰ্ত্তন কৰিব লাগে বুলি দিল্লীলৈ তাঁৰ কৰিব লাগিব, সজাতি দল যাব লাগিব।

তিমিৰ—যদি তেনে মিছা কথা কৈ তেনে সাংঘাতিক কাম কৰিবলৈ গ'লে অসমীয়াবিলাকে খেদিবলৈ আৰম্ভ কৰে ? এনেয়েতো নেপালী, হিন্দুস্থানী, উৰিয়া, পাঞ্জাবী, মাৰোৱাৰী আদি অন্যঅসমীয়া-বিলাকে অসমীয়া ভাষা একমাত্ৰ ৰাজ্যভাষা হব লাগে বুলি মত দিছে, আৰু, আমাৰ বিৰুদ্ধে গৈছে, এতিয়া যদি সকলোৱে লগ লাগি আমাক খেদিব আৰম্ভ কৰি দিয়ে তেন্তে কি কৰিব ? আমি কাৰ পৰা সহায় পাম ?

সমৰ—আমাৰ চৰকাৰ আৰু মানুহবৰপা সহায় পাম বুলি আমি আশা কৰো। তাৰ উপৰি, আমাৰ পিছত বিৰাট শক্তিশালী ৰাজ্য বৈ আছে বুলি ভাবো।

তিমিৰ—অসম চৰকাৰে আমাক ষড়যন্ত্ৰকাৰী বুলি ধৰি লৈ জেলত ভৰাই থব পাৰে কিন্তু।

সমৰ—কোনো ভয় নাই ; অসম চৰকাৰ আমাৰ হাতৰ মুঠিত। মন্ত্ৰীসকলেতো অকল চৰকাৰ নহয়—আসল চৰকাৰ হ'ল উচ্চপদস্থ চৰকাৰী কৰ্মচাৰীসকল। এই উচ্চপদস্থ কৰ্মচাৰী বেছিভাগে আমাৰ হাতৰ মানুহ। গতিকে আমি আশা কৰিছো। যে বিপদত নিশ্চয় তেওঁলোকে আমাক সহায় কৰিব।

তিমিৰ—আমাৰ এইবোৰ কথা জেনো অসমীয়াবিলাকে

গম নাপাব ?

সমৰ—কেনেকৈ পাব ? নাপায়। খাবখোৱা অসমীয়াৰ তেনে মগজ নাই।

তিমিৰ—নহয় বুজিছো এই অসমীয়াইতো কম নহয়।

সমৰ—কিন্তু অৱশ্যে অসমীয়াবিলাকৰ ভিতৰতো আজি কালি বহু মানুহ ওলাব ধৰিছে।

এইবাৰ সুনীলে মাত লগালে—কিহৰ ভিত্তিত আমি অসমত বাংলাকো অসমৰ অন্যতম ৰাজ্যভাষা কৰিব লাগে বুলি দাবী কৰিম, কওকচোন ?

সমৰ—লোকসংখ্যাৰ দাবীত।

সুনীল—১৫৫১ চনৰ পিয়লৰ লোকসংখ্যাৰ ভিত্তিত দাবী কৰিব লাগিলে দেখো পশ্চিমবঙ্গকো দ্বিভাষী ৰাজ্য কৰিব লাগিব আৰু হিন্দীক অন্যতম ৰাজ্যভাষা কৰিব লাগিব। গতিকে বাংলা কেনেকৈ অসমৰ ৰাজ্যভাষা হব পাৰে তাৰ এটা ভাল যুক্তি দিয়ক যিটোৰ দ্বাৰা আমি জনতা আৰু চৰকাৰ উভয় পক্ষকে বুজাব পাৰো।

মিঃ ভট্টাচাৰ্য্য—বাৰু আপুনিয়ে কওঁকচোন লোক-গণনাত কত কি পাইছিল ? তাৰ পিচত আমি যুক্তি দিব পাৰিম।

সুনীল—লোক গণনামতে ১৯৫১ চনৰ হিচাপত অসমত ১৮২টা ভাৰতীয় ভাষা আৰু ২৩টা বিদেশী ভাষা কোৱা মানুহ পোৱা গৈছিল। পশ্চিমবঙ্গত ৭৭টা ভাৰতীয় ভাষা আৰু ৩৮টা বিদেশী ভাষা কোৱা লোক পোৱা গৈছিল।

( তাৰ পিছত তেওঁ হাতত থকা ) 'ফাইল'টো মেলি পঢ়িব ধৰে। তেওঁৰ 'ফাইল'টোত বহু কথা আছে বহু বিষয়ৰ। ই যেন এখন 'এনচাইক্লোপেডিয়া'। সুনীলে ফাইল মেলি পঢ়িব ধৰে, আনবিলাকে একান্তমনে শুনি যায়। সকলোৱে সুনীলক শ্ৰদ্ধা কৰে কাৰণ তেওঁলোকে জানে যে চৰকাৰ এজন মেধাবী, বুদ্ধিমান আৰু

চৰিত্ৰবান ছাত্ৰ। সুনীলে পঢ়ে

সুনীল—বিগত লোকগণনা ( ১৯৫১ চন ) মতে অসমত মুখ্য ভাষা কোৱা লোকসংখ্যা—

১। অসমীয়া—৪৯,৪৮,০৯২ জন
২। বাঙালী—১৬,৫৪,৯০৪ „
৩। হিন্দী—৩,২২,৯৬৫ „
৪। গাৰো—২,৩৩,৩৯৯ „
৫। খাচী— ২,২৮,০৮৫ „
৬। লুচায়— ১,৫৯,২৯৭ „
৭। মিকিৰ—১,২৩,৭২৫ „
৮। (ক) বড়ো—১,১৬,৮৮৪ „
(খ) কছাৰী—৫০,৫৭২ „
৯। উৰিয়া—১,১২,০৩৯ „
১০। নেপালী—১১,৭৫৫ „
১১। চন্থালী—৯২,৩৭৯ „
১২। মণিপুৰী—৮৬,৪৩০ „
১৩। মুণ্ডাৰী—৮৬,০৫৫ „
১৪। মিৰি— ৫১,৪১৩ „

ইয়াৰ উপৰি নাগাবিলাকৰ বহুত দোৱান আছে নেফাত বহুত দোৱান আছে ; কিন্তু তেওঁলোক সকলোৰে উমৈহতীয়া ভাষা অসমীয়া।

তেনেদৰে পশ্চিমবঙ্গত মোটামুটিভাৱে এইকেইটা ভাষা কোৱা মানুহ অধিক—

১। বাংলা—২,১০,৩৯,৬০১
২। হিন্দী—১৫,৮০,৭২৪
৩। চন্থলী—৬,৬৩,৫১৬
৪। উৰ্দ্দু—৪,৫৭,৯৮১
৫। নেপালী—২,১২, ৫৬২
৬। উৰিয়া—১,৮২,৬১৮
৭। বাই—৮৪,১৭৭
৮। টামিল—৫৮,২২৮
৯। তেলেগু—৪৯,৫৪১

এই হ'ল যোৱা লোক-গণনাৰ হিচাপ। গতিকে এতিয়া আপোনালোকে কি কয় কওক।

এইবুলি কৈ সুনীলে খাতাটো জপাই হাতত লৈ সুধিলে। তাকে দেখি মিঃ ভৌমিকে মাত লগালে।

মিঃ ভৌমিক—এইফালেৰে চাব গ'লে পশ্চিমবঙ্গত হিন্দীকো ৰাজ্যভাষা বুলি ঘোষণা কৰিব লাগিছিল, কিন্তু কৰা নাই।

সুনীল—অসমৰ আৰু এটা বিশেষত্ব আছে যে আনভাষী প্ৰায়বিলাক মানুহে অসমীয়া বুজে আৰু বহুতৰ অসমীয়া ভাষাই 'লিঙ্গুৱাফ্ৰাঙ্কা'। তাৰ ওপৰি বাঙালী ভগনীয়া মুছলমান-সকলে ইতিমধ্যে অসমীয়া গ্ৰহণ কৰিছে। আন অনা-অসমীয়া-বিলাকেই সমৰ্থন কৰিছে। এনেয়ে অসমীয়া ভাষা কোৱা শত কৰা ৬০ জনৰ ওপৰ, তাতে এইবোৰ যোগ কৰিলে শতকৰা ৮৫ হবগৈ। আচলতে শতকৰা ৭০ জন ক'লেই এটা ভাষা ৰাজ্যভাষা হয়। গতিকে আমি কি যুক্তি দিম কওক।

ভট্টাচাৰ্য্য—তাৰ মানে বাংলা ভাষা ৰাজ্যভাষা হলে আপোনাৰ আপত্তি নৈকি?

সুনীল—নিশ্চয় নহয়। কিন্তু বেয়া নাপাব, মই এটা যুক্তিৰ কথাহে সুধিছোঁ।

ভট্টাচাৰ্য্য—ইয়াত আৰু কি যুক্তি দিবলৈ যাম? আমাক লাগে আমাৰ ভাষা ৰাজ্যভাষা হব, সেয়ে যুক্তি।

সুনীল—( হাঁহি মাৰি ) মই আইনৰ ছাত্ৰ হিচাপে যুক্তি বিচাৰিছো। যুক্তিৰ দ্বাৰাইহে আমি পৰাস্ত কৰিব পাৰিম। অসমীয়া মানুহে যেতিয়া এইবোৰ যুক্তি দাঙি ধৰিব তেতিয়া আমি কি উত্তৰ দিম?

সমৰ—মিঃ চৰকাৰ, আপোনাৰ প্ৰশ্ন যুক্তিযুক্ত। ইয়াৰ আইনসংগত উত্তৰ হব এই যে যিহেতু ষ্টেট্‌ ৰি অৰ্গেনিজেচন কমিচন'ৰ ৰিপোৰ্টমতে কোনো এখন ৰাজ্যৰ কোনো এটা ভাষা

শতকৰা ৭০ জনে নক'লে সেই ভাষা-ৰাজ্যভাষা হব নোৱাৰে আৰু অসমীয়া ভাষা শতকৰা ৭০ জনে নকয় বৰং ৬০ জনেহে কয়, সেই-হেতুকে অসমীয়া ভাষা অসমৰ একমাত্ৰ ৰাজ্যভাষা হবৰ কোনো অধিকাৰ নাই।

সুনীল—আৰু সেই 'এচ, আৰ, চি, ৰিপোৰ্ট' মতেই যিহেতু শতকৰা ৩০ জনে কোনো এটা সংখ্যালঘু ভাষা নক'লে দ্বিতীয় ৰাজ্যভাষা হব নোৱাৰে, সেইহেতু বাংলা ভাষা দ্বিতীয় ৰাজ্যভাষা হব নোৱাৰে কাৰণ অসমত বাংলা ভাষা কোৱা লোক শতকৰা মাত্ৰ ১৮ জন।

সমৰ—তেনে যুক্তি দিলে আৰু কবলগা নাথাকে মিঃ চৰকাৰ। সেইবুলি আমি আমাৰ সুযোগ এটা এৰি দিয়া উচিত হব নে?

ভট্টাচাৰ্য্য—যুক্তিৰ কথা বাদ দি এবাৰ ভাবি চাওকচোন, যদি অসমীয়া ভাষা অসমৰ ৰাজ্যভাষা হয় তেন্তে আমাৰ কিমান অসুবিধা হব? চাকৰি-বাকৰিৰ ক্ষেত্ৰত কিমান অসুবিধা হব ভাবি ভাৰি চাওকচোন? তেতিয়া আমি অসমীয়াও শিকিব লগা হব পাৰে। আমি এটা, বিদেশী ভাষা শিকিম নে?

সুনীল—তাত আপত্তি কি? এতিয়া জানো ইংৰাজী নিশিকিছে? ইংৰাজী ভাষাহে বিদেশী; অসমীয়া ভাষা আমাৰ ভাৰতীয় ভাষা আৰু অসমীয়া, বাংলা দুটা ভগ্নীভাষা। তাক শিকা একো টান নহয়।

ভৌমিক—মিঃ চৰকাৰ, আপুনি আমাক তাৰ মানে অসমীয়া শিকিবলৈ কয়?

সুনীল—মই নকওঁ কিন্তু আইনে কয়।

ভৌমিক—সৈ দিয়ক আপোনাৰ আইন। আইনে ক'লে বুলি আমি এটা অসভ্য ভাষাকো শিকিম নে?

সুনীল—তেনেকৈ নকব মাননীয় ভৌমিক মহাশয়। অসমীয়া ভাষা অসভ্য নহয়। বিলতত শোভাযাত্ৰাকাৰী এজনে অসমীয়া

ভাষা গাধৰ ভাষা বুলি চিঞৰিলে বুলিয়েই গাধৰ ভাষা নহয় আৰু অসভ্য ভাষাও নহয়।

ভট্টাচাৰ্য্য—এশবাৰ কম মযো, যে অসমীয়া এটা গাধৰ ভাষা।

সুনীল—আপোনাৰ ভাষাজ্ঞান ভালকৈ থকা হ'লে তেনেকৈ নকলেহেঁতেন ভট্টাচাৰ্য্য মহাশয়। যদি অসমীয়া এটা সুন্দৰ ভাষাই নহয় তেন্তে আমাৰ পি, চি, ৰায় আৰু ৰবীন্দ্ৰনাথে ইযাৰ ইমান গুণাগান নকৰিলেহেঁতেন। পণ্ডিত আচাৰ্য্য প্ৰফুল্লচন্দ্ৰ ৰায়ে ভট্টদেৱ বিৰচিত কথা গীতাখন পঢ়ি কৈছিল 'বাস্তৱতে ষোল্ল শতিকাতে ভট্টদেৱ বিৰচিত কথা-গীতা এখনি অনুপম গ্ৰন্থ। অসমীয়া সাহিত্যৰ ই এটা অমূল্য সম্পদ। অসমীয়া গদ্য সাহিত্য সুদূৰ ষোল্ল শতিকাতে ইমান উন্নত অৱস্থা পাইছিল যে ইংলণ্ডৰ হুকাৰ আৰু লেটিমাৰৰ বাহিৰে সেই সময়ত পৃথিৱীৰ কোনো সাহিত্যই সেই অৱস্থা পোৱাগৈ নাছিল।

কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে পণ্ডিত হেমচন্দ্ৰ গোস্বামীলৈ অসমীয়া সাহিত্য সম্পৰ্কে মত প্ৰকাশ কৰি চিঠি লিখিছিল—

বাংলা ভাষাত গদ্যগ্ৰন্থ ৰচনা হোৱাৰ এক শতাব্দী আগেয়ে যিজনে এনে সুন্দৰ, এনে মহৎ আৰু এনে সাৱলীল ৰীতিৰে গদ্য ৰচনা কৰিব তেনেজন গ্ৰন্থকাৰক লৈ আপুনি অতি গৌৰৱ অনুভৱ কৰিব পাৰে।'

এনে এটা সুন্দৰ আৰু মহৎ ভাষাক আপুনি তেনে ব্যৱহাৰ কৰাটো অতি অশোভনীয় হৈছে।

ভৌমিক—মিঃ চৰকাৰ আপুনি জানে, অসমীয়াবিলাকে আমাক কিমান হিংসা কৰে। আমাৰ বুদ্ধিবৃত্তিৰ লগত ফেৰ মাৰিব নোৱাৰি হিংসা কৰে। এই তেলশোধনাগাৰতে তাৰ প্ৰমাণ পাইছোঁ। আমাৰ বিৰুদ্ধে কিমান কুৰটনা কৰিছে তাৰ অন্ত নাই।

সুনীল—সঁচা কথা কব গ'লে, এই সম্পৰ্কে যে আমাৰ অলপো দোষ নাই তেনে নহয়। অপোনাৰ মাজত প্ৰাদেশিকতাৰ ভাৱ

ৰৰ বেছি, তাক স্বীকাৰ কৰিব লাগিব। তাৰ কাৰণে যতমানে গোলমাল।

ভৌমিক—আমাৰহে প্ৰাদেশিকতাৰ ভাব বেছি, অন্তৰ নাই? বাঙালী ভগনীয়া আহিলে বিজাৰ্ভত বহিব নিদিয়ে। অসমত ইমানবোৰ পতিত মাটি থকা সত্ত্বেও আমাক মাটি নিদিয়ে। ই জানো উৎকট প্ৰাদেশিকতাবাদৰ উদাহৰণ নহয়।

সুনীল—অসমত পতিত মাটি কিমান আছে বাৰু? বাহিৰৰ পৰা এনেয়ে কোৱাতকৈ শিক্ষিত মানুহ হিচাপে আপুনি চৰকাৰি হিচাপ-পত্ৰৰ খবৰ লৈ এইবোৰ কথা কোৱা উচিত ভৌমিক মহাশয়।

ভৌমিক—আপুনিয়ে বাৰু হিচাপ দিয়কচোন, আপুনিতো সকলো কথা হিচাপ কৰি যুক্তি বিচাৰে; গতিকে হিচাপ আপুনিয়ে দিয়ক।

সুনীল—(ফাইলটো মেলি চাই কৈ যায়) অসমৰ মাটীকালি নেফাৰ সৈতে ৮৫,০১২ বৰ্গমাইল। নেফাৰ কালি ৩৪,৯৬৯ বৰ্গ মাইল। গতিকে নেফা বাদ দিলে অসমৰ মাটিকালি হব ৫০,০৪৩ বৰ্গমাইল। নগা পাহাৰৰ কালি ২৭,০১০ বৰ্গমাইল। গতিকে আচল অসমৰ কালি হব নগা বাদ দিলে ২৩,০৩৩ বৰ্গমাইল মাত্ৰ অৰ্থাৎ নেফাতকৈ কমেই, আনকি নগাহাৰতকৈও কম। তাৰ ভিতৰত আকৌ আছে ট্ৰাইবেল বেল্ট আৰু ব্লকৰ বাবে বাদ যাব ৬১০০ বৰ্গমাইল। বিজাৰ্ভফ'ৰেষ্টৰ বাবে ৫,০০০ বৰ্গমাইল। গতিকে ৰব কেৱল মাত্ৰ ১১,৯৩৩ বৰ্গমাইল তাৰ মাজেদি আকৌ ব্ৰহ্মপুত্ৰ নদী আৰু ইয়াৰ উপনদীবিলাক বৈ গৈছে। ১৯৫১ চনৰ লোক গণনাৰ মতে অসমৰ লোকসংখ্যা আছিল ৭০ লাখতকৈ অধিক। এতিয়া এই দহ বছৰত বাঢ়ি হৈছে ৮৯ লাখতকৈ ওপৰত নহয়। তাতে আকৌ ভগনীয়া আহিয়ে আছে। ইফালে নাই বৃহৎ শিল্প প্ৰতিষ্ঠান, নাই বৃহৎ নগৰ, য'ত

মানুহে খেতি বাতি বাদ দি শিল্প কাম কৰি পেট প্ৰৱৰ্ত্তাব পাবে। সকলোৱে কেৱল খেতিৰ ওপৰত—মাটিৰ ওপৰত নিৰ্ভৰ কৰিব লাগে। গতিকে প্ৰত্যেক ৬০০ জনৰ ভাগত পাব ১ বৰ্গমাইল মাটি মাত্ৰ। এনে অৱস্থাত থলুৱা লোকে বাহিৰাগত লোক আহিলে আপত্তি নকৰিবৰ কোনো কাৰণ নাই। তাৰ কাৰণে অসমীয়া মানুহক প্ৰাদেশিকতাবাদী বুলি কব নোৱাৰি।

ভট্টাচাৰ্য্য—আৰু পশ্চিমবঙ্গৰ হিচাপ?

সুনীল—( খাতা চাই কৈ যায়। ) পশ্চিমবঙ্গত ৰিজৰ্ভ ফ'ৰেষ্ট বাদ দিলে মাটিকালি হয়—৩১,৩৬০ বৰ্গমাইল। মুঠ জনসংখ্যা ২,৬৩,০২,৩৬৬ জন। তাৰে অকল কলিকতা মহানগৰীতে বাস কৰে ৫৬,২১,৩৮৪ জন, সমগ্ৰ অসমৰ জনসংখ্যাতকৈ মাত্ৰ ১৫ লাখহে কম আৰু তেওঁলোক খেতিৰ ওপৰত নিৰ্ভৰশীল নহয়, গতিকে মাটিৰ প্ৰশ্ন নাই। এতেকে খেতিৰ মাটি ভাগত পৰে প্ৰতি ৬৫০ জনৰ ভিতৰত এক বৰ্গমাইল। এতিয়া বাৰু কওকচোন, অসম আৰু পশ্চিমবঙ্গৰ অৱস্থা প্ৰায় একে হয় নে নহয়? তাৰ উপৰি অসমে বৰ্ত্তমান পূৰ্ব্ববঙ্গৰ ভগনীয়া ৫,০০,০০০ ( পাচ লাখ ) পুহিব লগা হৈছে। তাৰে ৩,০০,০০০ ( তিনি লাখ ) খেতিয়ক। মাটি লাগে। ইফালে ১২,০০,০০০ ( বাৰ লাখ ) অসমীয়া মানুহৰ এতোলাও মাটি নাই। মাটিহীন খেতিয়ক। ১৯৫৬ চনৰ হিচাপমতে চৰকাৰে ঘোষণা কৰিছে যে প্ৰকৃততে অসমত খেতি মাটি ট্ৰাইবেলক বাদ দি সাধাৰণৰ ভাগত ৩১,৯২২ একৰ হে। এতিয়া চাওকচোন অসমীয়া মানুহৰ অৱস্থা। সেইবাবেই বাহিৰৰ মানুহ আহিলে অসমীয়া বাইজে আপত্তি কৰে। আপত্তিৰ কাৰণ আছে।

ভৌমিক—আপত্তিৰ কাৰণ আছে বাবে আমি উদাৰ, মহান হৈ বহি থাকিম?

তিমিৰ—যাৰ ইমান অসমীয়া প্ৰেম আছে তেওঁ গৈ অসমীয়াই-

ভৰ লগ হওকগৈ, আমাৰ ইয়াত নহয়। আমি এনে জাতিদ্ৰোহী লোকৰ উপদেশ শুনিব অহা নাই। যাবলৈ দিয়ক। (তিমিৰ ৰবণে খঙতে কয়। সভাৰ মাজত গুন্ গুন্ শব্দ হয়)।

সুনীল—মই অসমীয়াৰ লগ হোৱাৰ কথা কোৱা নাই; কোনোবাই ভুল বুজিব পাৰে। মই সত্যহে উদ্‌ঘাটন কৰিছো।

তিমিৰ—(তাচ্ছিল্য কৰি) সত্য উদ্‌ঘাটন কৰা বৈজ্ঞানিক-সকলে আমাৰ দৰে সাধাৰণ মানুহৰ লগ হবলৈ আহিব নালাগে। অৰ্থনীতিৰ ডাঙৰ কিতাপ লিখি ডাঙৰ অৰ্থনীতিবিদ হৈ ডাঙৰ মানুহ হৈ থাককগৈ। মনে মনে আমাৰ লগ হোৱা চুতা কৰি আমাৰ ভিতৰুৱা কথাবোৰ জানিব নালাগে।

সুনীল—শালীনতা বোধ ৰক্ষা কৰি ভদ্ৰ সমাজৰ কথা কোৱা উচিত বুলি মই ভাবোঁ।

তিমিৰ—বিশ্বাসঘাতক নৰকীৰ এচৰত শালীনতা বোধৰ কোনো প্ৰয়োজন নাই।

সমৰ—মিঃ গুপ্ত, আপুনি তেওঁক কিয় তেনেকৈ কৈছে। তেওঁ আমাক ভাল হিচাপ দিছে। এইবোৰ কথাৰ উত্তৰ সময়ত আমি দিব লাগিব পাৰে গতিকে আগধৰি জানি থোৱা বৰ ভাল হৈছে।

তিমিৰ—আমি জানিলোঁ যে জাতিদ্ৰোহীয়ে আমাৰ সৰ্বনাশৰ পথ চিনিলে? এক আচামী গুণ্ডাক ভনীয়েকক সপি দিছে আৰু তাৰপৰা এইবোৰ হিচাপ বহীত টুকি ৰাখিছে তাকে আনি আমাৰ আগত পাঠ কৰি আমাক জব্দ কৰিবলৈ চেষ্টা কৰিছে আমি জানো বুজা নাই? বিশ্বাসঘাতক; নাৰকী।

সুনীল—আপুনি মোক গালি পাৰে কিয় গুপ্ত? তাৰ উপৰি মোৰ ভনীৰ নামত দুৰ্নাম ৰটনা কৰে কিয় এই সমাজৰ মাজতে? আপুনি তেনে কথা দুনাই নকৰ।

তিমিৰ—কম, এশবাৰ কম। কোন অকণ ডেকা নে ঢেকা

অসমীয়া গুণ্ডাটোৰ হাতত ভনীয়েৰজনী এৰি দি টকা পইচা লৈ ধৰি আৰু আমাৰ বিৰুদ্ধেই থিয় দিছ চালা পাষণ্ড ? ?

সুনীল—( খংভাবে ) খবৰ্দাৰ…… ।

তিমিৰ—( খেদি যায় ) কি কৰিবি চালা কুকুৰ । গুলাই যা ইয়াৰ পৰা এই মুহূৰ্তে নহ'লে চুলিত ধৰি বাহিৰ কৰি দিম ।

সময়—( বাধা দি ) ছিঃ গুপ্ত, ই আপোনাৰ ঘোৰ অন্যায় । এজন ভদ্ৰলোকক সভাৰ মাজতে এনে অশ্লীল ব্যৱহাৰ কৰাটো আপোনাৰ পক্ষে বৰ লাজৰ কথা । আপুনি বহি থাকক । (সমৰেন্দ্ৰৰ ধমক পাই তিমিৰ বৰণ বহি পৰে কিন্তু গুড়্গুড়্কৈ কিবাকিবি গালি পাৰি থাকে । তাৰপিছত দাসে সুনীলক কয় ) মিঃ চৰকাৰ, আপোনাৰ কথাবোৰ আমি মন দি শুনিছোঁ ; পিছে মই আপোনাক এটা কথা সোধোঁ, বাৰু কওকচোন ভাৰতীয় সংবিধান অধিকাৰমতে আমি আমাৰ দাবী উত্থাপন কৰিছো আৰু কৰিবলৈ চাওঁ, তাত জানো আমাৰ দোষ হব?

সুনীল—আইনমুখে সকলোৱে দাবী কৰিব পাৰে ; তাত দোষ নাই ।

সমৰ—তেন্তে ভাৰতীয় সংবিধানৰ ধাৰামতে আমি দাবী কৰিছোঁ । সংবিধানত ( part XII chapter I and II ) 'অফিচিয়েল লেঙ্গুৱেজ' অৰ্থাৎ চৰকাৰী ভাষাৰ কথা আছে । ( Articles 343, chapter I, Indian union official language. ) PartI XVII chapter II, state official language. Article 345, chapter II—That the legislature of the state may be language any one or more of the languages in use in the state as the Language or languages to be used for all or any of the official purposes of the state.

গতিকে আমি সেই ভিত্তিতে দাবী কৰিছোঁ যে অসম দ্বিভাষী ৰাজ্য হব লাগে ।

সুনীল—বুজিছোঁ। পিছে সংবিধানৰ নিয়মতেই সংখ্যালঘুৰ ভাষাই শতকৰা ৩০% কম থাকিলে ৰাজ্যভাষাৰ স্থান পাব নোৱাৰে।

ভৌমিক—এই বিষয়ে বাক-বিতণ্ডা কৰিব নালাগে, ৰাতি হ'ল। আমি এতিয়া ইয়ানখিনি আগবাঢ়ি আকৌ ফিৰিম নেকি মিঃ দাস? সেইটো হব নোৱাৰে। যুক্তি সকলোৱেদিয়ে আচামীৰ উকিলেও আৰু ফৰিয়াদীৰ উকিলেও। শেষত মোকৰ্দ্দমাৰ ৰায় দিয়ে জজেহে। গতিকে আমিও বাঙালী আৰু অসমীয়া দুই দলে যুক্তি দিম, চৰকাৰে হুকুম কৰিব। মিছাকৈ ওলোটা যুক্তি আজি আমি শুনাব প্ৰয়োজন নাই।

ভটাচাৰ্য্য—নিশ্চয়। এতিয়া তৰ্কৰ সময় নহয়। আমি য'তে নামিছো তাৰপৰা আঁতৰি নাযাওঁ; যদি কাবোবাৰ মত তাই জেন্তে তেওঁ যাব প্ৰাৰে।

তিমিৰ—নিশ্চয়, নিশ্চয়। বিশ্বাসঘাটক গুপ্তচৰক বাহিৰ কৰি দিব লাগে। আদেশ কৰক……( থিয় হয় )

সমৰ—থামক গুপ্ত। গোলমাল নকৰিব। মিঃ চৰকাৰ গুপ্তচৰ নহয়, আমাৰ মানুহ। তেওঁক অপমান মানে আমাক অপমান কৰা। আপুনি মনত ৰখা উচিত যে আমাৰ এই সভা অবৈধ আৰু ভয়াবহ। চৰকাৰে গম পালে এতিয়াই 'এৰেষ্ট' কৰিব। গতিকে আপোনালোকে মনে মনে কাম কৰক। মই মিঃ চৰকাৰক অনুৰোধ কৰোঁ যাতে তেওঁ একো থং নকৰে আৰু আমাৰ এই যজ্ঞত আগবাঢ়ি আহে ইয়াকে কৈ আজিলৈ আমি আলোচনাৰ সামৰণি মাৰিলোঁ। ৰাতি বহুত হ'ল।

ইয়াকে কৈ সমৰেন্দ্ৰই সভা ভঙ্গ কৰি দিয়ে। সকলোৱে উঠিল আৰু বাহিৰ হৈ আহিল।

সুনীলে অলপ বেগাই খোজ ললে। তিমিৰক লগ ধৰি মিঃ সমৰেন্দ্ৰ মোহন দাসে কাণৰ কাষত কিবা ক'লে। তিমিৰে মুখ ফুলিয়ালে

মূৰ ছুলিয়ালে ; তাৰপিছত দলৰ লগত আগবাঢ়ি গ'ল।

সুনীলে আহি ৰাষ্টাৰ ভাজটো পোৱাৰ লগে লগে বিজুলী লাইটৰ পোহৰ নপৰা মেৰটোৰপৰা হঠাতে কোনোবাই আহি পাছফালৰপৰা তাৰ পেটতে ছুৰি মাৰি দিলে। ভাগ্যে ছুৰি গৈ পেটত নপৰি সোঁ-বাহুত পৰিল। সি তৎক্ষণাৎ ঘূৰি চাই চিঞৰি উঠিল—"এমা—" ইতিমধ্যে গুণ্ডা পলাল, চিনিব নোৱাৰিলে। তাৰ চিঞৰ শুনি পিছত জুম বান্ধি মেল পাতি থকা দাস, ভট্টাচাৰ্য্য, ভৌমিক আৰু আন মানুহবিলাকে দৌৰি গ'ল আগবাঢ়ি। সুনীলৰ ওচৰ পাই "কি হ'ল" "কি হ'ল" বুলি সুধি তাক বেঢ়ি ধৰিলে। সুনীলে ক'লে যে কোনোবাই তেওঁক ছুৰি মাৰিলে। ক্ষন্তেকতে গোলমাল লাগি পৰিল। সমৰেন্দ্ৰ দাসে ক'লে—বোধহয় কোনোবা অসমীয়া গুণ্ডা।

ভট্ট—এৰা, অসমীয়া গুণ্ডাই বাঙালীৰ ল'ৰা দেখি ছুৰি মাৰিলে।

ভৌমিক—অসমীয়াই বাঙালীক মাৰিলে।

তিমিৰ—( ফোপাই-জোপাই আহি টানকৈ চিঞৰি দিলে ) অসমীয়াই বাঙালীক মাৰিলে। কোন ক'ত আছা দৌৰি আহা। বাঙালীক ৰক্ষা কৰা।

তাৰ চিঞৰত চাৰিওফালৰপৰা দোকানী, পোহাৰী, গৃহস্থী, ছাত্ৰ আদি সকলো মানুহ দৌৰি আহিল। আলিবাট মানুহেৰে ভৰি পৰিল। এটা হুলস্থূল লাগি পৰিল "কি হ'ল" "কি হ'ল" বুলি। অসমীয়াই বাঙালীক মাৰিলে বুলি বাঙালীসকলে চিঞৰবাখৰ লগাই দিলে। মানুহৰ গোলমালত কাৰো মাত ক'বেন্নুশুনি। দাস, ভট্টাচাৰ্য্য আৰু ভৌমিকে সুনীলক মানুহৰ মাজৰ পৰা টানি আনিলে।

এনেতে ঘটনাস্থলত আহি পুলিচ হাজিৰ হ'ল। ঘটনা তদন্ত কৰিলে। পুলিচ এচ. আই. জনে সুনীলৰ ওচৰলৈ গ'ল। সুনীলৰ

বাউসিৰে তেজ ওলাইছে। তাতে 'ৰেণ্ডেজ' কৰিব ধৰিছে ভৌমিকহঁতে। এচ. আই. জনে সুধিলে—"কোনে মাৰিলে ?"

সুনীল—কব নোৱাৰিলোঁ, পাছফালৰপৰা আহি আক্ৰমণ কৰিছিল। মই মানুহজন চিনিব নোৱাৰিলোঁ।

ভৌমিক—আচামী গুণ্ডা হব যেন পাইছো।

সমৰ—মই দৌৰি যোৱা দেখিছো। মানুহজন কিন্তু অসমীয়া সাজ-পাৰ পিন্ধা।

ভট্ট—অসমীয়া হব নিশ্চয়।

তিমিৰ—মই দৌৰি অহা দেখিছোঁ আৰু সেইজন অসমীয়া মানুহ।

এচ, আই—বাৰু তদন্ত কৰা হব। আপোনালোক ঘৰলৈ যাওকগৈ। ইতিমধ্যে অলপ আঁতৰত মানুহৰ মাজত তৰ্কা-তৰ্কি লাগে পৰিছে। ভীষণ হুলস্থূল। পুলিচে অৱস্থা আয়ত্বৰ ভিতৰলৈ আনিব পৰা নাই। তেতিয়া এচ, আই, জনে জনতাৰ মাজত সোমাই আঁতৰ হবলৈ অনুৰোধ কৰিব ধৰিলে। উত্তেজিত জনতাই তেওঁৰ কথা কাণ নকৰিলে। গোলমাল বেছিহে হ'ল। তেতিয়া পুলিচে টানি-টুহি আঁতৰ কৰি মানুহবিলাকক ৰাষ্টাৰ পৰা আঁতৰাই পঠালে।

ঘটনা শাম কাটিল। পুলিচে সুনীলক কিবা-কিবি সুধি বিস্তাত ভৰাই আনি ঘৰত থৈ গ'ল। তেওঁৰ জখম সামান্য, গতিকে ভয়ৰ কোনো কাৰণ নাই।

আচলতে ছুৰি মাৰিছিল তিমিৰ বৰপে সমৰেন্দ্ৰৰ ইঙ্গিতত। সি ছুৰি মাৰিয়ে আন্ধাৰৰ আঁৰে আঁৰে আহি আকৌ দলৰ লগ হয়হি। কোনেও ঘটনাৰ গম ধৰিব নোৱাৰিলে। কি শিয়ে আকৌ চিঞৰি চিঞৰি প্ৰচাৰ কৰি দিলে যে অসমীয়াই বাঙালীক মাৰিলে।

তাৰ ফল স্বৰূপে পিছদিনা উত্তেজিত বাঙালী কিছুমানে

অসমীয়া ডাক্তৰ এজনক মৰাকৈ মাৰিলে। বাঙালী আৰু অসমীয়াৰ ভিতৰত কাজিয়াৰ সূত্ৰপাত হ'ল গুৱাহাটীত। সুবিধাবাদী মহলৰ উদ্দেশ্য পূৰণ হ'ল। ষড়যন্ত্ৰই কাম দিলে।

(২)

পিছদিনা পুৱা জালুকবাৰীত বিশ্ববিদ্যালয়ৰ সমুখত "যুগান্তৰ" কাকতৰ গাড়ীখন ৰাখি ছাত্ৰসকলে লগ লাগি বাতৰি-কাকতবোৰ উলিয়াই আনি জুই লগাই দিলে, কাৰণ আজি এসপ্তাহৰ আগৰেপৰা কলিকতীয়া কাকতবোৰে নানা ৰকম গল্প প্ৰচাৰ কৰি বাঙালী মানুহক প্ৰৰোচণা দিব ধৰিছে আৰু অসমীয়া জাতি, অসমীয়া সমাজ আৰু অসম চৰকাৰৰ এই নামত ধাৰাবাহিকভাৱে শ্লেষপূৰ্ণ মন্তব্যৰে লিখা আৰম্ভ কৰিছে। তাৰ বাবে ছাত্ৰ আৰু বাইজৰ অনেক অনুৰোধ সত্ত্বেও অসম চৰকাৰে এনে কাকত অসমত বন্ধ কৰি দিয়া নাই। তাকে দেখি ছাত্ৰসকলে দেশৰ ভৱিষ্যৎ মঙ্গলৰ বাবে এই কাকতবিলাক বন্ধ কৰিবৰ উদ্দেশ্যে তেনে কৰিলে। ক্ষন্তেকতে হুলস্থুল লাগি পৰিল বিশ্ববিদ্যালয় প্ৰাঙ্গনত। ছাত্ৰসলে জয়ধ্বনি দিলে—

"অপপ্ৰচাৰকাৰী বাতৰি কাকত জ্বলাই দিয়ক।"

"অসম চৰকাৰে অসমত বাঙালী কাকতৰ প্ৰচাৰ বন্ধ কৰক।" ইত্যাদি ধ্বনি তুলি বাঙালী কাকতবোৰ পুৰি পেলালে। ই হ'ল বাতিপুৱাৰ ঘটনা।

আবেলি বিশ্ববিদ্যালয় 'কেম্পাচ'ত ছাত্ৰসকলৰ বিৰাট মিটিং বহিল। সভাত প্ৰস্তাৱ পাছ কৰিলে—"অসমৰ বিভিন্ন সম্প্ৰদায়ৰ ভিতৰত সম্প্ৰীতি ৰক্ষাৰ কাৰণে সকলো ছাত্ৰ-ছাত্ৰীয়ে প্ৰাণপণে চেষ্টা কৰিব লাগে আৰু প্ৰৰোচনামূলক বাতৰিকাকতবোৰৰ প্ৰচাৰ বন্ধ কৰি দিব লাগে।"

প্রস্তাৱৰ নকল দিল্লী, শিলং আদিলৈ পঠোৱা হ'ল। সভাত অসমীয়া, বাঙালী, মাৰোৱাৰী, হিন্দুস্থানী আদি সকলো সম্প্ৰদায়ৰ ছাত্ৰ উপস্থিত আছিল।

ইয়াৰ পিছত সদৌ অসম ছাত্ৰ সম্মিলনৰ মিটিং গুৱাহাটীত তাতো একে প্ৰস্তাৱকে পঠোৱা হ'ল।

তাৰপিছত অসমৰ নগৰ, চহৰ, গাওঁ, ভূঁই সকলোতে ছাত্ৰসকলৰ সভা-সমিতি বহিব ধৰিলে আৰু একে প্ৰস্তাৱকে পাছ কৰি চৰকাৰলৈ দিয়া হ'ল। দেশজুৰি তুমুল ছাত্ৰ আন্দোলনৰ সৃষ্টি হ'ল। সকলোৰে মুখে মুখে কেৱল ৰাজ্যভাষাৰ প্ৰশ্ন ল'ৰাবুঢ়া, ডেকা গাভৰু, সকলোৱে উৎকণ্ঠাৰে অপেক্ষা কৰি থাকিল বিধান সভাৰ শৰৎকালীন অধিবেশনলৈ।

জুনৰ শেষ সপ্তাহত শ্বিলং চহৰত সুবিধাবাদীদলৰ গোপন আলোচনা চক্ৰ বহিল। চক্ৰত সিদ্ধান্ত ল'লে যে অসমত বাঙালী ভাষা ৰাজ্যভাষা কৰিবই লাগিব। দৰকাৰ হ'লে মিছা বাতৰি পৰিবেশন কৰি হলে আন্দোলন গঢ়ি তুলিব লাগিব। কাছাৰত ঘাটি স্থাপন কৰি শ্বিলঙত আলোচনা-চক্ৰ পাতি কলিকতালৈ বাতৰি পঠাব। ইতিমধ্যে শ্বিলঙত অসমীয়া, খাচিয়াসকলৰ ভয়ত বাটত ওলাব নোৱাৰা হৈছে। ঠায়ে ঠায়ে মাৰ-পিট হৈ আছে। গুৱাহাটীৰ চিভিল হাস্পতালত খাচিয়া নাৰ্চ হত্যাৰ মিছা জনৰবে খাচিয়াক উত্তেজিত কৰিছে। অসমীয়া কৰ্মচাৰীসকলে অফিচলৈ যাওঁতে ভগৱানক খাটে "যেন আজি কোনোমতে অফিচৰপৰা আহি ঘৰ পাওঁ প্ৰভু।" খাচিয়াসকলক ইমান উত্তেজিত কৰি তুলিছিল যে অসমীয়া মানুহৰ ঘৰতো আহি তেওঁলোকে আক্ৰমণ কৰিছিল। তেতিয়াৰ শ্বিলঙত অৱস্থা দেখিলে, কাণ্ডকাৰখানাৰ নাম শুনিলে, অনুমান হয় যেন অসমীয়া নিধন যজ্ঞহে আৰম্ভ হৈছিল। সেই সময়ত শ্বিলঙত থকা অসমীয়া মানুহে এই কথা বঢ়িয়াকৈ উপলব্ধি কৰিছে।

২৮/৬/৬০ তাৰিখৰপৰা ২০/৭/৬০ তাৰিখলৈ প্ৰায় হৃএমা

জুৰি অসমৰ ৰাজধানী শ্বিলং চহৰত নৰমেধ যজ্ঞ যেন অনুষ্ঠিত হৈছিল আমাৰে পৰ্ব্বতীয়া ভাই খাচিয়াসকলৰ দ্বাৰাই, এই আক্ৰমণত ৬০ জন মানুহ খুন হৈ হস্পিতালত থাকিব লগা হৈছিল আৰু তাৰে ৪৬ জনেই অসমীয়া। এনেবোৰ কাণ্ড দেখিশুনি সুবিধাবাদীসকলে অতি উৎসাহেৰে পৰম তৎপৰতাৰে নিতে নৱ নৱ গল্প বনাই কলিকতাৰ বাতৰি-কাকতলৈ পঠাইছিল আৰু সেইমতে বাংলা কাকতবিলাকে পৰম আগ্ৰহেৰে সেইবোৰ লৈ বেছ আমোদজনক কৰি বাতৰি প্ৰচাৰ কৰিব ধৰিলে।

তাৰপিছৰপৰাই ভাষাৰ দোহাই দি, জাতিৰ দোহাই দি আৰম্ভ হ'ল সভা, শোভাযাত্ৰা, শ্লোগান, অগান, মান, অপমান। হিংসাৰ অগণিত যেন ঘিঁৰ চিতা পৰিল। দপ্ দপ্‌কৈ জ্বলি উঠিল সংঘৰ্ষৰ দাবানল। কাছাৰ জিলাত অসমীয়া মানুহৰ হৃদকম্প আৰম্ভ হ'ল। বাটে-ঘাটে অসমীয়া মানুহৰ কামৰ......দায়িত্বত ওলাব লগা হলে পুলিচে পহৰা দিব লগা হ'ল। কাছাৰত থকা আন জিলাৰ অসমীয়া কৰ্ম্মচাৰীসকলৰ চিঠি-পত্ৰ ঘৰৰ ভায়েক-ভনীয়েক আদিয়ে কান্দিবলৈ আৰম্ভ কৰি দিলে, মাক পিতাকৰ ভাত ভিতৰলৈ নোযোৱা হ'ল।

এয়ে হ'ল জুলাই সংঘৰ্ষৰ আগ জাননী।

কিন্তু আশ্চৰ্য্য এয়ে যে এনে এটা মাৰাত্মক অৱস্থাতো তেতিয়া কাছাৰত "কাৰফিউ জাৰি কৰিব লগা নহ'ল অথচ গুৱাহাটীত জুনৰ ত্ৰিশ তাৰিখেই ডেপুটিকমিচনাৰে কাৰফিউ ( সান্ধ্যআইন ) জাৰি কৰি গুৱাহাটীৰ নাগৰিক জীৱন অচল কৰি দিলে।

ইমানতো অসমীয়া মানুহে ধৈৰ্য্য ধৰি থাকিল। সম্পূৰ্ণ গণতান্ত্ৰিক পদ্ধতিৰে সভা-সমিতি কৰি প্ৰস্তাৱ আদি পঠাই থাকিল কোনো অসমীয়াই ভবা নাছিল যে ইয়াৰ পিছতে এই জুলাই মাহতে এনে এটা সংঘৰ্ষ হব—যাৰ ফলত সমগ্ৰ ভাৰতৰ আকাশ-বতাহ কঁপি উঠিব—

ৰাইজ আৰু চৰকাৰ নিৰুপায় হৈ পৰিব। সুবিধাবাদীদলৰ গোপন ষড়যন্ত্ৰৰ কথা অসমীয়া মানুহে জনা নাছিল আৰু দুই এজনে জানিলেও সিমান কাণকৰা নাছিল। তাৰ ফালতেই এই দল শক্তিশালী হৈ সমগ্ৰ অসমতে ঘাটি স্থাপন কৰি ললে আৰু পশ্চিম-বঙ্গতো এদল বাঙালীক হাত কৰি ললে।

সিদিনা মিটিংওপৰা অহাৰ পিছত সুনীলৰ ঘি ঘটনা ঘটিল তাৰ খবৰ গুৱাহাটীত বিয়পি পৰিল আৰু বাঙালীবিলাকৰ মাজত প্ৰচাৰ হ'ল যে অসমীয়া মানুহে বাঙালী লৰাক ডেগাৰ মাৰিছে। কথা বুলিলে বতাহ। সমস্ত গুৱাহাটীতে কথাটো প্ৰচাৰ হ'ল; আনকি পাণ্ডু, মালিগাওঁ, আমিনগাওঁ, জালুকবাৰী আদি সকলো ঠাইতে মানুহৰ কোৱা-মেলা চলিল। অসমীয়া মানুহবিলাকে বৰ দুখ কৰিলে, আৰু লজ্জাবশতঃ বাঙালীৰ ওচৰত অধোবদন হ'ল। ইফালে বাঙালী মানুহবিলাকে বৰ সন্তুষ্ট হৈ ফুৰিব ধৰিলে। অসমীয়া মানুহক সন্দেহ কৰিব ধৰিলে। এটা অবিশ্বাসৰ ভাব যেন গাঢ় হৈ উঠিল বাঙালী আৰু অসমীয়া দুয়ো সম্প্ৰদায়ৰ মাজত। দলৰ প্ৰথম আৰু প্ৰধান কাম এটা হাচিল হ'ল।

এটা ঘটনাৰ পিছত সুনীল ক্ষীপ্ত হৈ উঠিল। তেওঁৰ বিশ্বাস হ'ল যে ঘটনাটো যেনে তেনে সুবিধা বঙ্গবাদী দলৰ দ্বাৰাই সংঘটিত হৈছে, নহলে সেই অৱস্থাত কোনো অসমীয়া মানুহে তালৈ অহা নাছিল। বোধহয় মিটিঙত সেইবিলাক কথা কোৱা বাবে সিহঁতেই এই কৰ্ম কৰিলে। ইহঁততো কম দুষ্কাৰ্য্যকাৰী নহয়। তিমিৰ বৰণ গুপ্তৰ ওপৰত তেওঁৰ সন্দেহ হ'ল। তিমিৰে যেতিয়া "আচামী গুণ্ডাই বাঙালী মাৰিলে" বুলি চিঞৰিছিল তেতিয়া তাৰ কণ্ঠস্বৰ অস্বাভাৱিক আছিল আৰু তাক ভাগকৰা যেন অনুমান কৰা হৈছিল। তেতিয়াৰেপৰা তেওঁ সেই দল পৰিত্যাগ কৰিলে।

সুনীল কিন্তু বহি থকা বিধৰ লৰা নহয়। তেওঁ নতুন দল খুলিলে। তেওঁ প্ৰচাৰ যে এইবোৰ সুবিধা বাদী এদল

মুষ্টিমেয় স্বাৰ্থান্বেষীৰ অবৈধ আন্দোলন। বাঙালী ৰাইজে তাত যোগ দিব নালাগে। অসমত একমাত্ৰ অসমীয়া ভাষাই ৰাজ্যভাষা হোৱা উচিত। সিদিনাৰেপৰা গৈ বাঙালীসকলৰ মাজত ৰাজহুৱা মিটিং কৰি এই প্ৰস্তাৱ পাচ কৰি চৰকাৰলৈ পঠাব ধৰিলে। গুৱাহাটী, মালিগাওঁ, আমিনগাওঁ, পাণ্ডু, কামাখ্যা, জালুকবাৰী সমস্ত বৃহত্তৰ গুৱাহাটীতে তেওঁ মিটিং কৰিব ধৰিলে।

এই ঘটনাৰ পিছদিনা খবৰ পাই অৰুণে উধাতু খাই লৰি আহিল সুনীলহঁতৰ ঘৰলৈ ) বন্ধুৰ এনে দুৰ্ঘটনা দেখি অৰুণৰ বৰ দুখ লাগিল। দুই বন্ধুই নানা ৰকম আলোচনা কৰিলে। ভৱিষ্যৎ কৰ্ম্মপন্থা কি হব তাক নিৰ্ণয় কৰিবৰ বাবে দুয়ো চিন্তা কৰিব ধৰিলে। আলোচনাৰ শেষত দুই বন্ধুই প্ৰতিজ্ঞা কৰিলে যে যি কোনো উপায়ে চেষ্টা কৰি হলেও এই হিংসাত্মক ভাৱ দুয়ো সম্প্ৰদায়ৰ মানুহৰ মাজৰ পৰা আঁতৰ কৰিব লাগিব; কাৰণ ই মানৱতাৰ ঘোৰ পৰিপন্থী। তেওঁলোকে কৰ্ত্তব্য স্থিৰ কৰি ললে। সুনীলে বাঙালীৰ মাজত আৰু অৰুণে অসমীয়াৰ মাজত সোমাই মেল-মিটিং কৰি সমিল-মিল কৰিবলৈ দৃঢ় প্ৰতিজ্ঞা হ'ল। তেওঁলোকে বিশ্ববিদ্যালয়ৰ ক্লাচলৈ যোৱা বন্ধ কৰিব বুলি স্থিৰ কৰিলে।

দুই বন্ধুৰ এনে বিপদজনক প্ৰস্তাৱ শুনি সুনীলৰ মাকে বাৰে বাৰে বাধা কৰিলে আৰু অনুনয় বিনয় কৰি পুতেকক বুজাব ধৰিলে— "বোপা, তয়ে মোৰ একমাত্ৰ ল'ৰা; তোক বুকুত বান্ধি লৈয়ে মই অবধ্য যন্ত্ৰণা সহ্য কৰি আছিছোঁ। তোৰ অবিহনে তোৰ মাৰ আৰু ভনীয়েৰ জীয়াই নাথাকিব। তই যদি এইবোৰ বিপদজনক কামলৈ যাৱ তেন্তে আমাক দুয়োকো মুৰত কোবাই মাৰি থৈ যাবি।" মাকৰ এনে কাতৰ উক্তিত সুনীলে উত্তৰ দিছিল—"একো চিন্তা নকৰিব মা, কই কোনো দুষ্কাৰ্য্য কৰিবলৈ নাযাওঁ; কেৱল মেল-মিটিং কৰিম।"

মেল-মিটিং কৰোতে কালি ৰাতি যি ঘটনা হব ধৰিছিল

ভাগ্য ভাল বাচি গল; নহলে কি যে হ'লহেঁতেন। এতিয়া তই কলৈকো যাব নোৱাৰ বোপা।"

"কিন্তু নকৰিব মা, আপোনাৰ আশীৰ্ব্বাদে মোৰ একো নহয়। কিন্তু প্ৰাণৰ মমতাত মই কৰ্ত্তব্য বাদ দিব নোৱাৰো। বৰ্তমানে দেশমাতৃয়ে মাতিছে। মই যাবই লাগিব। সময়ত মই পুণৰ ফিৰিম।"

"নহয় দাদা, আপুনি আৰু কলৈকো যাব নোৱাৰে। মই যাবলৈ নিদিওঁ।" কিৰণে কাতৰভাৱে প্ৰাৰ্থনা কৰে। "তয়ো অবুজ হলিনে কিৰণ? ইমান শিক্ষা দিক্ষাই তোক উদাৰ নকৰি বৰ স্বাৰ্থপৰহে কৰিলে নে? আমি কি দেশত বাস কৰিছোঁ জান কিৰণ? যি দেশৰ মানুহে ভাবে—দেশতকৈ মোমাই ডাঙৰ নহয়। আৰু মই আজি তাৰ লগতে কৈ যাম যে সমাজতকৈ গৃহস্থী ডাঙৰ নহয়। তই অন্ততঃ বুজা উচিত।

কিৰণে চকুলো মচি কলে অৰুণক—ডেকা দাদা, আপুনি দাদাক বন্ধ কৰক। দাদা বৰ উত্তেজনাশীল ৰাজ্যৰ অসমীয়া, বাঙালী আৰু ইংৰাজী কিতাপবোৰ পঢ়ি পঢ়ি দাদাৰ মন আৰু মগজ বৰ উত্তেজিত হৈ থাকে। নেদেখিছে নে কেনেকৈ আবৃত্তি কৰাৰ দৰে ইমান এটা ডাঙৰ কথা কলে, আৰু মাক অবজ্ঞা কৰিলে। আপুনি বাধা কৰক?"

অৰুণ—মাক, ভনীয়েকৰ মৰম আৰু দায়িত্বকো যিয়ে নেওচিব পাৰে, তেনেজনক অজুই বাধা কৰিলে শুনিব নে কিৰণ?

কিৰণ—আপুনি নাযাওঁ বুলি কলে দাদায়ো বাধ্য হব। আপুনি নাযাওঁ বুলি কওক। দেশৰ ভিতৰ ফাল বৰ বেয়া অৱস্থাত।

অৰুণ—তাৰ মানে তুমি মোক তোমাৰ মাৰা আৰু দদায়েৰাৰ আগত কাপুৰুষ বনাব খোজা।

কিৰণ—কাপুৰুষ কিয় হব?

অৰুণ—ভীৰু হলেই কাপুৰুষ হয়।

কিৰণ—আপোনাৰ জানো পিতাক আৰু ভায়েক নাছে ঘৰত?

অৰুণ—অলপ আগতে দদায়েৰাই বাঙালী লৰা হৈ কলে যে আমি যি দেশত বাস কৰিছো, সেই দেশৰ মানুহৰ মনত 'দেশতকৈ মোমাই ডাঙৰ নহয়', মইতো এই দেশৰে সন্তান কিৰণ, গতিকে তোমাৰ আৰু অনুৰোধ কৰিবলৈ ঠাই আছে নে?

কিৰণ—( চকুলো টুকি ) কি যে গোৱাৰ দুয়োজন! [illegible]কৈ নিষ্ঠুৰ।

অৰুণ—নিষ্ঠুৰ নহয় কিৰণ, আমাৰ হৃদয় ব্ৰহ্মপুত্ৰৰ দৰে দয়া আৰু মৰমৰ সলিলেৰে পূৰ্ণ, অতি কোমল।

কিৰণ—আপোনালোকৰ লগত কথা কৈ একো লাভ নাই। আপোনালোক কোমল অন্তৰৰ হোৱা হলে এনে নিষ্ঠুৰ মন্তব্য কৰিব নোৱাৰিলেহেঁতেন।

অৰুণ—খৰালি শান্ত ব্ৰহ্মপুত্ৰৰ কোমল সলিলৰাশি বাৰিষা কিয় প্ৰচণ্ড হিল্লোলেৰে উদ্বেলিত হৈ উঠে জানা কিৰণ? তাৰ বুকুত চলে বাৰিষাৰ বানৰ সংঘাট। তেতিয়া সেই শান্ত সলিলে ফেনিল হৈ উত্তাল তৰঙ্গমালাৰ সৃষ্টি কৰে।

কিৰণ—মই আৰু বিশেষ বুজাব নোৱাৰো, যি ইচ্ছা তাকেই কৰক।

এনেভাবে মাক আৰু ভনীয়েকৰ আদেশ, অনুৰোধ অপেক্ষা কৰি দেশৰ আগন্তুক বিপদত জপিয়াই পাৰল সুনীল আৰু তেওঁৰ বন্ধু অৰুণ ডেকা। তাৰপিছত বাজহুৱা মেল-মিটিং কৰি ফুৰোতে সুনীল আৰু অৰুণৰ দিন যাব ধৰিলে। দিন ৰাতিৰ চিন ভিন নাইকিয়া হ'ল, তেওঁলোক দুয়োৰো।

কেইদিনমানৰ ভিতৰতে দেশৰ মানুহৰ মতি গতি বদলি গ'ল। সকলোফালে এটা গৰম গৰম ভাব। উগ্ৰপন্থী লোকসকলে বাট, ঘাট, বজাৰ, দোকান সকলো ঠাইতে কেৱল উত্তপ্ত বক্তৃতা, তৰ্কা-তৰ্কি আৰম্ভ কৰি দিলে। ছাত্ৰসকলৰ মাজতো এটা উগ্ৰপন্থীদল তৈয়াৰী হ'ল। অৰুণৰ বন্ধু মিঃ বৰুৱা, প্ৰমুখ্যে হাজৰীকা, শইকীয়া,

ৰৰা, চৌধুৰী, শৰ্মা আদি এদল ছাত্ৰ উগ্ৰপন্থী হৈ উঠিছে। এই লৈ ছাত্ৰসকলৰ মাজত বহুত বাক্-বিতণ্ডা হৈ গৈছে।

হঠাৎ সিদিনা জালুকবাৰীৰ ছাত্ৰমিটিং এখনত অৰুণৰ লগত তেওঁৰ বন্ধু বৰুৱাৰ তৰ্ক হয়, বৰুৱাই কয় যে জোৰ কৰি হলেও অসমীয়া ভাষা অসমৰ ৰাজ্যভাষা কৰিব লাগে, তাৰ বাবে দৰকাৰ হলে অনা-অসমীয়া সকলক ধমক দিব লাগে। অৰুণৰ মত হ'ল-যে বুজাই-বঢ়াই, যুক্তিৰ দ্বাৰাই পৰাস্ত কৰি তেওঁলোকক আমাৰ মাজলৈ আনিব লাগে আৰু কোনো ৰকম হিংসাত্মক কাৰ্য্যত লিপ্ত হব নালাগে। সজ আৰু গণতান্ত্ৰিক পদ্ধতিৰে নিজৰ দাবী চৰকাৰৰপৰা আদায় কৰিব লাগে। এই লৈ তুমুল বাক-বিতণ্ডা হয়। শ্বিলং আৰু কাছাৰৰ অসমীয়া মানুহৰ দুৰ্দ্দশাৰ কথা বৰ্ণাই মৰিয়নি আৰু লামডিঙৰ জঘন্য কাণ্ডৰ কথা মনত কৰি দি বৰুৱাই এটা অতি উত্তেজনাপূৰ্ণ বক্তৃতা দিয়ে তেওঁৰ বক্তৃতাত উত্তেজিত হৈ ছাত্ৰবিলাকৰ বহুতে তেওঁৰ মতকে সমৰ্থন কৰে। তাৰে মাজৰপৰা কিছুমান লৰাই অৰুণক ইতিকিং কৰে আৰু বাঙালীৰ পাণ্ডা আখ্যা দিয়ে। বৰুৱাৰ দলৰে অৰুণৰ অতীতৰ বন্ধু মিঃ শইকীয়াই তেওঁক পৰিত্যাগ কৰে। ৰৰাই ঠাট্টা কৰিলে।

বাঙালনীৰ প্ৰেমত পৰি অসমীয়াক ত্যাগ কৰিলে আমাৰ ডেকা বাবুই, চৌধুৰীয়ে তাচ্ছিল্য কৰি হাঁহি মাৰি কলে—"তিৰোতাৰ মায়া বৰ মায়া। পেটৰ নাৰীৰ পাকেই এই নাৰীৰো পাক। তাৰ বাবেই অষ্টম এডৱাৰ্ডে ইংলণ্ডৰ সিংহাসনকে ত্যাগ কৰিছিল ; ই এটা জাতিহে। ই অতি তুচ্ছ কথা।"

এনে ৰকমে সভাত নানা ৰকমে অপমানিত হৈ, বন্ধু পৰিত্যক্ত হৈ অৰুণ ফিৰি আহিল। সিদিনাৰপৰা অৰুণে সেই সঙ্ঘ ত্যাগ কৰি আন দল খুলিলে। মেধাবী আৰু চিন্তাশীল এদল ছাত্ৰই অৰুণক সমৰ্থন কৰিলে। অৰুণে অক্লান্ত শ্ৰমেৰে

ৰা মেল-মিটিংবিলাকত বক্তৃতা দি ফুৰিব ধৰিলে। তেওঁৰ যুক্তিপূৰ্ণ আৰু ৰসাল বক্তৃতাত ভোল গৈ বহুত মানুহে সমৰ্থন কৰিলে। ক্ৰমে ক্ৰমে অৰুণ ডেকা গুৱাহাটীত এজন নামজ্বলা ছাত্ৰ হৈ পৰিল। তেওঁৰ বক্তৃতা শুনিবলৈ সকলোৱে উৎকণ্ঠাৰে বাটচাই থাকে। মানুহে আগেয়ে চায় মিটিঙত অৰুণ ডেকা আছে নে নাই। বাতৰি-কাকতত অৰুণৰ নাম প্ৰায় দিনে-ৰাতিয়ে ওলাব ধৰিলে।

আনফালে সুনীলৰ নামো কাকতে-পত্ৰে ওলাব ধৰিলে। নৰমপন্থী দলে তেওঁক প্ৰশংসা কৰিলে আৰু উগ্ৰপন্থী দলে গালি দিলে।

বাতৰি-কাকতত সুনীল আৰু অৰুণৰ প্ৰশংসা শুনি কিৰণৰ মাকে পেটে পেটে বৰ আনন্দিত হৈ গ'ল। সুখী হোৱাৰ কাৰণো আছে নিশ্চয়। কিৰণে দদায়েকক আৰু একো বাধা নকৰে বৰং মিটিঙলৈ যোৱাৰ আগেয়ে কি কি বস্তু লগত নিব লাগিব, কোন যোৰ পোচাক পিন্ধিব লাগিব, সেইবোৰ যোগাৰ কৰি দিয়ো অৰুণ আহিলে কিৰণে নিজৰ আপোনজনক আদৰ কৰাৰ দৰে আদৰ কৰে। কেতিয়াবা লগত যাব মন কৰে, কিন্তু সুনীল আৰু অৰুণে বাধা কৰে, অৰুণে কয়—"সময় আহিব কিৰণ. যেতিয়া তুমি মোৰ লগত বা সুনীলৰ লগত মিটিঙলৈ যাব লাগিব? সেইদিন এতিয়া নহয়—দেশ শান্ত হোৱাৰ পিছত।"

কিৰণ—দেশ শান্ত হোৱাৰ পিছত আপোনাৰ লগত কোন মিটিঙলৈ যাব লাগিব? চিনেমা হললৈ?

অৰুণ—ধৰিলোৱা চিনেমা হলকেই বুলি।

কিৰণ—দেশৰ বিপদৰ সময়ত আমি কাম নকৰিলে ভাল অৱস্থাত কি কৰিম? মোক ভয় কৰা বুলি ভাবিছে নেকি? মই ভয় কৰা নাই।

অৰুণ—(হাঁহি মাৰি) থামা বীৰাঙ্গনা। তোমাৰ বীৰাঙ্গনা ৰূপৰ এতিয়া প্ৰয়োজন হোৱা নাই; সময়ত জনাম।

কিৰণ—ঠাট্টাহে কৰিলে……।

এনেতে সুনীলে আহি তৎক্ষণাৎ ডেকাক মাত দি লৈ যায় উজান বাজাৰৰ এখন মিটিঙলৈ।

অৰুণ ডেকাৰ জনপ্ৰিয়তা বাঢ়ি গ'ল। তেওঁৰ কথাবোৰ মানুহে সমৰ্থন কৰিলে আৰু শান্তিপূৰ্ণভাৱে সহনশীলতাৰে সভা-সমিতি পাতি ধীৰ-সুস্থিৰ ভাৱে প্ৰস্তাৱ পঠোৱা মত ললে। ৰাজনৈতিক দলীয় নেতাসকলৰ একতৰফীয়া স্বাৰ্থজড়িত নীতিতকৈ এওঁৰ দলৰ নিৰপেক্ষ সাৰ্ব্বজনিন নীতি আৰু বক্তৃতাত মুগ্ধ হৈ মানুহে তেওঁক জনতাৰ নেতা জ্ঞান কৰা হ'ল। ফলত ডেকাৰ প্ৰতিপত্তি বাঢ়িল।

অৰুণৰ এনে জনপ্ৰিয়তা বঢ়া দেখি বৰুৱাৰ অসহ্য হ'ল। ঈৰ্ষা জন্মিল। সেইবাবে বৰুৱা বৰ্ত্তমানে ডেকাৰ পৰম শত্ৰু হৈ উঠিল। অৰুণে যি মিটিঙলৈ যায়, বৰুৱাৰ দলেও তালৈ যায়, অৰুণে য'ত বক্তৃতা দিয়ে, বৰুৱায়ো তাতেই বক্তৃতা দিয়ে। অৰুণে যি কথা কব' বৰুৱাই তাৰে প্ৰতিবাদ কৰিব। ডেকাই যি পদ্ধতি দিব, বৰুৱাই তাৰ ওলোটা ফালটো নিৰ্দ্দেশ কৰিব। ফলত মিটিঙৰ শেষত বৰুৱাৰ দলে উত্তেজিত হৈ ডেকাক গালি পাৰে। অৱশেষত এনে অৱস্থা হ'ল গৈ যে বৰুৱাৰ দলে অৰুণক বাঙালীৰ গুপ্তচৰ বুলি প্ৰচাৰ কৰি জনৰব তুলি দিলে। তাৰ উপৰি সুবিধা পালে অৰুণক বৰুৱাৰ দলে খুন কৰিবলৈও চেগ বিচাৰিব ধৰিলে।

এনেভাৱে আৰম্ভ হ'ল বৰুৱাৰ আৰু ডেকাৰ ভিতৰত এখন ঈৰ্ষাৰ যুদ্ধ।

সিদিনা ২৯ জুন। গুৱাহাটীৰ 'নবীনচন্দ্ৰ বৰদলৈ হ'ল' প্ৰাঙ্গনত মিটিং কৰি ৰাতি আঠটামান বজাত অৰুণ আৰু সুনীল ঘৰলৈ আহিল। বাহিৰৰ ৰুমত দুয়ো বহি কিৰণক মাতিলে। কিৰণ ভিতৰৰপৰা সোমাই আহিল ড্ৰইং ৰুমলৈ। দুয়োকো

দেখি সুধিলে –

"মিটঙত দেখোঁ আজি ৰাতি হ'ল দাদা ?"

সুনীল—সেইবোৰ পিছত সুধিবি, এতিয়া যা, আমি দুয়োলোকে ভৰি ধুবৰ বাবে পানী আনগৈ।

কিৰণ ওলাই যায় আৰু কিছু সময় পিছত বাহিৰৰ পৰা মাত লগায়—"পানী দিছোঁ দাদা ; ভৰি ধোৱকহি।"

সুনীল আৰু অৰুণে গৈ বাহিৰত ভৰি ধোৱে। ভৰি ধুই আহি ড্ৰইং ৰুমত বহাৰ লগে লগে কিৰণে আহি দুয়োকো চাহ দি যায়। সুনীলে কিৰণক কয়—কিৰণ, ডেকাটোকে ভাতৰ ব্যৱস্থা কৰিবিচোন। ৰাতি হল, আজি যাব নালাগে।"

অৰুণ—নহয় মিঃ চৰকাৰ, মই যাম ; মিচাকৈ কষ্ট কৰিব নালাগে কিৰণ।

কিৰণ – কিনো কষ্ট হব আমাৰ ? আজি যাব নোৱাৰে ; ৰাতি অকলে যাবলৈ নিদিওঁ।

তাই আদেশৰ সুৰত কয় যেন তেওঁৰ ওপৰত তাইৰ সম্পূৰ্ণ অধিকাৰহে আছে ; ভালপোৱাৰ দাবী। অৰুণে উত্তৰ নিদি মনে মনে ৰ'ল।

চাহ খাই ৰুমৰ ভিতৰত বহি দুই বন্ধুই মেল কৰি আছে। হঠাতে অপ্ৰত্যাশিতভাবে ৰুমৰ ভিতৰলৈ সোমাই আহিল তিমিৰবৰণ গুপ্ত। তাক দেখি দুয়ো অবাক হল। কি কাণ্ড! ই আকৌ ইয়াত কিয় ? তিমিৰে আহি দুয়োৰে আগত থিয় হৈ চকু ৰঙা কৰি কৰি কৈফিয়ৎ তলব কৰিলে সুনীলক—"সুনীল, তই কিয় আজি অসমীয়াহঁতৰ মিটঙলৈ গৈছিলি ?"

তাৰ এনে কৈফিয়ৎমূলক প্ৰশ্নত সুনীল আৰু অৰুণ দুয়ো অপ্ৰস্তুত হৈ গ'ল। কিন্তু পিছত তাৰ মতলব বুজিব পাৰি হাঁহি মাৰি সুনীলে কলে—"কম ৰাক কিয় গৈছিলোঁ, তুমি বহাচোন দাদা।" সুনীলে চিয়াৰখন আঙুলিয়াই বহিবলৈ নিৰ্দেশ দিলে। তিমিৰে

ৰাগান্বিত নয়নে থিয় হৈ কৈ উঠে—মই তোৰ ইয়াত বহিবলৈ অহা নাই; কেৱল জানিবলৈহে আহিছো কিয় তই সেই মিটিঙলৈ গৈছিলি ?

সুনীল—শান্ত হৈ ভদ্ৰলোকৰ দৰে বহা দাদা, মই সকলো কথা ভাঙি কম।

তিমিৰ—কবলৈ আৰু কি আছে বিশ্বাসঘাটক, তই এই আচামী গুণ্ডাটোৰ লগ লাগি আমাৰ সমস্ত গোপনীয় কথা কবলৈ কিয় গৈছিলি ?

সুনীল—এইটো মোৰ ঘৰ গুপ্তদা, নহলে তোমাৰ এই অভদ্ৰ আচৰণৰ যথোচিত উত্তৰ দিলোহেঁতেন। পিছে, একো নকও, ভালে ভালে ওলাই যোৱা।

তিমিৰ—ওলাই যোৱাৰ আগেয়ে তই কব লাগিব কিয় গৈছিলি ? নহলে আজি সুদাই নেৰিম।

সুনীল—তোমাৰ প্ৰশ্নৰ উত্তৰ দিবলৈ মই বাধ্য নহয়।

তিমিৰ—নিশ্চয় বাধ্য, এশবাৰ বাধ্য। নহলে ····।

সুনীল—নহলে কি কৰিবা ?

তিমিৰ—( ডেগাৰখন বাহিৰ কৰি ) দেখিছে কি ?

সুনীল—ডেগাৰ দেখুৱাই মোক বশ কৰিব নোৱাৰিবা গুপ্তদা, বোধহৰ এই কথা তুমি বুজা।

তিমিৰ—বশ হৱনে নহয় দেখিম আজি।

সুনীল—ভালে ভালে বাহিৰ হৈ যোৱা, ইয়াত তোমাৰ অসভ্যালি নচলে।

বাহিৰৰ কমত এওঁলোকৰ এনে গোলমাল শুনি পাকঘৰৰ পৰা মাক আৰু কিৰণে ওলাই আহিল; কিন্তু দেখি অবাক হৈ গ'ল যে ড্ৰইং কমৰ দুয়োফালৰ দৰ্জাৰ সন্মুখত বাহিৰত মানুহ তেওঁলোক দুয়ো সোমাই যাব খোজোতে বাধা দিলে আৰু মুখেৰে মাতিবলৈ মানা কৰি দিলে নচেৎ ডেগাৰ বছুৱাই দিব। মাক

আৰু কিৰণৰ মুখৰ মাত বন্ধ হৈ গ'ল ভয়ত। সিহঁতে মাক আৰু কিৰণক টানি নি পাকঘৰৰ ভিতৰত সোমাই থৈ বাহিৰৰ পৰা দৰ্জ্জা বন্ধ কৰি দৰ্জ্জাত আউজি ৰ'ল যাতে বাহিৰ ওলাব নোৱাৰে। ইহঁত তিমিৰৰ দলৰ মানুহ বুলি মাক আৰু কিৰণে চিনি পালে। ভিতৰত তেওঁলোকে চিঞৰি দিলে, কিন্তু সহায় কৰে কোনে? কাষৰ মানুহতো নাই, কাৰণ যি-সকল আছিছে তেওঁলোকেই কাষৰ মানুহ।

মিটিঙত তিমিৰহঁতৰ দল উপস্থিত আছিল। সুনীলৰ বক্তৃতাৰ পিছৰপৰা তাৰ ওপৰত বিতুষ্ট হৈ সিহঁতে থাপ লৈছিল।

এওঁলোক দুয়ো অহা দেখি বাটত্ একো নকলে। পিছে পিছে আহি থাকিল—

ৰুমৰ ভিতৰত ইতিমধ্যে তিমিৰে সুনীলৰ হাতত থাপমাৰি ধৰি ডেগাৰখন দাঙে, এনেতে অৰুণে তিমিৰৰ হাতখন থাপমাৰি ধৰি ডেগাৰখন কাঢ়ি লবৰ চেষ্টা কৰিলে। অৰুণৰ শক্তিশালী হাতৰ টিপত তিমিৰ হাতৰ মুঠি শিথিল হৈ আহিল। সি সুনীলক এৰি ডেকাকে আক্ৰমণ কৰিলে। দুয়োৰো জোতা-পোতা লাগিল। অৰুণে তিমিৰৰ হাতৰপৰা ডেগাৰখন কাঢ়ি আনিলে; কিন্তু তেওঁৰ বাহুত ডেগাৰৰ হান লাগিল। তেজ ববলৈ ধৰিলে। তিমিৰে অৰুণক এৰি সুনীলক ধৰিলে। সুনীলৰ ডিঙিত টিপামাৰি ধৰি পেটতে মাৰিলে এক ঘোচা। ঘোচা খাই দুৰ্ব্বল চেহেৰাৰ সুনীল বহি গ'ল তললৈ। বন্ধুৰ এনে সঙ্কটপূৰ্ণ অৱস্থা দেখি অৰুণে আহি তিমিৰৰ মুখতে ইমান যোৰেৰে এটা ভুকু মাৰিলে যে ভুকু খাই তাৰ নাকে মুখে তেজ বাহিৰ হ'ল। 'মা' বুলি চিঞৰি তিমিৰ মাজিয়াত পৰি গ'ল। তাৰ আঘাট গৈছে। এই সুযোগাতে ডেকাই সুনীলক তুলি ধৰিলে আৰু আতৰাই নি চিয়াৰখনত বহুৱাই দিলে। ইপিনে খণ্ডৰ জ্বালত তিমিৰে অৰুণক গৰা মাৰি ধৰিলে। দুয়োৰো বগৰা-বগৰি লাগিল। বুদ্ধিমান অৰুণে তাক তলত পেলাই লৈ

টেবিলখন তাৰ ওপৰত জাপি দিলে আৰু কোনো ৰকমে তাক একৰাই আছিল। তাৰপিচত তাৰ পেটতে এটা গোৰ মাৰি দিলে। তিমিৰে চিঞৰি দিলে, তাৰ চিঞৰ শুনি বাহিৰত থকা সঙ্গীহঁতে দুৱাৰ মেলি ভিতৰলৈ আহিবলৈ চেষ্টা কৰিলে কিন্তু ডেকাই ডেগাৰখন হাতত লৈ সিহঁতক দেখুৱাই সাৱধান কৰি দিলে "খবৰদাৰ, ভিতৰলৈ আহিলে হানিম। আঁতৰি যা।"

সিহঁতে দৰ্জাত গুৰিয়াব ধৰিলে; গোলমাল লাগি পৰিল। মাক আৰু কিৰণৰ চিঞৰত কাষৰ মানুহ দুই-চাৰিজন আহিল যদিও বাধা দিব নোৱাৰিলে। আনখন দৰ্জ্জাৰে কেইজনমান সোমাই আহি অৰুণক আক্ৰমণ কৰিলে। অৰুণে লঠিয়াই ভুকুৱাই, অস্থিৰ কৰি তুলিলে। শেষত দুয়োখন দৰ্জ্জাৰে সিহঁত সোমাই আক্ৰমণ কৰাত বলবান অৰুণে কেইজনমানক ডেগাৰেৰে হানি, কেইজনমানক গাৰ বলেৰে বগৰাই থৈ বাহিৰ ওলাই আহিল। অৰুণৰ আঘাটত কেবাজনবো যখম হ'ল। তিমিৰবৰণ মজিয়াত পৰি ৰ'ল অবশভাৱে।

হেন সময়তে কিৰণহঁতৰ চিঞৰ শুনি আন এদল লোক আহি পৰিল। তেওঁলোকে ঘৰৰ ভিতৰ সোমাই ইহঁতক মাৰি ধৰি খেদি দিলে। আকৌ এটা হুলস্থুল লাগিল। এইবাৰ মাৰ-ধৰ খাই তিমিৰৰ দল কোনোমতে পলাল; কেৱল তিমিৰ পৰি ৰল। এই দলটিয়ে মিটিঙত ডেকাৰ বক্তৃতা শুনি তেওঁক মাৰিবলৈ ঠিক কৰে। সুনীলৰ লগত অহা দেখি সিহঁতৰ ঘৰলৈ যাব বুলি জানি বন্ধু কেইজনক লগ লগাই সুনীলহঁতৰ ঘৰলৈ আহিছে। সঙ্গীবোৰ সংগ্ৰহ কৰোঁতে কিছু পলম হৈছিল। সেইবাবে ইমান সময়ে আহি পোৱা নাছিল। এতিয়া আহি পায়ে দেখে যে কাণ্ড অদ্ভুত। এওঁলোকে অহা দেখি অসমীয়া ছাত্ৰদল বুলি জানি এনেয়ে তিমিৰৰ দলে ভয় পাইছিল, তাতে স্বয়ং বকৱাক দেখি সিহঁত পলাই পত্ৰং দিলে।

বৰুৱাহঁতৰ দলে ভিতৰত গৈ দেখিলে যে মাটিত বাগৰি পৰি আছে তিমিৰবৰণ গুপ্ত আৰু সুনীল চৰকাৰ বহি আছে এখন চিয়াৰত অস্থিৰভাৱে। অৰুণ নাই। বৰুৱাহঁতে ডাঙৰ ঘৰলৈ সোমাই গ'ল। বৰুৱাৰ দলৰ ভয়ত গুপ্তৰ দল পলালত অৰুণে কিৰণহঁতৰ ঘৰ সোমায়। কিৰণ আৰু মাকৰ সম্মুখত যিহে কোঁপাই আছে, তেওঁ আৰু পুনৰ বাহিৰলৈ আহিবলৈ চেষ্টা কৰিছে কিন্তু কিৰণে ডেকাৰ হাতত ধৰি টানি আছে। এনে অৱস্থাতে গৈ বৰুৱা ওলাল। এই দৃশ্য দেখি দুৱাৰ মুখত থিয় হৈ ডেকাৰ ফালে চাই কৈ উঠিল বৰুৱাই—মিঃ ডেকা হাতত ডেগাৰ লৈ লোকৰ ঘৰত আহি গৃহস্থক খুন কৰি বোধহয় আগুৰিব অহা গুপ্তকো ডেগাৰেৰে খুচি পেলাই থৈ দিছে ধন্যবাদ মিঃ ডেকা। আপুনি বেছ শান্তিকামী লোক। অন্তৰত প্ৰতিহিংসা ৰাখি মুখত সুন্দৰ প্ৰীতিৰ ভাও দিছে।

ডেকা—কি কৈছে মিঃ বৰুৱা ?

বৰুৱা—যি দেখিছো মই তাকেই কৈছোঁ। আজিহে আপোনাৰ আচল ৰূপ প্ৰকাশ পালে।

ডেকা—আপুনি ভুল বুজিছে মিঃ বৰুৱা মই কওঁ শুনক···।

বৰুৱা—কবলৈ একো নাই। মতা মানুহক মাৰিধৰি তিৰোতাৰ ওপৰত পাশৱিক অত্যাচাৰ কৰিবৰ বাবে আপুনি ইয়াত সোমাইছে।

কিৰণ—ছিঃ তেনে কথা নকব, মই কও শুনক।

বৰুৱা—শুনিব লাগিলে বাহিৰ হৈ আহক, ঘৰৰ ভিতৰত কোনো থকা আমি নুশুনো, বৰুৱাৰ কথা শুনি ডেকা বাহিৰলৈ ওলাই আহিল। ইতিমধ্যে কিৰণ আৰু মাকে কান্দি কাটি ড্ৰইংৰুমলৈ সোমাই গ'ল। তিমিৰে কোনো ৰকম চুচৰি-বাগৰি বাহিৰ ওলাল। তেতিয়া সি কিছু সুস্থিৰ হৈছে আৰু সুনীলৰো সংজ্ঞা আহিছে। মাক আৰু ভনীয়েকে কান্দি-কাটি সুনীলৰ

শুশ্ৰূষা কৰিব ধৰিলে।

বাহিৰত ডেকা আৰু বৰুৱাৰ তৰ্ক আৰম্ভ হৈছে। বৰুৱাৰ দলে ডেকাক আগুৰি ধৰিছে। কেৱল ডেকাৰ হাতত ডেগাৰখন থকা বাবে কোনেও ধৰিবলৈ সাহস কৰা নাই। তৰ্ক চলি আছে।

বৰুৱা—মিঃ ডেকা, কি কাৰণবশতঃ আপুনি হাতত ডেগাৰ লৈ মানুহক খুন কৰিলে?

ডেকা—সকলো কথা খুলি কম মিঃ বৰুৱা, আপোনালোক বহক।

বৰুৱা—আমাৰ বুজিবৰ বাকী নাই। আপোনাৰ কামনাত বাধা পৰাৰ বাবে বোধহয় ৰুদ্ৰমূৰ্তি ধাৰণা কৰিছে। ভনীয়েকৰ সতীত্ব হৰণ কৰি ককায়েকক......।

ডেকা—চিঃ বৰুৱা, এনে নীচ মন্তব্য নকৰিব। মই কওঁ......

বৰুৱা—কব নালাগে। বলাৎকাৰ কৰা বাবে ককায়েকে বাধা দিয়ে আৰু আপুনি আঘাট কৰে; সহকাৰী গুপ্তই সুনীলক আগুৰিব অহাৰ বাবে তেওঁকো খুন কৰিলে। তেওঁলোকক খুন কৰি উঠি ডাঙৰ ঘৰৰ ভিতৰত আহি মাকৰ সন্মুখৰপৰা জীয়েকক টানি নিব অহা বুলি যদি মই কও তেন্তে আপনি কি যুক্তি দিব? আমিতো নিজ চাকুৰে দেখিলোঁ। তেওঁলোকৰ চিঞৰ শুনিহে আমি আহিলোঁ আৰু ভাগ্য ভাল যে ঠিক সময়ত আহি পালোঁ, নহ'লে যে এই বাঙালীঘৰৰ আজি কি অৱস্থা হ'লহেঁতেন।”

ডেকা—চিঃ চিঃ বৰুৱা, আপুনি এনে হীন কথা ভাবিব পাৰে!

বৰুৱা—মই হীন কথাহে ভাবিছোঁ, আপুনি হীন কৰ্ম্ম কৰিছে।

ডেকা—আপনি কি কৈছে বৰুৱা? জিভা সংযত কৰি কথা কব।

বৰুৱা—তাৰ মানে আপোনাৰ হাতত ডেগাৰখন আছে কাৰণে নহয়নে ?

ডেকা—( ডেগাৰখন মাটিত পেলাই দিয়ে ) ডেগাৰ মোৰ নহয়, আৰু ডেগাৰ দেখুৱাই ডেকাই কোনো দিন কাকো বশ কৰা নাই।

বৰুৱা—চাব্বাচ মিঃ ডেকা।

( ডেগাৰখন বৰুৱাই তুলি লৈ শইকীয়াৰ হাতত দিয়ে )

শইকীয়া—আপুনি যে ইমান নীচ আজিহে জানিলোঁ মিঃ ডেকা।

ডেকা—আপোনালোকে মোৰ কোনো কথাকে শুনিব নোখোজে। নিজৰ ইচ্ছাৰে যি পায় তাকে কয়। আপোনালোকৰ উদ্দেশ্য কি মিঃ শইকীয়া ?

বৰুৱা—আমাৰ উদ্দেশ্য অসমীয়াৰ নাম অকলঙ্কিত কৰা।

ডেকা—মই জানো অসমীয়াৰ নামত কলঙ্ক আনিলোঁ ?

হাজৰিকা—কব নালাগে, সকলো জানিছো ষ্টুপিড।

এই বুলি কৈ ডেকাৰ গালতে এটা চৰ মাৰি দিয়ে। চৰ খাই অৰুণৰ বৰ খং উঠিল। চকু ৰঙা কৰি কৈ উঠিল—

"হাজৰিকা."

শইকীয়াই গালতে এটা খুন্দা মাৰি কৈ উঠিল—

"হাজৰিকা নহয় তোৰ যম।"

ডেকাই "খবৰদাৰ শইকীয়া" বুলি তেওঁৰ ফালে চোৱাৰ লগে লগে বৰুৱাই এটা গুৰি মাৰি দিয়ে—"মৰ ষ্টুপিড গুণ্ডা।" ডেকাই ইমান সময় ধৈৰ্য্য ধৰি আছিল, এইবাৰ আৰু সহ্য কৰিব নোৱাৰিলে। কৈ উঠিল—"কি অসভ্য!"

অসভ্য বুলি কোৱাৰ লগে লগে বৰুৱাৰ দলে ডেকাক ধৰি বগৰাই লৈ পাৰেমানে কিলালে। পুনৰ ভীষণ মৰা-মৰি হ'ল। ডেকাক ববৈকে মাৰিলে। কি ডেকাৰ হাতৰ আঘাট যাৰ গাত

আগিল, সি গম পালে ডেকাৰ বাহুবল। পালোৱানী কচৰৎ কৰা শৰীৰৰ বল আৰু কৌশল ডেকাৰ আছে। ভুক্, চৰ, চাপৰ, লাঠিত চিটিকাই দিলে তেওঁলোকক। এই চেগতে শইকীয়াই ডেগাৰখন ডেকাৰ বুকুলৈ মাৰি দিলে। ডেকাই শইকীয়াৰ হাতত থাপমাৰি ধৰি ডেগাৰখন কাঢ়ি আনিলে। ডেগাৰখণ পাই ডেকাই ৰুদ্ৰমূৰ্ত্তি ধৰি চিঞৰি উঠিল—"আজি সকলোকে হানিম।"

ডেকাৰ মূৰ্ত্তি দেখি বকৰাৰ চুৰ্ত্তি হেৰাল। তেওঁলোক পলাল পুলিচ অহা বুলি কোনোবাই চিঞৰাত। ইমান সময়ে কিৰণ আৰু মাক হতবাক হৈ আছিল। কিৰণে তৎক্ষণাৎ বাহিৰলৈ আহি ডেকাৰ হাতৰপৰা ডেগাৰখন কাঢ়ি নি দূৰৈত দলিয়াই পেলাই দিলে আৰু কান্দি কান্দি তেওঁক কাকুতি কৰি ঘৰলৈ লৈ গ'ল।

ঘৰৰ ভিতৰ সোমাই দেখে যে সুনীলৰ তত্ আহিছে। বৰ দুৰ্বল কণ্ঠে সুনীলে মাতিলে—"বহক মিঃ ডেকা মোৰ কাৰণে আজি আপোনাৰ জীৱন বিপন্ন হৈ গৈছিল।"

অৰুণে সুনীলৰ ওচৰলৈ গৈ ফোপাই—জোপাই কাষতে বহিল আৰু বৰ শ্ৰান্তক্লান্ত সুৰে কলে—উহ! কি দুৰ্ঘটনা ঘটি গ'ল! আপুনি গা কেনে পাইছে মিঃ চৰকাৰ?

"অলপ ভাল পাইছোঁ।"

তাৰপিছতে মাক আৰু কিৰণে কান্দি কান্দি দুয়োকে শুশ্ৰুষা কৰিলে। কিৰণে অৰুণৰ শৰীৰৰ ফালে লক্ষ্য কৰি দেখিলে যে তেওঁৰ গাৰপৰা ধৰাসাৰে তেজ ওলাব ধৰিছে। অৰুণৰ বাহুত ডেগাৰৰ খোচা লাগিছে। কিৰণে তেজ দেখি চিঞৰি উঠিল —"ঊমা, ইমান তেজ ওলাব ধৰিছে"? তাইৰ চিঞৰত অৰুনে নিজৰ হাতলৈ চায়, আৰু তেজ দেখি আচৰিত হৈ যায়। এই ক্লান্ত শৰীৰৰ শান্ত মনত ইমান্ তেজ দেখি ডেকাৰ মুৰ ঘুৰি গ'ল। তেও মজিয়াত ঢলি পৰিল। মুৰ্চ্ছা গ'ল। মাক আৰু কি-

ৰণে কান্দ-কাটি অস্থিৰ হৈ মুৰত পানী ঢালিব ধৰিলে। সুনীলেও কোনোমতে উঠি আহি ডেকাক বেণ্ডেজ কৰিব ধৰিলে।

এনেতে দুইচাৰিজন চুবুৰীয়া মানুহে আহি সহায় কৰিলে। কিছুসময় পিছত পুলিচ আহি পালে। পুলিচে ঘটনা তদন্ত কৰিব ধৰিলে। কিন্তু পুলিচৰ কথাবোৰ নিৰপেক্ষ যেন নালাগিল। অৱশ্যে পুলিচ তিনিওজন অসমীয়া নাছিল।

ভিতৰত অৰুণক শুশ্ৰূষা কৰিব ধৰিছে কিৰণহঁতে আৰু বাহিৰত আনমানুহ বিলাকে পুলিচৰ লগত কথা হব ধৰিছে। অৰুণৰ যেতিয়া সজ্ঞা আহিল, তেতিয়া ৰাতি প্ৰায় এঘাৰটা।

৩

জুনৰ ত্ৰিশ তাৰিখ। কটন কলেজ হোষ্টেলত ছাত্ৰসকলে সন্ত্ৰাসেৰে কোৱা মেলা কৰিব ধৰিছে সান্ধ্য আইনৰ কথা।

হাজৰিকাই কৈছে তেওঁৰ বন্ধু ভট্টাচাৰ্য্যক।

হাজৰিকা—কি সাংঘাটিক কথা মিঃ ভট্টাচাৰ্য্য। কালি ৰাতি মাৰামাৰি হোৱা বাবে আজি উপাযুক্তই সান্ধ্য আইন জাৰি কৰিলে। এতিয়াও দেখো সান্ধ্য আইন জাৰি কৰিব লগা অৱস্থা হোৱা নাই এই গুৱাহাটীত; কিয় কৰিলে?

ভট্টাচাৰ্য্য—ময়ো আচৰিত। প্ৰথমে কন্দুৱা গেচ; দ্বিতীয়তে লাঠি চালনা, তৃতীয়তে গুলীচালনাৰ হুকুম দিয়া হয়। তাৰ পিচতো জনতাক থমাব নোৱাৰিলে। শেষ অস্ত্ৰ হিচাবে "কাৰফিউ" বা সান্ধ্য আইন জাৰিকৰা হয়। পিচে আমাৰ চৰকাৰে দেখো আগেই সান্ধ্য আইন জাৰি কৰিলে। ব্যাপাৰ কি মিঃ গোহাই?

গোহাই—আমাৰ চৰকাৰে বোধহয় গুলোটা ফালব পৰা আইন জাৰি কৰিব।

দাস—এই সান্ধ্য আইন য'তে ত'তে ব্যৱহাৰ নকৰে। ই হল জনতাৰ স্বাধীনতা ৰুদ্ধ কৰা আটাইতকৈ মাৰাত্মক অস্ত্ৰ। ইংল্যাণ্ডৰ গণবিপ্লৱৰ সময়ত মাত্ৰ দুবাৰ এই আইন জাৰি কৰিছিল। ৰাষ্টাত

মানুহ দেখিলেই গুলি কৰাটো কম ডাঙৰ কথা নহয়। আমাৰ ভাৰতবুৰঞ্জীত ইয়াৰ ব্যৱহাৰ নাই।

শৰ্ম্মা—আজি কিন্তু পুলিচৰ ঘোষণা শুনি আমাৰ বৰ হাঁহি উঠিছিল মিঃ দাস। পুলিচে চিঞৰি চিঞৰি কৈছিল—"ৰাইজসকল···তাক গুলিয়াই মাৰা হব।" কি তাজ্জব ভাষা মিঃ দাস। অসমীয়া জনা পুলিচ এজনো জানো নাপালে বিচাৰি?

হাজৰিকা—পৰিস্থিতি কিন্তু নাটকীয় ভাবে পৰিবৰ্ত্তিত হৈছে মিঃ শৰ্ম্মা। এনে কাণ্ড আৰু ভয়াবহ পৰিস্থিতি কোনো দিন, কোনো নাগৰিকে উপলব্ধি কৰা নাছিল। ৰাষ্টাত এটা মানুহ নাই। কাৰবাৰ ঘৰত কিবা বিপদ হলে কোনেও যাব নোৱাৰে। এই চেগতে গলি ৰাষ্টাবোৰত আৰু ঘনবসতিপূৰ্ণ বস্তিবোৰত দুৰ্বৃত্তইঁতে অপকৰ্ম কৰিবলৈ মজা পালে, কোনে জানে এতবেলি যে কত কি হৈ গ'ল। কি সাংবাতিক আইন জাৰি কৰিলে। নাগৰিক জীৱন অচল হৈ গ'ল।

শৰ্মা—এই চেগতে থকাঘৰ ৰাষ্টাৰ কাষত পালে হৈছে ···।

হাজৰিকা—আমাৰ কলেজৰ ছোৱালী হোষ্টেললৈ নগলেই ৰক্ষা।

বঞ্চিত বৰ পূজাৰী—আপোনাৰ আজি ভাববোৰ? আপুনি সেইহে ভাবিছে? ইফালে যে বাহিৰত কামত যোৱা মানুহ ঘৰলৈ ঘুৰিব নোৱাৰিব, তাৰ কথা ভবা নাই?

শৰ্মা—বাস্তৱতে, নাগৰিক জীৱন অচল কৰি দিলে। আজিক আমাৰ কোনো স্বাধীনতা নাই মিঃ বৰপূজাৰী। কোনো মাৰাত্মক ঘটনা নঘটোতেই এই আইন যে কিয় জাৰি কৰিলে মই ভাবি অবাক।

বঞ্চিত—মই দেউতালৈ চিঠি লিখিছো এই পৰিস্থিতিৰ উল্লেখ কৰি।

হাজৰিকা—কি লিখিছে মিঃ বৰপূজাৰী? চাওঁ?

বঞ্জিত—মই লিখিছো (চিঠিখন দেখুৱাই পঢ়ে) দেউতা, আপোনাৰ চিঠি কালিহে পাইছো কাৰণ মই ২৮ তাৰিখে চিলঙলৈ গৈ কালিহে ঘূৰি গুৱাহাটী পাইছোহি। আহি দেখিছো গুৱাহাটীৰ পৰিস্থিতিয়ে আচৰিত ৰূপ লৈছে। ১৪৪ ধাৰা আৰু "কাৰফিউ" আইন জাৰি কৰাৰ কথা শুনিছো। মই এইবোৰত নাই আৰু এনে গণ্ডগোলৰ পৰা পৰাপক্ষত আঁতৰি থাকিবলৈ চেষ্টা কৰিম……।

ইতি আপোনাৰ

"অকণমান"

হাজৰিকা—এৰা, মিঃ বৰপূজাৰী, আমি এইবোৰৰ পৰা যিমান পাৰো সিমান দূৰত থকাই ভাল। দেশৰ এই গোলমালত আমাৰ পঢ়াশুনা বৰ ক্ষতি হৈছে।

দাস—আপোনাৰ চিঠিত কিন্তু একো ৰস নাই মিঃ বৰপূজাৰী।

বঞ্জিত—মই বিজ্ঞানৰ ছাত্ৰ মিঃ দাস, ৰসাল ভাষা মোৰ কলমত নোলায়।

শৰ্ম্মা—আমি পৰাপক্ষত আন্দোলনৰ পৰা দূৰত থকা ভাল, কাৰণ সিদিনা পুলিচ অফিচাৰ এজনে বেয়া ৰকমে এটা হুমকি দিছে। বিশ্ববিদ্যালয়ৰ আৰু কটন কলেজৰ লৰাৰ ওপৰত বোলে প্ৰতিশোধ মূলক ব্যৱস্থা লব। আজি বহুদিনৰ পৰা পুলিচৰ উচ্চ বিষয়া এজনে আমাৰ ওপৰত আখেজ ৰাখিছে।

ভট্টাচাৰ্য্য—সেইবাবে আমি সাৱধান হোৱা দৰ্কাৰ। আমি কোনো গোলমালতে অংশ গ্ৰহণ নকৰিম। ৰাজ্যভাষাৰ প্ৰশ্নলৈ বৰ তাণ্ডৱ কাণ্ড হৈছে। পুলিচবিলাকে আমাক বৰ বেয়া ভাবে চায়।

বঞ্জিত—সেইবোৰত নগলে কি কৰিব? মই যে কোনো দিন যোৱা নাই, আৰু নাযাওঁ।

শৰ্মা—এৰা পায়।

এই বুলি মেলকৰি ৰাতি ভাত খাবৰ হোৱাত "ডাইনিং হল"লৈ

গোটেই কেইজন লৰা গললগৈ।

গুৱাহাটীৰ এনে অচল অৱস্থা দেখি নগৰৰ লোকসকলে জাতিবৰ্ণ নিৰ্বিশেষে লগ লাগিল আৰু "শান্তি কমিতি" নাম দি এখন সমিতি গঠন কৰি সেই সকলৰ সজাতি দল গৈ উপায়ুক্তক লগ ধৰিলে। তেওঁ "কাৰফিউ" (সান্ধ্য আইন) উঠাই লবলৈ সন্মত হ'ল।

১/৭/৬০ তাৰিখে সান্ধ্য আইন বন্ধ কৰিলে।

৪ জুলাই। ডনবস্কো হাইস্কুলৰ কাষত বঙালী এঘৰৰ খৰি থোৱা চালি এখনত কোনোবাই জুই লগাই দিলে। দপ্ দপ্‌কৈ জুই জ্বলি উঠিল। গৃহস্থ আৰু আন মানুহে আহি খৰ খেদাকৈ জুই নুমাবলৈ চেষ্টা কৰিলে। এনেতে জুই নুমাবলৈ অহা এটা দলৰ ভিতৰৰ পৰা তিমিৰবৰণ গুপ্তই চিঞৰিব ধৰিলে—"অসমীয়াই বঙালীৰ ঘৰ জ্বলালে।" তাৰ চিঞৰত মানুহ আহি ভৰি পৰিল। সকলোৱে কি হল কি হলকৈ সুধিব ধৰিলে। তিমিৰে টান টানকৈ কলে—"অসমীয়া মানুহ দুজনে আহি এই ঘৰত জুই দি গুচি গল। আমি আহি পোৱা দেখি দৌৰি পলাল।" তাৰ লগৰ কেইজনেও একে কথাকে কলে। মানুহ বিলাকে আগুৰি ধৰি সুধিব ধৰিলে। ইতিমধ্যে জুই নুমাল। কিছুমান বঙালীয়ে তিমিৰক জানে, গতিকে ঠাট্টা কৰি কলে—"বঙালীৰ ঘৰ বঙালীয়ে জ্বলালে। নহয় নে?" এই কথাৰ পৰা তিমিৰৰ দলৰ লগত আন বঙালীৰ কাজিয়া লাগিল। মাৰা-মাৰি হল। এই হুলুস্থুল লাগি পৰিল। এনে হৈ চৈ লগা দেখি কটন কলেজ হোষ্টেলৰ লৰাবিলাকে বাৰাণ্ডালৈ ওলাই আহি চালে কাৰণ ঘটনাটো হোষ্টেলৰ ওচৰতে হৈছিল। এনেতে বস্তিতে কমৰ ভিতৰৰ পৰা হাক দিলে—"আমাৰ লৰা ওলাই নাযাব। হোষ্টেলৰ বাহিৰলৈ নাযাব। ভিতৰলৈ আহক।" তেওঁৰ কথাত সহাঁৰি দি হজাৰিকাই ভিতৰ সোমাই আহিল আৰু আনবোৰোকো মাতিলে। আপোনালোকে ভিতৰলৈ আহক ; বাহিৰলৈ

নাযাব। যিয়ে যেনেকৈ মৰে মৰক। পিছত আমাৰ বিপদ হ'ব। তেওঁৰ কথা শুনি শৰ্মাই কলে—"আমি বাহিৰলৈ নগৈ বাৰান্দাৰ পৰাই চোৱা ভাল মিঃ দাস।" "এৰা নিজৰ দখলত থকা ভাল।" এনেৰকমে কথা হৈ ছাত্ৰসকলে হোষ্টেলৰ বাৰান্দাত ঠিয় হৈ ঘটনা চাই থাকিল।

ইফালে তিমিৰহঁতৰ লগত বাৰুকৈয়ে কাজিয়া হৈছে। মানুহ ভৰি পৰিছে। নগৰৰ কাজিয়া বুলিলে কোনে কাক মাৰে একো হিচাৰ নাই। গুণ্ডা মদাপীহঁতে যাকে য'তে পায় ত'তে মাৰে। আচল ঘটনা কৰবাত পৰি ৰয়। ইয়াতো তেনে হল। কেৱল মাৰামাৰি। কাক কোনে কিয় মাৰিছে তাৰ বিচাৰ নাই।

এনেকৈ মাৰামাৰি চলি থকাত হঠাতে আহি পালে "ফায়াৰ ব্ৰিগেড" জুই নুমাবলৈ। কিন্তু "ফায়াৰ ব্ৰিগেড" আহি পোৱাৰ আগেই অগ্নি নিৰ্বাপিত হৈছে। এতিয়া কেৱল যুদ্ধৰ জুইহে জ্বলিব ধৰিছে। তাকে দেখি পুলিচক খবৰ কৰা হল।

অলপ সময় পিছতে "পুলিচ ভান" আহিল। হাতে হাতে লাটি আৰু বন্দুকেলৈ পুলিচ সকল গাড়ীৰ পৰা নামিল, আৰু জনতাৰ মাজলৈ সোমাই গল। পুলিচে গৈ জনতাক "লাঠি চাৰ্জ" কৰিলে। লাঠিৰ শব্দ, জোতাৰ শব্দ আৰু পুলিচৰ চিঞৰ-বাখৰত ক্ষন্তেকতে ঠাইখন যেন এখন ৰণক্ষেত্ৰত পৰিণত হল। লাঠিৰ কোবখাই জনতা চেদেলি-ভেদেলি হৈ পলাল। জুই নুমাবলৈ আহোতে পুলিচৰ লাঠিৰ কোব খাব লগা হল। কোব খাই চিঞৰি চিঞৰি জনতা ছত্ৰভঙ্গ দিলে। ছাত্ৰবিলাকে হোষ্টেলৰ বাবান্দাৰ পৰা চাই থাকিল। হাজৰিকাই বৰ দুখ কৰি কলে—"ইচ্ ইচ্" সৌ চোৱাহক, পুলিচে কেনেকৈ মাৰিব ধৰিছে। কোনে কলৈ দৌৰিছে তাৰ ইয়ত্তা নাই।

দাস—তালৈ নগৈ আমি বৰ ভালে কৰিছো। যোৱা হলে আমাৰো দশা একে হলহেঁতেন।

শৰ্ম্মা—বঞ্জিতৰ কথা শুনি ভালেই কৰিলো। মোৰ হলে যাবৰ মন আছিল পায়; বঞ্জিতৰ বিবেচনা সুন্দৰ।

গোহাই—সৌ চোৱা পুলিচে মানুহবিলাকক কেনেকৈ মাৰিব ধৰিছে। উহ! ইমান অত্যাচাৰ জুই নুমাব অহা মানুহৰ ওপৰতো কি অত্যাচাৰ!

ভট্টাচাৰ্য্য—( বাৰান্দাৰ খুটাত আউজি আঙুলীয়াই দেখুৱাই )—

চোৱা কিমান মাৰিছে। উহ। বেচেৰাহঁত বাগৰি পৰিছে। জুই নোমোৱা পুৰস্কাৰ হল, পুলিচৰ লাঠিৰ কোব? আমি নগৈ ৰক্ষা পৰিলো।

পুলিচৰ লাঠিৰ কোবত জুই নুমাবলৈ অহা মানুহ কেইজনমান বেয়া ৰকমে আঘাট হৈ দৌৰে। এনেতে সন্মুখতে ঠিয় হয় এখন "পুলিচভান"। গাড়ীৰ পৰাই কোনোবাই বৰ আচৰিত ৰকমৰ গলাৰে অশুদ্ধ অসমীয়া উচ্চাৰণেৰে কলে—

"খবৰদাৰ! আজি ৰাস্তাত যাকে 'পোৱা যাব তাকে গুলি কৰা হব।"

মানুহবিলাকে দৌৰি গৈ দোকানত সোমাবৰ চেষ্টা কৰে। হোষ্টেলৰ বাবান্দাত ঠিয় হৈ ল'ৰাবিলাকে চাই থাকে।

পুলিচৰ গাড়ীৰ পৰা পুলিচ অফিচাৰ নামি পৰে। তেওঁৰ লগত আহিছিল "মেজিষ্ট্ৰেট।" পুলিচ অফিচাৰে হাকিমক নমাই দি পুলিচবিলাকক নমাবলৈ আদেশ কৰে। বন্দুকধাৰী সশস্ত্ৰ পুলিচ বাহিনী গাড়ীৰ পৰা নামি পৰে। ডনবস্কো হাইস্কুলৰ পুবফালেৰে ৰাস্তাত গাড়ী শাৰীপাতি ঠিয় হৈ সামৰিক কায়দাত প্ৰস্তুত হবলৈ চাহাবে আদেশ কৰে। পুলিচ বাহিনী সতৰ্ক হৈ এবাৰ জনতাৰ ফালে আৰু এবাৰ হোষ্টেলৰ ফালে চায়।...হঠাতে পুলিচ বাহিনীয়ে গুলী চলায়। গুৰুম, গুৰুম শব্দ হয় বন্দুকৰ। গুলী কৰি উঠি পুলিচৰ গাড়ী গুচি গল। পুলিচৰ গাড়ী বন্ধ হৈ, হৈ কৰি

ছুটামান ৰাস্তাত কেইপাকমান ঘূৰিলে। ইতিমধ্যে কটন কলেজ হোষ্টেলৰ লৰাৰ লৰাধপৰা আৰম্ভ হয়। হোষ্টেলৰ লৰাৰ আঘাট হয়। কেইজনমান লৰাই আহি আঘাট প্ৰাপ্ত ছাত্ৰসকলক পানী খাবলৈ দিয়ে আৰু শুশ্ৰূষা কৰিব ধৰে। ছাত্ৰসকলে খবৰ দিয়াৰ লগে লগে প্ৰফেচাৰ, প্ৰিন্‌সিপাল আৰু হোষ্টেল চুপাৰিটেনডেণ্ট আহি পালে আৰু বেগাই আহি বাৰান্দাত পৰি থকা ছাত্ৰসকলৰ ওচৰ পালে।

ছাত্ৰসকলৰ অৱস্থা দেখি তেওঁলোকৰ আৰু সহ্য নহল। চকুলো আছিল। সকলো কেইজনে নধৰ নপৰ কৰি আঘাট হোৱা লৰা-সকলক প্ৰাথমিক চিকিৎসা কৰিলে আৰু ডাক্তৰ আনিবলৈ লৰা পঠালে কিন্তু ডাক্তৰ আনিবলৈ যোৱা লৰাক পুলিচে বাটত বাধা কৰিলে। চৰকাৰী ডাক্তৰক খবৰ দিব যাবলৈ কাকো নিদিলে। এনেতে কাৰবাৰ মুখে খবৰ পাই "প্ৰাইভেট" ডাক্তৰ এজন আহিল, কেইঘণ্টামান পিছত। ডাক্তৰ আহি ছিকিৎসাৰ ব্যৱস্থা কৰিলে তেতিয়াহে।

ইফালে ৰূমৰ ভিতৰ সোমাই প্ৰিন্সিপালে দেখি চমকিত হৈ উঠিল। ৰূমটো তেজেৰে ৰাঙলী হৈ গৈছে। অলপ আগবাঢ়ি গৈ দেখিলে যে মজিয়াৰ বিছনাৰ কাষত তেজেৰে লুতুৰি-পুতুৰি হৈ পৰি আছে এজন লৰা। প্ৰিন্সিপালে তৎক্ষণাৎ লৰাজনৰ ওচৰ পালে আৰু ছিঞৰি মাতিলে 'চুপাৰিন্‌টেন্‌ডণ্টক'। তেওঁ গৈ দেখিলে যে লৰাজন মৰিছে। তেওঁৰ নাম আছিল ৰঞ্জিত বৰ পূজাৰী, বিজ্ঞানৰ ছাত্ৰ। শিৱসাগৰৰ শ্ৰীহেমকান্ত বৰপূজাৰী আৰু শ্ৰীমতী তিলোত্তমা বৰপূজাৰীৰ সন্তান। প্ৰিন্সিপাল আৰু চুপাৰিনটেন্‌ডেণ্টে লৰাজনক তুলি কাষৰ কৰি আনিলে। এনেতে বাহিৰৰ পৰা ছাত্ৰ, প্ৰফেচাৰ সকলো সোমাই আহিল, মৃত ৰঞ্জিতক দেখি সকলোৱে চকুলো টুকিলে। ৰঞ্জিতৰ লগৰীয়া ছাত্ৰসকলে চিঞৰি কান্দিব ধৰিলে। ৰঞ্জিতৰ গুণগৰিমা বৰ্ণাই ছাত্ৰসকলে হুকহুকৈ

কান্দিব ধৰিলে। চুপাৰিন্‌টেন্‌ডেণ্ট শান্ত, মেধাবী আৰু চৰিত্ৰবান ৰঞ্জিতক বৰ মৰম কৰিছিল। তেওঁৰ চকুৰে দুধাৰী চকুলো বাগৰি আহি ৰঞ্জিতৰ গাত পৰিল। তেওঁ ৰঞ্জিতৰ মৰাশটোৰ কাষত বহি চকুলো টুকিলে। তেওঁৰ কান্দোনত ছাত্ৰসকলে হুৰাওৱাকৈ কান্দিব ধৰিলে। অঙ্কৰ প্ৰফেচাৰে চকুলো টুকিলে আৰু কলে—"এওঁ আমাৰ শাস্ত্ৰত বিদগ্ধ পণ্ডিত হলহেঁতেন, এওঁৰ মগজ বৰ ধীৰ আছিল। কিন্তু হায়, কটন কলেজৰ দুৰ্ভাগ্য যে জীয়াযমৰ হাতত এজন মেধাবী ছাত্ৰ হেৰুৱালে। ইংৰাজীৰ প্ৰফেচাৰে চকুলো মচি কলে—"Never in the history of Cotton not even in the days of British rule, was such unholy out rage committed in the holy name of law and order on the life and liberties of the student community of Assam."

প্ৰিন্সিপালে মৃত ৰঞ্জিতৰ গাত ধৰি কান্দি উঠিল—"ৰঞ্জিত! মোৰ মৰমৰ ৰঞ্জিত, তোমাৰ নিচিনা অমায়িক ছাত্ৰ এজন হেৰুৱাই মই আজি মোৰ পুত্ৰ মৰাতকৈও বেচি শোক অনুভৱ কৰিছো। যোৱা বাচা, তোমাৰ আত্মাৰ সদ্‌গতি হওঁক। তেওঁ বাহিৰলৈ ওলাই আহিল শোকবিহ্বল হৃদয়েৰে। তেওঁ যোৱাৰ পিছত চুপাৰিন্‌টেন্‌ডেণ্টে চকুলো মচি ৰঞ্জিতৰ মুৰ চুই কলে—"উহ! বাচা, আজি তোমাৰ নিজৰ কমৰ নিজৰ বিচনাতে মৃত্যু ঘটিল। এনে অঘটনীয় ঘটনা হব বুলি মই। ভাবিব পৰা নাছিলো। ইয়াতকৈ আমাৰ আৰু কি দুৰ্ভাগ্য আছে? যোৱা বাচা, তোমাৰ পবিত্ৰ আত্মাৰ সদ্‌গতি হ'ক। ভগৱানে তোমাৰ আত্মাক শান্তি দিয়ক। তুমি নিৰীহ, নিৰ্দোষী, বিনাদোষত তোমাৰ মৰণ হল। এই দুখ সমস্ত জাতিৰ অন্তৰতে বাজি থাকিব। ইয়াৰ বিচাৰ সমস্ত জাতিয়ে কৰিব। ৰাজ্যভাষা আন্দোলনৰ তুমিয়ে হলা প্ৰথম স্বহীদ। অসমীয়া জাতিয়ে তোমাৰ এই নৃশংস

হত্যাৰ প্ৰতিবাদ নিশ্চয় কৰিব।" তাৰ পিছত তেওঁ বঞ্জিতৰ মৰাশৰ কাষৰ পৰা উঠি বাহিৰলৈ আহে। বাহিৰলৈ আহি বাৰান্দাত পৰি থকা ছাত্ৰসকলৰ ওচৰ চাপে। ডাক্তৰে লৰাবিলাকৰ সহায়ত ইতিমধ্যে জখম হোৱা ছাত্ৰ ছয়জনক প্ৰাথমিক চিকিৎসা কৰি কিছু সুস্থিৰ অৱস্থালৈ আনে। প্ৰিন্সিপাল, প্ৰফেচাৰ আৰু ছাত্ৰসকলে এওঁলোকৰ শুশ্ৰূষা কৰিয়ে আছে। চুপাৰিন্টেনডেণ্টে এওঁলোকৰ ওচৰলৈ গল।

এওঁলোকে কেনেকৈ চিকিৎসা কৰি থকা অৱস্থাত হঠাতে গাড়ী লৈ আহি পায় এজন এজনকৈ গুৱাহাটীৰ বিশিষ্ট নাগৰিকসকল। গুৱাহাটী মিউনিচিপালিটিৰ চেয়াৰমেন, অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি, ৰাজনৈতিক পাৰ্টিৰ নেতা, বিধান সভাৰ সদস্য আদি কৰি নেতৃস্থানীয় ব্যক্তি সকলে আহি কলেজ হোষ্টেল পালে। ভিতৰলৈ সোমাই গৈ অহাত ছাত্ৰসকলৰ ওচৰত ঠিয় হৈ আচৰিত হৈ যায় আৰু বৰ ব্যগ্ৰতাৰে শুশ্ৰূষাত লাগে। লগে লগে ঘটনা তদন্ত কৰিব ধৰে।

তেওঁলোকে মৃত বঞ্জিতৰ ওচৰ পাই চক্‌খাই উঠে। কি অমানুসিক কাণ্ড। দি নৃশংস হত্যা!! সকলো কেইজনে অবাক হৈ যায়। তেজেৰে লুতুৰি পুতুৰি হৈ হোষ্টেলৰ মজিয়াত বাগৰি পৰি আছে মৃত ছাত্ৰ বঞ্জিত বৰ পূজাৰী। কি বীভৎস কাণ্ড। কলেজ হোষ্টেলৰ ভিতৰতে ছাত্ৰ হত্যা। দেশ অৰাজক হৈছে নেকি? এয়ে জানো গণতান্ত্ৰিক দেশৰ চৰকাৰী পুলিচ? এই অৰাজকতা আৰু পুলিচ ৰাজধ্বংস কৰিব লাগিব—তেওঁলোকে চিঞৰি উঠে। গণতান্ত্ৰিক দেশ এখনৰ নীৰিহ নাগৰিকৰ ওপৰত চৰকাৰ পক্ষৰ এনে অমানুষিক অত্যাচাৰ। ইয়াৰ বিচাৰ হব লাগিব। স্বাধীন গণতান্ত্ৰিক দেশ এখনত কিয় এনে নৃশংস হত্যাকাণ্ড সংঘটিত কৰিব, ইয়াৰ উপযুক্ত কৈফিয়ৎ দিব লাগিব। ইয়াৰ প্ৰতিকাৰ লাগে, বিচাৰ লাগে। এজন নিহত আৰু ছয়জন আহত। এই অবৈধ গুলীচালনাৰ বিচাৰ

হব লাগিব।

তেওঁলোকে হোষ্টেলৰ বাৰাণ্ডাত জুমবান্ধি ঠিয় হয় আৰু আহত ছাত্ৰ কেইজনক হস্পিতাললৈ নিয়াৰ বাবে আলোচনা কৰে।

তাৰ পিছত আহত ছাত্ৰ ছয়জনক ছিভিল হস্পিটাললৈ নিয়া হল। মৃত বঞ্চিত বৰ পূজাৰীৰ মৃতদেহ হোষ্টেলৰ কমৰ ভিতৰতে থাকিল।

এই সাংঘাতিক ঘটনাৰ খবৰ কেইঘণ্টামানৰ ভিতৰতে সমস্ততে বিয়পি পৰিল, আনকি অসমৰ ইমূৰৰ পৰা সিমূৰলৈ বাতৰি বিয়পি গল অতি কম সময়ৰ ভিতৰতে। মানুহৰ মনত প্ৰতিশোধৰ অগনি জ্বলি উঠিল।

এয়ে হল উনৈচশ যাঠি চনৰ জুলাই মাহৰ সংঘৰ্ষৰ তত্‌কালিন কাৰণ। ইয়াৰ পিচৰ পৰাই হিংসাত্মক কাৰ্যকলাপ আৰম্ভ হল

চিভিল হস্পিটালত আহত ছাত্ৰ ছয়জনক চমজাই দি শৰ্মাহঁতে বাহিৰ ওলাইছেহে মাত্ৰ, এনেতে হঠাৎ এখন পুলিচ গাড়ীত উঠি কেনোবাই মাইকত কৈ যাব ধাৰছে বাটে বাটে চিঞৰি চিঞৰি— সমগ্ৰ গুৱাহাটী নগৰতে ১৪৭ ধাৰা আইন জাৰি কৰা হয়েছে, পাচজন মানুষ এক সঙ্গে ৰাষ্টাতে নিষেধ কৰা হৈছে। সভাসমিতি বন্ধ কৰা হবো। তাৰ উপৰি সান্ধ্য আইন জাৰি কৰা হয়েছে। গধূলি ছয়টাৰ পৰা ৰাতিপুৱা ছয়টাবজালৈ কোনো মানুষ ৰাষ্টাত না-ওলাব। তাতে গুলী কৰি মাৰা হবো।”

এই অদ্ভুত ভাষা আৰু আচৰিত উচ্চাৰণেৰে ঘোষণা কৰা কথা শুনি এওঁলোক স্তম্ভিত হৈ গল। বৰুৱা—“দেখিলে শৰ্মা; কি সাংঘাটিক কাণ্ড কৰিলে? হঠাতে ১৪৪ ধাৰা জাৰি কৰিলে, লগতে “কাৰফিউ” জাৰি কৰিলে। এতিয়া নগৰৰ অৱস্থা কেনে হব জানক।”

শৰ্ম্মা—"কাৰফিউ দিয়া মানে সমাজৰ নেতাসকলক বন্ধ কৰা আৰু ভিতৰৰ গলিবাস্তাবোৰত গুণ্ডাই গুণ্ডামি কৰাৰ সুযোগ দিয়া।"

ভট্ট—গণতন্ত্ৰ নাই আমাৰ দেশত—পুলিচৰাজ স্থাপিত হ'ল।

শৰ্ম্মা—ইয়াৰ প্ৰতিকাৰ কৰিব লাগে। বলক উপাযুক্তৰ বঙলালৈ যাওঁ।

বৰুৱা—বলক সোনকালে।

তেওঁলোকে উপাযুক্তৰ বঙলালৈ আহে। বঙলাত তেওঁক লগধৰি ঘটনাৰ আলোচনা হয়। কিন্তু তেওঁ অসমীয়াৰ প্ৰতি সময় নাছিল। তেওঁ কথাবোৰ ভাল ভাবি নললে। শেষত লোক সভাৰ সদস্য, মিউনিচিপালিটিৰ চিয়াৰমেন, অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি, বিধানসভাৰ বিৰোধীদলৰ দলপতি আদি বিশিষ্ট নেতাসকল বুলি জানিব পাৰি ভয়তে কিছু কথাত সম্মতি দিলে যদিও, পেটত ভাল ভাৱ নললে। কথাবোৰ তেওঁ ইংৰাজীত কৈছিল।

এই ঘটনাৰ সময়ত গুৱাহাটীত পদস্থ কৰ্মচাৰীসকল সকলো অনা-অসমীয়া আছিল,—এজনো অসমীয়া কৰ্মচাৰী নাছিল। যদিওবা দুই এজন কিছু ডাঙৰ কৰ্মচাৰী আছিল তথাপিও তেওঁলোকৰ কথা ওপৰৱালাই গ্ৰাহ্যকে নকৰিছিল। অসমীয়াৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিবৰ বাবে কিন্তু বেচ সুযোগ মিলিছিল।

পিচদিনা বাতৰি কাকতত খবৰ ওলাল যে কটন কলেজৰ হোষ্টেলৰ লৰা বঞ্জিত বৰ পুজাৰীৰ পুলিচৰ গুলীত মৃত্যু হৈছে আৰু আন ছয়জন ছাত্ৰবো গুৰুতৰ ভাবে আঘাট হৈছে। মাৰাত্মক খবৰ। দেশত এটা অভূতপূৰ্ব্ব চাঞ্চল্যৰ সৃষ্টি হ'ল। এটা জনৰৱে জনতাক উত্তেজিত কৰিলে যে কটন কলেজৰ লৰা পুলিচৰ গুলীত আহত আৰু নিহত হৈছে।

এই পুলিচবাহিনী অনা-অসমীয়া আছিল আৰু সেই সময়ত

পুলিচৰ উচ্চ বিষয়াজনো অনা-অসমীয়া আছিল। ইয়াৰ পিচত আৰু বহু কথা প্ৰচাৰ হ'ল—আৰু এটি অপ্ৰীতিকৰ ঘটনা ঘটিল এই ঘটনা পুলিচবাহিনী আৰু উকিল বাহিনীৰ।

কাছাৰী ঘৰৰ সন্মুখ। আবেলি উকিলসকলে কাছাৰীৰ পৰা ঘৰলৈ যাবলৈ ওলাই কোৰ্টৰ চোতাল পাইছে মাত্ৰ, এনেতে এদল পুলিচে পুলিচভানেৰে গৈ সেইখিনি পালে। পুহিচ চাহাবজনৰ আদেশ পাই পুলিচবাহিনীয়ে বন্দুকবিলাক আৰু তাৰ আগৰ সঙ্গীনবিলাক উলিয়াই উকিলসকলক খেদিব ধৰিলে। পুলিচ চাহাবজনে চকু ৰঙা কৰি কৈ উঠিল। "১৪৪ ধাৰা আইন জাৰি কৰাৰ পিচতো বাহিৰত ইমান মানুহ থাকিব কিয়? উকিল হৈ আইন নাজানে?"

উকিলসকলে কলে—"আমি কাছাৰীত থাকোতে আইন জাৰি কৰিছো। এতিয়া আমি কাছাৰীৰ পৰা ঘৰলৈ যাব নেলাগে নে?

পুলিচ চাহাব—"এজন এজনকৈ যাবি।"

উকিল—কাছাৰী ছুটী হৈছে, গতিকে আমি একে সময়তে যাব লগা হোৱা বাবেহে লগ হোৱা যেন দেখিছে, আমিতো প্ৰত্যেক বেলেগ ঠাইলৈ যাম।

পুলিচ চাহাব—কাছাৰীৰ সন্মুখতে মই মানুহৰ জুম বান্ধিব নিদিম।

উকিল—আমি উকিল; আমি নাহিলে……।

পুলিচ চাহাব—মই উকিল চুকিল একো নাজানো। চাৰিজন লগ হোৱা দেখিলেই মই গুলীয়াম।

উকিল মেধি—ৰাজ্যত আইন কানুন নাইকীয়া হ'ল নেকি? গণতন্ত্ৰ গুচি পুলিচৰাজ স্থাপন হ'ল নেকি? যে বিচাৰ খোচাৰ নোহোৱাকৈ আইনজ্ঞ সকলক অপমান আৰু অপদস্ত কৰিব।

পুলিচ চাহাব—(চকু ৰঙা চকু ৰঙা কৰি) আঁতৰি যা, আঁতৰ

ভালে ভালে, নহলে এতিয়াই হাঁহ গুলীওৱা দিম। আইন কানুন মোক শিকাব নালাগে। আঁতৰ।

উকিল মিঃ দাস—ইয়াৰ বিচাৰ কৰিব লাগিব। মদৰ্পী উন্মত্ত পুলিচ অফিচাৰৰ বিচাৰ কৰিব লাগিব। আমি 'কেচ' দিম। চৰকাৰে শান্তি ৰক্ষাৰ বাবে পুলিচ ৰাখিছেনে শান্তি ভঙ্গ, শান্তি হৰণৰ কাৰণে পুলিচ ৰাখিছে? আজু দেখা যাব। দেশৰ আইনজ্ঞ সকলোকে যদি এনে অমানুষিক ব্যৱহাৰ কৰিব পাৰে তেন্তে সাধাৰণ মানুহৰ অৱস্থা কি হব? সংবিধানৰ আচল আইনে ভঙ্গ কৰিছে। ইয়াৰ ব্যৱস্থা কৰিব লাগিব আইনৰ দ্বাৰাই।

তেওঁ কথাবিলাক ইংৰাজীতে কয়। পুলিচ অফিচাৰে বুজি উঠি খণ্ডতে বন্দুকৰ আগৰ সঙ্গীনেৰে খুচিবলৈ আগবাঢ়ে। এনেতে এটা হৈ চৈ লাগি পৰে। পুলিচসকলে উকিলসকলক দুৰ্ব্ব্যৱহাৰ কৰি খেদি লৈ যায়।

এনে উত্তেজনাৰ কাৰণেই পৰবৰ্ত্তী দিনত সমগ্ৰ অসমজুৰি সংঘৰ্ষৰ দাবানল জ্বলি উঠিল। ছাত্ৰসকল ক্ষুব্ধ হৈ উঠিল। তেওঁলোকে ৺ৰঞ্জিতৰ মৰাশলৈ শোভাযাত্ৰা আৰম্ভ কৰি দিলে। এই দৃশ্যই জনতাক উত্তেজিত কৰি তুলিলে। যদিও ১৪৪ ধাৰা আৰু সান্ধ্য আইন বলবৎ আছিল, তথাপিও ছাত্ৰসকলে তাক ভ্ৰূক্ষেপ নকৰিলে। পুলিচেও এইবাৰ ভয় খাই গ'ল। বিগত দিনৰ কেইজনমান পুলিচৰ ব্যৱহাৰে পুলিচসকলক মৰ্মাহত কৰিলে। বিশ্ববিদ্যালয়ৰ পৰা দলে দলে ছাত্ৰ আহি শোভাযাত্ৰাত যোগ দিলে। গুৱাহাটীৰ সমস্ত স্কুল কলেজৰ লৰা ছোৱালীবিলাক আহিল। কাৰো ভয় নাই মৰণৰ বাবে, পুলিচৰ বাবে। ছাত্ৰ নেতাসকলে "ষ্টুডেন্ট এক্‌চন কমিটি" "ষ্টিয়াৰিং কমিটি" আদিৰ পৃষ্ঠপোষক ছাত্ৰসকলৰ সভা আৰম্ভ কৰিলে। সভাত বিচাৰ প্ৰাৰ্থনা কৰি চৰকাৰলৈ প্ৰস্তাৱ পঠোৱা হ'ল। বাতৰি কাকতবোৰে এই বিস্ময়জনক ঘটনাৰ কথা প্ৰচাৰ কৰি দিলে। সমগ্ৰ অসমৰ ছাত্ৰ শক্তি জাগি উঠিল। জননেতাসকলে প্ৰতিবাদ জনালে। হঠাতে

শান্ত অসম অশান্ত হৈ উঠিল। ক্ষুদ্ৰ ফিৰিঙতিৰ পৰা যেন খাণ্ডৱ দাহ হ'ব। এই খবৰ যেন বতাহৰ দৰে তৎক্ষণাৎ বিয়পি পৰিল অসমৰ চুকে, কোনে, গাওঁে ভুঞে।

ঠায়ে ঠায়ে মিটিং হ'ল। বিশ্ববিদ্যালয়ৰ প্ৰাঙ্গণত ছাত্ৰসকলৰ সভা বহিল। সভাত বৰ উত্তেজিত বক্তৃতা চলিল। ছাত্ৰৰ ভিতৰৰ পৰা মিঃ শইকীয়াই বৰ উত্তেজিত ভাবে বক্তৃতা দিলে।

শইকীয়া—উহ! কি অমানুষিক গুলী চালনা! এনে কাহিনী কতো শুনা নাই, ইয়াৰ প্ৰতিকাৰ কৰিব লাগিব।

বৰুৱা—সম্পূৰ্ণ পাশবিকতা। আমি আৰু সহ্য কৰিব নোৱাৰো। আমাক ইয়াৰ বিচাৰ লাগে।

বৰা—ইয়াৰ বিচাৰ নহয়—ইয়াৰ প্ৰতিশোধ লাগে। দুৰ্বৃত্তৰ ওপৰত প্ৰতিশোধ লব লাগে।

ডেকা—উত্তেজিত নহব বৰা উত্তেজনা বশতঃ উষ্ণ বক্তৃতা দি জনতাক উত্তেজিত কৰি তুলিলে পিচত অৱস্থা আয়ত্তৰ ভিতৰলৈ অনা টান হব। দেশত হাঁহাকাৰ লাগি উঠিব। গতিকে শান্ত আৰু ধীৰ ভাবে চিন্তা কৰি আমি আগ বাঢ়িব লাগিব। অহিংসা আৰু গণতান্ত্ৰিক পদ্ধতিৰেহে আমি যুঁজিব লাগিব।

হাজৰিকা--শান্ত ভাবে কি হব ডেকা? এতিয়া আৰু শান্তিৰ কথা নাই। অসমীয়া ছাত্ৰক হোষ্টেলৰ ভিতৰত হত্যা কৰিছে, আৰু আপুনি কৈছে শান্ত ভাবে চিন্তা কৰিবলৈ? ই অসম্ভৱ। আমি প্ৰতিশোধ লম।

বৰুৱা—নিশ্চয়! নিশ্চয়! কোনোবা কাপুৰুষে এনে এটা জঘন্য ঘটনা নীৰবে সহ্য কৰিলেও আমি নকৰিম। কোনো কোনো জাতি-দ্ৰোহী লোকে কি কাৰণে প্ৰতিপক্ষক লৈছে। তাক সকলোৱে বুজে। ব্যক্তিগত স্বাৰ্থৰ বাবে দেশৰ স্বাৰ্থ জলাঞ্জলি দিবলৈ ওলাইছে। বৰুৱাৰ এনে মন্তব্যত ভেওঁৰ দলৰ ছাত্ৰ সকলে হাত তালি দিলে। ডেকাৰ বৰ খং উঠিল।

ডেকা—নীচজনেহে এনে, নীচ মন্তব্য কৰিব পাৰে এনে এখন সভাৰ মাজত। দেশৰ এনে দুৰ্যোগপূৰ্ণ অৱস্থাত এনে ৰকম ব্যক্তিগত আক্ৰমণ মূলক ইঙ্গিত একেবাৰে ঘৃণনীয়।

চৌধুৰী——এনে অৱস্থাত আমি কোনো ব্যক্তিগত কথা শুনিবলৈ অহা নাই। মিঃ বৰুৱাৰ ভুল হৈছে ডেকাক এনে কথা কোৱাতো, আমাৰ আচল কথালৈ আহক।

শইকীয়া—নিশ্চয়। নিশ্চয়।

হাজৰীকা—ৰঞ্জিতৰ হত্যাৰ প্ৰতিশোধ লব লাগিব যি ভাষা আন্দোলনৰ কাৰণে আমাৰ মাজৰ পৰা ৰঞ্জিত বৰ পূজাৰীয়ে প্ৰাণ ত্যাগ কৰিব লগা হ'ল। সেই আন্দোলন আমি জগাই তুলিবই লাগিব। অসমীয়া ভাষা ৰাজ্যভাষা কৰিবই লাগিব। দৰ্কাৰ হলে তাৰ বাবে আমিও প্ৰাণ দিম।

বৰা—অসমীয়া ভাষা অসমৰ একমাত্ৰ ৰাজ্যভাষা কৰিবই লাগিব। হত্যাকাৰীৰ বিচাৰ কৰিবই লাগিব। সকলোৱে হাত তালি দিলে।

ডেকা—ছাত্ৰবন্ধুসকল, আমি সকলোৱে এই সংকল্প লৈ আগ বাঢ়ি যাব লাগিব; কিন্তু কোনোৱে যেন হিংসাত্মক কাৰ্য্যত লিপ্ত নহয়। দেশত হুলুস্থুল হলে দেশৰ উন্নতি নহব—বৰং দেশৰ উন্নয়নমূলক কামবোৰ পিচ পৰি ৰব—দেশৰ প্ৰগতিত বাধা পৰিব। এনে অৱস্থাত দেশত এটা হুলুস্থুল লগাই দিয়াতো যুক্তি সংগত নহয়। আমি ধীৰ ভাবে চিন্তা কৰি আগ বাঢ়িব লাগিল। উত্তেজনাবশতঃ কাম কৰিলে ভৱিষ্যত অমঙ্গল হব।

বৰুৱা—ছাত্ৰবন্ধুসকল, মই ভাবো, এইবোৰ ছাত্ৰ, আমাৰ ছাত্ৰ সমাজৰ পানীৰ তলৰ কাইট। আগেয়ে এই পানীৰ তলৰ কাইট আঁতৰ কৰাহে উচিত হব।

শইকীয়া—এই শ্ৰেণীৰ জাতিদ্ৰোহী, সমাজদ্ৰোহীক লৈ আমি কাম কৰিব নোৱাৰিম।

হাজৰিকা—আমাৰ বিৰুদ্ধে যিয়ে যাব, তাকে আমি প্ৰতিশোধ লম। স্বদেশী, বিদেশী বুলি কোনো প্ৰশ্ন নাই।

বৰুৱা—নিশ্চয়। নিশ্চয়। আমি প্ৰস্তুত হব লাগে। ৰঞ্জিতৰ হত্যাৰ প্ৰতিশোধ লব লাগিব।

ডেকা—হিংসাত্মক কাৰ্য্যত লিপ্ত হলে মই কিন্তু আপোনালোকৰ দলত যোগ দিব নোৱাৰিম।

বৰুৱা—এনেৰকম মহাপুৰুষ আমাৰ মাজত নাথাকে মানে মঙ্গল।

ডেকা—ভাল বাৰু—।

ডেকাই ছাত্ৰসকলৰ মাজৰ পৰা উঠি আহে। গোলমাল লাগি পৰে। বহুত ছাত্ৰই ডেকাৰ লগতে উঠি আহি সভা ত্যাগ কৰে। এওঁলোকে যোৱাৰ পিছত উগ্ৰ বক্তৃতাৰে সভা শেষ কৰে উগ্ৰপন্থী দলে।

তাৰ পৰা আহি অৰুণ ডেকা প্ৰমুখ্যে নৰমপন্থী দলে বেলেগকৈ মিটিং কৰে আৰু অসমীয়া ভাষা একমাত্ৰ ৰাজ্যভাষা কৰি সংখ্যা—লঘুক ৰক্ষণাবেক্ষণ দিবলৈ চৰকাৰলৈ প্ৰস্তাব পঠায়; লগতে ৰঞ্জিত বৰ পূজাৰীৰ হত্যাকাৰীৰ মুকলি আদালতত বিচাৰ হব লাগে বুলি প্ৰস্তাৱ লয়।

ইফালে গুৱাহাটীত বৰুৱা কটকী, আদিয়ে ঠায়ে ঠায়ে ছাত্ৰমিটিং কৰি সদৌ অসমৰ ছাত্ৰ সমাজক একত্ৰিত হবলৈ আহ্বান জনায়। এনে ভাবে পৰিস্থিতিয়ে এটা জটিল ৰূপ ধাৰণ কৰে।

গাৱেঁ-ভূঞে অসমীয়া মানুহৰ মাজত মিটিং আৰম্ভ হ'ল। পুলিচৰ দ্বাৰা অসমীয়া কলেজীয়া ছাত্ৰ নিহত হোৱা খবৰে অসমীয়া মানুহক ক্ষীপ্ত কৰি তুলিলে। ৰঞ্জিত বৰ পূজাৰীৰ শৱ যাত্ৰাতে যোগ দিয়া সকল লামডিং, মৰিয়নি, শ্বিলং আদিত আথাট পোৱা লোক সকলে উগ্ৰমূৰ্ত্তি ধৰি উঠিল। এইবাৰ আৰু সহ্য নকৰিবলৈ দৃঢ় প্ৰতিজ্ঞা হ'ল। লামডিঙত অপমানিত হোৱা গোৰেশ্বৰৰ বহুত মানুহ ভীষণ হৈ উঠিল।

তেওঁলোকে কোৱা কুই কৰিলে, আলোচনা কৰিলে; কি অন্যায়, কি অবিচাৰ।

"ইমান অত্যাচাৰ নীৰৱে সহ্য নকৰিম। আমি ইয়াৰ প্ৰতিশোধ লম।"

"সৰ্ব ভাৰতীয়ৰ দোহাই দি এক শ্ৰেণীৰ লোকে আমাৰ ৰাজ্যলৈ আহি চাকৰি বাকৰি কৰি কৰি শেষত আমাৰে অন্যায় কৰে। অসমলৈ আহি অসমীয়া ভাষাকে ধ্বংস কৰিবলৈ ষড়যন্ত্ৰ কৰে, অসমীয়া মানুহকে মাৰে। আমি আৰু সহ্য নকৰো।"

আমাৰ মানুহৰ মাটিত বলাৎকাৰ কৰি বহি বেদখল কৰি অধিকাৰ কৰি থকাসকলক প্ৰথমে উচ্ছেদ কৰিব লাগে।

"চৰকাৰে বেদখলকাৰিক উচ্ছেদ কৰিবলৈ আইন কৰিছে আৰু এভিকচন উচ্ছেদ কৰিছেও, কিন্তু কিছুমান নেতাই ভোটৰ আশাত এই বেদখলকাৰীহঁতক উচ্ছেদ নকৰি আমাৰ মাটিতে বহিব দি ৰাখিছে। এই সকলেই এতিয়া অসমীয়াৰ বিৰুদ্ধে গৈছে। আমি এই বেদখলকাৰীহঁতক উচ্ছেদ কৰিব লাগিব। এই বেদখলকাৰীহঁতক হাতত লৈয়ে ইহঁতে ৰাজনীতি খেলিব ধৰিছে।"

এনে ৰকমৰ নানা কথা আলোচনা হব ধৰিলে অসমৰ নগৰে, চহৰে, গাৱেঁ-ভূঞেঁ, ৰিজাৰ্ভে, জঙ্ঘলে। সমস্ত অসমৰ বাতাৱৰণ এক উত্তপ্ত অৱস্থাত পতিত হ'ল।

৪ জুলাইৰ গুলী চালনাৰ পিছৰ পৰা সমগ্ৰ অসমৰৰ যেন জাঙ্গ্‌ল খাই উঠিল। সভা, সমিতি, শোভাযাত্ৰাৰ উপৰিও, নানা ঠাইত হিংসাত্মক কাৰ্য্যই দেখা দিলে। নগাও, হোজাই আদি ঠাইবোৰত সুবিধাবাৰ্দী লোকে দেখা দেখি কৈয়ে অসমীয়া মানুহৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰি দিলে। তেওঁলোকৰ মতলব আছিল যে সান্ধ্য আইন ঠায়ে ঠায়ে জাৰি হৈছে যেতিয়া অসমখন অশান্ত অঞ্চল বুলি প্ৰমাণ কৰিব পৰা যাব আৰু অনতিপলমে কেন্দ্ৰীয় শাসন প্ৰৱৰ্ত্তন কৰিব পৰা হব। ৰাষ্ট্ৰপতিৰ শাসন কালত

অসম মন্ত্ৰীসভা ভাঙি দিব লাগিব আৰু ৰাষ্ট্ৰপতি শাসন কালত ছয়মাহৰ ভিতৰত বহুত সুবিধা কৰি লব পৰা যাব। ছয়মাহ পিচত আকৌ সাধাৰণ নিৰ্বাচন পাতিব লাগিব। অসমত আৰু তেতিয়া সেই সকলে যথেষ্ট সুবিধা কৰিব পাৰিব। তাৰ উপৰি, ৰাজ্যভাষাৰ প্ৰশ্ন তল পৰি যাব আৰু শেষত বহুত দিনলৈ তথা বহু বছৰলৈ এই প্ৰশ্ন আৰু উদ্‌যাপন হব নোৱাৰিব। এনে এটা সুন্দৰ সুযোগ নিশ্চয় গ্ৰহণ কৰিব লাগিব। তাকে ভাবি তেওঁলোকে পাৰেমানে গোলমাল কৰিব ধৰিলে, লগতে দিল্লীলৈ ফোন কৰি, সজাতি দল পঠাই অসমত ৰাষ্ট্ৰপতিৰ শাসন প্ৰৱৰ্ত্তন কৰিব লাগে বুলি ঘনঘণ্টা লগাই দিলে। তেওঁলোকে যি ভাবিছিল, যি ইচ্ছা কৰিছিল, আৰু যি ষড়যন্ত্ৰ কৰিছিল। ষড়যন্ত্ৰ ফলৱতী হোৱাৰ সম্পূৰ্ণ লক্ষণ দেখা দিলে। তেওঁলোকে এই কাৰ্য্যত পশ্চিমবঙ্গৰ বাতৰি কাকত আৰু দলনিৰ্ব্বিশেষে কিছুমান নেতা পৰোক্ষভাবে সহায়ক হ'ল। কলিকতাত কিছুমান মানুহৰ যেন পেটত ভাত আৰু চকুত টোপনি নোহোৱা হল। আনকি কলিকতাৰ হোটেল-বোৰত অসমীয়া মানুহ বিচাৰি ফুৰা এদলৰ দৈনন্দিন কাৰ্য্য হৈ পৰিল। নেতা কিছুমানে দিল্লী গৈ অসমত কেন্দ্ৰীয় শাসনৰ দাবী কৰিলে।

এই গোলমালৰ মাজতে নগাওঁ জিলাত সুবিধাবাদীদলৰ কাৰ্য্য যোৰেৰে চলিল। হোজাইত দাস গুপ্তই প্ৰাণপণে চেষ্টা কৰিব ধৰিলে। বহুত হাজাৰ টকা তেওঁ ব্যয় কৰিলে। ছয় জুলাই তাৰিখে এটা সাংঘাটিক ঘটনা ঘটিল।

অসমীয়া জনতাই মিটিং কৰি শোভাযাত্ৰা কৰি আহিছে— "অসমত একমাত্ৰ অসমীয়া ভাষাই ৰাজ্যভাষা হব লাগে।" "সংখ্যালঘুক ৰক্ষণাবেক্ষণ দিব লাগে।"

ইত্যাদি ধ্বনি কৰি শ্লোগান দি জনতাৰ শোভাযাত্ৰা আগবাঢ়ি গৈ আছে সম্পূৰ্ণ শান্তিপূৰ্ণ ভাবে। এনেতে হঠাতে এটা

শব্দ হয়—"গুৰুম।" বন্দুকৰ শব্দ। এজন শোভাযাত্ৰাকাৰী অসমীয়া মাটিত ধলি পৰে। ক্ষন্তেকতে হুলস্থুল লাগি পৰে। দেখিলে যে দোতালাৰ ওপৰৰ পৰা এজন মানুহে গুলী কৰিছে। জনতা উন্মত্ত হৈ উঠিল। সেই ছেগতে দোষী পলাই সাৰিল। জনতা তাৰ পৰা দিহাদিহি গ'ল।

ইফালে গুলী খাই ঢলি পৰা লোকজন হ'ল অসমীয়া মুছলমান। নাম মফিজুদ্দিন আহম্মেদ। আঘাট বৈয়াকৈ হৈছে। অলপ পিছতে তেওঁৰ মৃত্যু হ'ল।

মফিজুদ্দিনৰ মৃত্যু হোৱাত অসমীয়া ক্ৰোধান্বিত হৈ উঠিল। শোভাযাত্ৰাই গৈ শৱ যাত্ৰাত পৰিণত হব লগা হোৱাত তেওঁ-লোকৰ ধৈৰ্য্যচুৰ্তি ঘটিল। এটা বিৰাট হুলস্থুল লাগি পৰিল। জনতাক আয়ত্বৰ ভিতৰলৈ অনা কঠিন হৈ পৰিল। নেতৃস্থানীয় ব্যক্তিকেইজন অকৃতকাৰ্য্য হ'ল।

এনেতে পুলিচ ফৌজ আহি পালে। পুলিচে জনতাক আয়ত্বৰ ভিতৰলৈ আনিলে।

মফিজুদ্দিনৰ মৰাশৰ ওচৰলৈ আহি গুলী পৰা ঠাইখিনি চাই দাৰোগাই বৰ দুখ কৰিলে। তেওঁ বৰ আপচোচ কৰি কৈ উঠিল, দুৰ্বৃত্তই নিৰীহ মানুহজনক বধ কৰিলে। দোতালাৰ ওপৰৰ পৰা গুলী কৰিছিল।

এজন অসমীয়া মুছলমানে কৈ উঠিল—"হয় চাৰ", মই দেখিবহে পালো, সি গুলী মাৰিলেই। সি আমাৰ শোভাযাত্ৰা-কাৰীলৈ বন্দুক টোৱাই আছিল, ভাল চুৰীয়া চোলা পিন্ধা লোক।

দাৰোগাই পুলিচ বিলাকক আদেশ কৰে—"তোমালোকে তাৰ ঘৰ ঘেৰাওঁ কৰা গৈ। দেখিম, বেটাক বাহিৰ কৰিব পাৰো নে নোৱাৰো।"

পুলিচ দাৰোগাই গৈ ঘৰ ঘেৰাওঁ কৰি দুৰ্বৃত্তৰ অনুসন্ধান

কৰে। ইফালে মফিজুদ্দিনৰ মৰাশটো লৈ শোভাযাত্ৰাকাৰী দলে শোভাযাত্ৰা আৰম্ভ কৰি দিলে। জনতাৰ মাজৰ পৰা এজনে কৈ উঠিল—

"এই এজন অসমীয়া মুছলমান শ্বহীদ হ'ল অসমীয়া ৰাজ্য-ভাষাৰ নামত। আহক সকলো, এই মহান শ্বহীদৰ মৃত দেহ স-সম্মানে লৈ গৈ কবৰ দিওঁ গৈ।"

আন এজনে কৈ উঠিল চকুলোটুকি—"অসমীয়া হিন্দু-মুছলমানে আজি সমানে শোকাভিভুত হৈ পৰিছে; সেইবাবে আহা, হিন্দু-মুছলমান এক হই আমি এই মহান শ্বহীদৰ কবৰ-খানাত গৈ আল্লাৰ ওচৰত প্ৰাৰ্থনা কৰো যেন তেওঁৰ আত্মাৰ সদ্‌গতি হয়।"

এজন মুছলমানে কৈ উঠিল—"আহা ভাই অসমীয়া হিন্দু-মুছলমান, আগবাঢ়ি আহা, এই ৰাজ্যভাষাৰ শ্বহীদৰ মৰাশৰ ওচৰত জয়ধ্বনি কৰো—"অসমীয়া ভাষা অসমৰ একমাত্ৰ ৰাজ্য-ভাষা হওঁক।" শ্বহীদ ৰঞ্জিত বৰপূজাৰী আৰু মফিজুদ্দিনৰ আত্মাৰ সদ্‌গতি হ'ক।" "হিন্দু মুছলমান এক হ'ক।" তেওঁ বৰ আবে-গেৰে উত্তেজিত হৈ আহ্বান কৰে ৰাইজক। ৰাইজৰ মাজৰ পৰা এজনে গহীন গম্ভীৰ ভাবে কৈ উঠে—"আমি গণতান্ত্ৰিক পদ্ধ-তিৰে অহিংস ভাবে যুজি আমাৰ লক্ষত উপনীত হন। এই নিষ্ঠুৰ বৰ্ব্বৰতা আৰু গুণ্ডামিৰ জবাব দিম অসহযোগে আৰু অহিং-সাৰে। দেখিম, আমাৰ দাবী চৰকাৰে পুৰণ কৰে নে নকৰে। যি পৰ্য্যন্ত আমাৰ দাবী পুৰণ নহয়, সেই পৰ্য্যন্ত আমি যুঁজ কৰিম। আহক, আগবাঢ়ি আহক। এনেভাবে শোকাৰ্ত্ত আৰু উত্তেজিত জনতাই মৃতদেহলৈ শোভাযাত্ৰা কৰিলে। এই ঘটনাৰ খবৰ সমস্ত অসমতে বিয়পি পৰিল। অসমীয়া মানুহ বিলাক শোকাভিভুত হৈ পৰিল। ব্ৰহ্মপুত্ৰ উপত্যকাৰ শান্ত, নিৰপেক্ষ, ভদ্ৰ, বিবেচক লোক সকলে মৰ্ম্মাহত হৈ পৰিল। দুৰ্বৃত্ত সমাজ

বিৰোধী কেইজনমানৰ কাৰণে এতিয়া সমগ্ৰ দেশে দুখ ভোগ কৰিব লগা হ'ল। ইয়াকে ভাবি বৰ অনুতাপ কৰিব ধৰিলে। তেওঁলোকে দুস্কৰ্মৰ গৰিহণা দি সভা সমিতি পাতি প্ৰস্তাৱ পঠাবলৈ মনস্থ কৰিলে। দুবৃত্তহঁতৰ এই দৌৰাত্মৰ পৰিমান যে কি হব পাৰে আৰু তাৰ পৰিণতি হিচাবে যে দেশৰ সমগ্ৰ জাতিৰ ওপৰত কি শোকৰ অগনি জ্বলিব পাৰে তাৰে কথা কল্পনা কৰি ম্ৰিয়মানহৈ পৰিল।

এনেভাবেই জুলাই সংঘৰ্ষ দাবানল সদৃশ দাউ দাউ কৈ জ্বলি উঠিল সমগ্ৰ অসম বিয়পি। পশ্চিমবঙ্গকো তাৰ শিখাই গৈ যেন স্পৰ্শ কৰিলে।

( ৬ )

শ্বিলং। মুখাৰ্জী আৰু যতীন সেনে কথা বতৰা হব ধৰিছে।

মুখাৰ্জী—ৰঞ্জিত বৰ পূজাৰী নামৰ ছাত্ৰজন মৰিল আৰু বাকী ছয়জনৰ ঘাইল হ'ল। এতিয়া অসমীয়াহঁত উত্তেজিত হৈ উঠিছে। ইহঁতে এইবাৰ নিশ্চয় কিবা গোলমাল লগাব। আমি প্ৰস্তুত থাকিব লাগিব।

যতীন—সিহঁতে নিশ্চয় ইয়াৰ প্ৰতিশোধ লব। পিচে আমাৰ কি কৰিব ?

মুখাৰ্জী—আমি পাহাৰীসকলক উত্তেজিত কৰি দি সিহঁতৰ দ্বাৰাই অসমীয়াক মৰাৰ লাগিব কাৰণ অসমীয়া মানুহৰ লগত পাহাৰীৰ ভিন্ন আনে পাল্লা দিব নাৱাৰে। অসমীয়াহঁত বৰ সাহসী আৰু বলী, আমাৰ মানুহ দুৰ্ব্বল আৰু ভয়াতুৰ। এটা বা দুটাক মাৰিলে, আনকি ধমক দিলেই পলাই পত্ৰং দিব। গতিকে অসমীয়াহঁতৰ লগত যুঁজিব লাগিলে পাহাৰীক লগাব লাগিব।

যতীন—পাহাৰীয়ে মানিব কিয় আমাৰ কথা ?

মুখাৰ্জী—এনেয়ে কিয় মানিব বুদ্ধি সাজিব লাগিব।

যতীন—কি বুদ্ধি কৰিব।

মুখাৰ্জী—( চিন্তান্বিতহৈ ) এটা কাম কৰিব লাগিব। গুৱা-হাটীতে থকা চিভিল হস্পিতালৰ খাচীয়া নাৰ্চ এজনীক অসমীয়া মানুহে হত্যা কৰা বুলি এটা জনৰব তুলি দি খাচীয়া সকলক উত্তেজিত কৰি তুলিব লাগিব। তেতিয়া শ্বিলঙৰ খাচীয়াসকলে অসমীয়াহঁতক ইয়াত নিশ্চয় মাৰিব। তাৰ পিচত বাকী পাহাৰী জাতিবোৰে অসমীয়াৰ বিৰুদ্ধে হব।

যতীন—সেয়ে হ'ক। চেষ্টা কৰি চোৱা যাওঁক।

মুখাৰ্জী—তাৰ ওপৰি এটা কাম আছে। আনাৰ আচল উদ্দেশ্য কি ? বঙালী মুছলমান ভগনীয়া থকা ঠাইবোৰলৈ আমাৰ দলৰ লোক পঠাব লাগিব আৰু সিহঁতৰ ওপৰত প্ৰতিশোধ লব লাগিব।

যতীন—নিশ্চয়। সুযোগতে আমি আমাৰ পূৰ্ব্ব প্ৰতিশোধ পূৰণ কৰিব লাগিব। নগাওঁ, হোজাই, গোবেশ্বৰ আদি ভগনীয়া প্ৰধান ঠাইবোৰলৈ আমি দল পঠাব লাগিব।

মুখাৰ্জী—হয়। তাকে কৰিব লগিব।

যতীন—আমাৰ উদ্দেশ্য পূৰণ কৰিব লাগিলে আমাক বহুত মানুহ লাগিব। আমাৰ এই দলৰ মানুহ বৰ কম। তাৰ ওপৰি আমাৰ সঙ্গী অনাহক চৌধুৰীয়ে গম পালে সৰ্বনাশ হব। গতিকে কি কৰা যাব ?

মুখাৰ্জী—অনাহক চৌধুৰীক জানিব নিদিয়াকৈ ৰাখিব লাগিব। তাৰ ওপৰি, আমি যি ঠাইলৈ যাম, তাৰে হিন্দুভগনীয়া বিলা-কক তলে হাত কৰি দল বৃদ্ধি কৰি লব লাগিব, এই গোলমালৰ সময়ত তেওঁলোক নিশ্চয় লগ হব।

যতীন—তথাপি আমাৰ সহায়ৰ বাবে পশ্চিমবঙ্গৰ পৰা !

মুখাৰ্জী—মই কলিকতাৰ পৰা গুণ্ডা আনিবলৈ কালি বাতি-পুৱাতে উৰাজাহাজেৰে যাম আৰু গধূলিলৈ ফিৰি আহিম। ইতিমধ্যে আপোনালোকে ইফালে যি পাৰে কৰিব। মই "হেণ্ড্-বোম" লগত আনিবলৈ কম। ইতিমধ্যে কলিকতাত যথেষ্ট "হেন্‌বোম" তৈয়াৰ কৰিব দিয়া হৈছে। সিদিনা এটা কাৰখানাত পুলিছে ধৰিছে। তথাপি বাকীবোৰ ঠিক আছে। "হেণ্ড্‌বোম" আনিলে আমাৰ দুটা কাৰ্য্য সিদ্ধি হব—ভগনীয়া মুছলমান আৰু অসমীয়া দুয়োবো একে তিথি কৰিব পৰা যাব।

ষতীন—আপুনি সিবিলাকক কলিকতাৰ পৰা উৰাজাহাজেৰে আনি বৰ বজাৰ বিমানকোঠত পৌছাই দিব; মই পাণ্ডু আৰু মালিগাওঁত আমাৰ কৰ্ম্মচাৰীৰ ঘৰত ৰখাৰ বন্দ-বস্ত কৰিম।

মুখাৰ্জী—ভাল বাৰু। এনেকৈ কথা বতৰা হৈ কৰ্ম্মপদ্ধতি নিৰ্দ্ধাৰণ কৰি দুয়ো নেতাই নিজৰ নিজৰ কামত লাগিল।

দেশত এটা হৈ চৈ লাগিল একশ্ৰেণীৰ মানুহ সকলো দেশত আছে, সিহঁতে সদায় নিজৰ সুবিধা কৰি লোৱা তালত থাকে। ভাৰতীয় জাতীয় আন্দোলনৰ সময়ত একশ্ৰেণীৰ আত্মকেন্দ্ৰী বুদ্ধিজীৱীয়ে স্বাধীনতাৰ আন্দোলনত যোগ নিদি বৃটিছ চৰকাৰৰ তলত উচ্চ দৰমহাৰ চাকৰিত ভৰ্ত্তি হৈছিল। আনকি ১৯৪১ চনৰ স্বাধীনতাৰ আন্দোলনৰ সময়তো বহুত শিক্ষিত ব্যক্তিয়ে বৃটিছ চৰকাৰৰ পুলিচ বিভাগ, সৈন্যবিভাগ, ৰেভিনিউ বিভাগ আদি কৰি যাবতীয় বিভাগবোৰৰ উচ্চ দৰমহাৰ চৰকাৰী চাকৰিবোৰত সুমাইছিল আৰু আন্দোলনকাৰী স্বাধীনতাকামী দেশৰ ভাইৰ বুকুতে বন্দুকৰ গুলী মাৰিছিল, কিন্তু ভাগ্যৰ আশ্চৰ্য্য পৰিহাস, স্বাধীনতাৰ যুদ্ধৰ পিছত আমাৰ জাতীয় চৰকাৰৰ গদিত গোফত তেল ঘহি আগৰ চাকৰিতে তেওঁলোক থাকিল, আনকি কিছুমানৰ পদোন্নতিহে হ'ল। অইন নালাগে, স্বাধীনতাৰ আন্দোলনৰ পৰা আঁতৰি থকা উকিলৰ ওকালতিৰ "চাৰ্ভিচ্ ব্ৰেক" নোহোৱাৰ বাবে তেওঁলোকতকৈ

উৎকৃষ্টজনক চেৰ পেলাই স্বাধীন চৰকাৰৰ দিনত হাকিম, জৰ্জ আদি ভাল পদবী উপভোগ কৰা লোকৰো আজি অভাৱ নাই।

ঠিকাদাৰ শ্ৰেণীৰ লোক কিছুমান যিসকল আজি কালি বৰ ডাঙৰ দেশ সেৱক হিচাবে ঠিকা, পাৰমিত আদি আদায় কৰে আমাৰ মন্ত্ৰী মহাশয় সকলৰ অনুগ্ৰহত, সেইসকল ঠিকাদাৰেই এদিন ২য় মহাযুদ্ধৰ সময়ত গান্ধীজীৰ আদেশ অমান্য কৰি যুদ্ধত মিলিটাৰীৰ ঠিকা লৈ বৃটীছ চৰকাৰক সহায় কৰিছিল। অকল ভাৰতবৰ্ষই নহয—পৃথিবীৰ সকলোদেশতে এই শ্ৰেণীৰ মানুহ আছে। এই হ'ল শিক্ষিত বুদ্ধিজীৱী শ্ৰেণীৰ এজাত। আনজাত হ'ল অৰ্দ্ধশিক্ষিত শ্ৰমহীন শ্ৰেণী, যাক আমি গুণ্ডা, আখ্যা দিওঁ। এই সমাজ বিৰোধী শ্ৰেণীয়ে দেশত কিবা তাল যোগ হলে চুৰি ডকাইতি আৰু গুণ্ডামি কৰি মানুহৰ ধন, মান হৰণ কৰে। অসমত এনে এটা নাটকীয পৰিস্থিতি হঠাতে সৃষ্টি হোৱাত এই শ্ৰেণীৰ লোকে নিজে লাভবান হোৱা তালত থাকিল। এই সমাজবিৰোধী গুণ্ডা শ্ৰেণীৰ মানুহৰ মাজত কোৱা মেলা চলিল কেনে কৈনো কাৰ বস্তু সিহঁতে হাত কৰিব পাৰে। এজনে কৈছে—"দেশত যিমান হৈ চৈ লাগিছে, ইয়াৰ পৰা বুজিব পৰিছো যে নিশ্চয় কিবা এটা হব। এই সুযোগতে আমি কিছু ধন সম্পত্তি হাত কৰি লব লাগিব। এনে সময়তে অলপ সংগ্ৰহ কৰিব নোৱাৰিলে, পিছত এই সুযোগ পোৱা নেযাব।"

আনজনে মাত লগাইছে—"হিন্দু, মুছলমান, বঙালী, অসমীয়া ৰাজ্যভাষা চাযভাষা আমাৰ মনত একো নাই। আমি যাবে পাওঁ তাৰে আনিব লাগে। সুযোগ আহিলেই আমি আদায় কৰিম।"

আনজনে কৈ উঠিছে—"সুযোগ অহালৈ বাট চাই থাকিবানে? সুযোগ আমিয়ে তৈয়াৰ কৰিব লাগিব।"

সুযোগ কেনেকৈ তৈয়াৰ কৰিবা ?"

"এই গোলমাল লাগি থকা অৱস্থাতে আমি ঠায়ে ঠায়ে দল বান্ধি গৈ ঘৰবোৰত জুই জ্বলাই দিব লাগিব আৰু বস্তুবেহানী লুট কৰিব লাগিব।"

"এৰা। "কাৰফিউ" দিয়াৰ বাবে নেতাসকল আৰু ৰাইজৰ মুখীয়ালসকল গুলাব নেৱাৰে। সদৰ ৰাস্তাৰে মানুহৰ চলাচল বন্ধ হৈছে। গলি ৰাস্তাৰে গৈ আমি চহৰৰ যাৰে মাৰে ঘৰতে প্ৰৱেশ কৰিব পাৰিম। ১৪৪ ধাৰা আৰু সান্ধ্য আইনে আমাৰ সুন্দৰ সুবিধা মিলাই দিছে। বলা আমি কামত লাগো।"

"গাওঁলৈও যাব লাগে, বিশেষকৈ ৰিজাৰ্ভবোৰত বহুত ভগনীয়া ধনী মানুহ আছে।"

"কিছুমানে তালৈ গৈছেই ইতিমধ্যে।"

"আমাৰো বলা, কিবা এটা কৰিব লাগে। মুখমেলি চাই থাকিলে হবনে ?"

এনেকৈ আলোচনা কৰি সমাজবিৰোধী শ্ৰেণীৰলোকে চহৰ, গাওঁ, আদিত দলে দলে সোমাই পৰিল। ওপৰ চকুৱা চৰকাৰী কৰ্ম্মচাৰীয়ে ততকে ধৰিব নোৱাৰিলে।

ইতিমধ্যে গুণ্ডাদল কলিকতাৰ পৰা আহি অসম পৌছি গ'ল। বৰঝাৰৰ বিমান কোঠত উৰাজাহাজেৰে আহি নামি টেক্সিত উঠি পাণ্ডু পালেহি। তেওঁলোকৰ থকা খোৱাৰ বন্দবস্ত আগতে কৰা আছিল। আহি পায়ে খোৱা লোৱা কৰি গোপন মন্ত্ৰণাত বহিল। সুবিধাবাদী দলে বহু টকা পইচা খৰচ কৰি ইহঁতক আনিছে ; অৱশ্যে কলিকতাৰ কেইজনমান নেতাশ্ৰেণীৰ প্ৰাদেশীকতাবাদী লোকে ইহঁতক সংগ্ৰহ কৰি দি পঠাইছে। সিহঁতৰ ভিতৰত আলোচনা চলিছে।

"আমি অতি সাৱধানে কাম কৰিব লাগিব। ই আসাম কলিকতা নহয়।"

আনজনে কৈছে—"কোনো ভয় নাই, "কাৰফিউ" জাৰি কৰি নেতাসকলৰ চলাচল বন্ধ কৰিছে। পুলিচবোৰে সদৰ ৰাষ্টাতহে পহৰা দিছে, গলি ৰাষ্টাৰে গৈ ঘৰত আক্ৰমণ কৰিব পৰা যাব।"

তৃতীয়জনে মাত লগাছে—"এৰা, আমাক টকা পইচা দি আনিছে যেতিয়া, কাম কৰিবই লাগিব। "হেণ্ড্ বোম" অনা হৈছেই, দৰ্কাৰ হলে ব্যৱহাৰ কৰিব লাগিব।"

চতুৰ্থজনে কৈছে—"আমি সদায় লক্ষ্য ৰাখিব লাগে যাতে আমি আক্ৰমণ কৰা মানুহ অসমীয়াহে হয়।"

দ্বিতীয়জনে মাত লগালে—মুঠৰ ওপৰত অসমতো এটা সাম্প্ৰদায়িক কাজিয়া গলাই দিয়াৰ নিৰ্দ্দেশ আছে আমাৰ ওপৰত।

ষষ্ঠজনে হাঁহি মাৰি কৈ উঠিল—এই সুযোগতে অসমীয়া ধুনীয়া ছোৱালী·········। বাস্তৱতে অসমীয়া ছোৱালী এনে বঢ়িয়া। স্বাস্থ্যৱতী, ধুনীয়া আটিল চেহেৰাৰ গাভৰুবোৰ দেখিলে বিয়া কৰাই নিবৰ মন যায়।

সপ্তমজনে কৈ উঠিলে—"মানব আক্ৰমণত বোলে সেই কাৰণেই মানে অসমীয়া ছোৱালী ধৰি ধৰি নিছিল। এইবাৰ আমাৰ আক্ৰমণতো আমি গাভৰু ধৰি নিব লাগিব।"

অষ্টমজনে হুকাৰ ধৰে—"এৰা। নিশ্চয় নিব লাগিব অসমীয়া ছোৱালীবোৰ ৰূপহী, স্বাস্থ্যৱতী, সাহসিনী, কৰ্ম্মপতু আৰু বলী। আমাৰ ছোৱালীবোৰ স্বাস্থ্যহীয়া, লেৰেলা চেবেলা, ভয়াতুৰা শ্ৰীহীনা বাকপতুহে। ধুনীয়া-বিশেষকৈ পন্য সৌৰ্য্যৰেহে ৰূপহী, প্ৰকৃত চেহেৰাত ৰূপহী নহয়। গতিকে দুই চাৰিজনী অন্ততঃ অসমীয়া গাভৰু নিয়া উচিত হব।

আনএজনে মাত লগালে—নহলেনো আগৰ কালত স্বয়ং শ্ৰীকৃষ্ণই ৰুক্মিনীক হৰি নিয়েনে? অনিৰুদ্ধই বা কিয় উষাৰ ৰূপত ভুলগৈ সুদূৰ দাৰকাৰ পৰা পলাই আহি অগ্নি গড়ত উষাৰ লগত প্ৰেমালিঙ্গন কৰি বানৰ হাতত বন্দীহৈ থাকিব? এনেহেন ৰূপহী

ছোৱালী পালে এই কৰ্ম্ম এৰি গৃহস্থী কৰি থাকিলোহেঁতেন।"

আনএজনে কৈ উঠিল—ৰাখিব পাৰিবি জানো? সবল হৃষ্ট পুষ্ট অসমীয়া ডেকাক ভিন্নতোৰ দৰে কেটেঙা পৰা জনে স্বাস্থ্যৱতী ৰূপহী অসমীয়া ছোৱালী বশ কৰি ৰাখিব পাৰিবি?

আনজনে কৈ উঠিল—গোলমাল নকৰিবা। আমাৰ উদ্দেশ্য পাহৰি নাযাবা। সুদূৰ কলিকতাৰ পৰা আমাক আনিছে; খাকলৈ থাকিবলৈ সুন্দৰ সুবিধা দিছে। আনকি আলপৈচান ধৰা ছোৱালী দিছে। এনে অৱস্থাত আমি আমাৰ কৰ্ত্তব্য ভুলি যোৱা অনুচিত।

তৃতীয়জনে মাত লগালে—আমাৰ কিছুমানে পাণ্ডু, আমিন-গাওঁ, মালীগাওঁ আৰু গুৱাহাটীৰ গলি ৰাস্তাৰে সোমাব লাগিব। আনবিলাকে হোজাই, নগাওঁ, তেজপুৰ, গোৰেশ্বৰ আদিলৈ যাব লাগিব বুলি নিৰ্দ্দেশ দিছে। সুবিধা বুজি ঘৰজ্বলোৱা, মানুহমৰা, সম্পত্তি লুট কৰা, নাৰীহৰণ কৰা, যি কৰা তাকেই কৰিবা। কিন্তু সাৱধানে! ই কামৰূপ ৰাজ্য। ইয়ালে আহিলে মানুহ ভৰা হয় বুলি প্ৰবাদে আছে। সি অন্য একো নহয়, সি হৈছে অসমৰ নাৰী। অসমীয়া নাৰীৰ ৰূপত ভুলগৈ ইয়াতে ৰৈ যাব লগা হয়। আমাৰ যেন তেনে দশা নহয়। এই দেশৰ নাম অসম অৰ্থাৎ ইয়াৰ সমান কোনো নাই। সাৱধান, অসমীয়া গুণ্ডাৰ হাতত পৰিলে আমি তিষ্ঠিবই নোৱাৰিম কাৰণ অসমীয়াহঁত শকত, বলী আৰু সাহসী। আমাৰ দৰে চাৰিজনে সিহঁতক নোৱাৰিব। গতিকে বৰ সাৱধানে কৌশলেৰে কাম কৰিব লাগে।

আনজনে সন্মতি সূচক মন্তব্য দি কলে—"এৰা। হুচিয়াৰ হব লাগিব। এতিয়া বোলা আমি কামত লাগো গৈ।"

এনেকৈ আলোচনা কৰি মদ, মাংস খাইস্ফূৰ্ত্তি কৰি সিহঁতে সমাজবিৰোধী কামলৈ অগ্ৰসৰ হ'ল।

এনেভাবেই জুলাইৰ সংঘৰ্ষ আৰম্ভ হয়। গুণ্ডা শ্ৰেণীৰ ভিতৰত ঠায়ে ঠায়ে কাজিয়া আৰু মাৰপিত হয়। তাৰ মাজতে দুই চাৰিজন

অসমীয়া আৰু বঙালী ভদ্ৰলোকেও মাৰ কিল খাব লগা হয়। আচলতে জুলাই সংঘৰ্ষত কাজিয়া কৰিছিল গুণ্ডা শ্ৰেণীৰ লোকে তাৰ পৰিণাম ভোগ কৰিব লগা হয় ভাল মানুহ বিলাকে। এইটো স্বাভাৱিক যে, এবাৰ ঘৰত ভীষণ ভাবে জুই লাগিলে ভাল বেয়া একো বস্তুকে উদ্ধাৰ কৰিব নোৱাৰাৰ দৰে, দেশত হাঁহাকাৰ লাগিলে ভাল মানুহ, বেয়া মানুহ, কোকো নিৰ্ণয় কৰিব নোৱাৰা হয় আৰু শেষত সকলোৱে নিকাৰ ভুগিব লগা হয়। জুলাই সংঘৰ্ষ তাৰ হুবহু সাক্ষী।

গোৰেশ্বৰ ৰিজাৰ্ভ। অজস্ৰ পমুৱাৰ বস্তি। লানি লগা কুজা কুজা ঘৰবোৰ দেখা যায়। বেচিভাগ বঙালী পমুৱাৰ। এই বস্তিলৈ আহি ইতিমধ্যে সুবিধাবাদী দলৰ লোকে প্ৰবেশ কৰিছে। যতীন সেনে সহযোগীক লৈ পমুৱাৰ বস্তিবোৰ চাই ফুৰিছে। তাৰ পিছত কেইঘৰমানৰ ঘৰত আশ্ৰয় লৈছে আৰু ষড়যন্ত্ৰৰ মন্ত্ৰণা কৰিব ধৰিছে। সুবোধ কৰ্ম্মকাৰ নামৰ লোক এজনৰ ঘৰত ৰহি তেওঁ আলোচনা কৰিব ধৰিছে। কাষত বহুত লোকে কাণ পাতি শুনি শুনি থাকে। অতি গোপন আলোচনা চলিছে। যতীন সেনে সৰু সৰুকৈ কব ধৰিছে।

যতীন সেন—"শুনিছে কম্মকাৰ, চাৰি জুলাই তাৰিখে কটন কলেজ হোষ্টেলত ছাত্ৰ এজন মৰিছে আৰু ছয়জন আহত হৈছে। শুনিছে নে নাই।"

কৰ্ম্মকাৰ—"শুনিছো বাবু।"

যতীন—"দেশত হাঁহাকাৰ লাগিব কৰ্ম্মকাৰ। সাৱধান হব লাগিব।"

কৰ্ম্মকাৰ—( ভয়ে ভয়ে ) কি হাঁহাকাৰ হব বাবু?

যতীন—"অসমীয়া হিন্দুৰ লৰা মুছলমান পুলিচে মাৰিছে। গতিকে আমি সকলো হিন্দুই মুছলমানক খেদিব লাগিব।"

কৰ্ম্মকাৰ—"অসমতো তেন্তে হিন্দু মুছলমানৰ কাজিয়া

লাগিব বাবু ?"

যতীন—"সেই বাবেই আমি আহিছো নিজ ধৰ্ম্মৰ মামুহক সাৱধান কৰি দিবলৈ। আপোনালোক সাৱধান হওঁক।"

কৰ্ম্মকাৰ—"আমি কি সাৱধান হম বাবু? আমিতো একো নাজানো। আমাক দিহা দিয়ক বাবু ?

বৰব্যগ্ৰ হৈ সোধে তেওঁ। আন মামুহবিলাকে ভয়ত্তে কোচ-মোচ খায়। পূৰ্ব্ববঙ্গৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ কথা মনত পৰি তেওঁ-লোকৰ পেটতে যেন হাত ভৰি লুকাল। মাপুহৰ মনৰ অবস্থা বুজি যতীনে কৈ যায়।

"যতীন—শুনক, তুই এদিনতে গোৰেশ্বৰ ৰিজাৰ্ভত চৰকাৰে বেদখলকাৰীৰ ঘৰত জুই দি খেদিব। গতিকে আহি নৌপাওঁতে আপোনালোকে নিজ মাল বস্তুবোৰ বাহিৰ কৰি লৈ ঘৰবোৰত জুই লগাই দিয়ক আৰু মাল বস্তুলৈ ভগনীয়া সাজি ৰেলষ্টেচনলৈ যাওঁক। আপোনালোকৰ কাৰণে ষ্টেচনত খোৱা থকাৰ বন্দবস্তু কৰা হৈছে। আপোনালোকে বৰ্ত্তমান ভগনীয়া ৰূপে পশ্চিমবঙ্গলৈ যাব লাগিব, তাত কেম্প ঠিক হৈয়ে আছে। তাৰ পিছত অসমলৈ ফিৰি আহিব লাগিব। আমি খবৰ দিম।"

কৰ্ম্মকাৰ—"এনে অপকাণ্ড কৰি আমাৰ কি লাভ হব বাবু?"

যতীন—"আপোনালোক পশ্চিমবঙ্গলৈ গলে তাত "ৰিফিউজী লোন" দিব আৰু অসমলৈ আহিলে ইয়াতো দিব। তুয়ো দেশৰ ধাৰ পাব; তাৰ উপৰি, দিল্লীৰ কেন্দ্ৰীয় চৰকাৰৰ পৰা আমি যথেষ্ট এক কালিন দান আনি দিম। অসম চৰকাৰৰ পৰা লাখ লাখ টকা ভগনীয়া সংস্থাপনৰ অজুহাত দেখুৱাই আদায় কৰি আপোনালোকক দিব পাৰিম। মুঠৰ ওপৰত, আপোনালোকৰ একো লোকচান নহয় বৰং লাভ হব। আজিৰ এই খেৰৰ জুপুৰি ঘৰৰ সলনি কাইলৈ টীনৰ ঘৰ পাব। আজি খাবলৈ নোপোৱা মগনীয়াই ভগনীয়া হৈ বহুত সম্পত্তি পুৰি নষ্ট হোৱা বুলি দৰ্খাষ্ট দি অসম

চৰকাৰৰ পৰা ক্ষতি পূৰণ কাদায় কৰিব পাৰিব। আপোনালোকৰ সুবিধাৰ বাবে আমি এই ব্যৱস্থা কৰিছো। কিন্তু এটা কথা, আপোনা-লোকে আমাৰ হিন্দু ভগনীয়াকহে এই কথা কব মুছলমানক নকব।"

কৰ্ম্মকাৰ—"আমি এইবোৰ বিপদজনক কাম কৰি লটি-ঘটি হৈ মৰিব বাবু। আমি এইবোৰ কেনেকৈ কৰিম? জীৱন আৰু সম্পত্তি দুয়োটাই আমাৰ যাব।"

যতীন—জীৱনো নাযায় আৰু সম্পত্তিও নষ্ট নহয়, কেৱল লোকচান হব মুছলমানৰহে। আপোনালোকৰ একো ক্ষতি নহয়।"

কেইজনমানে অসম্মতি প্ৰকাশ কৰি কৈ উঠিল—"এই সব কাক আমি কৰিব নোৱাৰিম বাবু। বঙ্গদেশৰ পৰা খেদিলে আৰু অসমৰ পৰাও খেদা খাব লাগিলে আমি মৰিম বাবু। হায়, হায়। আমি খেদা খোৱা জীওহে হলো। উহ প্ৰভু! আমাক কিয় জন্ম দিছিলা। হায় হায় আমাৰ কপাল!"

যতীন—"দুখ কৰি লোভ নাই, আপত্তি কৰিলেও নিস্তাৰ নাই! নিজে নকৰিলে আনে কৰিব। মুঠৰ ওপৰত আপোনালোক যাবই লাগিব। গতিকে অসমীয়াৰ হাতত মাৰ খাই সম্পত্তি নষ্ট কৰি যোৱাতকৈ নিজৰ সম্পত্তি বুজি বাজি লৈ যোৱাহে ভাল।"

কৰ্ম্মকাৰ—"আমাৰ মৰণ মিলিল। বাৰু, যি হয় কৰা যাব।"

যতীন—"আপোনালোকে আলোচনা কৰি উঠি কৰক, আমি এতিয়া আন ফালে যাওঁ।"

এনেকৈ ভয় দেখুৱাই, কুবুদ্ধি দি যতীনৰ দল তাৰ পৰা আঁতৰি গ'ল। বাটত যাওতে যতীনে সঙ্গীহঁতক কলে—"তোমা-লোকে দেখিলা, মই কি বুদ্ধি কৰি হিন্দুবিলাকক আঁতৰ কৰিলো। নিজৰ ঘৰত নিজে জুই দি হিন্দু সকল পলোৱাৰ পিছত আমি গৈ মুছলমানহঁতৰ ঘৰত জুই দিব লাগিব। হিন্দু বাঙালী ভগনীয়া আঁতৰি গলে আমি গৈ মুছলমান বাঙালীক খেদিম। গতিকে তৎক্ষণাত প্ৰস্তুত হোৱা। আমাৰ কাম আমি আজিৰ পৰাই আৰম্ভ

কৰিব লাগে।”

এনেকৈ কু-পৰামৰ্শ হৈ সিহঁত দুষ্টু দলে আগবাঢ়ি গল আৰু গোপনে কাৰ্য্য আৰম্ভ কৰিলে।

ইয়াৰ পৰিণাম স্বৰূপে আৰম্ভ হল জুলাইৰ ছয়, সাত, আঠ তাৰিখ ব্যাপি গোৰেশ্বৰত ভীষণ অগ্নিকাণ্ড। শ-শ পমুৱাৰ ঘৰ পুৰিলে. হাজাৰে হাজাৰে ধন সম্পত্তি এৰি ষ্টেচনত আশ্রয় লৈ পশ্চিম-বঙ্গ উঠিল। বহুত মৰা পৰিল।

এয়ে হ'ল উনৈশ শ ষাঠি চনৰ জুলাই সংঘৰ্ষৰ গোৰেশ্বৰৰ ঘটনা।

ইফালে কলিকতীয়া দলে আহি আমিন গাওঁ জ্বলাই দিয়ে। অগ্নিদেৱতাই যেন এইবাৰ অসম পৰিভ্রমণৰ কাৰণেহে আহিল। নগাওঁ, হোজাই, তেজপুৰ, গোৱালপাৰা, ধুধনৈ আদি ঠাইত অগ্নি-দেৱতাই যেন মহাসমাৰোহেৰে অভ্যথিত হল। অসম হুতাশণৰ কৰলত পৰিল।

গোৰেশ্বৰ বিজাৰ্ভ। গুণ্ডাদল আহি বিজাৰ্ভ পালে। সুবিধা-বাদা দলৰ পৰামৰ্শমতে গোৰেশ্বৰ বিজাৰ্ভত হিন্দু-বাঙালী কিছুমানে নিজৰ ঘৰতে নিজে জুই দি ভগনীয়া সাজি পশ্চিমবঙ্গলৈ যাবলৈ প্রস্তুত হ'ল গুণ্ডাহঁতে যুক্তি কৰিলে—হিন্দুবিলাকে নিজৰ ঘৰত নিজে জুই দিয়াৰ লগে লগে সিহঁতে ভগনীয়া মুছলমানবিলাকৰো বস্তি জ্বলাই দিব। লগতে অসমীয়া বিলাকৰো ঘৰ জ্বলাই দি বস্তু বাহানি লুট কৰিব। এই কামত সিহঁতৰ বৰ হুচীয়াৰ হ'ল। অসম চৰকাৰৰ গুপ্তচৰ আৰু পুলিচ বিভাগ সতৰ্ক। নগৰবোৰত ১৪৪ ধাৰা জাৰি কৰিছে; ঠায়ে ঠায়ে সান্ধ্য আইন জাৰি কৰি মিলিটাৰী শাসনৰ ব্যৱস্থা কৰিছে, কিন্তু বিজাৰ্ভ আৰু গাওঁবোৰত মিলিটাৰী ৰাখিব নোৱাৰে। কিমান মিলিঠাৰী পাব? দেশজুৰি হাঁহাকাৰ হলে যে চৰকাৰে একো কৰিব নোৱাৰে, তাৰ প্রমাণ দিলে জুলাই সংঘৰ্ষই। পাচ জুলাই তাৰিখে গোৰেশ্বৰৰ বিজাৰ্ভত

লেলিহীন অগ্নি শিখা জ্বলি উঠিল। হুতাশনৰ হুতাহঁত যেন হাজাৰ হাজাৰ ঘৰ পুৰি চাই হৈ গ'ল। আৰ্ত্তনাদত সমস্ত বিজাৰ্ভ খলক লাগি পৰিল। "পুৰিল" "পুৰিল" শব্দ, "মৰিলো, মৰিলো" ধ্বনি আৰু "সৰ্ব্বনাশ সৰ্ব্বনাশ" আৰ্ত্তনাদ যেন কাণ তাল মাৰি ধৰে। লৰা তিৰোতাৰ কন্দোনত আকাশ বতাহ কপি উঠিল। কিছু-মানে দৌৰি দৌৰি যাব ধৰিলে—এই গণ্ডগোল হঁাহাকাৰৰ মাজত কাৰ কথা কোনে শুনে, কাৰ কথাৰ কোনে প্ৰমাণ বিচাৰে? চাৰা বাতি ঘৰ জ্বলিল। ৰাতি পুৱা দলে দলে লৰা ছোৱালী ভগনীয়া ধাৰ ধৰিলে ৰেলষ্টেচনলৈ। তাতি টোপোলা, ভিৰি চলি লগত লৈ, খোৱা বাচন বৰ্ত্তন টোপোলা বান্ধি মূৰত লৈ, চিৰা কাঠাৰ টোপোলাত চিৰা, মুৰি, আখৈ বান্ধি লৈ লানি পাতি ধাৰ ধৰিছে পমুৱাৰ দল। এই অৱস্থাতে আক্ৰমণ কৰিছে গুণ্ডা-দলে আৰু বহুতক মাৰি কাটি বয়বস্তু লুটি লৈ পলাইছে। ৰাষ্টাত হঁাহাকাৰ লাগি পৰিছে। কৰ মানুহ কলৈ পলাইছে, কাৰ তিৰোতা কত গৈছে, কাৰ চলি কাৰ গছকত মৰিছে, তাৰ পাত্তা নাই। একেবাৰে নৰকীয় কাণ্ড। এই কাণ্ড দেখি অসমীয়া মানুহ বাস কৰা গাওঁৰ পৰা তেওঁলোকে জুই দেখি কোৱা কুই কৰিব ধৰিছে—"বোধহয় চৰকাৰে আকৌ উচ্ছেদ আৰম্ভ কৰিলে। বেদখলকাৰী পমুৱাক উচ্ছেদ কৰিলে। যোৱা বেলি চৰকাৰে ঘৰ ভাঙি বেদখলকাৰীহঁতক খেদিছিল। কিন্তু এমাহ পিচতে পুনৰ আহি বেদখল আৰম্ভ কৰে। এই বেলি বোধহয় সেই বাবে চৰকাৰে ঘৰ পুৰি দিলে হবলা। বাৰে বাৰে চৰকাৰে উচ্ছেদ কৰা সত্তেও ইহঁতৰ লাজ নাই। কেইটামান ভগনীয়া নেতা নামধাৰী দালালৰ কু-পৰামৰ্শ শুনি বাৰে বাৰে ইহঁতে এনে নিকাৰ ভুগ্নি মৰে কিয়? লাজ চৰম বোলা কথা সমূলি নাই। আমাৰ অস-মীয়া মানুহৰ মাটিতো বল পূৰ্ব্বক বহিছে। বেটাহঁতৰ কম সাহ নহয়! এটা কথা ভাই চৰকাৰৰ লগত আমিও যোগ হোৱা

প্ৰচিত। আমাৰ মাটিত বলকৰি ঘৰ বান্ধি বেদখলকাৰী থকা পমুৱাহঁতক আমি ঘৰ পুৰি দি খেদিব লাগে। বলাইক, আমিও যাওঁ। চৰকাৰৰ সহায় নহলে আমি অকলে নোৱাৰিম।” “কথা-যাৰ বেয়া নহয়। এই চেগতে আমাৰ মাটি উদ্ধাৰ কৰিব লাগে।” আনজনে কৈ উঠে।

এনেদৰে আলোচনা কৰে পমুৱাহঁতৰ হাতত মাটি হেৰুৱোৱা অসমীয়াহঁতে উত্তেজনা বশতঃ। ইফালে তেওঁলোকৰ অৱৰ্ত্তমানত গুণ্ডাহঁতে আহি অসমীয়া মানুহবিলাকৰ ঘৰতে জুই লগাই দিয়ে। ধন বস্তু লুটি নিয়ে। সমস্ত ৰিজাৰ্ভ জ্বলালে। লগতে টাউন আৰু গাওঁবোৰ জ্বলালে সমাজ বিৰোধী শ্ৰেণীৰ কিছুমান মানুহে। এই শ্ৰেণীৰ মনত দেশ, জাতি, ধৰ্ম্ম, ভাষা বুলি কোনো কথা নাই। য'ত ধন লাভ হয়, সংগ্ৰহ কৰিব পাৰি তাতে জাতি, বৰ্ণ, ধৰ্ম্ম আৰু নিবিশেষে সিহঁতে লাগি যায়। ধন সংগ্ৰহেই সিহঁতৰ মনত একমাত্ৰ ধৰ্ম্ম আৰু কৰ্ত্তব্য! সিহঁতৰ আচল ধৰ্ম্ম সংগ্ৰহ কৰা আৰু আচল কৰ্ম লুটপাত। এক শ্ৰেণীৰ বদমাচ লোকে নিজৰ ঘৰত নিজে জুই দিছে। সিহঁতে কেইমাহমান আগতেহে মাত্ৰ পশ্চিমবঙ্গৰ বাৰবছৰীয়া ভগনীয়া কেম্পৰ পৰা কিবা কৰি আহি ইয়াতে থিতাপি লৈছিল। সম্পত্তি বুলি একো নাই—চিলভাৰৰ ভাত ৰন্ধাতৌটে শৌচকৰা ঘটিটো তাৰে পানীও খায়; পুৰণি কাহিঁবাতি দুজোৰমান চিলভাৰৰ, হোকাটো নাৰিকলৰ, আৰু চিৰাকানিৰ নিহালিখন। সম্পত্তি ইমানেই। বহিছে অসমীয়া মানুহৰ মাটিতে জোৰ কৰি। এই শ্ৰেণীৰ ভগনীয়া—যাক আজি বাৰবছৰে পশ্চিমবঙ্গৰ ভগনীয়া শিবিৰত চৰকাৰে পুহি ৰাখিছিল আৰু ৰাজনৈতিক দলবিলাকৰ নেতাসকলে শোভাযাত্ৰা কৰিবৰ বাবে হঠাৎ মানুহ দৰকাৰহলে তৎক্ষণাৎ গৈ কেই হেজাৰমান আনি শাৰী পাতি শোভাযাত্ৰা কৰাই নিজৰ নিজৰ দলৰ শক্তিৰ পৰিচয় দেখুৱাই চৰকাৰক ধমক দি নানা সৎ, অসৎ প্ৰস্তাৱ পাচ

কৰি সঙ্গত অসঙ্গত দাবী উত্থাপন কৰি পশ্চিমবঙ্গৰ চৰকাৰক ব্যতিব্যস্ত কৰি তুলিছিল, সেই শিক্ষাপ্ৰাপ্ত ভগনীয়া শ্ৰেণীয়ে অসম চৰকাৰৰ চকুত ধূলি মাৰি আজি কেইমাহমান আগেয়ে আহি ইয়াত থিতাপি লৈছিল আৰু তেওঁলোকৰ সহায়তে সুবিধাবাদী দলে এই ঘটনাৰ আৰম্ভণি সঙ্গীত জুৰিছিল। বোধহয় এই উদ্দেশ্যেই তেওঁলোকক আনি এওঁলোকে ইয়াত বহুৱাইছিল বুলি স্থানীয়-লোকে সন্দেহো কৰে। এই ভগনীয়াৰ শিক্ষাপ্ৰাপ্ত লোকসকলে ৰাজনৈতিক দলকেইটাৰ হাতিয়াৰ হিচাবে থাকি বহু কৌশল শিকি লৈছে। কব গলে, ভগনীয়া হোৱা সিহঁতৰ এটা ব্যৱসায় হৈ পৰিছে। এই শ্ৰেণীৰ লোকে বাটে বাটে তালি টোপোলা লৈ চিঞৰি চিঞৰি কান্দি কান্দি যাব ধৰিছে ষ্টেচনলৈ। "দে, দে, যদি প্ৰাণ বচাব খুজিছ তেন্তে লগত কি আছে তাকে দে।" দুৰ্বৃত্তইতে অসমীয়া মানুহবিলাকক আক্ৰমণ কৰি এনেকৈ কৈছে আৰু বস্ত্ৰবস্তু, অলঙ্কাৰপাতি কাঢ়ি লৈছে।

"দে বেটা বঙাল, টোপোলাটো।" বঙালী এটাৰ হাতৰ পৰা টোপোলাটো কাঢ়ি আনে। দে বেটা বঙালনী, দে তোৰ গহণাপাতি খহায় দে, নহলে জীউ যাব।" ৰঙালী তিৰোতা গৰাকীৰ অলঙ্কাৰপাতি খহায় লয়।

"বেটা অসমীয়া, ক'ত সাৰিবি? জীৱন বচাব খুজিছ যদি যি যি বস্তু লগত আছে সকলোবোৰ দে?" অসমীয়া মানুহজনৰ গলা টিপি ধৰে।

"একো নাই চালা? তেন্তে···।" গোবমাৰি বগৰাই দিয়ে।

"এই চালি অসমীয়া তিৰোতা হৈ ইমান দুষ্টা, অলঙ্কাৰ পাতি, কানি কাপোৰ আদি লৈ পলাব খুজিছিল। ধৰি আনিছো।" এজনে অসমীয়া তিৰোতা এজনীক ধৰি আনে। কাপোৰ গহণাপাতি কাঢ়ি লয়। এনেভাৱেই অসমীয়া সমাজ বিৰোধীলোকেও আৰম্ভ কৰি দিলে। এনেতে দুবৈত পুলিচৰ হুইছেল শুনা যায়। এদল

"আৰ্ম পুলিচ" বন্দুকলৈ সেই ঠাইত প্ৰৱেশ কৰে। পুলিচ অহা গম পাই সিহঁত পলাল। পুলিচে গুলী কৰিলে। গুৰুম্ গুৰুম্ শব্দ হ'ল। কেইবাজনো লোক ঢাচ্ ঢাচ্ কৈ বাগৰি পৰিল। কিছুমান গুলীৰ আঘাটত মৰিল, কিছুমানৰ জখম হ'ল, কিছুমান পলাল। এনে ৰকমে এই ঠাইত গোলমালৰ শাম কাটিল। বহুতো খুনী জখমী মুনিহ তিৰোতা, লৰা-ছোৱালীক পুলিছে গাড়ীত ভৰাই লৈ আহিল। তাৰ পিচত আৰু আনফালে লাগে। পুলিচে তাতো গৈ ৰক্ষা কৰে, শেষত গোৰেশ্বৰ বজাৰত জুই জ্বলে। চৰকাৰৰ তৰফৰ পৰা জুই নুমোৱা হয়। এই অবননীয় কাণ্ড চলে তিনিদিন ব্যাপি। জুলাইৰ পাচ, ছয় আৰু সাত তাৰিখে এই তিনিদিন ব্যাপি গোৰেশ্বৰত এনে অমানুষিক কাণ্ড চলিছিল। বহুত ঘৰ পোৰে, বহুত মানুহৰ আঘাট হয়, কিছু সংখ্যক মানুহ মৰেও। সম্পত্তিৰ ক্ষতিৰ পৰিমাণ বহুত টকা হব। ভাষা-আন্দোলনৰ সংঘৰ্ষত সমগ্ৰ অসম ৰাজ্যত প্ৰায় ত্ৰিশজন মান মানুহ মৰে, তাৰে ভিতৰত অসমীয়া মানুহো আছিল। খেৰৰ পঁজা প্ৰায় দুই হাজাৰ মান পোৰে। এইবোৰ দুখীয়া মানুহৰ আছিল কাৰণপমুৱা বিলাক আহিবৰ বেচিদিন হোৱা নাছিল। প্ৰায় দুই হাজাৰ ঘৰ গৃহহীন হয় এই ভাষা আন্দোলনৰ সময়ত। কেবা হাজাৰ লোক ভয়তে আৰু সুবিধাৰ আশাতে ঘৰ ত্যাগ কৰি ভগনীয়া সাজে আৰু পশ্চিমবঙ্গৰ "কেম্পত" আশ্ৰয় লয়গৈ। প্ৰায় পঞ্চল্লিচ হাজাৰ ভগনীয়াৰ হিচাব দিয়ে পশ্চিম-বঙ্গই। কিন্তু তাৰে বহুত ভগনীয়া আচলতে মগনীয়া আছিল। সুযোগ পাই ভগনীয়া সাজি "কেম্পত" খোৱা থকা ব্যৱস্থা কৰিলে। বহুত নিবনুৱাই ভগনীয়ীয়া আৰু ঘৰ পুৰি যোৱা বুলি চৰকাৰৰ পৰা টকা আদায় ( ক্ষতি পুৰণ বাবদ ) কৰি ল'লে। দুখীয়া খাবলৈ নোপোৱা চাল চিগা ভিকহুৱেও বহুত সম্পত্তি নষ্ট হোৱা বুলি কৈ শেষত অনেক টকা আদায় কৰিলে। আনকি লাজ লাগে যে ভদ্ৰ ঘৰৰ অনা-অসমীয়ালোকেও চৰকাৰী ঋণ আদি গ্ৰহণ কৰাৰ

আশান্ত ভগনীয়া সাজে পশ্চিমবঙ্গ উঠিছিল গৈ। উকীল, প্ৰফেচাৰ কিছুমানে ভয়তে যাওক বা সুবিধাৰ আশাতে যাওক, মুঠৰ ওপৰত অসম এৰি গৈছিল আৰু চৰকাৰৰ পৰা নানা সুবিধা হলে আদায় কৰি লৈছিল। দেশৰ কিবা এটা গোলমাল হলে এনে ৰকমে নিজৰ সুবিধা কৰি লোৱা এক শ্ৰেণীৰ শিক্ষিত আছেই। এই গোলমালৰ সময়ত যে কিছু টকাৰ সম্পত্তি নষ্ট হৈছিল ঠিক, কিন্তু অনা-অসমীয়া মেতা আৰু বাতৰি কাকতে যি পৰিমাণৰ কৌটি টকাৰ হিচাব দিয়ে সি সত্য নহয়। কংগ্ৰেছ সভাপতি (ভাৰতীয় কংগ্ৰেছ মহা সভা) অসম ভ্ৰমণ কৰি দিয়া বক্তৃতাৰ পৰা ইয়াৰ সত্যা-সত্য বিচাৰ কৰিব পাৰি। তেখেতে কৈছিল যে ক্ষতিৰ পৰিমাণ বৰ বেচি নহয়। টকাৰ ফালেৰে অধিক নহয়, কাৰণ ক্ষতিগ্ৰস্ত লোকসকল শতকৰা নৱৈজন অতি দুখীয়া শ্ৰেণীৰ লোক। সি যি কি নহওক, এই ঘটনা অমানুষিক আৰু আধুনিক সভ্য জগতৰ নিন্দাৰ যোগ্য।

শ্বিলং চহৰ। কথা পাতি পাতি মুখাৰ্জী আৰু মিঃ নিউ কেলাছে আলোচনা কৰিব ধৰিছে। কথাবোৰ ইংৰাজীতে কৈছে। মুখাৰ্জী—"আজি বাতৰি কাকত পঢ়িছে। মিঃ নিউ কেলাছ—হয় পঢ়িলো।

মুখাৰ্জী—দেখক, কি কাণ্ড কৰিলে অসমীয়াই। সমগ্ৰ গোৰেশ্বৰ ৰিজাৰ্ভ জলাই দি মানুহ কাটি মাৰি খাস্তাং কৰিছে। এই অসমীয়া দস্যুহঁতৰ অত্যাচাৰ আৰু সহ্য কৰিব নোৱাৰি।

নিউ কেলাছ—এৰা আৰু সহ্য নকৰিম। ইয়াৰ প্ৰতিশোধ লব লাগিব। বাৰু কি উপায়ে প্ৰতিশোধ লোৱা যায়?

মুখাৰ্জী—এটা বুদ্ধি সাজি শ্বিলঙৰ খাচিয়াসকলক উত্তেজিত কৰি শ্বিলঙবাসী অসমীয়াক অন্ততঃ মাৰ-পিত কৰাব পাৰিলে খুব ভাল আছিল। গোৰেশ্বৰৰ প্ৰতিশোধ শ্বিলঙত লব লাগিব।

নিউ কেলাছ—নিশ্চয়। কিন্তু কি বুদ্ধি কৰি খাচিয়াসকলক

উত্তেজিত কৰা যায় ?

মুখাৰ্জী গুৱাহাটীৰ চিভিল হস্পিটেলত থকা খাচিয়া নাৰ্চ এজনীক অসমীয়াই হত্যা কৰা বুলি এনেয়ে জনৰব তুলি সিদিনা খাচিয়াবিলাকক খঙতে উত্তেজিত কৰি দি অসমীয়াক যাকে য'তে পায় তাকে মৰাইছো। এতিয়া নতুন জনৰব বাহিৰ কৰিব লাগিব। এইবাৰ জালুকবাৰীত অসমীয়া ডেকাই দুজনী খাচিয়া ছোৱালীক বলৎকাৰ কৰি ধৰি লৈ কৰবালৈ নিছে, তাৰ একো গুংসূত্ৰই পোৱা নাই বুলি এটা খবৰ বাহিৰ কৰিব লাগিব আৰু আপুনি বৰ উত্তেজনাৰে খাচিয়াসকলৰ মাজত বক্তৃতা দিব লাগিব। তেতিয়া দ্বিতীয়বাৰ মাৰ-পিত আৰম্ভ হব, সন্দেহ নাই।

নিউ কেলাছ—ঠিক আছে। মই আজিয়ে গাড়ী লৈ দুজন মানুহ গুৱাহাটীলৈ পঠাই দি গধূলিলৈ এই জনৰৱ তুলি দিম সিহঁত ফিৰি অহাৰ লগে লগে।

এনে ভাবে নতুন বুদ্ধি সাজি দুয়ো নতুনকৈ মাৰপিতৰ আয়োজন কৰিলে।

তাৰ পিচত সেই মতলবেৰে গাড়ী পঠাই দি গধূলি ফিৰি অহাৰ পিচতে মিঃ নিউ কেলাছে সঁচাকৈ নতুন "কেলাছ" অৰ্থাৎ বিশৃঙ্খলা সৃষ্টি কৰিলে। গধূলি ফাৰ্ষ্ট ক্লাচ খনলৈ বৰ ব্যস্ত আৰু উত্তেজিত ভাবে তেওঁ খাচিয়াসকলৰ ঘৰে ঘৰে গৈ বক্তৃতা আৰম্ভ কৰিলে। তেওঁৰ তেজস্বিনী বক্তৃতা শুনি খাচিয়াসকল আকৌ খঙাল হৈ উঠিল। তেওঁ কলে—একেবাৰে নৃশংস অত্যাচাৰ। অসমীয়া ডেকা কিছুমানে আমাৰ খাচীয়া গাভৰু দুজনীক জালুকবাৰীত গাড়ীৰ পৰা টানি নি বলৎকাৰ কৰিছে আৰু কৰিবলৈ পলুৱাই লৈ গৈছে। এই কাৰ্য্যত বাধা দিয়া বাবে খাচীয়া পাচজনক অসমীয়া আন আন মানুহ কিছুমানে লগ লাগি ইচ্ছামতে পিটিছে।" এই কথা শুনি খাচিয়া বিলাকে জাঙুল খাই উঠিল। "অসমীয়া মানুহে আমাৰ গাভৰু ছোৱালীক বলৎকাৰ কৰিছে, আমাৰ মানুহক

মাৰিছে? আমি প্ৰতিশোধ লম। চালা বদ্‌মাচ অসমীয়াৰ কলিজা খাম।” মানুহবিলাকৰ উত্তেজনা বুজিব পাৰি নিউ কেলাছে দুগুণ উৎসাহেৰে বক্তৃতা দিব ধৰিলে।

এৰা, প্ৰতিশোধ লব লাগিব। খাচিয়া ছোৱালীক বলৎকাৰ কৰাৰ প্ৰতিশোধ লব লাগিব। অসমীয়াহঁতে ভাবিছে যে খাচিয়া পাহাৰত মানুহ নাই, সিহঁত বান্দৰ। এই উপহাসৰ প্ৰতিশোধ লব লাগিব। অসমীয়া ভাষা অসমৰ একমাত্ৰ ৰাজ্যভাষা হব লাগে বুলি অসমীয়াহঁতে যিমান অন্যায় দাবী উত্থাপন কৰিছে, তাৰ প্ৰতিবাদ কৰাৰ বাবে বাঙালীসকলক সিহঁতে পশুৰ দৰে হত্যা কৰিছে। গোৰেশ্বৰত হাজাৰ হাজাৰ বাঙালীৰ ঘৰ জলাই দিছে, এতিয়া আমাৰ ওপৰতো এনে অমানুষিক অত্যাচাৰ আৰম্ভ কৰিছে। জালুকবাৰীত সেই দুজনী খাচিয়া ছোৱালী নি সন্তুষ্ট হোৱা নাই। এতিয়া সকলোতে খাচিয়া ছোৱালী বিচাৰি ফুৰিছে। দুই এদিনৰ ভিতৰতে অসমীয়া দল আহি এই শ্বিলঙ পাব আৰু ইয়াত থকা অসমীয়াহঁতৰ আশ্ৰয়ত থাকি আমাৰ খাচিয়া ছোৱালী ধৰি নিব আৰু আমাক মাৰিব, আনকি আমাৰো ঘৰ জলাব বুলি শুনিছো। গতিকে সিহঁত আহি নৌপাওঁতেই আমি অসমীয়াহঁতক ইয়াৰ পৰ খেদিব লাগে।”

তেওঁৰ বক্তৃতাৰ পিছত খাচিয়াসকল উত্তেজিত হৈ উঠিল ভয়াবহ ভাবে। “তেন্তে দেখা যায় অসমীয়াৰ তেজ। খাচিয়াৰ তেজ সিহঁতে দেখা নাই, এইবাৰ ভালকৈ গম পাব। খাচিয়া ছোৱালী অপহৰণৰ প্ৰতিশোধ লম।” এনেৰকমে উত্তেজনাপূৰ্ণ আক্ৰোশেৰে খাচিয়াবিলাকে শ্বিলঙত থকা অসমীয়া সকলক খেদাৰ মতলব কৰি ৰাতিৰ ভিতৰতে অসমীয়া মানুহ বিলাকৰ ভাৰাকৰি থকা ঘৰ বিলাকত প্ৰবেশ কৰি মাৰ-ধৰ আৰম্ভ কৰি দিলে। হাঁহাকাৰৰ ওপৰত আকৌ হাঁহাকাৰ। ২৮ জুনৰ পৰা এনেয়ে মৰা মৰি চলি আছিল, এইবাৰ আকৌ দুগুণ জোৰেৰে লাগিল। পিচদিনা

পুৰাৰ পৰা ছিলঙ চহৰত 'কেৱল 'মাৰ' মাৰ'-মাৰ' শব্দহে শুনা গল। এই চেগতে সমাজ বিৰোধীলোকে অসমীয়াক মাৰিলে আৰু ধন বস্তু লুট কৰিলে। খাচিয়াৰ লগত লগহৈ সুবিধাবাদীইতে শ্বিলঙত যি অত্যাচাৰ আৰম্ভ কৰিলে তালৈ চাই কব নোৱাৰি যে শ্বিলঙ অসমৰ ৰাজধানী।

সি যি কি নহওক মিঃ মুখাৰ্জীৰ বুদ্ধিয়ে বেচ কাম দিলে, আৰু খাচিয়া ভাই সকলে ভাল ৰকমে অসমীয়া কৰ্ম্মচাৰীক পিটিলে। এই মাৰ পিটত অসমীয়া বহুত মানুহৰ খুন জখম হ'ল।

সেই কেইদিন অসমীয়া মানুহে অফিছ, কাছাৰীলৈ যোৱা দূৰৰ কথা, ঘৰৰ ভিতৰতে থাকিব নোৱাৰা হৈছিল। পুলিচে অসমীয়া মানুহৰ ঘৰত পহৰা দি থাকিব লগা হৈছিল। "চেক্ৰেটেৰীয়েট বিল্‌ডিঙ"ৰ ভিতৰত নি চৰকাৰে বহুত অসমীয়া মানুহক আশ্ৰয় দিছিল। অসম দেশৰ চৰকাৰ থকা কালত অসমৰ ৰাজধানী শ্বিলঙ চহৰত অসমীয়া মানুহৰ যি অৱস্থা হৈছিল তালৈ চাই কোনে কব যে শ্বিলঙ অসমৰ ৰাজধানী ?...

উত্তৰ বঙ্গৰ শিলিগুৰি ষ্টেচন। ১৯৬০ চনৰ ৮ জুলাই। অসমীয়াৰ ৰাজ্য-ভাষাৰ নামত আৰু এজন শ্বহীদ হ'ল। ৰেল আহিছে অসমৰ অভিমুখে। ৰেলৰ দাবাৰ ভিতৰত অসম বিধান সভাৰ বিৰোধী দলৰ নেতা হৰেশ্বৰ গোস্বামী আৰু তেওঁ পৰিয়ালে আছে। এনেতে এটা বিৰাট গোলমাল লাগি পৰে ষ্টেচনত। বিপুল জনসমাগম। বঙালীলোকে ষ্টেচন ভৰিছে। "অসমীয়াক মাৰ" "অসমীয়াক মাৰ" শব্দ শুনা যায়। কিছুমান বঙালী যুৱকে আহি দাবাত সোমাই তেওঁক আক্ৰমণ কৰে।

প্ৰথম যুৱক—অসমীয়াক মাৰ, অসভ্য আসামীক হত্যা কৰ।

দ্বিতীয় যুৱক—মাৰ, মাৰ অসমীয়াক, অসভ্য জানোৱাৰ অসমীয়াক।

তৃতীয় যুৱক—অসভ্য অসমীয়াৰ এক নেতা এইজন। ইয়াক মাৰ। এই বুলি কৈ আক্ৰমণ কৰে আৰু মাৰে। তেওঁ অবাক হৈ চাই ৰয়। এনেতে আন এজনে আহি তেওঁক হেচি ধৰে কি কৰে আপোনালোকে? ইমান উত্তেজিত হৈছে কিয়? ৰব, ধৈৰ্য্য ধৰি শুনকচোন মই কি কওঁ—।

চতুৰ্থ যুৱক—অসভ্য আসামীৰ কথা আমি কি শুনিম?

গোস্বামী—আপোনালোকৰ কি হৈছে?

পঞ্চম যুৱক—চালাগুণ্ডা নৰহত্যাকাৰী আসামী। গোৰেশ্বৰত আমাৰ বঙালীক মাৰি এতিয়া সুধিছে, কি হৈছে আপোনালোকৰ! মাৰ চালা আসামী নেতাক।

গোস্বামী—গোৰেশ্বৰত বঙালীক অসমীয়াই মাৰিছে নেকি? মইতো কব নোৱাৰো, কাৰণ মই অসমত নাছিলো, অজি হে পশ্চিমৰ পৰা আহি এইখিনি পাইছো। কোনো ঘটনা জনা নাই, কেৱল বাতৰি কাকতৰ জৰিয়তে হে কিবাকিবি শুনি আছিলো। মই লৰা-ছোৱালীক লৈ পশ্চিমত—অসমৰ বাহিৰত বহুদিন আছো। অসমৰ গোলমালৰ বাতৰি পাইহে ঘটনা অনুসন্ধানৰ বাবে অসম অভিমুখে ৰওনা হৈছিলো। এনে অৱস্থাত মই নিৰ্দ্দোষী মানুহজনক আপোনা-লোকে মাৰে কিয়?

ষষ্ঠ যুৱক—আমি বক্তৃতা শুনিব অহা নাই চালা আসামী নেতা। সব আসামীৰ কলিজা খাম। ৰক্ত লাগে, আসামীহঁতৰ ৰক্ত লাগে। আসামী নেতাৰ তেজ লাগে।

এনেকৈ চৰ মাৰি দিয়ে। মাৰত তেওঁৰ দুটা দাঁত সৰি পৰে। তেজেৰে বেলৰ দাবা ভৰি পৰে। তাকে দেখি ওচৰতে বঙালী ভদ্ৰ-লোক এগৰাকীয়ে তেওঁক তুলি ধৰে আৰু কয়—

প্ৰথম বঙালী ভদ্ৰলোক—চি চি কি কৰা তোমালোকে? এওঁ যে অসম বিধান সভাৰ বিৰোধী দলেৰ নেতা হৰেস্বৰ গোস্বামী। এওঁক মাৰি বঙালী জাতিৰ নামত কলঙ্ক কালিমা পেলাব খুজিছা?

চিঃ তেনে কাম নকৰিবা।

দ্বিতীয় যুৱক—নেতাকতো মাৰিব লাগে। যি নেতাৰ কাৰণে আমাৰ হাজাৰ হাজাৰ বঙালীয়ে গৃহহীন হৈ পশ্চিম বঙ্গত আশ্ৰয় লব লগা হৈছে, সেই অসমীয়া গুণ্ডা নেতা বধ কৰিম।

দ্বিতীয় ভদ্ৰলোক—তেনে কথা নকব। বঙালী যেনেকৈ গুণ্ডা নহয়, সকলো অসমীয়া গুণ্ডা নহয়। তাৰ উপৰি, কোনো নেতাৰ গাত দোষ নাই। মিছাকৈ কু-বাক্য প্ৰয়োগ কৰি আমি বঙালী জাতিটোক জগতৰ চকুত হেয় প্ৰতিপন্ন নকৰিবা। তোমালোক যোৱা। আমি যি কৰিব লাগে কৰিম।

তৃতীয় যুৱক—"সেইটো নহব। আমি কাৰো কথা নুশুনিম। কি চাই আছ তহঁতে? ধৰ, ধৰ বেটাক—" বঙালী যুৱকে আক্ৰমণ কৰে। বঙালী ভদ্ৰলোক কেইজনে মাৰ ধৰ খাই কোনোৰকমে তেওঁক ৰক্ষা কৰে। তেওঁৰ তিৰি? চলিৰ ওপৰতো আক্ৰমণ কৰি অপমান কৰে। কোনোৰকম যে পুলিচে আহি তেওঁলোকক ৰক্ষা কৰে। পুলিচৰ দল আহি যুৱক দলক লাঠি চাৰ্য কৰে? জনতা চত্ৰভঙ্গ দিয়ে। এই সুযোগতে বঙালী ভদ্ৰলোক কেইগৰাকীমানে তেওঁক আৰু তেওঁৰ পৰিয়ালক নিৰাপদ ঠাইলৈ লৈ যায়। পুলিচে জনতাক খেদি দিয়ে। এই কাণ্ড হৈ যোৱাৰ পিচত কলিকতাৰ পৰা অহা যাত্ৰীবাহী ৰেলখন শিলিগুৰি ষ্টেচন পায়।

এই ৰেলখনতে আহিছে সূৰ্য্য বৰা, ৰেলৱেৰ আলোচনী সম্পাদক। অসমীয়া ডেকা। তেওঁ দাবাৰ ভিতৰত শুই শুই আলোচনীখন পঢ়ি আহিছে। নিজে সম্পাদনা কৰা আলোচনী একোখনৰ মোহ নিজে লিখা কিতাপ একোখনৰ দৰে।

তেওঁক কিন্তু কলিককাৰ পৰা এটা দলে পিচ লৈছে। ৰেলৱে আলোচনীৰ সম্পাদক এজন সহিত্য সেৱী নিশ্চয় হব, তাতে তেওঁ অসমীয়া। এনে এটা চিকাৰ চকুৰ সন্মুখত পায়ো জানো এৰি দিব? কেতিয়াও নিদিয়ে। ৰেল থমাৰ লগে লগে এই দল

ৰেলৰ আনটি ডবাৰ পৰা নামি পৰিল আৰু সূৰ্য্যবৰা থকা ডাবাটো আগুৰি ধৰিলে। জনতা ক্ৰমে বাঢ়িল। ‘কত’ ‘কত’ ‘অসমীযা’ বুলি বহুতে গল মেলি মেলি চাই আগুৱাই আহিল। কোনোবাই চিঞৰি কলে—“এই জন, এই জনেই অসমীয়া, ৰেলৱে আলোচনী সম্পাদক।” সূৰ্য্যবৰাক দেখুৱাই দিয়া এজন যুৱকে। তেওঁৰ নিৰ্দ্দেশতে “ক’ত ক’ত অসমীযা” বুলি ডাবাৰ ভিতৰলৈ গুণ্ডাদল সোমাই গ’ল। এজনে কৈ দিলে—“এওঁৱে আলোচনীৰ সম্পাদক সূৰ্য্যবৰা। অসমীয়া মানুহ মই জানো ভালকৈ।”

‘মাৰ মাৰ চালা অসভ্য আসামীক?’ সূৰ্য্যবৰাৰ ডাবাৰ ভিতৰত গুণ্ডাদল প্ৰৱেশ কৰে আৰু বৰাক আক্ৰমণ কৰে। ওচৰতে থকা হিন্দুস্থানী কেইজনে বাধা দিয়ে। সিহঁতে হিন্দুস্থানী কেইজনকো মাৰধৰ কৰে। হিন্দুস্থানী কেইজনে খঙতে কৈ উঠে ‘খবৰদাৰ’ গুণ্ডাহঁতে কৈ উঠে—“মাৰ, মাৰ বেটা’ চতুখোৱা বিহাৰীক। সিহঁতৰ ওপৰত মাৰপিট আৰম্ভ হয়। কেইজনমানে সূৰ্য্যবৰাক আক্ৰমণ কৰে। তেওঁ একো তত্ নাপাই সোধে—“কি কৰে আপোনা-লোকে? মই যে ৰেল কৰ্ম্মচাৰী—ৰেলৱেৰ আলোচনী সম্পাদক?” এজনে তেওঁৰ পেটেৰে ডেগাৰখন বহুৱাই দি কয়—প্ৰতিফল ল চালা আসামী।” তৎক্ষণাত বৰাৰ পেটৰ পৰা জলকে জলকে তেজ বাহিৰ হব ধৰিলে। তেওঁ যাতনাত ধৰ্ফৰাই চিঞৰি উঠিল—“উঁহ মৰিলো। পুলিচ। পুলিচ।

“কাক মাতিছ বেটা আসামী বৰ্ব্বৰ? পুলিচক মাতিছ? পুলিচে আজি তোক যমৰ হাতৰ পৰা বচাব নোৱাৰে।” আক্ৰমণ কাৰীহঁতে বৰাক হত্যা কৰিয়ে নেৰিলে ডোখৰ ডোখৰ কৰি কাটি চাৰিওফালে দলিয়াই দিলে। এনে নৃশংস কাণ্ড কোনেও কতো কৰা শুনা নাযায়। ৰোমৰ ইতিহাসত মাত্ৰ জুলীয়াচ চিজাৰক হত্যা কৰোতে তেইশটা যখন কৰিছিল। কিন্তু মৰাশটো নষ্ট হোৱা নাছিল। কিন্তু আজি কুৰিশতিকাত পশ্চিনবঙ্গৰ ভদ্ৰলোকে মৰাশ-

টোৰো চিন মোকাম নাৰাখিলে। ষ্টেচনত ৰবাৰ শ পোৱা নগল, কেৱল তেজৰ চেকুৰাবোৰহে ডোঙা বান্ধি বৈ থাকিল। সেইবাবেই পশ্চিমবঙ্গ চৰকাৰে অসম চৰকাৰক ৰবাৰ মৰা শ শোধাই দিব নোৱাৰিলে। ক্রোধান্মত্ত জনতাই হর্ষোল্লাসেৰে চিৎকাৰ কৰি উঠিছে—"মাৰ মাৰ, মাৰ আসামীক বধ কৰ। গোৰেশ্বৰত হোৱা প্রতি-শোধ লাগে। অগ্নিকাণ্ডৰ প্রতিশোধ লাগে। জনতাৰ কোলাহল। ষ্টেচনত কাৰো মাত কতো নুশুনি। এনে ভাৱে স্বহীদ হল ৰাজ্য-ভাষাৰ নামত এজন উদীয়মান সাহিত্যিক, শিক্ষিত, বুদ্ধিমান অসমীয়া ডেকা।

এনেভাৱে এনে শোকাবহ পৰিস্থিতিৰ মাজেৰে অসমীয়া ৰাজ্যভাষা সঙ্ঘৰ্ষত এজন উজ্জ্বল ডেকাৰ জীৱন অৱসান হল। ঘৰত ৰ'ল মাথোন দুবছৰ আগত বিয়া কৰোৱা গাভৰু ঘৈণীয়েক আৰু তেওঁৰ কোলাত এটি তিনি মহীয়া শিশু। কি হৃদয় বিদাৰক যন্ত্রণা! কি নিদাৰুণ ঘটনা! এই দৃশ্যই সকলোৰে চকুত চকুলো আনিলে।

এই বাতৰীয়ে অসমত গভীৰ শোকৰ চাঁ পেলোৱাৰ লগতে এক শ্রেণীৰ লোকক উত্তেজিত কৰি তুলিলে। ফলত পৰবর্ত্তী ঘটনা-বোৰ দুর্ঘটনাত পৰিণত হল। ভাষা আন্দোলনৰ দাবানলৰ লেলিহান জিহ্বা ওলাই আহিল।

মাকৰ হাক বচন নুশুনি সুনীলে ওলাইছে গোৰেশ্বৰলৈ ভগ-নীয়া সংস্থাপনৰ উদ্দেশ্যে। লগতে বন্ধু অৰুণ ডেকা। মাকে কান্দি কাটি অস্থিৰ হৈ পৰিছে। দেশৰ এনে হুলুস্থূলৰ সময়ত, কটা মৰা ৰময়ত, একেটি মাত্র পুত্রক বাৰু মাকে জীয়া যমৰ আগলৈ যাব দিব পাৰেনে? বুঢ়ীয়া কিমান বুজালে কিমান কাকুতি কৰিলে কিন্তু সুনীলৰ একেটা কথা—মই যামেই। দেশৰ এনে দুৰ্দ্দিনত দুৰ্দ্দশা গ্রস্ত সকলক অলপ সহায় কৰিব নোৱাৰিলে মোৰ ইমান লিখা-পঢ়া মিছা মা, ইমান শিক্ষা দিক্ষা অসার্থক। মোক বাধা

নকৰিব। নির্ব্বিঘ্নে মই ঘূৰি আহিম। আমাৰ বিদ্যালয়ৰ ছাত্ৰৰ ওপৰিও অসমৰ বিভিন্ন কলেজৰ ছাত্ৰ-ছাত্ৰী সকলে তালৈ গৈছে আৰু যাব ভগনীয়াৰ ঘৰবোৰ বান্ধি দিবলৈ। এবাৰ ভাবি চাওক মা, আনোনাৰ ঘৰ আছে, খাবৰ বস্তু আছে আৰু আছে দুটি সন্তান। কিন্তু যাৰ পুৰি গৈছে, থাকিবলৈ ঠাই নাই, খাবলৈ এমুঠি অন্ন নাই আৰু লৰা-ছোৱালী গোলমালত মৰা গৈছে, তেওঁ বাৰু কেনেকৈ সংসাৰত থাকিব? আপুনি মোৰ এজনী মা কিন্তু দেশৰ হাজাৰ হাজাৰ মা, আজি অন্ন, বস্ত্ৰ, গৃহহীন, মই নিশ্চয় তেওঁলোকৰ সেৱা কৰিব লাগিব মা। মোক বাধা নকৰিব।"

"তোৰ অবিহনে মই কেনেকৈ জীয়াই থাকিম বোপ...?"

"কোনো ভয় নাই মা না, চৰকাৰৰ কৰ্ম্মচাৰী আৰু বিভিন্ন ৰাজনৈতিক দলৰ স্বেচ্ছা সেৱক বাহিনী তালৈ গৈছে। আমাৰ ছাত্ৰ দলতো আছেই; গতিকে আমাৰ কোনো ভয় নাই। ভগনীয়া সংস্থাপন কাৰ্য্য চৰকাৰেও যোৰেৰে চলাইছে। আমি কেৱল শক্তি অনুসাৰে সহায় কৰিব পাৰিলেই মানৱতাৰ কাম কৰা হব মা, মোক বাধা নকৰিব।" সুনীলে বেডিং বান্ধিব ধৰে খৰধৰ কৰি। এনেতে অৰুণে আহি মাত লগালে—"কোনো চিন্তা নাই মাহীমা, সুনীলে অকলে নহয়, লগত তেওঁৰ সেনাপতি অৰুণো আছে।" হাঁহি কয়। অৰুণে এনে দুখৰ মাজতো যে হাঁহিব পাৰে তাকে ভাবি সুনীলৰ মাক আচৰিত হৈ যায়। কি হাস্যমধুৰ অৰুণৰ মন; কি নিৰ্ভীক লৰা। বিপদক কোনো দিন তেওঁ ভয় কৰা নাই, আৰু ধৈৰ্য্য হেৰুৱাও নাই এওঁৰ লগত সুনীলক দেখিলে তেওঁৰ মন জুৰ পৰি যায়;

তেওঁ কলে—"তুমিও যাবা বোপা?"

"তাৰমানে মোক আপুনি ঘৰত ৰাখি কাপুৰুষ বনাব খুজিছে মাহীমা?"

"ই কোনো কাপুৰুষালীৰ কাম নহয় বোপা, এই গোল-মালৰ সময়ত সাৱধান থকা একো কাপুৰুষালীৰ কাম নহয়।

"বাচি খাবা, জাগি শুৱা" বুলি এটা কথা আছে বোপা।"

"পিড়ীত, আৰ্ত্ত আৰু নিঃ সহায়ক সহায় কৰিবা বুলিও এটা কথা আছে মাহীমা?"

"নাই, তুমি যাব নালাগে। সুনীল অবিহনে তুমিয়ে মোৰ আশ্রয় বোপা। তাক মই ৰাখিব নোৱাৰো, সি কথা নুশুনে, কিন্তু তুমি মোৰ অবাধ্য নহবা বোপা, তুমি যাব নালাগে।"

"কিন্তু মুস্কিল, কি জানে মহীমা? সুনীল অবিহনে অৰুণেও থাকিব নেৱোৰে; গতিকে মই আপোনাৰ অবাধ্য নহয়, কেৱল কৰ্ত্তব্যৰ বাধ্য হব লগাত পৰিছো।"

"তোমালোকে মোক এই শেষ কালত এনেৰকমে আঘাত দিবলৈ ওলালা? মই বাৰু অকলে এই সুদা ঘৰটিত কেনেকৈ থাকিম?"

"আপোনাক কিয় এৰিম মাহীমা? আমি সোনকালে ফিৰি আহিম। ভগনীয়া বিলাকক থাকিৱৰ বাবে সাধাৰণ ঘৰ তৈয়াৰ কৰি দিয়ে গুচি আহিম। তাৰ ওপৰি আপুনি অকলে হব কিয়? লগত কিৰণক এৰিলো নহয়।"

এনেতে কিৰণে যাবলৈ সাজু হৈ কানি কাপোৰ পিন্ধি উৰি আহি তেওঁলোকৰ সমুখত থিয় হৈ মাত লগালে—

"কিৰণ এনে নিৰ্জীব পদাৰ্থ যে তাইক পেন, ঘড়ি, চোলা, চাদৰ আদি থোৱাৰ দৰে এঠাইত থৈ দিলেই ৰৈ যাব। অৰ্থাৎ কিৰণ স্থিতিস্থাপক পদাৰ্থ, নহয় নে?"

তাইৰ বেশ আৰু উত্তৰ শুনি এওঁলোক তিনিও অবাক। অৰুণে তাইৰ ফালে চাই প্ৰশ্ন কৰে—"তাৰ মানে?"

"তাৰ মানে আপোনালোকৰ ইচ্ছাই মোৰো ইচ্ছা বুলি ভাৱে? মোৰ জানো নিজ ইচ্ছা নাই? "তাৰ মানে তুমিও যাবা?" আচৰিত হৈ সোধে অৰুণে।

নিশ্চয়। আপোনালোকৰ য'ত কাম, তাতে আমাৰো

কাম।"

"আমি যাম ভগনীয়াৰ ঘৰ বান্ধি দিবলৈ, তুমি কি কৰিবা ?"

"আমি ছোৱালীবিলাকে ভগনীয়াৰ খোৱা লোৱাৰ দিহা কৰি দিম। লৰাবিলাকে যোগান ধৰিব থাকিবলৈ ঘৰ, আৰু আমি ছোৱালীবিলাকে যোগান ধৰিম খাবলৈ ভাতৰ।"

"তোমালোক মানে........?"

"আমাৰ ছোৱালী কলেজৰ ছাত্ৰীসকলে, আমিও যাম। কিছু-মান ইতিমধ্যে গৈছেই।"

"ছোৱালীবিলাকেও গোৰেশ্বৰলৈ যাব ?"

"অকল গোৰেশ্বৰে নহয়—নগাওঁ, হোজাই, লঙ্কা আদি ঘৰ জ্বলোৱা সকলো ঠাইলৈকেই যাব।"

এওঁলোক অবাক। সুনীলে বোডিংটো বান্ধি উঠি তাতে আউজি কিৰণৰ পিনে প্ৰশ্ন কৰে—

"তই তেন্তে যাবলৈ ওলাইছ কিৰণ ?"

"হয়" তাই গহীন ভাৱে উত্তৰ দিলে।

"তই যাব নোৱাৰ।" সুনীলে দৃঢ় ভাৱে কয়।

"মই যাবই লাগিব।" একে দৃঢ়তাৰে কয় তাই।

"কৈছো নহয় যে তই যাব নোৱাৰ। ই মোৰ আদেশ।"

"আপোনাৰ আদেশ মানিব নোৱাৰিম দাদা।"

"গুৰুজনৰ আদেশ অমান্য কৰিবি।"

"সেই আদৰ্শটো আপুনিয়ে দেখুৱালে দাদা।"

"মই কি দেখুৱালো ?"

"আপুনি মাৰ আদেশ অমান্য কৰিলে গতিকে মই আপোনাৰ।"

"চাববাচ্ কিৰণ।" অকণে হাঁহি মাৰি কৈ উঠে। সুনীলে খং ভাৱে কৈ উঠে—'মই অকল মাৰ আদেশ শুনিলেই নচলে।

প্ৰাপ্তবয়স্ক লৰাৰ মাকে সদায় অভিভাৱক নহয়।' 'আৰু প্ৰাপ্তবয়স্ক ছোৱালীৰো অকল দাদায়েকে সদায় অভিভাৱক নহয়।'

'কিৰণ।'

'দাদা।'

"তই কাৰ অনুমতি লৈ যাব ওলাইছ? কোনে তোৰ তত্বাবধান বল?"

"যাৰ অনুজতি লব লাগে তাৰ অনুমতি লম দাদা আৰু যিয়ে তত্বাবধান লোৱা দৰ্কাৰ বুলি ভাৱে তেৱে তত্বাবধান লব নিশ্চয়।

সুনীলে খঙতে চকুৰঙা কৰি কৈ উঠে—"চুপ, তই তৰ্ক নকৰিবি। গুচি যা। তই যাব নোৱাৰ।"

তাই কান্দি পেলায়। চকুলো মচি এবাৰ সজল ভাৱে চায় অৰুণৰ ফালে। তাই যেন তেওঁৰ অনুমতি বিচাৰিছে। অৰুণে তাইৰ চকুলৈ চাই বুজি পালে। হাঁহি মাৰি কৈ দিলে—"কাৰো স্বাধীনতাত হাত দিয়া উচিত নহয় মিঃ চৰকাৰ। নিজৰ স্বাধীনতা যিমান প্ৰিয়, লোকৰো সিমান প্ৰিয়। তাৰ উপৰি অন্তৰৰ মহৎ ভাৱ, আদৰ্শবোৰ সামাজিক আৰু পাৰিবাৰিক হেচাত পেলাই নষ্ট কৰি দিয়াতো বৰ অন্যায়। মানৱতাবোধ জাগৃত কৰাৰ বাবে সকৰে পৰা মহৎ আদৰ্শত অনুপ্ৰাণিত হৈ কাম কৰিবলৈ সুবিধা দিব লাগে।"

"আপুনি কি কৰিবলৈ বিচাৰিছে মিঃ ডেকা?"

"কিৰণে আপোনাক যি সুধিছে তাৰ উত্তৰ দিবলৈ বিচাৰিছো।"

"তাৰ মানে কিৰণ যোৱাত আপোনাৰ অমত নাই?"

"থকাতো আচলতে অনুচিত।"

"ধন্যবাদ। মোৰ কবলৈ একো নাই।"

"মোৰো কৰিবলৈ একো নাই।"

"মোৰ কিন্তু কৰবলৈ নাই, কৰিবলৈহে আছে। বিচনা পত্ৰ ঠিক ঠাক কৰিব আছে।" তাই হাঁহি মাৰি চকুলো মচি কয়।

মাকে আচৰিত হৈ সোধে—'তয়ো যাবি কিৰণ?"

সুনীলে খণ্ডতে কৈ উঠে—'বাধা নকৰিব মা' যাবলৈ দিয়ক।'

"তই কি কৈছ সুনীল। মই বাধা নকৰিম?' কিৰণক মই ঘৰপোৰা ঠাইলৈ; কটা কাটি হোৱা ঠাইলৈ যাবলৈ দিম? কোনে তাইক চাব?"

"চোৱা মানুহ আছে নিশ্চয় মা, নহলে যাবলৈ ওলায়নে?"

"কোনে চাব? অৰুণে?" মাকে প্ৰশ্ন কৰে।

"নহয় মাহীমা, কলেজৰ প্ৰফেচাৰণীয়ে চাব। আন ছোৱালী সকলো যাব নহয়। কোনো ভয় নাই মাহীমা।" অৰুণ কয়।

"তাৰ মানে মই বুঢ়ীক এৰি তোমালোকে তিনিও যাবা?"

"সোনকালে ফিৰি আহিম মাহীমা।"

'অৰুণ!' সুনীলৰ মাকে ৰাগান্বিতা হৈ উঠে। অৰুণে বহুত বুজাই বঢ়াই সাহস দি তেওঁক সন্তুষ্ট কৰে। শেষত সুনীল, কিৰণ, অৰুণ তিনিও জনে গোৰেশ্বৰলৈ ভগনীয়া সংস্থাপন কাৰ্য্য কৰিবলৈ ওলায়। মাকে চকুলো মচি আশীৰ্ব্বাদ কৰে—"নিৰাপদে ঘূৰি আহি মোৰ বুকু জুৰ কৰিবি তহঁতে। হে ভগবান, মোৰ এই অবোধ সন্তান তিনিটিক কুশলে ৰাখিবা প্ৰভু।"

মাকৰ আশীৰ্ব্বাদ শীৰত লৈ তিনিও ঘৰৰ পৰা ওলাই গ'ল। সুনীল আৰু অৰুণে গল বিশ্ববিদ্যালয় ছাত্ৰ দলৰ লগত আৰু কিৰণে গল সন্দিকৈ কলেজৰ ছাত্ৰ দলৰ লগত গোৰেশ্বৰলৈ। গোৰেশ্বৰ বিজাৰ্ভৰ পৰা দলে দলে পমুৱাই তালি-টোপোলা বান্ধি যাবলৈ ধৰিছে। কান্দিকাটি কোনে কেনে ভাবে যে যাব ধৰিছে তাৰ সীমা নাই। লানি নিছিগা ভগনীয়াৰ দল। আহি আহি সিহঁতে গোৰেশ্বৰ ৰেলষ্টেচন পাইছে। ষ্টেচনৰ প্লেটফৰ্মত বয়-বস্তু থৈ পশ্চিমলৈ যোৱা ৰেল অপেক্ষা কৰিছে। কান্দি কাটি বিলাই বিপত্তিৰ কথা

কৈ ইজনে সিজনে কোৱাকুই কৰি দুখ পতিয়াবৰ যত্ন কৰিছে।

এনেতে ষ্টেচনৰ প্লেটফৰ্মত আহি সুনীল, অৰুণ আদি ছাত্ৰ দলে ভগনীয়া সকলক ফিৰাই নিবলৈ আহিলে। তেওঁলোকে আহি এওঁলোকৰ ওচৰ পায় আৰু অনুৰোধৰ সুৰত বুজায়।

অৰুণ—তোমালোক ফিৰি বোলা ভাইহঁত। তোমালোক পুনৰ নিজৰ ঘৰলৈ বলা। আমি তোমালোকক আশ্ৰয় কৰিম, সহায় কৰিম। ঘৰবাৰী বান্ধি দিম, আমি দুৰ্বৃত্ত নহয়-ছাত্ৰহে। বলা ভাইহঁত। তোমালোক আমাৰ লগতে বলা। আমি তোমালোকৰ সংস্থাপন কৰিম।"

অৰুণহঁতে এনেকৈ বক্তৃতা কৰি থাকোতে ভগনীয়া বিলাকে ভয়তে চিঞৰ বাখৰ লগাই ইফালে সিফালে দৌৰিবলৈ ধৰিলে।

"বাবাৰে মল্লাম্‌ৰে! বাবাৰে আচ্‌ছে আসামী! পালা, পালা।"

ভগনীয় সকলে ভয় কৰা দেখি সুনীল হাত দাঙি নিৰ্ভয় দিলে—ভয় নকৰিবা তোমালোকে, আমি মানুহ নামাৰো ৰক্ষাহে কৰো। তোমালোকে সন্দেহ নকৰিবা। আমি ছাত্ৰ। বিশ্ববিদ্যালয়ৰ পৰা আহিছো তোমালোকক সহায় কৰিবৰ বাবে।

মাতবৰঃ—আমি কি ৰকমে বিশ্বাস কৰো—বাবু?

অৰুণঃ—চোৱা, আমাৰ দলটিৰ ফালে চালে চিনি পাবা আমি ছাত্ৰ হওঁনে নহওঁ।

মাতবৰঃ—আমি কাকো বিশ্বাস কৰিব নোৱাৰা হৈছো বাবু। বঙালী, অসমীয়া, ছাত্ৰ-ছাত্ৰী, কাকো বিশ্বাস কৰিব নোৱাৰো। ভয়তেই কিমান মানুহ পলাল তাৰ লেখ নাই, কিমান মানুহ যে ৰেলত উঠি—পশ্চিমবঙ্গলৈ যাব ধৰিছে তাৰ সীমা নাই। মিছাকৈ আমাৰ কিছুমানক ৰাখি কি হব বাবু?

অৰুণঃ—যিবিলাক গৈছে তেওঁলোক যাওঁক, কিন্তু যিবিলাক আছে তেওঁলোকক ফিৰাই লোৱা ভাই। তোমালোকৰ পুৰি যোৱা

ঘৰ আমি বান্ধি দিম। দুবৃত্ত হঁতৰ পাপৰ প্ৰায়চিত্ত আমি-
য়েই কৰিম।

ৰাহুনঃ—আমাক মাতি নি বাটতে...........?

সুনীলঃ—তোমালোকক মাতি নি আমি মাৰিম এনে কথা নকবা।

অৰুণঃ—সকলো মানুহ ঈশ্বৰৰ সন্তান। হিন্দু, মুছলমান, খৃষ্টান যিয়েই নহওক, সকলো মানুহ ভগৱানৰেই প্ৰতিৰূপ। এই মহান সত্য যাৰ চকুত ধৰা পৰিছে তেওঁৰ মনত মানুহৰ ভিন পৰ নাই। ধৰ্ম্মৰ নামত জাতিৰ নামত, ভাষাৰ নামত মানুহ মৰা পাষণ্ডহঁতৰ এই জ্ঞান নাই দেখিহে এনে পাপ কৰিব পাৰিছে। আমি প্ৰথমে ভবা উচিত যে আমি প্ৰথমে মানুহ; তাৰ পিচত হিন্দু, মুছলমান ভাৰতীয়, পাকিস্থানী বঙালী, অসমীয়া ইত্যাদি' এনে জ্ঞান থকা লোকে কেতিয়াও এনে অমানুষিক কাৰ্য্য কৰিব নোৱাৰে। আমাক তোমালোকে সেই পাষণ্ডহঁতৰ দৰে নাভাবিবা ভাই।

কৰিম আলিঃ আমি আপোনালোকক বিশ্বাস কৰিব নোৱাৰো বাবু। আমাৰ কাৰো ওপৰতে বিশ্বাস নাই। আপোনা-
লোক যাওক, আমি পশ্চিমবঙ্গলৈ যাম। এই বুলি কৈ কৰিম আলিকে আদি কৰি মাতবৰহঁতে গৈ ৰেলৰ ডাবাত উঠিল। তাকে দেখি অৰুণহঁতৰ ছাত্ৰদল হতাশ হৈ পৰিল। মানুহ নহলে বাৰু কাৰ বাবে ঘৰ বান্ধিবা। তোমালোকে তাৰে মাজৰে পৰা ছাত্ৰ মদন চৌধুৰীয়ে মাত লগালে। এতিয়া কি কৰিব মিঃ ডেকা? সকলোযে গুচি গল। কাৰ বাবে কত ঘৰ সাজিব?

হাজৰিকাঃ—সেয়েতো কি কৰা যায় মিঃ চৰকাৰ?

দাসঃ—দেখিলে সিহঁতে আমাক কিমান ভয় কৰে।

তালুকদাৰঃ—আমাৰ অলপো বিশ্বাস নাই। কৰিবই বা কিয়? আমাৰ জানো বিশ্বাস জন্মাবলৈ কিবা বস্তু আছে?

হাজৰিকাঃ—এৰা। আমাৰ বিশ্বাসৰ একো চিন নাই। ইমান

ৰিলাক ডেকা লৰাক বাৰু কিয় বিশ্বাস কৰিব ?

শইকীয়াঃ—ভয়তে সিহঁতে পলাই পত্ৰং দিলে।

বৰাঃ—পলাবই। জীৱনৰ ভয়ত সকলোৱে পলাব। উহ! বেচেৰাহঁতৰ অৱস্থা! দুৰ্বৃত্তহঁতে কিযে কাণ্ড কৰি পেলালে আজি তিনিদিনৰ ভিতৰতে; ভাবিলে হিয়া ফাটি যায়।

বৰুৱাঃ—চাৰি জুলাইৰ গুৱাহাটীত গুলী চালনা হোৱাৰ কথা ৰাজ্যত বিয়পি পৰাৰ লগে লগে সকলোতে ভয়ঙ্কৰ উত্তেজনাৰ সৃষ্টি হল, আৰু গোৰেশ্বৰত তাৰ প্ৰতিক্ৰিয়া হল।

বুজৰ বৰুৱাঃ -আপোনাৰ কথা আংশিক সত্য। গুলী চালনা আৰু কলেজৰ ছাত্ৰ নিহত বা আহত হোৱাত অসমীয়া মানুহ উত্তেজিত হৈ পৰিল স'চা, কিন্তু গোৰেশ্বৰত অধিক সংখ্যক পমুৱা ভগনীয়াক হে দেখো ঘৰ পুৰিলে ইয়াৰ অৰ্থ কি ?

সুনীলঃ ইয়াৰ অৰ্থ সুবিধাবাদী এক শ্ৰেণীৰ লোক। পূৰ্ব্ব-বঙ্গৰ সাম্প্ৰদায়িক সংঘৰ্ষত ক্ষতি গ্ৰস্ত হোৱা হিন্দুসকলে পাকি-স্থানৰ পৰা পলাই আহি আজি কেইবা বছৰৰ পৰা অসমত বাস কৰি আছিছে আৰু পূৰ্ব্বৰ প্ৰতিহিংসা চৰিতাৰ্থ কৰিবলৈ চেলু চাই আছিল।

বৰুৱাঃ- আৰু আশ্চৰ্য্যৰ কথা এই যে আমাৰ চৰকাৰে সিহঁতৰ একো ব্যৱস্থা নকৰিলে।

অৰুণঃ—সেইবোৰ ৰাজনীতিৰ মেৰপেচৰ আলোচনাৰ এতিয়া একো প্ৰয়োজন নাই। আমি আমাৰ কৰ্ত্তব্য কৰি যোৱাহে উচিত। মানৱ সেৱা আমাৰ ধৰ্ম্ম আৰু ভগনীয়া সংস্থাপন বৰ্ত্তমান আমাৰ কৰ্ম্ম। আমি আমাৰ ধৰ্ম্ম কৰ্ম্ম ৰক্ষা কৰি কৰ্ত্তব্য কৰি যোৱাহে দৰকাৰ।

বুজৰ বৰুৱাঃ—আমাৰ কৰ্ত্তব্যনো কৰিব কেনেকৈ মিঃ ডেকা ? আমাক দোখো বিশ্বাস নকৰে ভগনীয়াই, কেনেকৈ কি কৰিব ?

অৰুণঃ—সেয়েতো……….।

সুনীলঃ—আমি সম্পূৰ্ণ অকৃতকাৰ্য হলো মিঃ বুজৰ বৰুৱা আমাৰ অভিযান ব্যৰ্থ।

চৌধুৰীঃ—চৰকাৰৰ কৰ্ম্মচাৰীৰ লগত যি পাৰো তাকে কৰো গৈ আহক মিঃ চৰকাৰ।

সুনীলঃ—"তাকেইতো কৰিব লাগিব।" এনেতে দূৰত এটা ছোৱালীৰ দল দেখা যায়। তেওঁলোকে ষ্টেচনলৈ আহিছে। ছাত্ৰসকলে বৰ উৎকণ্ঠাৰে চাই ৰয়। ছাত্ৰীদল আহি ক্ৰমে ওচৰ চাপে। তেওঁলোকে আহি ছাত্ৰসকলোৰ ওচৰ পোৱাত চিনিব পাৰিলে যে এই দল ছাত্ৰী সন্দিকৈ ছোৱালী কলেজৰ। আগে আগে আহিছে আৰতি দাস আৰু তেওঁৰ পিছত ক্ৰমে কিৰণ চৰকাৰ, নিৰুপমা বৰুৱা, ললিতা ফুকননী, কমলা চৌধুৰী, নমিতা হাজৰিকা আদি ছোৱালী সকল। তেওঁলোক আহি ওচৰ পাওঁতে ছাত্ৰসকলে হাঁহিমাৰি সম্বৰ্দ্ধনা জনালে। ছাত্ৰী সকলে হাঁহি মাৰি নমস্কাৰ কৰিলে। দুয়োদল লগ লাগিল। নানা কথা-বতৰা হল। খোৱা-লোৱাৰ, বন্ধা-বঢ়াৰ ব্যৱস্থা কৰি ষ্টেচনলৈ আহিছে বুলি তেওঁলোকে জনালে, আৰু জনালে যে ভগনীয়া বৰ কম গৈছে। তেতিয়া অলপ আগতে হোৱা ঘটনাটো তেওঁলোকে বিবৰি কলে আৰু কলে যে ভগনীয়াইঁতে তেওঁলোকক অবিশ্বাস কৰি পশ্চিমবঙ্গলৈ যাবলৈ গাড়ীত উঠিছে। ছাত্ৰসকলৰ মুখত এই খবৰ শুনি কিৰণ চৰকাৰে কৈ উঠিল—

"বল আতৰি আমি গৈ ৰেলৰ ডবাৰ ভিতৰত সোমাই বুজাই বঢ়াই তেওঁলোকক লৈ আহো।"

আৰতিঃ—বল তেন্তে, দেখা যাওক তেওঁলোকে নোৱাৰা কাম আমি পাৰো নে নোৱাৰো। হাঁহি মাৰি আৰতিয়ে ছাত্ৰ—সকলৰ ফালে চাই কয়। ছাত্ৰসকলে হাঁহি মাৰি উত্তৰ দিয়ে—

ডেকাঃ—নাৰীৰ পাকত বোলে মহাদেবো ভুলিছিল। গতিকে নিশ্চয় পাৰিব। মানুহৰ পেটৰ নাৰীৰ পাকে এই নাৰীৰো পাক।

পুৰা বাইশ হাত লম্বা নাৰী ডালনো পাক নহলে এই অকণমান পেটটিৰ ভিতৰত থাকিব পাৰেনে? নাৰীৰ পাকেহে আচল পাক। তেওঁ হাঁহি নিয়ে। আনবিলাকেও হাঁহে ছোৱালীবিলাকে হাঁহি হাঁহি ৰেলৰ ডবালৈ আগবাঢ়ে। তেওঁলোকে মাত্‌বৰহঁত থকা ডাবাৰ ভিতৰত সোমায়। ভগনীয়া বিলাকে ধুনীয়া, শিক্ষিত গাভৰু ছোৱালীৰ জাক দেখি অবাক হল। এই দুৰ্যোগৰ দিনত এই ৰূপহী ছোৱালীসকলে বাৰু ইয়ালৈ দলেবলে আহিল কিয়? সিহঁতে অবাক হৈ চাই ৰ'ল। এনেতে আৰতি দাসে সিহঁতৰ আগত তেওঁলোকৰ আগমণৰ কাৰণ জনালে। কিৰণে এটা সুন্দৰ বক্তৃতা দি সিহঁতক বুজাই দিলে যে তেওঁলোক কলেজৰ ছাত্ৰী; ভগনীয়া সংস্থাপনৰ কাৰণে আহিছে। সেইবাবে তেওঁলোকক নিবলৈ আহিছে! তেওঁলোক যাব লাগে। কিৰণৰ কথা শুনি মাত্‌বৰে সুনীলহঁতক কোৱাৰ দৰে কলে—বহুসময় তৰ্ক-বিতৰ্ক, আলোচনা, সমালোচনা চলিল ছোৱালীদল আৰু ভগনীয়া দলৰ লগত। শেষত কিৰণে কলে—'আমাক যে অবিশ্বাস কৰিছা ভাইহঁত তেন্তে তোমালোকে কব খুজানেকি যে আমি ছোৱালীয়ে মৰা-মৰি কৰিম? বাৰু আমি যে শাৰীৰিক শক্তিত তোমালোকতকৈ দুৰ্ব্বল এই কথাও আমি কৈ দিব লাগেনে? আমি তোমালোকৰ ভনীয়েৰা, ভনীয়েৰাৰ দৰে। তোমালোক আমাৰ পিতা, ককাইদেউ, ভাইৰ দৰে। তোমালোকৰ এনে অবৰ্ণনীয় দুখ যাতনা দেখি, শুনি আমি স্থিৰেৰ থাকিব নোৱাৰি লৰি আহিছো সুধুৰ গুৱাহাটীৰ পৰা। তোমালোকে আমাক বিশ্বাস কৰা আৰু আমাৰ লগত আহা। আমি তোমালোকৰ বাবে খোৱা-লোৱাৰ ব্যৱস্থা কৰিছো। বলা সোনকালে। ছাত্ৰসকলে তোমালোকৰ বাবে ঘৰ বান্ধি দিব আৰু আমি খোৱা বস্তু তৈয়াৰ কৰি দিম।

এইবুলি কৈ মাত্‌বৰৰ ঘৈণীয়েকৰ কোলাৰ পৰা চাৰিবছৰীয়া শিশুটিক আনি কোলাত লৈ এখন বিস্কুত খাবলৈ দিলে। সুখা

শিশুই তৎক্ষণাৎ বিস্কুটখন খাই পেলালে। কিৰণে আৰু দুখন দিলে। তাকে দেখি মাত্‌বৰ আৰু ঘৈণীয়েকৰ মনৰ গতি বদলি গল। আনন্দত তেওঁলোকে চকুৰে দুধাৰি লোতক বাগৰি আহিল। বিশ্বাস আৰু আত্মসমৰ্পনৰ ভাবে অন্তৰ আবৰি ধৰিলে। মত্‌বৰে আনন্দত চকুলো মচি কলে—

"আইটি, তুমি আমাৰ মা। তোমাৰ ইচ্ছাই পূৰ্ণ হক।" আনফালে আৰতি, ললিতা নিৰুপমাহঁতেও ভগনীয়া শিশুবিলাক বিস্কুট খাবলৈ দিলে। ৰেলৰ ডাবাৰ ভিতৰত লৰা-ছোৱালী বিলাকৰ হাঁহাকাৰ লাগি পৰিল। ক্ষন্তেকৰ ভিতৰতে ছাত্ৰীদল ভগনীয়া-হঁতৰ বিশ্বাসৰ পাত্ৰী হৈ উঠিল। তাৰ পিছত তেওঁলোকৰ দিহা পৰামৰ্শ আৰু উপদেশ মতেই ভগনীয়াসকলে ৰেলৰ ডাবাৰ পৰা নামি আহিল। ছাত্ৰীদলে তাৰ পিচত ভগনীয়সকলক ফিৰাই লৈ আহিল। বাটত আহোতে মত্‌বৰে কলে—উহ! আল্লা। তুমি মেহেৰবাণী কৰিলা খোদা। তোমাৰ ৰাজ্যত দুস্মন আছে যেনেকৈ ফিৰিষ্টাও আছে তেনেকৈ। তুমিয়ে এওঁলোকক পঠাইছা ৰক্ষা কৰিবৰ বাবে।

মাতবৰে কিৰণক কলে— তুমি আমাৰ মা ফটিমা মা, তুমি যি কৰা আমি তাকে কৰিম।

কিৰণঃ—তুমি মোক তোমাৰ জীয়েৰা বুলি ভাবিবা, মই তোমাৰ জীৰ তুল্য।

মাত্‌বৰঃ—নহয় তুমি আমাৰ মা।

এনেতে তেওঁলোক আহি ছাত্ৰদলৰ ওচৰ পালে। ছাত্ৰ-দলে কিছুদূৰ থাকি এওঁলোকৰ কাৰ্য্য নিৰক্ষণ কৰিছিল। ছাত্ৰী-দলে দলেবলে ভগনীয়াসকলক ফিৰাই অনা দেখি এওঁলোক অবাক হৈ গল। বাঃ দুৰ্ব্বলা অবলা নাৰীৰ কি অসীম শক্তি! আমি নোৱাৰা কাম তেওঁলোকে কৰিলে। ছাত্ৰসকলে অৱাক মানিলে যিমান, লাজো পালে সিমান। হাজৰিকাই ঠাট্টা কৰি কলে—

"দেখিলে মিঃ ডেকা, আপুনি ঠাট্টা কৰিছিল, কিন্তু কথা বিপৰিত। চাওক এতিয়া।"

অৰুণঃ—মই আগেয়ে জানো, সেই বাবেহে তেনে ঠাট্টা কৰিছে।

কিৰণক—আগে আগে নেতৃৰ দৰে অহা দেখি আঙুলিয়াই দি ঠাট্টা কৰে বুজৰ বৰুৱাই অৰুণক—

বুজৰ বৰুৱাঃ—ঠিক আপোনাৰ দৰে সাহসিনী আৰু কৰ্ম্ম নিপুনা মিঃ ডেকা। আপেনাৰ পচন্দ ঠিক।

অৰুণঃ হাতেৰে ইঙ্গিত দি বাধা দিয়ে —"মনে মনে থাকক মিঃ বুজৰ বৰুৱা; সো সুনীলে শুনিব।" এনেতে ছাত্ৰী দলে ভগনীয়াৰে সৈতে আহি ছাত্ৰদলৰ লগ লাগে। এইবাৰ হাঁহি মাৰি আৰতি দাসে অৰুণক কয়।

আৰতিঃ—আমাক ঠাট্টা কৰিছিল আপোনালোকে। এতিয়া নিয়ক, আপোনালোকৰ কৰ্ত্তব্য আৰম্ভ কৰক গৈ।

অৰুণ: চিৰদিন নাৰীৰ ওপৰত পুৰুষ পৰাজিত হৈ আহিছে। ই নতুন কথা নহয় আৰু একো অপমানৰ কথাও নহয়।

আৰতি: - নতুন বাৰু নহয়, কিন্তু অপমানৰ নহব কিয়?

অৰুণঃ—যি পৰাজয়ত আনন্দ আৰু প্ৰীতি মিলে, সেই পৰাজয় কেতিয়াও অপমান জনক নহয়। নাৰীৰ ওচৰত পুৰুষৰ পৰাজয়ে আনন্দ আৰু প্ৰীতিহে উৎপন্ন কৰে।

কিৰণঃ—নিলাজৰ আগত লাজৰ কথাই স্মৰণ কৰাই দিয়া কি লাভ আৰতি? আহ, আমাৰ কাম কৰহি। তাই কেৰাহিকৈ ডেকাৰ ফালে চাই হান মাৰি কয় আৰু আৰতিক হাতত ধৰি টানি লৈ যায়। এই দৃশ্য যাৰ যাৰ চকুত পৰিল তেওঁলোকে হাঁহিলে মিচিকিয়াই। কিৰণে মিচিকিয়াই হাঁহি মাৰি বিজয় উল্লাসেৰে আৰতি গল। অৰুণে অমোদজনক হাঁহি মাৰি লৈ উঠিল— "চাব্বাচ, কুৰি শতিকাৰ গোসানী।" সকলো বিলাকে হাঁহি

দিয়ে। তাৰ পিচত ভগনীয়া সকলৰ লগত চিনা-পৰিচয় হৈ ছাত্ৰদলেও একেলগে নিলিজুলি বিশ্বাসভাজন হৈ পৰে।

সুনীল:—ভয় কৰিব নালাগে মাতবৰ—বৰং আমাক তোমালোকে ভাল পাবহে লাগে। আমি তোমালোকৰ শত্ৰু নহয়,-মিত্ৰ। আমি আততায়ী নহয়; নৰ হত্যাকাৰী নহয়, বৰং আমি নিৰাশ্ৰয়ক আশ্ৰয়দাতা আৰু ভয়াৰ্ত্তক নিৰ্ভয়দাতা-উৎপীড়িতৰ বন্ধু। তোমালোকৰ বাবে আমি যিমানখিনি কৰিব পাৰো সিমান খিনি কৰিম।

অৰুণঃ—আমি তোমালোকৰ সেৱক। আমি পিড়ীতৰ সেৱা কৰিবৰ বাবেই লৰি আহিছো। তোমালোক আমাৰ মানত সাক্ষাৎ নাৰায়ণ। পীড়িত জনতা, দলিত নাৰায়ণ। পীড়িতৰ সেৱাই ভগৱানৰ সেৱা।

মাতবৰঃ আপোনালোকৰ কথা শুনি পৰম সুখ পাইছো বাবু। আমাৰ আগতেও বিশ্বাস আছিল যে অসমীয়া মানুহ ধৰ্ম্ম ভীৰু। তেওঁলোকে এনে দুঃকাৰ্য্য নকৰে নিশ্চয়। কোনোৱা দুবৃত্ত'ই হে এই কাম কৰিলে।

বৰুৱাঃ—আৰু সেই দুবৃৰ্ত্তহঁতৰ বাবেই আমি সকলোৱে গৰিহনা খাব লগা হলো, সমগ্ৰ অসমীয়া জাতিয়ে। কি পৰিতাপৰ কথা! কেনে লজ্জাজনক কথা। জাতিৰ নামত কলঙ্ক সানিলে দুবৃৰ্ত্ত পাষণ্ডহঁতে।

সুনীলঃ—ইয়াৰ বাবে অকল অসমীয়া জগৰীয়া নহয়, অনা-অসমীয়াও জগৰীয়া। সুবিধা অন্বেষী নেতা কিছুমানৰ ষড়যন্ত্ৰত দুবৃত্ত গুণ্ডা শ্ৰেণীয়ে অসমত এনে হুলুস্থূল কাণ্ড সংঘতিত কৰিলে। ইহঁতৰ দুস্কাৰ্য্যৰ বাবে সমগ্ৰ জাতিয়ে গালি খালে। কি দুখৰ কথা, কি দুৰ্ভাগ্যৰ কথা।

মাতবৰঃ—ঠিক কৈছে বাবু। দুবৃত্তৰ বাবে ভাল মানুহেও গালি খালে। আমাৰ এই অগ্নি কাণ্ডৰ গুৰিত ভাল মানুহ নহয়,

দুবৃত্তহে।

হাজৰিকাঃ বৰ ভুল কৰিলে। মুছলমানৰ ঘৰত জুই দিয়া মানে অসমতো হিন্দু মুছলমানৰ কাজিয়া লগোৱা ষড়যন্ত্র।

অৰুণ: সেই আশা কিন্তু পূৰণ নহব তেওঁলোকৰ। অসমত হিন্দু-মুছলমান ভাই-ভাই। অসমীয়া হিন্দু মুছলমানৰ ভিতৰত ভিনপৰ নাই, তাৰ বাবেই যোৱা সাম্প্ৰদায়িক সংঘৰ্ষত সমগ্ৰ ভাৰত জুৰি যেতিয়া হিন্দু মুছলমানৰ কাজিয়া হৈছিল আৰু বঙ্গদেশত তাৰ বিকত ৰূপ ধাৰণ কৰিছিল, তেতিয়াও অসম শান্ত, নীৰৱ আছিল। অসমত এদিনো কাৰো লগত কাজিয়া লগা নাই। সুন্দৰ মিলা প্ৰীতিৰে দুই ধৰ্ম্মৰ মানুহে শান্তি পূৰ্ণ ভাবে বাস কৰিছিল। এয়ে, কি প্ৰমাণ কৰে? আমাৰ মাজত অসমীয়াৰ মাজত হিন্দু মুছলমানৰ কিমান মিল তাক প্ৰমাণ নকৰেনে? মিলা-প্ৰীতি আৰু মানৱতাৰ যদি কিবা প্ৰমাণ আছে তেন্তে এয়ে। ভাৰতৰ ভিতৰত যদি কোনো জাতিয়ে সহ অবস্থানৰ গৌৰৱ কৰিব পাৰে তেন্তে সেয়ে অসমীয়া জাতি। সেই অসমীয়া জাতিৰ ভিতৰত হিন্দু মুছলমানৰ কাজিয়া লগাবৰ বৃথা চেষ্টা কৰিছে এইসকলে। তেওঁলোকৰ এই উদ্দেশ্য কেতিয়াও পূৰণ নহব, তোমালোকে নিৰ্ভয়ে থাকা; পশ্চিমবঙ্গলৈ নাযাবা। আমি আছো তোমালোকৰ পিছত।

মাতবৰ:—ইতিমধ্যে বহুত গৈছে বাবু।

শইকীয়াঃ—যোৱাবোৰ গৈছে, নোযোৱাসকল ফিৰি আহা। যোৱা বিলাকক চৰকাৰে ফিৰাই আনিব।

মাতবৰ: বলক বাবু। নচিবত যি আছে সেয়ে হব। সেই বুলি আৰু পশ্চিমবঙ্গলৈ নাযাম। পশ্চিমবঙ্গৰ ভগনীয়া শিবিৰলৈ যোৱাতকৈ জাহান্নামে যাম, তথাপিও সিও ভাল।

অৰুণ: নিশ্চয় আশ্ৰয় দিম আমি। বলা এতিয়া। এনেকৈ ছাত্ৰ-ছাত্ৰী সকলৰ বুজনিত বুজ লৈ ভগনীয়া সকল ৰেলষ্টেনৰ

পৰা ফিৰি আহি আগৰ ঠাইলৈ খোজ ললে। ছাত্ৰ-ছাত্ৰীৰ দলে তেওঁলোকক আগবঢ়াই নিব ধৰে। এনে ভাবে গোৰেশ্বৰত ছাত্ৰ-ছাত্ৰীৰ দলে ভগনীয়া সংস্থাপনৰ কাৰ্য্য আৰম্ভ কৰে। ছাত্ৰবিলাকে খেৰ, বাহ যোগাৰ কৰি ঘৰ বান্ধি দিয়ে আৰু ছাত্ৰীসকলে কানি কাপোৰ, খোৱা লোৱা বস্তু খুজি আনি ভগনীয়াসকলৰ মাজত বিলি কৰে। চৰকাৰ, ৰাইজ আৰু ছাত্ৰ-ছাত্ৰী সকলৰ চেষ্টাত অতি কম দিনৰ ভিতৰতে গোৰেশ্বৰত ভগনীয়া সংস্থাপন কাৰ্য্য বহুত আগবাঢ়ে।

দেশৰ ভেতিয়া শান্তি স্থাপন হৈছে। মানুহৰ মনৰ ভয় আঁতৰিব ধৰিছে। কেৱল ৰাজনৈতিক ধুৰন্ধৰনেতা সকলে এই গোলমালৰ সুযোগ লৈ নিজৰ আৰু নিজৰ দলৰ সুবিধা কৰি লোৱা তালত ঘূৰি নানা বাক-বিতণ্ডাৰ সৃষ্টিহে কৰিব ধৰিলে।

( ৯ )

পশ্চিমবঙ্গৰ ভগনীয়া শিবিৰ। অজস্ৰ ভগনীয়াই হাই উৰুমি কৰি কোলাহল লগাইছে। চিঞৰ-বাখৰ, কান্দোন, গালি বিননিত সমস্ত শিবিৰ যেন এখন হাঁহাকাৰ থলিত পৰিণত হৈছে। কিছুমানে কানি-কাপোৰ টোপোলা খুলি চিৰা মুৰি আদি খাব ধৰিছে, কিছুমানে চচ্‌পেনত ভাত ৰান্ধিছে বাহিৰতে। মাকৰ কাষত বহি হাড়চাল ওলোৱা লৰা-ছোৱালীবোৰে জুলুম কৰিব ধৰিছে। মাকে তাইৰ কাষৰে কেটেও পৰা ছোৱালীজনী কেও কেওাই থকা দেখিব নোৱাৰি মুখতে এটা খুন্দা মাৰি দিছে। তাই আকৌ বেচিকৈ কেও কেওাই উঠিছে। চাৰিও ফালে দুৰ্গন্ধ। পচা বস্তু আৰু লেতেৰা কানি-কাপোৰ, লগতে অখাদ্য বন্ধনত সমস্ত ঠাই দুৰ্গন্ধময় হৈ উঠিছে। কাৰ কিমান তৰ্ক, কাৰ কিমান কাজিয়া লাগিছে, কোনে কাক কিমান গালি পাৰিছে তাৰ সীমা নাই।

পশ্চিমবঙ্গৰ ৰাজনৈতিক নেতা কিছুমান আৰু বাতৰি কাকতৰ সংবাদ দাতা কিছুমানে আহিছে ভগনীয়া শিবিৰ পৰিদৰ্শন কৰিবলৈ। এমূৰৰ পৰা চাই চাই, ভগনীয়াবিলাকক সুধি সুধি, লাহে লাহে গৈ আছে তেওঁলোক। আগে আগে ৰাজনৈতিক নেতসকল আৰু পিছে পিছে বাতৰি কাকতৰ সংবাদ দাতা সকল। তাৰ পিছত আন আন ভদ্ৰলোক।

শিবিৰ পৰিদৰ্শন কৰি নেতা ধৰণৰ লোক এজনে কয়— ভগনীয়া বহুত আহিছে। ঠায়ে কুলায় নে নুকুলায় কব পৰা নাই। তাৰ ওপৰি আমাৰ চৰকাৰে কি কৰে কি ঠিক।

আনজনে কলেঃ— মস্কিল হল। আগৰ চাৰি লাখ ভগনীয়াকে পশ্চিমবঙ্গত চৰকাৰে সংস্থাপন কৰিব পৰা নাই। এতিয়া অসমৰ পৰা যদি এনেক হাজাৰ হাজাৰ আহে, তেন্তে আমাৰ সৰ্ব্বনাশ হব। ইহঁতক কোনে পোহপাল দিব? চাৰি মাহ মান থাকিব লাগিলে পশ্চিবঙ্গৰ চৰকাৰ দেউলীয়া হৈ যাব। ভৰণ-পোষণ দি ইহঁতক ৰখা কম কথা নহয়।

"তেন্তে কি কৰিব? ইহঁতক মাৰি পেলাব নেকি? আজি ইমান বছৰে আমাৰ আগৰ চাৰি লাখ ভগনীয়াকে পশ্চিমবঙ্গ চৰকাৰে সংস্থাপন নকৰিলে। দণ্ডকাৰণ্যলৈ ভগনীয়া পঠাইছে কিন্তু তাত মানুহ বাস কৰিবৰ সুবন্দোবস্ত নাই। এতিয়া ইয়াত ৰাখিবই লাগিব। তেওঁলোকৰ সুবিধা কৰি দিয়া আমাৰ কৰ্ত্তব্য।"

"নিশ্চয়। ভগনীয়াক চৰকাৰে সুবন্দোবস্ত কৰি নিদিলে কোনে দিব? যি পৰ্য্যন্ত পুনৰ সংস্থাপন কৰিব নোৱাৰে, সেই পৰ্য্যন্ত ভৰণ-পোষণ দিবই লাগিব।"

চৰকাৰৰ বাজেতৰ কথা ভাবিছে নে? টকা জানো অকল পশ্চিমবঙ্গ চৰকাৰৰে যবে? কেন্দ্ৰীয় চৰকাৰ আৰু অসম চৰকাৰৰ পৰা পশ্চিমবঙ্গৰ চৰকাৰে টকা আদায় কৰি লব। কেন্দ্ৰীয় চৰকাৰৰ প্ৰজাই গৃহহীন হৈ পশ্চিমবঙ্গলৈ আহিছে; গতিকে তেওঁলোকৰ

ভৰণ-পোষণ সংস্থাপনৰ দায়িত্ব কেন্দ্ৰীয় চৰকাৰৰ। পশ্চিমবঙ্গৰ টকাৰে কেৱল সাময়িক ভাবে আশ্ৰয় দিছে। তাৰ ওপৰি সেই শিবিৰৰ যাবতীয় খৰচ অসম চৰকাৰৰ পৰা কেন্দ্ৰীয় চৰকাৰে আদায় কৰি আনক। কাৰণ ভগনীয়া সকল অসম ৰাজ্যত বাস কৰিছিল আৰু অসম চৰকাৰে তেওঁলোকৰ শাসন শৃঙ্খলা ৰক্ষা কৰিব নোৱাৰি দুৰ্বৃত্তৰ দ্বাৰা আক্ৰান্ত হোৱা প্ৰজা, সাধাৰণক পশ্চিমবঙ্গলৈ পঠাই দিছে। এইটো অসম চৰকাৰৰ সম্পূৰ্ণ দায়িত্ব। গতিকে অসম চৰকাৰৰ পৰা ভগনীয়া সংস্থাপন বাবদ ধনৰ এটা বিৰাট অংশ আদায় কৰিব লাগিব।

"আমি আজি অত বছৰে অৰ্থাৎ দেশ বিভাজনৰ পিচৰ পৰাই চাৰি লাখ ভগনীয়া পুহি ৰাখিব লগা হৈছে। এনে অৱস্থাত এই চাৰি লাখ শিবিৰ নিবাসী ভগনীয়াৰ লগত অসমৰ পৰা অহা সকলোকো পুহিব লাগিলে পশ্চিমবঙ্গৰ খাদ্য সমস্যাই অতি কঠিন ৰূপ ধাৰণ কৰিব। এনেভাবে কেইমাহমান পুহিব লাগিলে আমাৰ চৰকাৰ দেউলীয়া হৈ যাব। জন-সাধাৰণৰ খাদ্য সামগ্ৰীতো অনাতন হৈ যাবই। ই এটা জটিল পৰিস্থিতি। এই বিষয়ে গভীৰ ভাৱে অধ্যায়ন কৰিবই লাগিব।"

"মোৰ কবলগা একো নাই। দৰাচলতে পৰিস্থিতি অতি জটিল। পশ্চিমবঙ্গৰ ভগনীয়া সমস্যা অতি জটিল সমস্যা। এনেভাবে একে উলাহতে তাৰ সিদ্ধান্ত মই কিয়, আমাৰ চৰকাৰেও দিব নোৱাৰিব। মই ভাবিছো, কেন্দ্ৰীয় চৰকাৰ লগত আমি আলোচনা কৰি চাব লাগিব। বৰ্ত্তমানে পাৰিলে, ভগনীয়া সকলক কিছুদিন শিবিৰত ৰাখি পিচত পুনৰ অসমলৈকে পঠাবৰ হে দিহা কৰিব লাগিব।"

"পুনৰ অসমলৈ পঠোৱাতকৈ যমপুৰীলৈ পঠোৱাহে বেচি ভাল।"

"অৱশ্যে। এওঁলোকক আৰু অসমলৈ পঠাব নোৱাৰি। সভাসমিতিৰ

প্ৰস্তাৱ দিল্লীলৈ পঠাব লাগে আৰু আমাৰ সজাতি দল গৈ বিভিন্ন ৰাজ্যৰ এম, পি সকলোকো হাত কৰিব লাগে।"

"নিশ্চয়! নিশ্চয়! আমি আসামীইঁতৰ বৰ্ব্বৰ কাৰ্য্যৰ নিন্দা কৰি সমগ্ৰ ভাৰততে প্ৰচাৰ কাৰ্য্য চলাব লাগিব। আসামীইঁতক যাতে সমস্ত ভাৰতৰ মানুহে ঘৃণা কৰে, তাৰ ব্যৱস্থা কৰিব লাগিব। নানা গল্প, নানা, প্ৰবন্ধ, কবিতা আদি লিখি সাহিত্যিক সকলে দিল্লীৰ পার্লিয়ামেণ্টৰ টেবুল ভৰ্ত্তি কৰি দিব লাগিব। ৰাজনৈতিক সকলে নানা প্ৰস্তাৱ, সমালোচনা, যুক্তি তৰ্কৰ দলিল দাখিল কৰক কেন্দ্ৰীয় চৰকাৰৰ ওচৰত আৰু বাতৰি কাকত বিলাকে সঁচা মিছা যিমান পাৰে আসামীইঁতৰ বিষয়ে কুৎসা ৰতনা কৰি দেশময় প্ৰচাৰ কৰক।"

"মিঃ ঘোষ—নিশ্চয়! আমাৰ মিঃ বোসে যি প্ৰস্তাৱ আগ বঢ়াইছে, এই প্ৰস্তাৱ বৰ্ত্তমানে সময়োপযোগী হৈছে। আমি জাগি উঠিব লাগিব। হাত সাৱটি বহি থাকিলে নচলিব। বিশেষকৈ, মই বাতৰি কাকতৰ সংবাদ দাতা সকলক সুধিছো তেওঁলোকৰ মতামত কি?

এজন সংবাদ দাতাই কলেঃ—আমি প্ৰস্তুত। ইতিমধ্যে আমি আসামৰ বহুত সৰু সৰু অলাগতিয়াল সংবাদ ডাঙৰ হৰফেৰে প্ৰকাশ কৰিবৰ দিহা কৰিছো। তিলকে তাল কৰি প্ৰকাশ কৰি প্ৰচাৰ কাৰ্য্য আৰম্ভ কৰিছোই, এতিয়া আপোনালোকৰ দৰে নেতৃস্থানীয় ব্যক্তিৰ নিৰ্দ্দেশ পালে অসমৰ ওপৰত আমি এটা নতুন ৰং দি সমগ্ৰ ভাৰততে প্ৰচাৰ কৰিব পাৰে।

চেতাৰ্জ্জীঃ—নিশ্চয়! নিশ্চয়! চমৎকাৰ! অহাকালিৰ পৰাই আপোনালোকে বাতৰি কাকতৰ ৰূপ বেলেগ দেখা পাব। আমি মতাক মাইকী আৰু মাইকীক মতা বনাব পাৰো। অহা কালিৰ পৰাই খবৰৰ নতুন নমুনা দেখা পাব।

মিঃ ৰয়ঃ - তেন্তে বলক এতিয়া। কলিকতাত গৈ বিৰাট

বিৰাট ৰাজহুৱা মিটিং আহ্বান কৰি দেশত এটা জাগৰণৰ সৃষ্টি কৰোগৈ। গাৱেঁ-ভুৱেঁ নগৰে-চহৰে সকলোতে সভাসমিতি পাতি প্ৰস্তাৱ লৈ দিল্লীলৈ পঠাব লাগে। কেন্দ্ৰীয় চৰকাৰক বুজাই দিব লাগিব খুব ভালকৈ।

মিঃ ভট্টাচাৰ্য্যঃ— উত্তম কথা।

মিঃ ঘোস— হৰতাল পালন কৰি সমস্ত পশ্চিমবঙ্গকে জাগৰিত কৰিব লাগিব, উত্তেজিত কৰিব লাগিব। এতিয়া আমাৰ কৰ্ত্তব্য সভা, শোভাযাত্ৰা, হৰতাল, পিকেটিং, শোকসভা আৰু দিল্লীলৈ প্ৰস্তাৱ প্ৰেৰণ।

মি চেতাৰ্জী—তাকে কৰা হব। বলক, এতিয়া আমি কলিকতালৈ যাওঁ আৰু কথাক কাৰ্য্যত পৰিণত কৰোগৈ।

এনেভাবে পশ্চিমবঙ্গৰ ভগনীয়া শিবিৰ পৰিদৰ্শন কৰি কিছুমান স্বাৰ্থপৰ ৰাজনৈতিক নেতাই দিহা ভৰষা হৈ অসমৰ বিৰুদ্ধে লাগি গল আৰু দেশৰ দুৰ্ভাগ্য যে বাতৰি কাকতবোৰ এওঁলোকক ইন্ধন যোগালে।

× × × × ×

তাৰ পিচদিনা আকৌ এদল নেতা আহিল ভগনীয়া শিবিৰলৈ। পৰিদৰ্শন কৰিলে, আলোচনা চলিল, তাৰ পিচত—

মি ঘোস—ঠিক হৈছে মি বোস। খুব মজা হৈছে। ভগনীয়া শিবিৰত যিমানে ভগনীয়া বাঢ়ে, সিমানে আমাৰ অৰ্থাৎ চৰকাৰ বিৰোধী দলবিলাকৰ মঙ্গল। এওঁলোকক লৈ আজি আমি বাৰ বছৰে ৰাজনীতি খেলিছো। এটি শোভাযাত্ৰা কৰিব লাগিলে আমি এই ভগনীয়া শিবিৰলৈ আহি মতা-তিৰোতা লৰা-ছোৱালী সকলোকে লৈ সমদল বাহিৰ কৰি বিৰাট শোভাযাত্ৰা কৰি চৰকাৰৰ বিৰুদ্ধে বিক্ষোভ প্ৰকাশ কৰি আহিছো। এই ভগনীয়া

শিবিৰত মানুহ বাঢ়েমানে আমাৰে সুবিধা।

মিঃ বোস—এৰা মজাৰ ব্যাপাৰ। এটা কথাত হলে মোৰ পেটে পেটে বৰ হাঁহি উঠে। এই ভগনীয়া সকলক যেন আজি বাৰ বছৰে পশ্চিমবঙ্গ চৰকাৰে শিবিৰত পুহি ৰাখিছে তেওঁলোকৰ বিৰুদ্ধে বিক্ষোভ প্ৰদৰ্শন কৰিবলৈহে। পশ্চিমবঙ্গ চৰকাৰৰ খাইছে আৰু পশ্চিমবঙ্গ চৰকাৰৰ বিৰুদ্ধেই বিক্ষোভ প্ৰদৰ্শন কৰিছে। চৰকাৰে সিহঁতক ৰচদ-পাতি দি পুহি আছে আৰু আমি সিহঁতক আমাৰ কামত খটুৱাইছো। চৰকাৰৰ বিৰুদ্ধে আমি সিহঁতক অস্ত্ৰ হিচাবে ব্যবহাৰ কৰিছো। এই কথা সিহঁতে বুজিব পৰা নাই আৰু চৰকাৰেও একো কৰিব পৰা নাই। ইয়াতকৈ আৰু কি হাস্যস্কৰ থাকিব পাৰে?

চেতাৰ্জী:—নকৰিলে যে উপায় নাই। চৰকাৰে জানো আমাৰ চাল-কৌশল ধৰিব পাৰে! চৰকাৰৰ দলত যিবিলাকমানুহ আছে তাতকৈ বেচি বুদ্ধিমান মানুহ আছে আমাৰ বিৰোধী দলত।

মিঃ গুহ—ভগনীয়াহঁত কিন্তু একেবাৰে অপদাৰ্থ-অকৰ্মণ্য এলহুৱা হৈ পৰিছে। আজি বাৰ বছৰে কেম্পত বহি বহি খাই খাই কাম কৰা শক্তি লোপ পাই গৈছে আৰু এটা পাপময় পৰিৱেশত থাকোতে থাকোতে মনৰ সৎ প্ৰবৃত্তি মৰি গৈছে, ইচ্ছাশক্তি নষ্ট হৈছে। ইহঁতে জীৱনত একো কাম কৰিব নোৱাৰে। এনে অৱস্থাত ৰাজনৈতিক দলৰ হাতিয়াৰ হোৱা ভিন্ন সিহঁতৰ আৰু কি উপায় আছে? সিহঁত আমাৰ চিৰদিনীয়া দলীয় বন্ধু হৈ পৰিছে।

ঘোস—ইহঁতক লৈয়ে আমি ৰাজনীতিৰ খেল খেলিব লাগিব। তাৰ কাৰণেই আমি ইহঁতক দণ্ডকাৰণ্যলৈ যাবলৈ মানা কৰিছো। চৰকাৰৰ ব্যৱস্থামতে দণ্ডকাৰণ্যলৈ গলে আমি দুৰ্ব্বল হৈ পৰিম। ভগনীয়াহঁত নহলে আমাৰ দল দুৰ্ব্বল হৈ পৰিব।

সেইবাৰ চৰকাৰৰ "দণ্ডকাৰণ্য প্ৰজেক্ত" নষ্ট কৰিবলৈ আমি এটা কাম কৰিব লাগিব। অসমৰ ভগনীয়াবোৰ শিবিৰত কিছুদিন থকাৰ পিছত চৰকাৰে অসমৰ ভগনীয়া সকলক পুনৰ অসমলৈ পঠাবৰ দিহা কৰিব। গতিকে আমি তলে তলে তাৰ ব্যৱস্থা কৰিব লাগিব। আমাৰ নেতাসকলে এক গোট হৈ মনে মনে শিবিৰলৈ আহি অনেক কথা বুজাব লাগিব। তাৰ উপৰি, এক শ্ৰেণীৰ নেতাই দালালি কৰিব লাগিব। অসমলৈ বঙালীক বুজায় বঢ়ায়, নানা প্ৰলোভন দেখুৱাই, দৰ্কাৰ হলে ভয় দেখুৱাই হলেও অসমৰ পৰা পশ্চিমবঙ্গৰ ভগনীয়া শিবিৰলৈ মাতি আনিব লাগিব। অহা ১৯৬২ চনৰ সাধাৰণ নিৰ্ব্বাচনত জয়ী হব লাগিলে আমি ভগনীয়া শিবিৰত ভগনীয়া সংখ্যা অধিক কৰি ৰাখিব লাগিব।

বোসঃ—এৰা, ভাল দিহা। অসমৰ ভগনীয়া সংস্থাপনত বেমেজালি লগাই কোনো ৰকমে ইহঁতক ইয়াতে ৰাখিব পাৰিলে, অন্ততঃ ১৯৬২ চনৰ সাধাৰণ নিৰ্ব্বাচনত আমাৰ কাম সমাধা হৈ যায়। যি কোনো উপায়ে এই কাম কৰিব লাগিব।

মিঃ গুহঃ এতিয়া যেন আমাৰ কোনেও দলৰ আদৰ্শগত প্ৰশ্ন উত্থাপন নকৰে, মোৰ অনুৰোধ এয়ে। বৰ্ত্তমান আমি সকলো এক গোট হব লগা হৈছে। দলৰ আদৰ্শগত পাৰ্থক্য থাকিলেও বৰ্ত্তমান অৱস্থাত সেইবোৰ এৰি আমি মিত্ৰতা কৰিবলৈ বাধ্য হৈছে। বৰ্ত্তমান আমি একদল বুলি ধৰি লব লাগিব, স্বৰোধী বা বিৰোধী, যিদলেই নহওক লাগিলে। যেতিয়ালৈ আমাৰ স্বাৰ্থ সিদ্ধি নহয়, তেতিয়ালৈ আমি সকলোৱে এক বুলি ধৰি লব লাগিব।

এই বুলি আলোচনা কৰি এই কেইজন নেতাই নিজৰ নিজৰ দলৰ লোক সকলক কিবা কিবি বুজাই দি ভগনীয়া বিলাকৰ লগত আলাপ আলোচনা কৰি ভৱিষ্যৎ কৰ্মপদ্ধতি নিৰ্ণয় কৰিব ধৰিলে।

কিছুমান বঙালী নেতাই ভগনীয়া শিবিৰ পৰিদৰ্শন কৰিবলৈ

আহিছে। তেওঁলোকে আলোচনা কৰিব ধৰিছে। তাৰে মাজৰ পৰা গাত ধৰীয়া খদ্দৰৰ চোলা পিন্ধা আৰু মূৰত গান্ধীটুপী পিন্ধা শকত, কলা বৰণৰ চুটি চাপৰ নেতা ধৰণৰ এজন মিষ্টাৰ দে মহোদয়ে মাত লগালে !

মিঃ দেঃ—বুজিছে মিঃ সেনগুপ্ত, ভগনীয়া সংস্থাপনত আমি অসম চৰকাৰক সহায় কৰিব লাগিব ; কাৰণ যিমান সোনকালে এই অসমৰ ভগনীয়া সকলে অসমলৈ ফিৰে, সিমানে আমাৰ মঙ্গল। ইয়ঁতক পুহি থাকিলে চৰকাৰৰ ক্ষতি আৰু আমাৰদলৰো ভৱিষ্যত বিপদ। এই-সকলে আমাক ভোট নিদিয়ে। তাৰ উপৰিও, পুৰণি ভগনীয়া কিছুমানকো ফুচুলাই পঠাব লাগিব। ১৯৬১ চনৰ লোক গণনাৰ আগে আগে আমি এই সকলক অসমলৈ পঠাব লাগিব যাতে লোক গণনাত এই সকল বঙালীয়ে অসমত গৈ বঙালী বুলি লিখি দি বঙালী সংখ্যাধিক্য কৰিব পাৰে। আমি যিমান পাৰো সিমান বঙালী মানুহ এই ষাঠী চনতে অসমলৈ পঠাব লাগিব। তাৰ কাৰণে আমি অসম চৰকাৰ আৰু ৰাইজৰ ভগনীয়া সংস্থাপন কাৰ্য্যক সমৰ্থন কৰি তেওঁ-লোকৰ কাৰ্য্যত সহায় কৰিব লাগিব।

মিঃ সেনগুপ্তঃ—হয় ; আমি অসমৰ ভগনীয় সংস্থাপন কাৰ্য্য সমৰ্থন কৰিব লাগিব। পাৰিলে আমি নিজে গৈ ভগনীয়া সকলক বুজাব লাগিব আৰু ভৱিষ্যতে যেন এনে উপদ্ৰপ নহয় তাৰ আ-শ্বাস দিব লাগিব। বাস্তৱতে অসমীয়া ৰাইজ আৰু ছাত্ৰসকলৰ ভগনীয়া সংস্থাপন কাৰ্য্য প্ৰশংসনীয়। ছাত্ৰ আৰু ৰাইজে ঘৰ-দুৱাৰ বান্ধি দিয়াৰ উপৰিও খোৱা-লোৱাৰ দিহা কৰি দিছে ভগনীয়া সকলৰ। ভগনীয়া মানুহৰ এই মহানুভবতাক অস্বীকাৰ কৰিব নোৱাৰি। এক শ্ৰেণীৰ বজ্জাৎলোক থাকিলেও সকলো অসমীয়া তেনে নহয়। যোৱাকলি গোৰেশ্বৰৰ পৰা ফিৰি আহিলো। মই নিজ চকুৰে দেখিছো। তাৰ উপৰিও চৰকাৰে বেচ তত্বাৱধান লৈছে। ভৱিষ্যৎ কোনো বিপদৰ সম্ভাৱনা নাই। অসম চৰকাৰৰ

ইতিহাসে সকীয়ায় ॥ ১৯৩

কাৰ্য্য সুন্দৰ হৈছে, এই কথা নিৰপেক্ষ মানুহ মাত্ৰেই স্বীকাৰ কৰিব। এনে অৱস্থাত ভগনীয়া বিলাকক অসমলৈ যাবলৈ দিয়া নিতান্ত উচিত। ভগনীয়া বিলাক আঁতৰ কৰিব পাৰিলে আমাৰ দুটা লাভঃ—প্ৰথম, আমাৰ বিৰোধী দলবোৰ দুৰ্ব্বল হ'ব, দ্বিতীয়তে অসমৰ ১৯৬১ চনৰ লোক গণনাত বঙালী সংখ্যাধিক হ'ব। এনে এটা সুযোগ আমি হেৰুৱাব নালাগে।

মিঃ ভাদুৰীঃ—নিশ্চয়। কামবোৰ খৰখেদাকৈ কৰিব লাগিব। ইফালে অসমলৈ ভগনীয়া প্ৰেৰণ কৰিব লাগিব আৰু আনফালে দিল্লীলৈ গৈ কেন্দ্ৰীয় চৰকাৰ আৰু কংগ্ৰেছ হাইকমাণ্ড''ক এনে-ভাবে বুজাব লাগিব যে অসম চৰকাৰ অকৃতকাৰ্য্য হৈছে, গতিকে অতি সোনকালে অসম মন্ত্ৰীসভা ভাঙি দি কেন্দ্ৰীয় শাসন প্ৰবৰ্ত্তন কৰিব লাগে। তাৰ বাবে আমি দুটা সজাতি দল ইফালে পঠাব লাগিব

মিঃ ভট্টাচাৰ্য্যঃ—নিশ্চয়। এয়ে আমাৰ বৰ্ত্তমান কৰ্ত্তব্য। বলক, আমি অতি সোনকালে সজাতি দল পঠাবৰ দিহা কৰোঁগৈ। এনেভাবে আলোচনা কৰি কিছুমান নেতাই নতুন উদ্যমেৰে পশ্চিম-বঙ্গত আগ বাঢ়িল।

( ১০ )

অসমীয়া ভগনীয়া সংস্থাপন কাৰ্য্য বৰ জোৰেৰে চলিছে। অসম চৰকাৰ, অসমীয়া ৰাইজ আৰু ছাত্ৰসকলে প্ৰাণপনে খাটিছে ভগনীয়াক পুনৰ সংস্থাপন কৰিবলৈ। গোৰেশ্বৰত স্বেচ্ছাসেৱক বাহিনীয়ে গৈ ভগনীয়াসকলৰ বাবে ঘৰ দুৱাৰ নিৰ্ম্মাণ কৰিব ধৰিছে। অসমীয়া মানুহে ঘৰ দুৱাৰ নিৰ্ম্মাণ কৰি দিছে। ছাত্ৰসকলে দলে দলে আহি ভগনীয়া সকলৰ গৃহনিৰ্ম্মাণত অংশ গ্ৰহণ কৰিছে। আদৰ কৰি মাতি আনি নিৰ্ভয় দি ঘৰ সাজি দিব ধৰিছে। বিজ্ঞাৰ্ভত ধুমধাম ঘৰ বান্ধা কাম আৰম্ভ হৈছে। ভগনীয়া সকলেও অস-মীয়া মানুহৰ আশ্বাসপাই বিশ্বাস কৰি ফিৰি আহি পুনৰ বসতি আৰম্ভ কৰিছে। অসমীয়া আৰু বঙালীৰ ভিতৰত আগতকৈ মিলা-

প্ৰীতি বাঢ়ি যোৱা যেনহে দেখি। ই স্বাভাৱিক। মৰামৰিৰ পিচত স্বাভাৱিক শান্তঅৱস্থা ফিৰি আহে। আনন্দ মনেৰে অসমীয়া মানুহ বিলাকে বঙালীৰ ঘৰ বান্ধি দিব ধৰিছে ই মানৱতাৰ আহ্বান, মানৱৰ অন্তৰৰ স্বতঃস্ফূৰ্ত্ত প্ৰেমৰ আবেদন। প্ৰীড়িত, দুখীত, নিৰাশ্ৰয়ৰসেৱা মানৱ প্ৰাণৰ গভীৰ প্ৰেমৰ পৰিচয়। অসমীয়া মানুহ কিছুমান চালৰ মুধাত উঠি চালত গাঠি দিব ধৰিছে।

কেশৱঃ—ভালকৈ টানকৈ গাঁঠিবোৰ দিবি বলোককাই, যাতে ঘৰ মজবুট হয়।

বলোঃ—এইকথা মোক শিকাব নালাগে কেশৱ। পৰৰ ঘৰ বুলি মই কাম কৰা নাই। নিজৰ ঘৰ বুলিয়ে ভাবিছো। এই বঙালী ভাইহঁতৰ লগত আজি কিমান দিন কটালো। এওঁলোকৰ উপকাৰৰ বাবে কাম কৰিব আহিছো যেতিয়া ফাঁকি দি যামনে? যি কৰো মন দিয়ে কৰিম।

কেশৱঃ—নিশ্চয়। আজি ইমান দিনে একেলগে মিলি জুলি বাস কৰিলো। এতিয়া কোনোবা দুৰ্বৃত্তই আহি এই গোলমাল খন লগাই দিলে।

মাধৱঃ—মোৰ ঘৰত বৰ মস্কিল হৈছে ভাই। এনেয়ে সৰু ঘৰ, তাতে তিনি ঘৰ বঙালী ৰাখিব লগা হৈছে। ঠায়ে নুকুলায়, কোনোমতে হাঁহৰ বাহত থকাৰ দৰে আছো। পলাই যাবলৈ নিদিলো, বোলে মৰো যদি 'আমি অসমীয়া এঘৰ আৰু সিহঁত বঙালী তিনিঘৰ একেলগে মৰিম, তথাপি এই সৰু সৰু লৰাছোৱালীৰ সৈতে যাবলৈ দিব নোৱাৰো ভাই। বাটতে ক'ৰ বাত মৰি যাব। এনেহেন নাবালক লৰা ছোৱালীক জানো সুদূৰ পশ্চিমবঙ্গলৈ যাব দিব পাৰি? বৰ্ত্তমানেও তেওঁলোক আমাৰ ঘৰত আছে। ঘৰ-দুৱাৰ বন্ধা নহয়' মানে আমাৰ ঘৰতে ৰাখিম।

যদুঃ—তোৰ অবস্থা ভাল ভাই; তই তিনিঘৰ কিয় পাঁচঘৰ ৰাখিব পাৰ আৰু পুহিব পাৰ। ঈশ্বৰৰ কৃপাত তোৰ দুয়খন হালৰ

থানেৰে হালৰ থানেৰে আৰু দহজন পুহিব পাৰ। বৰ ভাল কৰিছ ভাই, ধন-থাননো মানুহক কিয় লাগে? বিপদত পৰা জনক উদ্ধাৰ কৰিবৰ বাবেই ধন-ধান লাগে। তোৰ ধনৰ সাৰ্থকতা আহিছে।

ৰাঘৱঃ—অকল ধনেই নহয় ভাই, মনো লাগে। মাধৱ খুড়াৰ মন ডাঙৰ বাবে তেনেকৈ ৰাখিছে নহলে সকলোৱে ৰাখে নে? সেই দেখিয়ে দেশৰ এনে এটা গোলমালৰ সময়তো এনে এক সাহসমূলক কাম কৰিব পাৰিছে। নিজৰ ঘৰত বঙালী ৰখা খেমালিৰ কথা নহয়। বৰ পুণ্যৰ কাম কৰিছে, আৰ্ত্তজনক আশ্ৰয় দিয়াতো মহা পুণ্যৰ কাম।

হঃ—এৰা ভাই। মহা পুণ্যৰ কাম।

এনেভাৱে ঘৰ-দুৱাৰৰ কাম কৰে আৰু মেল কৰে অসমীয়া মানুহ বিলাকে। ইফালে কাষতে দুই এজন ভগনীয়াই কামত সহায় কৰে। এনেকৈ প্ৰীতি আৰু সৌহাৰ্দ্দৰ ভিতৰেদি কামবোৰ হৈ যাব ধৰিছে।

আন এঠাইত ছাত্ৰ-ছাত্ৰী সকলে ভগনীয়াৰ ঘৰ-দুৱাৰ বান্ধিব ধৰিছে, ছাত্ৰসকলে ঘৰ-দুৱাৰ বন্ধা সজুলিবোৰ মূৰত, হাতত' কান্ধত, যিয়ে য'ত পাৰে তাতে আনিছে। বস্তুবোৰ মাটিত থেকেচা মাৰি থৈ নৰেন দাসে হাঁহি মাৰি কৈ উঠে—

নৰেনঃ—উহ আল্লা! ইমান গধুৰ এই বাহদল! মোক একেবাৰে হায়ৰাণ কৰি দিলে। এনেতে ৰহিম আলিয়ে মূৰৰ পৰা খেৰৰ বোজাটো নমাই থৈ একে সুৰতে হাঁহি মাৰি কৈ উঠে— "উহ ঈশ্বৰ! একেবাৰে থেতেলা কৰিলে বাপেকে! ইমান গধুৰ এই খেৰৰ আটিবোৰ।"

অৰুণ ডেকাই হাতত টঙাল মুঠি দলি মাৰি কৈ উঠে— "ও মাই গড্!" কি মস্কিল।

চৌধুৰীঃ—(হাঁহিমাৰি) বৰ মজাৰ কথা ভায়। হিন্দুই বুলিছে আল্লা, মুছলমানে বুলিছে ঈশ্বৰ; শুনিবলৈ ভাল, কাৰণ গান্ধীজীয়ে গাই গৈছে—

"ঈশ্বৰ আল্লা তেৰে নাম,
সবকো সন্মতি দে ভগৱান।"

গান্ধীজীয়ে ঈশ্বৰ আল্লাক খিচুৰি পগালে। কিন্তু আমাৰ মিঃ ডেকাই "গড্"ক মাতিলি কিয়? "গড্"ক বাৰু কোনে জাগা দিলে? জহৰলালে কিবা ভজন তজন গালে নেকি "গড্"ক লৈ মিঃ ডেকা? (ঘৰৰ খুটা পুটি কৈ যায়)।

শইকীয়াঃ—জহৰলালে গান্ধীজীৰ দৰে প্ৰাৰ্থনা নকৰে ভাই বৰং কাম কৰে আৰু বক্তৃতা দিয়ে। ঈশ্বৰ, আল্লাক লৈ তেওঁ মূৰ নঘমায়। গতিকে "গড্"ৰ ব্যাপাৰ কিয় চলিব? দৰ্কাৰ হলে আচাৰ্য্য বিনোৱা ভাবেৰ ওচৰলৈ যাব পাৰ। "গড্"ক তেওঁ "জয়জগত" মন্ত্ৰৰ লগত কিবা অনুপাত হিচাবে লব পাৰে।

(গাৰা খাওে।)

অৰুণঃ—মই সেইবাবে কোৱা নাই "গড়ে", আচাৰ্য্য ভাবেৰ লগত ক'ত পদযাত্ৰা কৰি মৰিব আহিব? এনে মজা গীৰ্জা এৰি কেতিয়াও নাহে। মই "গড্"ক মাতিছো, এই কাৰণে যে ইংৰাজৰ লগত কিজানি "গডে" ও ভাৰতক গুড্‌বাই দি এৰিয়ে গল, সেই ভয়তেহে (শইকীয়াৰ গাৰাত গৈ একা খুটা সোমাই দিয়ে)।

সুনীলঃ—তামচা কৰি থাকিলে নহয় মিঃ ডেকা। ঠাট্টা তামচা এৰি কাম কৰিব লাগে। (সুনীলে গহীনাই কয় কাম্বি-বোৰ আনি)।

নৰেনঃ—আৰে, কাম কৰিবৰ বাবেইতো বিশ্ববিদ্যালয় এৰি আহিছো মিঃ চৰকাৰ, তামচা কৰিবলৈ অহা নাই। পিচে আমি ব'দত কাম নকৰা লৰাই এনেকৈ ৰ দত কাম কৰিব লাগিলে কিমান টান পাও জানানে? তাতে যদি ঠাট্টা-তামচা-বগৰ নকৰি কাম কৰিব লগা হয়, তেন্তে আমি কেনেকৈ কাম কৰিম? বগৰ কৰিহে কামৰ ভাগৰ পলুৱাব লাগিব। কাৰণ—

'যাৰ আছে ৰগৰ,
তাই নাই ভাগৰ।'

নৰেন দাসে চালখন দাঙি ওপৰলৈ তুলি কয়। তাকে দেখি ৰহিম আলিয়ে ঘৰৰ বেৰখনত বাতাবোৰ পোণ কৰি গাঠি দি দি কৈ উঠে।

ৰহিম আলিঃ—চমৎকাৰ কবিতা! ধন্যবাদ মিঃ দাস? ধুনীয়া কবিতা বনাই দিলে। সচা কথা, ৰগৰ নকৰিলে আমাৰ কামৰ ভাগৰ নকমে। কামৰ ভাগৰ কথাত মৰে, গাৰ ভাগৰ মনত মৰে। কবলৈ গলে—

"দিনে ৰাতি কাম কৰে
নকৰে ৰগৰ
শুকান নীৰস হিয়া
কৰে ধৰ্‌ফৰ।"

অৰুণ ডেকাঃ—চাব্বাচ মিঃ ৰহিম আলি। পাক্কা কবি আপুনি। তৎক্ষণাৎ কবিতা বনাই দিলে। পিচে আমাৰ ফালেহে আধ্যা। আপোনালোক দুয়োকো ঈশ্বৰ আৰু আল্লাই হঠাৎ কবিত্ব শক্তি দিলে, পিচে গডেহে মোক একো নিদিলে। বোধহয় গডৰ কবিত্ব শক্তি নাই। মিছাকৈ গডৰ আশ্ৰয় ললো। হায়! হায়!

"কি কৰিলো কি কৰিলো
ঈশ্বৰ আল্লাক নভজিলো।"

কবিত্ব শক্তি দেখাব নোৱাৰি (বাহটো ফালি ক্যামি বাহিৰ কৰি কয়) 'গড্‌'ক লৈ অপমান পালো।

গোহাইঃ—আপুনিও কম বস্তু নহয় মিঃ ডেকা। ঈশ্বৰ আল্লা গডক সাঙুৰি একেলগে কবিতা বনাই দিলে। (কামি চাছি চাছি উত্তৰ দিয়ে)।

অৰুণঃ—(হাঁহি মাৰি) কম বুলি কোৱা নাই, নকম বুলিহে ভাবিছো। (চালৰ ওপৰলৈ খেৰ দলিয়ায়)

বৰাঃ—বেচ কথা ভাই। অলঙ্কাৰ শাস্ত্ৰত আপোনাৰ যে বেচ বুৎপত্তি আছে ভাল প্ৰমাণ দিলে। একে উচ্চাৰণৰ শব্দই যে বেলেগ অৰ্থত ব্যৱহাৰ কৰিব পাৰি তাৰে প্ৰমাণ দিলে। 'কম' মানে অলপ আৰু 'কম' মানে ভৱিষ্যতে কথা 'কম', অৰ্থাৎ ক ধাতুৰ ভৱিষ্যত কালৰ প্ৰথম পুৰুষৰ ৰূপ। উচ্চাৰণ একে, কিন্তু ব্যৱহাৰ ভেদে অৰ্থ বেলেগ। ইয়াকে সাহিত্যৰ অলঙ্কাৰ কয়। ইংৰাজী সাহিত্যৰ অলঙ্কাৰক 'ৰেটোৰিক' বোলে আৰু ৰেটোৰিকৰ মতে পান ( Pan ) বুলি কয়। ইংৰাজী সাহিত্যৰ অলঙ্কাৰক বাদেও বাৰু অসমীয়া অলঙ্কাৰ শাস্ত্ৰমতে কি কয় মিঃ চৌধুৰী? আপোনাৰ বিএত এচামিজ অনাৰ্চ আছিল, কওক চোন বাৰু? ( চালৰ ওপৰত খেৰ পাৰি পাৰি যায় আৰু কয় )।

সুনীলঃ—বাদ দিয়ক আপোনালোকৰ সাহিত্যৰ অলঙ্কাৰ ফলঙ্কাৰ। বৰ্ত্তমান কাম কৰক। ( সুনীলে ঘৰৰ চাল বান্ধি বান্ধি কয় )

চৌধুৰীঃ—আমাৰ মিঃ চৰকাৰ দেখিছো পুৰাদমে অৰ্থশাস্ত্ৰৰ ( ইকনমিকচ্ ) ছাত্ৰ। বাৰু ধৰক চোন খুটাটোত, মই গাঠি দিওঁ। ( এটা খুটাৰ লগত বেৰখন বান্ধে )

ফুকনঃ—এৰা, এৰা, কাম কৰিবহে লাগে, কথা কব নালাগে। দুটা কাম একেলগে কোনাটো নহয়; এটা এটা কৰি কৰা উত্তম উপায়।

চান মহম্মদঃ—আৰু আনফালে—এক বুঢ়িৰ দুই কাম, ধানো বান্ধে, চুহে আম।,, ( ঘৰৰ চালৰ ওপৰত উঠি গাঠি দিব ধৰে )

গোহাইঃ—হাঁহি হাঁহি টঙাল তোলে আৰু গায়—

"ৰঘুপতি ৰাঘৱ ৰাজাৰাম।
পতিত পাবন সীতা ৰাম।।"

অৰুণঃ—( দা আৰু কোৰত বাজানা বজাই বজাই হাঁহি

'গায়— )

ভগনীয়া সংস্থাপন ধৰমৰ কাম,
সেইবাবে বঙালীৰ ঘৰ বান্ধি যাম।
পীড়িতৰ সেৱাহে মানৱৰ কাম,
তেতিয়াহে ধন্য হয় অসমীয়া নাম।
অসমীয়া বঙালীয়ে ভাৰতৰে লোক,
ভাৰতীয় নাগৰিক নাভাবা পৃথক।

এনেতে দূৰৈত ছোৱালী দলক দেখা যায়। তেওঁলোকে ছাত্ৰ সকলৰ ওচৰ পালে। কিৰণ, অনিমা, আৰতিহঁতে ৰন্ধা-বঢ়া কাম শেষ কৰি ছাত্ৰসকলক ভাত খাবলৈ মাতিব আহিছে। ছাত্ৰ-ছাত্ৰীসকলে একেলগে খায় যদিও বেলেগে বেলেগে বাস কৰে · প্ৰত্যেক দলৰ লগতে তত্বাবধায়ক হিচাবে প্ৰফেচাৰ আৰু প্ৰফেচাৰণী আছে। ছাত্ৰী-সকলে ছাত্ৰসকলৰ উপৰি ভগনীয়া অনাথ সকলোৰ কাৰনে আৰু নিঃ সহায় সকলৰ কাৰনেও একেলগে খাদ্যৰ ব্যৱস্থা কৰি আহিছে। ছাত্ৰ ছাত্ৰীৰ লগত ভগনীয়া বঙালীসকলে খাবলৈ পাই যেন নতুন জীৱনৰ আস্বাদ পালে। শিক্ষিত যুৱক-যুৱতীৰ হাঁহিআনন্দ আৰু উৎসাহ উদ্দিপনাৰ মাজত পৰি তেওঁলোকৰ নীৰস হতাশ জীৱনতো যেন নতুন প্ৰাণৰ সঞ্চাৰ হল; নতুন মাদকতাৰ উমান পালে। ছাত্ৰীসকলে হাঁহি হাঁহি কৰ্ম্মৰত ছাত্ৰসকলক মাতি লৈ যায়। আনন্দ আৰু উল্লাসেৰে ছাত্ৰসকলে তেওঁলোকৰ পিচে পিচে গৈ খোৱা-লোৱা ঠাই পালে গৈ। তেতিয়া দুপৰীয়া।

( ১১ )

যেতিয়া দেশত শান্ত অৱস্থা বিৰাজ কৰিলে তেতিয়া আৰম্ভ হল পুনৰ বঙালী নেতা কিছুমানৰ গৰিহণাৰ হুঙ্কাৰ আৰু বাতৰি কাকত কিছুমানৰ অসমীয়া জাতিৰ প্ৰতি কুটচা-ৰতনা। অসমৰ

হুলস্থূলে গৈ যেন এইবাৰ পশ্চিমবঙ্গতহে আৰম্ভ হল। সমগ্ৰ পশ্চিমবঙ্গ জুৰি সভা-সমিতি, হৰতাল আৰম্ভ হল। কিছুমান নেতাৰ উত্তেজনামূলক বক্তৃতা আৰু বাতৰি কাকত কিছুমানৰ মিছা বাতৰি আৰু উদ্দেশ্যমূলক মন্তব্যই সমগ্ৰ পশ্চিমবঙ্গৰ বঙালীকে উত্তেজিত কৰি তুলিলে। পশ্চিমবঙ্গৰ লোকে অসমীয়া মানুহ দেখিলেই মাৰি-বলৈ উদ্যত হল। কলিকতাৰ হোটেলবোৰত অসমীয়া মানুহ বিচাৰি ফুৰিব ধৰিলে। এজন বিশিষ্ট নেতাই ঘোষণা কৰিলে যে অসমত জুলাই সংঘৰ্ষৰ অন্তৰ্নিহিত কাৰণ হল, অসমৰ পৰা বঙালীক খেদা। এইটো “বঙাল খেদা” আন্দোলনহে। এই কথাত পশ্চিমবঙ্গৰ চৰকাৰো বিভ্ৰান্ত হল। বঙ্গৰ নেতৃস্থানীয় ব্যক্তিৰ এনে অবিবেচনা মূলক উক্তি শুনি বাহিৰৰ মানুহে প্ৰমাদ গণিলে, কিন্তু পশ্চিমবঙ্গৰ জনসাধাৰণ একেবাৰে উন্মত্ত হৈ উঠিল। নেতা, উপনেতা, সাধাৰণ মানুহ, সকলোৱে একেলগে অসমীয়াক আক্ৰমণ কৰিলে—বাক্য-বচন আৰু কাৰ্য্যেৰে।

লোকসভাৰ মজিয়াত তোলপাৰ লগাই দিলে। দলে দলে অসমলৈ আহি ঘটনা তদন্ত কৰিব ধৰিলে। ক'ত কিমান ঘোষ বোস, ভট্টাচাৰ্য্য, চেতাৰ্জী, বেনাৰ্জীৰ দলে আহি কিমান তদন্ত, হন্ত, দন্ত, উপান্ত কৰি অসমত খলক লগাই দিলে, তাৰ অন্ত নোহোৱা হল।

ইতিমধ্যে গোলমালৰ সময়ত কেইবাবাৰো অসমৰ মুখ্যমন্ত্ৰী জনা অসুস্থ হৈ পৰে আৰু বিত্তমন্ত্ৰীৰ হাতত আচল শাসন ভাৰ পৰে। জুলাইৰ প্ৰথম সপ্তাহত “কাৰফিউ” জাৰি কৰা সময়ত মিলিটাৰী বিলাকৰ ভয়ত অসমীয়া মানুহৰ তৎ নাইকীয়া হৈছিল। সামৰিক শাসনৰ কেনে ভয়াবহ সোৱাদ চাৰি দিনৰ ভিতৰতে অসমীয়া মানুহে পালে। জীৱন আৰু সম্মান সৈনিকৰ হাতত এৰি দিব লাগিলে জনসাধৰণৰ অৱস্থা কেনে হয়, তাৰ স্বাদ দিলে অসমীয়া মানুহক। তাৰ পিচত গোলমাল কাম কটাৰ

পিচত আকৌ আহিল মুখত নিন্দা আৰু ভৎসনাৰ বিষবাম্পলৈ পশ্চিমবঙ্গৰ নেতা কিছুমান। তেওঁলোকৰ গালিত অসমীয়া মানুহৰ জীৱনত খিকাৰ বিকাৰ লাগিল। গোৰেশ্বৰৰ কেচৰ সংশ্ৰৱত অসম হাইৰ্কোটৰ মজিয়া বঙালী বেৰীষ্টানৰ আস্ফালনত চিঁৰাচিৰ হ'ল। পশ্চিমবঙ্গৰ কংগ্ৰেছ নেতা অমূল্য ঘোসৰ— "আসামে বৰ্ব্বৰ নাটকীয় ঘটনাই সভ্যতাৰ সংকট" বোলা উক্তিয়ে দিনীৰ লোকসভাৰ মজিয়া উত্তপ্ত কৰিলে। তাৰ উপৰি "আসামে বঙাল খেদা আন্দোলন স্নুৰু হয়ছে।" "আসামী গুণ্ডা দুবৃত্তদেৰ আক্ৰমণে আতঙ্ক", "বঙ্গ ভাষা ভাষী অঞ্চল পশ্চিমবঙ্গেৰ অন্তভুক্ত কৰিতে হইবে", "নৰকাস্নুৰেৰ ৰাজত্বে বঙাল খেদা ও অগ্নিকাণ্ড" আদি আক্ৰোহ মূলক বক্তৃতাই নেতাসকলৰ মুখত এনেভাবে উচ্চাৰিত হব ধৰিলে যে আন ৰাজ্যৰ মানুহে শুনি তবধ মানিলে।

আনফালে সেই বাৰ্তাৰি কাকতবোৰ প্ৰচাৰ আৰম্ভ কৰিলে, "আসামে ৰাষ্ট্ৰপতিৰ শাসন অপৰিহাৰ্য্য।" "যে ৰাজ্য অনা-অসমীয়া ভাষীৰা সংখ্যা গুৰু, সেই ৰাজ্যটিকে অন্ততঃ বহুভাষী বলিয়া মানিয়া লওৱা হউক।" আনকি ভাৰতীয় সাহিত্য একাদেমীৰ পুৰস্কাৰ পোৱা বঙালী সাহিত্যিক ওপন্যাসিক স্বয়ং তাৰ শঙ্কৰ বন্দোপাধ্যায়ে লিখিলে—"আসামীয়াদেৰ সঙ্গে আমাদেৰ ধৰ্ম্মগত বিদ্বেষ নাই, জাতিগত বিদ্বেষ নাই—বিদ্বেষ ভাষাগত । আপ্নি বলিয়াচেন, আসামে আসামিয়া ভাষা প্ৰাদেশীক ভাষা হওয়া উচিত । কিন্তু সেখানে তাহা মানি কি কৰিয়া...।" আনফালে শিৰফুটা বঙালী কবিয়ে স্বয়ং ৰবি ঠাকুৰকে পেৰ'ডি কৰি উপহাস কৰিলে। কবিন্দ্ৰ ৰবীন্দ্ৰ ঠাকুৰে লিখিছিল—

"সাত কৌটি সন্তানেৰে হে বঙ্গ জননী।
ৰেখেছ বঙালী কৰে মানুহ কৰণি॥"

কবি নীলকণ্ঠই পেৰ'ডি কৰিলে—

সাত কৌটি সন্তানেৰে হে মুগ্ধ জননী।

মানুহ কৰেছ হায় বাঙালী কৰণি ॥

এই বিলাকৰ পৰা প্ৰাদেশীকতাৰ ভাব কেনেভাৱে চলিছিল, তাৰ চানেকী পোৱা যায়।

এই সময়ত বঙালী কাকতবোৰে অসমীয়া জাতিটোক আচামীৰ কাঠ গড়াত তুলিছিল। তেওঁলোকে আনকি অসমীয়া জাতিক অসমীয়া নুবুলি "আসামী" হে বুলিছিল। অৰ্থাৎ অসমীয়াক আসামী বা আচামী সজাইছিল।

অৱশ্যে, ইয়াৰ মাজতে নিৰপেক্ষ বঙালী ভদ্ৰলোক যে নাছিল তেনে নহয়। তেওঁলোকে সাহসেৰে সত্য প্ৰকাশ কৰিছিল। তাৰে ভিতৰত শ্ৰীঅমলেন্দু গুহ, অশোক সেনগুপ্ত, প্ৰভাত মুখাৰ্জী, হেমাঙ্গ বিশাস, অন্নদাশঙ্কৰ ৰায় আদি উল্লেখযোগ্য।

পশ্চিমবঙ্গৰ নেতাসকলে অসমলৈ আহি ইমান লম্ফ-জম্ফ আৰম্ভ কৰি দিলে, যেন অসমখন পশ্চিমবঙ্গৰ তলতীয়া ৰাজ্যহে। পৰৰাজ্যৰ আভ্যন্তৰিণ বিষয়ত হস্তক্ষেপ কৰি অনধিকাৰ চৰ্চ্চা কৰিবলৈ তেওঁলোকে ক'ত অধিকাৰ পালে তাকে ভাবি অসমীয়া মানুহ আচৰিত হৈ গল। বোধহয় অসম চৰকাৰৰ সহিষ্ণুতাকে তেওঁলোকে দুৰ্ব্বলতা বুলি ধৰি ললে। তেওঁলোকে নিজে নোৱাৰি সৰ্ব্বভাৰতীয় নেতাসকলকো নমালে।

আহিল অজিত প্ৰসাদ জৈন। আহিল ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতি সঞ্জীৱ ৰেড্ডি। অসম ভ্ৰমণ কৰি মন্তব্য দিলে— "জুলাইৰ সংঘৰ্ষ পূৰ্ব্ব পৰিকল্পিত নহয়, ই সাময়িক উত্তেজনাৰহে সৃষ্টি। অসমীয়া মানুহ জগৰীয়া নহয়।" তাৰ ফলস্বৰূপে কলিকতাত ৰেড্ডিৰ প্ৰতিমূৰ্ত্তি সাজি দাহ কৰা হল। তাৰ পিচত আহিল, কেন্দ্ৰীয় আইন মন্ত্ৰী অশোক সেন। তেওঁ অসম ভ্ৰমণ কৰি কলে "কলিকতীয়া বাতৰি কাকতৰ কথা মিছা। অসমীয়া ভাইসকলে যে তিৰোতাৰ ওপৰত অত্যাচাৰ কৰিব নোৱাৰে তাক মই জানো।" এই মন্তব্যৰ পৰিণতি হল কলিকতত তেওঁৰো

প্ৰতিমূৰ্ত্তি দাহ। সেই সময়ত কলিকতাত কেৱল প্ৰ. মূৰ্ত্ত দাহৰ হে কাৰবাৰ চলিল। গৃহদাহৰ পিচত প্ৰতিমূৰ্ত্তি দা কেৱল দাহন কাৰ্য্য। এই কাৰ্য্যত কলিকাতা সকলতকৈ আগ হ'ল। তাৰ পিচত দিল্লীৰ পৰা দলে দলে সৰ্ব্বভাৰতীয় নেতা আহি অসম ভ্ৰমণ কৰি গল। কেইবাজন কেন্দ্ৰীয় মন্ত্ৰীয়ে ভ্ৰমণ কৰিলে। তাৰে এজনে মন্তব্য কৰিলে—ভগনীয়া সংস্থাপন সুন্দৰ হৈছে। অসমীয়া আৰু বাংলা দুটা সহোদৰা ভগ্নী ভাষা, কোনো সৰু ডাঙৰ নহয়। তাৰ পিচত বঙালী সকলৰ প্ৰবাসী মনোভাব দেখি যেন কৈ দিলে—"যিসকল অসমবাসীয়ে অসমক নিজৰ ৰাজ্য বুলি নাভাবে সেই সকলে এই ৰাজ্য পৰিত্যাগ কৰক।" তাৰে ফল স্বৰূপে কলিকতাত তেওঁৰো প্ৰতিমূৰ্ত্তি দাহ কৰা হ'ল।

ইয়াৰ পিচত পিচত পশ্চিমবঙ্গৰ ভূতপূৰ্ব্ব মন্ত্ৰী এজনা আহিল আৰু গোৰেশ্বৰ পৰিদৰ্শন কৰিলে। ঘটনা তদন্ত কৰি ভগনীয়া সংস্থাপন কাৰ্য্য চাই পৰম খুচি হৈ কলে—"অসমীয়া মানুহ সহজ সৰল অতিথি পৰায়ণ নিৰ্জ্জুলোক। এওঁলোকৰ দ্বাৰা কোনো দুষ্কাৰ্য্য হোৱা নাই। এই ঘটনাৰ গুৰিত অন্য শ্ৰেণীৰ লোকহে আছে।" তেওঁৰ এই নিৰপেক্ষ বাণীত ক্ষীপ্ত হৈ স্বাৰ্থ জৰিত মহলে তেওঁক নানা গালি গালাজ কৰিলে। তাৰ পিছত আহিল ভাৰতীয় কংগ্ৰেছ মহাসভাৰ প্ৰাক্তন সভানেত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধী। তেওঁৰ অসম ভ্ৰমণ কৰি ঘটনা তদন্ত কৰি কৈ দিলে—"অসম চৰকাৰৰ ভগনীয়া সংস্থাপন কাৰ্য্য প্ৰশংসনীয়। ভগনীয়াসকল পুনৰ নিজ নিজ ঠাইলৈ ফিৰি অহা উচিত।" তাৰ পিচত ৰাজ্য ভাষা সম্পৰ্কে কয়—"অসমৰ ৰাজ্যভাষা একমাত্ৰ অসমীয়া হোৱা উচিত।" এই বাণীয়ে সিপক্ষৰ হৃদয়ত যেন জুই জ্বলাই দিলে। যেতিয়া তেওঁ দীল্লীলৈ ফিৰিল আৰু কোচবিহাৰ পালে, তেতিয়া তেওঁক কলা-পতাকা দেখুৱালে আৰু কলাশাৰী আগ বঢ়ালে। উন্মত্ত জনতাই তেওঁক নানা ৰকমে অশ্লীল গালি পাৰি কানি-কাপোৰত টানি,

কাপোৰ চিৰি অপমান কৰিলে। শেষত ভাগ্যে পুলিচে লাঠি চাৰ্য কৰি মহাবীৰ সকলক খেদি দিলে। তাৰ পিচত কলিকতাত তেওঁৰ প্ৰতিমূৰ্ত্তিকে দাহন কৰিলে।

ইয়াৰ পিচত অসমীয়া নেতা সকলৰ প্ৰতিমূৰ্ত্তি সাজি দাহ কৰিবলৈ ধৰিলে। কলিকতাত প্ৰতিমূৰ্ত্তি দাহন কাৰ্য্য আৰম্ভ হল। তাতে এজন মুছলমান অসমীয়া নেতাৰো প্ৰতিমূৰ্ত্তি দাহন কৰিলে। নৈষ্ঠিক হিন্দুৱে যে কেনেকৈ মুছলমানৰ শৱ-কাৰ্য্য সম্পাদন কৰিব পাবে তাকে ভাবি অসমত থকা চেতাৰ্জী বেনাৰ্জী, ঘোষ, বোস, ভট্টাচাৰ্য্য সকলো অবাক হল।

তাৰ পিচত আহিল কেন্দ্ৰীয় মন্ত্ৰীসকলৰ "ফৰমূলা" বিলাক এটা ফৰমূলা মতে অসমৰ ৰাজ্যভাষা 'হিন্দী' হব লাগে। অসনীয়াও নাই, বাংলাও নাই মাজতে আহিল্ হিন্দী। অসমীয়া নালাগে বঙালীয়েই এই ফৰমূলা' নাকচ কৰিলে; আৰু কলিকতাৰ তেওঁৰো প্ৰতিমূৰ্ত্তি দাহ কৰিলে।

আকৌ আহিল এটা ফৰমূলা'। 'ফৰমূলাটো যেতিয়া খুলি চোৱা হল শ্বিলঙত, তেতিয়া দেখা গল যে তাৰ ভিতৰত আছে "অসম বহুভাষী' হোৱা মছলা। অসমীয়া, বাংলা আৰু হিন্দী এই তিনিওটা ভাষা অসমৰ ৰাজ্যভাষা হব লাগে। এইবাৰহে এইবাৰ। অসমীয়া, বাঙালী, পাহাৰীসকলোৱে এই ফৰমূলাৰ দুৰ্গন্ধত থুই থুই দিলে। এই "ফৰমূলা" কাকো নালাগে। শেষত সকলোৱে এই "ফৰমূলা" টোক বিদায় দিলে। এইবাৰৰ পৰা আৰু দিল্লীৰ পৰা "ফৰমূলা গোলমূলা" লালমূলা, একোকে কাকো নলগা হল। এই অৱস্থাত ফৰমূলাৰ ইমান উৎপাত হৈছিল যে ইয়াৰ উৎপাতত জনসাধাৰণ অতিষ্ঠ হৈ উঠিল।

ইয়াৰ পিচত পশ্চিমবঙ্গৰ কিছুমান বঙালী নেতা আৰু কাছাৰবাসী কিছুমান বঙালী নেতাৰ অসম ভ্ৰমণ দিল্লীগমণৰ হেঁচাত পৰি প্ৰধানমন্ত্ৰীয়ে দ্বিতীয়বাৰ অসমলৈ আহিল। প্ৰথমবাৰ, গুৱাহাটী-

চালনাৰ পিচতেই আহি অসমৰ ঘটনা আৰু পৰিস্থিতিৰ সম্যক সন্ধান লৈ তেওঁ গৈছিল আৰু কটন কলেজ হোষ্টেলত এজন লৰাৰ মৃত্যু হোৱাৰ বাবে বৰ ব্যথিত হৈছিল। তাৰ পিচৰবাৰ আহি সমস্ত অসম ভ্ৰমণ কৰি ঘটনাৰ সবিশেষ পৰিস্থিতি পৰ্য্যালোচনা কৰি, অসম চৰকাৰৰ ভগনীয়া সংস্থাপনত সুখী হৈ কৈ দিলে—"অসমীয়া ৰাইজ আৰু অসম চৰকাৰৰ ভগনীয়া সংস্থাপনৰ ব্যৱস্থা অতি সন্তোষজনক। সকলোবোৰ ভগনীয়া এতিয়া নিজ নিজ বাসস্থানলৈ ফিৰি অহা উচিত। অসম শান্ত। অসমৰ ৰাষ্ট্ৰপতিৰ শাসনৰ আৱশ্যকতা নাই। তাৰ পিচত যাবৰ সময়ত কৈ গল —"অসমীয়া ভাষা ৰাজ্যভাষা হোৱা উচিত।" প্ৰধান মন্ত্ৰীৰ এনে আশ্বাস বাণীত মৃতপ্ৰায়, জুকলা, ভগ্নহৃদয় অসমীয়াৰ প্ৰাণত নতুন নতুন চেতনা আৰু প্ৰেৰণাৰ সঞ্চাৰ হল। প্ৰধান মন্ত্ৰীক প্ৰাণেৰে অভিনন্দন জনাই অসমীয়াই তেওঁক বিদায় দিলে।

প্ৰধান মন্ত্ৰী কলিকতা পালে। সংবাদ দাতাই সুধিলে—"অসমীয়া আসামে ৰাজ্যভাষা হবে?" প্ৰধান মন্ত্ৰীয়ে তাচ্ছিল্য কৰি ওলোটা প্ৰশ্ন কৰিলে—"অসমীয়া ভাষা অসমত ৰাজ্যভাষা নহৈ ক'ত হব? বোম্বেত?" জোকৰ মুখত চুন দিয়াৰ দৰে সংবাদদাতা সকল আঁতৰিল। তাৰ পিচত, কিন্তু তেওঁৰ প্ৰতিমূৰ্ত্তি সাজি জুই দিয়া হল কলিকতাতে। সেই সময়ত কলিকতা মহনগৰী যেন মহাশ্মশানত পৰিণত হৈছিল। প্ৰতিমূৰ্ত্তি দাহ কেৱল প্ৰতিমূৰ্ত্তি দাহ তাৰ ফল স্বৰূপে পোন্ধৰ আগষ্টত স্বাধীনতা দিৱসৰ দিনা পশ্চিমবঙ্গত স্বাধীনতা উৎসৱ বৰ্জ্জন কৰিলে। তাকে দেখি প্ৰধান মন্ত্ৰী জৱহৰলালে কলে কঠোৰ সুৰত—"অসম বা পশ্চিমবঙ্গই ভাৰত নহয়। ইয়াৰ অৰ্থ হল অসম বা পশ্চিমবঙ্গত কিবা হলেই সৰ্ব্বভাৰতীয় জাতীয় উৎসৱ বৰ্জ্জন কৰা উচিত নহয়, কাৰণ অসম বা পশ্চিমবঙ্গ ভাৰতৰ ভিতৰৰ একোখন ৰাজ্যহে, ভাৰত ইয়াৰ ভিতৰত নহয়।

ইয়াৰ পিচত একোপধ্যে নোৱাৰি সেই নেতাসকলে "এনেকোৱাৰী কমিচন" দাবী কৰিব ধৰিলে। এই সংঘৰ্ষত কোন কোন অসমীয়াই অংশ গ্ৰহণ কৰিছে, কোন কোন নেতাই বুদ্ধি দিছে; কোন কিতাপত 'বঙাল' শব্দ আছে তাকে ঘুকতি বাহিৰ কৰিবৰ বাবে নানা ফিকিৰ ফন্দি কৰিধ ধৰিলে। কলিকতাত তাকে লৈয়ে শোকসভা আৰু হৰতাল আৰম্ভ হল। কাছাৰৰ কিছুমান নেতাই তাকে লৈয়ে কলিকতালৈ অহাযোৱা কৰিব ধৰিলে। তাৰ চিন স্বৰূপে কাছাৰ জিলাত "সংগ্ৰাম পৰিষদ" নাম দি এটি সন্থা তৈয়াৰ হল। কিন্তু আনফালে সেই কাছাৰতে "শান্তি পৰিষদ" নাম দি আন এটি সন্থা গঠিত হল। এটি সংগ্ৰাম আৰু আনটি শান্তি। যুদ্ধ আৰু শান্তি। কাছাৰত এই যুদ্ধ আৰু শান্তিৰ আখৰা চলিল।

আনফালে কলিকতীয়া বাতৰি কাকত কিছুমানে অসমীয়া কিতাপ আৰু সাহিত্যিক সকলক অভিযুক্ত কৰিবলৈ আৰম্ভ কৰিলে। চৰকাৰৰ দ্বাৰা সেইবোৰ কিতাপ প্ৰকাশ বন্ধ কৰিবলৈ যোৰ ভাবে আন্দোলন চলালে। কোনে ক'ত কেতিয়া কি কথা লিখিছিল তাৰ উদ্ধৃতি দি কিতাপ, প্ৰৱন্ধ, আলোচনী আদিৰ নাম প্ৰকাশ কৰিব ধৰিলে। এইবাৰ যেন ৰাজ্যভাষাৰ নামত কিতাপ স্বহীদ কৰা পাল পৰিল। জুলাইমাহত হল মানুহ শ্বহীদ আৰু আগষ্টত আৰম্ভ হল কিতাপ শ্বহীদ। সেই মৰ্ম্মে বঙালী বাতৰি কাকতে কেইবাখনো অসমীয়া কিতাপৰ নাম প্ৰকাশ কৰিলে। তাৰে ভিতৰত সত্যব্ৰত লহকৰ সম্পাদিত আলোচনী "নাম নাই" প্ৰেমনাৰায়ণ দত্তৰ প্ৰবন্ধ 'আশীৰ্ব্বাদ' মহম্মদ পিয়াৰৰ উপন্যাস হেৰোৱা স্বৰ্গ আৰু হিতেশ ডেকাৰ ৰাজনৈতিক উপন্যাস 'মাটি কাৰ'।

আনফালে বাতৰি কাকত আৰু সাহিত্যিক সকলে অসমীয়া কিতাপ অভিযুক্ত কৰি চৰকাৰৰ দ্বাৰা তাৰ প্ৰকাশ বন্ধ কৰিবলৈ উঠিপৰি লাগিল। কোনে ক'ত কেতিয়া কি কথা লিখিছিল তাৰ

উদ্ধৃতি দি কিতাপ, প্ৰবন্ধ, আলোচনী আদিৰ নাম প্ৰচাৰ কৰিব ধৰিলে। এইবাৰ যেন ৰাজ্যভাষাৰ নামত কিতাপ শ্বহীদ কৰা পাল পৰিল। জুলাইত মানুহ শ্বহীদ হল, আগষ্টত কিতাপ শ্বহীদ হবৰ উপক্ৰম হল। সেই মৰ্ম্মে' বঙালী বাতৰি কাকতে কেইবাখনো অসমীয়া কিতাপৰ নাম প্ৰকাশ কৰিলে। তাৰে ভিতৰত সত্যব্ৰত লহকৰৰ আলোচনা 'নাম নাই', প্ৰেম নাৰায়ণ দত্তৰ প্ৰবন্ধ 'আশীৰ্ব্বাদ', মহম্মদ পিয়াৰৰ উপন্যাস 'হেৰোৱা' স্বৰ্গ' আৰু হিতেশ ডেকাৰ ৰাজনৈতিক উপন্যাস 'মাটিকাৰ' শেষত মাটিকাৰ লৈ পশ্চিমবঙ্গত দস্তুৰ মত এটা হুলস্থুলৰ সৃষ্টি হল। অকল পশ্চিমবঙ্গই নহয়, সমগ্ৰ ভাৰত ব্যাপী 'মাটিকাৰ' লৈ এটা হৈ চৈ লগাই দিলে। 'মাটিকাৰ' ৰ কিছুমান কথা হিন্দী আৰু ইংৰাজীত অনুবাদ কৰি হিন্দী কাগজ আৰু ইংৰাজী আলোচনীত তুলি দি তাৰ বিৰূপ বাখ্যা দি সমালোচনাৰ নামত গালি গালাজ আৰম্ভ কৰি দিলে; গোৰেশ্বৰত ভগনীয়াৰ ঘৰ তুৱাৰ বান্ধি দি ছাত্ৰছাত্ৰীসকল ফিৰি আহিছে।

আজি অসমীয়াৰ বৰ আনন্দৰ দিন। আজি পঁচিশ অক্টোবৰ উনৈশ শ আশী চনৰ। অসমীয়া ভাষাক ৰাজ্যভাষা ৰূপে স্বীকৃতি দিলে। অসমত অসমীয়া ভাষা ৰাজ্যভাষা হল। কাছাৰ জিলা আৰু পাৰ্ব্বত্য জিলা কেইখনত সংখ্যালঘুৰ ভাষাক ৰক্ষণাবেক্ষণ দি কাছাৰত জিলা পৰ্য্যায়ত বাংলা ভাষাক চৰকাৰী ভাষা হিচাবে ৰাখিলে।

ৰাজ্যভাষা কৰ্ম্মপৰিষদৰ নিৰ্দ্দেশ অনুযায়ী অসমীয়াৰ ঘৰে ঘৰে চাকি বন্তি জ্বলিবলৈ আৰম্ভ কৰিলে গধূলি বেলিকা। আজি যেন অসমৰ দীপান্বিনা। এই আনন্দ গ্ৰহণৰ কাৰণেই যেন কিৰণে আজি অৰুণক ৰাতি ভাত খাবলৈ নিমন্ত্ৰণ কৰিছে।

গধূলি বেলিকা অৰুণ আৰু সুনীল দুই বন্ধুই সুনীলহঁতৰ ঘৰ উঠিল। আহিয়ে দেখিলে—কিৰণে মাটিৰ চাকি জ্বলাই ঘৰে

বাহিৰে দীপান্বিতা সদৃশ কৰি তুলিছে। তাইৰ যেন আজি আনন্দৰ সীমা নাই। ইমান দিন অশান্তি আৰু দন্দৰ আজি যেন নিষ্পত্তি হৈ গল। আজি মহা আনন্দৰ দিন। দুখ বন্ধুই পদুলি মুখ পায়ে দেখা পালে কিৰণক—এগছি ডাঙৰ বন্তি জ্বলাই আছে পদূলিমুখত। উজ্বল বন্তিৰ উজ্বল কিৰণত ৰূপহী কিৰণৰ ধুনীয়া মুখমণ্ডল আলোকিত হৈ উঠিছে। তাইক তেনে লাৱণ্যময়ী বেশত সুন্দৰ পৱিত্ৰ ভাৱত দেখি দুয়ো থমকি ৰল। অৰুণে হাঁহি মাৰি মাত লগালে—"আজি কিহৰ আয়োজন কিৰণ?" তাই মুৰদাঙি দুয়োকো দেখি ধুনীয়া হাঁহি এটা মাৰি উত্তৰ দিলে—"শান্তি আৰু মিলনৰ আয়োজন। আজিৰ পৰা যে অসমৰ পৰা হিংসা আৰু অসূয়াৰ কলাভূত আতৰি পলাল। আজি অসমৰ আনন্দৰ দিন। আজি বন্তি জ্বলিব অসমৰ ঘৰে ঘৰে। আজি হল অসমৰ একমাত্ৰ ৰাজ্যভাষা অসমীয়া।

অৰুণঃ—তুমি চমৎকাৰ বক্তৃতা দিব পৰা হলায়ে কিৰণ?

কিৰণঃ—(হাঁহি মাৰি থিয় হৈ) আপোনালোক দুজন এনেহেন বক্তাৰ সংস্পৰ্শত থাকিও যদি মই বক্তৃতা দিব নোৱাৰো তেন্তে আপোনালোকৰে অসন্মান হব।

অৰুণঃ—বঢ়িয়া উত্তৰ। ধন্যবাদ।

সুনীলঃ—"এতিয়া যাচোন আমাৰো ব্যৱস্থা কৰ গৈ চাকিত কিমান তেল দিম, আমাৰ মুখতো চাহ দিবলৈ চেষ্টা কৰ গৈ।" সুনীলৰ ঠাট্টাত কিৰণে হাঁহি মাৰি উত্তৰ দিলে।

কিৰণঃ—আগেয়ে চিয়াৰৰূপী গছত গৈ চাকি হৈ বহাগৈ, পিছতো মই তেলৰূপী চাহ দিম।

অৰুণঃ—(হাঁহি মাৰি) সেই কাৰণেই আমাৰ জিভাৰূপী শলিতাই তোমাৰ চাহৰূপী তেল পাবলৈ লকৃলকাই আহিছে। আহা এতিয়া।

দুই বন্ধুই আগবাঢ়ে; কিৰণে পিচে পিচে হাঁহি হাঁহি যায়।

দুয়ো গৈ ড্ৰইংৰুমত বহে। কিৰণে ভিতৰ সোমাই যায়। তাৰ পিচত হাত ভৰি পখালি অৰুণ আৰু সুনীলে আহি পুনৰ ড্ৰইংৰুমত বহে।

কিছুপৰ পলনে কিৰণে চাহ লৈ আহে। দুই বন্ধুই চাহ খায়। কিৰণ ওচৰতে ঠিয় হৈ থাকে। চাহ খাই খাই অৰুণে ঠাট্টা কৰে।

অৰুণঃ—আজিনো কিয় নিমন্ত্ৰণ কৰিলা কিৰণ ?

কিৰণঃ—আমন্দৰ দিনত মিত্ৰজনক আনি খুৱাব লাগে, তেহে আনন্দ বৰ্দ্ধিত হয়।

সুনীলঃ—লগতে অসমীয়া আৰু বঙালীৰ মিলন কৰিবৰ বাবেও নহয় নে ? (হাঁহি ঠাট্টা কৰে)

কিৰণঃ—তেখেত অসমীয়া কিন্তু আপুনি বঙালী নহয় দাদা। গতিকে অসমীয়া আৰু বঙালীৰ মিলন হল ক'ত।

সুনীলঃ—মই যে বঙালী নহয় তাৰ প্ৰমাণ কি ?

কিৰণঃ—খাটি বঙালী বুলি দাবী কৰা তিমিৰ বৰণ গুপ্তকে সোধক গৈ চোন কি কয় ?

অৰুণঃ—তেন্তে মোৰো অসমীয়াত্বৰ শুদ্ধত্বৰ বিষয়ে তুমি আমাৰ মিঃ বৰুৱাক সুধি আহিব লাগিব কিৰণ ? (হাঁহে অৰুণে)

কিৰণঃ—(হাঁহি মাৰি) আচলতে আপোনালোক দুয়ো অসমীয়াও নহয় আৰু বঙালীও নহয়।

অৰুণঃ—এৰা, তুই ঠিকেই কৈছা কিৰণ, আমি দুয়ো অসমীয়া, বঙালী কোনো দলতে নাই—কব গলে আমি ভাৰতীয়। তাতকৈও আচলকৈ পৰীক্ষা কৰিলে দেখিবা, আমি মানুহ হে, ভাৰতৰ ঠেক গণ্ডিয়েও আমাৰ ভাব, আদৰ্শ আৰু চিন্তাক সামৰি ৰাখিব পৰা নাই। ধৰ্ম্ম, জাতি, দেশ আদিৰ সংকীৰ্ণতাৰ পৰা আমি মুক্ত। আমি মানুহ কুসংস্কাৰ বাৰ্জিত মানুহ কিৰণ ; আমাৰ ধৰ্ম্ম মানৱতা, জাতি মানৱ-জাতি আৰু দেশ, এই পৃথিবীখন। আমাৰ চকুৰ আগত আজি

নতুন পোহৰে ধৰা দিছে।

কিৰণঃ—আপোনাৰ ভাৱৰ লগত আগবাঢ়িব নোৱাৰো। আমি সাধাৰণ মানুহ সংস্কাৰ মুক্ত মানুহ—সংস্কাৰ মুক্ত হব পৰা নাই।

অৰুণঃ—ঠাট্টা কৰিলা নেকি?

কিৰণঃ—( গহীন হৈ ) ঠাট্টা নহয়; সঁচাকৈ কৈছো।

সুনীলঃ—তোৰ দৰ্শন, সাহিত্য ফাহিত্যৰ কথা বাদ দে। বৰ্ত্তমান ক-চোন, ডেকাক কিহেৰে খুৱাবি।

কিৰণঃ—( হাঁহি মাৰি কয় তাই ) ৰাজ্যভাষাৰ তৰকাৰীৰে। সোৱাদ ব্যঞ্জনেৰে খালে যেন জুতি পায়, সোৱাদ লগা ভাবেৰে খালেও একে তৃপ্তিকে পায়। সোৱাদ জিভাৰে বস্তু, কিন্তু তৃপ্তি মনৰ বস্তু।

অৰুণঃ—চাববাচ কিৰণ, বঢ়িয়া উত্তৰ।

সুনীলঃ—এৰা, তোৰ আওপকীয়া কথাবোৰ কিৰণ। এতিয়া পাকঘৰলৈ যা। সোনকালে খোৱাৰ যোগাৰ কৰ গৈ।

কিৰণঃ—সোনকালে কিয়? তেখেত যাব নেকি? যাব নোৱাৰে।

সুনীলঃ—যোৱাৰ কথা মই কোৱা নাই, ভোকৰ কথাহে কৈছো।

কিৰণঃ—"এই ফুট গধূলিতেনো ইমান ভোক লাগিল নে? বাক গৈছো।" তাই পাকঘৰলৈ যায় গৈ। পাকঘৰত গৈ মাকক বন্ধা-বঢ়া কামত সহায় কৰে।

ইফালে দুই বন্ধুই নানা গল্প আৰম্ভ কৰে। ৰাজ্যভাষা সংক্ৰান্ত হোৱা সংঘৰ্ষত অসম পশ্চিমবঙ্গত যি তিক্ততাৰ সৃষ্টি হল তাৰ জেৰ কিমান দিনলৈ থাকে তাক কোৱা টান। বাহিৰত, মুখত নীৰৱ থাকিলেও পেটে পেটে যে বহুদিনলৈ এই তিক্ততাৰ জেৰ যে বৈ যাব তাত কোনো সন্দেহ নাই। এই সংক্ৰান্তত হোৱা কয় কতিৰ

হিচাবৰ বিষয়ে আলোচনা কৰে।

অৰুণঃ—এই গোলমালত অসময় প্ৰভূত ক্ষতি হ'ল মিঃ চৰকাৰ, ধন, প্ৰাণ, মন তিনিওটাৰে ক্ষতি হ'ল। প্ৰায় তিনি কৌটি টকা অসবাজভড়ালৰ পৰা খৰচ হ'ল। ভগণীয়া সংস্থাপনাত প্ৰায় এক কৌটি টকা গ'ল। তাৰ উপৰি পুলিচ, মিলিটাৰী পহৰা দিওতে, ধাৰ-ঋণ দিওতে, তাৰ উপৰিও নেতা সকলৰ 'মিচন' বিলাকৰ 'মিচ' হৈ নষ্ট খৰচ কৰোতে, যোৱা বিলাকক লৈ প্ৰায় তিনি কৌটি টকা খৰচ গল। এই টকা গ'ল একমাত্ৰ অসমীয়া মানুহৰ। তাৰ উপৰি চৰকাৰী হিচাব মতে ৪০ জন মানুহ মৰিছে, কিন্তু বেচৰকাৰী হিচাব মতে চল্লিশৰ পিঠিত এটা শূণ্য বহুৱাই দিয়ক। এয়ে হ'ল প্ৰাণ হানি। তাৰ বাহিৰে, অসমৰ নামৰ সমস্ত ভাৰত জুৰি কলঙ্ক ৰটনা হ'ল। অসমৰ সন্মান হানি হ'ল। অসমৰ ধন, প্ৰাণ আৰু সন্মান হানিলৈ মনত পৰিলে বেয়া লাগে মিঃ চৰকাৰ। মানুহে মানুহৰ ওপৰত কি কাণ্ড কৰিব পাৰে, ভাবিলে অবাক হব লাগে।

সুনীলঃ—বৰ বেয়া লাগে মিঃ ডেকা, ভাবিলে বৰ দুখ লাগে। ক্ষতি অকল অসমৰে নহয়—পশ্চিমবঙ্গৰো হৈছে। ধন হানিৰ বাহিৰে মান হানিও হৈছে যথেষ্ট। আজি ভাৰতৰ আন ৰাজ্যৰ মানুহে হীন চকুৰে চাব ধৰিছে। তেওঁলোকক ভাষা সাম্ৰাজ্যবাদী বুলি ধৰি লৈছে।

অৰুণঃ—দুখ কৰি থাকিলে নহয়; আমি সকলোৱে নিজৰ নিজৰ ভুলবোৰ স্বীকাৰ কৰি তাক শোধন কৰিবলৈহে চেষ্টা কৰিব লগা হৈছে।

সুনীলঃ—ভুল সংশোধন কৰিবলৈ চেষ্টা কৰিছে নে ভাৰতৰ মানুহে নতুনকৈ ভুল কৰিবলৈহে চেষ্টা কৰিব ধৰিছে? পশ্চিমত পাঞ্জাবী চুবাৰ দাবী, দক্ষিণত 'দ্ৰাবিড় মুন্নেট্ৰা কাজাগাম' আন্দোলন, পূবত পাহাৰী ৰাজ্যৰ দাবী আদিয়ে বাৰু কি বুজায়? এনেবোৰ

আন্দোলন কৰিলে জানো ভাৰতৰ একতা আহিব? এইবোৰ আন্দোলনে গা কৰি উঠিলে ভাৰতৰ অখণ্ডতা ৰক্ষা হব নে? অখণ্ড ভাৰত দ্বিখণ্ড হোৱাৰ পিচতো এতিয়া শতখণ্ড হৈ খানবান হব। এইবোৰে এতিয়া প্ৰমাণ কৰিব ওলাইছে যে ভাৰত অনৈক্যৰ ভিতৰতে ঐক্য ( unity in diversity ) নহৈ ঐক্যৰ ভিতৰতহে অনৈক্য হব ধৰিছে। ই বৰ অশুভ লক্ষণ মিঃ ডেকা।

অৰুণঃ—( হাঁহি মাৰি ) সেইবাবে বৰ্ত্তমান আমি তেওঁক শোধনাগাৰৰ নলনি সমগ্ৰ ভাৰত জুৰি 'মন শোধনাগাৰ' অনুষ্ঠান স্থাপন কৰিব লগাহে হৈছে মিঃ চৰকাৰ। আমাৰ চৰকাৰে এই শোধনাগাৰ কৰিব নোৱাৰে—আমি ৰাইজে কৰিব লাগিব। ( দুয়ো হাঁহিব ধৰে )

সুনীলঃ—মই এটা কথা ভাবিছো মিঃ ডেকা। এনেভাবে অসমত ভৱিষ্যতে বৃহৎ শিল্প প্ৰতিষ্ঠান হলে অসমলৈ আকৌ অনা অসমীয়াৰ ঢল নামিব সৰু-সুৰা চাকৰি আৰু শিল্প কামৰ জৰিয়তে, তেতিয়া আকৌ বিভেদমূলক আন্দোলনে গা কৰি উঠি পুনৰ গোলমাল লগাব।

অৰুণঃ—"আপুনি ভবিষ্যত বাণী কৰিলেই। ঈশ্বৰে কৰক, আপোনাৰ ভৱিষ্যত বাণী যেন নফলে এয়ে প্ৰাৰ্থনা। এইবাৰতে পাইছো ইয়াৰ মজা, আৰু যেন আমাৰ বংশধৰসকলে এনে নিকাৰ ভূঞ্জিব লগা নহয়। সেইবাবেই কৈছো যে আমি মন শোধানাগাৰ পাতিব লাগে। আমাৰ এই তিক্ত অভিজ্ঞতাই আমাক শিক্ষা দিয়ক।"

এনেতে পাকঘৰৰ পৰা আহি কিৰণে হাঁহি মাৰি কয়—'শিক্ষা ভাল ৰকমেই দিম আহক। ভৰকাৰীত ভালকৈ জলা দিছো। আহক এতিয়া ভাত দিছো। হাঁহি মাৰি অৰুণে কয়—সেইতো মোৰ জনা আছে। বঙালী তৰকাৰীতো। জলা হবই। তাৰ বাবে মই প্ৰস্তুত।"

তিনিও হাঁহে। হাঁহি হাঁহি গৈ তিনিও পাকঘৰ সোমায়। পাকঘৰত ভাত সাজি দিছে। দুয়ো খাবলৈ বহে সুনীলৰ মাকে পৰম আগ্ৰহেৰে অৰুণৰ কুশলবাতৰি শুধি অতি ছেনেহৰে কাষত বহি ইবিধ সিবিধ দি থাকে। অৰুণে কি ভাল পায় তাক কিৰণে জানে। বহুত দিনৰ পৰা খোৱাত তাই লক্ষ্য কৰি আহিছে ভাল গৃহিনী সকলে এইটো লক্ষ্য কৰেই। সাধাৰণতঃ বঙালী পৰিয়ালত ব্যঞ্জনৰ পৰিমাণ তাকৰ যদিও সংখ্যাত সৰহ। জ্বালা বেচি যদিও সোৱাদো কম নহয়। পৰিমাণত কম কমকৈ দিয়ে, কিন্তু কেইবাবাৰো দিয়ে। আস্তোৰ পূৰ্ণস্বাদ উপলব্ধি কৰাৰ বাবেই বোধহয় তেনে কৰে। অৰুণে যি খন অস্তুতো বেচিকৈ খায়, সেইখন তৰকাৰী ঘনকৈ পাতত পৰে। খোৱা আৰু দিয়া এনেভাবে পৰম আনন্দেৰে চলে। দুয়ো বন্ধুই।

খাই বৈ উঠি তামোলচালি খায়। সুনীলে কয়—

মোৰ বৰ ভাগৰ লাগিছে মিঃ ডেকা, সোনকালে শুব লাগিব।" সুনীলৰ কথা শুনি মাকে মাত দিলে—"তই শুই থাকগৈ সুনীল; বোপাৰ কাৰণে ড্ৰইং ৰূমতে বিচনা তৈয়াৰ কৰি দিম।"

সুনীল বৰ পৰিশ্ৰান্ত ক্লান্ত হৈ আছিল। মাকৰ কথা শুনি অৰুণৰ পৰা বিদায় লৈ তেওঁ শুবলৈ গল নিজৰ ৰুমলৈ। অৰুণে বাৰান্দাত বহি থাকিল। সুনীলৰ মাকে কলে—"তুমি বহা বোপা মই কিৰণক ভাত দিওগৈ। খাই বৈ উঠি তাই তোমাৰ বিচনা তৈয়াৰ কৰি দিব।"

"হব বাৰু।"

মাকে কয় কিৰণকো—"কিৰণ, বোপাৰ কাৰণে বাহিৰৰ ৰুমতে বিচনা তৈয়াৰ কৰি দিবি। বাচাক বৰ ক্লান্ত যেন দেখিছো।"

কিৰণঃ—"দিম মা, আগতে মোক ভাত দে। খাই বৈ উঠি মই তেখেতৰ বাবে শয্যা তৈয়াৰ কৰি দিম।

অৰুণে বাৰান্দাত বহি জিৰাই লয়। মাকে কিৰণক ভাত

বাঢ়ি দিয়ে। তাই ভাত খাবলৈ বহে। কিৰণক ভাত দি আহি মাকে পুনৰ অৰুণৰ কাষত পীৰা এখনত বহে। দুয়ো মেল কৰিবলৈ ধৰে। মেল হল গোবেশ্বৰৰ ঘটনা আৰু ঘৰ-দুৱাৰ বন্ধা। কাম কেনেকৈ হৈছিল তাৰ বিৱৰণ দি গল অৰুণে। তেওঁ একান্ত মনে শুনি গল। ভগনীয়াৰ দুখ-কষ্টবোৰ মনত কৰি কিৰণৰ মাকৰ চকুলো ওলাল। শেষত কিৰণৰ মাকে কলে—"তোমালোকক যে মই পুনৰ ফিৰাই পালো; এয়ে মোৰ ভাগ্য বোপা, তাতে মোৰ আনন্দ। সিদিনা মোৰ নিজ ঘৰতে ঘটনা হৈছিল। তাৰ পিচতো তোমালোক দুয়ো, লগতে কিৰণেও মোৰ হাক বচন নুশুনি গোবেশ্বৰলৈ গুচি গল। মোৰ যে তেতিয়া কেনে লাগিছিল তাক কি কম বোপা। মাক হলেহে বুজিব পাৰিলাহেঁতেন সন্তানকে বিপদৰ মুখলৈ যোৱা দেখিলে মাতৃহৃদয়ে কেনে কৰে। সি যিকি নহওক, ঈশ্বৰে মোক তোমালোকক ফিৰাই দিলে। তোমালোক ফিৰি অহা দিনাহে মোৰ বুকু জুৰ পৰিছে। মোৰ সন্তান ফিৰাই পালো, তাতে মোৰ আনন্দ।

অৰুণাঃ—আৰু আমিও আমাৰ মাক ফিৰাই পালো, তাতে আমাৰ আনন্দ। অসমীয়া বাইজে পালে অসমীয়া মাতৃভাষাকে ৰাজ্যভাষা ৰূপে আৰু আমিও ফিৰাই পালো আপোনাক 'মা' হিধাবে।

'মা' বুলি কোৱাত কিৰণে ভাত গৰাহ হাতত লৈ স্তব্ধহৈ থাকি ডেকাৰ কথাত কাণপাতি বল কিছুসময়; তাৰ পিচত মুখত ভৰাই হাঁহি হাঁহি পৰম তৃপ্তিৰে চোবাব ধৰিলে।

কিছুসময় পিচত কিৰণৰ খোৱা হল। খাই বৈ উঠি তাই খোৱা বাচন বৰ্ত্তনবোৰ পৰিপাতি কৰি থৈ মজিয়াখন মচি হাত ধুই ডাঙৰ ঘৰৰ ভিতৰলৈ গল কানি-কাপোৰবোৰ লৈ গৈ গ্ৰহং ৰূমত বিচনা তৈয়াৰ কৰিবই ধৰিলে। ইফালে অৰুণে বাৰান্দাত বহি মাকৰ লগত মেল কৰি আছিল। বিচনা তৈয়াৰ কৰি দি তাই

অৰুণক মাতিলে—

"আহক, আপোনাৰ বিচনা তৈয়াৰ।"

তাইৰ মাত শুনি মাকে কলে—"যোৱা বোপা, ৰব ভাগকৰা হৈ আছা, শুৱা গৈ।"

"ভাল বাৰু আপুনি ভাত খাওক গৈ।"

অৰুণ ড্ৰইং ৰুমলৈ যায়। কিৰণৰ মাক পাকঘৰলৈ যায়। অৰুণে ৰুমৰ ভিতৰ সোমোৱাত কিৰণে কলে—"এই বিচনা। মই পানীৰ লোটা আনি দিও। আপুনি শোৱক।"

"আচ্ছা।"

তাই ওলাই যায়। অৰুণে বিচনাত বহে। সুন্দৰ ধবল শয্যা —পৰিস্কাৰ-পৰিচ্ছন্ন, পৰিপাতি অৰুণৰ ভাল লাগি যায়। তেওঁ বিচনাত বহি ভৰিৰ চেণ্ডেল খহাই থয় আৰু বিচনাৰ ওপৰত ভৰি তুলি আসন পাতি বহে। টেবিলৰ ওপৰত পানীৰ লোটা আৰু গ্লাচটো থৈ অৰুণৰ ফালে চাই মিচিকীয়া হাঁহি মাৰি কয়—"আসন পাতি বহিলে দেখো, আমাৰ পৰম যোগীয়ে এতিয়া ঘৰ এৰি বনলৈ নগলেই ৰক্ষা।"

অৰুণে হাঁহি মাৰি কয়—"পৰম যোগী নহয়—পৰম ভোগীহে মই। দিয়া, দুনিয়াৰ সমস্ত সম্পদ, সকলোকে মই উপযোগী কৰিম।"

"এই গৃহস্থীৰ মাজত থাকিলে কি হয় তাক আমি জানো।"

"সেই বুলি তুমি নেভাবিবা যে গৃহবাসত থাকিলে মানুহে যোগী হব নোৱাৰে। ঘৰত থাকি পঞ্চইন্দ্ৰিয়ক নিগ্ৰহৰূপে পূজা কৰি ৰাগ-দ্বেষ শূণ্য হৈ গৃহবাস কৰিলেও তপস্যা হয় কিৰণ, তাৰ বাবে বনলৈ যাব নালাগে; কাৰণ—

"বনেপি দোষাঃ প্ৰভবন্তি ৰাগিনাং।
গৃহেপি পঞ্চেন্দ্ৰিয় নিগ্ৰহস্তপঃ॥
অকুৎসিতে কৰ্ম্মণি যঃ প্ৰবৰ্ত্তন্তে।
নিবৃত্তৰাগস্ত গৃহম্ তপোৱনম্॥

অৰুণৰ সংস্কৃত শ্লোকৰ আবৃত্তি শুনি কিৰণে ৰগৰ কৰি হাঁহি মাৰি কৈ উঠে—"ধামক, ধামক দেউ, সংস্কৃতৰ চাল চামৰা এনেয়াই নিদিব; পণ্ডিত সকলে লগ পালে পলুই পাত খোৱা দিব। ওহ! বাপৰে বাপ। ভিতৰে ভিতৰে একেবাৰে বিদ্যাদিগজ মহাপণ্ডিত হৈ আছে।"

দুয়ো খিলখিলকৈ হাঁহে। অৰুণে হাঁহি মাৰি কয়—"যত মানে অনিষ্টৰ মূল এই স্ত্ৰীজাতি।"

তাই হাঁহি মাৰি উত্তৰ দিলে—"চাব, মোক গালি পাৰোতে আপোনাৰ মাকত গাতো লাগিব।"

সেয়েতো মস্কিল......। বাৰু এৰিলো। দিয়া চোন পানী এগ্লাচ, অলপ খাই লও।"

"নামি আহক বিচনাৰ পৰা।"

"ইয়াতে দিয়া, নামিব নোৱাৰো।"

"নামি আহিবলৈ কৈছো, নামি আহক।" তাই ধমক দিয়ে "ওহ; কি মস্কিল।" অৰুণ নামি আহে।

কিৰণে এগ্লাচ পানী বাকী দিয়ে। অৰুণে পানী খায়। ঘটিতো টেবিলত থৈ কয়—

"আজি বৰ মজাকৈ খালো; খোৱাত বেচ মজা পালো।"

"মোক ভালৰি বলাব নালাগে।"

"হাঁহি মাৰি ৰগৰৰ সুৰত কয়"—অৰুণে—

"তোমাক ভালৰি নোবোলালে কাক ভালৰি বোলাম বঙালনী? অসমীয়া ৰাজ্যভাষা হোৱাৰ বাবে মোক বঙালনী বুলি ইতিকিং কৰিলে নেকি? অসমত অসমীয়া ভাষাই ৰাজ্যভাষাৰ অধিকাৰ পালে আৰু আমি বঙালীয়ে প্ৰাপ্য অধিকাৰো হেৰুৱালো।

"প্ৰাপ্য অধিকাৰ হেৰুৱা নাই বৰং তাতকৈ অধিক অধিকাৰ লাভ কৰিলা।"

"কি অধিকাৰ লাভ কৰিলো?"

"ধৰা তোমাৰ মাৰাৰ কথাকে। তোমাৰ 'মা' আৰু আজিৰ পৰা মাহীমাৰ অধিকাৰ হেৰুৱালে, কিন্তু অধিক অধিকাৰ পালে। আজিৰ পৰা তোমাৰ 'মা' আৰু মোৰ "মাহী মা" নহয় বৰং তাতকৈ বেচি......?"

"কেনে ?"

"মাহীমাৰ আদৰক মানুহে কপট মৰম বুলি আখ্যা দিয়ে কিৰণ। মাহীমা বা সতীয়ামাৰ চৰিত্ৰ পুৰণি সাহিত্যৰ বুকুত বৰ বেয়া ৰকমে অঙ্কিত কৰিছে। গতিকে মই আৰু তোমাৰ 'মাক' মাহীমা নোবোলো।"

"তেন্তে কি বুলিব ?"

"মাহীমাতকৈ কোনে বেচি আদৰ কৰে ?"

"নিজ মাই।"

"আৰু কোনে ?"

"কব নোৱাৰো।"

অৰুণে মিচিকীয়া হাঁহি মাৰি মুখখন কিৰণৰ কাষলৈ নি কয়—"তোমাৰ মাৰাই, অৰ্থাৎ শাহুআয়ে।"

"উ-উ" কিৰণে মুখখন ঘূৰাই আনন্দ অভিমান মিশ্ৰিত কণ্ঠে কৈ উঠে। অৰুণে হাঁহি মাৰি আকৌ কয়—"শাহুআইৰ মৰম জানো মাহীমাৰ মৰমতকৈ বেচি নহয় ? গতিকে আজিৰ পৰা মাহীমাক শাহুআই পাতিলো।"

"মই বঙালনী, গতিকে মোৰ মাও বঙালনী আৰু।"

"বঙালনী মাহীমাক শাহুআই কৰিলো সেই বাবে।"

"কিয় ?"

অসমীয়াৰ বাবে অসমীয়া ভাষা নিজ মা আৰু বাংলা ভাষা মাহীমা আছিল আজি এই পশিচ অক্টোবৰলৈ ; আজিৰ পৰা অসমীয়া ভাষা ৰাজ্যভাষা বা ৰাজমাতা হল আৰু বাংলা ভাষা কাছাৰত জিলাপৰ্য্যায়ৰ চৰকাৰী ভাষাৰ মৰ্য্যদা পাই মাহীমা। গুচি

শাহুআই হ, অৰ্থাৎ আজিৰ পৰা বাংলা ভাষাকো আগতকৈ অধিক মৰ্য্যদা দিয়া হল। সেইবাবে ময়ো মাহীমাক অধিক মৰ্য্যদা দিয়া উচিত আৰু উপযুক্ত সন্মানকে দিলো। এতিয়া তোমাৰ কি কৰ লগা আছে?’

কিৰণে অন্তৰত আনন্দ আৰু পুলক অনুভৱ কৰিলেও বাহিৰত অভিমানৰ সুৰত কয়—“মোক অপমান কৰিলেহে বোধহয় জুতি লাগে?”

“নিশ্চয়।”

কিয়?

অপমানত অভিমান বাঢ়ে, অভিমানত আকৰ্ষণ বাঢ়ে আৰু অকৰ্ষণত প্ৰণয় গাঢ় হয়। সেইবাবে তোমাক........”

ঠাট্টা আৰু ৰগৰৰ চলেৰে যিমান হানি হানি কয় মইহে বুজো। চাঁও গুচক, মই যাওঁ!” অভিমান কৰি যাবলৈ ওলায় অৰুণে হাঁহি মাৰি হাতখনত থাপমাৰি ধৰি কয়—

“ধেমালি কৰিলেও খং?’,

“মোৰ মাক লৈয়ো আপোনাৰ ধেমালি?”

“তোমাৰ মাক লৈ ধেমালি কৰা নাই।”

“তেন্তে কিয় ঠাট্টা কৰিলো।”

“কি ঠাট্টা কৰিলো?”

“এইযে ‘শাহুআই’ বুলিলে ই জানো ঠাট্টা নহয়?”

শাহুআই বোলাতো ঠাট্টা নহয়—সত্য।’

‘সত্য?’

‘আকাশৰ অৰুণ-কিৰণৰ দৰে সত্য।’

তাই অৰুণৰ মুখলৈ চাই থাকে। অৰুণে গহীন ভাবে তাইৰ চকুলৈ চাই থাকে। তাইৰ চকু চলচলীয়া হয়। অৰুণে কাষলৈ আহি তাইক সোধে বৰ করুণ ভাবে—‘কিয় কান্দিছা কিৰণ?’

‘তাই তেওঁৰ চকুলৈ চাই উত্তৰ দিয়ে—কন্দা নাই।’

"তেন্তে কিহৰ চকুলো ?"

"আনন্দৰ চকুলো।"

"কিহৰ আনন্দ।"

"অসমীয়া ভাষাই আজি পালে ৰাজ্যভাষাৰ স্বীকৃতি আৰু মই আজি পালো স্বীকৃতি।"

"কিহৰ ?"

"আপোনাৰ হৃদয়ৰ।"

"কিৰণ! কিৰণ! মোৰ আদৰণী।"

"অৰুণে আবেগতে কিৰণক সাৱটি ধৰিলে। কিৰণে তৎক্ষণাৎ মাটিত বহি আঠুকাঢ়ি অৰুণৰ চৰণত ধৰি সেৱা কৰিলে,—অৰুণে দুই হাতেৰে তাইক তুলি আনি বুকুৰ মাজত সুমুৱাই লৈ মূৰটি পিহি পিহি কয়—"আজিৰ পৰা তুমি মোৰ সঙ্গিনী, সহধৰ্ম্মিনী, প্ৰিয়তমা পত্নী কিৰণ। তুমি মোৰ আদৰৰ ঘৈণী। তোমাৰ 'মা' মোৰো 'মা' সদৃশ শাহুআই আজিৰ পৰা মোৰ জীৱনৰ দায়িত্ব তোমাৰ ওপৰত।'

অৰুণে কিৰণক সাৱটি লয়। তাই তেওঁৰ বুকুত মাজত নিশ্চিন্তে নিজক এৰি দিয়ে। অৰুণ কিৰণ যেন এক হৈ মিলি যায়।

আকাশতো অৰুণ-কিৰণ এক। অৰুণ পৰা কিৰণ অবিচ্ছেদ্য। সূৰ্য্য থাকিলে ৰশ্মি থাকিবই। ৰশ্মিহীন দিনমণি দিনহীন মৃত।

বিজুলী পোহৰৰ ধৱল আলোকত দুটি প্ৰাণৰ পৱিত্ৰ মিলন প্ৰতিভাত হৈ উঠিল। এখনি প্ৰেমৰ দলিল স্বক্ষৰিত হল।

আজিৰে পৰা ইতিহাসে, ৰূপ ললে, ৰূপ ললে অসমীয়া ভাষাই ৰূপ ললে অসমীয়া জাতিয়ে, ৰূপ ললে অসমীয়া সমাজে; লগে লগে নৱ ৰূপেৰে ৰূপায়িত হল অসমৰ ইতিহাস।

অন্ত

# সীমাৰ কাজিয়া

## প্ৰথম অধ্যায়

( ১ )

"যুদ্ধ অতি ঘৃণনীয় কাৰ্য্য, নৃশংসতাৰ চৰম পৰিণতি। মানৱ ৰক্তেৰে ধৰণী প্লাবিত কৰি এক পৈশাচিক দৃশ্যৰ অৱতাৰণা কৰে ৰণাঙ্গণত। হিংসা, প্ৰতিহিংসা আৰু অমানুষিকতাৰে মানৱ মন ভৰি উঠে। মানুহ হৈ পৰে হিংস্ৰ পশু। এই ঘৃণনীয় আৰু পাশৱিক কাৰ্য্যলৈ যিয়ে মানুহক ঠেলি দিয়ে সিয়ে নৰপশু; অথচ যুগে যুগে জগতত এই কাৰ্য্য সংঘটিত হৈ আহিছে। কিয়? ইয়াৰ একমাত্ৰ উত্তৰ —এক শ্ৰেণীৰ ক্ষমতালোভী ৰক্তপিপাসু নেতাৰ বাবে। জগতত আজিলৈকে যিমানবিলাক যুদ্ধবিগ্ৰহ হৈছে তাৰ মূলতে আছে এক শ্ৰেণীৰ স্বাৰ্থপৰ, অহংকাৰী, আত্ম-সুখ সৰ্বস্ব, অল্পজ্ঞানী নেতা। পুৰণি কালৰ ৰজা, মহাৰজা, ৰাজচক্ৰৱৰ্তীকে আৰম্ভ কৰি আজিৰ যুগৰ নেতা, মহানেতালৈ সকলোবিলাক জননায়কে যুদ্ধৰ অৱতাৰণা কৰি আহিছে। কম বুদ্ধিৰ জনগণক উত্তেজিত কৰি নাইবা পাৰ্থিব ধন-বস্তুৰ লোভ দেখুৱাই অথবা স্বৰ্গ বা বেহেস্ত লাভৰ ছলনা কৰি এই জনসাধাৰণৰ মাজৰে বুদ্ধিমান আৰু চৌখৰ শ্ৰেণীৰ এক প্ৰকাৰ লোকক 'বিদ্যা' [illegible] আয়ায়ত [illegible] শিকাই আৰু অহেতুক [illegible] প্ৰদৰ্শন কৰি জননায়ক শ্ৰেণীয়ে আত্ম পক্ষ কৰি লয় আৰু তেওঁলোকৰ দ্বাৰা নানা মতবাদ প্ৰচাৰ কৰি নীতিবোধক আদৰ্শৰে [illegible] নিজ স্বাৰ্থ চিন্তা পোষণ কৰি সেই মতবাদ বা নীতিবোধক [illegible]

মাৰি লয় আৰু জনতাৰ মানসিক প্ৰস্তুতি সমাধা হ'লে জনগণৰ মন কাঢ়ি লয়। নীতিবাদৰ আদৰ্শ আৰু দোহাই ইমান প্ৰবল হয় যে জনগণে সেই নীতিৰ সমালোচনা কৰাতো মহাপাপেই আনকি ঘৃণা-স্বৰে কিম্বা আপত্তি দৰ্শোৱাও বৌ বৌ নৰক। সৰ্বসাধাৰণ জনতাক এনেভাৱে স্ব-ৰচিত মতবাদৰ চাকত পেলাই নাকত ধৰি ঘূৰোৱাৰ ব্যৱস্থা সমাধা হৈ যোৱাৰ পাচত সেই ঘূৰ্ণীয়মান জনতাক অৰ্পণ কৰা হয় জননায়কৰ হাতত। জননায়কে সেই মতবাদৰ ভক্তসকলক নিজ খুচিৰে ব্যৱহাৰ কৰি নিজৰ উদ্দেশ্য পূৰণত নিয়োগ কৰে। আগৰ দিনৰ ৰজা, মহাৰজা, খলিফা, বেৰণসকলে এনেকৈয়ে ব্ৰাহ্মণ, পুৰোহিত, মোল্লা, মমিন ক্লাৰ্জি, পোপ আদিৰ সহায়ত একোটা মতবাদ প্ৰচাৰ কৰি স্বৰগ-নৰক, যান্নাত-জাহান্নাম, হেভেন-হেল সৃষ্টি কৰি আৰু পাপ-পুণ্যৰ মানদণ্ড নিৰ্ণয় কৰি জনতাক বিভ্ৰান্ত কৰিছিল আৰু জনসাধাৰণৰ স্বাধীন চিন্তা বিলোপ কৰি এই বুদ্ধিজীৱি শ্ৰেণীৰ হাতৰ পুতলা কৰিব পাৰিছিল। ধৰ্মৰ দোহাই দি নীতিবাদৰ সাঁচত মাৰি একোটা সামাজিক আদৰ্শৰ সৃষ্টি কৰি লৈ জনগণক সেই আদৰ্শৰ গাঁতত পেলাই স্বাধীন চিন্তা ৰহিত কৰি বুৰ্বক বনাই অৰ্পণ কৰিছিল জননায়কজনৰ হাতত আৰু তেওঁৱাই স্ব-খুচিৰে খিয়াল খুচিমতে ব্যৱহাৰ কৰিছিল নিজৰ উদ্দেশ্য সাধনত। ভাৰতৰ ৰজা, মহাৰজা, সম্ৰাট, ৰাজচক্ৰৱৰ্তী উপাধিধাৰী জন-নায়কসকলে আৰু ব্ৰাহ্মণ পুৰোহিত নামধাৰী বুদ্ধিজীৱিসকলে এনেভাৱেই ভাৰতবৰ্ষৰ শাসন, শোষণ আৰু উৎপীড়ন কৰিছিল সাধাৰণ মানুহক। পশ্চিম এচিয়াৰ খলিফা, মোল্লা, মমিনসকল আৰু ইউৰোপৰ কিং, বেৰণ, পোপ, ক্লাৰ্জিসকল এওঁলোকৰ সমগোত্ৰ। সেই সামন্ত যুগত এনেভাৱেই জননায়কসকলে জনতাৰ স্বাধীন চিন্তা হৰণ কৰি নিজ স্বাৰ্থ সিদ্ধিৰ কাৰণে পুতলা অৱতাৰণা কৰিছিল। আগৰ দিনৰ ৰজা, খলিফা, কিং আজিৰ দিনৰ নেতা ৰাষ্ট্ৰনায়ক; আগৰ দিনৰ ব্ৰাহ্মণ-পুৰোহিত, মোল্লা, মমিন, পোপ, ক্লাৰ্জি আজিৰ দিনৰ ৰাজনীতিজ্ঞ পণ্ডিত; আগৰ দিনৰ ধৰ্মগুৰু, ধৰ্মপ্ৰৱৰ্তক আজিৰ

দিনৰ ৰাজনীতি প্ৰৱৰ্তক, মতবাদ প্ৰচাৰক একে। আগৰ দিনৰ ধৰ্মগুৰুৰ ধৰ্মৰ মতবাদেৰে মানুহক ভীতসঙ্কুচিত আৰু বিমূঢ় কৰি মানুহৰ স্বাধীন চিন্তা বিলোপ কৰি জনতাক আচ্ছন্ন কৰি ৰাখিছিল এক ভ্ৰমত আৰু তাৰ দ্বাৰাই বিভ্ৰান্ত জনতাক তুলি দিছিল জন-নায়ক বা ৰাষ্ট্ৰনায়কৰ হাতত। ধৰ্ম বা মতবাদ যে মানুহৰ আবিষ্কৃত এই মহাসত্যটোকো এনেভাৱে ঢাকি ৰখা হৈছিল যে তাৰ বিষয়ে প্ৰশ্ন কৰাটোও গুৰুতৰ দোষৰ কথা। আজি কালিও বুদ্ধিজীৱি শ্ৰেণীয়ে ৰাজনীতি মতবাদৰ বা আদৰ্শৰ বিৰুদ্ধাচৰণ কৰাটো দূৰৰ কথা আনকি তাক সমালোচনা কৰাও প্ৰতিক্ৰিয়াশীলতা আৰু শত্ৰুতাৰ নিদৰ্শন বুলি গণ্য কৰে। এনেভাৱে একোটা আদৰ্শবাদৰ সৃষ্টি কৰি বুদ্ধিজীৱিদলে অসহায় জনতাক তুলি দিয়ে ৰাষ্ট্ৰনায়কৰ হাতত আৰু ৰাষ্ট্ৰনায়কসকলে আদৰ্শগত নীতিৰ দোহাই দি প্ৰতিবেশী আদৰ্শক ধ্বংস কৰিবলৈ পাকে-প্ৰকাৰে যুদ্ধৰ সূচনা কৰে। এই কৌশলৰ কাৰণেই যুদ্ধ অতি ঘৃণনীয় আৰু জন-ক্ষয়ঙ্কৰী নৃশংস কাৰ্য্য বুলি জানিও জনগণে সেই নাৰকীয় কাৰ্য্যত লিপ্ত হ'বলগা হয়। মানৱ জাতিৰ বাবে যুদ্ধ অতি দুৰ্ভাগ্যজনক ঘটনা। হতভাগ্য মানৱ জাতিয়ে যে কেতিয়ালৈ এই কূটকৌশলীসকলৰ কৌশল বুজি উঠি এই ভ্ৰমজালৰ মুক্ত হৈ জন-ক্ষয়ঙ্কৰী ৰণ-সম্ভাৰ পৰিত্যাগ কৰি মুক্ত মন আৰু স্বাধীন চিন্তাৰ গৰাকী হ'ব তাক কোৱা টান। চিৰাচৰিত ইতিহাসৰ ঘটনাই যে কেতিয়া ৰূপ সলাব তাক মাত্ৰ জানে অনাগত কালে।

ৰাষ্ট্ৰৰ বাবে যুদ্ধ যেনে ধন-জন ক্ষয়ঙ্কৰী ঘৰৰ বাবেও কাজিয়া তেনে ধন-মান ক্ষতিকাৰক। যুদ্ধত যেনেকৈ একোখন ৰাজ্য ভাগি-ছিগি চুৰমাৰ হৈ যায়, কাজিয়াতো তেনেকৈ একোখন গৃহস্থী থানবান হৈ যায়। ৰাজ্যৰ কাৰণে ৰণ আৰু গাঁৱৰ কাৰণে কাজিয়া সমপৰ্য্যায়ৰ। এই দুয়োটা কাৰ্য্যই কুৎসিত-ঘৃণনীয়। কিন্তু আমাৰ দুৰ্ভাগ্য যে এই কুৎসিত কদাকাৰ কাৰ্য্য সদায় চলিয়ে আছিছে। সেই কাৰণেই আজি আমি সকলো

ঘৰখনেই বৰ জুকলা হৈ পৰিছেঁ৷ । আমাৰ চুবুৰীৰ আমাৰ কাষৰ উত্তৰৰ ঘৰৰ লগতে আমাৰ কাজিয়া আৰম্ভ হৈছে । সীমাৰ কাজিযা । ঘটনাটো হৈছে মাটিৰ সীমালৈ । মাটিৰ সীমাত যে কলি থকা বুলি আমাৰ বুঢ়ালোকে কয়, এই কথা মিছা নহয় । কলি মানে কাজিয়াৰ গুৰি বুলি ধৰিব পাৰোঁ । আমাৰো মাজত কলি সোমাল । আমাৰ বাৰীৰ মাটিৰ সীমালৈ কাষৰ ঘৰৰ লগত কাজিয়া আৰম্ভ হৈছে । কথাটো বৰ লাজৰ কথা লগতে দুখৰো কথা , লাজৰ কথা এই যে আমি কাজিযা নকৰোঁ আৰু অহিংসাৰ পথত চলিম বুলি সমস্ত গাওঁখনতে ইমান দিনে প্ৰচাৰ কৰি আহিছোঁ , কিন্তু হঠাতে কাজিযাত লিপ্ত হবলগা হ'ল এই ঘৰ মানুহৰ বাবে , আমাৰ বাবে ই বৰ লাজৰ কথা , আৰু দুখৰ কথা এই যে— আমি এইঘৰ মানুহৰ লগতে এদিন চুক্তি, আলোচনা, যুক্তি, পৰামৰ্শ কৰিছিলোঁ৷ যে আমি কোনেও কাৰো লগত কাজিয়া নকৰো, কাকো আক্ৰমণ নকৰো, আমি শান্তিপূৰ্ণভাৱে সহ-অৱস্থান অৰ্থাৎ একেলগে বাস কৰিম । পিছে সেইঘৰ মানুহৰ লগতে আমি প্ৰথমে কাজিয়া কৰিব লগাত পৰিলোঁ । ই বৰ দুখৰ কথা । কিন্তু কি কৰিম বন্ধু ! এইখন কাজিয়া যে তেওঁলোকে আমাৰ মুৰত জাপি দিলে । অতীতৰে পৰা আমি দুযোঘৰ মানুহৰ ভিতৰত বৰ মিল আছিল । আজি হঠাতে কাজিযা কৰিব লগা হোৱাত আমি বৰ দুখ পাইছো ।

"ময়ো কথাটো ভুলবৰ বাবেই আহিলোঁ । আপুনিতো জানে বন্ধু মোৰ কাম কি ? প্ৰত্যেক ঘৰৰ লগত মোৰ সম্বন্ধ । প্ৰত্যেক ঘৰৰ মতামত, অভাৱ অভিযোগ শুনি গৈ মই গাঁৱৰ ৰবমেলত উত্থাপন কৰিব লাগে । সেই বাবেই, আপোনালোকৰ এনেখন কাজিয়া লগাত স্বাভাৱিকতে মই আপোনালোকৰ ওচৰলৈ আহিবলৈ বাধ্য হৈছোঁ । বাৰু, কাজিয়াখনৰ কথা ভালকৈ বুজাই দিয়কচোন সোঁক.... ।"

মোৰ বন্ধুজনে সুধিলে । আবেলি পৰত মোৰ বন্ধুজন আহোঁতে মই এইবোৰ কথা কৈ আছিলোঁ । মোৰ কমৰ ভিতৰত বহি দুয়ো মেল কৰি আছিলোঁ । একালে মই, আনফালৰ চিয়াৰখনত মোৰ বন্ধুজন ; মাজতে টেবিলখন । মই বহুত কথা কৈ গৈছিলোঁ-এটা উত্তেজনাত । মোৰ কথাৰ উষ্মতা আৰু বাগাড়ম্বৰ দেখি মোৰ ভনী হৈমবতীয়ে আবেলিৰ চাহ-জলপান লৈ মোৰ কমলৈ সোমাই আহিল ; আৰু আমি দুয়োৰো মাজৰ টেবিলত চাহ-বিস্কুত সজাই থৈ হাঁহি মাৰ মাত লগালে—

"পাচতো বক্তৃতা কৰিবা ককাইদেউ আগেয়ে চাহ খাই লোৱা ।" এনেকৈ কৈ মোৰ পিচফাললৈ গৈ তাই মোৰ বন্ধুজনৰ ফালে চাই এটা মিচিকিয়া হাঁহি মাৰি দিলে । তাইৰ বগা দাঁত দুপাৰি, ৰঙচুৱা গাল দুখনি আৰু নীলা চকুযুৰিয়ে মোৰ বন্ধুজনক বহুত দিন আগতেই ঘাইল কৰি থৈছিল , আজিৰ এই মধুৰ মিচিকিয়া হাঁহিটিয়ে যে তেওঁৰ অন্তৰত কবিতাৰ বান তুলিব তাত মোৰ অকণো সন্দেহ নাই । ৰূপেনো কাৰ মন পাগল নকৰে ? তাতে ডেকাৰ আগত গাভৰুৰ সৌন্দৰ্য্য । উপভোগ বোলা যদি কিবা কথা আছে পৃথিবীত বোধহয় এয়ে । মোৰ বন্ধুজনে এক পলকৰ বাবে তাইৰ পিনে কটাক্ষপাত কৰি সৌন্দৰ্য্য উপভোগ কৰি ললে নিশ্চয় । মোৰ আগত ধৰা পৰিবৰ ভয়ত নিজক লুকাবলৈ ছল কৰি একান্ত দৃষ্টিৰে মোৰ মুখলৈ চাই পৰম আগ্ৰহেৰে প্ৰশ্ন কৰিলে—"কাজিয়াখন লাগিস কেনেকৈ ক ?"

মই অনুমান কৰিছিলোঁ, আগতে মোৰ দীঘলীয়া বক্তৃতা শুনি তেওঁ পেটে পেটে বিৰক্ত হৈছিল ; এতিয়া হঠাতে আগ্ৰহৰ মাত্ৰা ইমান বঢ়াৰ নিশ্চয় কাৰণ আছে । কাৰণটো অৱশ্যে নক'লেও হব । সকলোৱে বুজিব পাৰিছে । গাৰ তাপ পালে "থাৰ্মোমিটাৰ"ৰ পাৰা ওপৰলৈ উঠাৰ দৰে মোৰ বন্ধুৰো মনত আগ্ৰহৰ পাৰা উঠিছে। অৱশ্যে তাপ দিছে মোৰ ভনীজনীৰ উপস্থিতিয়ে । লোকৰ কথাতো

কি কম, মোৰ নিজৰ বেলিকাও তেনে হয়। মোৰ ভনীকেইজনী ধুনীয়া হোৱাৰ বাবে মোৰ এটা গৰ্ব আছে আৰু আনৰপৰা বিশেষকৈ ডেকামহলৰপৰা মই অতি আদৰ পাওঁ। ডেকা ল'ৰাবিলাকে মোৰ লগত বন্ধুত্ব কৰিবলৈ চেষ্টা বিচাৰি থাকে। মই বুজো সিহঁতে মোক বন্ধু হিচাবে পাবলৈ বিচাৰে নে আন কিবাহে বিচাৰে। মোৰ ধুনীয়া ভনীকেইজনীক লৈ মই গৌৰৱ বোধ কৰোঁ। কিন্তু এটা বিপদো হৈছে মোৰ। মোৰ ভনী কেইবাজনী আৰু তাইহঁত প্ৰত্যেকজনী বেলেগ বেলেগ দৃষ্টিভঙ্গীৰে ৰূপৱতী। প্ৰত্যেকজনীৰ গঠন বেলেগ আৰু ৰূপো বেলেগ বেলেগ। সেইবাবে মোৰ মস্কিল হৈছে। মস্কিল হৈছে মোৰ বিয়া সম্পৰ্কত। মোৰ কোনোজনী ছোৱালীকে পছন্দ নলগা হৈছে। বহুত ছোৱালীকে মোলৈ যাচিছে। গাওঁখনৰ সকলোবিলাক মানুহেই মোক জোঁৱাই পাবলৈ বিচাৰে— আমাৰ লগত মিতিৰ হবলৈ বাঞ্ছা কৰে ছোৱালী বিয়া দি। পিছে মোৰ হ'লে কাৰো ছোৱালীকে পছন্দ হোৱা নাই। মনস্তত্ত্বৰ ফালৰ-পৰা বিশ্লেষণ কৰিলে কোনোৱে হয়তো কব যে মোৰ ভনী কেইজনীৰ বিভিন্ন ৰূপ দেখি বিভিন্ন ছোৱালীৰ ৰূপ মোৰ মনত নিস্তেজ হৈ গৈছে। তেওঁলোকে যি নকওঁক, মোৰ পক্ষে অৱশ্যে এটা কথা ঠিক যে মোৰ ভনীকেইজনীৰ বেলেগ বেলেগ ৰূপ দেখি ছোৱালীৰ ৰূপৰ প্ৰতি মোৰ মন আমুৱাই গৈছে। ধুনীয়া ভনী থকা ইয়ো এটা বিপদ। সেই বাবে ধুনীয়া ভনী থাকিলে, ৰূপহী ঘৈণী মিলা টান। সি যি কি নহওক মই বুজিব পাৰিলোঁ যে মোৰ বন্ধুৰ অন্তৰত ৰস জন্মিছে। সেই বাবে হাঁহি মাৰি কলোঁ।—"কম বাক লাহে ধীৰে, আগেয়ে চাহখিনি খাই লওক; বেচেৰী হৈমই বৰ কষ্ট কৰি আনিছে।" মোৰ হাঁহিৰ অন্তৰালত য়ে কিবা এটা ইঙ্গিত আছিল তাৰ সম্ভেদ পালে সিহঁত দুজনেই। দুয়ো লাজ আৰু আনন্দত বঙা-চিঙা পৰি উঠিল। বেচেৰী হৈমজনীৰ বগা গাল দুখন বঙা হৈ উঠিল লাজতে। ইফালে বন্ধু মহাশয়ৰো কাণ দুখনে ৰং

সলালে। বোধহয় শৰীৰৰ আন অঙ্গতকৈ কাণ দুখনত তাপৰ মাত্ৰা হঠাতে অধিক হৈ পৰিল। মানুহৰ কথাই কেতিয়াবা কেতিয়াবা তাপৰো সৃষ্টি কৰে নেকি? কথাবো দেখিছোঁ উত্তাপ আছে। পিছে এটা কথা বৰ মজা হ'ল; মোৰ বন্ধুজনে বাককৈয়ে হৈমৰ ৰঙা গালৰ গোলাপী আভাৰ সৌন্দৰ্য্য উপভোগ কৰিলে আৰু মই উপভোগ কৰিলোঁ প্ৰেমত পৰা বা ৰূপত মজি যোৱা ডেকাৰ ব্যক্তিগত ল'ৰালি বা বুৰ্বকামিৰ ৰূপ। তেওঁ কিন্তু বেছ জুতি উপভোগ কৰিলে। বোধহয় চাহৰ জুতিতকৈ এই জুতি বেছি উপাদেয় অনু-ভৱ কৰিছে; মোৰ ভাব হয়।

দুয়ো চাহৰ কাপ তুলি ললোঁ। একোঢোক খাই ললোঁ। হৈমই দৰ্জাৰ পৰ্দাৰ কাষত থিয় হৈ মাচাক-মিচিককৈ ইকাল-সিকালকৈ হাঁহি আছে। মই চিন্তা কৰিলোঁ—তাই এওঁক পছন্দ কৰিছে নেকি? দুষ্টা ছোৱালীহঁতে ল'ৰাৰ মন পাগল কৰিবলৈ কৰা কপট অভিনয় কৰা নাইতো! দুজনীমান তেনে দুষ্টা ছোৱালীয়ে মোকো আজি কেইবা বছৰে জুলুম কৰি আছে। কিন্তু তাইতো তেনে দুষ্টা নহয়। তাই সৰল, শান্ত, নিৰীহ। তেন্তে বাস্তৱিকতে তাই এওঁক ভাল পাবলৈ যত্ন কৰিছে নেকি? মোৰ সন্দেহ হ'ল। মই কথাষাৰ উপলব্ধি কৰিবৰ বাবে এটা বুদ্ধি পাঙিলোঁ। তাইক ক'লো—

"মা হৈম, বোধহয় আয়ে আজি পিঠা বনাইছে, লৈ আহ গৈ আমালৈ।"

মোৰ আদেশ পাই তাই গ'ল গৈ। আমি দুয়ো চাহ খাব ধৰিলোঁ। চাহ খাই থাকোতে মই লক্ষ্য কৰিলোঁ, মোৰ বন্ধুজনে বাৰে বাৰে দৰ্জাৰ কালে নজৰ কৰিছে। বোধহয় হৈমৰ উপস্থিতি কামনা কৰিছে। মোৰ আৰু বুজিবলৈ বাকী নাথাকিল। একে ডেকা মানুহতো! যুৱকৰ মন বুজো মই। মই [illegible] [illegible] কালে একো [illegible] কৰা নাই, এনে ভাব [illegible]

ধীৰে ধীৰে কব ধৰিলেঁ।—"শুনক বন্ধু ! আপুনি জানে যে আমাৰ গাওঁখন বৰ ডাঙৰ আৰু দেখাত বৃত্তাকাৰ; আৰু জানে যে আমাৰ গাঁৱত পাঁচখন খেল আছে আৰু পাঁচটা পুখুৰীও আছে। প্ৰত্যেক খেলতে আকৌ বহুত ঘৰ মানুহ আছে। আমাৰ এই খেলখন গাঁৱৰ পূব মূৰত। আপুনি নিশ্চয় জানে যে আমাৰ গাঁৱৰ ভিতৰতে আমাৰ খেল ডাঙৰ আৰু খেলৰ ভিতৰতে সিহঁতৰ ঘৰখনত মানুহ বেচি। সিহঁত ধনবলত বলী নহয় বৰং কব পাৰি যে গৰীব; কাৰণ বছৰৰ বাৰ মাহৰ ভিতৰত চাৰি মাহ সিহঁতৰ ল'ৰা-ছোৱালী-বিলাক লঘোন পৰে—কিমানজন ল'ৰা-ছোৱালীয়ে যে খাবলৈ নাপাই প্ৰতি বছৰে মৰি থাকে তাৰ লেখ নাই; কিন্তু জনবলত হ'লে বলীয়ান। ল'ৰা-ছোৱালী বেচি হোৱা বাবে পোহ-পাল দিব নোৱাৰে, সেইব্যাবে মৰে। উনসত্তৰ নে সত্তৰজনেই সিহঁতৰ পৰিয়াল হ'ব। এখন ঘৰতনো ইমান মানুহ থাকিলে খাবলৈ নাপাই নমৰি কি হ'ব? ইফালে মুৰব্বীসকলে খেতি-বাতিত মন নিদি অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ কৰাতহে ব্যস্ত। অৰ্থাৎ উৎপন্ন কৰি খোৱাতকৈ লোকক ডকাইতি কৰি খোৱাকে বেচি পছন্দ কৰিছে হবলা। সিহঁতৰ ডাঙৰ ভায়েক দুজনে খাদ্য দ্ৰব্য উৎপন্ন কৰাত ভায়েকহঁতক খটোৱা নাই, খটাইছে যুঁজ-বাগৰ কৰাৰ শিক্ষা দিয়াত আৰু যুঁজৰ আহিলা তৈয়াৰ কৰাতহে। সেই কাৰণেই ওচৰ-চুবুৰীয়াৰ লগত ইচুতা-সিচুতা কৰি কাজিয়া কৰাৰ তালত থাকে। সিহঁতৰ পূবফালে থকা ঘৰৰ লগত কিমান যুঁজ কৰিলে তাৰ অন্ত নাই। বেচেৰাহঁত সৰু ঘৰৰ, কম মানুহ থকা যেন পাই ডকাইতি কৰিবলৈ কিমান যে চেষ্টা নকৰিলে! পিছে সিহঁত যদিও জনসংখ্যাত কম তথাপি কৌশলত কম নহয়। বেটা-হঁতক ঢোকে ঢোকে পানী খুৱাইছে। সিহঁতৰ ঘৰখন পূবৰ ডাঙৰ পুখুৰীটোৰ মাজতে বান্ধিখিনিত। চাৰিওকালে পানী থকাত সিহঁতক পোনে পোনে আক্ৰমণ কৰিব নোৱাৰে; ইফালে নাৱৰ যুঁজত সিহঁত বৰ পাকৈত। সিহঁতক নোৱাৰি উত্তৰৰ সৰু ঘৰকে এবাৰ আক্ৰমণ

কৰি চাইছিল, পিছে সিহঁতকো নোৱাৰিলে। পাঙ্গপালৰ দৰে দলৈ দলে গৈ আক্ৰমণ কৰিছিল লুটপাত কৰিবলৈ, পিছে কৌশলীইঁতে চুপি চুপে কোবাই-খোবাই খেদি পঠালে। সিহঁতক নোৱাৰি এতিয়া লাগিছে আমাৰ লগত। সীমা বিবাদ দেখাতহে দেখুৱাইছে আচল মতলব লুটপাত কৰা। ইহঁতৰ কথাত একো বিশ্বাস নাই। মুখত এক আৰু পেটত এক। সেইবাবেই বোধহয় গাঁৱৰ মানুহে সিহঁতক গাৱঁৰ বৰমেলত লগ দিয়া নাই। লগনো দিব কিয়? আপুনি দেখো জানেই যে সিহঁতৰ ঘৰৰ মুৰব্বী ডাঙৰ খুৰাকক খেদি এই দুই দস্যু ভায়েকে ঘৰৰ মুৰব্বী হৈছে। বেচেৰা খুৰাকে বোলে পশ্চিমৰ পুখুৰীৰ গাঁৱৰ দ্বীপটোত মনে মনে লুকাই আছে। অৱশ্যে গাঁৱৰ ধনী মানুহবোৰে হ'লে বেচেৰাৰ এনে বিপদৈ দেখি সহায় কৰিছে। গাঁৱৰ বৰমেলত এওঁকহে ৰাইজে সেই ঘৰৰ মুৰব্বী বুলি মানি লৈছিল আৰু মেম্বাৰ হিচাবে আজিও আছে। ঠিক নাই, কেতিয়াবা এই দুৰন্তহঁতক আঁতৰাই তেওঁ পুনৰ ঘৰলৈ যাব পাৰে। এইবোৰ অপকীৰ্তিৰ কাৰণেই ৰাইজে আজিও সিহঁতক বৰমেলত লগ দিয়া নাই।"

"লগনো দিব কেনেকৈ হেৰি; বাৰু চাওঁকচোন, নিজৰ খুৰাকক মাৰি ধৰি ঘৰৰ বাহিৰ কৰি জোৰ-জবৰদস্তি কৰি ঘৰৰ ভঁৰাল হাত কৰি নিজে স্বেচ্ছাচাৰীভাৱে ঘৰ চলাব ধৰিছে। কিয়ে সিহঁতৰ কামৰ সমালোচনা কৰে তাকে মাৰে। এনে স্বেচ্ছাচাৰী লোকে ঘৰত যি কৰে কৰি থাকক, গাঁৱৰ মেলত জুলুম কৰিবলৈ দিব নোৱাৰি'। সিহঁতৰে জ্ঞাতি-ভাই ঘৰ সিহঁতৰ উত্তৰে আছে নহয়, অথচ সিহঁতক লগ দিছে কিয় ৰাইজে? নিজৰ স্বভাৱ বন্ধু নিজৰ স্বভাৱৰ ওপৰত সকলো নিৰ্ভৰ কৰে।"

"নিশ্চয় ইহঁতকৈ তেওঁলোক বহুত ভাল। তেওঁলোকো সিমান ধনী নহয় সঁচা, তথাপি ক্ষমতাশালী। তেওঁলোকৰ ল'ৰা-বিলাকৰ বৰ বিদ্বান হৈ ওলাব ধৰিছে আৰু বিজ্ঞান আৰু কাৰিকৰী

বিদ্যাত বৰ পাৰ্গত হৈ পৰিছে। তেওঁলোকৰ মুৰব্বীসকল ইহঁতৰ দৰেই একনায়কত্ববাদী আৰু ধৰ্ম, ঈশ্বৰ অবিশ্বাসী, তথাপি ইহঁতৰ দৰে যুজুৰা নহয় বৰং ভদ্ৰ। সেই ঘৰৰ লগতো বোলে মাটিৰ সীমাৰ কাজিয়া আৰম্ভ কৰিছে ইহঁতে।"

"মযো শুনিবলৈ পাইছোঁ, আৰু শুনিছোঁ বোলে দুয়ো ভাগীঘৰৰ ভিতৰত কিবা মতৰো বোলে অমিল হৈছে ?"

"অমিল হবৰ কথাই। সিঘৰৰ প্ৰতিপত্তি দেখি ইঘৰৰ গা পুৰিছে। এনেয়ে যুজাৰু লোক, তাতে ভাগীৰ ভাইৰ এনে প্ৰতিপত্তি জানো সহ্য কৰিব পাৰে ? ঈৰ্ষাতে কাজিয়া আৰম্ভ কৰিছে।"

"আপোনালোকৰ কাজিয়াত তেওঁলোকে নো কি মন্তব্য কৰিছে ?" তেওঁলোকে বৰ্তমান পানী নল তলং বুলিহে সমিধান দিছে। একো মতামত দিয়া নাই, খেও চাই নাও দিব। সম্প্ৰতি কৈ থৈছে যে আমি বোলে তেওঁলোকৰ বন্ধুহে কিন্তু সিহঁত তেওঁলোকৰ ভাই। যি বুজে বুজক।"

"বুজিছোঁ। সময়ত ভাইৰ ফালে নহৈনো বন্ধুৰ ফালে হবনে ? বাৰু যি কৰে কৰিব ; পিছে কৈ যাওক—।"

"কমনো কি ! আমাৰ মানুহ সিহঁতৰ তুলনাত কম। আমি সৰ্ব্মুঠ ৪৪ জন পৰিয়াল। আমাৰ ঘৰ বেলেগ নোহোৱা হ'লে আমিও প্ৰায় সিহঁতৰ ওচৰা-ওচৰি হলোঁহেঁতেন। গাঁৱৰ মানুহে আমাৰ ঘৰখনক কিমান আদৰ কৰে সেই কথা নক'লেও হব ; গাঁৱৰ বৰমেলত যে আমাৰ ডাঙৰ খুৰা এজন বিশিষ্ট মেলকী এই কথা আপুনি জানে। আমাৰ ঘৰখনক লোকে আদৰ কৰাত আৰু আমাৰ মুৰব্বী খুৰাদেউক গাঁৱৰ সমস্ত গঞাই সন্মান কৰাত তেৰা-সবৰ গা নসহে। ইফালে আমাৰ মুৰব্বী খুৰাহঁতে আৰু ককাইদেউহঁতে খেতি-বাতিত মন দি আমাক দুবেলা দুমুঠি খোৱাৰ যোগাৰ দিয়াৰ বাবে তেৰাসবৰ ঈৰ্ষাত গাৰ পিৰপিৰণি উঠি আছিল ; এতিয়া একো উপাই নাপাই ইচুতা সিচুতা কৰি সীমাতে লগাই দিলে কাজিয়াখন।

সেই বাবে আমি বৰ বিষম পাইছোঁ।"

"বাৰু এটা কথা সুধিব পাৰোঁনে বন্ধু?"

"নিশ্চয় পাৰে।"

"কথা অইন নহয়; আপোনালোকৰ ঘৰখনৰ বিষয়ে মই কিবাকিবি শুনি আহিছোঁ; বাৰু কওকচোন, আপোনালোকৰ ঘৰখনৰ বিষয়ে; অলপ মোটামুটি পৰিচয় দিয়ক।"

"শুনক তেন্তে।" এইবুলি কৈ মই চাহৰ কাপত শেষ হোপা মাৰি সমস্তকে নিঃশেষ কৰি কাপটো হাতৰপৰা নমাই থৈ দিলোঁ। টেবিলত আৰু চিগাৰেটৰ 'কেচ'টোৰপৰা দুটা চিগাৰেট উলিয়াই এটা নিজে ৰাখি বাকীটো বন্ধুজনক দিলোঁ। বন্ধুই চাহ খাই কাপটো কেতিয়াবাই টেবিলৰ ওপৰত ৰাখি দিছে। মই চিগাৰেটটো জ্বলাই লৈ দিয়াচলাইটো বন্ধুলৈ আগবঢালোঁ। তেওঁ হাত মেলি দিয়াচলাইটো লৈ গৈ নিজেও চিগাৰেট জ্বলালে। দুয়ো ধূমপান কৰি কথা আৰম্ভ কৰিলোঁ। মই কবলৈ আৰম্ভ কৰিলোঁ। "আমাৰ ঘৰৰ কথা কব লাগিলে বহুত বন্ধু। এখন মহাভাৰত হব। তথাপি মই মাত্র কেইটামান ইঙ্গিত দি যাম, আপুনি শুনি যাব।" এই বুলি কৈ চিগাৰেটৰ ধোঁৱা কিছুমান ওপৰলৈ এৰি দি কৈ গ'লোঁ।—

"অতীতৰেপৰা গাঁৱৰ মাজত আমাৰ ঘৰখন জাকত জিলিকা আছিল; বিশেষকৈ ধৰ্ম আৰু জ্ঞান-বিদ্যাত আমাৰ আতাহঁত গাঁওত বিখ্যাত আছিল। গাঁৱৰ কিমান ঘৰ মানুহে যে জ্ঞান-বিজ্ঞানৰ কথা শিকিবলৈ আমাৰ ঘৰলৈ আহিছিল তাৰ লেখ নাই। আজি আমাক যি ঘৰ মানুহে আক্রমণ কৰিছে, সেই ঘৰ মানুহৰ উপৰি পুৰুষ আমাৰ আতাহঁতৰ শিষ্য আছিল অৰ্থাৎ আমাৰ আতাহঁতে সিহঁতক ধৰ্ম, অৰ্থ, কাম, মোক্ষৰ শিক্ষা দিছিল। জ্ঞান, বিজ্ঞান, ধৰ্মনীতি, অৰ্থনীতি, কলাবিদ্যা, শিল্পবিদ্যা আদি নানা বিষয়ৰ জ্ঞান দিছিল। সিহঁতৰ কিমানজনে আহি আমাৰ ঘৰত শিক্ষা লাভ

কৰি গৈছে তাৰ সাক্ষী আজিও আছে। আমাৰ আতাহঁতৰ কিমানজনক গুৰু হিচাপে নি সিহঁতৰ পূৰ্বপুৰুষহঁতে যে কিমান সেৱা-সৎকাৰ কৰিছিল তাৰো সাক্ষী আছে সিহঁতৰ ঘৰত। সেই-বোৰ কথা মনত পৰিলে বৰ দুখ লাগে। দুখ লাগে এইবুলি যে সিহঁত ইমানেই অকৃতজ্ঞ হব পাৰে! সিমান দূৰ নালাগে, হেৰ সিদিনালৈ আনকি আজিলৈকেও গাঁৱৰ বৰমেলত সিহঁতকো লগ দিব লাগে বুলি আমাৰ ডাঙৰ খুৰাই প্ৰতিটো মেলতে সিহঁতৰ হৈ কয়, অথচ আজি সিহঁতেই আমাক অতৰ্কিতে আহি আক্ৰমণ কৰে। ভাবিলে ঘৃণা লাগে। বাৰু সেইবোৰ যাওক, এতিয়া কওঁ শুনক! আগৰেপৰা আমাৰ ঘৰখন ধন-বিদ্যাত পাৰ্গত আছিল। পিছে সকলোৰে দিন সমানে নাযায় নহয়। আজি প্ৰায় দুশমান বছৰ আগেয়ে আমাৰ আতাহঁতৰ ভায়েকহঁতৰ ভিতৰত মনোমালিন্য হয় আৰু সেই মনোমালিন্যৰ সুযোগ লৈয়ে আমাৰ গাঁৱৰ পশ্চিমৰ ক্ষমতাশালী ঘৰে আমাৰ ঘৰখন অধিকাৰ কৰে। আমাৰ গাঁৱৰ পশ্চিমৰ ঘৰক আপুনি জানে। নাজানিব কোনে? এসময়ত যে সমস্ত গাঁৱখনৰ বেচি ভাগ ঘৰকে তেওঁলোকে অধিকাৰ কৰি লৈছিল। এই বেপাৰী-ঘৰে আমাৰ ঘৰৰ ভিতৰত কাজিয়াৰ গম পাই বেপাৰ কৰাৰ ছলেৰে আহি অলপ মাটি কিনি লয়, আৰু তাতে খোপনি পুতি লৈ আমাৰ ঘৰৰ ভিতৰত বেচিকৈ কাজিয়া লগাই দিয়ে। কৌশল কৰি শেষত আমাৰ সমস্ত পৰিয়ালটোকে তলতীয়া কৰি লয়। ইয়াৰ মূলতে আছিল কিন্তু আমাৰ আতাহঁতৰ কেইজনমান অতিপাত স্বাৰ্থপৰ, আপোনপেটা ভায়েক। সিহঁতৰ তলতীয়া হোৱা দিন ধৰি আমাৰ আয়ে যি কান্দোন আৰম্ভ কৰিলে, সেই কান্দোন আজো বন্ধ হল হেৰ সিদিনা ১৯৪৭ চনৰ ১৫ আগষ্টত, সিদিনা আমাৰ পিতা আৰু খুৰাহঁতে পুনৰ সিহঁতৰ হাতৰপৰা আমাৰ পৰিয়ালক উদ্ধাৰ কৰিলে। আয়ে খুব কান্দিছিল কাৰণ সিহঁতে

আমাৰ আইৰ হাতৰপৰা টকা-পইচা, গহণা-পাতি সকলো কাঢ়ি নিছিল আৰু ভাই-ভনীহঁতক গোলাম, বান্দীৰ দৰে ব্যৱহাৰ কৰিছিল। সিহঁতৰ অত্যাচাৰত আমাৰ আতাহঁত কুকুৰ মেকুৰীৰ দৰে মৰিছিল। আইৰ ওপৰত নিৰ্য্যাতন আৰু অপমান পুৰাদমে চলিছিল।”

“এই পশ্চিমৰ ক্ষমতাশালী মানুহ ঘৰৰ বিৰুদ্ধে বহুতে অৱশ্যে নানা কথা কয়। পিছে আজি-কালি তেওঁলোক বহুত সদলিল। কিছু ভালৰ ফালে আহিব ধৰিছে। কেইজনমান বেলেগ ধৰণৰ ল'ৰা ওলাল এতিয়া। বাৰু, তাৰ পাচত?”

“পিতা তেতিয়া কিবা মোকৰ্দমাৰ লেঠাত দক্ষিণৰ খেলত গৈ ব্যস্ত আছিল! ঘৰৰ ওপৰত ইমান অত্যাচাৰ চলাত পিতাই খবৰ পাই ঘূৰি আহিল আৰু সিহঁতৰ লগত কাজিয়া আৰম্ভ কৰি দিলে। পিতাই সৰুতে সেই পশ্চিমৰ খেলৰ সিহঁতৰ ঘৰতে থাকি পঢ়িছিল। গতিকে সিহঁতৰ শিক্ষা-দীক্ষা আৰু চৰিত্ৰৰ বিষয়ে ভালকৈ জানিছিল। তাত তেওঁৰ সহপাঠী বন্ধু বহুতো আছিল সিহঁতৰ দুৰ্বলতা ক'ত তাকো জানিছিল। পিতা পৰম সাধু পুৰুষ আছিল, ক'বলৈ গলে ঐশ্বৰিক শক্তি সম্পন্ন লোক আছিল। তেওঁ এটা নতুন পথ উলিয়ালে। শত্ৰুক বশ কৰিব লাগিলে মাৰ-ধৰ নকৰি সিহঁতৰ কোনো কামতে সহায় নকৰি বহি থাকিলে শত্ৰুৰ বল পৰে। একালে শত্ৰুক হিংসাও কৰিব নালাগে আৰু আনফালে শত্ৰুক সহায়ো কৰিব নালাগে। এয়ে হ'ল অহিংস অসহযোগ। পিতা বৰ ধাৰ্মিক লোক আছিল। আত্মবলে বলীয়ান হৈ এই নতুন পথ উদ্ভাৱন কৰি সঁচাকৈ সিহঁতক বশ কৰি পেলালে। সিহঁতৰ ভিতৰতো বহুত ভাল মানুহ আছিল আৰু আছে। ভাল মানুহ, সত্য আৰু ন্যায়পৰায়ণ মানুহবিলাকে পিতাক সমৰ্থন কৰিলে। ইকালে খুৰা-হঁতেও সিহঁতৰ ঘৰত থাকি সিহঁতৰ স্কুলতে পঢ়িছিল আৰু বহুত বন্ধু লাভ কৰিছিল। সেই বন্ধুসকলেও শেষত খুৰাহঁতৰ ন্যায্য দাবীত হয়ভৰ দিলে। আমাৰ ডাঙৰ খুৰা এজন বৰ গুণীলোক। সিহঁতৰ

মুৰব্বীজনৰ ল'ৰাজনৰ লগতে বোলে একেলগে খেলা-ধূলা কৰিছিল ছাত্ৰ অৱস্থাত। দুয়ো বৰ বন্ধু আছিল। তেওঁৰ গাত বহুত সুগুণ থকা দেখি তেওঁলোকৰ আটাই পৰিয়ালে বোলে বৰ শ্ৰদ্ধা কৰিছিল। এনে ৰকমে পিতাই ডাঙৰ খুৰাকে আদি কৰি গোটেই ভায়েককেইজনক লগ কৰি সিহঁতৰ বিৰুদ্ধে অসহযোগৰ যুজ দিলে। তেতিয়া সিহঁতে পিতাক বান্ধি থলে এটা খোটালীত। পিতাক আৰু খুৰাহঁতক বান্ধি থোৱা বুলি শুনি আয়ে হুৰাওৰাৰে কান্দিব ধৰিলে। আমাৰ কান্দন শুনি আমাৰ ডাঙৰ ককাইদেৰে ভায়েক-হঁতক মাতি নি সকলো কথা ক'লে আৰু তেওঁলোকক মুকলি কৰি আনিবলৈ বুদ্ধি পাঙিলে। ককাইদেউহঁতে সিহঁতক আমাৰ ঘৰৰপৰা খেদি উলিয়াই দিবলৈ দৃঢ়সঙ্কল্প ললে। মস্ত আন্দোলন আৰম্ভ কৰি দিলে। আমিও আনন্দতে আন্দোলনত যোগ দিলোঁ। আৰু হাতে হাতে একোখন লিখা লৈ চিঞৰি ফুৰিব ধৰিলোঁ। সিহঁতক শুনা শুনাকৈ—"আমাৰ ঘৰ ত্যাগ কৰা।" ঘৰখনত বিষম হুলস্থূল লাগি পৰিল। ল'ৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলোৱে প্ৰাণৰ মমতা এৰি কেৱল চিঞৰিব ধৰিলে—"আমাৰ ঘৰ আমি চলাম; তহঁত নিজৰ ঘৰলৈ ফিৰি যা।" আমাৰ ঘৰৰ এনে দুঃসাহস দেখি সিহঁতৰ ঘৰতো গুণাগঁথা লাগিল। ইফালে সেই সময়ত আমাৰ গাঁওখনত কেইবা ঘৰ মানুহৰ মাজত কাজিয়া আৰম্ভ হৈছে। মাৰা-মাৰি কাটা-কাটি হৈ আছে। এই কাজিয়াত তেওঁলোকো জড়িত আছিল। এই কাজিয়া ১৯৩৮ চনৰপৰা আৰম্ভ হৈ পাঁচ বছৰমান চলে আৰু পশ্চিমৰ খেলৰ আটাই কেইঘৰে তাত লিপ্ত হৈ পৰে। আমাৰ খেলৰো উত্তৰৰ ঘৰ আৰু পূবৰ ঘৰে যোগ দিয়ে। তেতিয়া গাঁৱৰ সিমূৰৰ ধনী মানুহ ঘৰেও যোগ দিয়ে। উহ! কি যে বিষম মাৰা-মাৰি হৈ গ'ল সেইখন! ভাবিলে বুকু কঁপি উঠে। এইবোৰ কথা আপুনি মোতকৈ বেচিহে জানে।"

"হয়, মোৰ ভালকৈ মনত আছে। সেই সময়ত মই ইয়াত

দুই দলক ইমান চিঞঁৰি চিঞঁৰি বুজালোঁ যে কাজিয়া নকৰিবি ; কাজিয়া কৰিলে সকলোৰে ক্ষতিহে হয়—ভাল নহয়। কিন্তু তথাপি সিহঁতে মোৰ কথা নুশুনিলে। কাজিয়া কৰি মৰিল। তাৰ আগতে ১৯১৪ চনতো তেনে ৰকমৰ সমস্ত গাওঁব্যাপী এখন যুদ্ধ হৈছিল আৰু তাৰ ফল স্বৰূপে সমগ্ৰ গাওঁখনৰ মানুহবে মাৰি-মৰক, বেমাৰ-আজাৰ হৈ আৰু খাদ্য-দ্ৰব্যৰ আটক হৈ মৰি-হজি খাস্তাং হৈছিল। গাৱঁৰ মাজত কোনোবা দুঘৰ মানুহ বেচি শক্তিশালী হ'লে সিহঁতৰ ভিতৰত ক্ষমতা আৰু প্ৰতিপত্তি লৈ কাজিয়া আৰম্ভ হয় আৰু সিহঁতৰ লগত আনবিলাকেও যোগ দিয়ে। ফলত গাওঁখনত দুটা দল হৈ পৰে। তেনেৰকমৰ অৱস্থা কিন্তু এতিয়াও হব ধৰিছে। বন্ধু, আপোনালোকৰ খেলৰ উত্তৰৰ শক্তিশালী ঘৰৰ লগত গাওঁৰ সিমুৰৰ ধনী মানুহ ঘৰৰ ভিতৰত তলে তলে ভীষণ প্ৰতিযোগিতা চলিছে। ক্ষমতা বিস্তাৰৰ বাবে পাৰ্য্যমানে চেষ্টা কৰিছে। গাৱঁৰ কেইবা ঘৰ মানুহে দুয়োপক্ষে যোগ দিছে। যোৱা দুবাৰৰ দৰে এইবাৰো এখন গাওঁ ব্যাপী মহাযুদ্ধ হব বুলি ভয় কৰি এওঁলোকৰ শীতল যুদ্ধখন যাতে গৰম যুদ্ধত পৰিণত হব নোৱাৰে তাৰ বাবে গাওঁৰ ৰাইজমেলত চেষ্টা কৰা হৈছে ; আৰু সেইবাবেই গাওঁৰ মেলকীসকলে মোক প্ৰতিঘৰ মানুহৰ লগত আলাপ আলোচনা কৰি মতলবৰ ভু লবলৈ পঠাইছে। তাৰ কাৰণেই মই গাৱঁৰ প্ৰতিঘৰ মানুহৰ তালৈ যাব লগা হৈছোঁ। আজি সেই বাবেই মই আপোনালোকৰ ঘৰলৈ আহিছোঁ। আপোনালোকৰ সীমা বিবাদৰ খবৰ পাই তাৰ সন্ধান লবলৈ মোক পঠাইছে। আপোনালোকৰ এই সাধাৰণ সীমা বিবাদৰ অজুহাতত হয়তো তেওঁলোকৰ শীতল যুদ্ধে পৈ তপত যুদ্ধত পৰিণত হৈ সমস্ত গাওঁ চাৰখাৰ কৰিব পাৰে। তাৰ কাৰণে সাৱধান হব লগা হৈছে আৰু আমি সদায় সতৰ্ক দৃষ্টি ৰাখিব লগা হৈছে। চাওকচোন পৃথিৱীৰ ৰাজৰ সেই এখুলমান কিউবা চাপৰিটোক লৈ তেওঁলোকৰ ভিতৰত কেনেকুৱা কাণ্ড চলিব ধৰিছে। দুয়ো ঘৰৰে

জোৱান ভায়েকহঁতক পঠাইছে সেই চাপৰি নিবাসীক পহৰা দিবলৈ। লোকৰ ঘৰত লোকে পহৰা দিব লগা কিয় হ'ল? ইয়াকে বোলে, যাক কিলাওঁতা নাই, সি ঔৰ তললৈ গৈও এক কিল খায়। বোলো বাপুহঁত! তোমালোক ইমান দয়ালু, মহানুভৱ হৈ দুৰ্বলক সহায় কৰিব নালাগে। ভালে ভালে তুয়ো নিজ নিজ ঘৰলৈ ফিৰি যোৱা, দুৰ্বলক ৰক্ষা কৰাৰ কাৰণে গাৱঁৰ বৰমেল আছে। ইহঁত তুয়ো ঘৰে লজ্জা যেন নাপায়। আজি গাৱঁৰ মানুহেনো কোনে বুজা নাই? আৰু চাপৰিবাসী নিধকহঁতেও গৃহস্থী কৰিছে! তিৰোতা বিয়া কৰাই আনি ৰাতি পহৰা দিব দিছে দুটা গুণ্ডাক। বেটা নিধকহঁতৰ লাজ চৰম নাই। যদি তিৰোতা ৰক্ষণ কৰিবলৈ তোৰ পুৰুষত্ব নাই তেন্তে বিয়া কৰাইছিলি কিয় বেটা কাপুৰুষ? ৰখীয়াহঁতৰো লাজ-চৰম নাই। লোকৰ ঘৰচীয়া কুকুৰ হব গৈছে। লোকৰ তিৰোতাক ৰখিবলৈ যাবৰ বাবে লাজ নালাগেনে নিলাজহঁতৰ? কি কম বন্ধু! গাওঁখনৰ অৱস্থা ভাবিলে বৰ বেয়া লাগে। মই কিমান কথা কওঁ, বুজাও কিন্তু সিহঁতৰ কাণত নোসোমায়। কি কৰিম! বাৰু কওঁকচোন, তাৰ পাচত.. ?"

এনে অৱস্থাতে আমাৰ সৰু খুৰাই ঘৰৰপৰা পলাই গৈ আমাৰ খেলৰ পূবৰ সৰু অথচ ক্ষমতাশালী ঘৰখনত মনে মনে আশ্ৰয় লৈ পূবৰ কেইঘৰমান মানুহৰ সহায় লৈ ইহঁতক আক্ৰমণ কৰিবলৈ আহিল। আমাৰ সৰু খুৰা অতি সাংঘাতিক লোক আছিল। বিচক্ষণ বুদ্ধিমান আৰু অসীম সাহসী। তেৱেঁ। ডাঙৰ খুৰাৰ দৰে সিহঁতৰ ঘৰত থাকি স্কুলত পঢ়িছিল। সিহঁতৰ মানুহে তেওঁক বৰ ভয় কৰিছিল। সৰু খুৰা ভয়ানক উত্তেজনাশীল। তেওঁ অস্ত্ৰ-শস্ত্ৰ লৈ ইহঁতক মাৰি ধৰি আমাৰ ঘৰৰ বাহিৰ কৰি দিবলৈ লৰি আহিল। তাকে দেখি আমাৰ ভাই-ভনী কিছুমানেও উত্তেজনাবশতঃ ইহঁতক মাৰধৰ কৰিবলৈ সাজু হ'ল। এনেতে আমাৰ দুৰ্ভাগ্যবশত আমাৰ ঘৰ নৌপাওঁতে আমাৰ পূবৰ ঘৰৰ

নঙলামুখতে খাৰবাৰুদে পুৰিলে। সৰু খুৰা তাতে মৰা বুলি বহুতে কয়। তাৰ পাচত আমাৰ পিতাক আৰু খুৰাহঁতক সিহঁতে মুকলি কৰি দিলে। মুকলি হৈ আহি পিতা আৰু খুৰাহঁতে আমাৰ ঘৰুৱা মেলখন মাতিলে আৰু মেলত ক'লে যে আমি যেনে তেনে ইহঁতৰ তলত নাথাকোঁ। তাৰ পিচত সমস্ত ঘৰখনেই জাঙ্গুল খাই উঠিল। কিছুদিন পলমে আন্দোলন আৰম্ভ হ'ল। সিহঁতে আমাৰ ঘৰখনৰ ওপৰত অকথনীয় অত্যাচাৰ আৰম্ভ কৰি দিলে। এইবাৰ আৰু সহ্য কৰি থাকিব নোৱাৰিলে। কান্দি-কাটি তেওঁ ভাত-পানী ৰান্ধিবলৈ এৰি দিলে। সিহঁতে আই ৰান্ধা ভাত খাইছিল। আইক ৰান্ধনী চাকৰণী কৰি ৰাখিছিল। ৰান্ধনীয়ে যেতিয়া ভাত ৰন্ধা বন্ধ কৰি দিলে তেতিয়া বেটাহঁত শুকাব ধৰিলে। ইফালে আমি লৰা-ছোৱালীবিলাকে সিহঁতৰ ঘোঁৰাগাড়ী, মটৰ আদি নচলোৱা হ'লোঁ। আমাক মাৰে। আমি বহি থাকোঁ আৰু কওঁ—মাৰা, আৰু মাৰা, যিমান পাৰা সিমান, মাৰা, তথাপি আমি আৰু তোমালোকৰ গাড়ী ঘোঁৰা একো নচলাওঁ, খোৱা বস্তু যোগাৰ কৰি নিদিওঁ, আনকি কোনো আদেশ পালন নকৰোঁ। আমাৰ ঘৰৰপৰা বাহিৰ হৈ তোমালোক নিজৰ ঘৰলৈ যোৱা। আমাৰ এনে নিৰ্ভীক জৱাব শুনি আৰু আকোৰগোজ মনোভাৱ দেখি খঙতে সিহঁতে আমাৰ বহুত ল'ৰা-ছোৱালীক এনেভাৱে অত্যাচাৰ কৰিলে যে শেষত বহুতো ল'ৰা-ছোৱালী মৰি গ'ল। আমি ক্ষিপ্ত হৈ উঠিলোঁ আৰু সিহঁতৰ অফিচ আদালতবোৰলৈ খঙতে একো বস্তু নিদিয়া হলোঁ আৰু নিজেও চাকৰি ইস্তাফা দি পলাই ফুৰিব ধৰিলোঁ। এইবাৰ ইহঁত ইমান জুলুমত পৰিল যে বাধ্য হৈ সিহঁত আমাৰ সেওঁ হ'ল আৰু পিতাক মাতি পঠালে সিহঁতৰ ঘৰলৈ। সিহঁতৰ ঘৰত মেল হ'ল। মেলত সিদ্ধান্ত কৰিলে যে সিহঁতে আমাৰ ঘৰ এৰি যাব আৰু আমাৰ ঘৰ চলোৱাৰ ভাৰ আমাৰ হাতত গতাই দিব। সেই মতে ১৯৪৭ চনৰ ১৫ আগষ্টত আমি আমাৰ ঘৰৰ অধিকাৰ

পুনৰ লাভ কৰিলোঁ।—বিনাযুদ্ধে, বিনা ৰক্তপাতে।

এনেতে মোৰ গাঠি লাগিল ; কাঁহ উঠিল। একেলগে ইমানবোৰ কথা জানো বকিব পাৰি? তাতে ইফালে ঠাণ্ডাৰ দিন। ডিচেম্বৰ মাহ। মোৰ এনে অৱস্থা দেখি মোৰ বন্ধুজনে বৰ সহানুভূতিৰে মোৰ ফালে চাই ক'লে—"চাব, কাঁহৰ গাঠি বৰ ভয়াবহ। লাহে লাহে গল খেকৰনি মাৰি খেকাৰবোৰ উলিয়াই পেলাওক।"

মই সেপ ঢুকি ক'লো।—"উহ! বাপৰে বাপ। এতিয়াই। আপোনাৰ বিপদ হ'লহেঁতেন।"

মোৰ বন্ধুজনে আচৰিত হৈ সুধিলে—"আপুনি গাঠি খায় আৰু মোৰ বিপদ হয় কেনেকৈ?"

মই গহীনাই কলো।—"ইয়াত আপুনি আৰু মইহে আছো. মই যদি গাঠি খাই মৰো। তেন্তে লোকে কব আপুনি মোক ডিঙিত টিপি মাৰিলে। চৰকাৰৰ তৰফৰ পৰাও আপোনাৰ নিস্তাৰ নহব। গতিকে আপোনাৰ জানো বিপদ নহব?"

মই তেওঁৰ ফালে চাওঁ, তেওঁ হাঁহি মাৰি মোৰ ফালে চাই কয়—"চাব্বাচ লোক আপুনি বন্ধু; আপোনাৰ উপস্থিত বুদ্ধিক নশলাগী নোৱাৰি। তাৰ উপৰি ইমান খুহুতীয়া কথা এটা কৈ বেছ গহীন হৈ থাকিব পাৰে আপুনি। ধন্য লোক আপুনি! বাৰু তাৰ পাচত?"

মই চিগাৰেটৰ ছাইবোৰ জোকাৰি পেলাই পুনৰ বৰ বিমৰ্ষভাৱে কৈ গলো।—"তাৰ পিচত আমি ঘৰখন আনৰ অধীনৰ পৰা মুক্ত হলো। সচা কিন্তু আমাৰ ঘৰৰ ভিতৰতে গোল-মাল লাগিল। আমাৰ মহাই বেলেগ হব লাগে বুলি প্ৰস্তাৱ দিলে। আমি তাজ্জব মানিলো। সকলোৱে "নহয়" "নালাগে", "বেলেগ হব নালাগে" বুলি আপত্তি কৰিলে। কিন্তু কি হব! মহা বৰ একাচেকা লোক তেওঁৰ মন কোনেও নাপায়। তেওঁ বেলেগ হবই বুলি স্পষ্টকৈ কৈ দিলে। তেতিয়া মাহীয়ে কান্দিব ধৰিলে। মাহীৰ কান্দোন দেখি

পিতাই বেলেগ হব নালাগে বুলি মহাক দঢ়াই দঢ়াই বুজালে ; কিন্তু মহাই সেই কথাত কাণ নকৰে । তেওঁ যিহত ধৰিছে তাকে কৰিহে ছাৰিব বুলি প্ৰতিজ্ঞা কৰিছে । তিৰোতাৰ কান্দোনে বোলে তেওঁক টলাব নোৱাৰে । তেওঁৰ লগত তেওঁৰ পুতেক কেইজনমানেও একে কথাকে ক'লে । তেতিয়া সমস্যা জটিল হ'ল । তৰ্কাতৰ্কি চলিল । আমাৰ সৰু মাজু খুৰা বৰ ৰাগী মানুহ আছিল আৰু বৰ জেদী লোকো আছিল । তেওঁ খণ্ডতে কিবা-কিবি ক'লে । এনে ৰকমে ঘৰখনত কাজিযা আৰম্ভ হ'ল । আয়ে কান্দিব ধৰিলে । মাহীয়েও কান্দিব ধৰিলে । ল'ৰা-ছোৱালীবিলাকৰ ভিতৰতো কান্দোনৰ ৰোল উঠিল ; ইমানখিনি হোৱা সত্বেও মহাৰ মন নটলিল । তেওঁ বেলেগ হওঁ বুলিছে যেতিযা হবই । পিতাৰ প্ৰতি পেটে-পেটে তেওঁৰ ভয়ঙ্কৰ ঈৰ্ষা হোৱাৰ কথা আমি ধৰিব পৰা নাছিলোঁ । পিতাক সকলোৱে মান সংকাৰ কৰা দেখি তেওঁৰ গাৰে সহ্য কৰা নাই । সেই বাবে পিতাই আমাক বেচি মৰম কৰে আৰু তেওঁৰ ল'ৰা-ছোৱালীক অনাদৰ কৰে এনে ভাব সোমাই দিলে তেওঁৰ ল'ৰা-ছোৱালীৰ মাজত । শেষত মহাই ডাঙৰ পুতেকহঁতৰ লগত পৰামৰ্শ কৰি বুদ্ধি পাঙিলে যে আমাৰ ল'ৰা-ছোৱালীৰ লগত তেওঁলোকৰ কৈদৰ ল'ৰা-ছোৱালীৰ কাজিয়া লগাই দিব । সেয়ে হ'ল । তেওঁলোকৰ কুট অভিসন্ধিত পৰি ঘৰখনৰ ল'ৰা-ছোৱালীৰ ভিতৰত ভীষণ মাৰা-মাৰি হব ধৰিলে । আনকি মাৰা-মাৰি কাটা-কাটি আৰম্ভ হ'ল । ঘৰখনৰ এনে দুখজনক পৰিস্থিতি দেখি পিতাই শেষত মহাৰ মতে মত দিলে । বেলেগ হবলৈ হুকুম দিলে । সেইদিনা যে আয়ে আৰু মাহীয়ে কিমান কান্দিলে সেই কথা মনত পৰিলে বুকু ফাটি যাব খোজে । ল'ৰা-ছোৱালীৰ কাজিয়া পিতা অহাত থামি গৈছিল । আমাৰ ২নং ঘৰৰ নোৱাখালীবোলা চোতালখনত যে মাৰা-মাৰি কাটা-কাটি হৈছিল তাৰ কথা মনত পৰিলে আজিও গা শিঁয়ৰি উঠে । যেতিয়া বেলেগ হোৱা গম পালে তেতিয়া যে দুয়োপক্ষৰ ল'ৰা-ছোৱালীয়ে

কিমান কন্দা-কটা কৰিলে তাৰ সীমা নাই। তথাপি মহা আৰু ডাঙৰ পুতেকহঁতে নেৰিলে। বেলেগ হ'ল। মাটি-বাৰী ভাগ হ'ল, আনকি দুই নং ঘৰখনৰ মাজেৰে বেৰ দি পুবৰ খোটালীটো মহাহঁতে ললে। পশ্চিমৰটো আমাৰ ভাগত দিলে। বয়-বস্তু ভাগ হ'ল। তেওঁলোক বেলেগ হৈ গ'ল, কিন্তু কি আচৰিত কথা! মহাৰ ল'ৰা-ছোৱালী কিছুমান আমাৰ ঘৰতে ৰ'ল। আগেয়ে আমাৰ ল'ৰা-ছোৱালীবিলাকে যিটো পায় সেই ঘৰতে আছিল; আমাৰ আৰু তেওঁলোকৰ বেলেগ ঘৰ বুলি কথা নাছিল। বেলেগ হওঁতে যিয়ে য'ত থাকিল ত'তে ৰল। মহাই তেওঁৰ ল'ৰা-ছোৱালীবিলাকক উলিয়াই নিব নোৱাৰি যি কেইখন ঘৰত তেওঁৰ ল'ৰা-ছোৱালী বেচি আছিল সেই কেইখন ঘৰকে তেওঁৰ বুলি দাবী কৰিলে, অথচ সেই কেইখন ঘৰতো আমাৰ ভাই-ভনী সকলো ৰ'ল আৰু আমাৰ ঘৰ কেইখনতো তেওঁলোকৰ ল'ৰা-ছোৱালী ৰ'ল। সেই দেখি আমাৰ সৰু মাজু খুৰাই খণ্ডতে কৈছিল যে আমাৰ ভাগৰ ঘৰবিলাকৰ পৰা তেওঁৰ সকলো ল'ৰা-ছোৱালীকে উলিয়াই নিয়ক আৰু আমাৰ ল'ৰা-ছোৱালীক ফিৰাই দিয়ক। কিন্তু মহাই এই কাম কৰিবৰ ইচ্ছা থাকিলেও শক্তি নহ'ল কাৰণ তেওঁৰ লৰা-ছোৱালী কিছুমানে স্ব-ইচ্ছাই আমাৰ লগত থাকিল; আনকি কিছুমানে বেলেগ হোৱা বাবে মহাক গালি গালাজহে কৰিলে আৰু সেইখন ঘৰলৈ জীৱনত কোনো দিন নাযায় বুলি সমিধান দিলে। তেওঁলোকৰ আটাইতকৈ বুদ্ধিমান আৰু গুণী ল'ৰা আজাদেও বুঢা আঙুলি দেখুৱাই দিলে কাৰণ তেওঁ সদায় পিতাৰ লগত ফুৰিছিল আৰু আন্দোলনৰ সময়ত আমাৰ সকলোৰে নেতা আছিল। গফুৰে বাধ্য হৈ সিঘৰত পৰিল যদিও এই অন্যায়ৰ বিৰুদ্ধে যুক্তি আছে। তাৰ উপৰি আজিও আমাৰ উত্তৰ পশ্চিমৰ ঘৰটিক (কাশ্মীৰ) লৈ দুয়োঘৰৰ মাজত কাজিয়া চলিয়ে আছে। মাছীয়ে যাবলৈ বাধ্য হৈ চকুলো মচি কান্দি কান্দি গৈছিল। তেতিয়া যে কেনে মৰ্মন্তুদ ব্যথা লাগিছিল!

আয়ে হুৰাওৱাৰে কান্দি দিলে। মাহীয়ে আইৰ হাতত ধৰি কান্দি কান্দি ক'লে—"বাইদেউ, মই তোমাক কেনেকৈ এৰি যাওঁ? মই কেনেকৈ তোমাক পাহৰিম? কিন্তু কি কৰিম! মই যে নিৰুপায় বাইদেউ! মোৰ অদৃষ্ট বেয়া। অবিবেচক লোকৰ লগত পৰি সুন্দৰ ঘৰখন ভাঙি পেলালোঁ। শত্ৰুক লাই দিলোঁ। মই এতিয়া কি কৰোঁ বাইদেউ?" মাহীয়ে হুক্ হুক্ কৈ কান্দিব ধৰিলে। আইৰো চকুলো নিগৰি পৰিল। আমি আটায়ে কান্দিলোঁ। আয়ে মাহীৰ মূৰত ধৰি চুলিখিনিত হাত বুলাই আদৰ কৰি ক'লে—"একো দুখ নকৰিবি ভনীটি। ধৈৰ্য্য ধৰ। কপালৰ দুখ ক'ত এৰাবি? কেনে সুন্দৰভাৱে আমি কাল যাপন কৰি আছিলোঁ। আজি আমাৰে অদষ্টৰ দোষত এনে বিলৈ হ'ল। তথাপি সদায় মনত ৰাখিবি মই তোৰ সদায় ওচৰতে আছোঁ। বিপদ আপদত সদায় মোক লগ পাবি, সহায় পাবি।"

"নতুন গৃহস্থি মই কেনেকৈ কৰিম বাইদেউ? মই যে একো নাজানো? সদায় তোমাৰ তলত থাকি গৃহস্থিৰ বিষয়ে একো ভবা নাছিলোঁ, আজি হঠাতে কেনেভাবে চলাম?"

"একো চিন্তা নাই। সময় আৰু অৱস্থাই শিকাই দিব। তাৰ পাচত আয়ে মাহীক বুকুলৈ চপাই আনি এটা চুমা খাই ক'লে—তোক মই কিমান ভাল পাওঁ, তই জান। তই গ'লে মোৰ বুকুখন শুদা হৈ যাব ভনীটি; মোৰ ঘৰ শূন্য হৈ যাব। মোক তই নাপাহৰিবি ভনীটি।"

আইৰ মৰম-সনা কথাত মাহীয়ে আকৌ কান্দিব ধৰিলে। দুয়ো গলত ধৰা-ধৰি কৰি কান্দিব ধৰিলে। আমাৰো চকুলো আহিল। আইৰ পিচফালে থিয় হৈ আমি কান্দিলোঁ। মাহীৰ শাড়ীৰ আঁচলত ধৰি তেওঁৰ ল'ৰা-ছোৱালীবিলাকেও কান্দিব ধৰিলে। মাহীয়ে তেওঁৰ কেঁচুৱাটিক কোলাত লৈ ক'লে—"এই কেঁচুৱাক মই কেনেকৈ পালন কৰিম বাইদেউ? মই এইক কি কৰিম? এই-

জনীক তুমি ৰাখা বাইদেউ।”

“নহয় ভনীটি, তাইক লৈ যা ; মাকৰ পিয়াহ নাখালে সন্তান সুস্থ নহয়। মই এইৰ বাবে মোৰ গোহালীৰ ভাল গাইজনীকে দিম গাখীৰ খাবলৈ। তাইৰ একো কষ্ট নহব।”

মাহীয়ে আইক এটা সেৱা কৰি বিদায় মাগিলে। আয়ে মাহীৰ মূৰত ধৰি তুলি আনি এটা চুমা খাই আশীৰ্ব্বাদ কৰি বিদায় দিলে। দুখোজমান গৈ মাহীয়ে আইৰ ফালে ফিৰি চাই চকুলো টুকিলে। আইৰ চকুটো পানীয়ে দেখা দিলে। বিদায় বেলাৰ তপত চকুলো। সেই দৃশ্য মনত পৰিলে আজিও মোৰ চকুলো ৰোধ কৰিব নোৱাৰোঁ।

মাহীয়ে কেইখোজমান গৈয়ে আকৌ পিচমুখ দি চাই ফিৰি আহিল ! তেওঁৰ ল’ৰা-ছোৱালী কিছুমান তেওঁৰ লগত নোযোৱা হ’ল। আইৰ লগত থাকিবৰ বাবে কান্দিব ধৰিলে, “আমি তোৰ লগত নতুন ঘৰলৈ নাযাওঁ আই। আমি ডাঙৰ আইৰ লগত থাকিম। আমি নাযাওঁ।”

সিহঁতে মাকৰ আগত কান্দি কান্দি কব ধৰিলে, আৰু নাযাওঁ বুলি পিচ হোঁহোকা মাৰিলে। মাহীয়ে উপাই নাপাই সিহঁতক হাতত ধৰি লৈ পুনৰ ফিৰি আহিল আইৰ ওচৰলৈ। আয়ে নওলা-মুখতে থিয় হৈ আছিল। হঠাৎ মাহী ফিৰি অহা দেখি চমকিত হৈ উঠিল। মাহীয়ে আহি আইৰ সমুখত থিয় হৈ ক’লে—“বাইদেউ ! মই পুনৰ ফিৰিব লগা হলোঁ।”

আয়ে বৰ ব্যগ্ৰ হৈ সুধিলে—“কিয় আহিলি ভনীটী ?”

“মোৰ বেচিভাগ ল’ৰা-ছোৱালীয়ে মোৰ লগত নাযায় বাইদেউ ; তোমাৰ লগতহে বোলে থাকিব। সিহঁতে তোমাৰ মৰম পাহৰিব নোৱাৰে, মোতকৈ তোমাক বেচি ভাল পায় ; মই জানো ভালকৈ, আৰু তুমিও নজনাকৈ থকা নাই। গতিকে ইহঁতক তুমি ৰাখা বাইদেউ। মই ইহঁতক তোমাকে গতাই দিলোঁ। ইহঁতক তুমি মানুহ

কৰিবা বাইদেউ—সৎ নাগৰিক কৰিবা ।”

মাহীয়ে তেওঁৰ ল'ৰা-ছোৱালী কিছুমানক দেখুৱাই দিলে । আয়ে কান্দিলে । কিন্তু এই কান্দোন বেদনাৰ নহয়—আনন্দৰ । আনন্দতে আইৰ চকুলো ওলাল । আয়ে বৰ আবেগভৰে ক'লে, “সিহঁতে মোক কেনেকৈ পাহৰিব ভনীটি ? সৰুৰেপৰা মোৰ লগত থাকি, মোৰ বিছনাতে শুই, মোৰ কোলাতে ডাঙৰ হৈ সিহঁতে এতিয়া কেনেকৈ মোক পাহৰিব পাৰে ? মই আগেয়ে জানো । আন, মোৰ বাছাহঁতক নাপাই মোৰ বুকুখন শুদা শুদা যেন লাগিছে । আহ মোৰ বাছাহঁত ! মোৰ বুকুলৈ আহ ।”

আয়ে পৰম আগ্ৰহে হাত দুখন আগবঢ়াই মেলি দিলে । তৎক্ষণাত সিহঁতে আহি আইৰ কোলাত উঠিল । কোনোৱে আইৰ গাত ধৰিলে, কোনোৱে কাপোৰত ধৰিলে, কোনোৱে ভৰিত, হাতত ককালত খামুচি ধৰিলে ; কোনোৱে আহি আইৰ পিচফালে পিঠিত লফিয়াই উঠিল ; কোনোৱে আহি আকৌ বুকুৰ মাজতে সোমাল । আইক মাজত ৰাখি চাৰিওফালে সিহঁতে এনেভাৱে বেঢ়ি ধৰিলে যে আইক আৰু দেখা পোৱা নগ'ল । “ডাঙৰ আই মোক লোৱা”, “ডাঙৰ আই মই তোমাৰ কোলাত উঠিম”, “ডাঙৰ আই মোক বোকাত তোলা”, “ডাঙৰ আই মোক নিয়া” আদি শব্দহে শুনা গ'ল । কাৰো মাত বুজিবৰ উপায় নাই । আয়ে সকলোটিকে মৰম কৰি চুমা খাই সাৱটি ল'লে । শেষত সৰু ল'ৰাটিক কোলাত তুলি লৈ চুমা খাই আয়ে ক'লে—“সোণহঁত ! তহঁতে মোক এৰি কলৈ যাব ওলাই গৈছিলি ? মোৰ বুকুলৈ আহ । তহঁত মোৰ সন্তান, বৰ আদৰৰ ধন ।”

আইৰ মৰমত সিহঁতে জপিয়াব ধৰিলে । এনেতে আমাৰ ঘৰৰ চোতালত আমাৰ মাজতে থিয় হৈ থকা মাহীৰ ল'ৰাকেইজন-মানে ভায়েকহঁতক হাত বাউল দি মাতিলে— “আহ আবদুল্লা, আহ ৰহমান তহঁতে আইৰ লগত কিয় গৈছিলি মূৰ্খহঁত ? আমি

মনে মনে ইয়াতে বৈ আছোঁ। ক'ব নোৱাৰ? আহ নাযাবি।"

সিহঁতৰ মাত শুনি আই আৰু মাহীয়ে সেইফালে চাই দেখিলে যে সিহঁতে আমাৰ মাজতে সোমাই আছে। তাকে দেখি আয়ে বৰ আনন্দ পালে। সুধিলে—

"তহঁত মায়েৰৰ লগত নগলি বাছাহঁত?"

সিহঁতে চাৰিওফালৰপৰা গিৰ্জনি মাৰি উত্তৰ দিলে—

"কিয় যাম? তোমাক এৰি আমি কলৈকো নাযাওঁ ডাঙৰ আই; বেহেস্তলৈকেও নাযাওঁ—যান্নাতলৈকেও নাযাওঁ। তুমি আমাৰ মা-আমাৰ বেহেস্ত—আমাৰ যান্নাত।"

আয়ে আনন্দৰ হাঁহি এটা মাৰি সুধিলে—"সচাকৈ তহঁতে নাযাৱ নেকি?"

"নগ'লে আমাক তুমি খেদি পঠাবা নেকি ডাঙৰ আই?" সিহঁতে আমাৰ মাজৰ পৰাই প্ৰশ্ন কৰিলে। আমি আচৰিত হৈ গলোঁ। বুজিলোঁ, সিহঁতে নিজৰ মাকতকৈও ডাঙৰ মাকক বেচি ভাল পায়। মাহীয়েও আচৰিত হৈ গ'ল। তেওঁ হাঁহি মাৰি সিহঁতৰ ফালে চাই ক'লে—

"তহঁতে ঠিকেই কৰিছ মোৰ বাছাহঁত! পিতাৰাৰ অবিবেচনাৰ কামত সমৰ্থন নকৰি উপযুক্ত কাম কৰিছ! মই বৰ সুখ পাইছোঁ। ভয় নাই, বাইদেৱে তহঁতক নিজৰ ল'ৰা-ছোৱালীতকৈও বেচি মৰম কৰে। ডাঙৰ পিতাৰাই তহঁতক সকলো বস্তুৰ আগভাগ দিয়ে। ডাঙৰ পিতাৰাৰ ঋণ তহঁতে পৰিশোধ কৰিব লাগিব বাছাহঁত; তহঁতক মই ডাঙৰ পিতাৰাৰ হাতত গতালোঁ। মোৰ ঋণ তহঁতে পৰিশোধ কৰিবি মোৰ সোণহঁত।"

মাকৰ কথাত সিহঁত গহীন হৈ পৰিল যেন মাকৰ টান আৰু জটিল কথাবোৰ সিহঁতে হৃদয়ঙ্গম কৰিবলৈ চেষ্টা কৰিছে। আমি সকলোটিয়ে মাহীক সেৱা কৰিলোঁ। মাহীয়ে আমাক মৰমেৰে আশীৰ্বাদ কৰিলে—

"বাছাহঁত ! জীৱনত উন্নতি হওক। মানুহ হ—সৎ নাগৰিক হ। মোক নাপাহৰিবি সোনহঁত।"

মাহীৰ চকুপানী আহিল পুনৰ। করুণাবিগলিত কণ্ঠে মাহীয়ে থোকা-থুকি মাতেৰে মোক ক'লে—

"মোৰ ল'ৰাহঁতক তোমাক গতালোঁ বোপা, সিহঁতক যেন নিজৰ ভাই যেন দেখা।"

মই মাহীৰ ভৰিত ধৰি সেৱা কৰি কলোঁ—"তুমি নিশ্চিন্ত থাকা মাহীদেউ, সিহঁতক মই নিজৰ ভাইতকৈও আদৰ কৰেঁা। আজিৰপৰা মই সিহঁতক মোৰ লগত সদায় ৰাখিম। আমি আজিৰ পৰা অভিন্ন। আশীৰ্বাদ কৰা মাহী. যেন জীৱনত আমি একেলগে থাকি মিলি-জুলি সংসাৰত সুখেৰে দিন কটাব পাৰেঁা।" আমাৰ ঘৰখনত যেন আমি এক ভাই হৈ দিন কটাব পাৰেঁা।" মাহীয়ে অন্তৰ খুলি আশীৰ্বাদ কৰিলে।

তেতিয়াৰেপৰা সিহঁত আমাৰ লগত আছে। আজি আমাৰ গাঁৱৰ মানুহে গমকে পোৱা নাই যে আমি পৃথক সন্তান। তাৰ পাচত আয়ে তলমূৰা হৈ কিবা চিন্তা কৰিলে। মাহীয়ে পুনৰ আইক সাবটি ধৰিলে আৰু ভৰিত ধৰি সেৱা কৰি যাবলৈ ওলোৱাত আয়ে থোকা-থুকি মাতেৰে ক'লে—"শুন মোৰ ভনীটি ! তোৰ আদৰৰ সন্তান মোক মৰমেৰে দিলি ; ময়ো মোৰ চেনেহৰ সন্তান যি কেইজন তোৰ ঘৰত ৰ'ল সেই কেইজনক গতালোঁ যেন অনাদৰ নকৰ। সিহঁতক তই মৰম কৰিবি।" এই বুলি কৈ আয়ে মাহীৰ মুখলৈ চালে। মাহীয়ে সহজভাৱে আইৰ ফালে চাই ক'লে—"মোৰ-পৰা সিহঁতে অনাদৰ নাপায় বাইদেউ, কিন্তু ...... ।"

"মই বুজিছেঁা ; তই সিজনাৰ কথা কৈছ। মই জানো। অৱশ্যে ভাল চকুৰে নাচাব, জানিছোঁ ; তথাপি তোক সাৱধি কৰিয়ে মই এৰিলোঁ তই নজৰ কৰিবি।"

"সেই কথা আৰু মোক কব লাগেনে বাইদেউ ? মই পাৰো মানে যত্ন কৰিম। সেই বদ্‌মেজাজী লোকজনৰ লগত পৰি মোৰ

বিলৈৰ বিলৈ নোহোৱা হব ধৰিছে। মোৰ যে কেনে দুখ লাগে বাইদেউ। তেওঁ যেতিয়া মোৰ সন্তান আৰু তোমাৰ সন্তানৰ ভিতৰত বিভেদ ভাব সোমাই দি কাটা-কাটি কৰি মৰিবলৈ দিছিল তেতিয়া যে মোৰ কেনে বেয়া লাগিছিল তাক কি কম! নিজে নিজে আত্ম-হত্যা কৰি মৰিবৰ মন গৈছিল। মোৰ বিলৈৰ বিপত্তি নোহোৱা কৰিলে। তথাপি ভয় নকৰিবা বাইদেউ, মই পাৰ্য্যমানে চেষ্টা কৰিম।

তাৰ পাচত এটা করুণ পৰিবেশৰ মাজেৰে মাহীয়ে বিদায় মাগিলে। মাহীৰ ল'ৰা-ছোৱালী আমাৰ লগত ৰৈ গ'ল। তেতিয়াৰে-পৰা আমি দুঘৰ হৈ আছোঁ। মাহীক মৰম কৰি আয়ে তলে তলে বহুত বস্তু-বেহানিৰ উপৰিও পিতাই বহুত গহনা-পাতি মৰমতে দিয়ে।

শেষত বেলেগ হোৱাৰ পিচতো মহাই টকা-পইচাৰ কথা কৈ গোলমাল লগাই থাকে। সমূহ গৃহস্থৰ সমস্ত ধাৰ ঋণ পিতাই গাত লোৱাৰ পিচতো মহাই কাজিয়া কৰে। ভৰালৰ ধান, গোহা-লীৰ গৰু, পুখুৰীৰ মাছ, বাকচৰ টকা, মাটি বাৰীৰ ভাগ লৈ গ'ল. কিন্তু ধাৰৰ বোজা থাকিল পিতাৰ গাত। পিতা বৰ নিৰ্জু লোক। মহাৰ কথামতে তাতে মান্তি হ'ল। তাৰ পাচতো মহাই ঢিলা আদা পাই একামোৰ মৰাৰ দৰে আকৌ টকাৰ দাবী কৰিলে। এইবাৰ সৰু মাজু খুৰাৰ বৰ খং উঠিল। তেওঁ উঠাই দিলে। পিতা নিৰুপায়ত পৰিল। শেষত ডাঙৰ খুৰাই পিতাৰ সন্মান ৰক্ষা কৰিবলৈ অন্যায়কৈ ধৰা টকাখিনিও মহাক দি দিলে। বহুত টকা। কেইবা লাখ। তাৰ বাবে আমাৰ লগত থকা মাহীৰ সন্তানসকলে ডাঙৰ খুৰাক গিজগিজাই উঠিল। বাপেককো গালি-গালাজ কৰিলে। সেইদিনাহে আমি বুজি পালোঁ যে সিহঁত আমাৰ সহোদৰ ভাই নহ'লেও সহোদৰত কৈও আপোন। পিতাই মহাৰ এনে অন্যায় আব্দাৰ বাৰে বাৰে ৰক্ষা কৰাত আমাৰ এজন ভাই উত্তেজিত হৈ পৰিল। সি ইমান উত্তেজিত হ'ল যে হিতাহিত জ্ঞান হেৰুৱাই

পশু তুল্য হিংস্ৰ হৈ উঠিল। শেষত প্ৰাৰ্থনা সভালৈ যাব ধৰোঁতে পিতাক সি গুলীযাই হত্যা কৰিলে। সমস্ত ঘৰখন হুলস্থুল লাগি পৰিল। আনকি খন্তেকৰ ভিতৰতে গাঁওখন খলক লাগি পৰিল। ডাঙৰ খুৰাই শোকতে কপালে মূৰে হাত দি বহি পৰিল। মাহীৰ ল'ৰাবিলাকেও হুৰাওৰাৱে কান্দি দিলে। সিদিনা যে আয়ে কান্দিছিল! উহ! আজিও মনত পৰিলে মোৰ অসহ্য অনুভৱ হয়। আমি আটায়ে কান্দি-কাটি অস্থিৰ হলোঁ। মাহীয়ে খবৰ পাই কান্দি-কাটি আউলী-বাউলী হৈ লৰি আহিল। কিন্তু কি আচৰিত কথা! মহাই বিশেষ একো দুখ নকৰিলে, বৰং ক'লে—"সিঘৰৰ নেতাজন মৰিল।"

তেওঁৰ মনত পিতাৰ প্ৰতি ভাল ভাব নাছিল বোধহয়। সংসাৰ বৰ নিষ্ঠুৰ।

তাৰ কিছুদিন পাছত অৱশ্যে মহাও কেঞ্চাৰ বেমাৰ হৈ মৰিল। পিতা থকা দিনৰেপৰা মহাৰ অত্যাচাৰত অতিষ্ঠ হৈ মাহীৰ বহুত ল'ৰা-ছোৱালীয়ে পলাই আহি আমাৰ ঘৰত আশ্ৰয় লৈছিল। আজিকোপতি সিঘৰৰ ল'ৰা-ছোৱালীবিলাকে মনে মনে পলাই আমাৰ ঘৰলৈ আহিয়ে আছে। আমাৰ পূব মূৰৰ ১নং ঘৰখনলৈ প্ৰত্যেক বছৰে বহুত ল'ৰা আহিযে আছে যেন গুৰি পকুৱাৰহে লানি।

বেলেগ হোৱা দিন ধৰি মাহীৰ বৰ দুখ হৈছে। ল'ৰা-ছোৱালীবিলাকে খোৱা পিন্ধাত বৰ কষ্ট পাইছে। আমাৰ বৰ দুখ লাগে। মাজে মাজে আয়ে মনে মনে মাহীক টকা-পইচা দি থাকে। মহা মৰাৰ পিচত মাহীৰ ল'ৰাহঁতে ঘৰ চলোৱাত বৰ অসুবিধা পায়। মহাৰ স্বভাৱ আৰু গোৰামী দেখি গাৱঁৰ মানুহে ভাল নাপায়, বিশ্বাস নকৰে, সহায় নকৰে। ইফালে ঘৰৰ এনে অসুবিধা অৱস্থাত মহাৰ এজন মাৰা-মাৰি কৰাত পাৰ্গত দুষ্ট ল'ৰাই ঘৰ চলোৱা ডাঙৰ ভায়েক আৰু তেওঁৰ সহায়কাৰী ভায়েক কেইজনক অন্যায় কৰি ডকাইতৰ দৰে আক্ৰমণ কৰে আৰু তেওঁলোকক

বান্ধি থৈ ঘৰৰ জমা-জৰি সোপাকে হাত কৰি লৈ ঘৰত উঠিৰজা বহিৰজা হৈ পৰিল। তেতিয়াৰে পৰা তেওঁৰ ইচ্ছামতে ঘৰ চলে। কব গ'লে তেওঁ এজন স্বেচ্ছাচাৰী এক নায়ক। এই স্বেচ্ছাচাৰী একনায়কৰ তলত থাকি মাহীয়ে বৰ নিকাৰ ভুগিব ধৰিছে। মাহীয়ে পুতেকৰ মইমতালি দেখি কান্দে অ'ৰু ল'ৰা-ছোৱালীবিলাক লঘোন পৰে। কিছুদিনৰপৰা আমাৰ গাৱঁৰ একেবাৰে সিমূৰৰ ধনী মানুহ ঘৰৰপৰা টকা ধাৰ কৰি আনি কোনোমতে গৃহস্থিখন চলাই আছে। ধাৰত পোত গৈছে –মাটি-বাৰী সকলো যাব। এতিয়া ভিতৰি ভিতৰি এনে অৱস্থা হৈছে যে ইমান ধাৰ কৰা সত্ত্বেও মাজে মাজে ল'ৰা-ছোৱালী লঘোন পৰে। মাহীয়ে গাৱঁত খুজি মাগি খাব লগা অৱস্থা হৈছে ; অথচ পুতেকে লাজ নাপায়। ক'ত কেনেকৈ গাৱঁত কাজিয়া কৰিব পাৰি তাৰে শুং-সূত্ৰ বিচাৰি ফুৰিব ধৰিছে। তাৰ বাবেই ধাৰ কৰি অনা টকাবোৰ খেতি-বাতি আদি ফচল উৎপন্ন কৰাত খৰছ নকৰি অস্ত্ৰ-সস্ত্ৰ তৈয়াৰ কৰা আৰু যুজৰা ভায়েক কেই-জনমানক যুজৰ শিক্ষা দিয়াত খৰছ কৰিব ধৰিছে। ইয়াকে বোলে চোৰে নেৰে চোৰ বৃত্তি শহাই নেৰে শৰ! যাৰ যি স্বভাৱ তাক এৰিব কেনেকৈ ? ঘৰত ভায়েকহঁত লঘোন পৰিলে আমাক গালি পাৰে আৰু ভায়েকহঁতক উচটনি দিয়ে আমাক মাৰিবলৈ। আমাৰ ঘৰত থকা ভায়েকহঁতকো ফুচুলাবলৈ চায় যাতে আমাৰ ঘৰখন ভাগে। পিচে কি হব ? সিহঁতে আমাৰ অন্যায় কৰিব দূৰৰ কথা, তাৰ কথা শুনিলে মাটিতে সাত কিল মাৰে। এতিয়া একো উপায় নাপায় আমাৰ উত্তৰ-পশ্চিমৰ ঘৰটি ( কাশ্মীৰ ) দখল কৰিব বিচাৰে। তাতে বোলে সিহঁতৰ ভায়েকহঁত বেচিকৈ আছে। বোলো কটা, বেলেগ হোৱাত তোৰ বাপেৰৰ মতেই সেই ঘৰটি আমাৰ ভাগত দিছে ; এতিয়া তহঁতৰ ভায়েৰে বেচিকৈ থাকিল বুলি তহঁতে পাবিনে ? আৰু মজাৰ কথা, ভায়েকহঁতে মানে—সেই ঘৰত থকা ভায়েকহঁতেই সিহঁতৰ লগলৈ নাযায় বৰং সেইঘৰত বাস কৰা শক্তিশালী ভায়েক বকুছিয়ে

হেৰ সিদিনা হাতেৰে নহলেও কথাৰে—যুক্তিৰে ভালকৈ বক্‌চিং মাৰি পঠিয়াইছে। এতিয়া একো ফায়দা নেদেখি আমাৰ শত্ৰু ঘৰৰ লগ হৈছে। কিবা বোলে সীমাৰ চুক্তি কৰে। মই বুজিছোঁ, সীমাৰ চুক্তি নে যুজৰ চুক্তি। বাৰু কৰক, দেখা যাওক, কৰ পানী ক'লৈ যায়, কাৰ কোমোৰা কোনে খায়। এখ ঠাইত সুন্দৰ পৰিবেশত থকা ঘৰটি দেখি লাগে হবলা? ছিঃ নিধক।

ইফালে আমাৰ পিতা মৰাৰ পিচত ডাঙৰ খুৰাৰ গাত পৰে গৃহস্থিৰ ভাৰ। ডাঙৰ খুৰা বৰ ধীৰ, মেধাবী আৰু বিবেচক লোক। আপুনি জানে গাঁৱৰ বৰমেলত কেনেকৈ তেওঁক মানে। আমি ঘৰখনে ডাঙৰ খুৰাৰ কথা ঈশ্বৰৰ বাণীৰ দৰে পালন কৰোঁ। মাহীৰ সন্তানসকলেও ডাঙৰ খুৰাক বৰকৈ মানে। স্বাধীন হোৱা দিনৰেপৰা ডাঙৰ খুৰাই আমাৰ ঘৰখন চলাই আহিছে আজি পোন্ধৰ বছৰে। কিন্তু তেওঁ ঘৰৰ মুৰব্বী হোৱা নাই। ঘৰৰ মুৰব্বী পাতিছিল আমাৰ পিতাৰে একান্ত ভক্ত ৰাজেন খুৰাক। ৰাজেন খুৰায়ো ডাঙৰ খুৰাক বৰ সন্মান কৰে আৰু মানে। ডাঙৰ খুৰাৰ নাম জহৰ। জহৰ খুৰা সচাকৈ জহৰ—মহা মূল্যবান। তাৰ উপৰি আমাৰ পিতাৰ এজন পৰম ভক্ত খুৰা আছে। তেওঁ সন্যাসীৰ দৰে পদব্ৰজে ফুৰে আৰু স্থিতপ্ৰজ্ঞ পুৰুষৰ দৰে নিৰ্বিকাৰভাৱে জগতখনৰ কথা ভাবে। সেই বাবে আমি তেওঁক ভাবে খুৰা বুলি মাতো। তেওঁ সৰ্বোদয়ৰ কথা কয়।

আজি ইমান দিনে আমাৰ কাৰো লগত কাজিয়া লগা নাই, কেৱল সিদিনা ১৯৬২ চনৰ অক্টোবৰ মাহত আমাৰ উত্তৰৰ ঘৰে আহি অতৰ্কিতে বাৰীৰ ফালে শিলৰ এখ ঢাপটো পাৰ হৈ আহি আমাৰ ভাই-ভনীহঁত থকা ঠাইখিনি অধিকাৰ কৰি লয় আৰু অন্যায় আক্ৰমণ কৰি আমাৰ ভাইহঁতৰ কিছুমানক মাৰে আৰু কিছুমানক বান্ধি নিয়ে। তাৰ উপৰি ভাই-ভনীহঁতক অপমান কৰে—বলাৎকাৰ কৰিবলৈ আহে। টানি নিবৰ ভয়ত আমাৰ

ভনীসকল তাৰপৰা দৌৰি আহি আমাৰ ডাঙৰ ঘৰত সোমায়। সেই বাবেই আজি আপুনি মোৰ ভনী হৈমবতীক দেখা পাইছে। তাই বৰ নিৰ্জু, সৰল, উদাৰ আৰু নিৰহঙ্কাৰী ছোৱালী। তাই পিতাৰ গুণ আৰু আইৰ ৰূপ লাভ কৰিছে। তাইৰ ৰূপ আৰু ঐশ্বৰ্য্য দেখি সিহঁতৰ ডাঙৰ ভায়েকজনে তাইক বলাৎকাৰ কৰি নিব খোজে। আপুনিয়ে কওকচোন বাৰু, তাইক জানো আমি কাপুৰুষৰ দৰে ভয়তে এৰি দিব পাৰো। তেওঁৰ নিজৰ তিৰোতা আছে, কাণ কাটিলে ডুলী ভৰাকৈ এপাল ল'ৰা-ছোৱালী আছে। তেনেস্থলত কোনে সেই আদহীয়া লোকজনক গাভৰু ছোৱালী দিব? তেওঁ ছেগ বিচাৰি ফুৰিছে ক'ৰবাত অসংযতভাৱে কাৰোবাৰ গাভৰু ছোৱালী আছেনে যাতে অপহৰণ কৰি নিব পাৰে। আমাৰ কাষৰ কেইবা ঘৰৰো একে দশা হব। লম্পট, চৰিত্ৰহীন, বিশ্বাসঘাতক, পাষণ্ড নাস্তিক ধৰণৰ লোক কাষত থাকিলে এনে দশা হয়েই। সেই বাবেই কাষত থকা চুপাবাসীলোক ভাল নহ'লে সহ-অৱস্থান গুচি নৰকৰ স্থানহে হয়। তাৰ তেনে অসভ্য ব্যৱহাৰ দেখি আমাৰ ভাই কেইজনে গিজগিজাই উঠিছে—"বোলো তাইৰ কেও কিছু নোহোৱা যেন দেখিছে নেকি যে বিনাৰচী ছোৱালী বাটতে পাই লৈ যাওক? তাইৰ ককায়েকহঁত মৰা বুলি ভাবিছে নেকি আমাৰ সিঘৰৰ লোকে? এইবাৰ ভালকৈ গমটো পাব বাপেকে। এই কথা ১৯৫৪ চনতে হৈ গৈছিল। তেতিয়াৰেপৰা দম পাই সিহঁতে মনে মনে আছিল আৰু লাজতে কৈছিল সিজনাৰ ডাঙৰ ভায়েকজনে—"এহ যি হ'ল হৈ গ'ল, সেইবোৰ কথা বাদ দিয়ক। আমি একেলগে ওচৰা-ওচৰিকৈ বাস কৰিব লাগিব যি স্থলত সেইবোৰ অপ্ৰীতিকৰ কথা বাদ দিয়ক।" আমি বাদ দিলোঁ। গ'ল কথা, গ'ল লেঠা। কিন্তু তেওঁলোকে মুখত তেনেকৈ কৈ পেটত শেল চাচিলে। মনে মনে আমাৰ শিলৰ বেৰখনৰ সিফালে বন-জঙ্গল জুৰি ৰাষ্টা-ঘাট বান্ধি ভায়েক কেইজনমানক ৰখীয়া পাতি সাজু হৈ

ৰ'ল কেতিয়ানো কোন সুযোগত হৈমক হৰণ কৰি নিব পাৰে। আমি গম পোৱা নাছিলোঁ। ইমান ওখ বেৰৰ সিফালে কোনে কি কৰে কেনেকৈ গম পাম? তাৰ পাচত ১৯৫৮ চনত হঠাতে এদিন সিহঁতৰ সশস্ত্ৰ ভায়েকসকলে মাটিৰ সীমা চমজাই লম বুলি কৈ বেৰ পাৰ হৈ আমাৰ দখলৰ ভিতৰত আহি খুটি পুতি দিলে। তেতিয়াহে গম পালোঁ যে ইহঁতৰ মতলব খাৰাব। এই কাণ্ডত আমাৰ ৰখীয়া ভাইসকলে খণ্ডতে জ্বলি উঠিল। অনাধিকাৰ প্ৰবেশ। আচলতে ডাঙৰ 'কেচ'।

কিন্তু ডাঙৰ খুৰাই সিহঁতক শান্ত কৰিলে আৰু সিঘৰৰ সিজনালৈ লিখি জনালে। তাতে ক'লে যে দুয়োঘৰৰ মুৰব্বী দুজনৰ আলাপ-আলোচনাৰ জৰিয়তে সীমা বিবাদ নিষ্পত্তি কৰিব লাগে। সেইমতে আলাপ-আলোচনা চলিল। ইতিমধ্যে ১৯৫৪ চনতে তেওঁলোকৰ ডাঙৰ দুজন আমাৰ ঘৰলৈ আহি অতিথি হৈ আছিল। তেতিয়া আমাৰ দুজন ভায়ে সিহঁতক বৰ আসৈ দিলে; আনকি ১ নং ঘৰৰ এজনে আমাৰ ভিতৰুৱা কথাও সিহঁতক জনালে। তেতিয়াৰ পাৰাই সেইজনে মনে মনে চিঠি লিখি বেৰৰ সিপাৰ কৰি দিয়ে। সেইসময়ত আমাৰ মিলা-প্ৰীতিৰ চিন দেখুৱাবলৈ আমাৰ সিপক্ষীয় ভাইজনে ঘৰৰ ভিতৰত শ্লোগান দিলে—"আমি দুয়োঘৰ পৰম মিত্ৰ। আমি দুয়ো ভাই ভাই।" এতিয়া সেই ভাই ভাইৰ সলনি হ'ল সিহঁতে আমাক খাই খাই হে। তাৰ পাচত আলোচনা-বিলোচনা কৰা চুতা কৰি সিহঁতে তলে তলে যুজলৈ হে সাজু হ'ল। আমি ভবা নাছিলোঁ যে সিহঁতে এনে শঠতা, চতুৰালি আৰু বিশ্বাসঘাতকতা কৰিব। আমাৰ ডাঙৰ খুৰায়ো ভবা নাছিল। তেওঁ মুখত যেনে ভোলানাথ, পেটতো তেনে বলোৰাম! মুখে পেটে একে। গতিকে আমি অপ্ৰস্তুত হৈ ৰলোঁ। ইফালে ডাঙৰ খুৰাই গাঁওখনত যুজবাগৰ নহবৰ বাবে প্ৰত্যেক ঘৰকে দা, যাঠি, জোং বন্দুক বাৰুদ নাইকিয়া কৰিবলৈ হে চেষ্টা চলাইছিল। আমাৰ নিজৰ

ঘৰত আত্মৰক্ষাৰ অস্ত্ৰখিনিকো ডাঙৰ খুৰাই অৱহেলা কৰিছিল। সেইবাবে আমাৰ ভিতৰুৱা খবৰ পাই সিহঁতে অস্ত্ৰ-শস্ত্ৰ লৈ সদলবলে আহি আমাক আক্ৰমণ কৰে ১৯৬২ চনৰ পহিলা অক্টোবৰ তাৰিখেই। আমাৰ হাহাকাৰ লাগিল। বাৰীৰ সীমা চাবলৈ যোৱা ভাইকেইজনক মাৰি ধৰি বান্ধি নিয়াত ভাই-ভনীহঁতে দৌৰি আহি ডাঙৰ ঘৰ পালে। হৈমৱতীয়ে কান্দি-কাটি হুলি-জুলি হৈ আহিল আইৰ কাষলৈ। কান্দিবৰ কথাই। গাভৰু ছোৱালীক বলাৎকাৰ কৰিবলৈ আহিলে বাৰু কান্দোনৰ বাহিৰে বেচেৰীৰ কি উপায় আছে? তাইৰ কান্দোন দেখি আৰু ঘটনাৰ বিবৰণ শুনি আয়েও কান্দি দিলে। আই কন্দা দেখি আমাৰ নিজা ভাইৰ উপৰিও মাহীৰ ল'ৰাহঁতে খঙত টিঙিৰি তুলা যেন হৈ উঠিল। আমি সদলবলে গৈ কাজিয়াৰ ঠাই উঠিলোঁ। সিহঁতৰ এনে বিশ্বাসঘাতকতা দেখি এইবাৰ ডাঙৰ খুৰাৰো খং উঠিল। তেওঁ ঘৰৰ সকলোকেইজনকে মাটি আনি সাজু হবলৈ ক'লে কাৰণ কবতো নোৱাৰি কিজানি সীমাৰ কাজিয়াৰ চুতা কৰি বিশ্বাসঘাতকহঁতে শেষত ঘৰখনকে আক্ৰমণ কৰি অধিকাৰ কৰি লয়? বিশ্বাসঘাতক পাতকীৰতো একো ঠিক নাই। আমাৰ ভাইহঁতে ক'লে যে ইমান বিশ্বাসঘাতকতা আক্ৰমণ আৰু অপমান নীৰৱে সহ্য কৰা নহব। ডাঙৰ খুৰাই ক'লে "আমাৰ এক ইঞ্চি মাটিও আমি এৰি নিদিওঁ। তাৰ বাবে আমাৰ যিমানে ক্ষতি নহওক লাগে।" ডাঙৰ খুৰাৰ কথা শুনি আমাৰ ঘৰৰ ল'ৰা বুঢ়া, ডেকা-গাভৰু সকলোৱে আনন্দ পালে আৰু শত্ৰুৰ বিৰুদ্ধে শেষ বাৰলৈ হ'লেও যুজিবলৈ দৃঢ় সঙ্কল্প হ'ল। সিদিনাৰপৰাই আমি যুজলৈ সাজু হব ধৰিছোঁ; আৰু তাৰ কাৰণেই আজি আপুনি আমাৰ হৈমক ইয়াত দেখিবলৈ পাইছে।"

মোৰ কথা শুনি ইমান সময়ে তেওঁ তবধ হৈ আছিল; এইবাৰ সম্বিত ফিৰিল। দেখিলে যে মই বক্তৃতা কৰি উত্তেজিত

হৈ আছোঁ। তেওঁ মোক সহানুভূতি দেখুৱাবৰ উদ্দেশ্যে বোধহয় মাত লগালে—

"বৰ বেইমানি কৰিছে সিহঁতে। এই বেইমানি স্বভাৱৰ বাবেই বোধহয় বৰ মেলত ইহঁতক লগ দিয়া নাই।"

বাহিৰত তেতিয়া পোহৰ কমি আহিছে। মই বাহিৰলৈ চাই মাত লগালোঁ—"হৈম ?"

হৈমই ইতিমধ্যে সান্ধ্য ভ্ৰমণৰ উদ্দেশ্যে সাজি-কাচি ওলাই-ছিল; মোৰ মাত শুনি কমৰ দুৱাৰ মুখলৈ আহি মাত লগালে মিহি আৰু মিঠা সুৰত—

"কিয় মাতিলা ককাইদেউ ? কিবা লাগিব নেকি ?" মই তাইৰ ফালে চালোঁ। দেখিলোঁ, হৈম আজি সাইলাখ অপেশ্বৰী। তাইৰ এই অপূৰ্ব সুন্দৰী বেশ দেখি মোৰ বন্ধুৰ কথা নকওঁৱেই ময়ো আনকি মুগ্ধ হৈ গলোঁ। সন্ধিয়াৰ সান্ধ্য ৰশ্মিত হৈমৰ নিমজ শুভ্ৰ গাল দুখনি ৰক্তাভ হৈ উঠিছে; ভ্ৰমৰ কৃষ্ণ চেলাউৰি দুটা অৰ্ধচন্দ্ৰ আকৃতিৰে দিগন্তত বিলীন হবলৈ যেন প্ৰয়াস কৰিছে। শুভ্ৰ ললাটক কুমকুমৰ ঈষৎ গাঢ় ৰক্তিতিলকে যেন নভোমণ্ডলৰ ধ্ৰুৱ-নক্ষত্ৰৰ স্থিৰ স্থিতি ইঙ্গিত কৰিছে। হেঙুলীয়া ওঁঠৰ ৰক্তাভ বৰণে মুখমণ্ডল আৰক্তিম কৰি তুলিছে। মুখৰ সহজ সৰল হাঁহিৰ মাজেৰে যেন এক পবিত্ৰ ৰূপচ্ছটা বিকিৰিত কৰিছে। তাইৰ এই ৰূপৰাশি দেখি মোৰ মনৰ জড়তা আঁতৰি গ'ল; গ্লানি বিদুৰিত হ'ল। মোৰ বন্ধুই এই ৰূপসুধা যেন নয়ন ভৰি পান কৰিলে। নিৰ্নিমেষ নয়নে চাই ৰ'ল তেওঁ হৈমৰ ধুনীয়া মুখলৈ। চকুই চকুই পৰিল। মোৰ বন্ধুজনে বহুত কিবাকিবি কথা ভাবি গ'ল। বোধহয় হৈমৰ চকুযুৰিয়ে তেওঁক বহুত নজনা কথা কৈ গ'ল আৰু নতুন প্ৰশ্ন কৰি গ'ল। বাস্তবিক হৈমই মুখেৰে যিমান কথা কয় তাতকৈ তাইৰ চকুদুটাই বেচি কথা কয়—বহুত কথাৰ ইঙ্গিত দিয়ে। বোধহয় মোৰ বন্ধুজনে তাইক নিৰ্বাক বাস্তবিৰ সন্ধান দিলে। চকুই চকুই চাই তাই এটা লাজ-

কুৰীয়া হাঁহি মাৰি তলমূৱা হ'ল। মই দৃশ্যটো নজৰ কৰিলোঁ। তৎক্ষণাত মাত লগালোঁ—

"মই যে পিঠা আনিবলৈ কৈছিলোঁ, ক'ত আনিলি হৈম ?"

"আয়ে এতিয়া পিঠা বনোৱা নাই। ৰাতিহে বনাব।"

"কিয় ?"

"আয়ে কৈছে যে ।"

"কি কৈছে আয়ে।"

তাই লেনীয়া মাতেৰে ক'লে "মানে... মানে ৰাতি বোলে ভাত খাব লাগিব।"

তাই এবাৰ মোৰ পিনে চাই মোৰ বন্ধুজনৰ ফালে কেৰা হিকৈ চালে আৰু ভৰিৰ বুঢ়া আঙুলিৰে মজিয়াৰ পকাত ঘঁহিব ধৰিলে। তাই লাজ আৰু আনন্দতে তেনেকুৱা কৰিছে বুলি মই ধৰিব পাৰিলোঁ। কলোঁ—"তাৰ মানে এখেতক ৰাতি ভাত খাবলৈ কৈছে ?"

"হয়।"

"যাঃ বেঙী ! কথাষাৰ ফুটাই কব নোৱাৰে।" মই তাইক ধমক দিয়াৰ ছলেৰে কথাষাৰ কৈ বন্ধুৰ মনৰ নাড়ীডালৰ স্পন্দন গণিলোঁ। তাৰ পাচত কলোঁ।

"দেখিছেনে কাণ্ড ! তাই কথাষাৰ ফুটাই ক'ব নোৱাৰে এইকনো কোনে নিব. . ?"

"থওক, আপোনাৰো আকৌ কথা ! তেনেকৈ নকব।"

মই বুজিব পাৰিলোঁ, কোনে নিব মানে যে কোনেও নিনিব তাকে বুজাবলৈ গৈছোঁ। যদিও পেটে পেটে মই জানো যে তাইৰ দৰে সাদৰী ছোৱালী এজনী পাবলৈ যে এওঁৰ নিচিনাকৈ মোৰ বন্ধুইতে ভগৱানক কিমান জয়দেউ কাকুতি কৰিব ধৰিছে তাৰ লেখ নাই। তথাপি নিজৰ ভনী আজলী বুলি কৈ তাইৰ প্ৰতি আনৰ অধিক সহানুভূতি আকৰ্ষণ কৰিবৰ চেষ্টা কৰিছোঁ। মোৰ বন্ধুজনে

হাঁহি মাৰি তাইৰ ফালে এবাৰ কেৰাহিকৈ চাই লৈ ক'লে—

"আপোনাৰ ভনীয়েকক যিয়ে বিয়া নকৰাওঁ বুলি কয় সিয়ে হতভাগ্য বুলি মই কওঁ। যিয়ে আপোনাৰ ভনীয়েকক পাব সিয়ে ভাগ্যৱান।"

তেওঁৰ এই প্ৰশংসামুখৰ উক্তি শুনি হৈমই লাজতে ভিতৰ সোমাই গ'ল। মই কৃত্ৰিম খং দেখুৱাই কলোঁ—

"কথাষাৰ কবলৈকো সাহস নাই। আজি-কালিৰ ছোৱালী ইমান লাজকুৰীয়া হ'লে চলেনে? নেদেখিলে তাই কেনেকৈ পলাল? আয়ে আপোনাক আজি ৰাতি থাকি ভাত খাবলৈ নিমন্ত্ৰণ কৰিছে, এই কথাষাৰো জানো স্পষ্ট কৰি ক'ব নোৱাৰে? কি বেঙী ছোৱালী দেখিলেনে?"

"আপোনাৰ আগত আমিযে বোবা হৈ যাওঁ, তেওঁতো ছোৱালী মানুহ।"

"আপুনিও তাইৰ ফালে ওকালতি আৰম্ভ কৰিলে? বাৰু ভালেই হ'ল আপোনাৰ মোক্কেলৰ নিমন্ত্ৰণ ৰক্ষা কৰক এতিয়া।"

"নাই, মই ৰাতি থাকিব নোৱাৰিম বন্ধু।"

এনেতে ভিতৰৰপৰা ওলাই আহি আয়ে মাত লগালে—

"নহয় বোপা, তুমি থাকিবই লাগিব। আজি ৰাতিৰ সাঁজ ভাত মোৰ ইয়াতে খাব লাগিব।"

আই অহাত মোৰ বন্ধুজনে নমস্কাৰ কৰিলে আৰু বৰ বিনয়ৰ সুৰত ক'লে—"মোৰ বৰ অসুবিধা হয়।"

"একো অসুবিধা নহয় বোপা। তুমি থাকিব লাগিব।" এনেতে মই হাঁহি মাৰি কলোঁ—"আই, হৈম বেঙীজনীয়ে এওঁক নিমন্ত্ৰণ কৰিবলৈ এইবাৰ তোমাক পঠালে নেকি?"

আয়ে হাঁহি মাৰি ক'লে—"তায়েতো গৈ কলে বোলে তই তাইক ধমক দিছ পিঠা আনিব নোৱাৰাৰ বাবে, হয় নে?"

"আই বেঙীজনীয়ে বেছ কথা লগাব জনা হ'ল দেখিছোঁ।"

"অৱশ্যে, আপুনি ধমক দিয়া মিছা নহয়।" মোৰ বন্ধুজনে হঁাহি মাৰি সাক্ষী দিলে।

"আপুনিতো তাইৰ ফালে কবই।" মই হঁাহি মাৰি ঠাট্টা কৰিলোঁ। বন্ধুজনে লাজতে ৰঙা-চিঙা পৰি উঠিল আইৰ আগতে মই তেনেকৈ ইঙ্গিত-পূৰ্ণ কথাৰ খোঁচমৰা বাবে। আয়ে হঁাহি মাৰি ক'লে—

"তুমি আজি ৰাতি ইয়াতে খাব লাগিব বোপা; তুমি বহুদিন আহি আছা, এদিনো এসাজ খুৱাব পৰা নাই।"

"নিশ্চয় থাকিব লাগিব; মোৰ বহুত কথা আছে। ৰাতি আলোচনা কৰিম। এতিয়া বলক, এপাক নৈৰ পাৰে পাৰে ফুৰি আহোঁ।"

"এৰা, যোৱা বোপা, ফুৰি-চাকি আহাগৈ দুয়ো। মযো ছোৱালীকেইজনীক লৈ এপাক মাৰি আহোঁ।"

"ফুৰিবলৈনো ক'লৈ যাম; আপোনালোকৰ ঘৰবোৰকে বাৰু চাই-চিতি আহোঁগৈ বলক; তাৰ উপৰি সীমাৰ কাজিয়া লগা ঠাইখিনিও চাই আহোঁ বলক।" মোৰ বন্ধুজনে মোক ক'লে। আমি দুয়ো ফুৰিবলৈ ওলালোঁ। আয়ে মোৰ বন্ধুজনৰ সন্মতিসূচক উত্তৰ পাই আনন্দিত হৈ গ'ল। বোধহয় বিয়া দিবলৈ থকা গাভৰু ছোৱালীৰ মাৰ্কাবিলাকে ডেকা ল'ৰালৈ আগ্ৰহৰ মাত্ৰা অলপ বেচিকৈ দেখুৱায় যেন পাইছোঁ। মোলৈওতো কিছুমানৰ মৰম কম নহয়। তাৰ পাচত আয়ে মোলৈ চাই ক'লে—"সোনকালে আহিবি। আজি সাগৰিকাও আহিছে।"

"বাৰু।" মই সন্মতি দিওঁ।

আয়ে বন্ধুক অনুৰোধ কৰি ভিতৰলৈ গ'লগৈ। মোৰ বন্ধুই সকৌতুকে প্ৰশ্ন কৰিলে—"সাগৰিকা কোন?"

"মোৰ ভনী।" মই উত্তৰ দিলোঁ।

এনেতে বাহিৰৰপৰা মোৰ সৰু ভনী গঙ্গাই মাত লগালে

চিঞৰি—"মা সোনকালে আহ, গধূলি হ'ল।"

"গৈছো ৰহ্।" আয়ে ভিতৰৰপৰা মাত লগায়। আমি দুয়ো অলপ পৰ থাকি বাহিৰ ওলাই আহিলোঁ৷ আৰু মই মাতিলোঁ৷—"আহক আমিও এপাক ফুৰি আহোঁগৈ আৰু আমাৰ ঘৰবোৰকো আপোনাক বুজাই দিওঁ।"

"ভাল। বলক বাৰু।"

এনেকৈ কোৱা-মেলা কৰি দুই বন্ধু বাহিৰ হ'লোঁ৷। বাহিৰত আহি দুয়ো পূব মুৰলৈ খোজ ললোঁ৷। বাটত বন্ধুই সুধিলে—"পিছে কাজিয়াখনৰ কথা যে নক'লে?"

"ফুৰি আহি দুয়ো বহি গল্প কৰিম আৰু আমাৰ কাজিয়াখনৰ ইতিবৃত্ত কম। এতিয়া বলক, এমূৰৰপৰা আমাৰ ঘৰবিলাকৰ পৰিচয় কৰি দিওঁ গৈ।"

"বলক তেন্তে।"

আমি দুয়ো বন্ধুই আমাৰ ঘৰৰ পূব সীমালৈ গলোঁ৷ আৰু পূবৰপৰা ক্ৰমান্বয়ে আমাৰ ঘৰবোৰ দেখুৱাই গলোঁ৷। আমাৰ ডাঙৰ ঘৰ পোন্ধৰটা আৰু সৰু ঘৰ ছয়টা। পূবৰপৰা ক্ৰমান্বয়ে নম্বৰ দিয়া আছে এক, দুই, তিনি ইত্যাদি কৰি। পূবৰখনৰ নাম হৈছে 'অসম'। এই ঘৰৰ উত্তৰ কোঠালী 'নেফা'ত অনাধিকাৰ প্ৰৱেশ কৰিছে।

আমি দুয়ো বাহিৰ হৈ যোৱাত দূৰৈত মাৰ সৈতে মোৰ ভনীহঁত ফুৰিবলৈ ওলাই যোৱা মোৰ বন্ধুৰ চকুত পৰিল। তেওঁৰ চকু দুটাই চুৰি কৰি ভনীহঁতক চোৱা মোৰ চকুত পৰিল। মই একো নেদেখাৰ ছলেৰে তেওঁৰ চকুৰ তৃপ্তি সাধন কৰাত একো বাধা নকৰিলোঁ৷। ডেকা মানুহ। ধুনীয়া গাভৰু ছোৱালীক অলপ চাই লওক। মোৰ পেটে পেটে হাঁহি উঠিল—ভাবিলোঁ৷, এওঁৰ দেখিছোঁ৷ বাৰুকৈয়ে লোভ লাগিছে। আচ্ছা....। দেখা যাওঁক, কিমানখিনিলৈ আগবাঢ়ে। মই নীৰৱে গৈ আছোঁ৷। মনতে গৰ্ব অনুভৱ কৰিছোঁ৷

যে মই অন্ততঃ ধুনীয়া ভনীকেইজনীমানৰ ককায়েক। ধুনীয়া ছোৱালীৰ ককায়েক হোৱা কেনে আমোদজনক তাক আজি উপলব্ধি কৰিছোঁ। ই বৰ সৌভাগ্যৰ কথা।

মাহঁতক নেদেখা হোৱাৰ পাচত যেতিয়া মোৰ বন্ধুই হতাশ আৰু অপূৰণীয় তৃপ্তিৰ খেদেৰে পুনৰ দৃষ্টি ফিৰাই আনিলে তেতিয়া মই তৎক্ষণাত আৰম্ভ কৰিলোঁ। মোৰ কাম, যাতে বন্ধুই অন্তৰত দুখ অনুভৱ কৰাৰ সময় নাপায়। মই প্ৰত্যেকখন ঘৰ আঙুলিয়াই দিলোঁ আৰু তাৰ ইতিহাস কৈ গলোঁ। বন্ধুই নীৰৱে শুনি গ'ল। ক্ৰমে ক্ৰমে আমি আগ বাঢ়িলোঁ।

গধূলি ফুৰি আহোঁতে আমি দুয়োৰো বহুত পলম হ'ল! বন্ধুজনে আমাৰ ঘৰৰ উপৰিও বাৰীৰ নানা বস্তু চাই চাই পলম কৰিলে। আমি যেতিয়া ঘৰ পালোঁ তেতিয়া দস্তুৰমতে ৰাতি হৈছে। দুয়ো বন্ধুই আহি মোৰ ৰুম সোমালোঁ। ইতিমধ্যে মোৰ ৰুমত কোনোবাই পোহৰৰ ব্যৱস্থা কৰি গৈছেই। মই অনুমান কৰিছোঁ, এই কাম শ্ৰীমতী হৈমৱতীৰ হব নিশ্চয়। আমি দুয়ো সমুখা-সমুখিকৈ চেয়াৰ দুখনত বহিছোঁ—মাজত টেবিলখন। এটা চিগাৰেট জ্বলাই লৈ বন্ধুজনে আৰম্ভ কৰিলে—

"তাৰ পাচত কি হ'ল?"

"কিহৰ কথা কৈছে?"

"সেই যে কাজিয়াখনৰ কথা তেতিয়া কৈছিল....?"

"অ' আমাৰ কাজিয়াৰ কথা—সীমা বিবাদৰ কথা?"

"হয়, সীমা বিবাদৰ কথা"।

"তেতিয়াৰ সীমা বিবাদ আৰু সীমা বিবাদ হৈ থকা নাই; এতিয়া পুৰাদমে আক্ৰমণ চলিছে—মাৰামাৰি চলিছে। সিহঁতে আমাক আক্ৰমণ কৰিছে।"

"বাৰু, ঘটনাৰ কাৰণ ভালকৈ কওকচোন!"

"পাচতো কাজিয়াৰ কথা কম, এতিয়া ভৰি-হাত পখালি

লওক আগতে।”

এই বুলি কৈ মই 'বাথৰুম'ৰ (গা ধোৱা ঘৰ) দৰ্জাখন খুলি দি তেওঁক মাতিলোঁ। তেওঁ চিগাৰেটটো টানি টানি বাথৰুমত প্ৰবেশ কৰিলে। তুয়ো ভৰি-হাত চাফা কৰি মুখ ধুই পুনৰ আহি আগৰ আসনতে বহিলোঁ।

এনেতে ভিতৰৰপৰা এখন ট্ৰে'ত কৈ চাহ-পিঠা লৈ এজনী সোমাই আহিল। বন্ধুজনে ভিতৰৰ দৰ্জাৰ ফালে মুখ কৰি বহিছিল। বোধহয় কাৰণটোৰ কথা নক'লেও বুজিব পাৰিছে। ময়ো সেই সুবিধাটো দিছোঁ বেচেৰাক। তেওঁ আগন্তুকাজনীক দেখি চমকিত হৈ উঠিল—পিচ মুখ দি চাই দেখোঁ যে সাগৰিকা আহিছে। গাত নীলা চাদৰ, নীলা ব্লাউজ, নীলা মেখেলা। বহল কপাল, বহল, উন্নত বক্ষ, গভীৰ চকু, ভৰা গাল, চেপেটা মুখ, গহীন গম্ভীৰ খোজ, স্থিৰ দৃষ্টি, শান্তভাব মুখমণ্ডলত। ঢৌ খেলোৱা কলা চুলিটাৰি দীঘল, মসৃণ আৰু প্ৰচুৰ। গাৰ ৰং ঈষৎ কলা, কিন্তু ছালৰ কান্তি আছে চমৎকাৰ। ৰূপহী, অথচ ব্যক্তিত্বসম্পন্না ভনী আমাৰ। বিয়া হৈ গৈছে কাহানিবাই, কেইবাটাও ল'ৰা-ছোৱালীৰ মাক, কিন্তু দেখাত সাইলাখ আবিয়ৈ ছোৱালী যেন দেখি। আমাৰ ঘৰৰ ভিতৰত এইজনীয়ে জ্ঞানৱতী অথচ নিৰহঙ্কাৰ, দূৰদৃষ্টিসম্পন্না আৰু ক্ৰোধহীনা ভনী। বাহিৰত চঞ্চল যেন দেখি। প্ৰথমে তাইৰ বিশাল শৰীৰটি দেখি লোকে ভয় কৰে, কিন্তু অলপ সময় তাইৰ মুখলৈ চালে, বুকুলৈ দৃষ্টি গ'লে সকলো পুৰুষে প্ৰেমত পৰিবলৈ ইচ্ছা কৰে। হৈম আৰু সাগৰিকাৰ ভিতৰত পাৰ্থক্য হ'ল—হৈম সাধাৰণ ছোৱালীতকৈ অৰ্থাৎ গাঁৱখনৰ সকলো কেইজনীতকৈ ওখ আৰু সাগৰিকা বহল, ডাঙৰ গভীৰ। অৱশ্যে আমাৰ সাগৰিকাতকৈও ডাঙৰ ছোৱালী এজনী আছে। তাই বৰ শান্ত ছোৱালী; সেই বাবেই তাইৰ নাম প্ৰশান্তা ৰাখিছে হবলা। আমাৰ হৈমৰ উচ্চতা জুখিব লাগিলে আমি সাগৰিকাৰপৰা জোখো

'অৰ্থাৎ সাগৰিকাৰ মুৰৰ ওপৰৰপৰা কিমান ওখ তাকে চোৱা হয়, কাৰণ সাগৰিকা সকলোতকৈ চাপৰ ছোৱালী। উচ্চতা জুখিব লাগিলে আমি তাইকে মানদণ্ড ধৰি লৈছোঁ। সাগৰিকাৰ মনোমোহা নীলা চকুযুৰি, দিগন্ত বিস্তৃত চেলাউৰি আৰু ঢৌ খেলোৱা কলা চুলিটাৰিয়ে মানুহৰ মন এনেভাৱে কাঢ়ি নিয়ে যে তাইক দেখিলে সকলোৱে ভেবা লাগি চাই থাকে এটা আনন্দ আৰু স্তব্ধতাৰ নিৰ্বাক সন্তুষ্টি লৈ! তাইৰ এই সম্মোহিনী ৰূপে মোৰ বন্ধুক ক্ষন্তেকতে তবধ আৰু মুগ্ধ কৰি দিলে। তেওঁ কিজানি ভাবিব ধৰিছে আমাৰ ঘৰত কিমান যে ধুনীয়া ছোৱালী আছে! বোধহয় বন্ধুৰ সম্বন্ধ কৰিবৰ হেপাহ প্ৰবল হৈ আহিব ধৰিছে। সেই বাবেই জোঁৱাই ধৰণে বহি মোৰ ফালে চাই ললে। ইতিমধ্যে সাগৰিকাই চাহ-পিঠাৰ ট্ৰে'খন টেবিলত থৈ মিহি সুৰত মাত লগালে—"চাহ খোৱা ককাইদেউ। আয়ে পিঠা তৈয়াৰ কৰি ৰখি আছিল ইমান সময়ে। কিয় ইমান পলম কৰিলা?"

"আমি বাৰীৰ ফালে ফুৰিবলৈ গৈছিলোঁ। বাৰু দেচোন কি আনিছ?" তাই চাহৰ কাপ দুটা দুয়োকো দিলে আৰু পিঠাৰ 'প্লেট' দুখনো দুয়োৰো ফালে আগ বঢ়ালে। আমাক চাহ খাবলৈ দি গহীনভাৱে তাই গৈ ভিতৰ সোমাল। মোৰ বন্ধুৰ মনৰ গতি পৰিবৰ্তন হোৱা মই লক্ষ্য কৰিলোঁ। তেওঁ বিমৰ্ষ হৈ কিবা সোধোঁ বুলিও সুধিব পৰা নাই। মই তেওঁৰ মনৰ অৱস্থা নুবুজাকৈ থকা নাই! ৰূপৱতী নাৰীৰ প্ৰবেশ পুৰুষৰ বাবে যেনে উপাদেয়, প্ৰস্থান তেনে অসহনীয়। মই পেটে-পেটে কথাটো উপলব্ধি কৰিলোঁ। সেইবাবে ভিতৰলৈ চাই মাত দিলোঁ—

"সাগৰিকা! দুগিলাচ পানী লৈ আহিবি।"

তাই ইতিমধ্যে আহি দৰ্জাৰ ওচৰ পাইছিল। হাতত পানীৰ দুটা গিলাচ। বোধহয় পানী আনিবলৈকেই তাই গৈছিল। সাংসাৰিক অভিজ্ঞতা থকা গৃহিণী। মোৰ মাত শুনি ভিতৰ সোমাই

আহি পানীৰ গিলাচ দুটা টেবিলৰ ওপৰত থৈ ক'লে—

"মই পানী আনিবলৈকেই গৈছিলোঁ ; নিয়া, এয়া পানী ।"

তাৰ পাচত তাই কাষতে থিয় হৈ ৰল । মই তাইক মোৰ ওচৰৰ চেয়াৰখনতে বহিব কলোঁ । তাই নীৰৱে মোৰ আদেশ অমান্য কৰিলে । মোৰ আগত চেয়াৰত নবহিল । আমি চাহ খাব ধৰিলোঁ । সাগৰিকাৰ উপস্থিতিত চাহ খাই মোৰ বন্ধুই বেছ আমোদ অনুভৱ কৰিছে নিশ্চয় । চাহ খোৱা হলত তাই গৈ তামোল আনি দিলে । ইমান সময়ে দুয়ো নীৰৱভাৱে কটোৱাৰ পাচত মই মাত লগালোঁ বন্ধুৰ ফালে চাই—

"এইজনী মোৰ ডাঙৰ ভনী । বিয়া হৈ গৈছে । ভাগিনী কেইবাজনী আছে ।" মোৰ মুখত সাগৰিকা বিবাহিতা আনকি সন্তানৰ মাক বুলি শুনি বন্ধুই প্ৰমাদ গণিলে । মই তেওঁৰ বিস্ময়-বিস্ফাৰিত নেত্ৰ লক্ষ্য কৰিলোঁ, কিন্তু অধিক ভ্ৰমত নপৰিবৰ বাবে সাগৰিকাক মাত লগালোঁ—

"বাৰু সাগৰিকা, ভাগিনীহঁতো আহিছে নেকি ?"

"মাৰা-মাৰি হোৱা বুলি শুনি মই হে লৰি আহিছোঁ । তাইহঁত অহা নাই । ডাঙৰ খুৰাক লগ ধৰি ঘটনাৰ ইতিবৃত্ত লম বুলি আহিছোঁ । তাইহঁতেও বোধহয় এতিয়ামানে আহি ওলাব । মোমায়েকহঁতক বান্ধি নিয়া বুলি শুনি তাইহঁতে কান্দি-কাটি অস্থিৰ হৈ পৰিছে ।"

সাগৰিকা বিবাহিতা আনকি কেইবাটাও ল'ৰা-ছোৱালীৰ মাক বুলি শুনি মোৰ বন্ধুই যেন মনৰ ভিতৰতে এটা দীঘল হুমুনিয়াহ কাঢ়িলে । তেওঁৰ মনৰ অৱস্থা কেনে হব পাৰে বুজিব পাৰিছোঁই । মই তাৰিফ কৰিলোঁ । তাৰ পিচত আৰু অযথা মনোকষ্ট নিদিম বুলি ভাবি সাগৰিকাক বিদায় দিবৰ বাবে কলোঁ—"তই যাচোন । আইক সোনকালে ভাতৰ ব্যৱস্থা কৰিবলৈ ক'গৈ ।"

তাই এটা নমস্কাৰ কৰি বিদায় ললে ।

আমি দুয়ো কিছুসময় নীৰৱ হৈ থাকিলোঁ! শেষত ময়ে মাত লগালোঁ—"পিচে আমাৰ কাজিয়াখনৰ কথা সুধিছিল নহয় ?"

"হয়।"

"বাৰু শুনক আদ্যোপান্ত।"

এইবুলি কৈ মই মুখখন মচি লৈ ভালকৈ আৰামেৰে বহি ললোঁ আৰু বন্ধুৰ মুখলৈ চাই আৰম্ভ কৰিলোঁ—

"শুনক বন্ধু! আপুনি জানে যে আমি এটা একান্নবৰ্তী বৃহৎ পৰিয়াল। আপোনালোকৰ আশীৰ্বাদত আমাৰ মাটি-বাৰী, বয়-বস্তু যথেষ্ট। লোক সংখ্যাও ৪৪ জন। আপোনাক এতিয়া গধূলিতে মই লৈ গৈ আমাৰ চৌহদৰ সকলো বস্তু-বেহানি, ঘৰ-দুৱাৰ, ঢাপ, পুখুৰী, পথাৰ-সমাৰ আদি দেখুৱাই আনিছোঁ। আপুনি দেখিলেই যে আমাৰ গৃহস্থিখনত ঘৰ ২১ টা। ১৫ টা ডাঙৰ ঘৰ। তাত একোটা ডাঙৰ পৰিয়াল বাস কৰে। ৬টা সৰু ঘৰ। তাত ছয়টা সৰু পৰিয়াল অৰ্থাৎ ল'ৰা-ছোৱালীৰ সংখ্যা কম থকা লোকে বাস কৰে। বেলেগ হোৱাৰ পাচত আমাৰ ভাগত এই ঘৰবিলাক পৰে। আপোনাক মই ঘৰবোৰ দেখুৱাই আনিছোঁ এতিয়াই; আপুনি ঘৰবোৰ নেদেখিছে নে ?"

"দেখিছোঁ এতিয়াই। বাৰু, এইবোৰ প্ৰত্যেকে একোঘৰ মানুহ নেকি ?"

"প্ৰত্যেকে একোঘৰ হয় কিন্তু বেলেগ নহয়। আমাৰ ঘৰৰ পৰিয়াল বেচি হোৱা বাবে ল'ৰা-ছোৱালীবিলাকক মাকবিলাকে যাতে নিজা-নিজিকৈ ভাল ৰকমে তত্ত্বাবধান লব পাৰে তাৰ বাবে বেলেগ বেলেগ একোটা ঘৰৰ ব্যৱস্থা কৰি দিয়া হৈছে।"

"প্ৰত্যেক ঘৰতে স্বকীয়া পাক চলে নেকি ?"

"হয়। প্ৰত্যেকৰে পাক স্বকীয়া আৰু আয়-ব্যয় স্বকীয়া।" কিন্তু সমূহৰ এটা ডাঙৰ পাকঘৰ আছে আৰু এটা সমূহীয়া ডাঙৰ ভঁৰালো আছে। তাত গোটেই কেইঘৰৰ মানুহে বহি একেলগে

খোৱা-লোৱা ব্যৱস্থা আছে। টকা-পইচাৰ ব্যৱস্থাও তাত আছে।"

"টকা-পইচাৰ ব্যৱস্থা? তাৰ মানে ভঁৰাল?"

"হয়। ভঁৰাল প্ৰত্যেকৰে আছে সঁচা, কিন্তু সমূহৰ ভঁৰালটোলৈও প্ৰত্যেকে একোটা অংশ পঠায়। তাৰ উপৰি সমূহৰ আয়ৰ বহুত পথ আছে।"

"এই ভঁৰাল কোনে চলায়?"

সমূহৰ ভঁৰাল আৰু পাকঘৰ চলায় খুৰাহঁতে আৰু ঘৰবোৰ চলায় ককাইদেউহঁতে। আমাৰ প্ৰত্যেক ঘৰৰে একোটা চৰাঘৰ থকাৰ দৰে সমূহতো এটা বৰ ডাঙৰ মেল-চৰা আছে। আমাৰ গৃহস্থিৰ সকলো কথা তাত আলোচনা হয়। ডাঙৰ খুৰাই সকলো কাম চলায়; অৱশ্যে আমাৰ ঘৰৰ মালিক কিন্তু নহয়। আমাৰ ঘৰখন চলাবলৈ এজনক ভাৰ দিছোঁ। তেওঁক আমাৰ ঘৰৰ মালিক বুলিবও পাৰে। সকলো কাম ডাঙৰ খুৰাই তেওঁৰ নামতে কৰে আৰু তেওঁৰ অনুমোদন লয়! তেওঁক আমি মালিক খুৰা বুলি মাতোঁ। তেওঁ বৰ পণ্ডিত লোক। গাঁওৰ সকলোৱে তেওঁক জ্ঞানী, পণ্ডিত আৰু দাৰ্শনিক বুলি জানে।

"অ' তেখেতৰ কথা কব নালাগে, আমি জানো সকলোৱে।"

"তাত কথা আলোচনা কৰিবলৈ আমাৰ ককাইদেউহঁতে প্ৰত্যেকে ভায়েকহঁতক পঠাই দিয়ে।"

"তাৰ মানে আপোনালোকৰ ঘৰত সকলোৱে একেলগে আলোচনা কৰে?"

"নিশ্চয়। আনকি আপুনি আচৰিত হব যে আমাৰ ল'ৰা-ছোৱালীৰ সকলোৰে মত তাত লোৱা হয়। ল'ৰা-ছোৱালী, তিৰোতা, মুনিহ অৰ্থাৎ ১৮ বছৰৰ ওপৰৰ চাবালক মাত্ৰেই মাত মাতিবৰ অধিকাৰ আছে। সেই বাবেই আমি আমাৰ ঘৰখনক বৰ ভাল পাওঁ। আমাৰ গাঁওৰ বহুত ঘৰ মানুহক দেখিছোঁ আমাৰ দৰে নহয়। কিছুমানৰ মুৰব্বী বুঢ়াই যি কয় সেয়ে, আন কিছুমানৰ আকৌ ডেকা

কেইজনমানে যি কয় সেয়ে। আনবিলাকৰ মতক খাতিৰ নকৰে। আমি কিন্তু সেইটো পছন্দ নকৰোঁ, ঘৰখনত সকলোৰে সমান অধিকাৰ থকা উচিত। সমান অধিকাৰ থাকিলেহে সমানে ভাল পাব। নহয় জানো ?"

"নিশ্চয়। আপোনালোকৰ ঘৰৰ নিয়ম-নীতি বেছ সুন্দৰ।"

"পিছে শুনক, আমাৰ সৌ যে পূব মূৰত সেই ডাঙৰ ঘৰটি দেখিছিল, সেইটি ঘৰৰপৰা পশ্চিমলৈ ক্ৰমে ১, ২, ৩, ৪, ৫ নং ডাঙৰ ঘৰ পাঁচটা আৰু পাঁচ নং ঘৰৰ উত্তৰত এটা সৰু ঘৰ। এই ঘৰকেইটাৰ উত্তৰ সীমাত সিহঁতে আহি বেদখল কৰিছে। পূবৰ অৰ্থাৎ ১নং ঘৰটোৰ উত্তৰৰ কোঠালীটোও দখল কৰিছে। বাকী কেইটাৰো প্ৰত্যেকৰে একোডোখৰ ঠাই অধিকাৰ কৰিছে। আমাৰ উত্তৰৰ সীমাৰ খুটিবিলাক উভালি দলিয়াই পেলাই বলাৎকাৰ কৰি অনুপ্ৰৱেশ কৰিছে।"

"এই কাম বাৰু তেওঁলোকে কিয় কৰিলে ?"

"অন্তৰৰ জ্বালাত। পৰশ্ৰীকাতৰতা আৰু হিংসা বোলা প্ৰবৃত্তি বাৰু মানুহৰ অন্তৰত আছে নে নাই ? তাৰ প্ৰতিক্ৰিয়া। ই বহুত কথা বন্ধু। বাৰু শুনক—।"

এই বুলি কৈ মই এটা চিগাৰেট জ্বলালোঁ আৰু বন্ধুকো এটা যাচিলোঁ। দুয়ো চিগাৰেট জ্বলাই ধূমপান কৰি লৈ অলপ উত্তেজনা আনি ললোঁ। তাৰ পাচত, কবলৈ ধৰিলোঁ—।

"১৯১৪ চনৰ কথা। তেতিয়া আমাৰ ঘৰখন পশ্চিমৰ গিৰীৰ অধীনত আছিল। সেই সময়ত উত্তৰৰ ঘৰৰ আৰু আমাৰ ঘৰৰ মাজত এঘৰ সৰু গৃহস্থি আছিল। তেওঁলোকৰ ঘৰখন দুখীয়া কিন্তু বৰ ধাৰ্মিক লোক বাস কৰে। মনত যেনেকৈ উচ্চ ধাৰ্মিক ভাব, বাসো কৰিছিল গাঁওৰ ভিতৰতে ওখ ভূমিত। সেই ধৰ্মপৰায়ণ সাধু মানুহ ঘৰক ইহঁতে ১৯৫৯ চনত নিজৰ তলতীয়া কৰি লয় মাৰি ধৰি অত্যাচাৰ কৰি। বেচেৰা মুৰব্বী সাধু মানুহজনে

অত্যাচাৰত ৰব নোৱাৰি ল'ৰা-ছোৱালী কেইজনমানক লগত লৈ আমাৰ ঘৰলৈ আশ্ৰয় বিচাৰি পলাই আহে। মানৱতাৰ খাতিৰত আমি তেওঁক আশ্ৰয় দিওঁ কিন্তু সেই বুলি সিহঁতক আমি একো নকওঁ আৰু দোষৰ কথাও গাঁওঁত প্ৰচাৰ নকৰোঁ। কাৰণ তেতিয়া সিহঁত আমাৰ বন্ধু আছিল। বন্ধুৰ বিৰুদ্ধে কবলৈ নাপায়। এই সৰু ঘৰৰ লগত ডাঙৰ ঘৰে সদায় ইচুতা-সিচুতা কৰি কাজিয়া কৰি আছিল আগৰেপৰা। মাটিৰ সীমালৈ বহুদিনৰপৰা কাজিয়া। তাকে দেখি সৰুঘৰে সীমাবিবাদ মীমাংসা কৰিবৰ বাবে ১৯১৪ চনত আমাক মাতি পঠায় কাৰণ আমি দুয়োঘৰৰে মিত্ৰ আৰু দুয়োঘৰৰ মাটিৰ সীমাৰ লগত আমাৰ মাটিৰ সীমা জড়িত আছে। তাকে দেখি আমাৰ শাসক ঘৰে এজন লোক পঠালে। তেওঁৰ নাম মেক্‌মেহন। তিনিও ঘৰৰ তিনিজন প্ৰতিনিধি লগ লাগিল। আমাৰ ফালৰপৰা মেক্‌মেহন। ডাঙৰ ঘৰৰপৰা আই-ভান-শ্বেন আৰু সৰু ঘৰৰপৰা আহিল লনশ্বেন। তিনিঘৰৰ তিনিজন প্ৰতিনিধিৰ ত্ৰিদলীয় সন্মিলনত তিনিও সীমা নিৰ্ধাৰিত হৈ যায়। দলিল পত্ৰ লিখি ঘৰৰ তিনিও চহী কৰে। আজিও সেই দলিল আছে আৰু আমাৰ ডাঙৰ খুৰাই দাখিল কৰিছে। আমাৰ লগত ডাঙৰ ঘৰৰ ঠিক হোৱা সীমাটোৰ নাম ৰাখিলে মেক্‌মেহন সীমা ৰেখা। মেক্‌মেহনৰ নামে সীমাৰো নাম। সিঘৰে তাহানিৰেপৰা সেই সীমা মানি চলিছিল, পিছে সৌ সিদিনা ১৯৬২ চনৰ চেপ্তেম্বৰ ৮ তাৰিখে আমাক আক্ৰমণ কৰি ২০ অক্টোবৰত আমাৰ সীমা পাৰ হৈ গছ-বিৰিখ কাটি ঘৰ-দুৱাৰ ভাঙি, মানুহ-দুনুহ মাৰি, বান্ধি নি সীমাৰ খুটিবোৰ উভালি দলিয়াই পগলা হাতীৰ দৰে উদণ্ডালি কৰে। আমাৰ পূবৰ ঘৰৰ কোঠালী নেফা আৰু পশ্চিমৰ ঘৰটিৰ উত্তৰৰ কোঠালী 'লাডাখত' ভীষণ আক্ৰমণ চলায়। সিহঁতে আমাৰ ৰবাহোতি, ঢোলা; খিঞ্জেমান, লুংজু, বমদিলা আদি খুটিবোৰ আৰু খুনকি, কংকা, ৰামালুংপা, স্প্যাঙ্গুৰ, দৌলত-বেগওল্ডি, চিপচাপ, গালোৱান, গাংগং,

লুপচাং কুপ, নামচকু আদি বেৰবোৰ অতিক্ৰম, আক্ৰমণ আৰু পতন কৰি প্ৰায় ৫০ গজ (৫০) হাজাৰ বৰ্গ (মাইল) ভিতৰ সোমাই আহে। এতিয়া সেইবোৰ ঠাই সিহঁতৰ বুলি দাবী কৰি খুটি পুতিছে। জগতত ইয়াতকৈ আৰু কিবা অন্যায় কাম আছে নে? ই সম্পূৰ্ণ বৰ্বৰতা—অসভ্যালি নহয় নে? কি বিশ্বাসঘাতক লোক। মিত্ৰ হৈ থাকি শত্ৰুতা আচৰিলে। ইয়াকে কয় শঠ মিত্ৰ। সিহঁতে কি কৰিছিল জানে? ১৯৫৪ চনতে সিহঁতৰ মুৰব্বী ভায়েক দুজন আমাৰ ঘৰলৈ আহিছিল বন্ধুভাৱে মিতিৰ খাবলৈ। তাৰ আগে আগে আমাৰ কাষত থকা গৃহস্থ কেইঘৰৰ সৈতে যাতে আমি সুখে সন্তোষে মিলি-জুলি বাস কৰিব পাৰোঁ সেই মৰ্মে অনাক্ৰমণ চুক্তি কৰি সহ-অৱস্থানৰ ভেটিত বুদ্ধৰ পঞ্চশীল নীতি মানি চলিবলৈ সকলোৱে প্ৰতিজ্ঞাবদ্ধ হওঁ। এই পঞ্চশীল নীতি অৰ্থাৎ পাঁচটা সদনীতি যেনে—(১) অনাক্ৰমণ (২) পাৰস্পৰিক সন্মান প্ৰদৰ্শন (৩) সহ-অৱস্থান (৪) আভ্যন্তৰীণ হস্তক্ষেপ বৰ্জিত (৫) পাৰস্পৰিক বিশ্বাস আৰু আস্থা।" প্ৰথমে তেৰাসবেই স্বাক্ষৰ কৰে। তাৰ লগে লগে আমি কৰোঁ, কাৰণ সিহঁতে আমাৰ ঘৰৰ বুদ্ধৰ শিষ্যহে— আমি যে স্বয়ং ভায়েক। তাৰ পাচত আনবিলাকে চহী কৰে আৰু শান্তিৰ প্ৰতীক স্বৰূপে পাৰ-চৰাই আকাশত উৰুৱাই দি বিশ্বশান্তি ঘোষণা কৰে। সেই নীতিত বিশ্বাস কৰি আমি যুঁজৰ অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ কৰা বন্ধ কৰি দিছিলোঁ; আমাৰ ডেকা ল'ৰাহঁতক যুদ্ধ কৰা কৌশল শিকোৱা বন্ধ কৰিছিলোঁ কাৰণ যুঁজৰ কৌশল শিকালে মানুহ যুজুৰা হয় আৰু যুঁজ লগাই দিয়ে যি কোনো প্ৰকাৰে। আমি ভাবিছিলোঁ যে আমাৰ চাৰিওফালৰ চুবুৰীয়াবিলাকে সহ-অৱস্থানৰ বাবে পঞ্চশীল নীতি মানি চলিব যেতিয়া, তেতিয়া আৰু যুঁজ-বাগৰ নহয়; গতিকে মিছাকৈ যুঁজৰ অস্ত্ৰ তৈয়াৰ কৰি পইচা খৰচ কৰাৰ দৰ্কাৰ নাই। হিংসা বৃত্তিক জাগৃত কৰাবো সকাম নাই। যুঁজ-বাগৰে ডেকাসকলৰ সু-গুণ ধ্বংস কৰি পশু বৃত্তিৰ উদ্ৰেক কৰে। আমি

অহিংসাৰ উপাসক আৰু শান্তিপ্ৰিয় লোক। সেই বাবে এই চুক্তি হোৱাত বৰ আনন্দ পালোঁ, আৰু তেতিয়াৰেপৰা যুঁজৰ অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ নকৰি কল-কাৰখানা, খেতি-বাতিত মন দিলোঁ। ঘৰখনৰ অৰ্থ-নৈতিক উন্নয়নৰ বাবে। কিন্তু সিহঁতে কি কৰিলে জানে? আমাৰ লগত এনেকৈ শঙ্কশীল নীতি কৰি আমাক যুঁজৰ অস্ত্ৰ-শস্ত্ৰ তৈয়াৰৰ পৰা বিৰত ৰাখি সিহঁতে তলে তলে ধুমধাম অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ কৰিব ধৰিলে। ডেকা ভায়েকহঁতক যুজৰ শিক্ষা দিব ধৰিলে। এই কথাৰ গম আমি নাপালোঁ, অৱশ্যে গমো লোৱা নাছিলোঁ। লমেই বা কি? এটা প্ৰতিজ্ঞা কৰি চুক্তি কৰিছো, তাক আৰু অবিশ্বাস কৰিব পাৰোঁনে? আমিতো বিশ্বাসঘাতকতা কৰিব নাজানো। সেইবাবে বিশ্বাসঘাতকতা কৰিব বুলি ভাবিবও নোৱাৰোঁ; ইফালে সিহঁতে তলে তলে বিশ্বাসঘাতকতা কৰিলে। এই বিশ্বাস-ঘাতকতাৰ অতৰ্কিত আক্ৰমণৰ বাবে আমি প্ৰথমে পিচুৱাই আহিবলৈ বাধ্য হলোঁ। আমি অপ্ৰস্তুত থাকোঁতে সিহঁতে মিত্ৰভাৱে থাকি শত্ৰুতা আচৰিলে। কি ভণ্ড! কি বিশ্বাসঘাতক লোক! সেইবাবেই বোধহয় গাঁওৰ মানুহে সিহঁতৰ স্বভাৱ চৰিত্ৰ জানি গাঁওৰ বৰ মেলত লগ নিদিয়ে গাঁওৰ বহুত ঘৰ মানুহে সিহঁতৰ চৰিত্ৰ জানে। আমাৰ খুৰাইঁতেহে সিহঁতক পৰম বিশ্বাস কৰিছিল আৰু গাঁওৰ বৰমেলত লগ দিবলৈ আনবিলাকক খাতিৰ ধৰিছিল। সিহঁতৰ হৈ মাতিব যোৱাৰ শলাগ ললে সিহঁতে এনেভাৱে আক্ৰমণ কৰিয়ে হবলা।”

“কি অকৃতজ্ঞলোক! একেবাৰে অসভ্যৰ দৰে এনে অভদ্ৰ জানোৱাৰৰ দৰে ব্যৱহাৰ!!”

মোৰ বন্ধুজনৰ খং উঠিছিল। খং কৰি কৈ উঠিল এনেভাৱে। মই এটা মিচিকিয়া হাঁহি মাৰি কলোঁ—

“আপোনাৰ খং উঠি গ'ল? বাৰু আমাৰ বেজিকা কেনে হ'ব পাৰে অনুমান কৰক বন্ধু?”

"খং মুঠিনো কি হ'ব ? এনে অকৃতজ্ঞ আৰু বিশ্বাসঘাতক মানুহক আমি হ'লে ভাল শিকনি দিলোঁহেঁতেন ।"

"তাৰ পাচত শুনক আকৌ.... ।"

"বিশ্বাসঘাতকতাৰ কথা আকৌ কিমান শুনিম ? বাৰু কণ্ডকচোন বিশ্বাস-ঘাতক নাৰবীহঁতে কেতিয়া কেনেকৈ আক্ৰমণ কৰি ক'ত কি কৰিলে ?"

"বাৰু শুনক ?"

এই বুলি কৈ মই এটা চিগাৰেট জ্বলাই ললোঁ আৰু তেওঁকো এটা দিলোঁ । চিগাৰেট হুপি হুপি মই কৈ গ'লো—

"১৯৫০ চনত সেই ঘৰে সৰু ঘৰক আক্ৰমণ কৰে । এই কথাত আমি সিহঁতক বুজালোঁ যে এনেকৈ চুবুৰীয়াক আক্ৰমণ কৰিলে গাওঁৰ বৰমেলত স্থান পোৱা টান হ'ব । ২১ অক্টোবৰত আমি কৈছিলোঁ, কিন্তু সিহঁতে আমাৰ কথাত কৰ্ণপাতে নকৰিলে আৰু হেঁচি হেঁচি সমস্ত মাটি দখল কৰিয়ে থাকিল । শেষত মূৰব্বীজনক হত্যা কৰিবলৈ বিচাৰি ফুৰিলে । ভয়তে পলাই আহি বেচেৰাই আমাৰ আশ্ৰয় মাগিলে । এই কথা আগতেই আপোনাক কৈছোঁ । তাৰ পাচত ১৯৫৪ চনত আমাৰ যত্নতে সিহঁতৰ ঘৰত গৈ আলোচনা কৰি দুয়ো ঘৰৰ মীমাংসা হয় । সেই বছৰৰে ২৫ জুনত সিহঁতৰ ডাঙৰ ককায়েক আমাৰ ঘৰলৈ ফুৰিবলৈ আহে । আমি বৰ আদৰ সাদৰকৈ তেওঁক মান সৎকাৰ কৰোঁ । তেওঁক উপলক্ষ কৰি পতা ভোজত আমাৰ প্ৰায় চাৰি লাখ টকা খৰচ হয় । ভোজ মেলত পঞ্চশীল নীতিৰ বিষয়ে পুনৰ আলোচনা কৰে আমাৰ ডাঙৰ খুৰাৰ লগত । তাৰ পাচত খাই বৈ উঠি জাগা-জমি চাই তেওঁ ঘৰলৈ যায় । তেওঁ ভোজ খোৱা দিনৰপৰা আমাৰ কেইজনমান ভায়ে জয়ধ্বনি আৰম্ভ কৰিলে—"আমি দুয়োঘৰ পৰম মিত্ৰ । আমি দুয়ো ভাই-ভাই । হেৰ সিদিনা ১৯৬২ চনৰ অক্টোবৰ মাহলৈকে সেই ধ্বনি তুলি আছিল আমাৰ ঘৰত । কিন্তু সেই ভাই ভাই'ৰ ঠাইত

এতিয়া আমি ক'ব লগা হ'ল—সিহঁতে আমাক 'খাই খাই' বুলিছে। ই বৰ পৰিতাপৰ কথা। আৰু আচৰিত কথা হ'ল যে তেওঁ ঘৰ গৈ পোৱাৰ পাচত ১৭ জুলাইত আমালৈ এটা আপত্তি জনালে যে আমাৰ বৰাহোতিৰ খুটিতো বোলে সিহঁতৰ মাটিত। বৰাহোতি সিহঁতৰ বুলি দাবী জনায় আৰু ২০ ছেপ্তেম্বৰত আমাৰ 'চিপ্‌গী' বেৰৰ ফাকেৰে লুপচাঙকুপলৈ আহে। ইয়াৰ অৰ্থ যুদ্ধ কৰা মতলব। আমাৰ ঘৰৰ সুখ সমৃদ্ধি দেখি তেওঁৰ চকু পুৰিছিল হবলা। মহাভাৰতত দুৰ্য্যোধনে যধিষ্ঠিৰহঁতৰ ময়দানবে বনোৱা ঘৰ-দুৱাৰ দেখি অসহ্যবোধ কৰি অন্তৰতে ঈৰ্ষাত জ্বলি-পুৰি মৰি শেষত পাণ্ডৱক নিপাত কৰিবলৈ মনস্থ কৰাৰ দৰে সিজনায়ো আমাৰ ঘৰৰ অৱস্থা দেখি ঈৰ্ষাত জ্বলি-পুৰি মৰিছিল, কাৰণ ভদ্ৰলোকৰ নিজৰ ল'ৰা-ছোৱালীক দুবেলা দুমুঠি খুৱাবৰ যোগ্যতা নাই। বহুত ল'ৰা-ছোৱালীয়ে দুয়ো বেলা লঘোন পৰে। এবেলা লঘোন পৰা ল'ৰা-ছোৱালীৰটো লেখে নাই। আজিও প্ৰতিদিনে খাবলৈ নাপাই সিহঁতৰ ঘৰৰ ল'ৰা-ছোৱালী মৰিয়ে আছে। নিজৰ এনে নিৰ্লজ্জ দৰিদ্ৰতা থকাত আৰু চুবুৰীয়া ঘৰৰ এনে সুখ-স্বাচ্ছন্দ্য থকাত তেওঁৰ গাৱে সহিব নোৱাৰিলে। ইয়াৰ বাবেই আমাৰ ৫০ বিঘা (৫০ হাজাৰ) মাটি সিহঁতৰ বুলি দেখুৱাই এখন মেপ বাহিৰ কৰিলে। সেইবাবে ১৮ অক্টোবৰত আমাৰ ডাঙৰ খুৰাই সিহঁতৰ ঘৰলৈ গৈ আপত্তি কৰিলে। তেতিয়া লাজত পৰি বপুৰাই কয় যে সেইবোৰ মেপ হেনো তেওঁৰ আগৰজনে কৰা ভুল মেপ। সময়ত দৰ্কাৰ হলে শুধৰাই লোৱা হ'ব। তাৰ বাবে ভয় কৰিব নালাগে। ডাঙৰ খুৰা ফিৰি অহাৰ পাচত সিজনাই আকৌ আমাৰ ঘৰলৈ আহে ২৮ নবেম্বৰত আৰু সীমাৰ বিষয়ে আলোচনা কৰে। মেক্‌মেহন সীমা ৰেখাই যে আমি দুয়ো ঘৰৰ সীমা ৰেখা এই কথা মানি ললে। ১৯৫৮ চনৰ এপ্ৰিল, মে মাহত বৰাহোতিক লৈ পুনৰ আলোচনা কৰে। তাৰ পাচত মনে মনে এদিন আমাৰ

খুৰনাক খুটি উভালি আমাৰ লাডাখ কোঠালীৰ ভিতৰত প্ৰবেশ কৰে। এফালে নিজে আহি আমাৰ লগত আলোচনা কৰে আৰু আনফালে ভায়েকহঁতক লগাই দিয়ে আমাৰ খুটি উভালি ঠাই দখল কৰিবলৈ। আমাৰ লগত আলোচনা কৰে যাতে আমি যুজ নহ'ব বুলি অপ্ৰস্তুত হৈ থাকোঁ, আৰু ঘৰত ভায়েকহঁতক যুজৰ আখৰা দিয়ে যাতে অপ্ৰস্তুত অৱস্থাত আমাক আক্ৰমণ কৰিব পাৰে। কি বিশ্বাসঘাতকতা! আমাৰ কোঠালিত অনুপ্ৰবেশ কৰাৰ বাবে ২ জুলাইত আমি প্ৰতিবাদ জনালোঁ। সিহঁতে একো উত্তৰ নিদিলে। তাৰ পাচত চেপ্তেম্বৰত 'লাডাখ' 'আকচাই' ৰখীয়া ভাই কেইজন-মানক বান্ধি নিয়ে আৰু পাঁচ সপ্তাহ ধৰি আটক কৰি ৰাখি অত্যাচাৰ কৰে। আনফালে আমাৰ ওখ ঢাপৰ সিফালে 'আকচাই' বোলা ঠাইত সিহঁতে মনে মনে এটা বাট বনায যাতে যুঁজ কৰিবলৈ সিহঁতৰ সুবিধা হয়। এই কথাৰ শুং-সূত্ৰ পাই আমি প্ৰতিবাদ কৰাত সিজনাই ১৯৫৯ চনৰ ২৩ জানুৱাৰীত জনায় যে তেওঁ মেক্-মেহন সীমা ৰেখা নামানে। কি জঘন্য মিছলীয়া আৰু অসৎ লোক দেখকচোন! ইফালে আমাক কৰিছে এনে বিশ্বাসঘাতকতা আৰু আনফালে সৰু ঘৰক কৰিছে জঘন্যতম ব্যৱহাৰ। মঠ-মন্দিৰ ভাঙি, লামা-চামাক মাৰি-কাটি গৰু, গাহৰি, ঘোঁৰা, খচ্চৰ, ছাগলী, ভেঁৰা, কুকুৰ, মেকুৰী আটাইবিলাক জন্তুকে খাই খাণ্টাং কৰিলে। গাভৰু ছোৱালী আৰু তৰুণীসকলৰ ইজ্জৎ নষ্ট কৰি যিয়ে যাকে পালে তাকে টানি লৈ গ'ল। ধন বস্তু, তিৰোতা, ছোৱালীকতো নিলেই বলাৎকাৰ কৰি, তাৰ উপৰি ডেকাবিলাকৰ কিছুমানক কাটিলে, কিছুমানক আঘাত কৰি পেলাই থলে আৰু কিছুমানক চাকৰ কৰি ৰাখিলে। ইহঁতৰ অত্যাচাৰৰ কাহিনী শুনিলে মানৱ আক্ৰমণ আৰু অত্যাচাৰৰ কাহিনী শুনিব নালাগে। শেষত সিহঁতৰ চেংগীজখাৰ দৰে অসভ্য বৰ্বৰ অত্যাচাৰ সহিব নোৱাৰি সৰুঘৰৰ মুৰব্বীজনে ৩১ মাৰ্চত পলাই আহি আমাৰ আশ্ৰয় লয়। তেতিয়া সিহঁতে আমাক

গালি পাৰে আৰু সেই ঘৰৰ লগত বেপাৰ কৰা আমাৰ বেপাৰী ভাইক অত্যাচাৰ কৰে। অকল সেয়ে নহয়, ২৫ আগষ্টত সিহঁতৰ যুজুৰা ভায়েকহঁতে আহি আমাৰ নেফাৰ কোঠালী প্ৰৱেশ কৰি 'লুংজু' খুটি অধিকাৰ কৰি লয়। ২০ অক্টোবৰত "কুণ্ডকা" ঠেক বাটেৰে আহি আমাৰ ৯ জন ভাইক হত্যা কৰে। ১৬ নবেম্বৰত আমি লাডাখ এৰি যাবলৈ সিহঁতক দাবী জনাওঁ; কিন্তু ১৭ নবেম্বৰত সিহঁতে আমাৰ দাবী অস্বীকাৰ কৰে। তেতিয়া ১৯৬০ চনৰ ৫ ফেব্ৰুৱাৰীত ডাঙৰ খুৰাই পুনৰ সিজনাক মাতি পঠায়। ১৫ এপ্ৰিলত সিজনা আমাৰ ঘৰলৈ আহে আৰু আলোচনা কৰে। পিছে তেওঁ যোৱাৰ পিচত ২২ চেপ্তেম্বৰত "জেলেপলা" ঠেক বাটেৰে আহি সিহঁতৰ যুজুৰা ভাযেকে "চিকিম" প্ৰৱেশ কৰে। ১৯৬১ চনৰ ১৪ ফেব্ৰুৱাৰীত দুয়ো ঘৰৰ লিখা-লিখিবোৰ প্ৰকাশ কৰে। ১৯৬২ চনৰ ৩ মেত সিহঁতে আমাৰ বেলেগ হোৱা বেলাগী ঘৰৰ লগত মনে মনে সীমাৰ বিষয়ে আলোচনা কৰে আৰু তাৰ পিচত ৩১ জুলাইত লাডাখৰ' 'চিপচাপ" ফাকেৰে আহি "স্পাঙ্গুং" খালৰ পাৰত আমাৰ ৰখীয়া ভাইসকললৈ গুলী কৰে। তাৰ পাচত ৮ চেপ্তেম্বৰত দেখ দেখকৈ সিহঁতে আমাৰ সীমান্ত আক্ৰমণ কৰে। "থাগ্‌লা" ঠেক পথৰ ফাকেৰে আহি "ঢোলা" খুটি উভালি দি ২০ চেপ্তেম্বৰত নেফা আৰু লাডাখৰ কোঠালী দুটাত সিহঁতৰ অসভ্য যুজুৰা ভায়েকহঁতে প্ৰৱেশ কৰি "ঢোলা" "খিঞ্জেমান" আৰু লাডাখৰ দুটা খুটি ভাঙি-ছিঙি চুৰমাৰ কৰে। ২১ অক্টোবৰত নেফাৰ নামচুক আৰু লাডাখৰ আন দুটা খুটি দখল কৰে। ২৫ অক্টোবৰত "টোৱাং" মঠ দখল আৰু যুজৰ আড্ডা স্থাপন কৰে। ২৭ আৰু ২৯ অক্টোবৰত "ডামচক" আৰু "জাৰলো" খুটি দখল কৰে। ৫ নবেম্বৰত লাডাখৰ সকলোবোৰ খুটি দখল কৰি লয়।

নবেম্বৰত নেফাৰ "বোমদিলা" খুটি অধিকাৰ কৰি তেজপুৰৰ ভাই-ভনীসকলৰ মনত ত্ৰাসৰ সৃষ্টি কৰি পলাবলৈ বাধ্য কৰে।

আমাৰ সীমাৰখীয়া ভাইক মাৰধৰ কৰি, হত্যা কৰি, বন্দী কৰি লৈ গৈ ভনীসকলৰ ওপৰত অকথ্য অত্যাচাৰ কৰি লুট-পাত আৰম্ভ কৰে আৰু শেষত আমাৰ হৈমৰ ৰূপ দেখি সিজনাই কামপীড়িত হৈ সতীত্ব হৰণ কৰি নিজৰ তিৰোতা কৰি লবৰ বাবে যজ্ৰা ভায়েকহঁতৰ দ্বাৰা বলাৎকাৰ কৰি দুঃশাসনে দ্ৰৌপদীক চুলিত ধৰি ৰাজসভালৈ টানি নিয়াৰ দৰে টানি নিবলৈ পঠিয়াই দিয়ে। তেতিয়া আমাৰ সৰল সুন্দৰী ভনীজনীয়ে উপায়ান্তৰ নাপাই ডাঙৰ ঘৰলৈ দৌৰি আহে। তাই অহাতহে মোৰ চেতনা আহিল। ইমানদিনে গতামানুহে মতা-মানুহে বাদবিসম্বাদ হোৱাত মই সিমান মন কৰা নাছিলোঁ। এই-বেলি নাৰীৰ সতীত্বৰ ওপৰত পাশৱিক আচৰণৰ উমান পাই মোৰ ভয়ঙ্কৰ খং উঠি গ'ল। আপুনি জানে যে মই মানুহজন মৰা মানুহৰ দৰে। সাধাৰণ অৱস্থাত আমাৰ ঘৰৰ খুৰা, ককাইদেউহঁতে খবৰে নলয় যে ময়ো এজন মানুহ আছোঁ। কিন্তু মোৰ খং উঠিলে বা উত্তেজনা আহিলে ঘৰৰ সকলোৱে থৰহাৰি কঁপিব ধৰে। পিতাই মোক বৰ মৰম কৰিছিল আৰু মানিছিল। সেইমতে ময়ো পিতাক মান আৰু ভক্তি কৰিছিলোঁ। কিন্তু খুৰাহঁতে মোক পেটে-পেটে বৰ ভয় কৰে আৰু ময়ো উপযুক্ত সময়ত ন্যায্য কথাত খুৰাহঁতৰ সকলো কাম ওলট-পালট কৰি দিওঁ। ককাইদেউহঁতেতো মোক বাঘৰ দৰে ভয় কৰে। আয়ে মোৰ কথামতে চলে। কেতিয়াবা কেতিয়াবা খুৰাহঁতে বা ককাইদেউহঁতে আইৰ কথা অমান্য কৰিলে আয়ে আহি মোক কয়। মই এক ধমক দিলে আইৰ সমস্ত দাবী পুৰণ হৈ যায়। আইৰ ময়ে শেষ আশ্ৰয় বুলি কব পাৰোঁ। খুৰাহঁতৰ বা ককাইদেউহঁতৰ মইমতালি সহিব নোৱাৰিলে আয়ে আহি মোৰ ওচৰত অনুযোগ কৰে— "চাচোন বোপা জনমত মোৰ ইমান ইননি-বিননিকো ইহঁতে কেৰেপকে নকৰে। মইনো বাৰু সহিব পাৰোঁনে? মোৰ জানো আৰু কোনো নাই যে....।" তেতিয়া আৰু আন কথা নাই, মই পোন চাতেই গৈ ধমক দিওঁ—।

তাৰ পাচত সকলো ঠাণ্ডা। আইৰ মতে কাম কৰে সুৰসুৰকৈ গৈ। সেইবাবে আমাৰ ঘৰৰ প্ৰত্যেকৰে মেলচৰাৰপৰা আৰম্ভ কৰি সমূহৰ বৰচৰালৈ সকলো ঠাইতে মোৰ কথা সদায় পালন কৰে। এইবোৰ কথা মোৰ আত্মশ্লাঘা নহয়। একেবাৰে সচা কথাহে কৈছোঁ।

মোৰ আদৰৰ ভনী হৈমৰ এনে দুৰ্গতিৰ খবৰ পাই মোৰ সৰ্বশৰীৰ কঁপি উঠিল। ইফালে ঘৰত আয়ে তাইৰ লগত বহি চকুলো টুকিব ধৰিছে; আনফালে খুৰাহঁতে সিহঁতৰ লগত আলাপ আলোচনা চলাবৰ প্ৰস্তুতি কৰিছে। মোৰ অতিপাত খং উঠিল। ঘপহ কৰি গৈ আইৰ আগতে থিয় হলোঁ। মোক দেখি আয়ে চকুলো মচিব ধৰিলে। মই ঘটনাৰ কথা সুধিলোঁ। হৈমই মোৰ ভৰিত ধৰি কান্দিব ধৰিলে।

"ককাইদেউ! জনমত ককাইদেউ! মোৰ সন্মান তুমি বচোৱা ককাইদেউ। তুমি মোক ইমান মৰম কৰা, অথচ তোমাৰ এই আদৰৰ ভনীক আজি পাপীহঁতে অপমান কৰিব ধৰিছে। খুৰাহঁতে এতিয়াও গুণাগঁথা কৰিয়ে আছে। এই অৱস্থাত তুমি মোক সহায় নকৰিলে মোৰ মান-ইজ্জৎ নৰব ককাইদেউ। তুমি মোৰ মান বচোৱা।"

তাই আৰু একো কব নোৱাৰিলে, ফেকুৰিব ধৰিলে। আয়ে কান্দি কান্দি ক'লে—"বাছা! জনমত তোৰ ওপৰতে মোৰ সকলো ভৰষা। এই বিপদ কালত তই কিবা এটা কৰ বোপা, নহ'লে মই জীৱন্তে মৰিলোঁ।"

আইৰ চকুলো আৰু ভনীৰ ক্ৰন্দনে মোৰ শান্ত, ধীৰ আৰু অনুদ্বিগ্ন মনত ভীষণ আলোড়নৰ সৃষ্টি কৰিলে। ইমানদিনে তাই-হঁতৰ বিলাই-বিপত্তিৰ কথা শুনি শুনি মন এনেয়ে উদ্‌বিগ্ন হৈ আছিল, আজি আই আৰু ভনীৰ ক্ৰন্দনে মোক উত্তেজিত কৰি তুলিলে। খঙত সৰ্বশৰীৰ কঁপি উঠিল। এনেকুৱা খং আৰু এবাৰ মোৰ উঠিছিল ১৯৪২ চনত পিতা থাকোঁতে; আৰু মোৰ খঙৰ যি প্ৰতি-

ক্রিয়া হৈছিল তাৰ পৰিণাম স্বৰূপেই আমাৰ শাসকঘৰে ভয়তে বিনা যুজে আমাক মুক্তি দি গুচি যায়। তাৰ বাবেই পিতা আৰু আয়ে মোক বৰ মৰম কৰিছিল। মোৰ শক্তিৰ পৰিচয় তেতিয়াই পাই-ছিল মোৰ খুৰা, ককাইদেউ আৰু ভাইহঁতে। এইবাৰ মোৰ গাৰ প্ৰত্যেকডাল নোম শিয়ৰি উঠিল। মই হৈমক তুলি আনি বুকত চপাই লৈ মূৰত এটা চুমা খাই কলোঁ—

"একো চিন্তা নকৰিবি হৈম, এতিয়াও তোৰ জনমত ককায়েৰা আছে। কিমান শক্তি আছে দেখিম। অপ্ৰস্তুত অৱস্থাত আমাৰ সীমাৰখীয়া ভাই কেইজনমানক মাৰি, বন্দী কৰি, সীমাৰ খুটিবোৰ উভালি সিহঁতে ভাবিছে নেকি যে আমি দুৰ্বল, শক্তিহীন, পৰাজিত? বাৰু, এইবাৰ দেখা হ'ব কোন শক্তিহীন, দুৰ্বল আৰু পৰাজিত হয়।"

আয়ে চকুলো মচি ক'লে—"মই তোক জানো বাছা, তই শান্ত নিৰীহ; কিন্তু তোৰ খং উঠিলে ভয়াবহ মূৰ্ত্তি ধাৰণ কৰ। ডাঙৰ খুৰায়েৰেক মাতি পঠাইছোঁ এই কথাৰ ব্যৱস্থা কৰিবলৈ। তেওঁ আহিব। তেওঁৰ আগত তই কবি যেন হৈমৰ অপমান পাতল ভাৱে নলয়। আজিলৈ তেওঁ সিহঁতক বিশ্বাস কৰি আলাপ আলো-চনা কৰি থাকোঁতে আমাৰ বিলৈ এনে হ'ল। এতিয়াও যদি আলাপ আলোচনাৰ নাম লৈ এনেভাৱে নীৰৱে সহ্য কৰে তেন্তে ভৱিষ্যৎ কথা বিষম হ'ব।"

আইৰ মুখলৈ চাই উত্তেজিত স্বৰে কলোঁ—

"সেইটো আৰু নহ'ব আই; আলাপ আলোচনাৰ কথা আৰু চলিব নোৱাৰে। আমাৰ সীমাৰ বাহিৰ হৈ সিহঁত নাযায় মানে আলাপ আলোচনা হব নোৱাৰে। ডাঙৰ খুৰাক কৈ দিবা যে জনমতে ভয়ঙ্কৰ ৰাগী হৈছে। যদি হৈমৰ অপমানৰ প্ৰতিকাৰ কৰিব নোৱাৰে আৰু আমাৰ মাটিৰ সীমাৰ বাহিৰ কৰি সিহঁতক খেদি দিব নোৱাৰে তেন্তে তেওঁৰ সীমাৰখীয়া ৰাব থকা ভায়েকজনক আঁতৰ কৰিব লাগিব তৎক্ষণাত আৰু দৰ্কাৰ হ'লে আন এজনক সেই ভাৰ

দিব লাগিব নাইবা নিজে লব লাগিব। যদি তাকে নকৰে তেন্তে কথা গুৰুতৰ হব—মই বিৰুদ্ধে যাম।"

হৈমই কান্দি কান্দি ক'লে—"কিন্তু আমি যুজ কৰিলে যে ডাণ্ডৰ খুৰাৰ বদ্‌নাম হ'ব? অহিংসাৰ পথত থাকি হিংসাৰ অস্ত্ৰ কেনেকৈ লব? পিতাৰ নামত কলঙ্ক নাহিব জানো?"

"নাহে। অহিংসা মানে কাপুৰুষতা নহয়; বৰং অহিংসা সবলৰ অস্ত্ৰ। দুৰ্বলৰ নহয়। পিতাই নিজে কৈ গৈছে—অহিংসা মানে অত্যাচাৰীৰ অত্যাচাৰ নীৰৱে সহ্য কৰি সেও মানি যোৱাটো নহয—বৰং প্ৰতিবাদ কৰাটোহে। কাপুৰুষতাত কৈ হিংসা শ্ৰেষ্ঠ কৈছে। আত্মৰক্ষাৰ বাবে দৰ্কাৰ হ'লে হিংসাৰো আশ্ৰয় লবলৈ পিতাই কৈ গৈছে। গতিকে আজি আমি আত্মৰক্ষাৰ বাবে আৱশ্যক হ'লে হিংসাৰ অস্ত্ৰ তুলি নলম কিয়?"

আয়ে মাত লগালে—"বুজিলোঁ, আত্মৰক্ষাৰ বাবে অস্ত্ৰ তুলি লবি, পিছে মনত ৰাখিছ নে যে আমাৰ অস্ত্ৰ-শস্ত্ৰ নাই?"

"আমাৰ অস্ত্ৰ-শস্ত্ৰ নাই স্বীকাৰ কৰিছোঁ আই; কিন্তু আমি যে সিহঁততকৈ হীনবল তাক মই স্বীকাৰ নকৰোঁ। সমগ্ৰ গাঁৱে জানে মোৰ ভাইহঁতৰ শক্তিৰ কথা। আমাৰ অস্ত্ৰ থাকিলে এতিয়াই দেখুৱাই দিলোঁহেঁতেন কোন বেচি শক্তিমান। তথাপি দেখা যাব।"

"অস্ত্ৰ নহ'লে কিতেৰে যুজিবা ককাইদেউ?"

"আমাৰ নিজা অস্ত্ৰ নাই, কিন্তু গাঁওৰ আনবিলাকৰপৰা জানো কিনিবলৈও নোৱাৰিম? আমি আনৰপৰা অস্ত্ৰ কিনিম।"

"কিনিবলৈ ধন ক'ত পাবা?"

"ধন মই মোৰ শ্ৰমৰ জৰিয়তে উৎপন্ন কৰি দিম। তাৰ উপৰি সাঁচতীয়া যিখিনি পইচা আছে সোপাকে দিম। দেখা যাব, পাৰোঁ নে নোৱাৰোঁ।"

"তোৰ কথা শুনিলে মোৰ অলপ সাহ হয় বোপা। যি কৰ তয়ে কৰিবি। তয়ে মোৰ আশাৰ থলী।"

"একো ভয় নাই আই, ডাঙৰ খুৰা আহিলে কৈ দিবা যে মই তেওঁৰ পিচত আছোঁ। ১৯৪২ চনত পিতাৰ পিচত আছিলোঁ, এইবাৰ ১৯৬২ চনত ডাঙৰ খুৰাৰ পিচত থাকিম। কুৰি বছৰৰ পাচত এইবাৰ আকৌ মই যুজ কৰিম। দেখিম সিহঁতৰ শক্তি কিমান। ডাঙৰ খুৰাক আৰু কবা আই যে জনমতে স্পষ্ট কৰি কৈ দিছে যে সি তাৰ ঘৰৰ এক ইঞ্চি মাটিও এৰি নিদিয়ে। দৰ্কাৰ হ'লে অনন্তকাল যুজ কৰিব, শৰীৰত একবিন্দু তেজ থাকে মানে যুজিব। আমি দীঘলীয়া যুজৰ কাৰণে প্ৰস্তুত। এবছৰ-দুবছৰ কিয়, দহ, বিশ বছৰলৈকো যুজিম। অসভ্যাহঁতৰ বৰ্বৰ আক্ৰমণৰ প্ৰতিশোধ চাওঁ। খুৰাক প্ৰস্তুত হবলৈ কবা, নহ'লে এইবাৰ খুৰাৰো বিপদ।"

এনেকৈ কৈ মই খণ্ডৰ বেগত গোঁ-গোঁৱাই ওলাই আহিলোঁ। আই আৰু হৈমই তধা লাগি চাই ৰ'ল। মোৰ খণ্ডৰ প্ৰতিক্ৰিয়া যে কি বিষম এই কথা দুজনেই জানে ভালকৈ।

মই ঘৰৰপৰা বাহিৰ হোৱাৰ লগে লগে দুৱাৰ মুখতে লগ পালোঁ ডাঙৰ খুৰাক। তেওঁ মোৰ মুখলৈ ভীত-সঙ্কুচিত দৃষ্টিৰে চালে। ময়ো চালোঁ; কিন্তু একো নকলোঁ। মোৰ চকু-মুখৰ চেহেৰা চাই বোধহয় তেওঁ মাতিবলৈকেই সাহস নকৰিলে। মোৰ এনে ভীষণ মূৰ্তি দেখি তেওঁ তলমুৱা হৈ আইহঁত থকা ঘৰত সোমাই গ'ল। মই মাতিবলৈ ইচ্ছা নকৰিলোঁ গুচি আহিলোঁ। ডাঙৰ খুৰাই মোৰ শেষৰ কথাখিনি শুনিছিল নিশ্চয়, সেয়েহে ভয় খাই গৈছিল। তেওঁ গৈ আই আৰু হৈমৰ ওচৰত থিয় হ'ল। আয়ে আথেবেথে বহিব দিলে। হৈমই ধহ্-মহ্কৈ উঠি আইৰ কাষত থিয় দিলে। খুৰাই নিজে এখন পীৰা আনি আইৰ আগতে বহিল। হৈমই আহি ডাঙৰ খুৰাক দণ্ডবৎ দি সেৱা কৰিলে। খুৰাই মূৰত ধৰি আশীৰ্বাদ কৰি তুলি আনিলে আৰু আদৰ কৰি গদ্‌গদ্ স্বৰে ক'লে—"হৈম! আদৰৰ মা মোৰ! উঠ বাছা, তোৰ মঙ্গল হওক।"

আয়ে কওঁ নকওঁ কৰি থাকোঁতেই ডাঙৰ খুৰাই বৰ ভীতভাৱে সুধিলে—

"জনমতে বাৰু এতিয়া কি কৈ গ'ল কওকচোন ?"

আয়ে ভয়ে ভয়ে ক'লে জনমতে বৰ উত্তেজিতভাৱে কৈ গ'ল যে হয় শত্ৰুক সীমাৰ বাহিৰ কৰি খেদিব লাগিব, নহ'লে কথা বেয়া হব।"

"কি বেয়া হব ?" খুৰাৰ মুখ শেঁতা পৰি গৈছে।"

"গাওঁৰ মাজত আমাৰ অপমান হব।"

"তাৰ উপৰি কি ক'লে ?"

"আৰু একো কোৱা নাই।"

"নহয় কৈছে। কওকচোন ?"

আই আৰু হৈমৰ মুখ শেঁতা পৰি গ'ল ভয়ত। নীৰৱভাৱে দুয়ো তলমুৰা হৈ ৰল। খুৰাই মাত লগালে—

"খুৰাৰো বিপদ বুলি যে ক'লে ? কি বিপদ ?"

আই আৰু হৈমই দুয়োৰো মুখলৈ চোৱাচুই কৰিব ধৰিলে। খুৰাই নীৰৱভাৱে তলমুৱা হৈ ৰল। চকুৰে দুটোপাল চকুলো নিগৰি পৰিল। আয়ে চকুলো মচি সান্ত্বনাৰ সুৰত ক'লে—

"দুখ কৰিলে কি হব ? বিপদত ধৈৰ্য্য ধৰিব লাগে।"

"বিপদ কালত মই সদায় ধৈৰ্য্য ধৰি আহিছোঁ। কিন্তু.... কিন্তু... !"

"কিন্তু কি ?"

"জনমতে যদি মোৰ বিৰুদ্ধে যায় তেন্তে আৰু মই জীয়াই থকা উচিত নহব। মই মাত্ৰ জনমতৰ মতকে মানি চলি আহিছোঁ; তেনেস্থলত যদি জনমতেই মোক.... ।"

"জনমতে বিৰুদ্ধে যোৱা নাই।"

"তেনেহলে কিয় তেনেকৈ ক'লে ?"

"জনমতে অইন একো কোৱা নাই। কৈছে যে আমাৰ

মাটিৰপৰা শত্ৰুক বাহিৰ কৰি খেদিবই লাগিব ; আমি আমাৰ মাটি এক ইঞ্চিও এৰি নিদিওঁ ; দৰ্কাৰ হ'লে যিমান দিনলৈ যুঁজিব লাগে সিমান দিনলৈ যুঁজিম। আমি দীঘলীয়া যুজৰ বাবেও প্ৰস্তুত। আৰু কৈছে যে খুৰাক কবা আই কোনো চিন্তা কৰিব নালাগে, মই সদায় ডাঙৰ খুৰাৰ পিচত থাকিম এই বিপদৰ সময়ত। মই থকাত খুৰাই একো ভয় কৰিব নালাগে। দেখিম শত্ৰুৰ বল কিমান। খুৰাই যদি মোৰ কথা নামানি সিহঁতক আমাৰ সীমাৰপৰা বাহিৰ কৰি নিদিয়াৰ আগেয়ে কিবা আলাপ-আলোচনা আদি কৰোঁ বুলি সেও মানে তেন্তে তেওঁৰো বিপদ। আমি অপমানৰ প্ৰতিশোধ চাওঁ— বিশ্বাসঘাতকৰ প্ৰতিবিধান চাওঁ।"

এইবাৰ খুৰাৰ মুখত অপূৰ্ব হাঁহি বিৰিঙি উঠিল। আনন্দতে কৈ উঠিল— "সচাকৈ, সচাকৈ জনমতে তেনেকৈ কৈছেনে ?"

জনমত ককাইদেৱে আমাৰ আগত তাকেই কৈ গ'ল ডাঙৰ খুৰা।" হৈমই উত্তৰ দিলে। ডাঙৰ খুৰাই উঠি গৈ হৈমৰ ওচৰ পালে আৰু মৰমতে চপাই আনি তাইৰ মূৰটি পিহি পিহি ক'লে "মোৰ আদৰৰ হৈম মা, তোৰ সমস্ত কথা মই শুনিছোঁ। ইয়াৰ প্ৰতিবিধান মই কৰিম মা, একো চিন্তা নকৰিবি। মই মাত্ৰ ভয় কৰি আছিলোঁ। আমাৰ ঘৰৰ সকলোতকৈ নিজু, শান্ত অথচ ক্ষমতাশালী জনমতক। জনমতৰ বাহিৰে মই ঘৰৰ কিয়, গাৱঁৰো কাকো ভয় নকৰোঁ। জনমতে যেতিয়া মোক তেনেকৈ কৈছে তেন্তে আৰু কোনো চিন্তা নাই—মই প্ৰস্তুত। জনমতৰ কথা মই অকল কথা বুলিয়ে নলওঁ বৰং আদেশ বুলি শিৰোধাৰ্য্য কৰি মানি লওঁ। জনমত আমাৰ ঘৰৰ প্ৰকৃত মালিক। আজি মোৰ বুকুত সিংহৰ বল আহিছে। তই নিশ্চয়কৈ জানিবি মা, মই জনমতৰ কথা আখৰে আখৰে পালন কৰিম। জনমতৰ কথাই মোৰ কথা।" তাৰ পিচত ডাঙৰ খুৰা পিচুৱাই আহিল আৰু দৃঢ়স্বৰে ঘোষণা কৰিলে—

"আজিৰপৰা মই ঘোষণা কৰিলোঁ যি পৰ্য্যন্ত শত্ৰুক আমাৰ মাটিৰপৰা খেদিব নোৱাৰিম, সেই পৰ্য্যন্ত মই শত্ৰুৰ লগত কোনো আলাপ-আলোচনা নকৰিম। আমাৰ প্ৰতি ইঞ্চি মাটিৰ কাৰণে আমি শেষ মুহূৰ্ত্তলৈ যুঁজ দিম।"

এইখিনি কথা কওঁতে ডাঙৰ খুৰাৰ কণ্ঠস্বৰ গহীন, গম্ভীৰ আৰু বজ্ৰৰ দৰে কঠিন যেন অনুভৱ হৈছিল। তাৰ পাচত আইক সেৱা কৰি আশীৰ্ব্বাদ লৈ আলোচনা হৈ ডাঙৰ খুৰা যেতিয়া ওলাই আহে তেতিয়া বাহিৰত সুন্দৰ মলয়া বতাহ এছাটিয়ে ধীৰে ধীৰে বৈ গৈ সকলোৰে দেহ মন জুৰ পেলাই গ'ল।

তেতিয়াৰেপৰা ডাঙৰ খুৰাই ঘৰৰ সকলোকে জনাই দিলে সেইখিনি কথাকে পুনৰ। ডাঙৰ খুৰাৰ বজ্ৰ-গম্ভীৰ স্বৰত আমাৰ ঘৰখনৰ আবাল-বৃদ্ধ-বণিতা জাগৃত হৈ উঠিল। সমস্ত ঘৰখনেই যেন ডাঙৰ খুৰাৰ কথাকে প্ৰতিধ্বনিত কৰিলে। সকলোৰে মুখে মুখে একে কথাই হ'ল।

সিদিনাৰেপৰা মই মহা ব্যস্ত আৰু চিন্তিত হৈ পৰিছোঁ। মোৰ চকুত টোপনি নাই, পেটত ভাত নাই, কিন্তু বিশ্ৰামৰো সময় নাই। অবিশ্ৰান্ত ভাৱে ঘূৰি ফুৰিছোঁ—যুঁজৰ বাবে আহিলা সংগ্ৰহ কৰিছোঁ। মোৰ এনে অভূতপূৰ্ব্ব জাগৰণত খুৰাৰ মনত শতগুণে শক্তি সঞ্চাৰিত হৈছে। আমাৰ কাজিয়াৰ সমস্ত কথা বিতং ভাৱে লিখি গাৱঁৰ প্ৰত্যেক ঘৰৰ মুৰব্বীসকললৈ পঠাই দিছে যাতে গাঁৱৰ মানুহে আচল ঘটনাটো বুজিব পাৰে। তাৰ উপৰি কেইজনমান ভায়ে ঘৰে ঘৰে গৈ মূৰব্বীসকলৰ লগত আলোচনা কৰিছে। তেওঁলোকে কাজিয়াৰ কথা গম পালে আৰু সিহঁতৰ এইটো অন্যায় হৈছে বুলি স্বীকাৰ কৰিলে। প্ৰায় ৬০ ঘৰ মানুহে আমাক সমৰ্থন কৰিছে।

ইফালে আমাৰ এনে অভূতপূৰ্ব্ব জাগৰণ দেখি সিহঁত সঙ্কুচিত হৈ পৰিছে। সিহঁতৰো ভায়েকহঁতক গাঁৱৰ প্ৰত্যেক ঘৰ মানুহৰ ঘৰলৈকে আমাৰ আগে আগে পঠাইছিল সমৰ্থন পাবৰ আশাৰে।

কিন্তু সিহঁতৰ আশা পুৰ নহ'ল। কোনেও সিহঁতক সমৰ্থন নকৰিলে। কৰিবই বা কিয়? দেখ দেখ অন্যায় কামতো জানো কোনোবাই সমৰ্থন কৰিব পাৰে? গাঁৱৰ মানুহে সিহঁতক গালি-শপনি পাৰি খেদি দিলে। গাঁৱৰ মানুহৰ গালি খাই সিহঁত মাহ, কালাৰ বেৰ ভাঙি সোমোৱা দমৰাই বাটৰ মানুহৰ হুলাবাৰীৰ কোব নিজৰ নাকতে খোৱাৰ দৰে গৰিহণাৰ কোব খাই একেবাৰে সেমেকা পৰি গ'ল। ইফালে গাঁৱৰ মানুহৰ সমৰ্থন পাই আমাৰ উৎসাহ আহিছে যে শেষত আমাৰ জয় সুনিশ্চিত।

"শেষত জয় আপোনালোকৰেই হ'ব, তাত সন্দেহ নাই। ময়ো ঘটনাটো একৰকম বুজিছোঁ। মোৰ ধাৰণা হৈছে যে তেওঁ-লোকে সম্পূৰ্ণ অন্যায় আক্ৰমণ চলাইছে। এই কথা মই উপলব্ধি কৰিব পাৰিছোঁ। ময়ো গাঁৱৰ বৰমেলত এই কথা উলিয়াম বুলি ভাবিছোঁ।"

"শুনক বন্ধু বিশ্বমত! যদি আপুনি এবাৰ ভালকৈ বিবে-চনা কৰি চায় তেন্তে সিহঁতৰ মতলব বুজিবলৈ বেচি দেৰি নালাগিব।"

"বাৰু তাৰ পাচত?"

"তাৰ পাচত এনেকৈ সমৰ্থন পোৱাৰ পাচত গাঁৱৰ কেইবা ঘৰ ধনী মানুহে আমাক অস্ত্ৰ-শস্ত্ৰ, ধন-জন দি সহায় কৰিব বুলি উপযাচি আগবাঢ়ি আহিছে। অন্যায়ৰ বিৰুদ্ধে সৎলোকে আগ-বাঢ়িবই, নহয় জানো?"

"নিশ্চয়।"

"বাহিৰৰপৰা এনেকৈ সহায় পোৱাৰ উপৰি আমাৰ ঘৰৰ সকলোৱে যাৰ হাতত যি ধন জমা আছিল সকলো দিব বুলি দৃঢ়-প্ৰতিজ্ঞ হ'ল। তাৰ বাহিৰে আমাৰ প্ৰবাসী ভাইসকলেও ধন পঠাব ধৰিছে।"

"বৰ ভাল কথা। বিপদ কালত একগোট হোৱা বৰ সুখৰ কথা। আপোনালোকৰ কথাত মই বৰ আনন্দিত।"

"পিছে এনে প্ৰস্তুতি চলি থাকোঁতে এদিন ডাঙৰ খুৰাই বৰ দুখ কৰি ক'লে যে আমাৰ ঘৰৰ কোনোবাই সিহঁতক আমাৰ ভিতৰুৱা খবৰবোৰ দিয়ে। কাজিয়াৰ সময়ত ঘৰুৱা দুৰ্বলতাৰ কথা নাইবা অসুবিধাৰ কথা শত্ৰুক জনোৱা মানে শত্ৰুৰ বল বঢ়োৱা। তাকে ভাবি তেওঁ বৰ চিন্তিত হ'ল। এই কথা তেওঁ মনে মনে গৈ মোৰ সহোদৰ 'জনৰব' বোলা ভাইটিক সুধিলে কোনেনো এই কাম কৰিছে। জনৰবে অনুসন্ধান কৰি জানিব পাৰিলে যে আমাৰ ২নং ঘৰখনৰ দুজনমানে এই কাম কৰিছে। সিহঁতে আগতে সিঘৰৰ তালৈ বৰকৈ গৈছিল। শুনিবলৈ পোৱা যায় যে সিহঁতৰ 'ৰাজনীতি' বোলা ছোৱালীজনী বোলে আমাৰ এজন ল'ৰাৰ লগত বৰ বেয়া ভাৱে প্ৰেমত পৰিছে। সিয়ে তাৰ প্ৰিয়তমাৰ অনুৰোধ মতে আমাৰ সকলো গোপনীয় কথা কৈ দিয়ে। আজিকালি কাজিয়া লগাৰ বাবে যোৱা বন্ধ হৈছে যদিও তলে তলে দুয়োৰো যোগাযোগ চলি আছে। তাই বৰ বুদ্ধিমতী চতুৰা ছোৱালী। তাক আশা দিছে। তাই বোলে তাক বিয়া কৰাব আৰু তাই আহিলে তাক বোলে আমাৰ ঘৰৰ মূৰব্বী পাতিব। ভৱিষ্যতে ঘৰৰ মূৰব্বী হবৰ আশাত আমাক বিশ্বাসঘাতকতা কৰিব ধৰিছে। তাৰ লগত আৰু কেইজনমান আছে বুলি শুনিছোঁ। তাই তাক টোপ দেখুৱাইছে আৰু কৈছে যে যদি আমাৰ ভাইহঁতে তেওঁলোকৰ ঘৰখন ল'ব পাৰে তেন্তে সিহঁতে ঘৰখন অধিকাৰ নকৰে; তোমাক চমজাই দি তোমাৰ লগত মোক বিয়া দিব আৰু তোমাক ঘৰৰ মালিক পাতি গুচি যাব। গতিকে সিহঁতক জয়যুক্ত কৰাৰ বাবে তুমি সমস্ত ভিতৰুৱা খবৰ মোক দিয়া। তাইৰ প্ৰেমত পৰি বিয়া কৰাই ককায়েকহঁতৰ দ্বাৰা আমাৰ ঘৰ অধিকাৰ কৰি ঘৰৰ মালিক হোৱা তালত আছে সি। দেখক, কি আস্পৰ্ধা মানুহৰ! জনৰবে মোৰ আগত তাৰ কথা মনে মনে ক'লে।"

"বাৰু বৰ, এটা কথা সোধোঁ বন্ধু! কওকচোন, আপো-

নালোকৰ কোনটি ঘৰৰ মানুহ আছিল ৰবি কবিজন ?”

“এই ২নং ঘৰৰে লোক আছিল বন্ধু। গাওঁৰ সকলোৱে আমাৰ এই কবি খুৰাজনৰ কথা জানে। তেওঁ আছিল মহান কবি। তাৰ উপৰি আমাৰ সৰু খুৰা—যিজনে অস্ত্র বলেৰে আমাৰ অধিকাৰী ঘৰক খেদিব ওলাইছিল, সেই মহাতেজা খুৰাও সেইটি ঘৰৰে আছিল। এই ২নং ঘৰৰপৰা বহুত মহৎ লোক ওলাইছিল বন্ধু; কিন্তু অসৎ লোকো তাত কম নহয়। পশ্চিমৰ ঘৰৰ ঘৰ বেচা মিৰ্জাও সেই ঘৰৰে আছিল আৰু আজি আমাৰ শত্রুৰ লগত তলে তলে মিত্রতা কৰাজনো সেইটি ঘৰৰে। মিৰ্জাই নিজ ঘৰ বিকিছিল পশ্চিমৰ ঘৰত আৰু এতিয়া এইজনাই ওলাইছে উত্তৰৰ ঘৰৰ তাত বিক্ৰী কৰিবলৈ। কি পাষণ্ড লোক !”

“বাৰু তাৰ পাচত তেন্তে সেই ঘৰবৈৰীজনৰ ব্যৱস্থা কি কৰিলে ?”

পিচ দিনাই মই সিহঁতৰ ঘৰ সোমাই গলোঁ। মই যোৱা দেখি বাকীবিলাকে মোক বৰ আদৰ অভ্যৰ্থনা কৰিলে; কিন্তু সি পিচ দুৱাৰেদি বাহিৰ ওলাই গ’ল। মোৰ চকুত পৰিল। তৎক্ষণাত তাক নাম কাঢ়ি মাতিলোঁ। সি সিকতা সিকতি কৰি মোৰ ওচৰলৈ আহিল। ভয়ে ভয়ে আহি মোৰ কাষত থিয় হ’ল। মই তাৰ চকুলৈ চাই সুধিলোঁ—“তোৰ বিষয়ে মই বহুত কথা শুনিছোঁ। সঁচানে কথাবোৰ ?”

“কি কথা ?” সি ভয়ে ভয়ে সোধে। বাকীবিলাকে বৰ আগ্ৰহেৰে মোলৈ চায়। তাক নেদেখাকৈ কিছুমানে মোক চকু টিপিয়াই দিয়ে যাতে তাক ভালকৈ জেৰা কৰি অপদস্ত কৰিব পাৰোঁ। সি বৰ চালাক লোক। চতুৰা ছোৱালীজনীৰ শিক্ষা পাই আকৌ বেচি চতুৰ হৈছিল। বাকীবোৰে তাক কথাত পেলাব নোৱাৰে। সেইবাবে আজি মোৰ হাতত পৰাত বৰ ৰং পালে। মই বুজিব পাৰিলোঁ। কলোঁ—“তোৰ বোলে শিবৰৰ সেই ছোৱালী-

জনীৰ লগত কিবা চিঠিৰ আদান-প্ৰদান চলে, হয় নে ?"

"কোনে ক'লে ?" খং আৰু অপমানত সি প্ৰশ্ন কৰে।

"ময়লাৰ নলা খান্দিলে গোন্ধ ওলায়, তাক কোনেও কব নালাগে। কোৱা মানুহৰ আকাল নাই।"

"মানুহে মিছাকৈওতো কব পাৰে ?"

"এৰা! আৰু তেনেকৈ তয়োতো মিছাকৈ কব পাৰ ?"

এইবাৰ সি জব্দ হৈ গ'ল। সেমেনা সেমেনি কৰি ক'লে—

"মিছা কথা। মোক ডানো ধৰিব পাৰিছে ?"

"ধৰিব পাৰিলে তোক সোধোঁনে ?"

"কোনোবাই ঈৰ্ষাতে কৈছে।"

"তাৰমানে তই এনে কাম কৰিছ যে তোক আনে ঈৰ্ষা কৰিবলৈ বাধ্য হৈছে ?"

এইবাৰো সি জব্দ হ'ল। ক'লে—

"ক্ষমতা যেতিয়া আপোনাৰ হাতত আছে, সেই অৱস্থাত আপুনি যি ইচ্ছা তাকেই কব পাৰে আৰু কৰিব পাৰে।"

"তাৰমানে ক্ষমতা পালে তই নিজেও তেনেকৈ যি ইচ্ছা তাকে কলিহেঁতেন আৰু যি ইচ্ছা তাকে কৰিলিহেঁতেন ? তাৰ মানে ক্ষমতাৰ অপপ্ৰয়োগ যে তোৰ দ্বাৰা হোৱা সম্ভৱ ইয়ে তাৰ প্ৰমাণ।"

"কেনেকৈ জানিলে ?"

"তোৰ কথা আৰু চিন্তাধাৰাৰপৰা !"

"মোক তৰ্কৰ জালেৰে পৰাস্ত কৰিব পাৰিব কিন্তু দোষী বুলি প্ৰমাণ কৰিব নোৱাৰে।"

"তোক দোষী বুলি কোনে ক'লে ? সিহঁতৰ ছোৱালীজনী লৈ চিঠি পত্ৰ দিয় নে তাকেহে সুধিছোঁ। তই দেখো নিজে দোষী বুলি প্ৰমাণ কৰিবলৈ গৈছ নিজে নিজে ? তাৰ মানে তই কিবা দোষৰ কাম কৰিছ ইয়াৰ মাজতে, নহ'লে দোষী নহয় বুলি প্ৰমাণ তুলিছি কিয় ?"

প্ৰত্যেক কথাত জব্দ হৈ সি নিমাত হৈ ৰল ! মোৰ তৰ্কৰ লক্ষণ দেখি আজি সকলোৱে তবধ মানিলে । সকলোৰে বিশ্বাস আছিল যে মই কথা কব নাজানো । আজি মোৰ এনে তৰ্ক শুনি আই একেবাৰে আচৰিত হৈ গ'ল । এই ঘটনাই যেন বোবাৰ মুখত মাত দিলে । আনবিলাকে তধা লাগি চাই ৰ'ল । সি প্ৰমাদ গণিলে । মই শেষত ধীৰে ধীৰে কলোঁ।— "শুন মূৰ্খ ! লচপচীয়া ছোৱালী দেখি ভোল যোৱা সহজ কিন্তু লচপচীক হাতৰ মুঠিত ৰখা টান । দুষ্টা আৰু আত্মকেন্দ্ৰী উচ্চকাঙ্ক্ষী ছোৱালী লৈ সংসাৰ কৰা বৰ বিপদৰ কথা, মনত ৰাখিবি । এইহঁতে ঘৰ ভাঙে—ঘৰ নাপাতে, জীৱনৰ সুখ নাইকীয়া কৰে—আনন্দ দানৰ ছলেৰে । দুষ্টা ৰমণীৰপৰা আঁতৰত থাকিবি । কুবুদ্ধি শুনি নিজৰ সোণ-ৰূপৰ গৃহস্থি নাভাঙিবি । তেনে কৰিলে তয়ো মৰিবি, আমাকো মাৰিবি । মৰে পদূলি শুঙা, ডুবে ফুটা দিঙা, মনত ৰাখিবি ।"

"তেওঁনো কি দোষ কৰিলে ? সিঘৰৰ তালৈ নো অকল তেওঁহে যায় নে ? ৬ নং ঘৰৰ জনেও দেখোঁ আমাৰ খেলৰ উত্তৰৰ ঘৰ অৰ্থাৎ সিহঁতৰে ভাগী ঘৰৰ তালৈ যায় আৰু তেওঁ দেখো সদৰিকৈ অহা-যোৱা কৰে ? সেইজনীও দেখো এইজনীৰে বায়েক ? সেইজনক বন্ধ নকৰে কিয় ?"

তাৰ সমৰ্থক ভায়েকজনে তাক সমৰ্থন কৰি মোক প্ৰশ্ন কৰিলে । মই কলোঁ।—

"সিজনে যোৱা কথা সকলোৱে জানে, কিন্তু সিজনে ইহঁতৰ লগত কাজিয়া লগাৰ কাৰণে সিঘৰলৈ যাব এৰিছে আৰু সিজনীৰ লগত কোনো তলুৱা ধৰণৰ কাৰবাৰ কৰা নাই ! সেইঘৰেও ইহঁত ভায়েক হলেও বৰ্ত্তমানলৈ উচটাই দি সহায় কৰা নাই বৰং আমাক বন্ধুভাৱে কিবাকিবি দি সহায় হে কৰিছে । তথাপি তাক আমি মানা কৰিছোঁ। আমাৰ শত্ৰুক শত্ৰু বুলি আক্ৰমণকাৰী বুলি কবৰ তাৰ সাহস আছে অন্ততঃ ; *কিন্তু তোমাৰ ককায়েৰাৰ বাক্ সেইখিনি*

সৎ সাহস নাই কিয় ? যদি ইযাৰ অন্তৰালত কিবা দুৰভিসন্ধিয়ে নাই তেন্তে আক্ৰমণক আক্ৰমণ বুলি স্বীকাৰ কৰিবলৈ কুণ্ঠাবোধ কৰে কিয় ? আমাৰ ঘৰখনৰ সকলোৱে সিহঁতক আক্ৰমণকাৰী বুলি নিন্দা কৰাত ইযাৰ গা পোৰে কিয। মই বৰ দুখীত। মোৰ ভাই হৈ মোৰ শত্ৰুৰ লগতে যোগাযোগ ৰাখে, গোপন খবৰ দিয়ে। ই বৰ লজ্জাৰ কথা আৰু পৰিতাপৰ কথা। বাৰু মাজ্জোন তোমালোকৰ ঘৰখনৰ আটাইকেইজনকে, কি কয শুনো।"

মোৰ আদেশ পাই কেইজনমান গৈ ২ নং ঘৰৰ সকলোকে মাতি আনিলে। সকলো অহাত মই সুধিলোঁ—"ভাই-ভনীসকল! তোমালোকে আমাৰ ঘৰৰ সীমাৰ কাজিযাৰ কথা সকলোৱে জানা। এনে অৱস্থাত বাৰু তোমালোকৰ এই কেইজনৰ মনৰ ভাৱ যেনে, তোমালোকৰো তেনে নেকি ?"

"তাৰ মানে ? ইয়াৰ অৰ্থ কি ?" চাৰিওফালৰপৰা প্ৰশ্ন আহিল। "তাৰ মানে তোমালোকেও আমাৰ আক্ৰমণকাৰী ঘৰক আক্ৰমণকাৰী বুলি স্বীকাৰ নকৰা নেকি ?"

"কিয নকৰিম ? সিহঁত আক্ৰমণকাৰী, বৰ্বৰ অসভ্য, বিশ্বাসঘাতক নাৰকী।" এনেকৈ গজগজাই উঠিল। মই অলপ সাহ পাই সুধিলোঁ—

"তেন্তে যিযে তলে তলে সিঘৰলৈ চিঠি-পত্ৰৰ আদান-প্ৰদান কৰি আমাৰ ভিতৰুৱা খা-খবৰ দি আছে তাৰ শাস্তিৰ ব্যৱস্থা কি কৰিবা ?"

"কোন সি পাষণ্ড ? তাক ধৰিব পাৰিলে আমি জীৱন্তে পুৰিম। কোৱাচোন ককাইদেউ, তাৰ নাম কোৱা ?" সকলোৱে বৰ আগ্ৰহেৰে নাম সুধিলে যাতে তাক এসেকা দিব পাৰে। তেওঁলোকৰ মনৰ গতি দেখি মই কলোঁ—

"মই নাম নকওঁ ; তোমালোকৰ ভিতৰৰে কোনোবাই এই কাম কৰিব ধৰিছে। অনুসন্ধান কৰা, লগ পাবা।"

"ধৰিব পাৰিলে তাৰ দফাৰফা কৰিম বাপেকে ! বাৰু কোৱাচোন কোনে ক'লে এই কথা আৰু ক'ত শুনিলা ?"

"যোৱা কালি মোক জনৰবে কৈছে ।"

"জনৰবজনৰ কথাৰ মূল্য কম কিন্তু ককাইদেউ ....... ।"

তাৰ পক্ষৰ জনে মাত দিলে লাহেকৈ । মই তাৰ ফালে চাই ক'লোঁ—"জনৰবৰ কথাৰ মূল্য কম সচা, কিন্তু আমাৰ এইজন ভায়ে বহুত গোপনীয় কথাৰ উমান পায় আৰু তাৰ কথাৰ কিছু সত্যতাও আছে । অৱশ্যে সি সদায় অতিশয় উক্তি কৰে ; কিন্তু মিছা নকয় । এই কথা স্বীকাৰ কৰিব লাগিব ।"

"অৱশ্যে । সি গোটেই মিছা নকয় । বাৰু, আমি অনু-সন্ধান কৰিম ।"

তাৰ পাচত কেইজনমানে উচ্চস্বৰে কৈ উঠিল—

"কোন পাষণ্ডই আমাৰ ভিতৰুৱা খবৰ শত্রুক দিছে তাক বাহিৰ কৰিবই লাগিব আৰু তাৰ মজা আমি দিম ভালকৈ । আমাক তাৰ নাম লাগে ; তাৰ নাম লাগে । নিজৰ ভাই হ'লেও ক্ষমা নকৰিম ।"

সিঘৰৰ বেচিভাগ ল'ৰা-ছোৱালীয়ে উত্তেজিত হৈ উঠিল । ৰুবলৈ ধৰিলে—"এদিন আমাৰ ঘৰৰ মিৰ্জাফৰে যি কলঙ্ক ৰাখি গ'ল তাৰ প্ৰায়শ্চিত্ত কৰিবলৈ গৈ সৰু খুৰাই প্ৰাণ আহুতি দিলে । এতিয়া আকৌ যিয়ে এই মহাপাপ কৰিবলৈ যায় তাক জীৱন্তে পুৰিম । তাক ক্ষমা নকৰিম । তাৰ নাম লাগে । তাৰ নাম লাগে ।" মই ধীৰভাৱে কলোঁ—"তোমালোকে উত্তেজিত নহবা ; কেৱল লক্ষ্য ৰাখিবা যাতে কোনো পাষণ্ডই এই দুষ্কাৰ্য্য কৰিব নোৱাৰে । তোমা-লোকৰ নিজ ঘৰৰ প্ৰতি প্ৰেম দেখি মই নথৈ আনন্দিত হৈছোঁ । সদায় মনত ৰাখিবা যে এইখন ঘৰৰ লৰাই এদিন আমাৰ ঘৰ আনৰ অধীন কৰিছিল ; আজিও যেন এইঘৰৰ ল'ৰাৰ দ্বাৰা আমাৰ ঘৰ বিপদাপন্ন নহয়, তাৰ বাবে সজাগ থাকিবা ; এয়ে মোৰ অনুৰোধ ।"

এনেকৈ কৈ মই বিদায় মাগিলোঁ ! সেই কেইজনৰ বাহিৰে বাকী ভাইকেইজনে মোৰ কথা খুব ভালকৈ মানিলে । সি আৰু তাৰ লগৰজনৰ ভয়তে মুখৰ মাত বন্ধ হ'ল ।

তাৰ পাচত আমাৰ গাওঁৰ কেইবা ঘৰেও আমাক স্ব-ইচ্ছাই সহায় কৰিবলৈ আগবাঢ়ি আহিল । আমাৰ খেলৰ কেইঘৰমানৰ বাহিৰেও পশ্চিমৰ খেলৰ আমাৰ পুৰণি শাসক ঘৰে বৰ আগ্ৰহেৰে আগবাঢ়ি আহিল টকা-পইচা, অস্ত্ৰ-শস্ত্ৰ আদি দিবলৈ । যদিও তেওঁলোকে আমাৰ ঘৰৰপৰা যাবলৈ বাধ্য হৈছিল তথাপি তেওঁলোকে আমাৰ লগত সদ্ভাৱ ৰাখি গৈছিল । সেই দেখিয়ে আমিও তেওঁলোকৰ লগত সম্পৰ্ক ৰাখি আহিছিলোঁ । বিপদৰ সময়ত তেওঁলোকে বন্ধুভাৱে আগবাঢ়ি আহিল আমাক সহায় কৰিবলৈ । আমি বৰ ৰং পালোঁ । তাৰ উপৰি আমাৰ গাওঁৰ উল্টাফালে থকা আটাইতকৈ ধনী ঘৰে উপযাচি আমাক সহায় কৰিবলৈ আহিল । আপুনি জানে যে এই বিৰাট ধনীমানুহ ঘৰ শিল্প, বিজ্ঞান, শিক্ষা আদি সকলো-ক্ষেত্ৰতে আগৰণুৱা । গাওঁৰ ভিতৰতে আটাইতকৈ ধনী আৰু ক্ষমতা-শালী ঘৰে আমাক যিমান অস্ত্ৰ লাগে সিমান দিব বুলি কৈ দিলে । সেই ঘৰৰ উত্তৰৰ ঘৰেও ধন-জন আৰু অস্ত্ৰ-শস্ত্ৰ যি লাগে বিনামূল্যে দিব বুলি ঘোষণা কৰি দিলে ; কাৰণ তেওঁলোকে এই অন্যায় অত্যাচাৰ সহ্য নকৰে । আজি আমাক কৰিছে, মন পালে কাইলৈ আনকো কৰিব । গাওঁৰ যাকে তাকে আক্ৰমণ কৰিব । তাকে ভাবি তেওঁলোকৰ ডাঙৰ জনে খঙত জ্বলি উঠিল । তাৰ উপৰি দক্ষিণৰ খেলৰ কেইঘৰমানেও আমাক সহায় কৰিব বুলি গাত ল'লে । ইফালে আমাৰ নিজা খেলৰ পশ্চিমত থকা ঘৰে বাহু দাঙি ঘোষণা কৰি দিলে যে যদি আমাৰ শত্ৰুঘৰে যুজুৰা ভায়েকহঁতক আমাৰ মাটিৰপৰা আঁতৰাই নিনিয়ে তেন্তে তেওঁলোকেই আমাৰ হৈ যুজ কৰিব । ইমান অন্যায় আৰু মইমতালি তেওঁলোকে সহ্য নকৰে । এই ঘৰৰ মুৰব্বীজন ডেকা মানুহ আৰু বৰ ক্ষমতাশালী । যুজতো

বৰ পাৰ্গত। বৰ বৰ গিৰীয়ে বিশেষতঃ পশ্চিমৰ খেলৰ শক্তিশালী দুঘৰেই এওঁক ভয় কৰে। সমস্ত গাওঁখনেই এওঁৰ প্ৰতাপৰ কথা জানে। তেওঁৰ ধমকিত ইহঁতৰ ভয় লাগিছে। তাৰ উপৰি আমাৰ খেলৰ পূবৰ এঘৰে আমাৰ ইয়ালৈ মুৰব্বীজনক পঠিয়াই দিলে সহায় কৰিবৰ বাবে। ইফালে ধনী মানুহ ঘৰৰ আৰু আমাৰ পুৰণা শাসক ঘৰৰ সহায় পালে যে আমি সিহঁতক আলু খুন্দা দিব পাৰিম তাৰ গম পাই সিহঁতে ভাগীৰ ডাঙৰ ভায়েকহঁতৰ সহায় খুজিলে। ডাঙৰ গিৰীয়ে মহা বিপদত পৰিছে। ভায়েকহঁতক সহায় কৰিব লাগিলে বন্ধুক অৰ্থাৎ আমাক এৰিব লাগিব আৰু শত্ৰু হব লাগিব। ভৱিষ্যতে মিতিৰ পাতিবলৈ ওলোৱা ভাৰী জোঁৱাইজনক হেৰুৱাব লাগিব। আনফালে ইমান অন্যায় কৰা সত্ত্বেও ভায়েকহঁতক সহায় কৰিলে গাৱঁৰ মানুহে বেয়া বুলিব। তাৰ উপৰি তেওঁলোকৰ আৰু ধনী মানুহ ঘৰৰ আজি বহুদিন ধৰি তলে তলে শীতল যুদ্ধ চলিয়ে আছে ক্ষমতা-বিস্তাৰৰ বাবে। গাৱঁৰ বৰমেলত দুয়োঘৰৰ তৰ্কাতৰ্কি হোৱা কথা আপুনি জানেই। এওঁলোক দুইঘৰৰ বাবেই গাৱঁৰ মানুহ দুই-দল হৈছে। এদল ধনী মানুহ ঘৰৰ পক্ষে আৰু আন দল ইঘৰৰ পক্ষে মাজতে কেৱল আমাক কেন্দ্ৰ কৰি কিছুমানে এই দল দুটাত যোগ নিদি নিৰপেক্ষ হৈ আছে। কবলৈ গলে আমি নিৰপেক্ষবিলাকেও এটা দলেই বুলিব পাৰি। এতিয়া আমি নিৰপেক্ষবিলাকক দুয়ো দলে নানা প্ৰলোভন দেখুৱাই নিজৰ নিজৰ দলভুক্ত কৰিবলৈ নানা কূট-কৌশল কৰি আছে। এনে অৱস্থাত ধনীমানুহ ঘৰে সহায় কৰিবলৈ আগবাঢ়ি অহাত এওঁলোকে নিৰপায় হ'ল জানোচা শেষত আমি সেই দলতে ভৰ্ত্তি হওঁ, এই ভয়তে বিবুদ্ধি হৈ মাজামাজি ধৰণৰ কথা কব ধৰিলে। দেখা-দেখিকৈ ভায়েকহঁতকো সহায় কৰা নাই আৰু আমাকো স্পষ্টভাৱে একো কোৱা নাই। ভায়েকহঁতক সহায় কৰিবৰ মন থাকিলেও দেখা দেখিকৈ কৰিব নোৱাৰে কাৰণ তেতিয়া সিহঁতে আত্মপক্ষ ল'লে ধনীমানুহ ঘৰে গাৱঁৰ সমৰ্থন পাই ভীষণ যুদ্ধ আৰম্ভ

কৰি দিব। সমস্ত গাওঁ ব্যাপী মহাযুদ্ধ লাগি যাব—১৯১৪ আৰু ১৯৩৯ চনত লগাৰ দৰে। তেতিয়া নিজৰ ফালেই টনাটনি লাগিব। তাকে ভাবি চিন্তি তেওঁলোকে এইবাৰ নিৰপেক্ষ হ'ল। প্ৰথমে ভায়েকহঁত আগবাঢ়ি আহোতে হ'লে একো মতা নাই, বোধহয় ভায়েকহঁতে আমাক খেদি আমাৰ ঘৰ অধিকাৰ কৰিব পাৰিলে সিহঁতৰো চটকটীয়া ছোৱালীজনীক আমাৰ তেওঁৰ ডিঙিতে আঁৰিব পাৰিব বুলি পেটে পেটে ভাবি কিজানি ভালকে পাইছিল কোনে জানে? পাচত যেতিয়া আনফালৰ অৱস্থা সঙ্কটজনক দেখিলে তেতিয়া লাহেকৈ ক'লে—"মাৰা-মাৰি কৰিব নালাগে। শান্তিপূৰ্ণভাৱে সীমা বিবাদ মীমাংসা কৰিব লাগে।" আমিওতো চাওঁ শান্তিপূৰ্ণভাৱে মীমাংসা, পিছে ভায়েকহঁতক সিহঁতে কিৰাই নিনিয়ে কিয়? তেওঁলোকে যদি শান্তিপূৰ্ণভাৱে সীমা বিবাদ নিষ্পত্তিকে চায় তেন্তে আক্ৰমণকাৰী ভায়েকহঁতক ধমকি দি, গৰিহণা দি ফিৰাই নিনিয়ে কিয়। আমি মতলব বজিবৰ বাকী নাই। হাপাৰ দ্বাৰাই হাঁহ মাৰি শিয়ালৰো মাংস খোৱা মতলব।"

এনেতে ভিতৰৰপৰা ওলাই আহিল হৈম। তাই আহি মিচিকিয়া হাঁহি মাৰি ক'লে—"ইমান সময়ে ইয়াতে মেল কৰি আছা ককাইদেউ? আয়ে ভাত বাঢ়ি দি ৰখি আছে।"

তাইৰ মাতত মোৰ সম্বিত ফিৰিল। মই কথা ক'বলৈ এৰি তাইৰ মুখলৈ চালোঁ পিচমুখ দি। তাইক সুধিলোঁ—

"অকল মোকহে দিছে নে? এখেতৰ বাবে?"

"এই আমাৰো সুধিব লাগেনে? অতিথিক এৰি জানো গৃহস্থে খাবলৈ পায়? আগেয়ে অতিথিকহে সেৱা শুশ্ৰূষা কৰিব লাগে। তাতে তেখেত আমাৰ নিমন্ত্ৰিত অতিথি আজি, গতিকে তেখেতক সোধপোচ কৰা নিতান্ত দৰ্কাৰ।" মই হাঁহি মাৰি কলোঁ—"তেনেহলে মোকহে মাতিছ দেখোঁ? তেখেতক নকৱ কিয়?"

তাই লাজতে হাতৰ আঙুলিৰ নত ভাঙি ভাঙি হাত মোহাৰি

মোহাৰি কেৰাহিকৈ চাই ক'বলৈ ধৰিলে—

"আহক ! উঠক । বৰ আমনি দিছো । আহক ভাত খাবৰ হৈছে । উঠক অনুগ্ৰহ কৰি ।"

তাইৰ এনে লাজকুৰীয়া স্বভাৱ দেখি আৰু অমায়িক ব্যৱহাৰ দেখি মোৰ বন্ধুজনে পৰম আপ্যায়িত হৈ গ'ল । হাঁহি মাৰি কৈ উঠিল—"একো আমনি পোৱা নাই বৰং এখেতৰ কথা শুনি ভালেই লাগিছে । বাৰু ব'লক তেন্তে ; পলম হ'লে ৰখি ৰখি বেজাৰ পাব আপোনাৰ মাকে ।"

মই হাঁহি মাৰি কলোঁ—"বলক বাৰু । মই দেখিছোঁ বহু সময় বক্তৃতা কৰিছো । ৰাতি হ'লেই যেন পাওঁ ।"

"ৰাতি অলপ হৈছে, তথাপি বেয়া লগা নাই । আপোনাৰ বক্তৃতা শুনি মই আপোনালোকৰ বিষয়ে বহু নজনা কথাৰ সম্ভেদ পালোঁ ।"

"ইমান সময় নীৰৱে মোৰ বিৰক্তিকৰ বক্তৃতা ধৈৰ্য্য ধৰি শুনি থকা দেখি ধন্যবাদ দিছোঁ । পিছে অহা কালিও আপুনি থাকিব লাগিব । অহা কালি আমাৰ মূল ঘৰৰ বৰচ'ৰাত মেল বহিব । তালৈ গাৱঁৰ কেইবা ঘৰৰ মুৰব্বী লোক আহিব আমাৰ সীমাৰ কাজিয়াৰ বিষয়ে অনুসন্ধান কৰিবলৈ । কালিৰ মেলত আমাৰ ঘৰৰ বিষয়ে আৰু যুঁজৰ বিষয়ে বিশদ আলোচনা হ'ব । তাত আমি সকলোবিলাক উপস্থিত থাকিম । অনুগ্ৰহ কৰি আপুনি আমাৰ মেলত উপস্থিত থাকিব লাগিব ; মোৰ অনুৰোধ ।"

"বৰ ভাল কথা । আপোনালোকৰ সমস্যাৰ বিষয়ে আৰু ভৱিষ্যৎ কৰ্ত্তব্যৰ বিষয়ে জানিব পাৰিলে মই বৰ সুখী হম । মই নিশ্চয় কালিৰ মেলত উপস্থিত থাকিম ।"

"শুনি বৰ সুখ পালোঁ । এতিয়া ব'লক অনুগ্ৰহ কৰি ।"

এই বুলি কৈ মই উঠিলোঁ, মোৰ বন্ধুজনো উঠিল । আমি ভিতৰ সোমাই গলোঁ । আমি গৈ পাকঘৰ উঠিলোঁ ।

# দ্বিতীয় অধ্যায়

( ১ )

১৯৬২ চন; নবেম্বৰ মাহ। বৰচ'ৰাত মেল বহিছে। মেলত আজি আলোচনা হ'ব সীমা বিবাদ সম্পৰ্কে। শত্ৰুৰ আক্ৰমণ প্ৰতিহত কৰাৰ বাবে আলোচনা হ'ব। সভাপতিৰ আসনত উপবিষ্ট খৰা। তেওঁৰ সোঁহাতে ডাঙৰ খুৰা। চিন্তামগ্নভাৱে বহি আছে। তেওঁৰ কাষত ক্ৰমে শাৰী পাতি খুৰাহঁত আৰু ককাইদেউহঁত। সভাপতি খুৰাৰ বাওঁহাতে প্ৰতি ঘৰৰপৰা অহা বিৰোধী ককাইদেউহঁত। পিচফালে গেলেৰীত গাঁৱৰ আন আন অতিথিসকল—যিসকলে মেল চাবলৈ আহিছে। আনফালে গেলেৰীত বেলেগ বেলেগ ঘৰৰ বিশিষ্ট লোকসকল। সকলোৱে আমাৰ বিপদৰ খবৰ পাই আহিছে। আন কাষত এটা কোণত কেইজনমান বাতৰি লোৱা লোক।

সকলো নিতাল নিস্তব্ধ। আমাৰ ভাই-ভনীসকল আগফালে একেলগে বহিছে। মই মোৰ বন্ধু বিশ্বমতক লগত লৈ গৈ ভাই-ভনীসকলৰ কাষত এটি কোণত থিয় হৈ দেখুৱাই দিলোঁ আমাৰ মেলৰ লোকসকলক। আমাক দুয়োকো কোনেও লক্ষ্য নকৰিলে কাৰণ আমি দুয়ো মানুহৰ আৰালত থিয় হৈ আছিলোঁ। মই বন্ধুক চিনাকি কৰি দিলোঁ সভাস্থ লোকসকলক। একালৰপৰা মই তেওঁক দেখুৱাই গলোঁ কোনজন কোন মানুহ; কৰপৰা আহিছে নাইবা কি কৰে ইত্যাদি কথা বুজাই দিলোঁ। সভাপতি খুৰাকে আৰম্ভ কৰি আমাৰ খুৰা, ককাইদেউ, ভাই-ভনীসকলকে শেষ কৰি আমাৰ ঘৰৰ বিলাকক দেখুৱাই দিয়াৰ পাচত অতিথিসকলক আঙুলিয়াই দিলোঁ।

প্ৰথমে আঙুলিয়াই দিলোঁ। আমাৰ পুৰণি শাসক ঘৰৰ লোকজনক।

"এওঁ আমাৰ আগৰ শাসক ঘৰৰ লোক। নাম হেৰিমেন। সেই ঘৰৰ প্ৰধান চালক মেক্‌মিলানে এওঁক পঠাইছে।"

"মই চিনো এওঁলোকক।"

"এওঁ হ'ল ধনী মানুহ ঘৰৰ লোক। নাম গেলব্ৰেইথ। সেইঘৰৰ মুৰব্বী কেনেডীয়ে এওঁক পঠাইছে।"

"এওঁলোককো মই জানো।"

"এওঁ হ'ল ধনী ঘৰৰ উত্তৰে থকা ক্ষমতাশালী ঘৰৰ। সেই ঘৰৰ প্ৰধান চালক ডিফেন বেকাৰে এওঁক পঠাইছে।"

"এওঁলোককো জানো।"

"তেনেহলে আপুনি বোধহয় আনবিলাককো চিনিছে ?"

"মই সকলোকে চিনিছো। বাৰু, মনে মনে শুনোচোন কোনে কি কয়।"

"তেনেহলে তুয়ো এই চুক্‌টোতে মনে মনে বহো আহক।" এইবুলি কৈ মই বন্ধুক লৈ চুকৰ এটি কোণত বহি ৰলোঁ।

মেল আৰম্ভ হ'ল। ডাঙৰ খুৰাই সকলোকে সম্বোধন কৰি মেলৰ উদ্দেশ্য বুজাই দিলে।

আজি আমাৰ ঘৰৰ সকলোৱে মিলিছোঁ ; আন ভদ্ৰলোকো আজি আমাৰ মেলত উপস্থিত আছে। মই আপোনালোকৰ আগত আজি যি কথা কম বুলি ওলাইছো সেই কথা সকলোৱে জানিছে। আজি আমাক আমাৰ উত্তৰৰ ঘৰে আক্ৰমণ কৰিছে। আমাৰ মাটিৰ সীমাৰ খুটিবোৰ জোৰ জবৰদস্তি কৰি উভালি দিছে, আমাৰ ৰখীয়া ভাইসকলৰ কিছুমানক কাটিছে, কিছুমানক বান্ধি নিছে। আমাৰ নেফা আৰু লাডাখ কোঠা দুটাৰ ভিতৰত ভাই-ভনীসকলক অত্যাচাৰ কৰিছে—দৌৰাইছে। এই ঘৰেই এদিন আমাৰ লগত শান্তিপূৰ্ণ সহ-অৱস্থানৰ চুক্তি কৰিছিল—পঞ্চশীল নীতিত স্বাক্ষৰ কৰিছিল,

অথচ সেই ঘৰেই আজি বিশ্বাসঘাতকতা কৰি আমাক ছলনা কৰি যুঁজৰ দৰে নাৰকীয়, দানৱীয় কাৰ্য্য আমাৰ মূৰত জাপি দি আমাক মহাবিপদত পেলাইছে, বৰ্বৰভাৱে নগ্ন আক্রমণ কৰি অতৰ্কিতে আহি আমাৰ মাটিত প্ৰৱেশ কৰি আমাৰে ঘৰত অকথনীয় অত্যাচাৰ চলাইছে। আনকি আমাৰ মৰমৰ জীয়াৰী হঁতৰ ওপৰত পাশৱিক অত্যাচাৰ কৰিবলৈ উদ্যত হৈছে। আমি যাক বন্ধু বুলি ইমানদিনে আদৰ-সাদৰ কৰি খুৱাই-ধুৱাই মান-সৎকাৰ কৰিছিলোঁ, যাৰ বাবে আমি গাঁৱৰ বৰমেলত ওকালতি কৰিছিলোঁ, যাৰ অন্যায় অধিকাৰ আৰু বলাৎকাৰৰ প্ৰশ্নকো আমি আওকাণ কৰি সিহঁতৰে সৰু ঘৰৰ ওপৰত কৰা কৰ্তৃত্বক স্বীকাৰ কৰি লৈছিলোঁ বন্ধুৰ কাৰ্য্য হিচাবে, সেই বন্ধুৰূপী মহাশত্রু শঠমিত্ৰ ঘৰে আজি আহি আমাক আক্ৰমণ কৰিছে। যি অৱস্থাত নিৰস্ত্ৰীকৰণৰ প্ৰস্তাব বাব আমি অস্ত্ৰবল হ্ৰাস কৰিবলৈ চেষ্টা কৰিছোঁ, অৰ্থনৈতিক উন্নয়নৰ বাবে পাঁচ বছৰীয়া আঁচনি কৰি সৰ্ব্বসাধাৰণৰ সুখ-সুবিধাৰ কাৰণে কৃষি, শিল্প, বাণিজ্যত মন দিছোঁ, সেই অৱস্থাত মুখত আমাৰ লগত একমত হৈ পেটে পেটে সিহঁতে যুঁজৰ বাবে অস্ত্ৰ তৈয়াৰ কৰিছে—ভায়েকহঁতক যুঁজৰ কৌশল শিকাইছে। শেষত মিত্ৰ হৈ আমাৰ ডিঙিতে কামুৰিবৰ ব্যৱস্থা কৰিছে। ইহঁতৰ যি নীতি—পৰৰ মাটি বল কৰি, মাৰি ধৰি অধিকাৰ কৰা নীতি, সেই নীতিত অকল আমিয়ে যে আক্রান্ত হম এনে নহয়—আমাৰ খেলৰ সৰু বৰ সকলো ঘৰে আক্রান্ত হ'ব লাগিব। তাৰ বাবে আজি আমি সজাগ হব লাগিব আৰু আনকো সজাগ কৰিব লাগিব।

এতিয়া আমাৰ কৰ্ত্তব্য, আমি আমাৰ মাটিৰপৰা দস্যুহঁতক খেদি পঠাব লাগিব। আমি প্ৰতি ইঞ্চি মাটিৰ বাবে যুঁজ কৰিব লাগিব। সিহঁত অতি নিৰ্ম্মম, নিষ্ঠুৰ শত্ৰু। মানৱতাৰ কোনো দাবীকে স্বীকাৰ নকৰে। আলাপ-আলোচনাৰ জৰিয়তে সীমা বিবাদ মীমাংসা কৰিম বুলি আজি ইমান দিনে আমি যি সহনশীলতাৰে

সিহঁতৰ লগত পত্ৰালাপ আৰু যোগাযোগ কৰি আছিলোঁ, আজি সিহঁতে তাৰ উত্তৰ দিছে অস্ত্ৰ-শস্ত্ৰ আৰু বন্দুকৰ গুলীৰে। গতিকে এই অৱস্থাত আমি কি কৰিব লাগিব তাৰ এটা যুক্তি পৰামৰ্শ কৰিবৰ বাবে আজি সকলোকে মাতি অনা হৈছে। এতিয়া প্ৰত্যেকে নিজৰ নিজৰ মত প্ৰকাশ কৰক।"

এনেকৈ কৈ ডাঙৰ খুৰা বহিল। তেওঁ বহাৰ পাচত আমাৰ ভাই-ভনীসকলৰ মাজৰপৰা তৎক্ষণাত থিয় হ'ল আমাৰ জোৱান ভায়ে। তেওঁ দৃঢ আৰু উচ্চস্বৰে ঘোষণা কৰিলে—"আমি ইয়াৰ প্ৰতিকাৰ চাওঁ আৰু যুজৰ উত্তৰ যুজেৰে দিবলৈ চাওঁ। আমাক যুজ লাগে। আদেশ কৰক ডাঙৰ খুৰা, এতিয়াই গৈ সিহঁতৰ সমস্ত বাহিনী চেদেলি-ভেদেলি কৰি দিম। আপুনি মাত্ৰ আদেশ কৰক। আমি এই অপমান সহ্য নকৰোঁ। হয় মৰিম, নহয় মাৰিম। আমাক যুজ কৰিবলৈ দিয়ক। আমি দেখুৱাই দিম যে সিহঁতৰ পঁচিশজনক আমি পাঁচজনে পৰাস্ত কৰি আমাৰ সীমাৰ বাহিৰ কৰি দিব পাৰোঁ। আমি যুজ চাওঁ।" আমাৰ জোৱান ভাইৰ উত্তেজনা আৰু প্ৰতিজ্ঞা শুনি সভাস্থ জনমণ্ডলী ক্ষন্তেকৰ বাবে স্তব্ধ হৈ গ'ল। সকলোৰে মনত এটা ভয় আৰু উত্তেজনাৰ ভাৱ আহিল। সকলোৱে ডাঙৰ খুৰাৰ মুখলৈ চালে। আন অতিথিসকলে ভয় পাই গ'ল জানোচা এখন ভীষণ যুজ আৰম্ভ হয়? ডাঙৰ খুৰাই থিয় হৈ শান্তভাৱে ক'লে—"মই মোৰ জোৱান ভাইৰ শক্তিৰ কথা জানো। গাওঁৰ সকলোৱে জানে আমাৰ জোৱান ভাইৰ যুজৰ কৌশল আৰু পৰাক্ৰম। বিগত মহাযুজত তাৰ প্ৰমাণ হৈ গৈছে। কিন্তু মই যুজৰ আদেশ দিব নোৱাৰোঁ কাৰণ যুজ ঘোষণা কৰি দিলে যুজখন অকল আমাৰ সীমাতে আবদ্ধ নাথাকিব—সমস্ত গাওঁ বিয়পি পৰিব আৰু সমগ্ৰ গাওঁব্যাপী পুনৰ এখন তৃতীয় মহাযুজ আৰম্ভ হব। যুজ আৰু জুই একে। এঠাইত লাগিলে বিয়পি গৈ সকলোতে লাগে। গতিকে মই যুজ ঘোষণা কৰিব নোৱাৰোঁ, কাৰণ আমি শান্তিপ্ৰিয়

লোক আৰু অহিংসাৰ উপাসক। আমাৰ দ্বাৰা যুজ ঘোষণা হোৱা অবাঞ্ছনীয়।”

“তেনেহলে নীৰৱে এনে অপমান সহ্য কৰিব ? এই বৰ্ব্বৰ নগ্ন আক্ৰমণৰ প্ৰতিকাৰ নকৰিব ডাঙৰ খুৰা ?”

“কৰিম, কৰিম জোৱান ভাই। তোমাৰ দৰে সাহসী, বলী আৰু কৌশলী ভাই থাকোঁতে মই একো ভয় কৰা নাই। যুজ মই কৰিম ; কিন্তু আত্মৰক্ষাৰ বাবে হে। সিহঁতক আমি আমাৰ সীমাৰপৰা খেদিবই লাগিব , কিন্তু যুজ ঘোষণা কৰা নহয়—প্ৰতিৰোধ কৰি গুভতাই দিয়াহে হব।”

“তেন্তে সিওতো এখন অঘোষিত যুজ।”

“এৰা অঘোষিত যুজ। এই যুজ আমি বহুদিন কৰিব লাগিব—যি পৰ্য্যন্ত শত্ৰুই আমাৰ একইঞ্চি মাটিও দখল কৰি থাকিব, সেই পৰ্য্যন্ত এই যুজ চলি থাকিব।”

“তেন্তে এইখন যুজ নহয—ঠেলা-হেঁচাহে হব।”

“তুমি যিয়ে নোকোৱা। ইয়াক যুজ বুলিলেও বুলিব পাৰা ; আৰু ঠেলা-হেঁচা বুলিলেও বুলিব পাৰা, কিন্তু আমি হ’লে শত্ৰুক খেদিবই লাগিব। শত্ৰুক খেদি দিয়াৰ কাৰণে আমি দৃঢ়প্ৰতিজ্ঞ।

“যুজ নকৰি আলাপ-আলোচনাৰ দ্বাৰা সীমা-বিবাদ মীমাংসা কৰা উচিত।” আমাৰ দুই নম্বৰ ঘৰৰ শত্ৰুপক্ষৰ ৰাজনীতি বোলা ছোৱালীজনীৰ লগত লেটি-পেটি কৰা জনে মাত লগালে। তাৰ এনে কথা শুনি ভূতৰ মুখত ৰাম নাম শুনাৰ দৰে জকি উঠিল আমাৰ আনকেইজনমান ভাযে। এওঁলোকে আমাৰ মেলত সদায় বিৰুদ্ধে তৰ্ক কৰে যাতে সত্য উদ্‌ঘাটন হয়। এই বিৰোধীদলে কিন্তু ঘৰৰ এই সঙ্কট কালত বিৰুদ্ধে কৈ মিছাকৈ শক্তি, সময় আৰু কাৰ্য্যৰ অপচয় নঘটাই ডাঙৰ খুৰাইতৰ মততে চিন্তা কৰি মত দিছে। তাৰ এনে কথা শুনি খণ্ডতে কৈ উঠিল—

“আমাৰ ইজনৰ গা পুৰিছে নেকি ?”

ভয় পাইছ নেকি তোৰ সেই জনী হেৰাব বুলি ? এইবাৰ আৰু তোৰ সেইজনী অনা আশা মৰিল বাপু। সদায় যুজ কৰা কথা কৈ যুজক প্ৰশ্ৰয় দি আজি হঠাতে ইমান অহিংসাৰ উপাসক হৈ শান্তিপূৰ্ণ আলাপ-আলোচনা বিচাৰ কৰা হলি নে ? যদি তেনেই ভাবিছ তেন্তে তোৰ ভাৰী শহুৰহঁতক কৈ যুজখন বন্ধ কৰি নিদিয় কিয় মোৰ শান্তি-কামী ভাযা ? ভূতৰ মুখত ৰাম নাম শোভা নাপায়। তোৰ দৰে সহিংস মতবাদী যুৰ্জপ্ৰিয় লোকে শান্তিৰ বাণী শুনোৱা মানে ছলনা আৰু প্ৰতাৰণা কৰাৰ মতলব। সাৱধান ! তই একো নামাতিবি। তই যে গৃহদ্ৰোহী পামৰ তাক আমি বুজিছোঁ। ইমান দিনে তই আৰু তোৰ ভাযেৰা দুটিযে আমাৰ লগত থাকি মেলত বিৰুদ্ধে তৰ্ক কৰাৰ আচল অৰ্থ আজি আমি বুজিছোঁ আৰু সমগ্ৰ ঘৰখনেও বুজিছে। তই মনে মনে থাক। তোৰ উপদেশ কোনেও নুশুনে। যদি বেযা পাইছ তেন্তে আমাৰ ঘৰৰপৰা বাহিৰ হৈ গৈ শহুৰেহঁতৰ লগ হৱ গৈ।”

“সি শহুৰেকহঁতৰ লগ হৈ আহি বোলে আমাৰ ঘৰৰ মালিক হব, আপোনালোকে শুনিছেনে নাই ?” এজনে ঠাট্টা কৰিলে। সি সেমেনা-সেমেনি কৰি বহি গ’ল। জোকৰ মুখত চূণ দিযাৰ দৰে হ’ল বোধহয়।”

মেলৰ মাজত এনে বিদ্ৰূপৰ পৰিস্থিতি হোৱা বাবে ডাঙৰ খুৰাই থমাই থবৰ মতলবেৰে কৈ উঠিল—

“এতিয়া আৰু এনেবোৰ শ্লেষপূৰ্ণ উক্তি নিষ্প্ৰয়োজন। আমি সকলোৱে একমত হৈ এই সংকট কালত শত্ৰুক দেখুৱাব লাগিব যে আমি সকলোৱে একমুখে সিহঁতৰ বিৰুদ্ধে গৈছোঁ।” তাৰ পাচত গহীনাই ক’লে—

“আমি সদায় আলাপ-আলোচনাৰ জৰিয়তে বিবাদ নিষ্পত্তি কৰাৰ পক্ষপাতী ; কিন্তু সেইটো হব তেতিয়া, যেতিয়া সিহঁতে আমাৰ মাটিৰ ওপৰৰপৰা আঁতৰি গৈ আমাৰ সীমা মুকলি কৰি দিযে।

আমাৰ মাটি অধিকাৰ কৰি যুজ কৰি থকা অৱস্থাত কোনো আলাপ আলোচনা হব নোৱাৰে ।”

“নিশ্চয় । নিশ্চয় !!” চাৰিওফালৰপৰা জয়ধ্বনি উঠিল । মেল গৰম হৈ আহিছে । ডাঙৰ খুৰাই সুধিলে—

“যদি শত্ৰুৱে এনেভাৱে আমাৰ মাটি দখল কৰি আহি থাকে আৰু আমি যুজ কৰি থাকিব লগা হওঁ তেন্তে আমাৰ জোৱান ভাইক সহায় কৰিবলৈ মানুহ ক’ত পাম ? কোনে আগবাঢ় ওলাব ?”

ডাঙৰ খুৰাৰ কথা শুনি আমাৰ স্কুল, কলেজত পঢ়া ভাই-ভতিজাসকলে একেলগে গিৰিপ্ কৈ থিয় হৈ কৈ উঠিল—“আমি যাম ডাঙৰ খুৰা । আমাৰ জোৱান ককাইদেউক সহায় কৰিবৰ বাবে আমি যাম যুজৰ থলিলৈ । দৰ্কাৰ হ’লে আমি আমাৰ মৰমৰ ঘৰখন ৰক্ষা কৰিবৰ বাবে শত্ৰুৰ লগত যুজ কৰিম । আমাক আদেশ কৰক খুৰা । আমি আমাৰ বুকুৰ তেজেৰে লিখি দিলোঁ ।” এই বুলি কৈ প্ৰত্যেকে নিজৰ নিজৰ বুকু হানি তেজ উলিয়াই প্ৰতিজ্ঞাপত্ৰ লিখি দিলে । ছাত্ৰ-ছাত্ৰীসকলৰ এনে আগ্ৰহ আৰু প্ৰতিজ্ঞা দেখি সকলোৱে তবধ মানিলে । কোনেও ভবা নাছিল যে ঘৰখনৰ সকলো ছাত্ৰ-ছাত্ৰীয়ে এনেভাৱে ঘৰৰ বিপদত জঁপিয়াই পৰিব । অতিথিসকল আচৰিত হ’ল । কি দুৰ্জয় সাহস এই কিশোৰ কিশোৰীৰ ! কি দুবাৰ পণ এই ল’ৰা-ছোৱালীৰ । আমাৰ মনত অতি আনন্দ লাগিল । ডাঙৰ খুৰাকে আদি কৰি খুৰাহঁতৰ চিন্তিত আৰু বিষাদিত মনত হাঁহি আৰু আনন্দৰ ৰেঙনি দেখা গ’ল । ডাঙৰ খুৰাই পৰম আহ্লাদেৰে ক’লে—

“মোৰ মৰমৰ সোণহঁত । তহঁতৰ বাবেই মই জীয়াই আছো । তহঁতৰ ভৱিষ্যৎ অমঙ্গল হ’ব বুলি ভাবিয়ে মই অস্থিৰ । আজি তহঁতৰ এনে সৎসাহস আৰু দৃঢ়তা দেখি মই পৰম আনন্দিত । মোৰ আশা হৈছে—

তহঁতে আমাৰ ঘৰৰ স্বাধীনতা, প্ৰগতি আৰু সন্মান ৰক্ষা

কৰিব পাৰিবি। আজি মই নিশ্চিন্ত। মোৰ আশা হৈছে যে আমাৰ অবৰ্তমানত আমাৰ ঘৰ সুকলমে চলিব। যিখন ঘৰত এনে ল’ৰা আছে সেইখন ঘৰক কোনেও পদানত কৰিব নোৱাৰে।

আহ মোৰ সোণহঁত! তহঁতক মই আশীৰ্ব্বাদ কৰিছোঁ— জীৱনত সুখী হবি।” তাৰ পাচত খুৰাৰ দুচকুৰে দুধাৰি আনন্দ-লোতক বাগৰি পৰিল। সমস্ত সভা নিস্তব্ধ নিতাল। ডাঙৰ খুৰাই আবেগেৰে গদ্‌গদ্ কণ্ঠে ক’ব ধৰিলে পুনৰ—

“সোণহঁত! তহঁত আমাৰ ঘৰৰ সোণৰ অলঙ্কাৰতকৈ বেচি মূল্যবান। তহঁতেই সোণ। এই সোণহঁতক মই বাৰু যুঁজৰ থলিলৈ কেনেকৈ পঠিয়াম? তহঁতে আমাৰ ঘৰ শুৱনি হৈ থাক সোণহঁত! যুঁজলৈ যাব নালাগে।”

“নহয় ডাঙৰ খুৰা, আমি যুঁজলৈ যামেই। আমাৰ মাটি অধিকাৰ কৰি, আমাৰ ককাইদেউহঁতক মাৰি তোমাক অপমান কৰিবলৈ যি বৰ্বৰ শত্ৰুৱে মৰণ যজ্ঞলৈ আগবাঢি আহিছে, সেই যজ্ঞতে সিহঁতক যদি আহুতি দিবলৈ নোৱাৰোঁ। তেন্তে আমি ক্ষান্ত নহ’ম; আমাক অস্ত্ৰ দিয়া ডাঙৰ খুৰা! আমি যুঁজিবলৈ যাম। বাৰু দেখিম; আমাৰ এই কলম ধৰা হাতে অস্ত্ৰ ধৰিব জানে নে নেজানে।”

“নহয় সোণহঁত! তহঁত যুঁজলৈ যাব নোৱাৰ। তহঁত যুঁজলৈ গ’লে মই কাক লৈ ঘৰ চলাম? তহঁত আমাৰ ঘৰৰ প্ৰদীপ। দুৰন্ত ৰণ বতাহৰ আগত প্ৰদীপ নজলাও।” আমাৰ সভাপতি খুৰাই উঠি ঘোষণা কৰি দিলে।

তাকে দেখি ছাত্ৰসকলে একে মুখে প্ৰশ্ন কৰি উঠিল— “তেনেহলে আমাৰ আইৰ অপমান আৰু লাঞ্ছনা নিজ চকুৰে চাই আমি ঘৰতে বহি থাকিম? সেইটো নহ’ব। আমি যুঁজলৈ যামেই।”

এইবাৰ আমাৰ জোৱান ভায়ে ক’লে—“যুঁজ কৰিব লাগিলে

শিক্ষা কৰিব লাগে ভাইহঁত। লিখা-পঢ়া যেনে এটা বিদ্যা; যুঁজ কৰাও তেনে এটা বিদ্যা। শিক্ষা নকৰিলে যুঁজ কৰিব নোৱাৰি। আগেয়ে যুঁজ কৰা শিক্ষা কৰিব লাগিব।"

"তেন্তে আমাক যুঁজৰ শিক্ষা দিয়া ককাইদেউ। আমি যুঁজ কৰা বিদ্যা শিকিম।"

"তোমালোকে যুঁজ কৰিব গ'লে লিখা-পঢ়া, শিল্প, সাহিত্য বিজ্ঞান, দৰ্শন, ৰাজনীতি আদি বিষয় শিকিব কোনে? আৰু এইবোৰ নহ'লে আমাৰ ঘৰখন উন্নত আৰু প্ৰগতিশীল হ'ব কেনেকৈ? অতীত গ্ৰীচৰ স্পাৰ্টাৰ দৰে কেৱল যুদ্ধ বিদ্যাত পাৰ্গত হৈ সামৰিক প্ৰতিপত্তি বিস্তাৰ কৰিলে কি হ'ব? কালৰ বুকুত ইয়াৰ একো স্বাক্ষৰ নৰব, বৰং এথেঞ্চৰ দৰে সুকুমাৰ কলা, বিজ্ঞান আৰু দৰ্শনত প্ৰগতি লাভ কৰিলেহে কালৰ বুকুত যুগৰ পিঠিত অমৰ কীৰ্তি ৰাখি থৈ যাবপৰা যাব। গাতকে তোমালোকে এই বিদ্যা শিকি সেইবোৰ বাদ দি আমাৰ ভৱিষ্যৎ অন্ধকাৰ কৰিব নালাগে মইনাহঁত! যুঁজৰ বাবে আমি আছোঁ।"

"হ'লেও নিজৰ ঘৰখন শত্ৰুৰ কবলৰপৰা ৰক্ষা কৰা আমাৰ প্ৰথম কৰ্ত্তব্য। ঘৰখনৰ স্বাধীনতা আৰু সাৰ্বভৌমত্ব নাথাকিলে আনবোৰ শিকিম কেনেকৈ? ইহঁতে যি মতলব লৈ আহিছে তাৰ দ্বাৰা দৃঢ় বিশ্বাস হৈছে যে সিহঁতে অকল সীমাৰ কাজিয়া কৰি নেৰে— সীমা বিবাদৰ অজুহাত দেখুৱাই আমাৰ সমগ্ৰ ঘৰখনকে গ্ৰাস কৰিব। কাৰণ সিহঁতে চিৰাচৰিত মেক্‌মেহন সীমা ৰেখা নমনা মানে সীমাৰ কোনো ঠিক নিৰ্ধাৰিত ৰেখা নমনা। যিমানলৈ আক্ৰমণ কৰি অধিকাৰ কৰিব পাৰে সিমানলৈ সিহঁতৰ মাটি বুলি কব। এনে অৱস্থাত আমি হাত সাৱটি বহি থাকিলে চলিব জানো জোৱান ককাইদেউ।"

"বৰ্ত্তমান জৰুৰী অৱস্থাত অৱশ্যে আত্মৰক্ষা আৰু গৃহৰক্ষাৰ কাৰণে কিছুমান আৱশ্যকীয় কথা শিকাৰ দৰ্কাৰ হৈ পৰিছে।"

"সেইবাবে আমাক শিক্ষা দিয়া ককাইদেউ।"

"শাৰীৰিক ব্যায়াম চৰ্চা আৰু নিয়মানুবৰ্ত্তিতা শিক্ষা কৰা সকলোৰে কৰ্ত্তব্য। তাৰ উপৰি শৃঙ্খলতা ৰক্ষা আৰু প্ৰণালীবদ্ধ যুঁজৰ কৌশল শিকি ৰখাৰ দৰ্কাৰ. কাৰণ, দৰ্কাৰ হ'লে ঘৰখন বিপদাপন্ন হৈ পৰিলে সকলোৱে যুঁজ কৰিবলৈ বাধ্য হব লাগিব। তাৰ কাৰণে আগৰেপৰা শিক্ষা লাভ কৰিব লাগিব নহ'লে আৱশ্যকৰ সময়ত হঠাতে যুঁজাৰু জোৱান তৈয়াৰ নহব। তাৰ উপৰি ভৱিষ্যতে ঘৰ ৰক্ষাৰ ভাৰ তোমালোকৰ মাজৰপৰা ওলোৱা ভাইসকলেই লব লাগিব। সেইবাবে ৰাইফল চালনাও শিকিব পাৰা।"

"সেই বাবেই আমি কৈছোঁ ককাইদেউ যে আমাক যুঁজৰ শিক্ষা দিয়া।"

"ভাল কথা। আমি তোমালোকক স্কুল-কলেজত শিকাম। শাৰীৰিক ব্যায়াম শিকাম, ৰাইফল চালনাও শিকাম। তোমালোকে যুঁজলৈ যাব নালাগে, এনেয়ে নিজৰ দৰকাৰৰ বাবে শিকি থোৱা।"

"আৰু আমি কি কাৰন ককাইদেউ? আমি জানো আজিও আগৰ তিৰোতাৰ দৰে হাৰেমতে ওৰণি লৈ পুৰুষৰ খেলৰ পুতলা আৰু কামনাৰ সহচৰী হৈয়ে থাকিম?" ছোৱালীসকলে কৈ উঠিল। তেতিয়া জোৱান ভায়ে আনন্দৰ হাঁহি এটা মাৰি কৈ উঠিল—"কেতিয়াও নহয় মোৰ মৰমৰ ভনীটিহঁত! তোমালোকে আৰু আগৰ দৰে অসূৰ্য্যম্পৰ্শ্যা হৈ ঘৰৰ চাৰিবেৰৰ মাজতে থাকিব নোৱাৰা। তোমালোকেও পুৰুষৰ দৰে সকলো কামত আগবাঢ়িব লাগিব। তোমালোকেও ল'ৰাৰ লগতে একেলগে শিক্ষা লবা। কিন্তু তোমা-লোকে 'ৰাইফল' চালনাতকৈ ধাতৃবিদ্যা, শুশ্ৰূষা আৰু বয়ন শিল্পত বেচিকৈ মন দিব লাগিব। আমি যেতিয়া যুঁজত আঘাত হৈ ফিৰি আহোঁ তেতিয়া তোমালোকে শুশ্ৰূষা আৰু চিকিৎসাৰ দ্বাৰা আমাক মৃত্যুৰ মুখৰপৰা বচাবা। আমাক যুঁজত পিন্ধিবলৈ আৰু উৰিবলৈ কাপোৰ চিলাই কৰি দিবা। খাবৰ বাবে খাদ্য তৈয়াৰ কৰি পঠাবা। তাৰ উপৰি ব্যায়াম চৰ্চ্চা কৰি শৃঙ্খলাবদ্ধতা আৰু নিয়মানুবৰ্ত্তিতা

শিক্ষা কৰি নিজৰ আৰু ঘৰৰ সকলোৰে বাবে আদৰ্শ দাঙি ধৰিবা। যুঁজত শৃঙ্খলাবদ্ধতা আৰু নিযমানুবৰ্তিতাৰ একান্ত প্ৰয়োজন।”

“তেন্তে আমাক তাকে শিক্ষা দিয়া জোৱান ককাইদেউ।”

“দিম, তোমালোকে অধীৰ নহ’বা। আমাৰ কথাই কথা নহয় ভনাটি, ডাঙৰ খুৰা আৰু সভাপতি খুৰাৰ কথাইহে কথা।”

এনেতে সভাপতি খুৰাই থিয় হৈ কৈ দিলে—

“ঘৰৰ এই দুৰ্দিনত সকলোৰে যুঁজৰ কৌশল শিকা উচিত কাৰণ সেই কৌশলে আত্মৰক্ষাত সহায় কৰিব।”

তেতিয়া ডাঙৰ খুৰাই ক’লে—“অৱস্থাৰ গুৰুত্ব উপলব্ধি কৰি মই বিবেচনা কৰিছোঁ যে আমাৰ ছাত্ৰ-ছাত্ৰীসকলৰ কথা উলাই কৰিবপৰা বিধৰ নহয়। নিজৰ ঘৰৰ নিৰাপত্তাৰ বাবে সকলো ল’ৰা-ছোৱালীয়ে স্কুল-কলেজ, বিশ্ববিদ্যালযত সামৰিক শিক্ষা লোৱা উচিত।”

“তেনেহলে ইযাক বাধ্যতামূলক কৰিব লাগে।” বিৰোধী ককাইদেৱে তৎক্ষণাত থিয হৈ প্ৰস্তাৱ কৰিলে। তেওঁৰ প্ৰস্তাৱত সকলোৱে হাত তালি দি সমৰ্থন জনালে। এনেতে ঘৰ চলোৱা খুৰাই মাত লগালে—

“আজি আমাৰ ল’ৰা-ছোৱালীৰ উৎসাহ উদ্দীপনা আৰু জোৱান ভাইৰ সঙ্কল্প শুনি পৰম আনন্দিত হলোঁ, পিছে ঘৰৰ সকলোবিলাকে এনেকৈ যুঁজত লিপ্ত হৈ থাকিব লাগিলে খাদ্য-দ্ৰব্য পাম ক’ৰপৰা? সকলো কথা খাদ্যৰ ওপৰতহে নিৰ্ভৰ কৰে। আমি আমাৰ যুদ্ধৰত ভাইসকলক উপযুক্ত আহাৰ যোগাব নোৱাৰিলে এনেযে পৰাস্ত হ’ম। অনাহাৰে অনিদ্ৰাই বাৰু কিমানদিন মানুহে যুজিব পাৰে? সেইবাবে আমি প্ৰথমৰেপৰা অধিক শস্য উৎপাদন কৰিব লাগিব। যুদ্ধ আৰম্ভ হ’লে দুই ফালেৰে প্ৰস্তুত হ’ব লাগে। একালে অস্ত্ৰ আনফালে খাদ্য। যুদ্ধক্ষেত্ৰত যুদ্ধ যি জোৰেৰে চলে শস্য ক্ষেত্ৰতো উৎপাদন সেই পৰিমাণে বাঢ়িব লাগে তেহে যুঁজত

জয়ী হোৱা যায়। গতিকে যুঁজ একেলগে দুই ঠাইতে হয়—এঠাইত জোৱানসকলৰ আৰু আন ঠাইত খেতিয়কসকলৰ। সেইবাবে আন কথাৰ আগতে মই আমাৰ কৃষক ককাইদেউৰহে মতামত ল'ব লাগিব।"

"নিশ্চয়। আমাৰ ঘৰৰ সকলোতকৈ শান্ত, নিৰ্জু, পৰিশ্ৰমী আৰু পালক হ'ল কৃষক ককাইদেউ। তেওঁৰ পৰিশ্ৰম খাইহে আমি জীয়াই আছোঁ। তেওঁ নহলে আমি আজিয়ে শুকাই মৰিম। আমি যদিও নানা কামত নানা বিষয়ত ফুৰি আছোঁ তথাপি আমি সকলোৱে তেওঁৰ তলত। তেওঁৰ অনুগ্ৰহতহে আমি বৰ মানুহ বোলাই আছোঁ। তেওঁ যদি আজি খেতি নকৰোঁ বুলি কয় তেন্তে আমি কি কাম হাতত ল'ব পাৰিম? গতিকে তেওঁ আমাক কওঁক।" ডাঙৰ খুৰাই ক'লে। ডাঙৰ খুৰাৰ কথা শুনি চাৰিওফালৰপৰা 'নিশ্চয়' 'নিশ্চয়' ধ্বনি উঠিল। সভাত গুণগুণনিৰ সৃষ্টি হ'ল।

খেতিয়ক ককাইদেৱে ভাই-ভনীহঁতৰ মাজতে জবকা মাৰি তলমূৰা হৈ বহি আছিল। তেওঁ ভবা নাছিল যে আমাৰ ঘৰখনৰ আটায়ে একেমুখে তেওঁকে ঘৰৰ পালক বুলি স্বীকাৰ কৰিব আৰু তেওঁৰ মতামৰ ওপৰতহে কাম আৰম্ভ কৰিব। তেওঁ কোনো দিনে ভবা নাছিল যে তেওঁৰ মূল্য ইমান বেচি। আজি খুৰাহঁতৰ কথা শুনি তেওঁ তবধ মানিলে। তেওঁ মুখ মেলি চাই ৰ'ল। মুখত কথা নাই। তাকে দেখি আমাৰ কেইজনমানে তেওঁক তুলি দিলে গাত ধৰি—"ককাইদেউ, উঠা, কোৱা। সমস্ত কথা আৰু কাম তোমাৰ ওপৰতহে নিৰ্ভৰ কৰিছে।"

তাকে দেখি তেওঁ থৰকবৰককৈ থিয় হ'ল। সকলোৱে তেওঁৰ ফালে চালে—কাৰো মুখত মাত নাই। সকলোৱে অপেক্ষা কৰিছে তেওঁনো কি কয়। কৃষক ককাইদেৱে এবাৰ চাই লাহেকৈ ক'লে—"মোকনো আৰু কি সুধিব লাগে? তোমালোকে যি কৰা মই

তাতে সন্মত আছোঁ। যুঁজ বাগবৰ কথা মই একো বুজি নাপাওঁ। শিক্ষা-দীক্ষাৰ কথাও মই নাজানো ; গতিকে মই কি কম ? তোমা-লোকৰ মতে মোৰ মত।”

“সেইটো সকলোৱে জানে ককাইদেউ, পিছে আমি সুধিছোঁ যে তুমি অধিক শস্য উৎপন্ন কৰিব পাৰিবা নে নাই ?”

“সুবিধা পালে পাৰিম। সাৰ-গোবৰ বীজ আদি দিলে আৰু পোক-পৰুৱা বানপানী আদি নিবাৰণ কৰিব পাৰিলে মই নিশ্চয় অধিক শস্য উৎপাদন কৰিব পাৰিম।”

“সেই সকলোবোৰ সুবিধা দিয়া হ'ব। এতিয়া তুমি অধিক শ্ৰম কৰিবৰ বাবে ৰাজী আছানে ?”

মোৰ ঘৰখন শত্ৰুৱে দখল কৰিব আৰু মই ফিটাহি মাৰি বহি থাকিমনে ? তোমালোক নিশ্চিন্ত হৈ থাকা ; মই প্ৰাণপণে চেষ্টা কৰিম আৰু আগতকৈ দুগুণ সময় পৰিশ্ৰম কৰি দুগুণ শস্য উৎপন্ন কৰিম। মই এইখিনিকে ক'ব পাৰোঁ যে যদি মই জীয়াই থাকোঁ তেন্তে তোমালোকে কেতিয়াও শুকাই নমৰা। তোমালোকে শুকাই মৰাৰ আগতে মই জাহ দি মৰিম। মোৰ ঘৰখন শুকাই মৰিব লাগিলে মইনো কিয় জীয়াই আছোঁ ?” তেওঁ বহি পৰিল।

“ধন্যবাদ ককাইদেউ, তোমাৰ এনে অভয় বাণী শুনি আজি আমি সমগ্ৰ ঘৰখনেই নতুন প্ৰেৰণা পালোঁ। আমাৰ জয় অনিবাৰ্য্য।”

“আৰু কল-কাৰখানাৰ কৰ্মী ভায়ে কি কয় ?” ডাঙৰ খুৰাই প্ৰশ্ন কৰি ক'লে। তেতিয়া কাৰখানাৰ কৰ্মী ভায়ে তপকৈ উঠি কৈ দিলে—“খোৱা আৰু শোৱা সময়খিনিৰ বাহিৰে বাকী সময় মই কামকে কৰিম ; মই ইমানেই ক'ব পাৰোঁ।”

“তোমাৰ এনে প্ৰতিশ্ৰুতি পাই নথৈ আনন্দিত হলোঁ। যুদ্ধৰ জয় নিৰ্ভৰ কৰিছে তোমালোক দুজনৰ ওপৰতে। কৃষক আৰু বনুৱাৰ শ্ৰমৰ ওপৰতে ঘৰখন নিৰ্ভৰ কৰে। সেই বাবেই প্ৰথমে

আমি মত ল'ব লাগিব তোমালোক দুজনৰ। আজি এই বহিঃ-শত্ৰুৰ আক্ৰমণত তোমালোক দুজনৰ এনে দৃঢ় প্ৰতিশ্ৰুতি পাই আমি সাত গুণ শক্তি লাভ কৰিলোঁ।"

"এতিয়া আমি আমাৰ আঁচনিৰে আগবাঢ়িব পাৰিম।"

"এতিয়া আমাৰ বুদ্ধিজীৱী ভাইসকলৰ মতামত লোৱা যাওঁক, কাৰণ মানুহৰ সমস্ত কৰ্মৰ মূলতে হৈছে চিন্তা আৰু চিন্তাক গঢ় দিয়ে আদৰ্শই। সেই আদৰ্শ কিন্তু সৃষ্টি কৰে বুদ্ধিজীৱী শ্ৰেণীয়েহে। সেইবাবে ক'বলৈ গ'লে আমাৰ সমস্ত কৰ্মৰ মূল উৎসাহ আহে বুদ্ধিজীৱী শ্ৰেণীৰ পৰাহে। গতিকে আজি আমি আমাৰ এই মহা সঙ্কট কালত বুদ্ধিজীৱী ভাইহঁতক সহায় কৰিবলৈ অনুৰোধ কৰিলোঁ। ঘৰৰ শিল্পী, সঙ্গীতজ্ঞ, সাহিত্যিক, ৰাজনীতিজ্ঞ আদি বুদ্ধিজীৱী ভাই-সকলে যেন আমাৰ এই যুঁজত সহায় কৰে। এতিয়া মই প্ৰথমে শিল্পী চিত্ৰকৰ ভাইক সুধিব খোজোঁ।" সভাপতি খুৰাই সোধে। তাকে শুনি চিত্ৰশিল্পী ভায়ে থিয় হৈ নমস্কাৰ কৰি ক'লে—"সভা-পতি খুৰা আৰু আমাৰ ঘৰৰ ভাই-ভনীসকল! মই কথা ক'ব নাজানো, কেৱল ছবিৰে মনৰ ভাব ব্যক্ত কৰিব পাৰোঁ। মই আজি আপোনালোকৰ আগত শপত খাই কওঁ যে—আমাৰ এই সঙ্কট কালত মোৰ সমস্ত শক্তি ঘৰৰ মঙ্গলৰ বাবে ব্যৱহাৰ কৰিম। মই ব্যঙ্গ চিত্ৰৰ দ্বাৰাই সকলোকে জনাই দিম বিপক্ষৰ ষড়যন্ত্ৰ আৰু বিশ্বাসঘাতকতাৰ কথা। মোৰ ব্যঙ্গ চিত্ৰৰ দ্বাৰাই বুজিব পাৰিব বিপক্ষৰ মতলব আৰু আমাৰ কৰ্তব্য।"

"চাব্বাচ চিত্ৰকৰ ভাই। আমাক তাকেই লাগে।"

সকলোৱে জয়ধ্বনি দি সমৰ্থন জনায়। তেওঁ বহাৰ পাচত উঠিল অভিনেতা ভায়ে। তেওঁ মিচিকিয়া হাঁহি মাৰি ক'লে—

"মোৰপৰা বাৰু আপোনালোকে কি আশা কৰে? মই মাত্ৰ পাৰোঁ যুঁজৰ থলিৰ দৃশ্যবোৰ হুবহু ভাৱে অভিনয় কৰি দেখুৱাবলৈ।

তাৰ উপৰি আমাৰ মাজৰ উৎসাহ উদ্দীপনাবোৰৰ দৃশ্যপট দেখুৱাই দিব পাৰোঁ।”

“সেয়ে যথেষ্ট অভিনেতা ভাই, তুমি আমাৰ সমস্ত কাৰ্য্যৰ অভিনয় দেখুৱাই দি আমাক এক ভাবত নিমগ্ন কৰিবা, সেয়ে মহৎ কাম সমাধা কৰিব। জনগণে কথা আৰু কাহিনীৰ অভিনয় ৰূপে চাই সহজে হৃদয়ঙ্গম কৰিব পাৰিব—আমাৰ ঘৰখনৰ অৱস্থানো এতিয়া কেনে সঙ্কটাপন্ন হৈছে। তেতিয়া সকলোৱে এক হ'ব, আৰু আমাৰ শক্তি বাঢ়িব।” সভাপতি খুৱাই ক'লে।

তাৰ পাচত উঠিল সঙ্গীতজ্ঞ ভাই। তেওঁ নৰম সুৰত মিহি মাতেৰে ক'লে—“মোৰ শক্তি একো নাই, তথাপি আজি ঘৰৰ এই বিপদকালত মই বহি নাথাকো। ইমান দিনে মানুহৰ আনন্দৰ কাৰণে যিবোৰ গীত গালোঁ সেইবোৰ গীতে আজি আৰু আনন্দ নিদিব। আজি লাগিব বেলেগ সঙ্গীত—যি সঙ্গীতে জগাই তুলিব আমাৰ সুপ্ত প্ৰাণ আৰু ফিৰাই আনিব লুপ্ত গৌৰৱ। আজি গাব লাগিব একতাৰ গীত, আজি গাব লাগিব সমৰ সঙ্গীত আৰু আজি টানিব লাগিব প্ৰাণ উদ্দীপ্ত কৰা উদাত্ত ৰাগিনী। মই মোৰ সমস্ত শক্তি নিয়োগ কৰি ৰচি যাম জাতীয় সঙ্গীত—গাই যাম বীৰদৰ্পে আগ-বঢ়াৰ গান।”

“তাকেইতো লাগে। আমাক শুনোৱা ভাই সেই সঙ্গীত যি গাইত যাব পাৰেঁ। ৰণাঙ্গনলৈ জীৱনৰ সমস্ত মায়া-মমতা নেওচি; কামনা-বাসনা কাটি কৰি থৈ যি গীতৰ সুৰ মূছনাত বলি দিব পাৰোঁ প্ৰাণ সমৰ ক্ষেত্ৰত।” কৈ কৈ আগবাঢ়ি আহিল আমাৰ সাহিত্যিক ভাই। অনুৰোধ কৰাৰ আগতে, মতামত বিচৰাৰ আগ-তেই স্বতঃস্ফূৰ্তভাৱে উত্তেজিত হৈ যেন গহীন অথচ দৃঢ়কণ্ঠে মাত লগালে আমাৰ সুকুমাৰ কলাৰ সাধক সাহিত্যিক ভাইজনে। যাৰ অমৃত নিস্যূত কাপৰপৰা ইমানদিনে ওলাইছিল মানবতাৰ মহান বাণী; যাৰ

মধুমিশ্রিত বাক্যত দেহ, মন, আত্মাই বিমল আনন্দ লাভ কৰি অৱচেতন মনৰ নিগুঢ় ৰস উপলব্ধি কৰাৰ উপৰিও ব্রহ্মানন্দৰ স্বাদ লাভ কৰিছিল, যাৰ আদর্শৰ অট্টালিকা বান্ধিছিল সত্যৰ ইটা, শিৱৰ বালি আৰু সুন্দৰৰ চিমেণ্টেৰে; আৰু সেই পৱিত্র অট্টালিকাত প্রতিস্থাপিত কৰিছিল সত্য-শিৱ-সুন্দৰৰ প্রতিমূৰ্ত্তি, সেই সাধক প্রৱৰ মানৱতাৰ মহান পূজাৰী সাহিত্যিক ভায়ে আজি যেন শুনাব মহা-কালৰ নির্মম নিনাদ---আত্মাৰ অন্ধকাৰৰ দুর্ঘোৰ হুঙ্কাৰ। তেওঁৰ জলদ গম্ভীৰ স্বৰত সচেতন হৈ উঠিল সভাস্থ জনমণ্ডলী। ই কি অদ্ভুত বাণী! কি আশ্চর্য্য হুঙ্কাৰ! কোমল কলমধাৰী সুকোমল হৃদয় সাহিত্যিক ভাইজনে তেন্তে আজি কঠোৰ অস্ত্র ধাৰণ কৰি সমৰক্ষেত্ৰত প্রৱেশ কৰিব? কাক মাৰিব তেওঁ? তেওঁৰ মনত যে সকলো মানুহ সমান---এক। তেন্তে কাক মাৰিব! শত্রুক! মানুহক নে অন্যায়ক, অসত্যক? মোৰ চিন্তা হ'ল। যিজন ভায়ে অৱসৰ বিনোদৰ কাৰণে ৰস-সাহিত্য ৰচনা কৰি আমাক চিত্ত-বিনোদৰ জৰিয়তে চিত্ত সংযত হোৱাৰ ঔষধ দান কৰি আহিছে, সেই স্রষ্টা ভাইজনে আজি দান কৰিব চিত্ত চাঞ্চল্যৰ বিষাক্ত সুৰা? মোৰ প্রশ্ন জাগিল। স্থিৰ দৃষ্টিৰে এবাৰ তেওঁৰ ফালে চাই ৰলোঁ। মোৰ বন্ধুজনে তৎকর্ণ হৈ অপেক্ষা কৰিলে কি কথানো কয় এই মানৱতাৰ পূজাৰী সাহিত্যিক ভাইজনে। সকলোৱে উৎকণ্ঠিতভাৱে চাই আছে তেওঁৰ মুখলৈ। ধীৰে ধীৰে গহীন সুৰত ক'বলৈ আৰম্ভ কৰিলে তেওঁ---

"মানুহক মই বৰ ভাল পাওঁ। মানৱ অন্তৰত প্রবৃত্তি আৰু বাহ্য জগতৰ পদার্থ এই দুবিধৰ সমন্বয়তে মোৰ তৃপ্তি। মই মানৱতাৰ পূজাৰী---প্রেম আৰু অহিংসাৰ প্রচাৰক, সত্যৰ অনুসন্ধানকাৰী, ৰস আৰু আনন্দৰ বিলনীয়া, শ্রেয় আৰু প্রেয়ৰ তুলনাকাৰী, আদর্শ আৰু সংঘাতৰ দূত, ধর্ম আৰু মতবাদৰ আলোচক, জীৱ, জগত আৰু কালৰ সাক্ষী।

গতিকে কোনো মানুহৰ বিপক্ষেই মই অস্ত্র ধাৰণ কৰিব নোৱাৰোঁ। মোৰ অস্ত্র কলম---যাৰ এটি খোঁচাত যুগ যুগ ধৰি সৃষ্টি হয় মানৱ সমাজত আদৰ্শৰ সৰোবৰ নাইবা কদৰ্য্যতাৰ নৰক কুণ্ড। সেই বাবেই মই সদায় সংযতভাৱে চলোঁ। তাৰ কাৰণেই মই কাৰো বিৰুদ্ধে নাযাওঁ। মই মানুহৰ বিৰুদ্ধে নাযাওঁ কিন্তু মানৱ অন্তৰৰ পশুটিৰ বিৰুদ্ধে সদায সংগ্ৰাম চলাওঁ। যাৰ সংগ্ৰাম মানৱৰ লগত নহয---মানৱ অন্তৰস্থ পশুটিৰ লগতহে। সেইবাবে এই পশুভাব মযিমূৰ কৰিবৰ বাবে মই অবিশ্ৰান্তভাৱে অস্ত্র চলাওঁ। কিন্তু কেতিযাবা কেতিযাবা মানৱ অন্তৰৰ পশুটি কিছুমান মানুহৰ অন্তৰত এনেভাৱে জাগৃত হৈ উঠে যে তেওঁৰ ভিতৰৰ মানুহজন একেবাৰে মৃতপ্ৰায হৈ পৰে আৰু পশুটিযে যথেচ্ছাচাৰ কৰি মানৱ দেহধাৰী নৰক পশুত পৰিণত কৰে। তেতিযা আৰু তাক ক্ষমা কৰিব নোৱাৰি। পোহনীয়া কুকুৰ অতি মৰমৰ। ভাল অৱস্থাত আত্মতৃপ্তিৰ বাবে তাক আদৰ কৰি সুমিষ্ট মাংস খুৱাব লাগে; কিন্তু সি পগলা হ'লে? পগলা হ'লে আত্মৰক্ষাৰ বাবে তাক বন্দুকৰ গুলী খুৱাব লাগে। আজি আমাৰ সিঘৰৰ কেইজনমান ভায়ো পগলা হৈ আমাক কামুৰিব আহিছে, এই অৱস্থাত আত্মৰক্ষাৰ বাবে আমি সিহঁতক গুলী খুৱাব লাগিব। সেই গুলী আমি তৈয়াৰ কৰিব লাগিব---যুক্তিৰ গুলী, আদৰ্শৰ বন্দুকত যুক্তি গুলী ভৰাই আমি আমাৰ ঘৰৰ, গাঁৱৰ সকলোকে হাক দিব লাগিব যাতে সেই বলিয়া পশু সদৃশ আক্ৰমণকাৰী বিপক্ষৰ ভাইজনৰ অন্তৰৰ পশুটিক গুলীয়াই হত্যা কৰিব পাৰে আৰু লগতে আমি আমাৰ ঘৰৰ আৰু গাঁৱৰ ভাইসকলক সাৱধান কৰি দিব লাগিব। তাৰ বাবেই আজি মই কলম তুলি লম। অতীত ইতিহাসৰপৰা বৰ্ত্তমান সময়লৈকে বিপক্ষৰ সমস্ত বুৰঞ্জী প্ৰকাশ কৰি মানুহৰ মাজত প্ৰচাৰ কৰিব লাগিব সিহঁতৰ চৰিত্ৰ, আদৰ্শ আৰু নীতি। তাকে কৰোতে যদি

কোনোবা উত্তেজিত হয় তেন্তে তাৰ বাবে মই দায়ী নহম। সত্য প্ৰকাশ কৰাত মই কাকো খাতিৰ নকৰোঁ—ঘৰতে হওঁক কিম্বা পৰতে হওক। আমাৰ ঘৰৰ আজি এই সঙ্কটত মোৰ কৰ্ত্তব্য মই স্থিৰ কৰি লৈছোঁ। মানৱতা বিৰোধী পশুবল প্ৰয়াসী উন্মত্ত পাষণ্ডৰপৰা অকল আমাৰে অন্যায় নহয়—গাঁৱৰ সকলোৰে হ'ব। বলীয়া কুকুৰে হিচাব কৰি নাকামোৰে-যাকে সমুখত পাব তাকে কামুৰিব। গতিকে গাঁৱৰ সকলোৱে যাতে সাৱধান হয় এই কথা সমস্ত গাঁৱতে জনাই দিব লাগিব। ই মোৰ কৰ্ত্তব্য। অতৰ্কিত আক্ৰমণকাৰী আত-তায়ীৰ বিৰুদ্ধে সকলোকে সজাগ কৰাৰ ভাৰ মোৰ ওপৰত। মই মোৰ ঘৰৰ সকলোকে এই কথাকে কম যে বিশ্বাসঘাতক, পামৰ, যুঁজ প্ৰয়াসী, যুঁজ বিশ্বাসী, নৃশংস আৰু পাশৱিক কাৰ্য্য অভিলাষী লোক মানুহ নহয়—মানুহ নামধাৰী পশু আৰু হিংস্ৰ পশুক দমন কৰিবলৈ যাওঁতে হিংস্ৰ অস্ত্ৰৰ প্ৰয়োগ কৰিব লাগিব পাৰে তাত একো বিচিত্ৰতা নাই আৰু পাপো নাই।"

আমাৰ সাহিত্যিক ভাইজনৰ কথা শুনি সকলো নিস্তব্ধ হৈ চিন্তা কৰিব ধৰিলে। তেওঁ কোনো দিনে এনে নিদাৰুণ কথা উচ্চা-ৰণ কৰা নাছিল। বোধহয় সময় আৰু অৱস্থাই তেওঁক ইমান কঠোৰ কৰি তুলিলে। তেওঁৰ বক্তৃতা শুনি ডাঙৰ খুৰাই থিয় হৈ ক'লে—

"মোৰ পৰম শ্ৰদ্ধেয় সাহিত্যিক ককাইদেৱে আজি যি বাক্য উচ্চাৰণ কৰিলে সি হ'ব যুগমীয়া বাণী। অকল আমাৰ কাৰণেই নহয় যুগে যুগে, কালে কালে প্ৰতি মানৱে অন্তৰে অন্তৰে স্বীকাৰ কৰিব এই বাণী। মানৱ জগতত য'তদিন এই আক্ৰমণ আৰু বিশ্বাস-ঘাতকতা থাকিব, ততদিন মানুহে উপলব্ধি কৰিব সাহিত্যিক ককাই-দেউৰ এই বাণীৰ মৰ্ম। তেওঁৰ বাণী অকল আমাৰ বাবেই নহয়—গাঁৱৰ সকলো মানুহৰ বাবে আনকি আমাৰ শত্ৰুঘৰৰ শান্তিপ্ৰিয় সাধু মানুহ সকললৈকো। আজি আমি অতি আনন্দিত। মই

পৰম উল্লাসিত। মই সদায় সঙ্কোচ কৰোঁ সাহিত্যিক ককাইদেউক, কাৰণ তেওঁ ইচ্ছা কৰিলে আমাৰ দৰে শতজনক ভঙা-পতা কৰিব পাৰে। যিজনে একো নাইৰপৰা বহুত কিবাকিবি সৃষ্টি কৰিব পাৰে সেই স্ৰষ্টাক মই অকল শ্ৰদ্ধাকে নকৰোঁ বৰং ভয়ো কৰোঁ। আজি তেওঁৰ অযাচিত বাণী আৰু ইঙ্গিত পাই মই পৰম কৃতাৰ্থ হলোঁ। মোৰ বুকুত আজি অযুত হাতীৰ বল আহিল। মই যেতিয়া যুক্তি বিচাৰি নাপাম তেতিয়া মোক সাহিত্যিক ককাইদেৱে দিব যুক্তি, যেতিয়া আদৰ্শচ্যুত হ'বলৈ আগবাঢ়িম, তেতিয়া দিব নিষেধ আজ্ঞা আৰু যেতিয়া কিংকৰ্ত্তব্যবিমূঢ় হৈ উপায়হীন হ'ম তেতিয়া দিব সুবুদ্ধি। আজিৰপৰা এই যুঁজত তেওঁ হ'ব মোৰ সোঁহাত স্বৰূপ।"

ডাঙৰ খুৰাৰ কথাত সকলোৱে হাততালি দিলে। তাৰ পাচত তেওঁ ৰাজনীতিজ্ঞ খুৰাক সুধিলে—"বাৰু এতিয়া আমাৰ ৰাজনীতিজ্ঞ ককাইদেৱে কওঁক। যুঁজ কৰিব লাগিলে অকল সমৰক্ষেত্ৰত যুঁজাৰুৰ দ্বাৰাই যুঁজ জয় নহয় বৰং যুদ্ধ জয় হয় ৰাজনীতিজ্ঞৰ কূটনীতিৰ বলতহে। শাৰীৰিক শক্তিতকৈ মানসিক শক্তি অধিক শক্তিশালী। সেইবাবে শাৰীৰিক শক্তিৰে ৰণক্ষেত্ৰত পৰাজয় বৰণ কৰিও শেষত কূটনীতিৰ বলত ৰাজনীতিজ্ঞই ৰাজ্য লাভ কৰে নাইবা জয়লাভ কৰে। সেইবাবে মই আমাৰ ৰাজনীতিজ্ঞ ককাই-দেউক সুধিছোঁ এতিয়া আমাৰ কৰ্ত্তব্য কি হ'ব।"

ডাঙৰ খুৰাৰ কথাত কিছু সময় ৰাজনীতিজ্ঞ খুৰাই তলমুৱা হৈ চিন্তা কৰিলে। তাৰ পাচত থিয় হৈ এবাৰ চাৰিওফালে চাই ললে। তেওঁৰ তীব্ৰ চকুৰ চাৱনিত আনবোৰৰ চকু ম্লান হৈ গ'ল। ডাঙৰ খুৰাই নিশ্চল ভাৱে থিয় হৈ ৰ'ল। ৰাজনীতিজ্ঞ খুৰাই গদ্‌গদ্ সুৰে সৰু সৰুকৈ ক'বলৈ ধৰিলে—"সমস্যা জটিল। ঘৰত সঙ্কট উপস্থিত! তথাপি আমি ধৈৰ্য্য ধৰি এই শত্ৰুক ঠেলিব লাগিব। যুঁজৰ দ্বাৰা যুঁজ নিষ্কৃতি নাইবা নিবাৰণ হ'ব নোৱাৰে—

হোৱাও নাই। কৌশলপূর্ণ পৰিস্থিতি সৃষ্টি কৰিব পাৰিলে যুঁজ আপুনি ভাঙে। শক্তি সঞ্চয় হ'লে যুদ্ধ কৰে আৰু শক্তি নাইকীয়া কৰিব পাৰিলে আপুনি এৰে। চাৰিওফালৰ পৰিস্থিতি অনুকূল হ'লে শক্তি বাঢ়ে আৰু যুঁজে; পৰিস্থিতি প্ৰতিকূল হ'লে শক্তি কমে অথৰু যুঁজিব এৰে। বিপক্ষই এটা অনুকূল পৰিস্থিতি পাইছে, সেই বাবে আমাক আক্ৰমণ কৰিছে, যদি সিহঁতৰ পৰিস্থিতি বদ-লাই প্ৰতিকূল অৱস্থাৰ সৃষ্টি কৰিবপৰা যায় তেন্তে আপুনি পলাব। সেইবাবে সেই পৰিস্থিতি সৃষ্টি কৰিবৰ বাবে আমি প্ৰথমে ঘৰখনেই একগোট হ'ব লাগিব আৰু শেষ মুহূৰ্ত্তলৈ যুঁজিম বুলি দৃঢ়তা দেখুৱাব লাগিব আৰু সিহঁতৰ বন্ধুৰ সংখ্যা যাতে কমি যায় তাৰ ব্যৱস্থা কৰিব লাগিব। তাৰ কাৰণে আমি প্ৰথমে একগোট হ'ব লাগিব তেহে গাঁৱৰ প্ৰত্যেক ঘৰলৈকে মানুহ পঠাব পাৰিম। আমাৰ মাজত মতৰ কিবা অমিল থাকিলেও এই বহিঃশত্ৰুৰ আক্ৰমণত সকলোৱে নিজৰ নিজৰ মত এৰি দি একমত হ'ব লাগিব। শত্ৰুক খেদাৰ কাৰণে আমি এক, এই কথা অকল আমি জানিলেই নহ'ব—শত্ৰুয়ো জানিব লাগিব যাতে সিহঁতে ভয় পায়। আচলতে আমি ঘৰত অমিল হ'লেও লোকৰ বিৰুদ্ধে একমত।

আমি আমাৰ ঘৰ চলোৱাত খৰচ-পাতিৰ হিচাবত নাইবা কিবাকিবি কামৰ ক্ষেত্ৰত বিৰুদ্ধে তৰ্ক কৰিলেও এই বিষয়ত সকলোৱে একমত। শত্ৰুৰ বিৰুদ্ধে ব্যৱস্থা লোৱাত আমি সকলোৱে সহায় কৰিম। এই জৰুৰী অৱস্থাত আমি সকলোৱে বৰ্ত্তমান তিনি প্ৰকাৰ মানুহৰ ওপৰত কঢ়া নজৰ ৰাখিব লাগিব আৰু ধৰিব পাৰিলে উপ-যুক্ত শাস্তি দিব লাগিব। প্ৰথমতে হ'ল আমাৰ ঘৰৰ কোনোবাই কিবা আশাত আমাৰ উত্তৰৰ আক্ৰমণকাৰী শত্ৰুঘৰক গোপনে আমাৰ ভিতৰুৱা সংবাদ সৰবৰাহ কৰে নেকি তাক নজৰ কৰিব লাগিব। যিজনে শত্ৰুক সহায় কৰে সি হ'ল আমাৰ এক নম্বৰ শত্ৰু। তাৰ

উপৰি আমাৰ এনে সঙ্কটকালত সহায় কৰিব দূৰৰ কথা, আমাৰ শত্ৰুৰ লগত তলে তলে যোগহে হৈছে আৰু আমাৰ কেনেকৈ অনিষ্ট হয় তাৰে চেষ্টাত আছে। আনকি সিহঁতে আমাক দক্ষিণফালে ঠায়ে ঠায়ে সীমা ঠেলি আক্ৰমণ কৰিবলৈ আগবাঢ়ি আহিছে।

সিহঁত আমাৰ শত্ৰু। এই শত্ৰুক আমাৰ যিসকল ভায়ে গোপনে সহায় কৰে তেওঁলোক আমাৰ দুই নম্বৰ শত্ৰু। ইয়াৰ বাহিৰে আমাৰ মাওঁৰ বেপাৰী দুই চাৰিজনে এই গোলমালৰ সুযোগতে বস্তুৰ মূল্য অধিক বঢ়াই দি দুই-চাৰি পইচা নিজৰ পকেটত ৰাহি কৰাৰ তালত আছে। এই সংকটকালত নিজৰ হাতৰ পইচা দুটা উলিয়াই দি ঘৰখনক সহায় কৰিব দূৰৰ কথা, দুই পইচা লাভ কৰাৰ তালতহে আছে। সেইসকল হ'ল তিনি নম্বৰ শত্ৰু। এই শত্ৰু তিনিজন কিন্তু আমাৰ ঘৰৰে ভাই। আমাৰ এই ঘৰ বিভীষণ ভাই তিনিজনক যেনে তেনে প্ৰকাৰে ধৰি ভাল শাস্তি দিব লাগিব, কাৰণ ইহঁত আমাৰ পৰম শত্ৰু। তাৰ উপৰি যিবিলাকে মিছা গুজব ৰটনা কৰে আৰু উৰা বাতৰি প্ৰচাৰ কৰে সেই সকলো হ'ল একপ্ৰকাৰ শত্ৰু। যুদ্ধৰ সময়ত উৰা বাতৰি অতি মাৰাত্মক। গতিকে এইসকলক প্ৰতিৰোধ কৰিব লাগিব। এইখিনি কাম অতি সতৰ্কতাৰে কৰিব লাগিব। তাকে কৰিব পাৰিলে নিশ্চয় আমি যুদ্ধত জয় লাভ কৰিম, তাত কোনো সন্দেহ নাই।

আমাৰ বিবেচনাৰে এইবোৰ কামত সকলোৱে মন দিলে এইবোৰ বন্ধ কৰা অতি উজ হৈ পৰিব। সকলোৱে যেন তাকে কৰে তাৰ পাচত আমি গাৱঁৰ আন ঘৰৰ লগত কূটনৈতিক সম্বন্ধ চলাম। প্ৰত্যেক ঘৰলৈ গৈ আমি তেওঁলোকক আমাৰ ফলীয়া কৰি লবৰ চেষ্টা কৰিম।"

এনেকৈ কৈ আমাৰ ৰাজনীতিজ্ঞ ককাইদেউ বহিল। তেওঁৰ কথা সকলোৱে নীৰৱে শুনি গ'ল আৰু তেওঁৰ আদেশ পালন কৰিব

বুলি মনে মনে সঙ্কল্প কৰিলে। বহু সময় সকলোৱে তলমূৰা হৈ ভাবি থকা দেখি এইবাৰ ডাঙৰ খূৰা উঠিল। তেওঁ লাহে লাহে কব আৰম্ভ কৰিলে - "আজি আমাৰ সঙ্কটকালত আমাৰ সকলো ভায়ে একগোট হৈ যুজিবলৈ সঙ্কল্প কৰাত মই নথৈ আনন্দিত। মোৰ বিৰোধী ভাইসকলেও আজি আমাৰ ঘৰৰ বিপদত যি অভূতপূৰ্ব জাগৰণ সৃষ্টি কৰিলে আৰু মোক পূৰ্ণ সমৰ্থন কৰিব বুলি প্ৰতিশ্ৰুতি দিলে তাৰ কাৰণে মই তেওঁলোকক ধন্যবাদ দিলোঁ। মোৰ মনত যথেষ্ট বল আহিল। এতিয়া আমাৰ সংবাদদাতা ভাইজনক অনুৰোধ কৰোঁ যেন তেওঁ আমাৰ ঘৰৰ বিষয়ে আৰু যুজৰ বিষয়ে খুব সাৱধানতা অবলম্বন কৰি সংবাদ পৰিবেশন কৰে। আমাৰ অনিষ্টকাৰী সংবাদ আৰু উৰা বাতৰি প্ৰকাশ কৰি যেন আমাৰ কামত ব্যাঘাত নজন্মায় এয়ে মোৰ অনুৰোধ।"

ডাঙৰ খূৰাৰ কথা শুনি সংবাদদাতা ভাইজনে থিয় হৈ ক'লে— "মোৰ বাতৰিৰ ওপৰত ডাঙৰ খূৰাৰ সন্দেহ আছে, কিন্তু সন্দেহ নিৰৰ্থক। মই আগতেই মনে মনে স্থিৰ কৰিছোঁ যে মোৰ কাকতত অসত্য বা উত্তেজনা প্ৰকাশক নাইবা আমাৰ উদ্যমৰ অনিষ্টকাৰী কোনো ৰকমৰ বাতৰি মই প্ৰকাশ নকৰিম। ঘৰৰ এনে সন্ধিক্ষণত মোৰ মন্তব্যও মই বিবেচনা সহকাৰে আমাৰ স্বাৰ্থৰ অনুকুলে দিম। এইখন ঘৰ আমাৰ আৰু এই ঘৰৰ অন্যাই হোৱা কোনো বাতৰিকে মই প্ৰকাশ নকৰিম। ঘৰৰ মানুহৰ মনত সন্দেহ আৰু দ্বিধা যাতে সৃষ্টি নহয় তাৰ বাবে মই পাৰ্য্যমানে যত্ন কৰিম। মোৰ ফালৰপৰা ডাঙৰ খুৰাক মই এইখিনিকে কব পাৰোঁ।"

"চাব্বাচ! আমাৰ সংবাদদাতা ভাইক মই ধন্যবাদ দিলোঁ।" সভাপতি খুৰাই কৈ উঠিল। সভাপতি খূৰা বহাৰ পাচত ডাঙৰ খূৰা উঠিল -"আজি আমাৰ পৰম সৌভাগ্য। আমাৰ শত্ৰুৱে আমাৰ এটা মহৎ উপকাৰ সাধন কৰিলে। আজি কেইবা বছৰে মই

আমাৰ ভাইবিলাকৰ ভিতৰত অমিল হোৱা আৰু ঘৰখনৰ বিশৃঙ্খলা হোৱাৰ চিন পাইছিলোঁ, আৰু তাৰ কাৰণে আমি মন মিল হবলৈ নানা অনুষ্ঠানৰ জৰিয়তে আপ্রাণ চেষ্টা কৰি আহিছিলোঁ। আজি সেই চেষ্টা আপোনা-আপুনি ফলৱতী হৈ গ'ল। শত্ৰুৰ আক্ৰমণত ঘৰৰ সকলো একগোট হ'ল। পৰোক্ষভাবে শত্ৰুৱে আমাৰ মহৎ উপকাৰ সাধন কৰিলে। এতিয়া আমি আমাৰ কামৰ বাবে প্ৰস্তুত হব লাগিব। যুদ্ধৰ বাবে মানুহ আৰু অস্ত্ৰৰ প্ৰয়োজন। মানুহ আমাৰ আছে, কিন্তু অস্ত্ৰ আমাৰ কম, বিশেষকৈ আধুনিক অস্ত্ৰ আমাৰ একেবাৰে কম। আমি যুদ্ধ নকৰোঁ আৰু গাৰঁত যুদ্ধ নহবই বুলি ধাৰণা কৰি আমি অস্ত্ৰ তৈয়াৰ নকৰিলোঁ। এতিয়া হঠাতে যুদ্ধ কৰিবলৈ বাধ্য হোৱাত আমাৰ অস্ত্ৰৰ প্ৰয়োজন হ'ল, কাৰণ আমাৰ শত্ৰুৰ এইবোৰ অস্ত্ৰ আছে। গতিকে সিহঁতৰ সমুখীন হব লাগিলে আমি আনৰপৰা অস্ত্ৰ আনিব লাগিব। এই আধুনিক অস্ত্ৰ নোহোৱাৰ বাবেই আমাৰ সীমাৰখীয়া ভাইহঁতক সিহঁতে বধ কৰিলে, বন্দী কৰিলে আৰু আমাৰ মাটিত অনুপ্ৰৱেশ কৰিলে। আধুনিক বিজ্ঞান সন্মত অস্ত্ৰ আমাৰো থকাহেঁতেন আমাৰ ভাইসকল কেতিয়াও এনেভাৱে পিচুৱাব লগা নহ'লহেঁতেন। গতিকে আমাক আধুনিক অস্ত্ৰ লাগে। এই অস্ত্ৰ কিনিব লাগিলে আমাক বহুত ধন লাগিব, গতিকে আমি ধনৰ ব্যৱস্থা কৰিব লাগিব। আমাৰ সমূহৰ ভঁৰালত যি ধন আছে সেই ধনেৰে নাটে। সেইবাবে আমি এটা প্ৰতিৰক্ষা ভঁৰাল খুলিব লাগিব। তাৰ বাবে আমাৰ ভাই-ভনীসকলৰ হাতত যাৰ যি আছে প্ৰতিৰক্ষা পুঁজিত দান কৰিব লাগে। যদি আমাৰ ঘৰখনক কোনোৱে সচাকৈ ভাল পায় তেন্তে তেওঁ মুক্তহস্তে দান কৰক। মই আজি ঘৰৰ সকলোকে দান দিবলৈ আহ্বান কৰিলোঁ।"

ডাঙৰ খুৰাই এনেকৈ কৈ বহি পৰিল। সভাৰ মাজত গুণ

গুণ শব্দ হ'ল। অতিথিসকলৰ ভিতৰতো কোৱা-মেলা চলিল। কিছু সময় পাচত হঠাৎ এটা বৰ আচৰিত ঘটনা ঘটিল। আমাৰ মাজৰপৰা এজন দহ বছৰীয়া সৰু লৰাই থিয় হৈ তাৰ পেটলুঙৰ মোনাৰপৰা দহ পইচা উলিয়াই ডাঙৰ খুৰাৰ কাষলৈ আগবাঢ়ি গ'ল আৰু ডাঙৰ খুৰাক প্ৰমুখ্য কৰি খুৰাহঁতৰ আগত থিয় হৈ দহ পইচা আগবঢ়াই দি ক'লে— "মোৰ এই দহ পইচা আছিল। এই দহ পইচা মই দান কৰিলোঁ। আপুনি ইয়াৰে অস্ত্ৰ কিনি আমাৰ ঘৰখন ৰক্ষা কৰক ডাঙৰ খুৰা।"

এই বুলি কৈ সি দহ পইচাটো আগবঢ়ালে। ডাঙৰ খুৰাই থিয় হৈ তাৰ হাতৰপৰা দহ পইচাটো লৈ তাক বুকুত চপাই লৈ এটা চুমা খাই মূৰ পিহি ক'লে---"দিয়া মোৰ নৰমৰ সোণ। তোমাৰ এই মহৎ দানে আমাৰ ভৰাল মহৎ কৰি তুলিব। তুমি আজি যি দান আগবঢালা, তাৰ তুলনা নাই; আমাৰ ভঁৰালৰ সমস্ত ধনতকৈও তোমাৰ এই দানৰ মূল্য অধিক। মই জানিছোঁ, তোমাৰ নিচিনা সোণগুটি যাৰ ঘৰত আছে তাৰ কেতিয়াও পৰাজয় হ'ব নোৱাৰে। শেষত আমাৰ জয় অনিবাৰ্য্য। তুমি আমাৰ ঘৰৰ মানিক।" এই বুলি কৈ খুৰাই তাক আকৌ এটা চুমা খালে। তাৰ পাচত আমাৰ ফালে চালে। আমি দেখিলোঁ ডাঙৰ খুৰাৰ চকুত পানী। তাৰ পাচত দেখিলোঁ খুৰাহঁতৰ সকলোৰে চকুত পানী আহিছে। আইৰ ফালে চালোঁ আইৰ মুখত মধুৰ হাঁহি চকুত আনন্দৰ লোতক। আনন্দাশ্ৰুঃ---আনন্দত চকুপানী আহিছে। তাৰ পাচত দেখিলোঁ সভাস্থ সকলোৰে চকুত পানীয়ে দেখা দিছে আনকি অতিথিসকলৰ চকুৰো সজল হৈ পৰিছে। আঃ কি স্বৰ্গীয় আনন্দ! কি বিমল শান্তি !! ক্ষন্তেকৰ কাৰণে সভাখন যেন কঁাহপৰি জীণ গ'ল। চাৰিওফালে নিতাল-নিস্তব্ধ। হেন সময়তে ডাঙৰ খুৰাই আমাক সম্বোধন কৰি গদ্‌গদ্‌ সুৰে ক'বলৈ ধৰিলে---"মোৰ চিৰ

পূজনীয় আই, মাননীয় সভাপতি ককাইদেউ, শ্ৰদ্ধেয় অতিথিবৃন্দ আৰু মৰমৰ ভাই-ভনীসকল ! আজি মোৰ আনন্দৰ সীমা নাই। আজি মই যি প্ৰেৰণা লাভ কৰিলোঁ। এনে প্ৰেৰণা মোৰ জীৱনত কোনো দিনে পোৱা নাছিলোঁ। আৰু বোধহয় নাপাম। আজি আমাৰ পৰম সৌভাগ্য। আজি আমাৰ এই নাবালক ভাইটিয়ে যি মহৎ কাৰ্য্য সম্পাদন কৰিলে তাৰ তুলনা নাই।

তাৰ এই দহ পইচাই আজি দহ হাজাৰ কৌটি টকাৰ কাম সম্পন্ন কৰিলে। এই দহ পইচাৰ মূল্য আজি দহ হাজাৰ কৌটি টকা বুলি মই জ্ঞান কৰিলোঁ। আৰু ইয়াকে সাৰোগত কৰি মই নিৰ্ভীকভাৱে আগুৱাই যাম সমৰক্ষেত্ৰত।”

এই বুলি কৈ ড'ঙৰ খুৰাই তাৰ দহ পইচাটো দুই হাতেৰে মুঠা মাৰি ধৰি কপালত লগাই হাতযোৰ কৰি নমস্কাৰ কৰিলে। ইয়াৰ পাচত দেখা গ'ল ছাত্ৰ-ছাত্ৰীসকলে উঠি গৈ যাৰ মোনাত যি আছিল তাকে দান দিলেগৈ। টকা-পইচাৰে ডাঙৰ খুৰাৰ টেবিল ভৰ্তি হৈ গ'ল। টকাৰ জন্‌জন্‌নিত কাৰো মাত ক'তো নুশুনা হ'ল। কিন্তু কি আচৰিত, কোনো ছাত্ৰই মুখেৰে টুং শব্দও উচ্চাৰণ নকৰিলে। নীৰৱভাৱে কেৱল দান দি গ'ল। ডাঙৰ খুৰাৰ টেবিল নধৰা হ'ল। মোনা আনিলে, তাতো নধৰা হ'ল। তাৰ পাছত বস্তা আনি টকা ভৰাব ধৰিলে।

ইয়াৰ পাচত দেখা গ'ল যে শিক্ষক ককাইদেৱে শেষত উঠি গৈ আমাৰ ফালে চাই ক'লে “মই দৰমহা কম পাওঁ; খাবলৈ নোজোৰে, কিন্তু তথাপি মই আজি ঘোষণা কৰিলোঁ, যিমান দিনলৈ আমাৰ যুঁজ চলি থাকিব, আমাৰ শত্ৰুক আমাৰ ঘৰৰপৰা খেদি দিব নোৱাৰিম সিমান দিনলৈ মই মোৰ দৰমহাৰ আধা সমূহৰ ভঁৰাললৈ দান হিচাবে পঠাম। আমি আমাৰ ঘৰ ৰক্ষা কৰিবই লাগিব।” তেওঁৰ পাচত উঠিল আমাৰ সাহিত্যিক ককাইদেৱে আৰু

ক'লে---"আজিৰপৰা মই কিতাপ লিখি তাৰপৰা পোৱা সমস্ত ধন প্ৰতিৰক্ষা পূজিত দান দিম ।"

তাৰ পাচত উঠিল অভিনেতা ভায়ে "আজিৰপৰা অভিনয় কৰি পোৱা পইচা মই প্ৰতিৰক্ষা পূজিত দিম ।"

এইবাৰ উঠিল গায়ক ভায়ে---"মই গান গোৱা পইচা সমুদায় প্ৰতিৰক্ষা পুঁজিত দান দিম ।"

"মই চিত্ৰ আঁকি পোৱা ধন প্ৰতিৰক্ষা পুঁজিত দিম ।" চিত্ৰ-কৰ ভায়ে থিয় হৈ ক'লে ।

"মই লাইফ ইঞ্চিওঁৰৰ টকাখিনি দান কৰিলোঁ ।" বেপাৰী ভায়ে ক'লে ।

"মই নেচনেল চেভিংচ চাৰ্টিফিকেট কিনিম ।" কাৰবাৰী ভায়ে ক'লে ।

মই ক্ষুদ্ৰ সঞ্চয়ত টকা খটুৱাম ।" খুচুৰা বেপাৰ কৰা ভায়ে ক'লে ।

"মই মোৰ দৰমহাৰ চাৰি ভাগৰ এভাগ প্ৰতিমাহে দান দিম ।" চাকৰিয়াল ভায়ে ক'লে ।

"মই শস্য উৎপন্ন কৰিম আৰু উৎপন্নৰ অতিৰিক্তখিনি প্ৰতি-ৰক্ষা পুঁজিত দান দিম ।" খেতিয়ক ভায়ে ক'লে ।

"মই অধিক সময় কাৰখানাত কাম কৰিম আৰু সেই বানচ প্ৰতিৰক্ষা পুঁজিত দিম ।" বনুৱা ভায়ে ক'লে ।

ডাক্তৰে ক'লে---"মই বিনা মূল্যে জোৱান ভাইহঁতৰ চিকিৎসা কৰিম ।"

"মই শুশ্ৰূষা কৰিম ।" নাৰ্চে ক'লে ।

"আজিৰপৰা পোৱা কেচৰ টকাৰ আধা মই প্ৰতিৰক্ষাৰ পুঁজিত দিম ।" উকিল ভায়ে ক'লে ।

"মই অধিক সময় ডিউটি দিম ।" পুলিচ ভায়ে ক'লে ।

শেষত অন্ধ আৰু খোঁৰা ভাই দুজনে উঠি ক'লে---"আমি খুজি মাগি পোৱা টকাৰপৰা এইখিনি দিলোঁ।"

সিহঁতে বহুতো পইচা দান কৰিলে। কণা, খোঁৰা, নাবালক ল'ৰা আদিৰ পৰাও এনে ৰকমৰ দান বৰঙণি উঠা দেখি খুৰাহঁতৰ মহা আনন্দ লাগিল। অতিথি ভাইসকলেতো তাজ্জৱ মানিলে---কি অদ্ভুত জাগৰণ! "চাব্বাচ আপোনালোকৰ সাহ, উদ্দম আৰু প্ৰেৰণা। মই পৰম আনন্দিত হলোঁ বন্ধু।" মোৰ বন্ধুজনে মোৰ কান্ধত ধৰি মোক জনালে।

এনে আনন্দ মুখৰ অৱস্থাত আমাৰ ভৰালী খুৰাই উঠি ক'লে "আমাৰ ঘৰৰ সকলোৱে আজি একমত হৈছে। আমি শত্ৰুক নিশ্চয় খেদিব পাৰিম, কিন্তু এটা কথা, আমাৰ শত্ৰু ঘৰ হ'ল মহা দুৰ্দান্ত আৰু অস্ত্ৰ-শস্ত্ৰৰে সুসজ্জিত। গতিকে ইহঁতক খেদিব লাগিলে আমিও আধুনিক অস্ত্ৰ-শস্ত্ৰ যোগাৰ কৰিব লাগিব। আধুনিক অস্ত্ৰ-শস্ত্ৰ নথকাৰ বাবে আজি আমাৰ সীমাৰখীয়া ভাইহঁতক সিহঁতে ঠেলিব পাৰিছে। গতিকে আমিও আধুনিক অস্ত্ৰ-শস্ত্ৰ যোগান ধৰিব লাগিব। আমি সেইবোৰ আজিযে তৈয়াৰ কৰিব নোৱাৰিম, বাহিৰৰ-পৰা আনিব লাগিব।

আমি গাঁৱৰ আন মানুহৰ ঘৰৰপৰা কিনিব লাগিব। তাৰ বাবে আমাৰ ধন দৰ্কাৰ হ'ব। আমাৰ ভঁৰালত ইমান ধন নহ'ব। সেইবোৰ বস্তু কিনিব লাগিলে আমাৰ বাকচৰ টকা সমুদায় শেষ হ'ব। গতিকে আন আন বস্তু কিনিবৰ বাবে যে টকা নাথাকিবই, এতিয়া কি কৰা যায়?"

ভৰালী খুৰা বৰ চিন্তিতভাৱে বহি পৰে। তেওঁৰ কথা শুনি সকলোৱে তলমূৱা হৈ ভাবিব ধৰে; কাৰণ ভৰালী খুৰা বৰ চিন্তাশীল লোক আৰু টকা-পইচাৰ কথা তেৱেঁহে বুজে। সমস্ত লোক নীৰৱ হৈ গ'ল। ডাঙৰ খুৰাই গালত হাত দি চিন্তা কৰি বহি থাকিল। তেওঁৰ মনৰ অৱস্থা সকলোৱে অনুভৱ কৰিব পাৰিলে। আমাৰ বৰ

দুখ লাগিল। আমাৰ ঘৰখনৰ এনে দুখিত অৱস্থা দেখি আমাৰ অতিথিসকলৰো বেয়া লাগিল বোধহয়, সেইবাবে আমাৰ পশ্চিমৰ ধনী খেতিয়ক ঘৰৰ (কানাড়া) মুখীয়ালজনে থিয় হৈ মাত লগালে—

"বন্ধুসকল! আজি আপোনালোকৰ অৱস্থা কেনে সঙ্কটজনক হৈছে তাক আমি বুজিব পাৰিছোঁ। সেইবাবে মযো বৰ চিন্তিত। কিন্তু আপোনালোকে একো চিন্তা নকৰিব। মই আজি আপোনা লোকৰ আগত শপত খাই কৈছোঁ যে আমি আপোনালোকক যি অস্ত্ৰ লাগে তাকে দিম আৰু আমাক পইচা নালাগে। আমি অস্ত্ৰ দান কৰিম। আমাৰ আধুনিক অস্ত্ৰ-শস্ত্ৰ আছে। আপোনালোক নিৰ্ভয় হওঁক।"

এনেকৈ অযাচিতে নিৰ্ভয় দি অস্ত্ৰ দান কৰিম বুলি কৈ তেওঁ বহি পৰিল। আমি পৰম আগ্ৰহে তেওঁৰ মুখলৈ চাই থাকিলোঁ। আমাৰ আনন্দ লাগিল নে বেদনা হ'ল যেন কবকে নোৱাৰিলোঁ। কৃতজ্ঞ দৃষ্টিৰে এবাৰ চাই লৈ আমাৰ খুৰাইতে উঠি গৈ তেওঁৰ কৰমৰ্দন কৰিলে। এইবাৰ যেন খুৰাইতৰো মুখত পানী আহিল।

তাৰ পাচত আমাৰ পুৰণি শাসক ঘৰৰ (ইংলণ্ড) মুখীয়ালজন উঠিল। সকলোৱে তেওঁৰ মুখলৈ চালে। তেওঁৰ নাম মেক্‌মিলন। আমি তেওঁক শুভ-মিলন বুলিহে জ্ঞান কৰিলোঁ। তেওঁ উঠি গহীন ভাৱে ক'বলৈ ধৰিলে—"বন্ধুসকল! আপোনালোকৰ বিপদত আমি পৰম দুখিত। আজি আপোনালোকৰ মহা বিপদৰ দিন। আপোনালোকক শত্ৰুৱে আক্ৰমণ কৰিছে। এদিন আমি আপোনালোকক শাসন কৰিছিলোঁ; আজি আমি আপোনালোকৰ বন্ধু।

বিপদত বন্ধুই বন্ধুক সহায় কৰিব লাগে। গতিকে মই আমাৰ ঘৰৰ হৈ কওঁ যে আপোনালোকে ভয় নকৰিব। যিমান মাৰাত্মক অস্ত্ৰ লাগে, আমি আপোনালোকক দিম।

আপোনালোকৰ শত্ৰু, আমাৰো শত্ৰু। অকল আমাৰে নহয় বৰং ক'ব লাগিব যে সিহঁত সমগ্ৰ গাওঁখনৰে শত্ৰু। আজি

আপোনালোকক আক্ৰমণ কৰিছে, কালি আমাকো কৰিব আৰু আনকো কৰিব। আক্ৰমণকাৰী আততায়ীৰ একো বিশ্বাস নাই তাৰ উপৰি সিহঁত বিশ্বাসঘাতক। গতিকে সেই বিশ্বাসঘাতক আততায়ী মহাপাপীহঁতক শিকনি দিবৰ বাবে যি অস্ত্ৰ আপোনালোকক লাগে তাকে দিম। আমাক একো মূল্য দিব নালাগে। দেখা যাব সিহঁতৰ কিমান শক্তি আছে।"

এনেকৈ বীৰত্ব বচনে নিৰ্ভয় দি তেওঁ বহিল। তেওঁৰ কথাত পৰম সন্তোষিত হৈ আমি 'ধইন' 'ধইন' দিলোঁ। খুৰাহঁতে কৰমৰ্দন কৰি সম্ভাষণ জনালে।

তাৰ পাচত উঠিল আমাৰ গাঁৱৰ সবাতোকৈ ধনী মানুহ ঘৰৰ প্ৰতিনিধিজন। তেওঁ থিয় হোৱাত সকলোৱে গল মেলি চাব ধৰিলে। সকলোৱে যেন সজাগ হৈ উঠিছে আৰু অপেক্ষা কৰিছে কিনো কয় এই ঐশ্বৰ্য্যশালী ঘৰৰ (আমেৰিকা) প্ৰতিনিধিজনে। তেওঁ ইচ্ছা কৰা হ'লে শত্ৰুহঁতৰ চাৰিগুণ অস্ত্ৰ আমাক দিব পাৰে! আমি অধীৰভাৱে অপেক্ষা কৰিলোঁ। ধীৰে ধীৰে গাম্ভীৰ্য্যপূৰ্ণভাৱে ক'ব ধৰিলে—

"বন্ধুসকল! আপোনালোকৰ অৱস্থা আমি বুজিব পাৰিছোঁ। কাজিয়াৰ সময়ত যে ঘৰৰ কিমান লোকচান হয় তাৰ কথা আমাক ক'ব নালাগে; আৰু কাজিয়াত দুৰ্দান্ত শত্ৰুৰ বিৰুদ্ধে যুজাত যে কিমান অস্ত্ৰ-শস্ত্ৰ লাগে তাকো আমি জানো। এই অৱস্থাত আমি আপোনালোকৰ মনৰ গতি বেচ ধৰিব পাৰিছোঁ। কিন্তু ভয় নকৰিব। আমি আপোনালোকৰ পাচত আছোঁ। যিমান অস্ত্ৰ লাগে, মানুহ লাগে, আমি দিম। আমাক টকা-পইচা একো দিব নালাগে। আমাৰ ঘৰখনে গাঁৱৰ কিমানঘৰ মানুহক টকা-পইচা ধাৰলৈ দি সহায় কৰি আছে তাক সকলোৱে জানে। গতিকে এইখিনি বিশ্বাস কৰোঁ যে আমাৰ ঘৰৰ মালিকে নিশ্চয় আপোনালোকৰপৰা অস্ত্ৰ-শস্ত্ৰৰ মূল্য নলয়। সেইবাবে বিনামূল্যে অস্ত্ৰ-শস্ত্ৰ আৰু যুজাৰু মানুহ যি লাগে

তাকে আমি দিম।”

তেওঁৰ কথা শুনি আমাৰ মনত যে কিমান আনন্দ লাগিল তাক কি কম! খুৰাহঁতৰো মনত যথেষ্ট সাহস আহিল। তেওঁলোকে এজন এজনকৈ উঠি গৈ তেওঁক কৰমৰ্দন কৰিলে।

তাৰ পাচত উঠিল আমাৰ খেলৰ পশ্চিমৰ ক্ষমতাশালী ঘৰৰ (আৰব) প্ৰতিনিধিজন। তেওঁ ক'লে—“বন্ধুসকল! আমাৰ লগত আপোনালোকৰ বন্ধুত্বৰ কথা সকলোৱে জানে। আমি বন্ধু হিচাবে অস্ত্ৰ-শস্ত্ৰ যি পাৰোঁ তাকে দান কৰিম। মোৰ কথা আমাৰ ঘৰৰ মালিকে নেপেলায়, বৰং মই কোৱাতকৈ তেওঁ আপোনালোকক আৰু বেচি কিবা সহায়হে কৰিব। তেওঁৰ স্বভাৱ আপোনালোকে জানে। আপোনালোকক যে কিমান ভাল পায় তাৰ প্ৰমাণ ইয়ালৈ ভ্ৰমণ কৰিব আহোঁতেই গম পাইছে। যাৰ এক ধমকত পশ্চিমৰ খেলৰ শক্তিশালী দুঘৰেই আমাৰ খাল এৰি দিবলৈ বাধ্য হৈছিল সেই যুজাৰু নাছেৰৰ শক্তিৰ গম আপোনালোকে পাইছে। তেৱেঁ মোক পঠাইছে আপোনালোকৰ বিপদৰ সময়ত মাত লগাবলৈ। গতিকে বন্ধু হিচাবে মই মোৰ ঘৰৰ মত আৰু ইচ্ছা হিচাবে মত জনালোঁ। আপোনালোক নিৰ্ভয়ে থাকক। আমাৰ মালিকে জনাইছে যে সিহঁতে যদি আপোনালোকক আক্ৰমণ কৰা বন্ধ নকৰে তেন্তে তেওঁ নিজে আমাৰ ঘৰৰ যুজাৰু ভাইহঁতক লৈ সিহঁতৰ পশ্চিম ফালেৰে গৈ সিহঁতক আক্ৰমণ কৰিব। মনত ৰাখিব, তেওঁৰ কথা যেনে কামো তেনে। ডেকা মানুহতো! গতিকে নিৰ্ভয়ে থাকক। আমি আপোনালোকৰ হৈ যুজ কৰিম। আপোনালোকৰ শত্ৰু। আমাৰো শত্ৰু।”

এই সহৃদয় বন্ধুজনৰ কথা শুনি আমাৰ বুকু যেন দুহাত ওফন্দি উঠিল। সকলোৱে ‘ধইন ধইন’ দিলোঁ। খুৰাহঁতে আনন্দতে গৈ তেওঁক সাৱতি ধৰিলে।

ইয়াৰ পাচত উঠিল আমাৰ খেলবে পূবৰ এঘৰৰ (মালয়) প্ৰতিনিধিজন। তেওঁ হাঁহি মাৰি ক'লে –

"বন্ধুসকল! আমাৰ ঘৰখন সিমান ধনী নহয় আৰু জন-সংখ্যাও বেচি নহয়; কিন্তু সেই বুলি আমি গাৱঁত একেবাৰে হীন নহয়। আমাৰো শক্তি আছে, অস্ত্ৰ আছে। আমি যিমান পাৰো সিমান অস্ত্ৰ দিম বিনামূল্যে। আমাৰ ঘৰৰ মালিক টঙ্কুক আপোনা-লোকে জানে। তেওঁ মোক নিজে পঠাই দিছে আপোনালোকক সহায় কৰিম বুলি প্ৰতিশ্ৰুতি জনাবৰ বাবে। মই প্ৰতিশ্ৰুতি জনালোঁ। আপোনালোকে যি খোজে তাকে দিম।" তেওঁৰ কথাত আমি বৰ বং পালোঁ। খুৰাইঁতে গৈ সম্ভাষণ জনালে। এনেকৈ ৪৯ ঘৰ মানুহৰপৰা আমি সমৰ্থন পালোঁ। সকলোৰে সহায় আৰু সমৰ্থন জনোৱাত আমাৰ মনত বৰ বল আহিল।

আমাৰ অনুমান হ'ল যে আমি অকলশৰীয়া নহয় বৰং আমি সকলোৰে পৰা সহায়-সহানুভূতিহে লাভ কৰিছো। ইফালে আমাৰ শত্ৰুহঁতে মাত্ৰ সমৰ্থন পালে এঘৰৰপৰা সিয়ো আধামৰা আধা-জীয়া ঘৰ। অকণমান ঘৰ 'আলবেনীয়া'খনে *নিজ স্বাৰ্থ সিদ্ধিৰ* বাবে সিহঁতক সমৰ্থন কৰিলে।

আমাৰ অতিথিসকলৰ এনে অযাচিত দানৰ প্ৰতিশ্ৰুতি লাভ কৰি আমাৰ ঘৰৰ আটায়ে নথৈ আনন্দিত হ'ল আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলে। আনকি আমাৰ বিৰোধী ভাইহঁতেও অভিনন্দন জনালে। বহুপৰ আমাৰ মেলখন নিস্তব্ধ হৈ থাকিল। বহুপৰৰ পাচত ডাঙৰ খুৰাই থিয় হ'ল। সকলোৱে তেওঁৰ মুখলৈ চালে। তেওঁ গহীনভাৱে ক'লে—

"মোৰ ভাই-ভনী ভতিজাসকল আৰু আমাৰ অতিথি বন্ধু সকল! আপোনালোকৰ কথা, প্ৰতিশ্ৰুতি আৰু অভয়বাণীত সঁচাকৈ আজি মোৰ মনত অসীম বল, হৃদয়ত দুৰ্দমনীয় উৎসাহ আৰু প্ৰাণত দুৰ্দান্ত সাহস আহিছে। আমাৰ মনত আজি কিমান আনন্দ লাগিছে

তাক প্ৰকাশ কৰিবলৈ ভাষা নাই। মই আমাৰ ঘৰৰ সকলোৰে হৈ আপোনালোকক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। আমাৰ বন্ধুত্বৰ সাৰ্থক হৈছে।

"আপোনালোকৰ অকপট স্নেহ আৰু অযাচিত দানত আমি জীৱন ধন্য মানিছোঁ। মই আশা কৰোঁ যেন চিৰদিন এই বন্ধুত্বৰ দোলেৰে আমি বান্ধ খাই থাকিব পাৰোঁ।"

এই বুলি কৈ ডাঙৰ খুৰাই এবাৰ আমাৰ ফালে আৰু এবাৰ তেওঁলোকৰ ফালে চাই ল'লে। কিছুপৰ নীৰৱ। সকলোৱে যেন মৌনতা অৱলম্বন কৰিছে। এনেতে ডাঙৰ খুৰাই মাত লগালে— "বন্ধুসকল। আপোনালোকৰ মৰম-স্নেহ আমি পাহৰিব নোৱাৰিম। কিন্তু এটা কথা।"

ডাঙৰ খুৰাই তলকা মাৰিলে। আমি উদ্‌বিগ্ন হৈ তেওঁৰ মুখলৈ চাই ৰলোঁ। আমাৰ অতিথিসকলেও বৰ উদ্‌বিগ্ন দৃষ্টিৰে তেওঁৰ ফালে চাই ৰ'ল। তেওঁ ক'বলৈ ধৰিলে—"আমাৰ আজি মহা বিপদ আৰম্ভ হৈছে। আমাক আজি অস্ত্ৰৰ দৰ্কাৰ হৈছে। সেই বাবে আমি অস্ত্ৰ যোগাৰ কৰিবই লাগিব। কিন্তু আমি আপোনালোকৰ পৰা বিনা মূল্যে অস্ত্ৰ-শস্ত্ৰ পালেও গ্ৰহণ কৰিব নোৱাৰিম, কাৰণ ইয়াত আমাৰ সন্মান যাব। শত্ৰুই আমাক হাঁহিব। দান লৈ যুদ্ধ কৰা একো বীৰত্বৰ কথা নহয় বৰং লাজৰ কথাহে। গতিকে আমি আপোনালোকৰ দান গ্ৰহণ কৰিব নোৱাৰিম। আমি অস্ত্ৰ-শস্ত্ৰ কিনিম। আপোনালোকে মূল্য ল'ব লাগিব। যদি আমাক আপোনালোকে সঁচাকৈ ভাল পায় তেন্তে আমাক ভাল আধুনিক অস্ত্ৰ দিয়ক আৰু মূল্য লওক; আমাৰ ওচৰত অস্ত্ৰ-বিক্ৰি কৰক। বিনামূল্যে দিব নালাগে। মই কথাষাৰ বহুত ভাবি কৈছোঁ। ইয়াত আমাৰ অহংকাৰ বা মইমতালি নাই। ই আমাৰ বন্ধুৰ প্ৰতি প্ৰাণ খোলা উক্তি আৰু ভৱিষ্যৎ বংশধৰ সকলৰ প্ৰতি গৌৰৱবোধৰ অভিব্যক্তি।

সেই দেখি মই এই অনুৰোধ কৰিলোঁ। তাৰ উপৰি বৰ্তমানে আমাক যুজাৰু মানুহ নালাগে কাৰণ আপোনালোকৰ আশীৰ্বাদত আমাৰ ঘৰতে যুজাৰু লোক আছে।

আমাৰ জোৱান ভাই থাকোঁতে আনৰ যুজাৰু লোক আনি সন্মান হানি কৰাৰ দৰ্কাৰ নাই। বোধহয় আমাৰ সমস্ত গাঁৱৰ মানুহে জানে আমাৰ জোৱান ভাইৰ যুজৰ কৌশল আৰু পৰাক্ৰম। এই বিষয়ত আগেয়ে প্ৰমাণ হৈ গৈছে। গতিকে আমাৰ জোৱান ভাই থাকোঁতে বাহিৰৰ লোক অনাৰ প্ৰয়োজন নাই। আমাক মাথো অস্ত্ৰ দিয়ক।"

ডাঙৰ খুৰাৰ কথাত আমি সকলোৱে আনন্দ পালোঁ। আমাৰ অতিথিসকলে পেটে পেটে প্ৰমাদ গণিলে-বাঃ কি আত্ম-বিশ্বাস। কি সাহস !! সমুখত ইমান এটা দুৰ্দান্ত শত্ৰুৰ নৃশংস আক্ৰমণ, অথচ তথাপি গৌৰৱবোধ আৰু সন্মানবোধৰ চিন্তা। চাব্বাচ লোক ! আদৰ্শবান গৃহস্থী। এই ঘৰৰ সন্মান নিশ্চয় ৰব। অতিথি সকলৰ দৃঢ বিশ্বাস হ'ল। যিয়ে মহা বিপদতো সন্মান আৰু গৌৰৱ এৰি নিদিয়ে তেৱে প্ৰকৃত সাহসী বীৰ। এইখন ঘৰ বীৰৰ ঘৰ। আনন্দ মনেৰে সকলোকেইজনে হাঁহি মাৰি শলাগ লৈ ক'বলৈ ধৰিলে—"বন্ধুসকল ! আপোনালোকৰ কথা, কাম, চিন্তা আৰু আদৰ্শ দেখি আমি নথৈ সন্তোষিত। আপোনালোকক আমি ধন্যবাদ দিছো। যিখন ঘৰে নিজৰ আত্মমৰ্য্যাদা বুজে সেইখন ঘৰহে ভদ্ৰলোকৰ ঘৰ। আমি পৰম সন্তোষিত। আপোনালোকৰ কথামতেই কাম হ'ব। আমি আপোনালোকক যিমান অস্ত্ৰ লাগে দিম; আৰু যিহেতু আপোনালোকে বিনামূল্যে অস্ত্ৰ গ্ৰহণ নকৰে সেই বাবে আমি এটা নিমিত্তমাত্ৰ মূল্য লম। প্ৰকৃততে আমি উচিত মূল্য নলম। আপোনা-লোকৰ যেনেকৈ আত্মসন্মান আছে; আমাৰো তেনেকৈ আপোনা-লোক বন্ধুৰ প্ৰতি কৰ্ত্তব্য আছে। গতিকে দুই পক্ষৰ সন্মান ৰাখি আমি অলপ মূল্য লৈ অস্ত্ৰ-শস্ত্ৰ বিক্ৰি কৰিম। আপোনালোক

নিশ্চিন্ত হৈ থাকক। যুজ চলি থাকক, আমি আছোঁ। আমাক মাথো লাগে আপোনালোকৰ দৰে অহিংসাত বিশ্বাসী সত্য সন্ধানী বন্ধুহে, ধন-জন, মাটি-বাৰী নহয়।”

এনেকৈ সম্মতি প্ৰকাশ কৰি আমাৰ বিশিষ্ট বন্ধুসকলে প্ৰত্যেকে সম্মতি জ্ঞাপন কৰিলে। আমাৰ সকলোৰে মনত আনন্দ লাগিল। আমাৰ ডাঙৰ খুৰাই আমাৰ ঘৰৰ হৈ তেওঁলোক প্ৰত্যেক ঘৰকে কৃতজ্ঞতা জনালে।

ইয়াৰ পাচত আৰু বহুত কথা আলোচনা হ'ল। তাৰ পাচত এইবাৰ আকৌ উঠিল আমাৰ ভৰালী খুৰা।

তেওঁ ক'লে—“আমাৰ ব্যৱস্থা আমি কৰিব লাগিব। নেজৰ অগ্নি মুখেৰে নুমাব লাগিব। আমি অস্ত্ৰ কিনিব লাগিব। কম মূল্য দিব লাগিলেও বহুত অস্ত্ৰৰ প্ৰয়োজন হব যেতিয়া তেনে অৱস্থাত আমাক বহুত ধনৰ প্ৰয়োজন হ'ব। আমাৰ ভঁৰালত কিন্তু সেই জোখাৰে ধন নাই, মই আগতে কৈছোঁ। এতিয়া ধনৰ দৰ্কাৰ হোৱা বাবে বৰঙণিৰ বাহিৰেও ‘টেক্স’ দিব লাগিব। ইয়াত যেন কোনেও আপত্তি নকৰে, কাৰণ ঘৰখন ৰক্ষা কৰাতকৈ কোনো কাম বা কথাই আমাৰ ডাঙৰ হ'ব নোৱাৰে। সেইবাবে আমাৰ ঘৰৰ সকলোকে সুধিছোঁ যে ‘টেক্স’ দিয়াত আপত্তি আছে নেকি?”

ভৰালী খুৰাৰ কথাত আগে পিছে প্ৰতিবাদ কৰে আমাৰ বিৰোধী ভাই হিচাবে তৰ্ক কৰিবলৈ নিৰ্ব্বাচিত কৰি দিয়া ভায়েই। ভৰালী খুৰাৰ কথাত আগৰদৰে এইবাৰ এওঁ গজগজাই উঠি তৰ্ক কৰি নগুৰ-নাকটি নকৰি বৰ গহীনভাৱে থিয় হৈ লাহেকৈ ক'লে—

“এই বিষয়ত মোৰ লগত আগে পিছে সদায় কাজিয়া লাগে, কিন্তু এইবাৰ কাজিয়া কৰাৰ সময় নহয়; কাৰণ আমাৰ ঘৰ আজি শত্ৰুৰ কবলত। ঘৰখনৰ স্বাধীনতা আৰু নিৰাপত্তাৰ ওচৰত আন কোনো কামেই ডাঙৰ নহয়। গতিকে মই মত দিলোঁ; কিন্তু কৰ অলপ কম কৰি কৰিব লাগে। আৰু প্ৰয়োজনীয় বস্তুতকৈ

বিলাসৰ বস্তু ব্যৱহাৰ কৰা সকলে বেচি মাত্ৰাত কৰ দিব লাগে।"

এনেকৈ কৈ তেওঁ বহিল। আমি সমৰ্থন কৰি হাত চাপৰি বজাই দিলোঁ। সভাপতি খুৰাই এটা তৃপ্তিৰ হাঁহি মাৰিলে। সকলোৰে মুখত সমৰ্থন ইঙ্গিত। অতিথিসকলে তবধ হৈ চাই ৰ'ল আমাৰ ঘৰৰ প্ৰতি থকা প্ৰেমৰ চানেকি চাই। মোৰ বন্ধুজনে মোৰ হাতত ধৰি জোকাৰি দি ক'লে—"ধন্য বন্ধু! আপোনালোকৰ ঘৰখনৰ মানুহৰ এনে প্ৰেম আৰু উৎসাহৰ ইঙ্গিত পাই মই পৰম আপ্যায়িত। আপোনালোকৰ জয় সুনিশ্চিত! যিখন ঘৰৰ মানুহৰ এনে একতা আৰু উদ্দীপনা আছে সেইখন ঘৰক এঘৰে কিয়, চাৰি-ঘৰে আহিলেও পৰাজয় কৰিব নোৱাৰে। মই আপোনালোকক ধন্যবাদ দিছোঁ।"

ইয়াৰ পাচত ভৰালী খুৰা পুনৰ উঠি ক'লে—"এটা কথা মই কবলৈ বাধ্য হলোঁ যে অকল টকাৰে নহব; আমাৰ ভঁৰালত সোণ জমা হব লাগিব। আমাক সোণ লাগে, কাৰণ আমাৰ ঘৰত যি টকা চলে আন ঘৰত সেই টকা নচলে। আমি অস্ত্ৰৰ বিনিময়ত সেইবাবে সোণ দিব লাগিব। তেওঁলোকে সোণহে গ্ৰহণ কৰে। গতিকে আমাৰ ঘৰত যাৰ হাতত যিমান সোণ আছে, সকলোৱে সেইবোৰ ভঁৰালত জমা দিব লাগে। সোণৰ বাবে আমি ভঁৰালৰ-পৰা টকা দিম। ভঁৰালে সোণ কিনিব। গতিকে ঘৰৰ এই মহা সঙ্কটত সকলোৱে সহায় কৰিব লাগে। মই অনুৰোধ কৰিলোঁ।"

এনেকৈ কৈ ভৰালী খুৰা বহিল। আমাৰ মাজত গুণ গুণ শব্দ হ'ল। বোধহয় বহুতে আপত্তি কৰিব ধৰিলে। বহুপৰ কাৰো-পৰা একো উত্তৰ নাহিল। আমাৰ মাজত এনেকুৱা অৱস্থা দেখি ডাঙৰ খুৰাই গালে মুখে হাত দি বহিল। তেওঁ মহা চিন্তাত পৰিল! বহুপৰ নিমাত-নিতালভাৱে পাৰ হৈ গ'ল। আমাৰ অৱস্থা দেখি ডাঙৰ খুৰাই থিয় হৈ ক'লে—"আমি মহা বিপদত পৰিছোঁ। সোণ নহ'লে অস্ত্ৰ নাপাম। যদি ঘৰ ৰক্ষা কৰিব লাগে তেন্তে

অস্ত্র লাগিব, আৰু অস্ত্র আনিব লাগিলে সোণ লাগিব। সোণেহে আমাক অস্ত্র দিব পাৰিব। আপোনালোকে সোণ দিয়ক। এবাৰ ভাবি চাওঁক, সোণ ডাঙৰ নে ঘৰৰ স্বাধীনতা ডাঙৰ? তাৰ উপৰি সোণৰ দৰ্কাৰ ক'ত? সোণ নিজা হিচাবে কিয় লাগে? অলঙ্কাৰৰ বাবে নহয় জানো? অলঙ্কাৰ কিহৰ বাবে? ৰূপ, সৌন্দৰ্য্যৰ বাবে নহয় জানো? কিন্তু যদি নিজে পৰাধীন হৈ পৰৰ দাস হৈ আত্ম-সন্মান বিক্ৰী কৰিব লগা হয় তেতিয়া জানো অলঙ্কাৰে ৰূপ চৰাব পাৰিব? লোকৰ অধীন বা অপমানিত জনৰ ৰূপ সৌন্দৰ্য্য অসাৰ নহয় নে? স্বাধীনতা আৰু সন্মানৰ যি সৌন্দৰ্য্য, সোণৰ অলঙ্কাৰৰ সেই সৌন্দৰ্য্য আছেনে? সন্মানেহে সৌন্দৰ্য্য বৰ্দ্ধন কৰে—সোণৰ অলঙ্কাৰে নহয়। তাৰ উপৰি ধনৰ ক্ষেত্ৰত চাবলৈ যোৱা যায় যদি দেখা যাব সোণ ধন। আনৰ ঘৰত গ'লে আমাৰ টকা নলব, সোণহে লব সেই ঘৰৰ টকাৰ বিনিময়ত। গতিকে আমাক প্ৰত্যেককে সোণ লাগে বুলি যদি কোনোবাই ভাৱে তেন্তে তেওঁক মই বুজাই দিওঁ শুনক। এই বুলি কৈ খুৰাই এটা ঢোক গিলি কবলৈ ধৰিলে—

"যিজনৰ আনৰ ঘৰলৈ যাবৰ দৰ্কাৰ হয় সেই জনেতো নিজে নিজে লগত সোণ লৈ যাব নোৱাৰে। আমাৰ ভঁৰালত টকা জমাহে দিব লাগে। আমাৰ ভঁৰালৰ পৰাহে বছৰৰ শেষত যিমান মুলা হয় সেইমতে আন ঘৰক সোণ দিব লাগে। সোণৰ লেন দেন আমাৰ ভঁৰালৰ লগত আনৰ ভঁৰালৰহে; ব্যক্তিৰ লগত ব্যক্তিৰ নহয়। আমাৰ কিয় আনৰো নহয়। আন ঘৰৰ মানুহে আমাৰ ঘৰলৈ আহিলেও তেওঁৰ সোণ তেওঁলোকৰ ভঁৰালত জমা দি আহিব লাগে আৰু তাৰ বিনিময়ত আমাৰ টকা পায়। গতিকে সোণৰ লেন-দেন ভঁৰালৰ লগত ভঁৰালৰ আৰু ব্যক্তিৰ লেন-দেন নিজ ঘৰৰ টকাৰ লগত। গতিকে আনৰ তাত যোৱাটো নিজাকৈ সোণৰ কোনো দৰ্কাৰ নাই। তাৰ উপৰি আমাৰ ঘৰৰ মানুহেতো আমাৰ ঘৰতে থাকিব; আনৰ তালৈ নাযায়। গতিকে টকা হলেই হ'ল। আগৰ

দিনত সোণৰ মূল্য আছিল ; কাৰণ আন এঘৰে ঘৰ অধিকাৰ কৰিলে আগৰ টকা নচলাইছিল ; সিহঁতৰ নিজা টকা চলাইছিল আৰু তাৰ বাবে সোণ দৰ্কাৰ হৈছিল। আজি আৰু সেই দিন নাই—পৰৰ ঘৰ অধিকাৰ কৰি শাসন কৰা যুগ পাৰ হৈ গ'ল আৰু কোনোবাই অধিকাৰ কৰিলেও নিজ ঘৰৰ টকাকে চলায়। গতিকে এই ক্ষেত্ৰতো সোণৰ দৰ্কাৰ নাই। এই অৱস্থাত মিছাকৈ নিজৰ হাতত সোণ জমা ৰাখি লাভ নাই। কাৰবাৰীয়ে সোণ জমা দিয়ক আমি ভঁৰালৰপৰা তেওঁলোকক টকা দিম। সোণতকৈ ঘৰখনৰ স্বাধীনতা আৰু সম্মান বেছি মূল্যবান—মনত ৰাখিব।" এনেকৈ বুজাই কৈ ডাঙৰ খুৰা বহিল। সকলোৱে তলমূৰা হৈ চিন্তা কৰিব ধৰিলে।

এনেতে সভাৰ মাজৰপৰা উঠি গ'ল সাগৰিকা ডাঙৰ খুৰাৰ কাষলৈ আৰু তেওঁৰ টেবিলৰ ওচৰত থিয় হৈ এটা বৰ আচৰিত কাণ্ড কৰিব ধৰিলে।

সাগৰিকাই নিজৰ হাতৰ, কাণৰ, ডিঙিৰ, কপালৰ সমস্ত সোণৰ অলঙ্কাৰ খহাই খুৰাৰ টেবিলৰ ওপৰত থ'ব ধৰিলে। আমি তাজ্জৱ মানিলোঁ। কি আবেগ ! কি উত্তেজনা !! খুৰাহঁতেও তবধ মানিলে। অতিথিসকল আচৰিত হ'ল। মোৰ বন্ধুজনে মোক চেৰাই আগবাঢ়ি গৈ গল মেলি চাব ধৰিলে। তেওঁ বিস্ময় মানিলে। সাগৰিকাই টেবিলত অলঙ্কাৰবোৰ থৈ গদ্‌গদ্ স্বৰেৰে কব ধৰিলে—

"মোৰ ঘৰখনৰ মান, সম্মান, স্বাধীনতা আৰু মৰ্য্যদাৰ বাবে মোৰ অলঙ্কাৰ প্ৰতিৰক্ষা পুঞ্জিত দান কৰিলোঁ। এইখিনি নিয়ক ডাঙৰখুৰা, অস্ত্ৰ-শস্ত্ৰ কিনি আনক।"

তাই আৰু একো কব নোৱাৰিলে। আবেগ আৰু আনন্দত চকুলো বৈ আহিল ; মাত থোকাথুকি হৈ গ'ল। সজল নয়নে এবাৰ খুৰাহঁতৰ ফালে চাই আমাৰ ফালে চালে আৰু এটা নমস্কাৰ কৰিলে। তাইক আজি এই বেশত যেন অসামান্যা সুন্দৰী যেন দেখা হ'ল। সোণ-ৰূপৰ অলঙ্কাৰেৰে বিভূষিতা, মূল্যবান বস্ত্ৰেৰে

আবৃতা ৰূপৱতী সাগৰিকাক আজি এই নিৰালঙ্কাৰ, নিৰভৰণা, সজ্জল নয়না মহিয়সী ৰূপত যেন অপৰূপা দেখা গ'ল। সাগৰিকাই সোণ দান কৰিলে—দেহৰ সমস্ত অলঙ্কাৰ দান কৰিলে ঘৰৰ সন্মানৰ বিনিময়ত—এই কথা যেন প্ৰত্যেকৰে অন্তৰে অন্তৰে ধ্বনিত হব ধৰিলে। ডাঙৰ খুৰাৰ আনন্দতে চকুলো ওলাল। তেওঁ বৰ আবেগেৰে সাগৰিকাৰ মূৰত ধৰি আশীৰ্ব্বাদ কৰিলে—"দীৰ্ঘজীৱি হোৱা বাছা। তোৰ এই মহৎ দানেৰে আমাৰ ভঁৰাল উপচি পৰিব ; আমাৰ অন্তৰ উপচি পৰিব। তই আজি আমাক মৃত-সঞ্জীৱনী দান কৰিলি। আমি আজি অমৰ হলোঁ—শেষত আমাৰ জয় অনিবাৰ্য্য। আজি জানিলোঁ হাজাৰ দুৰ্য্যোগ আৰু পৰাজয় বৰণ কৰিব লাগিলেও শেষত আমাৰে জয় হব। মোৰ অন্তৰাত্মাই আজি কৈ উঠিছে।"

ডাঙৰ খুৰাই আশীৰ্ব্বাদ দিলে। সাগৰিকাই সপূৰ্ব্ব গাম্ভীৰ্য্যেৰে ধীৰে ধীৰে আহি নিজৰ ঠাইত বহিল! আজি যে তাইক কি চমৎকাৰ দেখা গৈছে! মোৰ বন্ধুজনে আবেগভৰে কৈ উঠিল—"চমৎকাৰ! অপূৰ্ব্ব ৰূপহী! অতুলনীয় আদৰ্শ ; অপৰিসীম আবেগ! ধন্য এইখন ঘৰ!" বন্ধুৰ স্বগত উক্তি শুনি মোৰ অন্তৰ আনন্দত ওফন্দি উঠিল। এনেহেন ভনী পাই আমি সচাকৈ ধন্য।

তাৰ অলপ পাচতে আমাৰ মাজৰপৰা ওলাই গ'ল হৈমৱতী। অসামান্য ৰূপহী এই ভনীজনীলৈ সকলোৰে যে চকু যাব তাত আচৰিত হবলগীয়া একো নাই। অতিথিসকলৰ চকু স্থিৰ। বোধহয় আঁতৰত কবিতাৰ হিল্লোল উঠিছে। মোৰ বন্ধুজনৰ মনৰ অৱস্থাৰ বোধহয় তাৰিফ কৰিব পাৰিছেই। তেওঁ মোৰপৰা অলপ কাষ কাটি গৈ কেৰাহিকৈ চাই ৰল মানুহৰ মাজেৰে। ময়ো অলপ সুযোগ দিলোঁ। হৈমই উঠি গৈ ডাঙৰ খুৰাক সেৱা কৰি হাতৰ, কাণৰ, গলৰ সকলো সোণৰ অলঙ্কাৰ খহাই টেবিলৰ ওপৰত থৈ ক'লে—"মোৰ সকলোবোৰ অলঙ্কাৰ প্ৰতিৰক্ষা পুজিত দিলোঁ।"

কিন্তু কি আশ্চৰ্য্য ! হৈমৰ এই অলঙ্কাৰ বৰ্জিত উকা দেহটি কি বিচিত্ৰ সুন্দৰ ! ধবল শৰীৰত ৰক্তাভ আভাই কি অপৰূপ সৌন্দৰ্য্যৰ কান্তি প্ৰকাশ কৰিছে। লাৱণ্যময় অঙ্গৰ ললিত ভঙ্গীয়ে দৰ্শকৰ মনত আনন্দৰ সঞ্চাৰ কৰিলে। ডাঙৰ খুৰাই এবাৰ তাইৰ ফালে চাই সুধিলে—"আই হৈম ! তোৰ সমস্ত অলঙ্কাৰ যে দিলি বাছা আবিয়ৈ অৱস্থাত জানো এনে বেশ তোৰ ভাল লাগিব ?"

"মোৰ ভাল লাগে সন্মান আৰু স্বাধীনতাক ডাঙৰ খুৰা, অলঙ্কাৰ আৰু ৰূপক নহয়। সন্মানেই ৰূপ, স্বাধীনতাই অলঙ্কাৰ, প্ৰকৃত ৰূপ দেহৰ অঙ্গ শোভাত নহয় খুৰা, আচল ৰূপ প্ৰকাশ পায় মন আৰু আদৰ্শৰ উজ্জ্বলতাতহে।"

"সত্য কৈছা বাছা ; কিন্তু তথাপি অবিবাহিত জীয়াৰী, সদ্য বিবাহিতা বোৱাৰীৰ শৰীৰৰ ৰূপৰো প্ৰয়োজন আছে মইনা। দেহজ ৰূপৰো দৰ্কাৰ আছে মনো-সমীক্ষণৰ ফালৰপৰা।"

"প্ৰকৃত ৰূপহী কাৰণে অলঙ্কাৰৰ কোনো দৰ্কাৰ নাই ! কু-ৰূপাৰ বাবেহে অলঙ্কাৰৰ প্ৰয়োজন। পণ্যৰূপেৰে ৰূপহী হয় স্বাভাৱিক ৰূপ বঞ্চিতা হতভাগিনীয়েহে। যাৰ শৰীৰত জন্মগত ৰূপ বিদ্যমান, তেওঁৰ বাবে অলঙ্কাৰ আৱৰ্জনাহে মাত্ৰ।" হঠাতে মানুহৰ মাজৰপৰা মোৰ বন্ধুই কৈ উঠিল। সকলোৱে তেওঁৰ ফালে চালে। খুৰাইতৰ বাহিৰে আতিথিসকলে গলমেলি চাব ধৰিলে মোৰ বন্ধু বিশ্বমতক। মই ভবা নাছিলোঁ যে হঠাতে তেওঁ এনে ৰকমৰ কাণ্ড কৰি বহিব ! তেওঁৰ অজ্ঞাতেই যেন মুখৰপৰা এই কথা বাহিৰ হৈ আহিছে। স্বতঃস্ফুৰ্ত্ত উক্তি। মই আগবাঢ়ি গৈ তেওঁৰ কান্ধত ধৰি মাত লগালোঁ—"বন্ধু। হঠাতে আপুনিও আমাৰ কাৰ্য্যত সহযোগ কৰিলে ?" এইবাৰ তেওঁৰ সম্বিত ফিৰি আহিল। পিচমুখ দি মোৰফালে চাই লাজত পৰিল। উত্তেজনা আৰু আবেগত তেওঁ সকলোকে পাহৰি আছিল। এতিয়া অনুভৱ ফিৰি অহাত অলপ

লাজ পালে। তেওঁ নীৰৱে মোৰ লগত পিচুৱাই আহিল।

ইফালে বন্ধুৰ এনে সুমিষ্ট উক্তি শুনি অন্তৰে অন্তৰে পৰম আহ্লাদিত হৈ গ'ল হৈম। তাইৰ ধুনীয়া বগা গালৰ আৰক্তিম আভাই সন্ধিয়াৰ হেঙুলিয়া বোল যেন সানি ললে! লাজকুৰীয়া চাৱনীৰে এবাৰ কটাক্ষপাত কৰি তাই ধীৰে ধীৰে পিচুৱাই আহি ক'লে—"সন্মান গ'লে মোৰ ৰূপৰ প্ৰয়োজন নাই খুৰা। মোৰ এই বেশে শ্ৰেয়।" ত'ই আহি জাকৰ মাজত বহি পৰে। তাৰ পাচত গঙ্গা, যমুনা ভনী আৰু বিন্ধ্য বাইহঁতে এজনী এজনীকৈ উঠি গৈ একোটা টোপোলা নি টেবিলৰ ওপৰত থৈ আহিল। ভৰালী খুৰাই খুলি চাই দেখে যে সেইবোৰ সোণৰ টোপোলা। ভৰালী খুৰাই সুধিলে—"আইহঁত এইবোৰ কৰপৰা দিলা?"

গঙ্গা বাইদেৱে ক'লে—"মোৰ কেইবাজনী ছোৱালী বিয়া দিবৰ হৈছে। তাৰবাবে সোণ গোটাইছিলোঁ অলঙ্কাৰৰ বাবে। তাকে প্ৰতিৰক্ষা পুঁজিত দান দিলোঁ। মোৰ ছোৱালীক সোণৰ অলঙ্কাৰ নিদিম; আন অলঙ্কাৰেই চলিব। ধাতুৰ মূল্যৰ ওপৰতো সৌন্দৰ্য্যৰ কোনো সম্বন্ধ নাই। ধুনীয়া অলঙ্কাৰ তৈয়াৰ কৰিব পাৰিলে যেই সেই ধাতুৰে হব। সোণৰ লগত সৌন্দৰ্য্যৰ কোনো সম্পৰ্ক নাই, অলঙ্কাৰৰ গঢ়ৰ লগতহে ইয়াৰ সম্পৰ্ক। গতিকে দান দিলোঁ।" যমুনা ভনীটীয়ে ক'লে—"অহাকালি মোৰ বিয়া। মোৰ বিয়াৰ বাবে দিয়া সোণৰ অলঙ্কাৰ প্ৰতিৰক্ষা পুঁজিত দিলোঁ। মই সোণৰ অলঙ্কাৰ পিন্ধি কন্যা নাসাজোঁ। মোৰ অলঙ্কাৰ হব মোৰ স্বামীহে।"

বিন্ধ্য বাইদেৱে উঠি ক'লে— "মোৰ ল'ৰাৰ বিয়াৰ বাবে সোণ গোটাইছিলোঁ। এতিয়া দেখিছোঁ মোৰ বোৱাৰীক সোণ যেন ল'ৰাকে তাইক গতালোঁ। সোণতকৈও মূল্যবান বেটাকে যি স্থলত দিব ওলাইছোঁ, সেই বেটাক নিৰাপদে ৰাখিবলৈ যুজ কৰিব যোৱা জোৱান ভাইক অস্ত্ৰ কিনি দিবৰ বাবে বোৱাৰীৰ বাবে অনা সোণ

দি দিলোঁ। শত্ৰুৰ কবলত পৰি বেটা মৰিলে বোৱাৰীক বাৰু সোণে শুৱাবনে ? গতিকে মোৰ সমস্ত সোণ দান দিলোঁ।”

এনেতে মন্দিৰা পেহীদেৱে পূজাৰী পুতেকৰ মূৰত এটা ডাঙৰ টোপোলা দি আগবাঢ়ি আহিল। খুৰাৰ টেবিলৰ ওচৰ পাই বাইদেৱে পুতেকক ক'লে—“থ, ইয়াতে টেবিলৰ ওপৰতে থ এই টোপোলাটো। পুতেকে টোপোলাটো থলে। এটোপোলা সোণ। পেহীয়ে খুৰাহঁতক লক্ষ্য কৰি ক'লে—“এই বস্তা সোণ মই মোৰ ঘৰত বহু দিনৰপৰা ৰাখি থৈছিলোঁ ভৱিষ্যতে মোৰ মন্দিৰত খৰছৰ দৰ্কাৰ হ'লে খৰছ কৰিম বুলি। কিন্তু এতিয়া দেখিছোঁ, ভৱিষ্যৎ মোৰ মন্দিৰৰ বিপদতকৈ আজি আমাৰ ঘৰৰ বিপদ মাৰত্মক হৈ উঠিছে। গতিকে সোপাকে দান দিলোঁ। ঘৰ ৰলেহে মন্দিৰ ৰব ? শুনিছোঁ শত্ৰুহঁতে বোলে মঠ, মন্দিৰ, গীৰ্জ্জা, মকম সকলো ভাঙি-চিঙি লণ্ড ভণ্ড কৰিব। সিহঁত অধৰ্মী।

ইয়াৰ পাচত আচৰিত ব্যাপাৰ। এজনী এজনীকৈ জেঠি, খুৰী, পেহী, বৌ, বাই, ভনী আদি ঘৰৰ সকলোৱে শাৰি পাতি থিয় হৈ সোণ আৰু সোণৰ অলঙ্কাৰ দান কৰিব ধৰিলে। খুৰাৰ টেবিল নধৰা হ'ল। শেষত মাটিতে দম কৰি থৈ আহিল। আমাৰ ঘৰৰ এনে কাণ্ড দেখি মোৰ বন্ধুই তবধ মানিলে ; অতিথিসকলে বিস্ময় মানিলে ; মোৰো মনত ৰং লাগিল।

ইয়াৰ পাচত আনন্দৰে সকলো কাম সুশৃঙ্খলভাৱে সমধা কৰাৰ পাচত ডাঙৰ খুৰাই উঠি কবলৈ ধৰিলে—“আজি আমাৰ মহা সৌভাগ্যৰ দিন। আমাৰ সমস্ত ঘৰখনেই আজি একত্ৰিত হ'ল ; যি কাম আমি ইমান দিনে কৰিব পৰা নাছিলোঁ নানা “মিচন” “কমিচন” আদি বহুৱাই, সেই একতাৰ কাম আজি শত্ৰুৰ আক্ৰমণে আপুনি সমধা কৰি দিলে। আচলতে আমাক শত্ৰুই গোৰ মাৰি গঙ্গাত পেলোৱা যেন হে হ'ল।”

তাৰ পাচত অলপ তলকা মাৰি পুনৰ ক'লে—"আমাৰ কামৰ আঁচনি তৈয়াৰ হ'ল। কিন্তু এটা কথা, আমাৰ কোনোজন ভাই-ভতিজাই সমূহৰ কাম কৰিব লাগিলে আমাৰ 'জনমত'ক সুধাকৈ একো নকৰোঁ। স্বাভাৱিক অৱস্থাত আমি আমাৰ নিজৰ কাম নিজে কৰি গ'লেও ঘৰৰ কিবা সমস্যা উপস্থিত হ'লে কোনো দিন আমি আমাৰ জনমতৰ মত নোলোৱাকৈ কৰা নাই। আজিও আমি তাৰ সন্মতি নাপাওঁ মানে কোনো কামতে আগবাঢ়িব নোৱাৰিম। আমাৰ ঘৰৰ আটাইয়ে তাক মানে আৰু ভয় কৰে। তাৰ শান্ত নিমাষিত আৰু মৃতপ্ৰায় স্বভাৱ দেখি ভাল অৱস্থাত কোনেও তাৰ খবৰকে নলয় সঁচা, কিন্তু বিপদ কালত যেতিয়া শক্তি, সাহস আৰু কৰ্ম প্ৰেৰণাৰ দৰ্কাৰ হয় তেতিয়া তাৰ তেজোদ্দীপ্ত বাক্য, চিন্তাশীল উপদেশ আৰু বিবেচনাপূৰ্ণ কাৰ্য্যই আমাক সকলো কাৰ্য্যত আগবঢ়াই নিয়ে। আমাৰ ঘৰৰ প্ৰকৃত শক্তিশালী ব্যক্তি হ'ল জনমত। সিয়েহে প্ৰকৃততে আমাৰ ঘৰৰ মালিক। আমি তাক সদায় ভয়, ভক্তি আৰু শ্ৰদ্ধা কৰোঁ। গতিকে তাৰ মত নহ'লে আমি ইমানবোৰ উদ্দ্যম কৰিও একো লাভ নহ'ব। সেইবাবে মই কওঁ আমাৰ জনমতে উঠি তাৰ মতামত মেলত ব্যক্ত কৰিব লাগে।"

ডাঙৰ খুৰাৰ এই কথাত আমাৰ ঘৰৰ সকলোৱে চিঞৰি উঠিল—"নিশ্চয়! নিশ্চয়!! জনমতৰ মতেহে আমাৰ মত।"

মোৰ ওপৰত আমাৰ ঘৰখনে ইমান গুৰুত্ব দিয়াত আমাৰ অতিথিসকলে বিস্ময় মানিলে। অতিথিসকলে ডিঙি মেলি মই ক'ত আছোঁ চাব ধৰিলে। মোৰ বন্ধুই যেন প্ৰমাদ গণিলে। তেওঁ ভবাই নাছিল যে আমাৰ ঘৰখনত মোৰ প্ৰভুত্ব ইমান বেচি। বিস্ময় হৈ বেচেৰাই মোৰ কাষতে থিয় হৈ মোৰ মুখলৈ চাই ৰ'ল। মই এটা মিচিকিয়া হাঁহি মাৰি সুধিলোঁ—"কি চাইছে বন্ধু?"

"আপোনাকে চাইছোঁ।"

"মোক কি চাইছে ?"

"আপোনাৰ শক্তিৰ কথা ভাবিছোঁ। এই একেবাৰে সাধাৰণ লোকৰ ভিতৰত কি শক্তি লুকাই আছে।"

"ক্ষমতা দান কৰিছে বাবেহে মোৰ শক্তি থকা বুলি ভাবিছে। ক্ষমতা কাঢ়ি নিলে মোৰ অৱস্থা এনে নহ'ব। মাটিৰ মূৰ্তিক মানে কাৰণেহে ফুল তুলসী দি পূজা কৰে আৰু মূৰ্তিৰ শক্তি থকা বুলি ধৰি লোৱা হয়। আচলতে মাটিৰ মূৰ্তি মাটিহে—দেৱী নহয়। মানুহে দেৱত্ব আৰোপ কৰে বাবেহে দেৱী –শক্তি—ৰূপিনী। মোৰো অৱস্থা তেনে।"

এনেতে সভাপতি খুৰাই মাত লগালে—"বোপা জনমত ! তুমি থিয় হৈ কোৱাচোন বোপা ?"

সভাপতি খুৰাৰ আদেশ পাই লাহেকৈ উঠিলোঁ। মই উঠাত সকলোৱে হাত তালি দিলে। অতিথিসকলে নির্নিমেষ নয়নে মোৰ ফালে চাই ৰ'ল। অন্তৰত ভাৱ—এইজনেই এই ঘৰৰ আটাইতকৈ শক্তিমন্ত ক্ষমতাশালী লোক। চাৰিওফালৰপৰা আঙুলিওৱা আঙুলি চলিল মোক লক্ষ্য কৰি। সভাৰ মাজত গুণগুণ শব্দ উঠিল।

মই লাহে লাহে ক'ব ধৰিলোঁ—"মোৰ মত আছে খুৰা। আমাৰ ঘৰ আজি শত্ৰুৱে আক্ৰমণ কৰিছে। এনে অৱস্থাত যি কোনো প্ৰকাৰে আমি আমাৰ ঘৰৰ সন্মান, আৰু স্বাধীনতা ৰক্ষা কৰিবই লাগিব। ঘৰ ৰক্ষা কৰাৰ বাবে আটাইবিলাক ব্যৱস্থাকে মই সমর্থন কৰিছোঁ। এইবোৰ কাম কৰাৰ বাবে সভাপতি খুৰাক ছয় মাহৰ কাৰণে বিশেষ ক্ষমতা দিব লাগে যাতে এই সঙ্কটকালত (Time of emergency) ক্ষীপ্ৰতাৰে কামবোৰ কৰি যাব পাৰে। আমাৰ সীমাৰপৰা শত্ৰুক বাহিৰ কৰি দিব নোৱাৰা পর্য্যন্ত আমাৰ আৰু ভাবি থাকিবৰ সময় নাই। আমি দুগুণ উদ্দ্যমে কাম কৰিব লাগিব। ভাণ্ডৰ খুৰাই সকলো কাম চলাব। দৰ্কাৰ হ'লে কোনো

জনক বদলাব লগা হ'লে বদলাই ল'ব। বিৰোধী ভায়ে যেন আগৰ দৰে মেলত তৰ্ক নকৰে এয়ে অনুৰোধ। আমাৰ ঘৰৰ বিপদত এক গোট হ'ব লাগিব।

তাৰ উপৰি এটা কথা। আমাৰ এই বিপদ কালত ঘৰৰ শত্ৰু তিনি প্ৰকাৰৰ হৈছে। প্ৰথম হ'ল আমাৰ উত্তৰৰ আক্ৰমণকাৰীৰ ঘৰ, দ্বিতীয় হ'ল আমাৰ দক্ষিণৰ আমাৰে বেলাগী ঘৰ আৰু তৃতীয় হ'ল আমাৰ ঘৰৰ ঘৰবিভীষণসকল। আমাৰ বাহিৰৰ শত্ৰু বৰ্তমান দুদল; ভিতৰৰ এদল। এই দলৰ ভিতৰত এক নম্বৰ হ'ল আক্ৰমণকাৰীৰ মিত্ৰসকল। সমস্ত গুপ্ত খবৰ ইহঁতে শত্ৰুক দিয়ে। দুই নম্বৰ বেলাগী ঘৰৰ পক্ষপাতীসকল। বেলাগী ঘৰৰ কিমানজনে যে তলে তলে মনে মনে আহি আমাৰ ঘৰত প্ৰৱেশ কৰিছে আৰু নানা চক্ৰান্ত কৰিব ধৰিছে তাৰ সীমা নাই। ইহঁতৰ লগত আকৌ যোগ দিছে আমাৰে কেইজনমান ভায়ে তলে তলে। বেলাগী ঘৰে আমাৰ শত্ৰু ঘৰৰ লগ হৈ আমাৰ ঘৰখন ভাঙি-চিঙি মষিমূৰ কৰাৰ চেষ্টাতে আছে। ইহঁতক কিছুমানে সহায় কৰিছে। বহিঃশত্ৰু দেখা যায় কিন্তু গৃহশত্ৰু চিনা নাযায়। গতিকে ইহঁত অতি মাৰাত্মক। তাৰ উপৰি তিনি নম্বৰতে হ'ল আমাৰ লাভখোৰ ছোৰাং কাৰবাৰীসকল। ঘৰৰ এনে বিপদত সিহঁতে সহায় কৰিব দূৰৰ কথা, নিজে লাভৱান হোৱা তালতহে আছে। এই স্বাৰ্থলোভী আত্মকেন্দ্ৰীসকলৰ পৰা সাৱধান থাকিব লাগিব। চাৰি নম্বৰতে হ'ল মিছা গুজব ৰটনা কৰা সকল। যুঁজৰ সময়ত মিছা গুজব ৰটনাৰ ফলত ভয়ঙ্কৰ অন্যায় হয়। গুজব ৰটনাকাৰীসকল যে সকলোৱে ইচ্ছাকৃতভাৱে গুজব ৰটনা কৰে এনে নহয়, কিছুমানে এনেয়ে কোৱাৰ ফলতে শেষত গুজব হৈ পৰে আৰু সিয়ে নানা জনৰ মুখত পৰি বিকট আকাৰ ধাৰণ কৰে। গতিকে সকলোৱে অতি সাৱধানে কথাবতৰা ক'ব লাগিব। এইখিনি নজৰ ৰাখিব লাগিব সকলোৱে। তাৰ পাচত আন

ঘৰৰপৰা অস্ত্ৰ কিনাৰ উপৰিও আমাৰ নিজৰ ঘৰত অস্ত্ৰ তৈয়াৰ কৰা কাৰ-খানা বহুৱাব লাগিব, তেতিয়াহে আমি স্বাৱলম্বী হ'ম। অৱশেষত আমি আমাৰ জোৱান ভাইক ধন-জন, অস্ত্ৰ-শস্ত্ৰ আৰু উৎসাহ উদ্দীপনাৰে সহায় কৰিব লাগিব। এইবোৰ কাম নিয়াৰিকৈ কৰি যাব পাৰিলে আমাৰ শত্ৰু যিমানেই বলৱান নহওক, শেষত আমাৰেই জয় হ'ব। তাত সন্দেহ নাই। গতিকে মোৰ আৰু ক'বলৈ একো নাই; ইমানেই ক'লোঁ। কিন্তু মনত ৰাখিব কোনোজনে কৰ্তব্যৰ ত্ৰুটী কৰিলে কামত গাফিলি কৰিলে, নাইবা শত্ৰুক সহায় কৰিলে তাক ক্ষমা কৰা নহ'ব। ঘৰ-খনতকৈ কাৰো প্ৰাণ মূল্যবান নহয়। শিথিলতাৰ শাস্তি গুৰুতৰ। আপোনালোকে আগবাঢ়ক, দেখিম শত্ৰুৰ শক্তি কিমান। আমাৰ যুঁজ দীঘলীয়া হ'ব, হওক, তাৰ বাবে আমি ভয় নকৰোঁ, কেৱল সকলোৱে মনত সঙ্কল্প লওক---আমি নিশ্চয় জয়ী হ'বই লাগিব। মই সদায় ডাঙৰ খুৰাৰ পাচত আছোঁ। কোনো ভয় নাই। পৰি-শেষত মই কওঁ যে ঘৰৰ সঙ্কটৰ কালত খুৰা, কক'াইদেউ আৰু ভাই ভতিজা কাৰো দোষ ক্ষমা কৰা নহব—"উগ্ৰ শাস্তি বিধান কৰা হ'ব। এয়ে ক'বলগীয়া।"

মোৰ কথা সকলোৱে ইমান মন দি শুনিলে যে কাৰো ক'তো এটা হাচি-কাঁহো শুনা নগ'ল। মই বহি পৰিলোঁ। সকলোৱে হাত চাপৰি বজাই দিলে। মোৰ কথা কোৱাৰ শান্ত ভঙ্গী আৰু গহীন প্ৰকৃতি দেখিয়েই হ'বলা অতিথিসকলে মূৰ দুপি-য়াই প্ৰতি কথাতে সন্মতি জ্ঞাপনৰ ইঙ্গিত দিছিল। খুৰাইঁতে প্ৰতিটো বাক্য বৰ যত্ন সহকাৰে মন দি শুনিলে। মোৰ বন্ধুই মোৰ কথা-বোৰ 'নোটবুক'ত টুকি ৰাখিলে। মই ভাবি নাপালোঁ যে মোৰ এই অনুত্তেজক কথা কেইষাৰিত কি ৰস পালে তেওঁ। মই বহাত মোৰ কাষতে বহি তেওঁ মোৰ হাতত ধৰি জোকাৰি দি হাঁহি মাৰি ক'লে—"চাব্বাচ বন্ধু! উপযুক্ত কথা কৈছে। সাময়িক উত্তেজনাৰ

বক্তৃতাতকৈ এই স্বাভাৱিক চিন্তাশীল আৰু ফলদায়ক বক্তৃতাৰ মূল্য অধিক। আপোনাৰ বুদ্ধি, বিবেচনাৰ মই শলাগ ললোঁ।

মই হাঁহি মাৰি সন্মতি জনাই থলোঁ। এনেতে ডাঙৰ খুৰাই থিয় হৈ কৈ গ'ল—"আমাৰ ঘৰৰ সকলোকে মই জনাওঁ যে আজি মই মহা শক্তি লাভ কৰিলোঁ, কাৰণ আজি মই আমাৰ সকলোতকৈ ক্ষমতাশালী 'জনমত'ৰ সমৰ্থন লাভ কৰিলোঁ। মোৰ আৰু কোনো চিন্তা নাই। প্ৰতি মুহূৰ্ত্তে জনমতৰ হুকুম লৈ মই যাৱতীয় কাম কৰি যাম। আমাৰ জয় অনিবাৰ্য্য। শেষত জয় আমাৰ। এতিয়া আৰু বিলম্বৰ প্ৰয়োজন নাই কামত আগবাঢ়িব লাগে।"

ডাঙৰ খুৰা বহিল। সভাপতি খুৰাই মেল ভঙ্গ হোৱা হুকুম শুনোৱাৰ আগে আগে মই পুনৰ উঠিলোঁ আৰু কলোঁ—"খুৰা, শুনক! আমাৰ মেলত আজি আমাৰ গাঁৱৰ বিশ্বমতো উপস্থিত আছে। তেওঁৰ মতামতো লোৱা বেয়া নহয়।"

মোৰ কথা শেষ হোৱাৰ লগে লগে চাৰিওফালৰপৰা জয়-ধ্বনি উঠিল—"ক'ত, ক'ত বিশ্বমত ক'ত? বিশ্বমতে কি কয় শুনিব লাগে। কওঁক কওঁক।" সভাপতি খুৰাই মাত লগালে—"শ্ৰদ্ধেয় বিশ্বমত; আমাৰ সৌভাগ্যবশতঃ আপুনি আমাৰ মেলত উপস্থিত আছে যেতিয়া আপোনাৰ মতামত ব্যক্ত কৰক অনুগ্ৰহ কৰি।" সভাপতি খুৰাৰ অনুৰোধ পাই বন্ধু বিশ্বমত থিয় হ'ল। সকলোৱে তেওঁৰ ফালে চাব ধৰিলে। হৈম আৰু সাগৰিকাৰ কথা ক'বই নালাগে, আমাৰ আন আন ভনীসকলেও অনিমেষ নয়নে চাই ৰ'ল বন্ধুৰ ফালে। আমাৰ অতিথিসকলেও অলপ সঙ্কোচবোধ কৰিলে, কাৰণ বিশ্বমতে মাজে মাজে তেওঁলোকক সমালোচনা কৰে আৰু তেতিয়া তেওঁলোকৰ পদবী স্খলন হয়। বন্ধু বিশ্বমতে থিয় হৈ হাঁহি মাৰি ক'লে—

"শ্ৰদ্ধেয় সভাপতি আৰু ৰাইজ! ইমান সময়ে মই

আপোনালোকৰ সমস্ত কথা আৰু আঁচনিৰ বিষয়ে শুনিলোঁ। শুনি সুখী হলোঁ। শত্ৰুৱে আক্ৰমণ কৰিলে যি কোনো উপায়ে ঘৰ ৰক্ষা কৰিবই লাগিব। তাৰবাবে যি ব্যৱস্থা কৰিছে তাক মই সমৰ্থন কৰিছোঁ। তেওঁলোকৰ সম্পূৰ্ণ ভুল হৈছে। সীমা বিবাদ হ'লে শান্তিপূৰ্ণভাৱে দুই পক্ষই লগলাগি মধ্যস্থ ব্যক্তি আগত ৰাখি তাক মীমাংসা কৰিব লাগে। তাকে নকৰি তেওঁলোকে কাজিয়াৰ আশ্ৰয় ল'লে। দলে বলে আহি অস্ত্ৰ-শস্ত্ৰ লৈ আক্ৰমণ কৰিলে। এইটো গৰ্হিত কাম। আমি গৰিহণা দিম। গাঁৱৰ প্ৰায়ভাগ ঘৰে তেওঁলোকৰ এই কামৰ গৰিহণা দিছে। ময়ো বৰ বেয়া বুলিছোঁ। এই আক্ৰমণ অতি অন্যায় আৰু নৃশংস। মেক্‌মোহন সীমাৰেখাই দুয়ো ঘৰৰ সীমা। আজি ইমান দিনে আমি স্বীকাৰ কৰি আহিছোঁ। এই অন্যায়ৰ বাবে গাঁৱৰ সকলোৱে আপোনালোকৰ পক্ষ লৈছে। আপোনালোক নিৰপেক্ষ লোক। তথাপি গাঁৱৰ শক্তিশালী পক্ষ দুটাই আপোনালোককে সমৰ্থন দিছে। ময়ো সমৰ্থন কৰিছোঁ। এতিয়া গাঁৱৰ আন আন ঘৰৰ লগত আলোচনা কৰি মই গাঁৱৰ মেলত উত্থাপন কৰিম। গাঁৱত প্ৰতি ঘৰে অস্ত্ৰ-শস্ত্ৰ দি সহায় কৰিব আপোনালোকক; কিন্তু মূল্য দিম বুলি কৈ বৰ সন্মানজনক কাম কৰিছে। মই তাৰ বাবে অভিনন্দন জনালোঁ। অৱশ্যে মই আশা কৰোঁ যে বিপদত পৰিলেও আপোনালোকে নিশ্চয় গাঁৱৰ বিবদমান পক্ষ দুটাৰ কাৰো লগত যোগ নিদিব। আপোনালোকৰ নিৰপেক্ষ নীতি চলাই যাওক—মই সদায় আপোনালোকৰ পাচত থাকিম। সত্যৰ জয় হওক। অহিংসাৰ প্ৰচাৰ হওক। শান্তি প্ৰতিষ্ঠাপিত হওক। সমস্ত গাওঁ ব্যাপী মহা যুঁজৰ অৱসান হওঁক। এয়ে মোৰ বক্তব্য আৰু বেচি নকওঁ।"

এই বুলি কৈ বন্ধু বিশ্বমত বহিল। সকলোৱে আনন্দত জয়ধ্বনি দিলে। বিশ্বমতৰ সমৰ্থন পাই ডাঙৰ খুৰাই বুকু ডাঠ কৰি

কৈ দিলে—

"আজিৰপৰা কোনো ভয় নাই। আমাৰ গাঁৱৰ সবাতোকৈ ক্ষমতাশালী ব্যক্তি বিশ্বমতে যেতিয়া আমাৰ কাৰ্য্যক সমৰ্থন কৰিছে, তেতিয়া আৰু ভয়, সঙ্কোচ আৰু দ্বিধাৰ কোনো কাৰণ নাই। আমি নিৰ্ভয়ে আগবাঢ়ি যাম। আমি ন্যায় আৰু সত্যত আছোঁ। সত্যৰ জয় অনিবাৰ্য্য। আমাৰ জয় সুনিশ্চিত। যি পৰ্য্যন্ত আমাৰ সীমাৰপৰা আক্ৰমণকাৰীক আঁতৰ কৰিব নোৱাৰিম, সেই পৰ্য্যন্ত আমি অবিশ্ৰান্তভাৱে যুঁজ চলাই যাম। অৱশ্যে শান্তিপূৰ্ণ আলাপ আলোচনাৰ জৰিয়তে বিবাদ মীমাংসা কৰাৰ আমি পক্ষপাতী কিন্তু সেইবুলি আমি কোনো ৰকমৰ নতি স্বীকাৰ নকৰোঁ আৰু আমাৰ আত্মসন্মান লাঘৱ কৰা কোনো আলোচনাতে যোগ নিদিওঁ। হয় ঘৰ ৰক্ষা কৰিম, নহয় মৰিম এয়ে আমাৰ পণ। আমাৰ ঘৰৰ সকলোৱেঁ আজি থিয় হৈ সঙ্কল্প গ্ৰহণ কৰক—"হয় ঘৰ ৰক্ষা কৰিম, নহয় মৰিম, তথাপি শত্ৰুৰ হাতত নতি স্বীকাৰ নকৰিম। কওঁক সকলোৱে।" ডাঙৰ খুৰাৰ কথাত আটায়ে থিয় হৈ প্ৰতিজ্ঞা কৰিলোঁ—"হয় ঘৰ ৰক্ষা কৰিম, নহয় মৰিম।"

আমাৰ প্ৰতিজ্ঞাৰ ধ্বনি পৰ্বতে-কন্দৰে প্ৰতিধ্বনি হ'ল। সমস্ত গাঁৱময় জনাজাত হৈ গ'ল। অতিথিসকলে আমাৰ এনে ভীষণ প্ৰতিজ্ঞা শুনি তবধ মানিলে। মোৰ বন্ধু বিশ্বমতে আনন্দতে এটা মিঠা হাঁহি মাৰিলে।

প্ৰতিজ্ঞা গ্ৰহণ কৰাৰ পাচত সভাপতি খুৰাই থিয় হৈ ক'লে— "কথা যেনে কামো যাতে তেনে হয় তাকে কামনা কৰি মই আজিলৈ মেলৰ সামৰণি মাৰিলোঁ।"

সভাপতি খুৰাই মেল ভঙ্গ কৰিলে। আমি সকলোৱে মনত এটা অদ্ভুত দৃঢ়তা আৰু কঠোৰ সঙ্কল্প লৈ উঠি আহিলোঁ। মোৰ লগত আহিল মোৰ বন্ধু বিশ্বমত।

তাৰ কেইদিনমান পাচতে বন্ধু বিশ্বমতে সমগ্ৰ গাঁৱতে ঘোষণা কৰি দিলে আমি শুদ্ধ। ন্যায় আৰু সত্য পথত আছোঁ। আমাৰ বিপক্ষই অন্যায় আক্ৰমণ কৰিছে। বিশ্বমতৰ এই অভিমত শুনি বিপক্ষৰ মাজত আতঙ্কৰ সৃষ্টি হ'ল।

(২)

আমাৰ এনে বিপুল আয়োজন দেখি শত্ৰু পক্ষৰ মাজত গুণা-গঁঠা লাগিল। সমস্ত গাৱঁৰ মানুহে সিহঁতক গৰিহণা দিলে। তাৰ উপৰি শক্তিশালী, ধনী আৰু ক্ষমতাশালী ঘৰকেইখনে আমাক অস্ত্ৰ-শস্ত্ৰ দি সহায় কৰিম বুলি গাত লোৱাত সিহঁতৰ ভয় লাগিল। ইফালে আমাৰ ঘৰখনৰ এনে অভূতপূৰ্ব্ব জাগৰণ দেখি সিহঁত চমকিত হৈ উঠিল। সিহঁতে প্ৰথমে ভাবিছিল, কাজিয়া লাগিলে আমাৰ বিৰোধী ভাইসকলে তলে তলে সিহঁতৰ লগত যোগ দিব আৰু শেষত ঘৰ দখল কৰিব পাৰিলে সিহঁতে ঘৰৰ মালিক হব। সেই বাবে সহায় কৰিব। কিন্তু মিছা হ'ল। আমাৰ বিৰোধী ভায়েও আমাৰ লগতেই সিহঁতৰ বিৰুদ্ধে যুজিব ওলাল। ইফালে মোৰ ধমকত সিহঁতৰ ভাৰী জোৱাইয়ে মনে মনে বহি থাকিল। দুজনমানে তলে তলে খবৰ যোগোৱা বুলি শুনি মোৰ ভাই 'জনৰব' আহি মোৰ আগত কৈ দিলে। মই ডাণ্ডৰ খুৰাক হুকুম কৰিলোঁ। সিহঁতক বান্ধি থবলৈ। সেইমতে খুৰাহঁতে সিহঁতক বান্ধি থলে। ইফালে আমাৰ মিত্ৰসকলে অস্ত্ৰ-শস্ত্ৰ পঠাব ধৰিলে। বিপুল পৰিমাণৰ অস্ত্ৰ সৰবৰাহ কৰিব বুলি জানি সিহঁতৰ ভয় লাগিল। আনফালে বেটাহঁতৰ ঘৰত খাবলৈ নাইকিয়া হ'ল! বহুত ল'ৰা-ছোৱালীয়ে খাবলৈ নাপাই দিনে দিনে মৰি থাকিল। ইয়াৰ বাহিৰেও গাৱঁৰ কোনো ঘৰৰপৰা গালিৰ বাহিৰে আন একো সহায় নাপালে। ইফালে যাক আশা কৰি

যুজিব আহিছিল সেই উত্তৰৰ ঘৰ--- সিহঁতৰে ককায়েকহঁতে সহায় নকৰিলে বৰং মতবাদ লৈ কাজিয়াহে আৰম্ভ হ'ল। ফলত বেটাহঁতৰ বৰ ভয় হ'ল। ভয়তে একো উপায় নাপায় সন্মান ৰক্ষাৰ বাবে এটা নতুন বুদ্ধি পাঙিলে।

আমাৰ নেফা কোঠালীৰ বোমডিলাৰ খুটিটোকে উভালি যেতিয়া সিহঁত আগুৱাই আহিল তেতিয়া আমাৰ নেফাৰ ভাই-ভনীসকলে ডাঙৰ ঘৰলৈ (১ নং ঘৰ অৰ্থাত অসম) দৌৰ দিলে। ইফালে তেজপুৰৰ বিছনাৰপৰা উঠি লৰ মাৰিলে সেইখন বিচনাত থকা ভাইজনে। নগাওঁ, গুৱাহাটী আদি বিছনা কেইখনত সিহঁতে বহি আশ্ৰয় ললে। ইতিমধ্যে নেফাৰ ভাই-ভনীসকল আহি গুৱাহাটীৰ বিছনাত বহি আছিলেই। বাধ্য হৈ এওঁলোকেও আহি একে বিছনাতে থাকিব লগা হয়। তেতিয়া বৰ কষ্ট হ'ল। আনফালে গুৱাহাটীৰ বিছনাত থকা বিলাকে এওঁলোকক সেৱা-শুশ্ৰূষা কৰি খুৱাই-ধুৱাই নিজৰ বিছনা এৰি দি নিজে যে কিমান কষ্ট ভোগ কৰিব লগা হ'ল তাক কৈ শেষ কৰিব নোৱাৰি। এইবোৰ কাণ্ড মই নিজ চকুৰে দেখিছোঁ। কি যে আলাই-আথানি।

সিহঁতে এনেভাৱে আক্ৰমণ কৰি আগুৱাই অহাত আমাৰ বেলাগী ঘৰে সোণালী সুযোগ ভাবি সিহঁতৰ যুজাৰু ভায়েকহঁতক আনি আমাৰ সীমাত ৰাখিলে। মতলব---উত্তৰৰপৰা সিঘৰ আহিলে দক্ষিণৰপৰা ইহঁত যাব আৰু মাজতে দুয়োদলে লগ লাগি আমাক ছুচু খুন্দা দিব। বাঃ কি চমৎকাৰ মন্ত্ৰণা! সেই উদ্দেশ্যে আমাৰ দুই নং ঘৰ আৰু এক নম্বৰ ঘৰৰ মাজৰ দোঘোৰাটোত (দুই ঘৰৰ মাজৰ ঠেক বাট) দুয়ো ফালৰ শত্ৰু থিয় হ'ল। আমাৰ দুই নম্বৰ ঘৰৰপৰা এক নম্বৰ ঘৰলৈ যোৱা বাটটো বৰ ঠেক। দুই হাত এৰিলেই বেলাগীহঁতৰ ঘৰ পোৱা যায়। সিহঁতৰ ঘৰৰ কাষেৰে ঠেক বাটটোৰে এক নম্বৰ ঘৰলৈ আহিব লাগে। এই ঠেক বাটটো

বন্ধ কৰি দি এক নম্বৰ ঘৰৰ লগত সম্পৰ্ক ছেদ কৰিব পাৰিলে দুয়ো ঘৰে এই ঘৰটি ভগাই লব পাৰে, এই মতলব কৰি বেলাগীহঁতেও সিহঁতৰ যুজাৰু ভায়েকহঁতক আনি তাতে থিয় কৰালে। আমাৰ আৰু মতলব বুজিবলৈ একো বাকী নাথাকিল। এই দুষ্ট দুৰভিসন্ধি দেখি খুৰাহঁতৰ বেয়া লাগিল, ভাইহঁতৰ ভয় লাগিল কিন্তু মোৰ বৰ খং উঠিল ; কৈ দিলোঁ।—

"অস্ত্ৰ আনা, জোৱান ভাইহঁতক মাতা, এইবাৰ হয় মাৰিম নহয় মৰিম। এইবাৰ শত্ৰুক দেখিহে চাৰিম। কাকো ক্ষমা নকৰিম।" মোৰ এনে ৰুদ্ৰ-মূৰ্ত্তি দেখি ঘৰৰ সকলোৱে বিচ্যুতি খালে। খুৰাহঁতে জোৱান ভাইহঁতক পঠাই দিলে, লগতে পঠালে অস্ত্ৰ। আমাক সহায় কৰিম বোলা সকলে অস্ত্ৰ পঠালে। আমাৰ পুৰণি শাসক ঘৰে আৰু গাঁৱৰ আটাতকৈ ধনী ঘৰে অস্ত্ৰ পঠালে। ইয়াকে দেখি আমাৰ বেলাগী ঘৰে তেওঁলোকক গালি ধৰিলে। আগৰপৰা বেলাগী ঘৰে ধনী মানুহ ঘৰৰপৰা অস্ত্ৰ-শস্ত্ৰ, টকা-পইচা আদি সাহায্য পাইছিল আৰু বিপুল পৰিমাণৰ অস্ত্ৰ-শস্ত্ৰ তেওঁলোকৰপৰা লৈ আমাক আক্ৰমণ কৰিম বুলি আজি কেইবা বছৰে মনে মনে বুধি পাঙি আছিল। আজি হঠাতে সেই ধনী মানুহ ঘৰে আমাকো অস্ত্ৰ দিয়াত সিহঁতৰ কল্পনা চূৰ্ণ-বিচূৰ্ণ হৈ গ'ল। গতিকে খঙৰ বেগত গালি আৰম্ভ কৰিলে। কিন্তু জ্ঞানী মানুহে জানো গালিক কাণ কৰে ? সিহঁতৰ দশাও তেনে হ'ল। ধনী মানুহ ঘৰে আমালৈ চুক্তিমতে অস্ত্ৰ পঠাব ধৰিলে। সেই অস্ত্ৰ দুপদমান পায়ে আমাৰ জোৱান ভাইসকলে সিংহৰ দৰে গৰ্জি উঠিল আৰু সঙ্কট স্থানলৈ গতি কৰিলে। ইতি-মধ্যে আমাৰ যুজৰ প্ৰস্তুতি চলিল পূৰাদমে। আমাৰ উদ্যম, প্ৰস্তুতি আৰু দৃঢ়তা দেখি, লগতে মোৰ বীৰ হুঙ্কাৰ শুনি বোধহয় বেটাহঁতৰ পিল্লাই চমকি গ'ল। সিহঁতৰ মুৰব্বীজনে হঠাৎ ঘোষণা কৰি দিলে যে যুঁজ বন্ধ।

১৯৬২ চনৰ ২০ নবেম্বৰ তাৰিখে সিহঁতে যুঁজ বিৰতি প্ৰস্তাব দিলে। এক পক্ষীয় প্ৰস্তাৱ। এক পক্ষীয়ভাৱে যুঁজ বিৰতিৰ প্ৰস্তাৱ দিলে। আমাক একো সোধা নাই, মাত্তা নাই, কেৱল নিজে নিজে ক'লে-- "ডিচেম্বৰৰ এক তাৰিখৰপৰা আমাৰ যুজাৰু ভাইহঁতক ওভতাই নিম। আপোনালোকৰ বন্দী কৰা ভাইসকলকো ওভতাই দিম। তাৰ উপৰি আমি মেক্‌মোহন সীমা ৰেখাৰ সিপাৰলৈ যাম। তাৰ পাচত দুয়ো ঘৰৰ ভিতৰত আলোচনা কৰিম। আমাক যেন ফিৰি যাওঁতে পুনৰ আক্ৰমণ নকৰে।" বঢ়িয়া কথা। কিয় বাপু? ফিৰি যোৱা কিয়? ইমান ভালনে তোমালোক? ইয়াকে কয় ঠেলাৰ নাম ব্যবাজী। সংসাৰৰ হেঁচাত তিষ্ঠিব নোৱাৰিলে বহুতে এনে ৰকমৰ সন্ন্যাসী হয়---প্ৰকৃত বৈৰাগ্যবশতঃ নহয়। তোমালোকৰো তেনে হৈছে। আমি আৰু বুজিবলৈ বাকী নাই। যুঁজ কৰা ভায়েকহঁতক ৰচদ পাতি যোগাব নোৱাৰা ঘৰত দুৰ্ভিক্ষ হৈছে; ইফালে আমাৰ অস্ত্ৰবলৰ উমান পাইছা; গতিকে যুঁজ বিৰতিৰ প্ৰস্তাৱ দিছা নিজে নিজে। আৰু বাৰু তহঁক কি বিশ্বাস কৰিম? খাবলৈ থকাত যুজিবলৈ আহিছিলি, আৰু খাবলৈ নোপোৱা হোৱাত দুৰ্ব্বল হৈ ফিৰি যাব ওলাইছা; আকৌ যে সুবিধা হ'লে পুনৰ আক্ৰমণ নকৰিবা তাৰ কি প্ৰমাণ আছে মোৰ ডিঙিত কামোৰা বন্ধু? চাব্বাচ প্ৰস্তাৱ! ধন্য সৎলোক তোমালোক! তোমালোকৰ এনে সজ প্ৰচেষ্টা দেখি পুতৌ হয় মোৰ কুটুম। তোমালোকে যুঁজ কৰিছা, আমাক সোধা নাই,, যুঁজ এৰিছা তাতো আমাক সোধা নাই। গতিকে তোমালোকৰ যুঁজ কৰা আৰু এৰাত আমাৰ নো কি কবলগীয়া আছে? সেইবাবে মই কৈ দিলোঁ---

হেৰা আমাৰ কলিজা খোৱা বন্ধুসকল তোমালোকৰ মহানুভৱতা নে উদাৰতা নে কাপুৰুষতা তাৰ কথা আমি নাভাবোঁ। পিছে আৰু কোনদিন অতৰ্কিতে আহি আমাক ডিঙিত কামোৰি ধৰিবা তাৰেহে চিন্তা কৰিছোঁ। যুঁজ বিৰতিৰ প্ৰস্তাৱ দিয়া, যুজাৰু ফিৰাই

নিয়া তাত আমাৰ মাত মাতিব লগা একো নাই ; পিছে হে উদাৰ বন্ধু ! তোমালোকে আমাৰ সীমাৰ বাহিৰলৈ গৈ যি কৰা তাকে কৰাগৈ ; আমাৰ মাটিত থাকিবলৈ দিয়া নহ'ব । এতিয়া যুজিবৰ বল নাইকিয়া হৈছে দেখি কৈছা যুঁজ এৰিলোঁ, আৰু বল হ'লে পুনৰ কৰা যুঁজ পাতিলোঁ । বিশ্বাসঘাতকতাৰ সজাত নাই, গতিকে তোমালোক গ'লেও আমি আমাৰ যুঁজৰ প্ৰস্তুতি চলাই থাকিম । আমি কাকো আক্ৰমণ নকৰোঁ কিন্তু কাৰো আক্ৰমণ সহ্যও নকৰোঁ । আমি আমাৰ সাৰ্বভৌমত্ব ৰক্ষাৰ বাবে প্ৰাণপণে যুজিম । তোমালোকে আমাক অস্ত্ৰবলত সাময়িকভাৱে দুৰ্বল দেখি আক্ৰমণ কৰিলা, এইবাৰৰপৰা যাতে এনে দুঃসাহস কৰিবলৈ আগ নাবাঢ়া তাৰবাবে অস্ত্ৰ বল বঢ়াম । মনত ৰাখিবা—"কণ্টকেনৈব কণ্টকম্" কথাফাঁকি আমাৰ চাণক্যই কৈ গৈছে ।

তাৰ পাচত ১ ডিচেম্বৰৰপৰা সিহঁতে যুজাৰু ফিৰাই নি আছে । বন্দীবিলাক ফিৰাই দিব ধৰিছে । আমাৰ সীমা ৰেখাৰ ওচৰলৈ ফিৰি যাব ধৰিছে । আমি বিশ্বাস কৰা নাই । সিহঁতে এটা চৰ্ত্ত দিছে যে আমি যেন সিহঁতৰ সীমা উলজ্ঘন নকৰোঁ, সিহঁতক প্ৰতি আক্ৰমণ নকৰোঁ । আমি সীমা উলজ্ঘা কোনোদিন কৰা নাই আৰু নকৰোঁ ; কিন্তু সিহঁতৰ সুবিধা হ'লে এনেই মিছাকৈ পুনৰ ক'ব আমি সীমা লজ্ঘন কৰা বুলি নাইবা যেতিয়া যুজিবৰ মন যাব তেতিয়া এনেই ক'ব যে আমি সিহঁতক আক্ৰমণ কৰিছোঁ ; আৰু সেই মিছা কথাকে ঘোষণা কৰি যুঁজ আৰম্ভ কৰিব । অসতৰ মতলব বুজা টান । বিশ্বাসঘাতকৰতো বিশ্বাস নাই । সেইবাবে আমি ভৱিষ্যতলৈ প্ৰস্তুত থাকিব লাগিব । সৰুতে সাপে খালে, পাচত কেঁচুলৈকো ভয় বুলি এটা কথা আছে । গতিকে আমি আমাৰ যুঁজৰ প্ৰস্তুতি শিথিল কৰিলে নহ'ব । *সেইবাবেই আমি প্ৰাণপণে* চেষ্টা কৰিব লাগিব আমাৰ ঘৰখন টৰ্নকিয়াল কৰিবলৈ । পূৰ্ণ উদ্যমে আমি কাম কৰি যাব লাগিব । আমি এনে শক্তিশালী হ'ব লাগিব

যাতে কোনো শত্ৰুৱে আমাক আৰু জোকাবলৈ সাহস নকৰে। এই যুজত এটা উপকাৰ হ'ল যে কোন শত্ৰু, কোন মিত্ৰ আমি বুজিব পাৰিলোঁ। শত্ৰু মিত্ৰ চিনি কাম কৰি যাবৰ বাবে আমাৰ ভাল সুবিধা হ'ল। সিহঁত বিশ্বাসঘাতকহঁতৰ পঞ্চশীল নীতি গৈ পঞ্চশিল অৰ্থাৎ পাঁচটা শিল যেন হে হ'ল। যিয়ে শক্তিকহে বিশ্বাস কৰে—যুক্তিক নহয়; যাৰ প্ৰস্তাৱ ছল আৰু প্ৰতাৰণাৰে পূৰ্ণ, যাৰ স্বভাৱ মিত্ৰদ্ৰোহী সেই পাষণ্ডলোকৰ লগত বন্ধুত্ব কৰিবলৈ শাস্ত্ৰই মানা কৰিছে! গতিকে আমি ভৱিষ্যতে সাৱধান হব লাগিব।

সীমাৰ কাজিয়া আমাৰ আৰম্ভ হে হৈছে—নিষ্পত্তি হোৱা নাই। আমাৰ উত্তৰৰ ঘৰৰ দৰে দক্ষিণৰ ঘৰেও আজি কেইবা বছৰৰ পৰা আমাৰ দক্ষিণ সীমাত উৎপাত কৰি আছে। এতিয়া দুয়ো শত্ৰুই যোগ হৈছে। আমাৰ ভৱিষ্যৎ বৰ ভয়াবহ। ইতিহাসে কয়—দেশৰ সীমালৈ ৰাজ্যৰ লগত ৰণ হয়, দেশ পতন হয়। আমাৰ গাৱঁতো মাটিৰ সীমাৰ কাজিয়াৰ বাবে এঘৰৰ লগত আন* ঘৰৰ মৰামৰি হয়। আমাৰো আজি সেই একে দশা হৈছে। মাটিৰ সীমাত কাজিয়া লুকাই থাকে। গতিকে আজি আমাৰ সীমাৰ কাজিয়াৰ ওপৰত আমাৰ ঘৰৰ উত্থান-পতন বহুত নিৰ্ভৰ কৰিছে। আমি ভাৱি চিন্তি কাম কৰিব লাগিব। ঘৰৰ সকলোৱে একগোট হৈ শত্ৰুৰ বিৰুদ্ধে যুজিব লাগিব। মোৰ বিশ্বাস আছিল যে শেষত আমাৰ জয় অনিবাৰ্য্য, তাৰ প্ৰথম পদক্ষেপ আৰম্ভ হৈছে। শত্ৰুই নিজে নিজে আঁতৰি গৈছে। ডাঙৰ খুৰাই কৈছিল যে শেষত আমাৰেই জয়। এই কথাৰ প্ৰমাণ হৈ গ'ল। যুজৰ গতিয়ে আচৰিত। দুৰ্ব্বলেও জয় লাভ কৰিব পাৰে— সময়, সুযোগ আৰু অৱস্থাই হে যুজৰ জয় পৰাজয় নিৰ্ণয় কৰে —অস্ত্ৰ-শস্ত্ৰ নাইবা যুজাৰুৰ বাবে নহয়। এইবাৰ কবলৈ গ'লে আমাৰ আপোনা আপুনি জয়লাভ হ'ল; কিন্তু ভৱিষ্যতে আমি নিজেই বিজয়ী হম, এই মনোভাৱ লৈ আমি আগবাঢ়িব লাগিব!

সেই দেখি আজি মই জনমতে ঘোষণা কৰিলোঁ—আমি অবিশ্ৰান্তভাৱে যুদ্ধ প্ৰস্তুতি চলাব লাগিব আৰু তাৰ বাবে সকলোৱে কষ্ট আৰু ত্যাগ স্বীকাৰ কৰিব লাগিব। আগবাঢ়া! আগবাঢ়া!! চৰৈৱেতি! চৰৈৱেতি!!

---

প্রেমে জাতিকুল নিবিচাৰে-প্ৰতিদানহে বিচাৰে, অথচ তুমি তাৰ প্ৰতিদান দিয়া নাই। মোৰ মন হতাশ হৈ পৰিছে।" স্পষ্টভাৱে চকু লৈ চাই অজিত বৰুৱাই মিনতি হাজৰিকাক কয়।

অতি হতাশ আৰু খ্ৰিয়মান অজিতৰ মলিন মুখলৈ চাই উত্তৰ দিয়ে মিনতিয়ে -"মই তোমাক কি দিয়া নাই ? সকলো দিছো -কেৱল মই মোক শেষ কৰি দিবলৈহে বাকী আছে। তুমি মোক শেষ কৰিবলৈ বিচৰা নেকি ?"

"নহয়। মই দেহ বিচৰা নাই, বিচাৰিছো হৃদয়। তুমি মোক ভালপোৱা নাই। কেৱল খেলা কৰিছা। তুমি সুচতুৰা; কিন্তু হৃদয়হীনা।"

"তুমি বৰ নিষ্ঠুৰ অজিতদা। তুমি মোক ইমান আঘাত দিব পাৰা ? মই ভবাই নাছিলো।"-চকু চলচলীয়া কৰি কয় মিনতিয়ে।

"তুমি যদি মোক সঁচাকৈ ভালপোৱা তেন্তে তোমাৰ ঘৰলৈ প্ৰফেচৰ ভবেন কাকতিক আহিবলৈ দিয়া কিয় ?"

আচৰিত ভাৱ প্ৰকাশ কৰি মিনতিয়ে সোধে -"কাকতি চাৰ আহিলে কি হয় ?"

"মই দেখিছো তুমি তেওঁৰ লগত যথেষ্ঠ আলাপ -আলোচনা কৰা। আৰু....."

"আৰু কি ?"

"আৰু সমনীয়াৰ লগত ব্যৱহাৰ কৰাৰ দৰে গোপন আলোচনা কৰা।"

"তেখেত দৰ্শন শাস্ত্ৰৰ অধ্যাপক - ত ত্ত্বগধুৰ কথাবোৰ আলোচনা কৰোঁতে কেতিয়াবা গভীৰ আলোচনা হয। সিও কি দোষৰ কথা ?"

"হলেও তেখেত পুৰুষ আৰু জাতিত তু মি নাৰী।"

"তেখেত বযসীযা লোক-নিজৰ লৰা- তিৰোতা আছে-সামাজিক সন্মান আছে ; তেনেস্থলত তেখেতক সন্দেহ কৰাৰ কাৰণ কি"

"প্ৰেমৰ ক্ষেত্ৰত বযসৰ সীমা নাই মিনতি ; প্ৰৌঢ পুৰুষেও যুবতী ছোৱালীৰ লগত প্ৰেমত পৰিব পাৰে-ই প্ৰকৃতিৰ নিযম।"

"এই সন্দেহতে তোমাৰ ঈৰ্ষা জন্মিছে ?"

"অকল ঈৰ্ষাই নহয,-জ্বালাত অন্তৰ দহিব ধৰিছে।"

"তু মি ভু ল নুবুজিবা বৰুবা ; তেখেত অতি পবিত্ৰ; দেবতু ল্য।"

"দেবতাৰ পদস্খলন হয। কামিনী পাশত, জটীয়া শিৱও পৰিল পাকত। গতিকে মই বিশ্বাস কৰিব নোৱাৰো। তু মি তেখেতক আহিবলৈ মানা কৰি দিবা।"

"উহ ভগবান ! তাৰ মানে তু মি মোক সন্দেহ কৰা।"

"ই স্বাভাৱিক মিনতি। সন্দেহ হবই। প্ৰেমাস্পদে কাৰো অধিকাৰ প্ৰৱেশ সহ্য নকৰে।"

"উহ অজিতদা ! তু মি মোক মাৰি পেলোৱা অজিতদা - মোক এনেভাৱে হৃদযত শেল নামাৰিবা। মই তোমাৰ বাহিৰে কাকো ভাল নাপাওঁ, বিশ্বাস কৰা। তেখেতক তু মি সন্দেহ নকৰিবা।"

"মই নিজ চকু ৰে দেখা পাইছো তু মি তেখেতৰ লগত বহি ৰুমৰ ভিতৰত মেলমাৰি আছিলা। সেইবোৰ কথাৰ মাজত যে কি কথা আছিল তাক তু মি আৰু তেখেতৰ বাহিৰে আনে নেজানে। গতিকে মই সন্দেহ কৰাৰ যথেষ্ট কাৰণ আছে।"

অতি দৃঢতাৰে কয় অজিতে। তেওঁৰ মুখৰ বৰণ বদলি যায়। মিনতিয়ে হুক্ হুকৈ কান্দি কামৰ চিযাৰখনত ঢলি পৰে। এইবাৰ দুযো সমুখাসমুখিকৈ বহি ললে। অজিতৰ কপালত খঙৰ চিহ্ন আৰু মিনতিৰ চকু ত বেদনাৰ লোতক। আজি যেন দুয়োৰে বিগত দিনৰ ভালপোৱাৰ

খতিয়ান লোৱা হব। অজিতৰ কামৰ ভিতৰত বহি দুযো দৰজা বন্ধ কৰিএই হিচাপ আৰম্ভ কৰিছে। সন্দেহৰ কীটে এবাৰ মনৰ কক্ষত প্ৰৱেশ কৰিলে তাক সতকাই বাহিৰ কৰা সহজ নহয়; সি হৃদয় খুলি খুলি খায়। আজি যেন অজিতৰ হৃদয়ে দগ্ধ হৈ যাব ধৰিছে। তথাপি পুৰুষৰ স্বাভাৱিক দুৰ্বলতা খিনি ঢাকি ৰাখি চলিববৈলে গৈ অপাৰগ হৈ বেচেৰী মিনতি হাজৰিকাই আত্ম প্ৰকাশ কৰিলে নয়নাশ্ৰুৰে। শেষত তাই অজিতৰ হাতত ধৰি কান্দি ক'লে- ''মই জুই সাক্ষী কৰি কৈছো অজিতদা, মই তোমাৰ বাহিৰে কাকো ভাল নাপাওঁ। কাকতি চাৰে কোনো নিষিদ্ধ কাৰ্যলৈ আগবঢ়া নাই। মোক বিশ্বাস কৰা। তেখেত ঘৰ-ৰ অশান্তিত জৰ্জৰিত হৈ আহে আমাৰ ঘৰলৈ আৰু মোৰ লগত কথা-বতৰা হয় সান্ত্বনা বাণীৰ কাৰণেহে। মানুহে বিপদ বেদনাত অধৈৰ্য্য হৈ সান্ত্বনা বিচাৰিলে জানো সান্ত্বনা দিব নালাগে? মানবতাৰ ফালৰ পৰা ই জানো বিধেয় নহয়?''

''শিক্ষিতা ছোৱালী বৰ চতুৰা। যুক্তিৰ জালেৰে আবদ্ধ কৰি কাৰ্য্য সিদ্ধি কৰিব জানে, এই কথা মই জানো। কিন্তু মনত ৰাখিবা, কোনো শিক্ষিত বুদ্ধিমান মানুহক এই যুক্তিৰ জালেৰে আবৃত কৰি আবদ্ধ কৰি ৰাখিব নোৱাৰি। তৰ্ক আৰু প্ৰমানৰ দ্বাৰা এই যুক্তিৰ জাল ফালি সত্য প্ৰকাশ কৰিবই। তুমি মোক মূৰ্খ বুলি নাভাবিবা।''

''অজিতদা! অজিতদা!!সংযত হোৱা অজিতদা। তুমি মোক এনেকৈ বাক্যবাণ হানি জৰ্জৰিত নকৰিবা। তুমি অবিচাৰ নকৰিবা অজিতদা। এবাৰ হলেও তুমি তোমাৰ মৰমৰ মিনতিলৈ ভাবি চাবা। মই তোমাৰ ভৰিত ধৰিছো অজিতদা। তুমি মোক মিছা অপযশ নিদিবা তুমি মোৰ অন্তৰখন চূৰমাৰ নকৰিবা আৰু মোক মিছা অপযশ নিদিবা। তুমি মোৰ অন্তৰখন চূৰমাৰ নকৰিবা আৰু কাকতি চাৰৰ সুনামত কলঙ্কৰ চেকা নেপেলাবা অজিতদা। তোমাৰ পাপ হব।''- কান্দি কান্দি মিনতিয়ে অজিতৰ হাতত সাৱটি ধৰিলে। অজিতে অতি বিক্ষুদ্ধ হৈ হাতখন এবাৰ দি আঁতৰি গ'ল আৰু আঙুলি নিৰ্দেশ কৰি কৈ গ'ল- ''অভিনয় নকৰিবা মিনতি। মই আৰু অভিনয় নাচাওঁ। তোমাৰ চালাকিত ভোল নাযাওঁ। তুমি ৰাষ্টা ঠিক কৰি লৈছা; মযো মোৰ ৰাস্তা ঠিক কৰি লম। এই দেখা বোধহয় আমাৰ শেষ দেখা। তুমি যোৱা মিনতি, ঘৰলৈ যোৱা আৰু মোৰ ওচৰলৈ অহাত কাম নাই!,,

এনেকৈকৈ অজিত ওলাই আহিল। মিনতিয়ে আউলি বাউলি হৈ কান্দি কান্দি বাহিৰ ওলাই আহি ক,লে- ''অজিতদা, মই আহিলো অজিতদা। মোৰ শেষ অনুৰোধ, বিনা দোষত মোক অশান্তি নিদিবা অজিতদা; তুমি এবাৰ সত্য অন্বেষণ কৰি চাবা অজিতদা। মই নিস্পাপ-মই নিস্কলঙ্ক অজিত দা ; তুমি ভুল বুজিছা; এবাৰ হলেও ভাবি চাবা।,, এইবুলি কৈ মিনতি অজিতৰ ফালে চাই চাই কান্দি কান্দি আঁতৰি গ,ল।

তেতিয়া গধূলি হৈ আহিব ধৰিছে । কৃষ্ণ পক্ষৰ অন্ধকাৰে জগত আবৰি ধৰিবলৈ উপক্ৰম কৰিছে।মিনতিৰো যেন আজি কৃষ্ণপক্ষ আৰম্ভ হ,ল। প্ৰেমৰ বুকুত সন্দেহৰ কীট । ই অতি অসহনীয ! অতি জ্বালাময !!

-দুই-

অজিত বৰুৱা বিশ্ববিদ্যালয়ৰ ছাত্ৰ; কলাবিভাগৰ। মিনতিয়ে বি-এ পাছ কৰি বি-টি পঢ়ি আছে। ভবেন কাকতি গুৱাহাটীৰে স্থানীয় কলেজ এখনৰ অধ্যাপক, দৰ্শন বিষয়ৰ। অধ্যাপকৰ ঘৰ মিনতিৰ ওচৰাওচৰি। তাৰে ওচৰতে এটা সৰু ঘৰ ভাৰা কৰি থাকে অজিত হাজৰিকা। হঠাতে এদিন পৰিচিত হোৱাৰ পিচতে তেওঁৰ প্ৰতি অনুৰক্ত হৈ পৰে। তাই মাজে মাজে বৰুৱাৰ ঘৰলৈ আহে। কথা-বতৰা হৈ চাহপানী- খাই যায়। ক্ৰমে ক্ৰমে; প্ৰেমৰ অঙ্কুৰ গজে। দুয়োৰো হৃদয়ৰ মিলন হয়। কিন্তু বৰুৱা উচ্চ জাতি আৰু মিনতি নিম্ন জাতি হোৱা বাবে মিলনৰ ক্ষেত্ৰত সামাজিক বাধাৰ প্ৰাচীৰ থিয় হয়। পিচে হৃদয়ৰ মিলনক সমাজে বাধা দিব কেনেকৈ ? বিহু গীতত আছে -"তোমো মন গলে" মোৰো মন গলে, কি কৰিব কলিতা কুলে।" ডেকা-গাভৰুৰ স্বাচ্ছন্দ্য মিলনক সামাজিক বাধা বন্ধনে বান্ধি ৰাখিব নোৱাৰে। প্ৰেম সত্য, সমাজৰ নিয়ম পৰিবৰ্তনশীল। গতিকে এওঁলোকৰ মিলনে ভবিষ্যত যুগ্মজীবনৰ পাতনি মেলিব বুলি আশা কৰিব পাৰি। তাৰ প্ৰতিক্ষাত ৰৈ আছে দুয়ো।

ইফালে অধ্যাপক ভবেন কাকতি এজন দাৰ্শনিক পণ্ডিত। কিন্তু পণ্ডিতৰ পাণ্ডিত্যৰ চৰম বিপৰ্য্যয় ঘটাই দিছে ঘৈণীয়েক বীণা কাকতিয়ে। পণ্ডিতে চায় যুক্তি আৰু নীতি ;ঘৈণীয়েকে চায় আবেগ আৰু অনুভূতি। এওঁলোকৰ দৈহিক মিলন হলেও মানসিক মিলনৰ সাঁকোখন মাজতে ভঙা। পণ্ডিতে বিচাৰেমন আৰু আত্মাৰ ক্ষুধা নিবাৰন কৰিবলৈ দাৰ্শনিক চিন্তাধাৰাৰ বশৱতী হবলৈ কিন্তু ঘৈণীয়েকে চায় দেহৰ ক্ষুধা নিবাৰণ কৰিবলৈ ইন্দ্ৰিয় বৃত্তিৰ বশবৰ্তী হবলৈ। এইখিনিতে দুয়োৰো সাংসাৰিক জীৱনত বিজুতি ঘটিছে। ফলস্বৰূপে ঘৈণীয়েকে গিৰিয়েকক নিস্পেষণ কৰিব আৰম্ভ কৰিছে। ঘৰুৱা শান্তি ব্যাহত হৈছে। স্বাভাৱিকতে নাৰী সৃষ্টিকামী। তাত পুৰুষৰ সক্ৰিয় সহযোগ কামনা কৰে। যদি কোনো পুৰুষ সহযোগ বিমুখ হয় তেন্তে তেওঁ হৈ পৰে দুৰ্বাৰ। নাৰী অকল ভাৰ্য্যাই নহয় কামিনীও। কাম চৰিতাৰ্থত ব্যাঘাত পালে কামিনী হৈ পৰে সুকঠোৰা- পাষাণী। বীণা কাকতিৰো প্ৰথমৰেপৰা এই ছন্দ আৰম্ভ হৈছিল। শেষত ইয়াৰ পৰিণাম বৰ্তমান বৰ ভয়াবহ হৈ পৰিছে।

আজি তিনিটা ল'ৰা - ছোৱালীৰপিতৃ হৈযো কাকতিয়ে ঘৈণীযেকৰ পৰা সুখ আনন্দ পাব চাৰি নিৰ্দয় ব্যবহাৰআৰু অসহ্য আচৰণ হে পাই আহিছে।

. আধুনিক যুগত দৰা -কন্যাৰ কোষ্ঠী বিচাৰ কৰি বিবাহ হোৱা দিন স্বীকাৰ নকৰে অথচ গ্ৰহৰত্ন লৈ প্ৰায লোকে অনেক টকা খৰচ কৰে। পাথৰবিলাকৰ যে গ্ৰহৰশ্মি বা আকৰ্ষন কাটি দিব পৰা শক্তি আছে এই কথা হলে স্বীকাৰ কৰে আৰু গ্ৰহ-নক্ষত্ৰবিলাকৰ ৰশ্মি যে আমাৰ শৰীৰত পৰি ক্ৰিযা কৰে এই কথা স্বীকাৰ কৰিব টান পায। আগৰ দিনত দৰা -কন্যাৰ কোষ্ঠী চাই হে বিযা ঠিক কৰিছিল। তাৰ উপৰি দৰা-কন্যাৰ প্ৰকৃতি কেনে কেনে তাক শৰীৰৰ গঠন চাই ক,ব পাৰিছিল। ৰীণা কাকতিৰ কোষ্ঠীত তুলা ৰাশি। তেওঁৰ দেহ পাতল। তন্বী সুন্দৰী। তেওঁ নাৰী অশ্বিনী। গতিকে কামৰিপুৰ আধিপত্য তেওঁৰ ওপৰত যে প্ৰৱল তাক গণকে কয়। ইফালে ভবেন কাকতি ধনু ৰাশিৰ। স্থূলদেহ বিশিষ্ট ষাডপুৰুষ।এওঁলোকৰ মিলন সুখপ্ৰদ নহযবুলি বিযাৰ আগতে বোলে গণকে কৈছিল, পিছে বৰ্ত্তমানৰ শিক্ষাত শিক্ষিত কাকতিযে তাক স্বীকাৰ নকৰিলে আৰু ৰীণাক বিযা কৰালে। বিযাৰ পিছৰ পৰাই দুযোৰো মনৰ পৰিধি বিপৰীতমুখী হবধৰিলে। আজি চৰম সীমাত উপনীত হৈছে। সেই কাৰনেই দাম্পত্য জীৱনত সুখ আনন্দ নাপাই কাকতিযে মনৰ দুখ পাতলাবৰ বাবে তেওঁৰ পুৰণি ছাত্ৰী মিনতি হাজৰিকাৰ ওচৰলৈ আহে আৰু ঘৰুৱা জঞ্জালৰ নানা কথা আলোচনা কৰি কিছু উপদেশ গ্ৰহণ কৰে। সংসাৰ অনভিজ্ঞ দাৰ্শনিক অধ্যাপক কাকতিযে বহুক্ষেত্ৰত মিনতিৰ দিহা -ভৰষাৰ দ্বাৰা উপকৃত হয ! সেই কাৰণে কাকতিযে মিনতিৰ ওচৰ চাপে । এই কথাত সন্দেহবাদিনী ৰীণা কাকতিযে যেযা সন্দেহ কৰে আৰু তেওঁলোকৰ মাজত অবৈধ মিলন হোৱা বুলি খণ্ডত জ্বলি -পকি মৰে।

কাকতিৰ ওপৰত প্ৰতিশোধ লোৱাৰ মানসেৰে ৰীণাই এটা বুদ্ধি পাঙিলে। ওচৰতে থকা অজিত বৰুৱাৰ ওচৰলৈ অহা যোৱা আৰম্ভ কৰিলে। প্ৰথমতে অচিনাকি চলেৰে গৈ চিনাকি হৈ গল আৰু লাহে লাহে আদৰ কৰি মাতি আনি চাহ-জলপান খুৱাব ধৰিলে। বিশ্ব বিদ্যালয়ৰপৰা আহোতে আবেলি চাহ জলপান খোৱাৰ বাবে সদায় অনুৰোধ জনায় আৰু কয়- "তুমি অকলশৰীয়া মানুহ ; নিজে ৰন্ধা বঢ়া কৰাতকৈ আমাৰ ঘৰতে খাব পাৰা। এজন মানুহৰ চাহনো কি ? আমাৰ অধ্যাপকৰ লগত

তুমিও খাবা।" এনেভাবে প্ৰথমে সাধাৰন অনুৰোধ আৰু গৰম দেখুৱাই শেষত তেওঁক হাত কৰি ললে। হাজাৰ হলেও ডেকা ল'ৰা। ইফালে বীণা কাকতিও তৰুণী। যদিও তিনিটা ল'ৰা ছোৱালীৰ মাক তথাপি তেওঁক আবিয়ৈ ছোৱালী যেন দেখি। গাৰ গঠন পাতল হোৱা বাবে চেহেৰা তজবজীয়া হৈ আছে। ইফালে যৌৱন আৰু সৌন্দৰ্য্য ৰক্ষাৰ বহু কৌশল বীণা কাকতিয়ে জানে। গতিকে অতি অলপ দিনতে তেওঁ অজিতক মুগ্ধ কৰি পেলালে। তলে তলে যে ঘৈণীয়েকে অজিতক উপপতি হিচাপে লৰ বিচাৰিছে ইয়াৰ সম্ভেদ ভোলানাথ ভৰেন কাকতিয়ে নাপায। ঘঁহোতে ঘঁহোতে শিলো ক্ষয় হয়। আজি কালিকৈ অজিতৰ মন আকৃষ্ট হৈ পৰিল বীণা কাকতিৰ প্ৰতি। মিনতিৰ মধুৰ ছবিখনত যেন বীণাৰ প্ৰলেপ পৰিল। মানুহৰ মন পৰিৱৰ্তনশীল। অজিতৰ মনো মিনতিৰপৰা আহি বীণাৰ সৌন্দৰ্য্যত লীন যাব ধৰিছে। ডেকা-গাভৰু প্ৰথমে সৎেই থাকে - পিছত নানাজনৰ চল-চক্ৰান্তত পৰি অসৎ হবৰ বাধ্য হয়। অজিতৰো আজি এনে অৱস্থা।

সেতিয়া দুপৰীয়া। ভৰেন কাকতি কলেজলৈ গৈছে। বীণা কাকতিয়ে নুমুলীয়া পুতেক প্ৰণৱক কোলাত লৈ গাখীৰ খুৱাই আছে। লৰাজনে বৰ আমনি কৰি আছে। মাকে পিঠিত এটা চাপৰ মাৰি কৈ উঠিছে - "তাৰ বাপেক যেনে পুতেকো তেনে। জাত ইচ্ছাই পাত; বিধান ইচ্ছাই ভাত। বংশৰ দোষ ক'ত এৰিব।"

"কি হ,ল বাইদেউ ?" হঠাতেআহি মাত লগালে অজিতে হাঁহি হাঁহি। আজি তেওঁ বিশ্ববিদ্যালয়লৈ যোৱা নাই। বীণাই মূৰ তুলি চাই হাঁহি মাৰি কয় - "আহা অজিত, বহা।" চিয়াৰখন আঙুলিয়াই দিয়ে। অজিতে বহে আৰু সোধে -"কি হ'ল বাইদেউ, বৰকৈ খঙিছে দেখোন ?" "চোৱাচোন! তাক খাবলৈ দিওঁ গাখীৰ আৰু সি দুষ্টই খাবলৈ চায় পিয়াহ। মাৰিম বাচা।" -প্ৰণৱক ধমক দিয়ে আৰু ভয় দেখুৱায়। তাৰ পিছত আকৌ গাখীৰৰ বাচনটো মুখত দি দুটোক মান খুৱায়। সি দুটোক মান খাই মুখেৰে উলিয়াই দিয়ে। গাখীৰৰ বাচনটো আনি দলিয়াই দিয়ে আৰু মাকৰ পিয়াহ খাবলৈ চেষ্টা কৰে। মাকে বাৰে বাৰে বাৰণ কৰে আৰু বুকুৰ কাপোৰখন ভালকৈ মেৰিয়াই লৈ তাক ধমক দিয়ে - "তোক আজি ভাল শিকনি দিম বাচা।"

"কি শিকনি দিব বাইদেউ ?প্ৰণৱক শিক্ষা দিয়া বযস হলেই নে ?" ৰীণাই গাখীৰৰ বাচনটো আঁতৰাই থয আৰু প্ৰণৱক পালেঙত বহুৱাই দিযে " থাক বহি থাক।"

তাৰ পিচত অজিতক কয- "তুমি নাহিবা বুলিযে ভাবিছিলো কাৰণ আজি বিশ্ববিদ্যালয খোলা আছিল বুলি ভাবিছিলো।"

"আজি অৱশ্যে বন্ধ নাছিল, আমাৰ ক্লাচহে 'কেনচেল' কৰিছিল।"

"বাৰু বহা, মই ইযাক সন্তুষ্ট কৰি বিদায দিওঁ।" এইবুলি কৈ প্ৰণৱক আনি পুনৰ কোলাত লয আৰু ব্লাউজটোৰ বুটাম খুলি তাক পিযাহ দিবলৈ যত্ন কৰে। কিন্তু কি আচৰিত ! এইবাৰ সি পিযাহ নাখালে। অভিমান কৰি যেনসি মাকৰ পিযাহ বৰ্জন কৰিলে। তেওঁ যিমানে পিযাহ খুৱাবলৈ চেষ্টা কৰে সি সিমানে মূৰ জোকাৰে আৰু গাখীৰৰ বাচনটোলৈ চাপলি মেলে। যিমানে বুকুলৈ টানে সিমানে সি বাহিৰলৈ যাব চেষ্টা কৰে। মাক-পুতেকৰ এই যুঁজখন চাই আছে অজিতে। ৰীণাই অজিতৰ মুখলৈ চাই আছে। ৰীনাই অজিতৰ মুখলৈ চাই মিচিকিযা হাঁহিএটি মাৰি বুকুখন অপ্ৰস্তুতভাৱে খোলা ৰাখি কলে- "দেখিলানে ইযাৰ অতপালি ?,,হাঁহি মাৰিউত্তৰ দিলে অজিতে "হয দেখিলো তাৰ অতপালি আৰু লগতে দেখিলো আপোনাৰো চতুৰালি।,,

"মোৰ চতুৰালি ?,,

"হয আপোনাৰ চতুৰালি।,,

"মোৰ চতুৰালি কিহত?,,

"সন্তানক তাৰ প্ৰাপ্য বস্তু মাতৃ দুগ্ধৰপৰা বঞ্চিত কৰাৰ চতুৰালি।,,

"তাৰ নিজ প্ৰাপ্য বস্তু দিবলৈ গলে যে নাৰীৰ সৌন্দৰ্য্য নষ্ট হয়।,,

"আজি যে বৰ অদ্ভুত কথা ক,ব ধৰিছে বাইদেউ; কাৰণ কি ?,,

"কাৰণ নিশ্চয় জানা। আজি ইমান দিনে তুমি মোৰ অন্তৰৰ জ্বালা বুজি নাপালা ? সেই কাৰণেই আজি দুপৰীযা মাতিছিলো।" এই বুলি কৈ প্ৰণৱক গাখীৰৰ বাচনটো দি উঠি আহিল আৰু অজিতৰ কাষত বহিল। বুকুখন তেতিয়াও অনাবৃতা।

অজিতৰ বুকুত ঢপঢপনি উঠিল। তেওঁ থিয় হয় আৰু বৰ অপ্ৰস্তুত হৈ কিংকৰ্তব্যবিমূঢ় হয়! বীণাই তেওঁৰ ওচৰলৈ আহি কয় - "মই যে তোমাক কিমান ভাল পাওঁ, তুমি তাক আজিও নুবুজিলা?"

"বাইদেউ -!"

"মোৰ যৌৱন কাৰ বাবে অজিত?"

"বাইদেউ!" অজিত কামৰপৰা আঁতৰি যাবলৈ চেষ্টা কৰে।"

"পুৰুষ হৈ তুমি নাৰীৰ মনৰ কথা বুজিবলৈ চেষ্টা নকৰিলা!"

"মোক ক্ষমা কৰিব বাইদেউ। মোক যাবলৈ দিয়ক। কি কথা আছে কওঁক সোনকালে, মই যাওঁ।"

অজিত যাবলৈ উদ্যত হয়, বীণাই বৰ ব্যগ্ৰ হৈ কয় - "শুনাচোন অজিত মই কিয় মাতিছিলো।"

"কওঁক কিয় মাতিছিল।"

"তুমি জানো এতিয়াও বুজা নাই?"

"মই আহিলো।"

বীণাই লাজ অপমান আৰু বিক্ষোভত জৰ্জৰিত হৈ কলে - "মোৰ কথা শুনা অজিত তুমি নাযাবা, নহলে তোমাৰ মই সৰ্বনাশ কৰিম?"

"কি সৰ্ব্বনাশ কৰিব?"

"তুমি এনেকৈ গলে মই নিশ্চয় কম যে তুমি মোৰ ওচৰলৈ এই দুপৰীয়াখন অকলশৰে আহিছা মোক বলাৎকাৰ কৰিবলৈহে। তেতিয়া তোমাৰ অৱস্থা কি হব ভাবি চোৱা।"

এই কুচক্ৰীনাৰীৰ এনে সাংঘাতিক কথা শুনি অজিত থমকি ৰ'ল।

"বাৰু কওঁক।"

"তুমি মোক ঘৃণা কৰিছা অজিত। অৱশ্যে ঘৃণা কৰিবাই। কিন্তু আজি ইমান দিনে মোৰ লগত কথা-বতৰা হৈযো তুমি মোক নুবুজিলা -মোৰ অন্তৰৰ আঘাত উপলব্ধি নকৰিলা? মই কিহৰ জ্বালাত মৰিব ধৰিছো জানা?"

''কওঁক।,,

''বাৰু তুমিয়ে কোৱাচোন, স্বামী যদি পৰনাৰীগামী হয় তেন্তে স্ত্ৰীয়ে কিয় অন্য পুৰুষগামী নহব ?,,

''এইবোৰ অশোভনীয় কথা মোক নক'ব বাইদেউ।,,

''বাৰু বহাচোন। তোমাক মই আৰু আমনি নকৰো কিন্তু তুমি মোৰ অন্তৰৰ দাহৰ কথা জানি যোৱা।,,

অজিতৰ হাতত ধৰি ৰীনাই বহুৱাই দিয়ে। প্ৰণৱক কোলাত লৈ ৰীণাই পালেঙত বহিল আৰু উত্তেজনাত জৰ্জৰিতা হৈ হতাশৰ সুৰত কলে - ''অজিত ! তুমি মোক ক্ষমা কৰা। কিন্তু তুমি মোৰ অন্তৰৰ ব্যথা বুজিবলৈ যত্ন কৰা। কি দুখ, কি জ্বালা মোৰ বুকুত ! উহ্ ভগবান !,,

''আপুনি ইমান উত্তেজিত হৈছে কিয় বাইদেউ ?,,

''শুনা অজিত ! তোমাৰ চাৰে মোক এৰি আনৰ ওচৰলৈ যায়।,,

''কাৰ ওচৰলৈ যায় ?,,

''মিনতিৰ ওচৰলৈ। সেইজনী ছোৱালীৰ ওচৰলৈ যদি আদৰ্শীয়া ভদ্ৰলোকজন যাব পাৰে তেন্তে মই কি কৰা উচিত ?,,

''অপুনি কি ভাবে ?,,

''মই প্ৰতিশোধ লম।,,

''আপোনাৰ প্ৰতিশোধৰ বলি হিচাপে মোক আগবঢালে নেকি বাইদেউ ? আপুনিতো অন্য এজনকো লব পাৰিলেহেঁতেন।,,

''সকলোৱে কাম কৰিব নোৱাৰিবও পাৰে। তাৰ উপৰি ইয়াত পচন্দ অপচন্দৰ কথাও আছে। এই কথা তুমি নিশ্চয় বুজা।,,

''মোক বাদ দিয়ক বাইদেউ। মোক পাপৰ পঙ্কত পেলাই নামাৰিব।,,

''তুমি বৰ গোঁৱাৰ অজিত। এজনী নাৰীৰ হৃদয়ৰ আকাঙ্ক্ষা পূৰণ কৰিবলৈও তোমাৰ সাহস নাই ? তুমি ভীৰু।,,

''অকল ভীৰুই নহয় বাইদেউ মই কাপুৰুষো।,,

"ছি: অজিত ! তোমাৰ মুখত এনে কথা শোভা নাপায়। তোমাৰ সুন্দৰ সুঠাম দেহ; লাবণ্যয় চেহেৰা, তুমি ভীৰু নহয়, কাপুৰুষো নহয়-বৰং তুমি সুপুৰুষ। মইয়ে তোমাক এৰিব নোৱাৰিম অজিত ;মই যে মৰি যাম।,, তেওঁ হুকহুককৈ কান্দে। অজিতৰ কোমল হৃদয় বিচলিত হৈ যায়। নাৰীৰ চকুপানীয়ে পুৰুষৰ অমিত বিক্ৰমো ম্লান কৰি দিয়ে ; কঠোৰ ব্ৰত নিষ্ফল কৰি তোলে ? অজিতে স্বাভাৱিক কোমল কণ্ঠেৰে উত্তৰ দিয়ে -নাকান্দিব বাইদেউ।,,

এই সমস্যা জটিল সমস্যা। ই অকল কামৰিপুৰে সমস্যা নহয়। এই সমস্যা ক্ৰোধৰো। কামাৎ ক্ৰোধাভি যায়তে। বাধাপ্ৰাপ্ত কামেই ক্ৰোধত পৰ্য্যবসিত হয়। অজিতে বুজি পাইছে। তেওঁ নাহেকৈকৈ ক'লে সান্ত্বনাৰ সুৰত - "আপুনি ধৈৰ্য্য ধৰক বাইদেউ। প্ৰতিশোধৰ মনোবৃত্তিৰে চাৰক ফিৰাই আনিব নোৱাৰিব। আপুনি একান্ত অনুগত হৈ মিঠা মাতেৰে ফিৰাই আনক।,,

"অসম্ভৱ অজিত। তেওঁ নিফিৰে । তেওঁৰ মন বৰ্তমান শাসনত নাই। কেনেকৈ সমস্যা সমাধান হব ?,,

নাৰীৰ মন এবাৰ বিক্ষিপ্ত হলে তাক প্ৰকৃতিস্থ কৰা সহজ নহয়। অজিতৰ সান্ত্বনা বাণীয়ে একো ক্ৰিয়া কৰা নাই। তথাপি অজিতে সান্ত্বনা দিলে -" আপুনি অলপ শান্ত হওঁক বাইদেউ। মই পাৰ্য্যমানে চেষ্টা কৰিম চাৰক ফিৰাই আনিবলৈ।,,

ৰীণাই কান্দি কান্দি কয়- "তুমি মোক সহায় কৰা অজিত।,,

"নিশ্চয় বাইদেউ,মই পাৰ্য্যমানে চেষ্টা কৰিম; আপুনি নিশ্চিন্ত থাকক।,,

এনেভাৱে সান্ত্বনা দি এটা বিষম সমস্যাৰ হাত সাৰিবলৈ অজিতে যত্ন কৰিলে। অজিত উঠিল, ৰীণাই কাকুতিৰ সুৰত কলে-" তুমি মোক ক্ষমা কৰা অজিত।" অজিতে চকুলৈ চাই ধীৰেধীৰে আঁতৰি যায়।

কব পৰা নাই ইয়াৰ পৰিণাম কি হয়। কেঁচা হাতেৰে প্ৰতিমা গঢ়িবলৈ গৈ হাতহে লেতেৰা কৰিব লগা হয় নেকি জানিব পৰানাই।

তেতিয়া আবেলিৰ বেলি লহিয়াইছে।

-তিনি-

মিনতিয়ে ভাল পায় অজিতক আৰু ভবেন কাকতিয়ে ভাল পায় মিনতিক। ভালপোৱাৰ এই ত্ৰিভুজটোৰ মাজতে কিন্তু তিনিওটা ভুজকে কাটি যোৱা এটি বৃত্ত আছে আৰু সেয়ে হৈছে ৰীণা কাকতি । এই ৰীণা বৃত্তৰ পৰিধিয়ে ভবেন কাকতি , অজিত বৰুৱা আৰু মিনতি হাজৰিকা তিনিটা বাহুতে স্পৰ্শ কৰিছে আৰু অতি নিৰ্মমভাবে ছেদ কৰি গৈছে।

মিনতিৰ প্ৰেমাস্পদ অজিতক ৰীণাই পাপ পথত নমাইছে। স্বামী ভবেন কাকতিক লটিঘটি কৰি মাৰিব ধৰিছে আৰু বিশ্বাসঘাতকিনী কামপৰায়ণা স্ত্ৰীয়ে যি দুৰ্ব্যৱহাৰ কৰিব পাৰে তাকে কৰি ঘৰখনক বাঁহতলত পৰিণত কৰিছে। যাৰ তিৰোতা স্বিচ্ছাৰিণী তাৰ গৃহবাস নৰক বাসহে। কাকতিৰ যেন বৰ্ত্তমান নৰক বাসহে।আনফালে অজিতক পাপ পঙ্কিল পথত নমাই মিনতিক জনাই দি তাইৰ মন বিষাক্ত কৰি তুলিছে। মিনতিৰ মনে যেন হাহাকাৰ কৰি উঠিছে।

উচ্চ শিক্ষিতা মিনতিয়ে দাৰিদ্ৰ প্ৰপীড়িতা হৈযো যৌৱনৰ চঞ্চলতাক ৰোধ কৰিব পৰা নাই।অজিতৰ ৰূপমুগ্ধ হৈ তেওঁৰ পিচ লৈছিল আৰু নিজে গৈ অজিতৰ ঘৰত হাজিৰ হৈ হিয়া নিবেদন কৰিছিল। ডেকা ল'ৰা অজিতেও যৌৱনৰ মাদকতাত মিনতিক হাতৰ কাষত পাই আঁকোৱালি লৈছিল। তওঁ মিনতিক মনহে দান কৰিব পাৰিছিল, ধন দান কৰিব পৰা নাছিল । চাকৰি বাকৰিবিহীন পটি থকা ল'ৰা এজনে বাৰু কেনেকৈ ধন দান কৰিব? আনফালে ভবেন কাকতিয়ে ঘৈণীয়েক ৰীণাৰ দুৰ্ব্যৱহাৰত অতিষ্ঠ হৈ মানসিক ভাৱ সমতাৰ বাবে মিনতিৰ ওচৰচাপিছিল মনৰ স্থিৰতা, প্ৰাণৰ শান্তিৰ কাৰণে। অৱশ্যে মিনতিক আৰ্থিকভাৱে যথেষ্ট সহাযো কৰিছিল । ক্ৰমে ক্ৰমে মিনতি আৰু কাকতিৰ ভিতৰত বয়সৰ ব্যৱধান স্বত্তেও স্বাভাৱিক বন্ধু বান্ধৱীৰ দৰে প্ৰীতিভাৱ গঢ়ি উঠিছিল। মানসিক ক্ষেত্ৰত সমান হলে শাৰীৰিক ব্যৱধান থাকিলেও নাইবা বয়সৰ

ব্যৱধান থাকিলেও মানুহৰ ভিতৰত বন্ধুত্ব হব পাৰে। ল'ৰা আৰু বুঢ়াৰভিতৰতো বন্ধুত্ব সম্ভৱ হয় যদিহে দুয়োজনৰ মনৰ দিগন্ত একে ৰেখাতে উপনিত হয়। সেই কাৰণে কুৰি বছৰ বয়সৰপৰা তিনি কুৰি বছৰ বয়সলৈ মানুহৰ বয়স একে বুলি জ্ঞানীলোকে কয়। কাকতি আৰু মিনতিৰো বয়সৰসীমা ৰেখা চেৰাইগৈ বন্ধুত্বৰ সৃষ্টি হৈছে।

পৃথিৱীত কিহে কোনো জাতি -ধৰ্ম-আইন-আদালত একোকে নামানে ? ক্ষুধায়। পেটৰ ভোকে কোনো আইন নামানে। জীৱে উদৰৰ ক্ষুধা নিবাৰন কৰিবৰ বাবে যেই -সেই পন্থাকে অৱলম্বন কৰিব পাৰে। মিনতিৰ ক্ষেত্ৰতো তেনেই দেখা গৈছিল। পঙ্গু পিতৃআৰু ৰুগ্ন মাতৃক লৈ মিনতিৰ সংসাৰখন এক হাহাকাৰ আৰু অভাৱ-অনাটনৰ সংসাৰত পৰিৱত হৈছিল। বৰ দু:খ দাৰিদ্ৰতাৰ মাজেৰে বিদ্যা অৰ্জন কৰি মিনতিয়ে যেতিয়া ডিগ্ৰী ললে তেতিয়া কিন্তু চাকৰিৰ সংস্থান কৰিব নোৱাৰি পুনৰ টি টি পঢ়িব লগা হ,ল। জীৱিকা বৃত্তি হ,ল ঘৰ'ৱা শিক্ষয়িত্ৰীৰ কাম। কিন্তু মিনতিয়ে কোনোদিন কাকতিৰপৰা মৰম চেনেহৰ ব্যতিৰেকে কোনো অবৈধ আচৰণ পোৱা নাই। মিনতিৰ মাক-বাপেকেও বেয়া পোৱা নাই তেওঁক। মাক-বাপেকে কাকতিক মিনতিৰ অভিভাবক যেন জ্ঞান কৰিছিল। সেয়েহে থিয়েটাৰ, চিনেমা আদি চাবলৈ গলেও কাকতিৰ অনুমতি লৈহে যাবলৈ দিছিল। সহজ স্বাচ্ছন্দ্যভাৱে মিলামিছা কৰি কাকতি আৰু মিনতিৰ মাজত বেচ প্ৰীতিৰ ভাব জন্মিছিল।

সিদিনা কাকতি আহি মিনতিৰ কামত বহিছে। মিনতিয়ে আতি বেজাৰ মনেৰে কাকতিৰ কাষত বহি ক'লে - "চাৰ! আপুনি আমাৰ ঘৰলৈ অহা বাবে বাইদেৱে মোক গালি -গালাজ কৰিছে আৰু আপোনাৰো সৰ্বনাশ কৰিব বুলি মোক ধমক দিছে। আপুনি আৰু আমাৰ ঘৰলৈ নাহিব। মোৰ বদনামতকৈ আপোনাৰ বদনাম মই সহ্য কৰিব নোৱাৰিম।" তাইৰ চকুত পানী। কাকতিয়ে সহজ সৰলভাৱে এটা হাঁহি মাৰি কলে- "একো চিন্তা নকৰিবা মিনতি। বদনাম আৰু সদনাম একে কথা। আজি যি বদনাম কালি সি হৈ পৰে সদনাম। বিয়াৰ আগে আগে হোৱা সন্তান বদনামী জাৰজ আৰু সেইজনেই যদি বিয়াৰ পিচত হয় তেন্তে সি হয় সদনামী -বংশৰ প্ৰদীপ। কিন্তু সন্তান সত্য, পৰিস্থিতি সত্য নহয় - পৰিবৰ্তনশীল। এটা অৱস্থা বা পৰিস্থিতিত যি বদনাম, আনটি পৰিস্থিতিত সি হৈপৰে সদনাম। ৰাজনৈতিকদলৰ চৰকাৰী পক্ষ আৰু

বিৰোধী পক্ষৰ দৰে কেৱল তফাৎ ভোট আৰু প্ৰতিনিধি সংখ্যাগৰিষ্ঠতা মাত্ৰ। গতিকে বদনাম একো সত্যনহয়, সত্য সম্পূৰ্ণ বেলেগ বস্তু।"

"হলেও মই সহ্য কৰিব নোৱাৰো চাৰ। আপোনাৰ মঙ্গলৰ বাবে মই অনুৰোধ কৰিছো।"

"বাৰু। তুমি যদি বিদায দিছা তেন্তে কোনো কথা নাই ; কিন্তু মই হলে তোমাক এৰিব নোৱাৰিম মিনতি। অন্তত: তোমাৰ প্ৰতি মই মৰমএৰিব নোৱাৰিম।"কাকতিৰ চকু চলচলীযা হয।

মিনতিৰ চকুলো ওলায। তাই থোকাথুকি মাতেৰে কৈ যায -"মই আপোনাক বিদায দিব নোৱাৰো চাৰ। মোক কোনে মৰম কৰিব ? কিন্তু লোক-অপবাদ মই সহ্য কৰিম কেনেকৈ ! উহ্ ভগৱান !"

মিনতিৰ মূৰ পিহি কাকতিযে কয -"তুমি নাকান্দিবা মিনতি ; তোমাৰ চকুলো ওলালে মই সহ্য কৰিব নোৱাৰো। তোমাৰমঙ্গলৰ বাবে মই সকলো কৰিব পাৰিম। তুমি জানা যে লোক-অপবাদৰ ভযত স্বযং শ্ৰীৰাম চন্দ্ৰই সতী সাধ্বী স্ত্ৰী সীতাদেৱীকো ত্যাগ কৰিছিল। গতিকে লোক-অপবাদ তাহানি ৰামাযণৰ কালৰেপৰা ভযাবহ । মই আৰু আজিৰেপৰা ইযালৈ নাহো।"

মিনতিৰ কাৰণে এই বাণী যেন বজ্ৰসদৃশ কঠোৰ। তাই চকুলো মচিলে। তাৰ পিচত কাকতিৰ ফালে চাই সুধিলে -"বাইদেৱে কিয আপোনাকঅত্যাচাৰ কৰে চাৰ? আপুনি ইমান ভাল, ইমান মৰমিযালঅথচ আপোনাৰ দৰে দেৱতুল্য মানুহজনক তেখেতে অত্যাচাৰ অনাদৰ কৰে। ইযাৰ কাৰণ কি চাৰ ?"

"কামুকা নাৰীৰেই এনে লক্ষণ মনতি। কামৰিপু চৰিতাৰ্থ কৰাৰ বাহিৰে তেওঁৰ অন্য একো যেন নাই। দৈহিক ক্ষুধা নিবৃত্তিৰ বাহিৰে মানসিক ক্ষুধাৰ চিন্তা তেওঁৰ নাই - নাই কোনো বুদ্ধিদীপ্ত চিন্তাধাৰা, নাই কোনো আদৰ্শ। গতিকে তেওঁ নিজৰে মূল্য নুবুজে আৰু আনকো মূল্য নিদিযে। তেওঁ মাত্ৰ এটি যন্ত্ৰ। আহাৰ, নিদ্ৰা, মৈথুন আৰু ভয়- এই জন্মগত চাৰিটি চিন্তাৰ বাহিৰে তেওঁৰকোনো উচ্চ চিন্তা নাই। সেইবাবে মোৰ মূল্য কি বুজিব !"

"আপুনি বাৰু বাইদেউৰপৰা কি বিচাৰে চাৰ ?"

"মই বিচাৰিছিলো এগৰাকী ধৰ্ম-পত্নী- অকল কাম পত্নীযে নহয। কিন্তু মোৰ দুৰ্ভাগ্য যে মই পালো এগৰাকী কাম পত্নীহে।

"স্বামীৰ জীৱন পদ্ধতি আৰু কৰ্ম ধাৰাত যি নাৰীয়ে সহযোগ কৰে তেৱেঁ ধৰ্ম পত্নী আৰু কেৱল দৈহিক ক্ষুধা নিবৃত্তি আৰু সন্তান উৎপাদনৰ হে যিযে অংশীদাৰী হয তেৱেঁ কাম-পত্নী।

"কাম-পত্নীক জানো ধৰ্ম-পত্নী কৰি লব নোৱাৰি ?"

"পাৰি ! কিন্তু তাৰ কাৰণে পত্নীও প্ৰস্তুত হব লাগিব। ঐকান্তিক আগ্ৰহ নাথাকিলে কোনো আদৰ্শকে মানুহে সহজে গ্ৰহণ কৰিব নোৱাৰে। যি নাৰীৰ প্ৰকৃতিত সেই গুণ নাই তেওঁ কেতিয়াও তাক আযত্ব কৰিব নোৱাৰে। সেই কাৰণেই জগতৰ অধিকাংশ মানুহৰ গাৰ্হস্থ্য জীৱন বিষময। সেই বিষ কলিজাত লাগিছে মিনতি। মই বৰ হতভাগ্য।" কাকতিযে ৰুমালেৰে চকু মোচে। মিনতিৰ বেযা লাগি যায। "মনৰ মিল নাথাকিলে সাংসাৰিক সুখ বাৰু কেনেকৈ পাব পাৰি। শ্ৰী শঙ্কৰদেৱে কৈছিল মিনতি - "ইন্দ্ৰিয জনিত সুখ সমস্ত যোনিতে পায, কিন্তু হৰিসুখ অৰ্থাৎ ঈশ্বৰ ভক্তিৰ যি আনন্দ তাক কতো নাপায।"

এজন উচ্চ শিক্ষিত বুদ্ধিজীৱিযে এনেভাৱে অন্তৰৰ দুৰ্বিসহ যাতনাভোগ কৰি জীৱন বিষময কৰাৰ জলন্ত দৃষ্টান্ত ভবেন কাকতিক দেখি মিনতিৰ অন্তৰ কান্দি উঠিল। তাই আচৰিতেই নহয বৰং অভিভূতাও হৈ পৰিল। মিনতিযে মিনতিৰ সুৰত সুধিলে - "আপুনি যদি জানিছিল তেন্তে আগতেই তেওঁক ত্যাগ নকৰিলে কিয চাৰ ?"

"এই এটা ডাঙৰ প্ৰশ্ন। বিযাৰ পিচত মই ভাবিছিলো যে এওঁ মোৰ উপযুক্ত নহব - ত্যাগ কৰোঁ ; কিন্তু ভাবিলো যে শিক্ষা দিলে নিশ্চয ভাল হব। শিক্ষা দিবলৈ যত্ন কৰিলো ; কিন্তু মোৰ যত্ন বিফল হ,ল।। তেওঁ একো গ্ৰহণ নকৰিলে বৰং মোৰ লগত কাজিযাহে আৰম্ভ কৰিলে। মই তেতিযাহে বুজি পালো যে বিয়াৰ আগতে শিকাব নোৱাৰিলে নাৰীক বিযাৰ পিচত শিকোৱা অসম্ভৱ। নাৰীযে বিবাহৰ লাইচেঞ্চখন পালে একো পৰোৱা নকৰে। একো নতুন নিশিকে। এই অভিজ্ঞতা মই পালো। অৱশ্যে দুই - এগৰাকীৰ কথা সুকীযা। তাৰ পিচত দিন পলম হৈ অহাৰ লগে লগে সন্তানৰ আগমন। তেওঁ মাতৃ হ,ল আৰু সামাজিক সন্মানৰ গৰাকীনী

হ'ল। তেওঁক ত্যাগ কৰা টান হ'ল। ইফালে সামাজিকভাৱে মোৰ সন্মানৰ প্ৰশ্ন আহি পৰিল। মোৰ সন্মান (প্ৰেষ্টীজ) ৰক্ষা কৰিব লগা হোৱা বাবে তেওঁক ত্যাগ কৰিব নোৱাৰো হৈ পৰিলো। গতিকে ভিতৰত জ্বলি - পুৰি যদি হলেও বাহিৰত ভাল দেখুৱাব লাগে। ইযাতে নামি আহিল মোৰো জীৱনৰ ট্ৰেজেডি।"

"আপুনি যি আঘাত পাইছে তাক মই উপলব্ধি কৰিব পাৰিছো। বাইদেউজনী সঁচাকৈ হতভাগিনী নাৰী। আপোনাৰ দৰে দেৱতুল্য স্বামী পায়ো পিশাচীনীৰ দৰে ব্যৱহাৰ কৰিছে। ছি:।"

"জহুৰীয়ে বুজে মুক্তাৰ মূল্য - বান্দৰৰ মানত তাৰ দাম কিমান? তুমি মোৰ হৃদয় বুজি পোৱা নাই কিন্তু মোৰ মানসিক সংঘাত নিশ্চয় অনুমান কৰিছা। আমাৰ মানসিক দণ্ড অতি ভয়ানক।"

"আপোনালোকৰ মাজৰ মানসিক সংঘাতৰ সম্ভেদ মই আগতে অলপ অলপ বুজিছিলো, কিন্তু আজি সম্পূৰ্ণ উপলব্ধি কৰিলো। কিন্তু কি কৰিম চাৰ। মই যে নিৰুপায। মই কিহেৰে আপোনাক সহায় কৰিম চাৰ। মোৰ যে কোনো শক্তি নাই।"

"তুমি মোৰ সান্ত্বনাৰ উৎস মিনতি; কিন্তু সেই সান্ত্বানাৰ উৎস আজিৰপৰা ৰুদ্ধ হৈ গ'ল।" হতাশাত ম্ৰিয়মান হৈ যায কাকতি।

নি:সহাযভাৱে মিনতিয়ে কয় - "মই কি কৰিম চাৰ। মই মনৰপৰা আপোনাক বিদায দিয়া নাই -লোক -অপবাদৰ ভযত আঁতৰি থাকিব কৈছো। আপুনি মোক খং নকৰিব চাৰ।"

"ঠিক আছে মিনতি। তোমাৰ মঙ্গলৰ কাৰণে মই আৰু ইয়াত প্ৰৱেশ নকৰো।"

"আপুনি খং নকৰিব চাৰ।" তাই কান্দে।

কাকতিয়ে মূৰ পিহি কয় - "তোমাক মই কেনেকৈ খং কৰিম মিনতি। তুমিযে মাত্ৰ নাৰী যিয়ে মোৰ হৃদয় বুজিবলৈ চেষ্টা কৰে। মানুহে সহানুভূতিহে বিচাৰে আৰু তুমি মোক তাকেই দিছা। মই তোমাক কেনেকৈ পাহৰিম। কুশলে থাকা মিনতি। মই এতিয়া উঠিলো।"

কাকতি উঠিল সজল নয়নে ভাৱাক্ৰান্ত মনেৰে। মিনতিয়ে বেদনাত

আহত হৈ হুক্‌হুক্‌ কৈ কান্দি তলমূৰাকৈ ভৰিত পৰি এটা সেৱা জনালে। কাকতিয়ে তেওঁৰ মূৰত ধৰি তুলি আনি কলে - "মৰমৰ মিনতি! আজি মই তোমাৰ মঙ্গল কামনা কৰি ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালো যাতে তোমাৰ জীৱন সুখী হয় - তুমি যেন মোৰ দৰে সংসাৰৰ গৰল ভোগ কৰিব নালাগে। তুমি সুখী হোৱা মিনতি; তোমাৰ কুশল হওক। মই আহিছো।"

গহীন গম্ভীৰ ধীৰ পদক্ষেপেৰে কাকতি ওলাই আহিল। মিনতিয়ে নিহাৰ আঁচলেৰে চকুলো মচি মচি বিদায় দিলে কাকতিক। এই বিদায় বৰ বেদনাদায়ক - হৃদয় বিদাৰক বিদায়। মিনতিয়ে যেন সহিব পৰা নাই। কাকতি গ'ল গৈ - ভগ্ন হৃদয় আৰু নিঃস্ব মন লৈ। তেওঁ যোৱাৰ পিছত মিনতিয়ে আহি বিছনাত বাগৰি পৰিল আৰু হুক্‌হুকাই কান্দিব ধৰিলে - "উহ্! মই কি কৰিলো।"

## ।। চাৰি ।।

দুপৰীয়া অফিচৰ সময়খিনিয়ে ৰীণাৰ কাৰণে স্বৰ্গপুৰী। কাকতি ঘৰত নথকা সময়খিনিযে তেওঁৰ বাবে সুখৰ সময় - আনন্দৰ সময়। হৃদয় জুৰ পেলোৱাৰ সময়। এই সময়তে মাতি পঠায় অজিতক। অজিত হাজাৰ হলেও ডেকা মানুহ - ৰিপুৰ খেল শৰীৰৰ প্ৰতি অঙ্গত বিৰাজমান। এদিন-দুদিনকৈ সময় পাৰ হোৱাৰ লগে লগে লাস্যময়ী নাৰীৰ হাস্যময় বদনে মনসাগৰত হিল্লোল তুলিব ধৰিলে দুৰ্বাৰভাৱে। হিয়া মন নিমজ্জিত হ'ল ৰীণা কাকতিৰ লাহী মিহি নিমজ গালত। হেঙুলীয়া ওঠৰ লালিমাই চিত্ত চাঞ্চল্য সৃষ্টি কৰিলে। ৰূপ-সৌন্দৰ্য্যৰ মনোমুগ্ধকৰ লাবণ্যই তেওঁক কৰি তুলিলে উন্মনা। অজিত হৈ পৰিল ৰীণা কাকতিৰ ৰূপমুগ্ধ সম্মোহিত। নাৰীৰ ৰূপে এবাৰ হৃদয় তন্ত্ৰীত আলোড়ন তুলিলে কোনো পুৰুষে আৰু স্থিৰে থাকিব নোৱাৰে। অজিত আজি বুৰ্বক পুৰুষত পৰিণত হৈছে।

দুপৰীয়া সেই নিৰ্জন সময়খিনিতে আহি প্ৰৱেশ কৰিলে অজিতে ৰীণা কাকতিৰ শয়নকক্ষত। অতি আদৰেৰে হাস্য মধুৰ সম্বোধনেৰে আদৰি আনিলে ৰীণাই। তেতিয়া পুত্ৰ পৱন দিবানিদ্ৰাত তন্দ্ৰাচ্ছন্ন। কামকলা বিশাৰদা নাৰীৰ চল-চাতুৰীত বিমুগ্ধ হৈ অজিতে নিজক সম্পূৰ্ণ অৰ্পণ কৰিলে ৰীণা কাকতিৰ হাতত। ৰীণাই এই সুযোগ এৰি নিদিলে। জীৱন-যৌৱন যেন আজিহে সাৰ্থক হ'ল। অসীম তৃপ্তি আৰু উজ্জ্বল আনন্দ উপভোগ কৰি পৰম প্ৰীত হ'ল তেওঁ। আনফালে অজিত বৰুৱা। জীৱনৰ যৌৱন সাগৰত নাও মেলি দি লগ পালে কামকলা অভিজ্ঞা এগৰাকী সুচতুৰা নাৰী, যাৰ দেহ পৰশত প্ৰতি অঙ্গ হ'ল আজি কামনাবিধুৰ! নিজক পাহৰি গ'ল অজিতে।

পৰম তৃপ্তি লাভ কৰি ওলাই আহিল অজিত বৰুৱা। জীৱনত এয়ে তেওঁৰ প্ৰথম কামজ অভিজ্ঞতা। সিদিনাই ভঙ্গ হ'ল তেওঁৰ জীৱনৰ কৌমাৰ্য্যব্ৰত।

এনেভাৱে ভোগ আৰু উপভোগৰ মাজেৰে জীৱন অতিবাহিত হ'ব

ধৰিলে অজিত বৰুৱাৰ। এক অনিশ্চিত ভৱিষ্যতৰ ফালে আগবাঢ়ি গ'ল তেওঁ। অজিত বৰুৱা বদলি গ'ল। এবাৰ মানুহৰ কেঁচা তেজ আৰু মঙহৰ স্বাদ পালে বাঘে পাহৰিব নোৱাৰে। সি হৈ পৰে নৰখাদক ৰাক্ষস। নাৰীৰ দেহৰ সৌন্দৰ্য্য আৰু মনৰ কামনাৰ সন্ধান পালে পুৰুষৰ মনৰ গতি বদলি যায়। নাৰী দেহৰ সুকোমল মাংসপিণ্ডৰ কোমল অনুভূতি আৰু আবেগ বিহ্বল মনৰ আকুল চাঞ্চল্যতাৰ আস্বাদ পাই অজিতো হৈ উঠিল ৰাক্ষস - সদৃশ পৰম কামুক। অতি অলপ দিনৰ ভিতৰতে চৰিত্ৰবান বুলি প্ৰসংশিত অজিত হৈ পৰিল চৰিত্ৰহীন পৰস্ত্ৰীগামী লম্পট। কামনাৰ জুই বাঢ়ি যায়, নুনুমায়। অজিত আজি এই কামনাৰ দাবানলত দগ্ধ আতুৰ। আজি-কালি অজিতৰ শালীনতা বোধো ক্ৰমে ক্ৰমে নাইকীয়া হৈ যাব ধৰিছে। মুখৰ ভাষা, দেহৰ আচৰণ যেন সম্পূৰ্ণ বদলি গৈছে। ক্ৰমে ক্ৰমে তেওঁৰ হীনমন্যতা বাঢ়ি যাব ধৰিছে আৰু দোষী দোষী, পাপী পাপী ভাব এটাই মনতে ঠাই লৈছে। এতিয়া আৰু আগৰ অজিত নাই। তেওঁ বৰ্তমান ৰীণাৰ আজ্ঞাৰ দাস। নাৰীৰ হাতৰ পুতলাত পৰিণত হৈছে।

সঁচাকৈ জীৱনৰ বিচিত্ৰ অভিজ্ঞতা আৰু বিভিন্ন পাৰিপাৰ্শ্বিকতাই মানুহক ভিন্নমুখী কৰি তোলে। পাপত এবাৰ লিপ্ত হলে সহজতে তাৰপৰা নিস্কৃতি পোৱা সহজ নহয়। আজি অজিতৰো সেই দশা।

## ।। পাঁচ ।।

আজিকালি অজিতে সকলো নাৰীকে বীণা যেন জ্ঞান কৰে। নাৰী মাত্রে কামনাৰ সহচৰী বুলি ভাবি সকলোকে একে ধৰণে ব্যৱহাৰ কৰিব বিচাৰে। পৰদাৰেষু মাতৃবৎ হুচি 'পৰদাৰেষু স্ত্রীবৎ , হৈছে অজিতৰ মনত। ইযাতে সংঘাত হয মিনতিৰ লগত। অজিতে মিনতিকো এটি কামনা-বাসনাৰ বস্তু বিশেষ যেন জ্ঞান কৰা হ,ল। মিনতি আচৰিত হৈ যায। অজিতৰ এনে অধ:পতন কেনেকৈ হ'ল আৰু কাৰ দ্বাৰা হ'ল তাক তাই নির্ণয কৰিব নোৱাৰিলে ; কেৱল আচৰিত হৈ তবধ মানিলে। যি অজিতৰ মুখত অশ্লীল কথা কোনো দিন কোনো পৰিস্থিতিতে ওলোৱা দেখা নাছিল, সেই অজিতৰ জিভাৰ আগত আজিকালি অবাচ্য মাত আৰু অশ্রাব্য ভাষা যেন সর্বদায বিৰাজমান। মিনতিৰ অন্তৰ ভাঙি যায। ভাবি - চিন্তি একো উৱাদিহ নাপায তাই।

আজি মিনতি আহিছে অজিতৰ ওচৰলৈ আগৰ নিচিনাকৈ। যিযে যাক ভাল পায তেওঁ তালৈ যায। মিনতিযে অজিতক ভাল পায কাৰণে অজিতৰ ঘৰলৈ আহিছে। অজিতে জানে যে মিনতিক তেও যিমান ভাল পায, মিনতিযে তেওঁক তাতকৈ অধিক ভাল পায। গতিকে মিনতিৰ ওপৰত যি কোনো দাবী ৰজিব বুলি তেওঁ বিশ্বাস কৰে। অজিতৰ মন বর্তমান প্রবৃত্তিমুখী নিম্নগামী। তেওঁৰ চিন্তা বর্তমান নাৰীৰ তল দেশত। নাৰীৰ ওপৰফালে চিন্তা স্রোত প্রবাহমান হলে উচ্চ চিন্তাই ভুমুকি মাৰে। আৰু তলভাগত চিন্তাস্রোত গতি কৰিলে নিম্নমুখী হীন চিন্তাই মন আৰু মগজু আচ্ছন্ন কৰে। গতিকে তেওঁ মিনতিলৈ আৰু আগৰ দৰে বিমল শীতল দৃষ্টিৰে চোৱা নাই - কামনাৰ অগ্নিদৃষ্টি নিক্ষেপ কৰিলে।

মিনতি উপস্থিত হোবাত অজিতে হাঁহি মাৰি আগবঢাই নিলে। দুযো গৈ অজিতৰ কোঠালি পালে। অতিতে হাঁহি মাৰি ক'লে-"আহা মিনু ! তুমি আহিবা বুলি আজি কেইবা দিনো বাট চাই চাই আছিলো। আজি যে কিমান ভাল লাগিছে মোৰ !"

অভিমানৰ সুৰত ক'লেমিনতিয়ে- "তুমি ইমান ভাল পালে নিশ্চয আমাৰ ঘৰলৈ গৈ হাজিৰ হ,লাহেঁতেন; কিন্তু তুমি মোক ভাল পোৱা নাই কেৱল মুখত ভালৰি বোলাবলৈ হে অভিনয কৰিছা।,,

"অভিনয় !মই অভিনয় কৰিছো !! তুমি কি কৈছা মিনতি ?„ বিস্ময়ৰ ভাৱ প্ৰকাশ কৰি কয় অজিতে।

মিনতিয়ে এবাৰ চকুলৈ চাই দৰদম সুৰত কাণ্ড চাপি আহি আবেগেৰে সোধে -"তুমি জানো সচাঁকৈ মোক ভাল পাইছা ?„

"তাত কোনো সন্দেহ নাই মিনতি।" আগবঢ়াই নি বিচনাৰ কাষত চিয়াৰখনত বহুৱায়-"বহা মিনু।„ তোমাৰ পদাৰ্পণত মোৰ ভগ্নকুটীৰৰ শুৱনি কোঠা শুৱনি হৈ পৰিছে। আজিহে যেন এই কমৰ উদ্বোধন হ'ল।„

অজিতৰ মিঠা কথা আৰু মিঠা ব্যৱহাৰত মিনতিৰ মনৰ মলি আঁতৰি গ'ল আৰু তেওঁৰ প্ৰতি যে সন্দেহ ভাব আছিল সি আঁতৰি গ'ল। লাহে লাহে দুয়ো বহু কথা-বতৰা হব ধৰিলে। মিনতিলৈ আপেল আৰু কল আগবঢ়ালে। দুয়ো ফলাহাৰ কৰি ললে।

লগে লগে নানা আলোচনা চলিল ।অজিতে অজ্ঞাতেই মিনতিৰ মন শাসন কৰি পেলালে আৰু লাহে লাহে কথাৰ গতি বদলাই দিলে। তাৰ পিচত এটি অপ্ৰাসঙ্গিক অনুৰোধ কৰিলে। মিনতি আচৰিত হৈ গ'ল ; কিন্তু অজিতে নেৰিলে। শেষত অনুৰোধ এৰি দাবী কৰিলে। মিনতি স্তব্ধ হৈ গ'ল ; তাই ভাবিবই পৰা নাছিল যে অজিত ইমান তললৈ নামিব পাৰে। ইফালে অজিতে তেওঁৰ অবৈধ দাবী পূৰণৰ কাৰণে বলপ্ৰয়োগৰো যেন ইঙ্গিত দিলে। এইবাৰ মিনতি সন্ত্ৰস্ত হৈ পৰিল। কাতৰ অনুৰোধ কৰিলে যাতে তাইৰ সযত্নে ৰক্ষিত কুমাৰিত্বক কলুষিত নকৰে। কিন্তু হ'লে কি হ'ব! বাঘৰ আগত ছাগলীয়ে কাকুতি কৰাৰ দৰে তেওঁৰ কাকুতি মিনতি নিস্ফল চেষ্টাৰ দৰে হ'ল। অজিতৰ ভিতৰৰ পশুটো মূৰ দাঙি উঠিল আৰু মিনতিৰ সৰ্বস্ব নাশ কৰিলে।

শেষ ! এটি কুমাৰী জীৱনৰ সকলো শেষ হৈ গ'ল ! তাই কান্দি চকুলো মচি ক'লে- "ছি: অজিতদা ! তুমি মোৰ কিয় সৰ্বনাশ কৰিলা ? তুমি মোক একেবাৰে শেষ কৰি দিলা কিয় ? মোৰ কি গতি হ'ব ? উঃ ভগৱান !„ তাই হুক্ হুককৈ কান্দি উঠে।

নিষ্ঠুৰ লম্পট অজিতে নিলাজৰ দৰে হাঁহি মাৰি সান্ত্বনা দিয়ে, "কোনো ভয় নাই মিনু ; তুমি একো চিন্তা নকৰিবা । আমাৰ মিলন

অনিবাৰ্য্য- বিবাহৰ সামাজিক স্বীকৃতি ললেই হ'ল ; ই আজি বা কালি দুদিনআগপিচ মাত্ৰ, কিন্তু মই ইতিমধ্যে তোমাৰ অধিকাৰী। গতিকে ভাবিব লগা একো নাই।,,

"তুমি বিবাহৰ দ্বাৰা সামাজিক স্বীকৃতি নোলোৱাকৈ মোৰ অধিকাৰী হ'লা ? কিন্তু সমাজে স্বীকাৰ কৰিব কিয় ? আৰু যদি ইতিমধ্যে তোমাৰ দুস্কাৰ্যৰ সাক্ষীৰ জন্ম হয় তেতিয়া কি কৰিম ? ,,

"কোনো চিন্তা নাই মিনতি। আজি বিজ্ঞানৰ যুগত এইবোৰ একো ভয় কৰিবলগা কথা নহয়। ইয়াৰ নানা ব্যৱস্থা আছে।"

"এবাৰ যি পাপ কৰিলো তাৰ কাৰণেই শাস্তি লম ; কিন্তু দ্বিতীয় বাৰ আৰু পাপ নকৰো। অবৈধভাবে জন্ম দিয়া সামাজিক পাপ ; কিন্তু জন্ম নষ্ট কৰা প্ৰাকৃতিক পাপ- হলাহল পাপ-। তাক মই বিনষ্ট কৰিব নিদিওঁ।,,

এনেভাৱে দুয়োৰো মাজত ভীষণ তৰ্ক চলে আৰু মিনতিয়ে কৈ দিয়ে -"যদি তুমি প্ৰতাৰক নোহোৱা তেন্তে নিশ্চয় তুমি মোক এনেভাৱে গ্ৰহণ কৰিবা আৰু যদি প্ৰতাৰক হোৱা তেন্তে নিশ্চয় ভ্ৰূণহত্যা কৰিবা।

"আজিৰ দিনত পুৰণি সত্য উলটি গ'ল মিনতি। সেই ৰামো নাই সেই অযোধ্যাও নাই। তাহানিৰ সতীত্বৰ আজি আৰু দাম নাই , নাৰীত্বৰহে মূল্য আছে।"

এনে নিৰ্লজ্জভাষণেৰে সান্তনা দি বিদায় দিলে অজিতে মিনতিক। অনিচ্ছা সত্বেও মিনতিয়ে লাভ কৰিলে যৌন অভিজ্ঞতা। অপ্ৰীতিকৰ হ'লেও ।।লে যৌৱনৰ প্ৰথম পুৰুষজনক। অজিত মিনতিৰ যৌৱন নাটৰ প্ৰথম পুৰুষ ; কিন্তু জীৱনৰ এই অভিজ্ঞতা মিনতিৰ অতি বিৰক্তিকৰ - অতি তিক্ত আস্বাদযুক্ত।

লাহে লাহে মিনতি ভাৰাক্ৰান্ত অন্তৰেৰে সেতে অজিতৰ কোঠাৰ পৰা ওলাই আহিল বেদনাহত হৰিণীৰ দৰে। আনফালে বিজিত চিকাৰীৰ দৰে উন্মাদ আনন্দ বোধ কৰিলে অজিতে।

সঁচাকৈ অজিত আজিকালি বিপথগামী অমানুহ। তেওঁৰএই দুশ্চৰিত্ৰৰ বাবে দায়ী ৰীণা কাকতি।

বৰ্তমান যুগত আধুনিক বৈজ্ঞানিক আৱিস্কাৰৰ অনেক উপায় উদ্ভাৱন হোৱা সত্ত্বেও মিনতিয়ে একো ব্যৱহাৰ নকৰিলে ; কাৰণ তাই যাক ভাল পায় সেই অজিতৰ বংশধৰ যদি অবৈধভাৱেও হৈ যায় তথাপি হৈ যাওক ; নিজক সমাজত যদিও হেয় প্ৰতিপন্ন কৰিব লগা হয় হওক, তথাপি তাই সত্যক অস্বীকাৰ নকৰে, নিজক ফাঁকি নিদিয়ে। মিনতিৰ এনে দৃঢ় মনোবল আৰু নিষ্ঠুৰ প্ৰতিজ্ঞা দেখি অজিত ভীতসন্ত্ৰস্ত হৈ পৰিল। তেওঁ বহু ঔষধ আনি যাচিলে, বহু উপদেশ দিলে কিন্তু মিনতিয়ে নুশুনিলে; নামানিলে। মিনতিৰ এনে আঁকোৰগোজ মনোভাৱ আৰু নিশ্চিত সিদ্ধান্ত বুজিব পাৰি অজিত স্তব্ধ হৈ গ,ল কিছুদিন। তেওঁ মিনতিক লক্ষ্য কৰিলে; কিন্তু কোনো পৰিৱৰ্তন নেদেখিলে। শেষত তেওঁৰ লম্পট স্বভাৱে পুনৰ মূৰ তুলি উঠিল। তেওঁ মিনতিক ক,লে-''যদি সঁচাকৈ আমাৰ দুৰ্ঘটনাই হয় তেন্তে আৰু সমাজক ভয় কৰাৰ কাৰণ বিশেষ কি ?

''নিশ্চয় অজিতদা; তুমি মোক গ্ৰহণ কৰিছা [illegible] ৰে গতিকে এতিয়া সামাজিক বৈধতাৰ প্ৰশ্ন শেষ কৰা মোক [illegible]।,,

''মোৰ পৰীক্ষাটো প্ৰায় একেবাৰ বাকী, গতিকে [illegible]। [illegible] মানে অপেক্ষা কৰা।,, তেওঁ সান্ত্বনা দিয়ে।

''ঠিক আছে। তুমিতো মোক বিশ্বাসঘাতকতা [illegible], শপত খোৱা।,, তাই জোৰ দি ধৰে।

''মই শপত খাইছো, মই তোমাক নেৰো।''

এনেভাৱে দুয়োৰো গোপন চুক্তি হৈ যায়। তেতিয়াৰ পৰা অজিত আৰু মিনতিৰ সঘন মিলন হ,ব ধৰিলে আৰু দাম্পত্য প্ৰেমৰ [illegible] স্বাদ দুয়ো গ্ৰহণ কৰিলে। অজিতে ক,লে - মৰিম যেতিয়া খাযে মৰিম, নোখোৱাকৈ মৰিম কিয় !,,

লাহে লাহে মাহৰ পিচত মাহ পাৰ হৈ গ,ল। মিনতিৰ শাৰীৰিক পৰিৱৰ্তন লোকৰ চকুত ধৰা পৰিল। অন্ত:সত্ত্বা মিনতিৰ শৰীৰৰ সৰ্ব অংগত

বিয়পি পৰিল মাতৃত্বৰ লক্ষণ ।মিনতিৰ মাক- দেউতাক চঞ্চল হৈ উঠিল। বহু প্ৰশ্ন আৰু দাবী-ধমকিৰে ঘটনাকাৰীৰ সম্ভেদ উলিয়াবলৈ উঠি -পৰি লাগিল কিন্তু মিনতিয়ে কোনোপধ্যে নাম নকলে জানোচা অসময়তে অজিতক জুলুম কৰি তেওঁৰ পৰীক্ষা নষ্ট কৰি পেলায ! এই ভযতে তেওঁ অজিতৰ নাম নকলে।

সমাজত বু-বু বা-বা চলিল। অবৈধভাৱে গৰ্ভধাৰণ লাজ-লজ্জাৰ কথা। সমাজে সহ্য নকৰে । নানা জনে আহি মিনতিৰ বাপেক -মাক, ককাযেকক নানা ভৰ্ৎসনা কৰিলে । অসহ্যবোধ কৰিলে মিনতিহঁতৰ ঘৰখনে । শেষত সমাজৰ হেঁচাত বাধ্য হৈ মিনতিৰ ককাযেক মাধৱে মিনতিক গালি-শপনি পাৰি অপৰাধীৰ নাম ক'বলৈ জোৰ কৰিলে । মাধৱৰ খং দেখি মিনতিযে চুপ হৈ বহি ৰ'ল। তাই জানিব পাৰিলে যে যদি অজিতৰ নাম কোৱা হয তেন্তে মাধৱে নিশ্চয তেওঁক মাৰধৰ কৰিব। তাকে ভাবি একো নোকোৱাত মাধৱে মিনতিক একচৰ মাৰি কৈ উঠিল -

"তোক মই ঘৰৰপৰা উলিযাই দিম, আৰু আমাৰ ঘৰলৈ যিযে আহে তাকো এশিকনি দিম বাপেকে। বেটা বৰ ভদ্ৰলোক ওলাইছে। ইমান ডাঙৰ মানুহ হৈ আমাৰ দৰে দুখীযা ঘৰলৈ আহে আৰু আমাৰ বংশতে কলঙ্ক সানে ! তাক মই শেষ কৰি দিম। মাছ বেচি বেচি তোক পঢ়ালো - বি. এ . পাচ কৰালো এই কলঙ্ক লবৰ কাৰণেই নে ? তোকো কাটিম। বোলে ধনী-নিৰ্ধনীৰ কিহৰ মাতামাতি ; বলী-নিৰ্বলীৰ কিহৰ হতাহতি। সি বেটা ধনী মানুহৰ লগত আমাৰ কিহৰ হলিগলি. কৰিছ ?,,

"তুমি কাৰ কথা কৈছা ককাইদেউ ?,, তাই -বৰ উৎসুক হৈ সোধে।

"মই সেই বদমাছ কাকতি প্ৰফেচাৰৰ কথা কৈছো। এই অপকৰ্ম নিশ্চয তাৰ ; সেইবাবেহে তই মাতিব নোৱাৰা হৈছ । মই তাক সুদাই নেৰিম । দিনৰ দিনটো - জালমাৰি যি দুটা মাছ পাওঁ তাকে বেচি কোনোমতে টুকটাককৈ গৃহস্থীখ ন চলাই আহিলো ; সি বেটা আহি সকলো ওলট্-পালট লগাই দিলে ।,, মাধৱে ভীষণ খঙত কৈ যায।

মিনতিযে কান্দি কান্দি কপালে-মূৰে ভুকুৱাই কৈ উঠিল - "ককাইদেউ ! ককাইদেউ ! তুমি শান্ত হোৱা ।তেখেত চোৰ নহয।,,

"তেন্তে চোৰ কোন ক।,,

"মই এতিয়া নাম নকওঁ-সময়ত সকলো জানিব পাৰিবা - তেওঁ নিজে আহি ধৰা দিব। তোমালোকে একো চিন্তা নকৰিবা ।,,

"ঘৰখনৰ বদনাম হ'ব আৰু মই চিন্তা নকৰিম ?,,

বদনামতো হৈ গ,ল ককাইদেউ; গতিকে এতিয়া গোলমাল কৰিলে কি লাভ হব ? বৰং ধৈৰ্য্য ধৰি অপেক্ষা কৰা ; সময়ত সকলো হ'ব।,,

মিনতিৰ কথা নুশুনি মাধৱ বাটৰ পিনে ওলাই গ'ল। মিনতিয়ে কান্দি কান্দি আহি বিচনাত পৰি উচুপিব ধৰিলে।

অসমীয়াত এটা প্ৰবাদ বাক্য আছে - যোনে 'মৰে টৈন। ঘোড়া, মৰে পদুলী সুতা। কাকতিৰো আজি সেয়ে হ'ল। লোকৰ ঘৰত অহাযোৱা কৰাত যে বিপদ আছে এই কথাযাৰ বিজ্ঞপুৰুষে কোন কাহানিবাই কৈ গৈছে ; সেয়েহে আজিও যোজনা হৈ আছে। তাৰ উপৰি আৰু এটি যোজনা আছে - 'খাই কাৰশলা ডা ত উঠিল,কাঠি টোকোকাৰ মৰণ মিলিল।'

ইতিমধ্যে অজিতে খাই বৈ পলাল আৰু কাকতিৰ গাত চেকা লাগিল। বেচেৰা কাকতিৰ ঘাৰ পৰ কতো ৰক্ষা নাই। হতভাগা ভবেন কাকতি।

ঘটনাই বিপৰীত ৰূপ ললে। মাধৱে ভবেন কাকতিক মাৰধৰ কৰিলে। কথাষাৰ ৰজনজনাই গ'ল। হুলস্থূল জনৰব এটা লাগি পৰিল গুৱাহাটী নগৰত ! সকলোৰে মুখে মুখেকাকতিৰ বদনাম ৰটনা হৈ গ'ল। লাজ অপমানত ভবেন কাকতি মৰ্মাহত হৈ পৰিল। সমাজত নাক উলিয়াব নোৱাৰা হ'ল , বেচেৰা কাকতি। কলেজত ইতিকিতৰ পাত্ৰ হৈ পৰিল। ছাত্ৰ- ছাত্ৰী,প্ৰফেচৰ, পিয়ন সকলোৰে মুখত কেৱল কাকতিৰ মেল। এইপ্ৰৌঢ় বয়সত এই কৰ্মনো কিয় কৰিলে কাকতিয়ে তাৰে

আলোচনা -বিলোচনা হ'ব ধৰিলে । বিজ্ঞজনে সংক্ষেপতে ক,লে-

"ই প্ৰাক্তন; পূৰ্বজন্মৰ লিখন। ডেকা তৰপে ক'লে- চৰিত্ৰহীন। আন ছাত্ৰ-ছাত্ৰীয়ে মন্তব্য কৰিলে- মিছা অপবাদ। দুশ্চৰিত্ৰা মিনতিৰ ষড়যন্ত্ৰ। যিয়ে যেনে ভাবে লৈছে ঘটনাটো তেনে ভাবে কৈছে।

এই ঘটনাৰ কথা চৰকাৰৰ ওপৰ মহলৰ কাণত পৰিল । শিক্ষা বিভাগৰ কথা- তাতে শিক্ষক আৰু ছাত্ৰীৰ কথা। কথা বিষম হৈ পৰিল। ঘটনাক্ৰমে কাকতি চাকৰিৰপৰা বিতাৰিত হ'বলগা হ'ল। 'দিল্লীকা লাড্ডু যোভি খায়া ওভি পোস্তায়া, ঔৰ যোভি নহি খায়া ওভি পোস্তায়া বুলি হিন্দীতএফাকি কথা আছে। কাকতিয়ে নাখাই পোস্তাব লগা হ'ল।

ইফালে ঘৰত ঘৈণীয়েক বীণাৰ অৱস্থা ! গালি-গলাজ আৰু অত্যাচাৰত বেচেৰা কাকতি নিৰুপায় হৈপৰিল। অকথ্য ভাষা আৰু অশ্লীল গালিত তেওঁৰ শৰীৰ মন ক্ষত-বিক্ষত হৈ পৰিল । এই সুযোগতে বীণাই কাকতিক এনে ব্যৱহাৰ কৰিলে যেন তেওঁ আজিৰ পৰা গিৰিয়েক নহয়- তিৰোতাই এৰি দিয়া মতাহে। নিজৰ ঘৰতে নিজৰ স্ত্ৰীৰপৰা এনে দুৰ্ব্যৱহাৰ পাই কাকতিৰ মন পাগল যেন হ'ল আৰু মগজুৱে কাম নকৰা হ'ল।লৰা-ছোৱালী কেইটিৰ মায়াৰ কাৰণে ঘৰখন এৰিও যাব নোৱাৰে। ইফালে ঘৈণীয়েকৰ অত্যাচাৰত তেওঁ থাকিবও নোৱাৰে ।এতিয়া তেওঁ কি কৰে ? এনে সন্ধিক্ষণতে মানুহে আত্মহত্যা কৰে। কাকতিও আজি তেনে অৱস্থা উপনীত । তেওঁ পলাই যাবনে আত্মহত্যা কৰিব ? এই প্ৰশ্নই তেওঁৰ মগজু উখল-মাখল লগালে । এবাৰ ভাবিলে মৃত্যুই শ্ৰেয । পিচত ভাবিলে- 'জীৱন নৰো ভদ্ৰশতানি পশ্যতি ,। জীয়াই থাকিলে অনেক ভাল বস্তুদেখা যায । গতিকে জীয়াই থকাই শ্ৰেয় । তেওঁ দৰ্শনৰ অধ্যাপক ।আত্মা, ঈশ্বৰ আৰু জগতখনক লৈ বহু চিন্তা চৰ্চা কৰা লোক। সেইবাবে মৃত্যু কল্পনা ত্যাগ কৰি পলায়নকে শ্ৰেয় বিবেচনা কৰিলে। য: পলায়তি স: জীৱতি, এই কথাষাৰ সকলোতে খাটে। অৱস্থা প্ৰতিকূল হ'লে পলায়ন কৰা- অনুকূল হ'লে আগমন কৰা বিধেয। ইয়াকে শেষ সিদ্ধান্ত কৰি ললে কাকতিয়ে। ইযাকে কয় মানুহৰ ভাগ্য। ভাগ্যৰ কি বিচিত্ৰ খেলা !

॥ সাত ॥

মনৰ দুখত কাকতি কলিকতা উঠিল। ইফালে কাকতিৰ অবৰ্তমানত ৰীণাৰ দিন মিলিল। অজিতে ৰূমত বহি বহি ওৰে নিশা প্ৰেম-লীলা অৱতাৰণা কৰিব ধৰিলে। অবাধ মিলন। অজিত আৰু ৰীণাৰ বাবে যেন কাকতিৰ ঘৰখন স্বৰ্গপুৰী হৈ উঠিল। কথাৰ চলতে ৰীণাই কয় - 'মই তোমাক আগতে কৈছিলো নহয় যে সেই মিনতি নটীজনীৰ তাত তেওঁ মজি গৈছে। এতিয়া আৰু পৰিণাম কেনে হ'ল দেখিলা ? এই বদনাম হোৱা ভাল হ,ল, মোৰ প্ৰতিশোধ পূৰণ হ,ল - আপোনা আপুনি। এতিয়া আমি দুয়ো এক হলেই হ'ল।'' ৰীণাই কৈ গ,ল ; অজিতে শুনি গ,ল। ৰীণাই ভাবিছে অজিতে বৰ আনন্দ পাইছে কথা শুনি, কিন্তু অজিতৰ যে মনত ঘোৰ সন্দেহ আৰু আতঙ্ক হৈছে তাৰ গম তেওঁ পোৱা নাই।

''তেওঁ কলৈ গ'ল বাইদেউ ?'' চাৰ কলৈ গল ?

''কব নোৱাৰো। বাকচৰ চাবি লৈ দুহেজাৰ টকা লগত লৈ কানি কাপোৰ সুটকেচত ভৰাই ওলাই গৈছে। কালি চিঠি পাইছো কলিকতাত থকা বুলি।''

''তাত কি কৰিব ?,,

''মই নাজানো আৰু জানিবলৈও ইচ্ছা নকৰো। য'তে মৰে তাতে মৰক।''

''আপুনি কেনেকৈ চলিব বাইদেউ ?''

''মোৰ হাতত কেই হাজাৰমান টকা আছে। তাৰে কিবা এটা কৰিম। তাৰ উপৰি তুমি নাথাকিবা জানো ? তুমি থাকিলে সেই টকাৰে কিবা এটা কৰিব পাৰিবা।

''মই এম.এটো পাচ কৰি উঠিলে চাকৰি নকৰি ব্যৱসায় কৰিম। ভালেই হ'ল আপোনাৰ অংশীদাৰ হব পাৰিম।''

''তুমি অকল ব্যৱসায়ৰে অংশীদাৰ হবানে জীৱনৰ ব্যৱসায়ৰো অংশীদাৰ হবা ?''

''বাইদেউ যি বিচাৰে ? আপোনাৰ টকা মোক দিব বাইদেউ ?,, অজিতে হাঁহি হাঁহি সোধে।

"বাইদেউ সম্বোধন বদলাই যিদিনা সেই সম্বোধন কৰিবা সিদিনাই মোৰ টকাৰ গৰাকী হবা।"

"বাইদেউ সম্বোধন বদলাব লাগিব নেকি" হাঁহে অজিতে

"তোমাৰ সন্তান জন্ম পোৱাৰ পিচতো মোক বাইদেউ বুলিবানে ?"

"তাৰ মানে আপুনি .. ...!"

"আপুনি নহয় - এতিয়াৰপৰা তুমি সম্বোধন কৰিবা। কাৰণ মোৰ গৰ্ভত ." - অজিতে সেমেনা-সেমেনি কৰিব ধৰিলে।

বীণাই কাষত নহি গা মূৰ পিহি হাঁহি হাঁহি কব ধৰিলে - "পিতৃত্বৰ গৌৰব অনুভব কৰিব পাৰিবা।" হাঁহে বীণাই।

"অজিতক অন্যমনস্ক দেখা গ,ল। দুযোৰো কথা-বতৰা কমিল মৌনভাৱে অজিতে ওলাই আহিল। বীণাই অলপ স্তম্ভিত হ'ল। অজিতে কি ভাবিলে তেওঁ ধৰিব নোৱাৰিলে।

"তুমি যে তলমূৰা হ,লা ? বেয়া পাইছা ?"

"বেয়া পাব লগা একো নাই। জুই খালে ওঙাৰে হাগিব লাগে। তাৰ আগতে প্ৰস্তুত হোৱা দৰ্কাৰ।"

"তেনেহ,লে মোৰ কৰ্তব্য কি কোৱা ?"

"আপুনি ভ্ৰূণ নষ্ট কৰি পেলাওক।"

"মই বাৰু ভাবি চাওঁ।"

তাৰ পিছত অজিতৰ প্ৰস্থান।

ইফালে কাকতি পলাই যোৱাত সকলোৰে ধাৰণা হ'ল যে কাকতি সঁচাকৈ মিনতিৰ কলঙ্কৰ নায়ক। এই কথাত মিনতি আৰৌ মৰ্মাহত হ,ল।

"কি কাৰণে চাৰ পলাই গ'ল। উহ্! মোৰ লগতে তেখেতৰ নিজৰ কিমান ক্ষতি কৰিলে। মোৰ জীৱন ব্যৰ্থ। মই সঁচাকৈ এগৰাকী নিৰীহ ব্যক্তিক কলঙ্ক দিলো। এই পাপে মোক খুলি খুলি খাব। উহ্ ভগবান! মোক ক্ষমা কৰিবা প্ৰভু। মই যদি অজিতৰ কথা আগতে কৈ দিলোহেঁতেন।

উহ ! মই কি ভুল কৰিলো - দোষীক বচাবলৈ নিৰ্দোষীক শাস্তি দিলো। মই পাপীয়সী " এই অনুতাপে মিনতিৰ অন্তৰ দগ্ধ কৰিলে। মিনতিয়ে নিজে নিজে দহি দহি মৰে। মিনতিৰ বিবেকৰ দংশন আৰম্ভ হ'ল।

বিশ্বাসৰ মানুহ তাইৰ কোনো নাই। ভাবি - চিন্তি নিৰুপায় হৈ সোমাল অজিতৰ ঘৰ পালে। অজিতৰ কমৰ ভিতৰত সোমাই গ'ল। অজিত আজি শান্ত - সৌম্য মূৰ্তি ধৰি বহি আছে। মিনতি ওচৰত বহি দিলে আৰু শান্তভাবে কুশল-বাৰ্তা সুধিলে। কথা - বতৰা আৰম্ভ হ'ল। মিনতিয়ে বৰ ব্যথিত চিত্তে ক'লে - "মই মিছাকৈ এজন নিৰ্দোষী মানুহৰ সৰ্বনাশ কৰিলো অজিতদা মোৰ এই পাপে মোক খুলি খুলি খাব ধৰিছে। মই ভুল কৰিলো। তোমাৰ কথা শুনি তোমাৰ নাম নকৈ মাৰাত্মক ভুল কৰিলো। কাৰো নাম নোকোৱাৰ বাবেহে এনে গতি হ'ল। এতিয়াও সময় আছে। তুমি অনুমতি দিয়া - মই তোমাৰ নাম কওঁ।"

অজিতে এটা ক্ৰুৰ হাঁহি মাৰি ক'লে - "এতিয়া নাম কলেও কি হব? ঘটনা ঘটিয়ে গল"। এতিয়া নাম ক'লেও চুমি কাকতি চাৰক সুনাম ঘুৰাই আনিব নোৱাৰা। গতিকে এতিয়া নাম কোৱাতকৈ সন্তানটি মাৰি পেলোৱা। লেঠা মৰিব।,,

"তুমি কি কৈছা অজিতদা ? তুমি অতি নিষ্ঠুৰ।

"তেনেহলে ভোগ কৰা শাস্তি।"

"বাৰু সন্তান মাৰিলো ; পিছে তেতিয়া দেখো ভালকৈহে প্ৰমাণ হ'ব "

"তেতিয়াতো তুমি কাকতি চাৰক ৰক্ষা কৰিব নোৱাৰিবা।"

"যদি সন্তান জন্মে তেতিয়া সন্তানে প্ৰমাণ কৰিব দোষী কোন আৰু মই কাৰ নাম লুকাই ৰাখিছিলো।"

মিনতিৰ কথাত অজিত হতবাক হৈ গ'ল। তেওঁ এই কথাটো চিন্তাই কৰা নাছিল। আত্মৰক্ষাৰ্থে মানুহে সকলো কৰিব লাগে, তাকে ভাবি তেওঁ মিনতিক কাকুতি কৰি ক'ব ধৰিলে -

"মই কাবৌ কৰিছো মিনতি ; তুমি যদি মোক ভাল পোৱা, যদি মোক মৰণৰ হাতৰপৰা ৰক্ষা কৰিব খোজা তেন্তে আজিয়ে তুমি এনেহে"

কৰা। ইয়াৰ বাবে যিমান টকা লাগে ডাক্তৰক মই দিম!"

"এবাৰ যি পাপ কৰিলো আৰু দুনাই পাপ নকৰো মই।"

"সেই সন্তান যদি মই স্বীকাৰ নকৰো ?"

"সন্তানৰ গাৰ গঠনে প্ৰমাণ কৰিব।"

"মই যদি সেই সন্তান গ্ৰহণ নকৰো ?"

"অজিতদা তুমি! তুমি ভীৰু কাপুৰুষ। এইবাৰ মিনতিৰ হিয়া কঁপি উঠিল। অজিতে যে বিশ্বাসঘাতকতা কৰিব তাই বুজিব পাৰিলে। মিনতি থমকি ৰ'ল। তাই নি:সহায়তা অনুভৱ কৰিলে। এৱা "যদি গ্ৰহণ নকৰে ? যদি মাক আৰু সন্তানক গ্ৰহণ নকৰে ?"

এওঁ মতামানুহ। গাত কলঙ্কৰ বোকা লাগিলেও ধুই পেলাব পাৰিব - সিবোৰ এৰিব পাৰিব। কিন্তু মই তিৰোতা। মোৰ চেকা পিকৰ চেকা। ধুলে নাযায়। পুৰুষৰ কলঙ্ক সমাজত বোকা মাটি। পানীৰে ধুলে যায় - সমাজে গ্ৰহণ কৰে। কিন্তু নাৰীৰ কলঙ্ক চিমেন্ট মাটিৰ পাষ্টাৰৰ দৰে পানী পৰিলে টানহে হয়। বেচেৰী আতুৰ হৈ উঠিল আৰু কান্দি পেলালে। কান্দি কান্দি চকুলো মচি ক'লে - "তোমাৰ কথা বিশ্বাস কৰিযে মই এই পাপ পথত নামিলো ;এতিয়া মোক পাপৰ বোজা জাপিদি তুমি সাৰি যাব বিচাৰিছা ? তুমি ইমান নিষ্ঠুৰ! ইমান পাষাণ !!

"পৃথিৱীত নিজক ৰক্ষা কৰাটো প্ৰথম আৰু প্ৰধান কৰ্তব্য মিনতি। গতিকে তুমি যেতিয়া মোৰ কথা নুশুনা তেতিয়া মোৰ আৰু অন্য গত্যন্তৰ নাই। মই মোক ৰক্ষা কৰিবই লাগিব।,,

এনে নিষ্ঠুৰ বাক্যৰে শেলবিদ্ধ কৰি মিনতিক বিদায় দিলে নিৰ্মমভাৱে হৃদয়হীনভাৱে। মিনতিযে ভবা নাছিল অজিতে তেনেকুৱা ব্যৱহাৰ কৰি বিশ্বাসঘাতকতা কৰিব বুলি । তাই কান্দি কান্দি ঘৰলৈ ফিৰিল।

সিদিনাৰ পৰা মিনতি আৰু অজিতৰ মাতবোল নাইকীয়া হ'ল: অহাযোৱা বন্ধ হ'ল।

শেষ। প্ৰেমৰ অধ্যায় শেষ। এই প্ৰণয় নাটকৰ শীৰ্ষবিন্দুতে যৱনিকা পতন হ'ল।

কেইমাহমান পিচৰ কথা। মিনতিয়ে এটি ল'ৰা সন্তান প্ৰসৱ কৰিলে। সুন্দৰ হৃষ্ট-পুষ্ট দেখনিয়াৰ সন্তান। ল'ৰাৰ গঠন বৰণ অজিতৰ দৰে ; কব পালে যেন অজিতৰহে পুনৰ্জন্ম। চাৰিওফালে হুলস্থুল লাগিল। চোৰ ধৰা পৰিল। মিনতিৰ সন্তানৰ আচল বাপেক ধৰা পৰিল। নানাজনে নানা কথা কব ধৰিলে। যি সকলে কাকতিক দোষী সাব্যস্ত কৰিছিল তেওঁলোকে বৰ দুখ প্ৰকাশ কৰিলে, কাৰণ বিনাদোষত মানুহজনক কলংক জাপি দি নষ্ট কৰা হ'ল। মাধৱে বজ্ৰাহতৰ দৰে হৈ মূৰেকপালে হাত দি কৃতকৰ্মৰ ফল ভাবি ভাবি কান্দিলে। কি ভুল কৰিলে তেওঁ। কেনে পাপ আৰ্জিলে কাকতিৰ দৰে গুণী জ্ঞানী মানুহ এজনক অপমান কৰি অপবাদ গাত জাপি দিলে।

ইফালে অজিত ' তেওঁৰ ওপৰত ঘৰৰপৰ সকলোৰে গালিগালা পৰিল। নিৰুপায় হৈ তেও পৰীক্ষা খেকেচা মাৰি ঘৈ পলায়ন কৰিলে। 'জুই থালে এঙাৰে হাগে, বুলি যি এটা প্ৰবাদ বাক্য আছে সি আজি ফলিয়ালে। সত্য সদায় সুপ্ৰকাশ।

এইখবৰে বীণাক মৰ্মাহত কৰিলে। তেওঁ নিজে গৈ এবাটি চাই আহিল আৰু নিজ চকুৰে দেখিলে অজিতৰ সাইলাখ ৰূপ ল'ৰা টিৰ গাত। তেওঁৰ মন সেমেকি গ'ল। দুখ বেদনাত, অনুশোচনাত মন ভাৰাক্ৰান্ত হৈ পৰিল। আজিহে উপলব্ধি কৰিলে তেওঁ কি অবিচাৰ কৰিলে তেওঁৰ স্বামীক। অনুশোচনাত হৃদয় বিদৰি গ'ল। নিঃশব্দে চকুলো টুকি ঘৰ অভিমুখে ৰাওনা হ'ল আৰু পাৰেমানে কান্দিলে।

তাৰ কেইদিনমান পিছৰ ঘটনা। বীণা কাকতিয়ে নিজক বচাবৰ বাবে ভ্ৰূণহত্যা কৰিবৰ মনস্থ কৰিলে। সেই কাৰণে তেঁও ডাঃ দাসৰ ওচৰত হাজিৰ হ'ল গৈ ৰাতিপুৱাতে। ডাঃ সমৰ দাস প্ৰফেচাৰ কাকতিৰ বন্ধু। গতিকে বীণা কাকতিৰ অহাযোৱা আছে। পুৰণি বন্ধুৰ বাবেহে তেওঁ তেওঁৰ ওচৰ চাপিছে। তেওঁ ডাক্তৰৰ ওচৰ পাওঁতে ডাঃ দাসে হাঁহি মাৰি বহিব দি ঘৰুৱা কথা সুধিলে আৰু প্ৰফেচাৰ কাকতি কলৈ গ'ল তাৰ কিবা সম্ভেদ

পাইছেনে নাই সুধিলে। বীণাই কলে - "আজি কেইবা মাহ আগতে তেখেতে কলিকতাৰপৰা চিঠি দিছিল, বৰ্তমান একো খবৰ পোৱা নাই।"

ডা: দাসে কলে - "মোলৈও একো খবৰ দিয়া নাই।"

"বাস্তৱতে মানুহৰ জীৱনত এনেবোৰ ঘটনা ঘটেই ; তাৰ কাৰণে বিচলিত হ,ব নালাগে। দৈৱৰ লিখন বুলিয়ে ভাবিব লাগে। তেখেতে ভুল কৰিলে পলায়ন কৰি। মই বৰ দুখীত। পিচে আপুনি কিয় আহিল মিচেচ কাকতি ?"

"মই পুৰণি বন্ধু হিচাপে এটি বেমাৰ দেখুৱাবলৈহে আহিছো। মোৰ এটি বেমাৰ হৈছে ; আপুনি চিকিৎসা কৰিব লাগে।"

"নিশ্চয় কৰিম। কওঁক।"

"ইযাত নহয় -অলপ গোপনীয।"

"বাৰু বাৰু। আহক ভিতৰলৈ।" ডাক্তৰে তেওঁক ভিতৰলৈ মাতি নিলে। বীণা কাকতিয়ে ক'লে যে তেওঁ গৰ্ভপাত কৰিব বিচাৰে। ডাক্তৰে সুধিলে "কিয় ইমান দিনলৈ তেনেহলে বাট চাইছিল।"

"আগতে ভবা নাছিলো ; কিন্তু যিহেতু তেখেতে মোক এৰি গুচি গ,ল মই আকৌ কেনেকৈ নতুন বোজা এটা আৰু লম ? গতিকে গৰ্ভপাত কৰাই শ্ৰেয বিবেচনা কৰিলো।"

"এই বিষয়ত মি: কাকতিৰ অনুমতি লাগিব, নহলে তেখেতে আপত্তি কৰি কেচ কৰিলে মোৰ বিপদ হব ?

"আপোনাৰ ওপৰত তেখেতে কিয় কেচ কৰিব। আপোনাৰ বন্ধু হৈ কেচ কৰিবনে ?

"ধন-সম্পত্তিৰ কথা সুকীয়া আৰু প্ৰাণীৰ কথা সুকীয়া। এইটো এটা প্ৰাণীৰ প্ৰশ্ন। তাতে নিজৰ সন্তান। সন্তান পিতৃৰ আত্মাৰ অংশস্বৰূপ। গতিকে সন্তান বধ কৰা মানে পিতৃক বধ কৰা। সেই কাৰণে তেখেতৰ অনুমতি লাগিব।"

"তেখেত এতিয়া নাই ,ক,ৰপৰা অনুমতি পাব আপুনিয়ে কওকচোন।"

''তেখেতলৈ খবৰ পঠাওক আৰু আনিবৰ চেষ্টা কৰক।,,

''অসম্ভৱ। তেখেত ক'ত আছে মই কেনেকৈ জানিম,,?

''তেনেহলে মই কেনেকৈ কামটো কৰিম। আপুনি বেলেগ ডাক্তৰৰ ওচৰ চাপিব লাগিব।,,

''আপুনি সঁচাকৈ এনেকুৱা ব্যৱহাৰ কৰিব বুলি আশা কৰা নাছিলো দাস। মই বৰ দুখীত।,,

''মযো বৰ দুখীত মিচেচ কাকতি। কি কৰিম, আইনৰ কথা। মই বিপদত পৰিব লাগিব যে!,,

''কোনো বিপদত পৰিব নালাগে মি: দাস। মই অনুমতি দিছো,, হঠাতে ডাক্তৰৰ কমৰ পৰা ওলাই আহি দুয়োৰো মাজত থিয় হৈ প্ৰবোধ ভৰেন কাকতিযে কয়।

''হা হৰি। কি আচৰিত।,, বুলি কৈ বীণা কাকতিয়ে গিৰিয়েকৰ মুখলৈ চাই তলমুৰা হয়। ভাগ্যৰ পৰিহাস।

কাকতি যোৱা ৰাতি আহি গুৱাহাটী পাইছে আৰু ডাক্তৰৰ ঘৰত মনে মনে আছেহি। মিনতিযে সন্তান প্ৰসৱ কৰা কথা আৰু সন্তান জন্মত বাধা দৰে হোৱা কথা কৈ টেলিগ্ৰাম কৰিছিল ডাক্তৰ সমৰ দাসে কাকতিলৈ। কাৰণ যাবৰ সময়ত কাকতিয়ে ডাক্তৰক ঠিকনা দি গৈছিল আৰু জীয়া কেই মাহে গোপনে চিঠিপত্ৰ দি সকলো খবৰ বাতৰি জনাই আছিল। ডাক্তৰৰ টেলিগ্ৰাম পাই কাকতি আহি গুৱাহাটী উঠিছিল আৰু ডাক্তৰৰ ঘৰতে আছিল। ভাগ্যৰ কি পৰিহাস! হঠাতে আজি বীণা কাকতিয়ে গৰ্ভপাত কৰিবলৈ গৈ তাতেই উপস্থিত হ'ল। যতে বাঘৰ ভয়, ততে ৰাতি হয়।

ডাক্তৰে হাঁহি মাৰি সুধিলে - ''মি: কাকতি! তেনেহলে মিচেচ কাকতিৰ অপাৰেচনৰ অনুমতি দিব?''

''হয় দিম। তেওঁৰ ইচ্ছাত মই বাধা নকৰো।''

''বাৰু লিখি দিয়ক।''

''লিখিব নালাগে মি: দাস। মই একো নকৰো, মই যাওঁ।'' বীণাই

কয়।

"ক'লৈ যোৱা বীণা ?" কাকতিয়ে ঘৈণীয়েকক মাতে।

"ব্ৰহ্মপুত্ৰলৈ।" তেওঁ উত্তৰ দিয়ে আৰু যাবলৈ উদ্যত হয়। তেওঁৰ মুখৰ বৰণ সলনি হৈ গৈছে। আত্মহত্যা কৰিবলৈ যোৱা মানুহৰ মুখৰ বৰণ যেনে হয় - বীণাৰো তেনে হৈছে।

"ব্ৰহ্মপুত্ৰই মোক ঠাই নিদিলে মোক আৰু সংসাৰত ঠাই কোনেও নিদিব।"

"তুমি ধৈৰ্য্য ধৰা বীণা। দোষ মানুহেই কৰে আৰু তাক সুধৰাই মানুহেই লয় - পশুৱে সুধৰাব নোৱাৰে। ইয়াতে মানুহৰ বিশেষত্ব। তুমি ফিৰি আহা।"

"আপুনি মোক ক্ষমা কৰিব পাৰিব ? নিশ্চয় নোৱাৰে। গতিকে আপোনাৰ ল,ৰা-ছোৱালী কেইটিক আপোনাকে গতালো, মই যাওঁ - এই সংসাৰৰপৰাই আঁতৰি যাওঁ।,,

"মোৰ সন্তান মোক গতালা বাৰু কিন্তু উদৰত যে এটি ৰৈ গ'ল ?"

"সেইটো আপোনাৰ নহয় গতিকে...।" বীণাই গিৰিয়েকক ভৰিত চুই সেৱা কৰে।

"কি আচৰিত !" ডাক্তৰে অবাক হৈ কয়।

"তাৰ কাৰণে মৰাৰ কোনো দৰ্কাৰ নাই বীণা। জীৱন - মৰণ ঈশ্বৰৰ হাতত আৰু মানুহৰ সাংসাৰিক সুখ ভাগ্যৰ খেলা। তুমি ধৈৰ্য্য ধৰা।"

"আপুনি কি কৈছে ? ইমান অপৰাধ কৰা সত্ত্বেও আপুনি মোক ক্ষমা কৰিব পাৰিছে ?"

"অপৰাধীকেই তো ক্ষমা কৰা যায় - নিৰ পৰাধী মানুহক ক্ষমা কৰাৰ কিবা প্ৰশ্ন থাকিব পাৰেনে বীণা ? মই তোমাৰ সমস্ত দোষ ক্ষমা কৰিছো।"

"সঁচানে ? আপুনি মোক ক্ষমা কৰিব পাৰিছে ? মোক পুনৰ গ্ৰহণ কৰিব পাৰিব ?"

"নিশ্চয় ! নিশ্চয় বীণা। তুমি মোক বিশ্বাস কৰা। মই তোমাৰ সকলো দোষ ক্ষমা কৰিছো আৰু আগৰদৰে তোমাক গ্ৰহণ কৰিছো।" তেওঁ ঘৈণীয়েকৰ মূৰত ধৰে।

বীণাই আকৌ ভৰিত ধৰি সেৱা কৰি কান্দি কান্দি কয় - ''মই বৰ পাপীয়সী। মোৰ নৰকতো স্থান নহব।'' কান্দে তেওঁ।

''নাকান্দিবা বীণা। বলা ঘৰলৈ যাওঁ!''

বীণাই অলপ তলকা মাৰি কয় - ''যদি মই পুনৰ ঘৰলৈ যাব লাগে তেন্তে মোৰ এই সন্তান নষ্ট কৰিব লাগিব। মই অন্য পুৰুষৰ সন্তানৰ মাতৃ নহওঁ। মিঃ দাসে অনুগ্ৰহ কৰি মোৰ গৰ্ভপাতৰ ব্যৱস্থা কৰক।''

কাকতিয়ে বাধা দি কয় - ''সেইটো হব নোৱাৰে বীণা। পৰ পুৰুষৰ হলেও তোমাৰ সন্তান। মোৰো সন্তান। মই তাক হাঁহি মুখেৰে গ্ৰহণ কৰিম। আত্মা স্বতন্ত্ৰ। সংসাৰত কোনো নিজ-পৰ নাই। কোনো কাৰো নহয়। 'কোন কাৰ জগতৰ, কোন কাৰ ঘৰমৰ, চকুৰ চিনাকী দুদিনৰ।, - কৰি নলিনীবালাই লিখিয়ে গৈছে। গতিকে সংসাৰত কোনো কাৰো নহয়। কেৱল জীয়াই থকা দিন কেইটাতহে বাটৰ চিনাকী। তুমি তাৰ জন্মদাতৃ হবা আৰু মই তাৰ জন্মদাতা পিতৃ নহলেও ধৰ্মপিতৃ হম। মই তাক বধ কৰিবলৈ কেতিয়াও দিব নোৱাৰো।''

''উহ্ স্বামী! আপুনি মানুহনে দেৱতা?'' বীণাই কান্দি কান্দি গিৰিযেকৰ ভৰিত পৰে।

কাকতিয়ে তুলি ধৰি কয় ''আৰু বেছি আবেগ-প্ৰৱণ নহবা। সন্তানটিৰ বেয়া হ'ব পাৰে। যিজন এই সংসাৰলৈ আহিব ধৰিছে তাক ভালভাবে আহিবলৈ দিয়া বীণা। জীৱন জনম আৰু মৰণ কালত শান্তি দিব লাগে; ই মানুহৰ কৰ্তব্য। তুমি স্থিৰ হোৱা।''

এই দৃশ্যাই ডাক্তৰকো অভিভূত কৰি তুলিলে। তেওঁৰ পুৰণি বন্ধু দাৰ্শনিক পণ্ডিত ভবেন কাকতিক তেওঁ চিনে কিন্তু সঁচাকৈ যে তেওঁৰ ভিতৰত এনে এজন মহৎ পুৰুষ লুকাই আছিল তাক জনা নাছিল। আজিহে যেন কাকতিক আৱিস্কাৰ কৰিলে।

লাহে লাহে এই দৃশ্যৰ পট পৰিল আৰু এখন বিয়োগান্ত নাটকৰ যেন পট পৰিৱৰ্তন হৈ মিলনান্ত নাটত পৰিণত হ'ল।

তেতিয়া ৰাতিপুৱাৰ এচেৰেঙা ৰ'দে নতুন দিনৰ আগমনি দিলে।